# বৰপেটাৰ ঐতিহ্য

সম্পাদক

ড° ভূপেন্দ্ৰ ৰায়চৌধুৰী

সহযোগী

প্ৰিয়ৰঞ্জন দাস




ৰেখা প্ৰকাশন

ফটাশিল আমবাৰী, গুৱাহাটী-২৫

**Barpetār Aitijya :** *A socio-cultural book on rich heritage of Barpeta, edited by Dr. Bhupendra Roychoudhury and published by Deben Kalita, on behalf of M/s Rekha Prakashan, Fatashil Ambari, Guwahati-781025 (Assam)*
***First edition :*** *December, 2010* ***Price :*** *250.00 only*

**প্ৰকাশক** ঃ দেবেন কলিতা
ৰেখা প্ৰকাশন
ফটাশিল আমবাৰী, গুৱাহাটী-২৫
দূৰভাষ ঃ ৯৮৩৫১-১৪২০৩



**প্ৰথম প্ৰকাশ** ঃ ডিচেম্বৰ, ২০১০

**বেটুপাত** ঃ ৰূপম দত্ত
**অলংকৰণ** ঃ বিকাশজ্যোতি বৰুৱা

**বৰ্ণসংস্থাপন** ঃ ৰীমা ভট্টাচাৰ্য

মূল্য ঃ ২৫০.০০ টকা

**মুদ্ৰণ** ঃ **আঙ্গিক প্ৰেছ**
গোপীনাথ বৰদলৈ পথ
আমবাৰী, গুৱাহাটী-১

# হে জুৰ বা

বৰপেটাৰ প্ৰসিদ্ধ নাওখেলৰ সময়ত নাওখন আগবঢ়াই প্ৰতিপক্ষৰ হাতত বিজয় প্ৰাপ্তি কৰাবলৈ নাওৰ কনাকাটা আৰু বাইচাসকলে শেষ মুহূৰ্তত অনুকূল বায়ুৰ সোঁতৰ আকাঙ্খা কৰি সমস্বৰে ধ্বনি দিয়ে— হে জুৰ বা। ইয়াত যিদৰে নাটকীয়তা থাকে সেইদৰে বিজয়ৰ লক্ষ্য প্ৰাপ্তিৰ উছাহো সন্মিলিত হৈ থাকে। লক্ষ্য স্থানত সফলতাৰে উপনীত হব পাৰিলে সকলো ভাগৰ কষ্ট টিলিকতে নোহোৱা হৈ পৰে। এনে দশা আমাৰো হৈছে— এটা আকাংক্ষাক মূৰ্ত ৰূপ দিবলৈ গৈ।

বৰপেটা— নামটোৰেই এতিয়াও আমাৰ মনত পুলক জগায়। ধুবুৰীত থকা অৱস্থাত অসমীয়া বৰ্ণমালা শিকাৰ সময়ত খুৰাদেৱে ফলিত বৰপেটা বানানটো লিখিবলৈ দিছিল। সেয়ে বৰপেটাৰ লগত আক্ষৰিক পৰিচয়। বৰপেটালৈ আহি ৩ নং দক্ষিণহাটী প্ৰাথমিক বিদ্যালয়ত এবছৰ আৰু বৰপেটা চৰকাৰী উচ্চতৰ মাধ্যমিক বিদালয়ত পঢ়াৰ সময়ছোৱাত বৰপেটা আমাৰ হাড়ে-হিমজুৰে সোমাই পৰিছিল, বিশেষকৈ বৰপেটাৰ আধ্যাত্মিক পৰিবেশে মনটো ৰঙাই তুলিছিল। দুজনা গুৰুৰ পদৰেণুৰে ধন্য বৰপেটা, আতা পুৰুষসকলৰ সাধনাস্থলী বৰপেটাৰ ৰামধেনুবুলীয়া ৰঙে মন-প্ৰাণ হেঙুল-হাইতাল কৰিছিল। সেই সময়ছোৱাত দেখা বৰপেটাৰ ৰঙ্-উৎসৱ, জনজীৱনৰ উছাহ, দৈ-মাছৰ ভোগালী সোৱাদ ধৰি ৰাখিবলৈ মন গৈছিল আখৰৰ মাজত। সেয়ে গুৱাহাটী বিশ্ববিদ্যালয়ত বিজ্ঞানৰ স্নাতকোত্তৰ শ্ৰেণীত অধ্যয়ন কৰি থকাৰ সময়তে আমাৰ মনত খেলাইছিল এখন গ্ৰন্থ প্ৰণয়নৰ ঃ নামটো ৰাখিছিলো— 'বৰপেটা বৰপেটা', লগে লগে এখন আঁচনি কৰি পেলাইছিলো। বৰপেটালৈ যাওঁতে সেই সময়ৰ ডেকা শিক্ষক-সাহিত্যিক দুজনমানক আঁচনিখন দেখুৱাই কৈছিলো ঃ যুটীয়াভাৱে কিতাপখন লিখোঁ, কাৰণ আমি অধ্যয়ন আৰু চাকৰি সূত্ৰে গুৱাহাটীত থাকিব লগা হৈছিল। দুখৰ বিষয় যে তেওঁলোকে আমাৰ প্ৰস্তাৱটোক শূন্য দশমিক এক ভাগো গুৰুত্ব নিদিলে। সেই সময়ত বৰপেটাৰ বিষয়ে তেনে কোনো গ্ৰন্থ প্ৰণয়ন বা সংকলন কৰা হোৱা নাছিল। সেয়া আছিল প্ৰায় পয়ত্ৰিশ বছৰমানৰ আগৰ কথা। ইতিমধ্যে নখান্দাৰ বুকুত বহুতো ঢল বাগৰিছিল।

১৯৬৯ চনত বৰপেটাত সাহিত্য সভাৰ অধিবেশন হোৱাৰ পিছত এটা সাহিত্যৰ পৰিবেশ সৃষ্টি হৈছিল। কিন্তু সাহিত্য-কৰ্মৰ নিদৰ্শন পাবলৈ আৰু এটা দশক থমকি ৰ'ব লগা হৈছিল।

যোৱা শতিকাৰ শেষৰ দুটা দশকৰ ভিতৰত বৰপেটাৰ সাহিত্য-সংস্কৃতি সম্বন্ধীয় কিছু গ্ৰন্থ সংকলিত-সংগ্ৰীহিত হৈছে যদিও সু-সম্পাদিত নহয়। নিৰ্দিষ্ট পৰিকল্পনা অবিহনে কেইটামান প্ৰবন্ধ সংগ্ৰহ কৰি এখন কিতাপ ছপালেই দায়িত্বৰ ওৰ পৰা বিধৰ সম্পাদকৰ পয়োভৰ দেখা যায়। অৱশ্যে বৰপেটা সাহিত্য সভা বা বৰপেটা জিলা সাহিত্য সভাই কিছু সাৰ্থক কাম নকৰাকৈ থকা নাই। তথাপি বৰপেটাৰ এটা সম্যক ৰূপৰ ছবি পাবলৈ আমি পূৰ্বৰ আঁচনিখনকে নতুন ৰূপত ৰূপদান কৰাৰ সংকল্প গ্ৰহণ কৰি এই সংকলন-সম্পাদনৰ কামত অগ্ৰসৰ হ'লো।

আমাৰ পৰিকল্পিত গ্ৰন্থখনত বৰপেটাৰ বিভিন্ন দিশ সামৰাৰ ধ্যেয় থাকিল, যেনে— ভৌগোলিক, ঐতিহাসিক, সামাজিক, শৈক্ষিক, ভাষা বিষয়ক, সাহিত্য বিষয়ক, ৰাজনীতি বিষয়ক, অৰ্থনৈতিক, সাংস্কৃতিক, ধৰ্ম বিষয়ক, উৎসৱ-ক্ৰীড়া বিষয়ক, খাদ্যাভাস, সাময়িকী ইত্যাদি। ইয়াৰ বাবে আঁচনি কৰি বিভিন্ন বিষয়বোৰ লেখকসকলক লিখিবলৈ দিয়াৰ পিছৰে পৰা আমাৰ যন্ত্ৰণা আৰম্ভ হ'ল। দহোকুৰি অনুৰোধ, দূৰভাষেৰে যোগাযোগ, নিজে গৈ লগ ধৰিও এনে ভাব হ'ল যে আঁচনিখন পৰিত্যাগ কৰাই ভাল। সময় আগবাঢ়িল, অনেকে দিম-দিম বুলিও পিছ হুঁহকি থাকিল, কিছুমানে দিম বুলি প্ৰতিশ্ৰুতি দিও পালন নকৰিলে যাৰ ফলত আমি নিজে সেই খালি ঠাই পূৰণ কৰিবলৈ বাধ্য হলোঁ, নহ'লে বিষয়বোৰ সামৰা নহয়। তথাপি এবছৰৰ প্ৰচেষ্টাত আমি কিছু সফল হ'লো— আমাৰ শ্ৰদ্ধেয় লেখকসকলে তেখেতসকলৰ অমূল্য সময় খৰচ কৰি যত্ন সহকাৰে আমাক বিচৰা বিষয়ৰ ওপৰত প্ৰবন্ধবোৰ দিলে। সেইবাবে তেখেতসকলৰ আন্তৰিক শলাগ ল'লো। আমাৰ আকাংক্ষা আংশিক পূৰণ হ'ল যদিও এখন পূৰ্ণাঙ্গ ঐতিহাসিক- ৰাজনৈতিক-সাংস্কৃতিক বৰপেটাৰ বুৰঞ্জী পাবলৈ হয়তো আৰু কিছুকাল অপেক্ষা কৰিব লাগিব। বৰপেটাৰ উৎসাহী নৱ-প্ৰজন্মই সেই আকাংক্ষা পূৰণ কৰিব বুলি আশা কৰিব পাৰি।

ইতিমধ্যে আমাৰ 'বৰপেটা সত্ৰৰ ইতিবৃত্ত' আৰু 'শ্ৰীশ্ৰীমথুৰাদাস বুঢ়া আতাৰ জীৱন সুৰভি' প্ৰকাশ হোৱা কাৰণে ধৰ্ম বিষয়ক বিষয়বোৰ পুনৰ সামৰি লোৱাৰ পৰা বিৰত থকা হ'ল যদিও গুৰু দুজনাৰ পুণ্য স্মৃতি সোঁৱৰাৰ অবিহনে যেন পূৰ্ণতা প্ৰাপ্তি নহয়। সেইকাৰণে দুয়োজন মহাপুৰুষ গুৰুৰ মাথো পুণ্য স্মৰণহে কৰা হ'ল— 'মহাপুৰুষৰ মিলন ভূমি বৰপেটা'ত। ডাকে গৰকা বৰপেটা, বৰপেটাৰ স্থপতিবিদ মথুৰাদাসক নুসোঁৱৰিলে জানো হয়? সেয়ে বৰপেটা সত্ৰৰ লগত জড়িত গায়ন-বায়ন, ঘোষা-কীৰ্তন, নাওখেল, দেউলক সাংস্কৃতিক-ক্ৰীড়া-উৎসৱৰ অন্তৰ্গত সামৰা হৈছে। বৰপেটাত স্বাধীনতা আন্দোলনৰ যি বা বলিছিল সিয়ে বৰপেটাৰ দাঁতি-কাষৰীয়া অঞ্চলবোৰকো জোকাৰি গৈছিল, সেই খতিয়ান উত্তৰ পুৰুষে জনা প্ৰয়োজন। বৰপেটাৰ সামাজিক জীৱনৰ অনুপম বৈচিত্ৰ্য, ইয়াৰ অৰ্থনীতি আৰু শিক্ষাৰ প্ৰসাৰৰ ৰূপৰেখা নাজানিলে বৰপেটাৰ পৰিচয় অসম্পূৰ্ণ হৈ ৰয়। বৰপেটাৰ নাম-উপনাম ইয়াৰ একচেটীয়া সম্পদ, লগতে বৰপেটাৰ

উপ-ভাষাৰ পৰিচয় জনাও দৰকাৰ। বৰপেটাৰ সাংস্কৃতিক জগতখনৰ বিশেষকৈ ভ্ৰাম্যমাণ থিয়েটাৰৰ দ্বাৰা অসম কপোঁৱা পাঠশালাৰ অৱদান অস্বীকাৰ কৰিব নোৱাৰি। বৰপেটাৰ গাতে লাগি থকা হাউলী আৰু বৰনগৰ-সৰভোগৰ ঐতিহাসিক-সামাজিক পৰিচয় ল'বলৈও আমি চেষ্টা কৰিছো। বৰপেটাৰ ভোগালী দিনৰ খতিয়ান, কাৰৈ মাছ আৰু কঠৈইলা এঠা দৈৰ জুতিও এই সংকলনে দিব পাৰিব বুলি বিশ্বাস। ঊনবিংশ শতিকাৰ বৰপেটা আৰু সেই শতিকাৰ শেষাৰ্দ্ধত জন্মা বৰপেটাৰ তিনি গৰাকী সাহিত্যৰ গৌৰৱ পুৰুষৰ অন্তৰঙ্গ সূত্ৰ জানিবলৈ প্ৰথমবাৰ প্ৰয়াস কৰা হৈছে। বৰপেটাৰ শিল্প-কৰ্মৰ এক খতিয়ানো দিয়া হৈছে। শেষত বৰপেটাৰ বৰ্তমানক আমি কিদৰে অধিক ফলপ্ৰসূ কৰি ইয়াৰ উজ্জ্বল ভৱিষ্যৎ গঢ়িব পাৰো তাৰ বিষয়েও যৎকিঞ্চিত আলোচনা কৰা হৈছে। আমাৰ বিশ্বাস এই গ্ৰন্থখনে বৰপেটাৰ এখন সমগ্ৰ ছবি আংশিকভাৱে হ'লেও দাঙি ধৰিবলৈ সমৰ্থ হ'ব। যোৱা শতিকাৰ প্ৰথম দশকৰ এক বাস্তৱ ছবি 'ডেপুটীৰ জীৱনে' সামৰিছে। তথাপি ই অপূৰ্ণ, ভৱিষ্যতে এখন পূৰ্ণাঙ্গ বৰপেটাৰ ৰূপছবি পাবলৈ আমি বাট চাই ৰ'লো।

দুঃসাহস কৰি এনে এখন গ্ৰন্থ যুগুতোৱা সম্ভৱ হ'লেও প্ৰকাশ কৰা অতি কঠিন। এনেবোৰ গ্ৰন্থত ব্যৱসায়িক লাভ নহয়। সেয়ে আঁচনিতকৈ গ্ৰন্থৰ কলেৱৰ বৃদ্ধি হোৱাত প্ৰকাশৰ সমস্যাই আমাক জুমুৰি দি ধৰিছিল। আমাক এই চিন্তাৰ পৰা সকাহ দি ৰেখা প্ৰকাশনৰ উদ্যোগী প্ৰকাশক শ্ৰীদেবেন কলিতাই প্ৰকাশৰ দায়িত্ব গ্ৰহণ কৰি আমাৰ শলাগ আৰু কৃতজ্ঞতাৰ পাত্ৰ হৈছে। তেওঁৰ প্ৰকাশনৰ উত্তৰোত্তৰ উন্নতি কামনা কৰিলো।

এই গ্ৰন্থখন সম্পাদনাৰ ক্ষেত্ৰত বিভিন্ন প্ৰকাৰে সহায়-সহযোগ আগবঢ়োৱা কাৰণে অনুজপ্ৰতিম শ্ৰীপ্ৰিয়ৰঞ্জন দাসৰ শলাগ ল'লো। প্ৰয়াত নন্দ তালুকদাৰৰ প্ৰবন্ধটো পুনৰ মুদ্ৰণৰ অনুমতি দিয়া কাৰণে তেখেতৰ সহধৰ্মিণী শ্ৰীমতী ইন্দিৰা তালুকদাৰৰ প্ৰতি কৃতজ্ঞতা জনালো। গ্ৰন্থখনৰ বৰ্ণসংস্থাপন কৰা শ্ৰীৰীমা ভট্টাচাৰ্যলৈ আন্তৰিক শুভেচ্ছা থাকিল। ছপাৰ ক্ষেত্ৰত বিভিন্ন সহায়-সহযোগ আগবঢ়োৱাৰ কাৰণে আঙ্গিক প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীদিবাকৰ হাজৰিকাৰ উপৰি শ্ৰীবিকাশজ্যোতি বৰুৱাৰ শলাগ ল'লোঁ। পৰিশেষত গ্ৰন্থখনে যদি বৰপেটাৰ সমৃদ্ধ ঐতিহ্যৰ চিনাকি বিন্দুতে সিন্ধুৰ দৰে দিব পাৰে তেনেহ'লে আমি আমাৰ পৰিশ্ৰম সাৰ্থক হোৱা বুলি মানিম।

সকলো দোষ-ত্ৰুটিৰ কাৰণে মাৰ্জনা বিচাৰি—

**৫৮, গুৱাহাটী বিশ্ববিদ্যালয় টোল**
**গুৱাহাটী-৭৮১০১৪**

***ভকতৰ চৰণধূলি***
**ভূপেন্দ্ৰ ৰায়চৌধুৰী**



# বিষয়-ক্ৰম

# বৰপেটা জিলা ঃ এক ভৌগোলিক পৰিচয়

ভূপেন্দ্ৰ ৰায়চৌধুৰী

ঐতিহ্যমণ্ডিত বৰপেটাৰ এক গৌৰৱময় ইতিহাস আছে। কোচ ৰাজ্যৰ অন্তৰ্গত বৰপেটা মহাপুৰুষ শঙ্কৰদেৱ-মাধৱদেৱৰ পদৰেণুৰে মহিমামণ্ডিত হৈ জিলিকি উঠিছিল। ইয়াৰ পূৰ্বে বৰ্মন বংশ, শালস্তম্ভ বংশ, পাল বংশ, কমতা বংশৰ অন্তৰ্গত বৰপেটা ইতিহাস প্ৰসিদ্ধ হৈ উঠা নাছিল। ইংৰাজ শাসনৰ পূৰ্বে বৰপেটা অঞ্চল কোচ বা আহোম শাসনৰ অন্তৰ্গত আছিল। অসমত হৈ থকা মোগল সেনাৰ উপৰ্যুপৰি আক্ৰমণবোৰৰ কাৰণে কামৰূপ ৰাজ্যই নানান সংঘাতৰ মাজেৰে সময় পাৰ কৰিবলগীয়া হৈছিল। সেয়ে ইয়াৰ শাসন-ব্যৱস্থা একেটি ৰাজবংশৰ অন্তৰ্গত নাছিল।

সম্ৰাট জাহাঙ্গীৰে কামৰূপ নিজৰ অধীনলৈ নিয়াৰ পিছত শ্বেখ ইব্ৰাহীম কড়োৰী নামৰ এজন আমিন পঠিয়াই মাটি বন্দোৱস্তীৰ কাম কৰায়। ড° সূৰ্যকুমাৰ ভূঞা সম্পাদিত 'কামৰূপৰ বুৰঞ্জী'ৰ ষষ্ঠ অধ্যায়ত আছে — 'ৰাজাৰ কালত গাঁও মাত্ৰ আছিল, পৰগনা নাই। শ্বেখ ইব্ৰাহীমে পৰগনা বন্দী কৰিলেক। প্ৰথমে বিলায়ত কোচ হাজো লিখিলেক। তাৰ তলে চৰকাৰ কামৰূপ, চৰকাৰ ঢেকেৰি, চৰকাৰ দক্ষিণকূল, চৰকাৰ বাঙ্গালভূম এহি চাৰি চৰকাৰ।'

'কামৰূপ চৰকাৰৰ পৰগনা। — আৰে চৰকাৰ কামৰূপৰ তলে. — পৰগনে কৌঁৰৰভাগ, পৰগনে পাতিদৰং, পৰগনে বনভাগ, পৰগনে বামা বনভাগৰে একেলগী, পৰগনে বৰদৰং, পৰগনে বাঁহবাৰী, পৰগনে সাতৰজীয়া, পৰগনে চৌৰাহীখাতা, পৰগনে কাচিমপুৰ, পৰগনে বৰভাগ, পৰগনে দেহোৰ, পৰগনে ক্ষেত্ৰীভাগ, পৰগনে বজালী, পৰগনে বাহেৰখাতা, বজালী সহিতে একেলগী, পৰগনে বাউসী, পৰগনে বৰনগৰ, পৰগনে পাটকটা বৰনগৰৰ সৈতে একেলগী, পৰগনে বৰপেটা, পৰগনা বেজিনী, পৰগনা ফুলগুৰি বেজিনী সহিতে একেলগী, পৰগনে বাস্কা, পৰগনে দিগজল।' (পৃঃ ৩১)

এই তালিকাৰ পৰা দেখা যায় যে সেই সময়ত কামৰূপ পৰগনাৰ অন্তৰ্গত ভূমিখণ্ড

বিস্তৃত আছিল। ইয়ে এতিয়াৰ কেবাখনো জিলাৰ ভূমিখণ্ডক সামৰিছিল।

ড° ভূঞাই 'কামৰূপৰ বুৰঞ্জী'ৰ পাতনিত চামতাৰ সৰ্বনাথ বৰুৱাই যুগুতোৱা 'কামৰূপ পুৰাবৃত্ত'ৰ বিষয়ে উচ্চ প্ৰশংসা কৰিছে। এইখন পুথিৰ পৰা কিছু তথ্যও পৰিশিষ্টত সন্নিবিষ্ট কৰিছে। প্ৰথমতে মোগলে একোটা এলেকা 'তপা' নাম দি ইয়াৰ শাসন একোজন গোমস্তাক কৰিবলৈ দিছিল। এনে কেবাটাও 'তপা'ৰ সমষ্টিয়েই হ'ল 'পৰগনা'। শাসনৰ সুবিধাৰ অৰ্থে এই পৰগনাবোৰ 'তালুক', 'লাট' আৰু 'গাঁও'ত ভাগ কৰা হৈছিল। পৰগনা শাসন কৰিছিল বৰবৰুৱা বা চৌধুৰীয়ে। 'তালুক'ৰ শাসন তালুকদাৰে কৰিছিল। এইসকলক সহায় কৰিছিল ঠাকুৰীয়া, পাটোৱাৰী, কাকতী, গাঁও বাৰিকা আদিয়ে। এইসকলে ৰাজহ সংগ্ৰহ কৰি হিচাপ-পত্ৰ ৰাখিছিল। মাটিৰ জৰীপ, খাজনা নিৰ্দ্ধাৰণ আৰু ৰাজহ সংগ্ৰহৰ কাম আমিন, কাননগোই কৰিছিল। পৰগনাৰ ওজৰ-আপত্তিৰ নিষ্পত্তি কৰা বিচাৰকজনক কোৱা হৈছিল 'শিকদাৰ'। গাঁৱৰ পাটোৱাৰীয়ে আজিকালিৰ মাটিৰ জমাবন্দীৰ নিচিনাকৈ মাটিৰ বিৱৰণ সংৰক্ষণ কৰিছিল। পৰগনাবোৰক এসময়ত 'দুৱাৰ' বুলিও কোৱা হৈছিল। খাঁ চৌধুৰী আমানতউল্লাৰ 'কোচবিহাৰেৰ ইতিহাস'ৰ প্ৰথম খণ্ডত 'দুৱাৰ' সম্বন্ধে আছে— 'দুয়াৰ নামক স্থানগুলি বাঙ্গালাৰ পৰগণাগুলিৰ অনুৰূপ এবং প্ৰত্যেক দুয়াৰ কতকগুলি কৰিয়া তালুকে বিভক্ত ছিল।' (পৃঃ ৩৫১) 'কামৰূপৰ বুৰঞ্জী'ৰ পৰিশিষ্টত 'কামৰূপৰ দুৱাৰ পৰগনা'ৰ শাসনভাৰ থকা বিষয়াসকলৰ এখন তালিকা আছে। এই তালিকা অনুসৰি বৰপেটাৰ শাসনৰ দায়িত্বত আছিল তৰুৱা দিহিঙ্গীয়া ৰাজখোৱা।

আহোম ৰাজশাসনৰ শেষচোৱাত মানৰ আক্ৰমণে অসমক জুৰুলা কৰিছিল। ১৮১৭ খৃঃত স্বৰ্গদেৱ চন্দ্ৰকান্তসিংহৰ দিনত মানৰ প্ৰথম আক্ৰমণ হয়; স্বৰ্গদেৱ পুৰন্দৰসিংহৰ সময়ত ১৮১৯ খৃঃত মানৰ দ্বিতীয় আক্ৰমণ আৰু ১৮২১ খৃঃত মিহিমাঙ্গা তিলোৱাৰ নেতৃত্বত অহা মান সেনাৰ অত্যাচাৰে অসমৰ ৰাজহাড় ভাঙি পেলালে। অৱশেষত বাধ্য হৈ আহোম স্বৰ্গদেৱ পুৰন্দৰ সিংহই মান সেনা খেদাবলৈ ইষ্ট ইণ্ডিয়া কোম্পনীৰ লগত ১৮২৬ খৃঃৰ ২৪ ফেব্ৰুৱাৰীত 'ইয়াণ্ডাবু সন্ধি' কৰিবলগীয়াত পৰিল। ফলত অসম বৃটিছ চৰকাৰৰ শাসনৰ আওতাত সোমাল। ১৮৪১ খৃষ্টাব্দত বৃটিছ শাসনে বৰপেটাক সদৰ মহকুমাৰ মৰ্যাদা দিয়ে। বৰপেটা সদৰৰ প্ৰথম শাসকীয় প্ৰশাসক আছিল জন বাটলাৰ। প্ৰথমতে ই কামৰূপ জিলাৰ অন্তৰ্গত আছিল। ১৯৮৩ খৃঃৰ জুলাই মাহত বৰপেটা মহকুমাই জিলাৰ মৰ্যাদা লাভ কৰে। তদনুসৰি বৰপেটা জিলাৰ দুটা মহকুমা হয়— বৰপেটা আৰু বজালী। উত্তৰ অক্ষাংশৰ ২৬'৫''ৰ পৰা ২৬'৪৯'' লৈ আৰু পূব দ্ৰাঘিমাংশৰ ৯০'৩৯''ৰ পৰা ৯১'১৭'' লৈ সামৰা ভূমিখণ্ডই হ'ল বৰপেটা অঞ্চল অৰ্থাৎ বৰপেটা জিলা। অসমৰ নামনি ভাগত অৱস্থিত বৰপেটা জিলাৰ উত্তৰে ভূটান পাহাৰ, দক্ষিণে কামৰূপ

আৰু গোৱালপাৰা জিলা, পূবে নলবাৰী জিলা আৰু পশ্চিমে বঙাইগাঁও জিলা। ইয়াৰ মাটিভাগ দ আৰু সমতল। বৰপেটা জিলাত তিনিখন সৰু-সৰু পাহাৰ আছে— বাঘবৰ, ফুলৰা আৰু চতলা। বৰপেটা জিলাৰ মাটিকালি ৩,২৪৫ বৰ্গ কিলোমিটাৰ। উত্তৰৰ পৰা দক্ষিণলৈ ইয়াৰ মাটি সমতল আৰু এঢলীয়া। উত্তৰ অংশৰ কিছু মাটি শিল-বালিময়। সমতল ভূমি পলসুৱা— বালি আৰু বোকাৰে মিশ্ৰিত। প্ৰতি বছৰে অহা বানপানীয়ে এই জিলাৰ মাটিক পলসুৱা কৰিছে। ১৮৯৭ চনৰ ১২ জুনত অহা প্ৰলয়কাৰী ভূঁইকঁপৰ কাৰণে বৰপেটা জিলাৰ বহু ঠাইৰ মাটি ৬/৭ ফুটৰ পৰা ১২/১৪ ফুট মানলৈ বহি যায়। নৈসমূহৰ তলি ওপৰলৈ উঠি অহাত বানপানীৰ প্ৰকোপ বাঢ়িবলৈ ধৰে।

বৰপেটাৰ জলবায়ু মধ্যমীয়া আৰু আনন্দদায়ক। মাৰ্চ মাহৰ পৰা জুলাই মাহ পৰ্যন্ত গৰম পৰে যদিও মৌচুমী বতৰে উৎকট তাপ প্ৰশমিত কৰি ৰাখে। অক্টোবৰ মাহৰ পৰা ফেব্ৰুৱাৰীৰ ভিতৰত জাৰ পৰে। জাৰকালি চেচাঁ আৰু কুৱঁলীৰে ঢকা হয়। বায়ুত আৰ্দ্ৰতাৰ পৰিমাণ সৰহ হোৱা দেখা যায়।

পূবৰ পৰা পছিমলৈ বোৱা ব্ৰহ্মপুত্ৰ নদে বৰপেটা জিলাৰ দক্ষিণ অংশ চুই গৈছে। ব্ৰহ্মপুত্ৰৰ উপনৈবোৰে বৰপেটা জিলাক অধিক জীপাল কৰি তুলিছে। এই নৈবোৰ হ'ল— বেকী, মানাহ, পহুমাৰা, কালদিয়া, পল্লা, ভেলেঙী, নখান্দা আৰু মৰাচাউলখোৱা। এই নদীবোৰ উত্তৰৰ পৰা দক্ষিণলৈ বয়। পহুমাৰা আৰু কালদিয়া নৈ লগ লাগি বৰপেটা নগৰৰ পূবৰ পৰা পছিমলৈ নতুন অঞ্চল খান্দি বৈ যোৱা কাৰণে এই নদীক নখান্দা বোলা হয়। সম্ভৱতঃ সোতৰ শতিকাত এই নদীৰ উৎপত্তি হৈছিল। বেকী আৰু পল্লা নদীৰ পানী চাউলখোৱাৰ লগত মিলিত হৈছিল। পোন্ধৰ-ষোল শতিকাত চাউলখোৱা অতি গভীৰ আৰু বহল নৈ আছিল। ইয়াকে বুঢ়ীলুইত বা বুঢ়ী লৌহিত্য বুলি কোৱা হৈছিল। বুঢ়ালুইতৰ (ব্ৰহ্মপুত্ৰ) লগত হাজো সোঁতাৰে সংলগ্নিত হৈ থকা কাৰণে ইয়াক বুঢ়ীলুইত বুলি কোৱা হৈছিল। এই জলপথেৰে বৰপেটাৰ পৰা বাহিৰলৈ যাব পৰা হৈছিল। ভবানীপুৰৰ গোপাল আতাই পল্লা (পোৰোলা) নৈৰে আহি বুঢ়ীলুইতত উঠিছিল। সম্ভৱতঃ ওঠৰ শতিকাৰ মাজভাগৰ পৰা 'বুঢ়ীলুইত'ৰ নাম 'চাউলখোৱা' হয়। কুৰি শতিকাৰ আগভাগৰ পৰা চাউলখোৱা নৈ মৰি যোৱাত পহুমাৰা, কালদিয়া, পল্লা আদি নৈৰ পানী নখান্দাৰে বৰলৈ ধৰে।

## বৰপেটা জিলাৰ কিছু তথ্য

বৰপেটা জিলা গঠন হোৱাৰ পিছত ইয়াৰ বিভিন্ন সংস্কাৰ সাধন কৰি প্ৰশাসনিক আৰু আনুসঙ্গিক সেৱা কাৰ্যৰ প্ৰসাৰণ ঘটোৱা হয়। প্ৰশাসনিক দৃষ্টিৰে জিলাখনত এজন উপায়ুক্ত আৰু এজন আৰক্ষী অধীক্ষক আছে।

### বিধানসভাৰ সমষ্টি ঃ

বৰপেটা জিলাৰ বিধান সভাৰ সমষ্টিসমূহ হ'ল— বৰপেটা, বাঘবৰ, ভৱানীপুৰ, চেঙা, জনিয়া, পাটাচাৰকুছি, সৰভোগ আৰু সৰুক্ষেত্ৰী।

### লোকসভাৰ সমষ্টি ঃ

লোকসভাৰ সমষ্টি দুটা হেছে— বৰপেটা আৰু কোকৰাজাৰ।

### ৰাজহ -চক্ৰ ঃ

| মহকুমা | ৰাজহ-চক্ৰ | গাঁৱৰ সংখ্যা | মুখ্য কাৰ্যালয় |
|---|---|---|---|
| বৰপেটা | বৰপেটা | ১৭৬ | বৰপেটা |
| | বাঘবৰ | ১৮২ | মন্দিয়া |
| | সৰ্থেবাৰী | ১২৯ | সৰ্থেবাৰী |
| | বৰনগৰ | ১৯৮ | সৰভোগ |
| | কলগাচিয়া | ১০০ | কলগাচিয়া |
| | চেঙা | ৭২ | চেঙা |
| বজালী | বজালী | ৭২ | পাটাছাৰকুছি |
| | সৰুপেটা | ১৩৫ | সৰুপেটা |
| | জালাহ | ৯৪ | জালাহ |

### মৌজা ঃ

**বৰপেটা** মহকুমাৰ অন্তৰ্গত— বৰপেটা, বেতবাৰী, নগাঁও, চেঙা, ঘিলাজাৰী, জনিয়া, মন্দিয়া, বগুৰীবাৰী, গোৱৰ্দ্ধনা, খৰিজা বিজনী, ডমকা চকা বাউসী, হাউলী, ভিতাপানী, ৰূপসী, বাঘবৰ, সৰুক্ষেত্ৰী আৰু পাকা।

**বজালী** মহকুমাৰ অন্তৰ্গত — পুব বজালী, সৰিহ, উত্তৰ বজালী, চাপাগুৰি, কক্‌লাবাৰী, মাণিকপুৰ, হস্তিনাপুৰ আৰু বিজনী।

### গ্ৰামোন্নয়ণ খণ্ড ঃ

| মহকুমা | গ্ৰামোন্নয়ণ খণ্ডৰ নাম | মুখ্য কাৰ্যালয় |
|---|---|---|
| | বৰপেটা | কেওটকুছি |
| বৰপেটা | চেঙা | চেঙা |
| | গুমা যু্‌লবাৰী | বৰ বাৰাদি |
| | সৰুক্ষেত্ৰী | লাছিমা |
| | পাকা বেতবাৰী | কয়াকুছি |
| | গোৱৰ্দ্ধনা | বৰপেটা ৰোড |

| | | |
|---|---|---|
| | ৰূপসী | কলগাচিয়া |
| | চকচকা | সৰভোগ |
| | ভৱানীপুৰ | হাউলী |
| | মন্দিয়া | মন্দিয়া |
| বজালী | বজালী | পাঠশালা (চৌখুটী) |
| | জালাহ | জালাহ |

**জনজাতি এলেকা বা খণ্ড ঃ**

| জনজাতি খণ্ড | ৰাজহ-চক্ৰ | মাটিকালি (বিঘাত) | গাঁৱৰ সংখ্যা |
|---|---|---|---|
| চাপগুৰি এলেকা | সৰুপেটা/জালাহ | ১,৬৩,৫৭৩ | ৮৫ |
| গোৱৰ্দ্ধনা খণ্ড | বৰনগৰ | ৩৮,৩৪৮ | ২৪ |
| খৰিজা বিজনী খণ্ড | বৰনগৰ | ৩৪,৯৩২ | ১৬ |
| বাজেগাঁও খণ্ড | বৰনগৰ | ৬,৫২৬ | ০৪ |

**আৰক্ষী থানা ঃ**

| মহকুমা | আৰক্ষী থানাৰ নাম |
|---|---|
| বৰপেটা | বৰপেটা |
| | সৰ্থেবাৰী |
| | বৰপেটা ৰোড |
| | সৰভোগ |
| | তাৰাবাৰী |
| | বাঘবৰ |
| বজালী | পাটাছাৰকুছি |

**পৌৰসভা আৰু নগৰ সমিতি ঃ**

| নাম | সদৰৰ পৰা দূৰত্ব (কিঃমিঃ) |
|---|---|
| বৰপেটা পৌৰসভা | ০ |
| বৰপেটা ৰোড | ২১ |
| হাউলী নগৰ সমিতি | ১২ |
| সৰ্থেবাৰী নগৰ সমিতি | ২৭ |
| বহৰী গাণনিক নগৰ | ২৩ |
| সৰভোগ নগৰ সমিতি | ৩৪ |
| পাঠশালা নগৰ সমিতি | ৩৮ |

| | |
|---|---|
| সৰুপেটা ৰাজহ নগৰ | ৩০ |

**জনসংখ্যা আৰু সাক্ষৰতা (২০০১ ৰ গণনা অনুসৰি) ঃ**

| প্ৰকৃতি | সংখ্যা |
|---|---|
| মুঠ জনসংখ্যা | ১৬,৪২,৪২০ |
| মুঠ পুৰুষ | ৮,৪৬,১০৬ |
| মুঠ মহিলা | ৭,৯৬,৩১৪ |
| লিংগ অনুপাত | ১০০০ : ৯৪১ |
| জনসংখ্যাৰ ঘনত্ব | ৫০৬ |
| মুঠ শিক্ষিতৰ সংখ্যা | ৭,৬৯,২২৫ |
| শিক্ষিত (পুৰুষ) | ৪,৫৬,৮৭০ |
| শিক্ষিতা (মহিলা) | ৩,১২,৩৫৫ |
| শিক্ষিতৰ হাৰ (পুৰুষ) | ৬৫.৯৫% |
| শিক্ষিতাৰ হাৰ (মহিলা) | ৫৭.৩৫%* |

* পৰিসংখ্যাসমূহ নেডফিৰ ডাটা বেঙ্কৰ পৰা লোৱা হৈছে। এইক্ষেত্ৰত প্ৰিয়ৰঞ্জন দাসৰ সহায়ৰ বাবে শলাগ ল'লোঁ।



# ডাকে গৰকা মাটি

দয়াময় শইকীয়া

অসমীয়া সমাজ জীৱনত ডাক পুৰুষৰ প্ৰভাৱ অপৰিসীম। অসমীয়া সমাজ জীৱনৰ এনে কোনো ক্ষেত্ৰ নাই য'ত ডাক পুৰুষৰ বচন প্ৰযোজ্য নহয়। জন্ম প্ৰকৰণৰ পৰা আৰম্ভ কৰি নীতি প্ৰকৰণ, ভোজন প্ৰকৰণ, ন্যায় প্ৰকৰণ, সুপুৰুষ লক্ষণ, সুগৃহিনী লক্ষণ, কৃষি কাৰ্য, যেনে— হালবোৱা, গুটি সিঁচা, বৃক্ষৰোপণ, ৰোগৰ ঔষধৰ সেৱন বিধি, পথ্য, কোষ্ঠীফল, যাত্ৰা কাৰ্য আদি বহুতো দিশত ডাক পুৰুষৰ উপদেশ সাৰুৱা আৰু ফলপ্ৰসূ। অসমৰ গ্ৰাম্য জীৱনত এইবোৰ নীতিবচন বহুলাংশে মানি চলা হয়। চহৰীয়া লোকৰ মাজতো, যিসকলে গাঁৱৰ লগত আত্মিক সম্পৰ্ক ৰাখি চলে, ডাকৰ বচনৰ উপদেশ মানি চলিবলৈ যত্ন কৰে। গাঁৱৰ বুঢ়ামেথাৰ মনত ডাকৰ বচন বেদৰ বাণীৰ দৰে। ডাকপুৰুষে দি যোৱা উপদেশসমূহ তেওঁলোকে মানি চলিবলৈ যত্ন কৰে আৰু আনকো মানি চলিবলৈ দিহা-পৰামৰ্শ দিয়ে। বৰ্তমান অৱশ্যে আধুনিক শিক্ষাৰে শিক্ষিতলোকৰ মাজত তেনে নীতি-বচন মানি চলাৰ প্ৰৱণতা নাই বুলিলেও হয়। ইয়াৰ কাৰণে তেওঁলোকৰ মানসিকতা নাই বুলি দোষ দিলেই নহ'ব। ডাকৰ বচন আদিৰ দৰে প্ৰচলিত নিয়ম-নীতিৰ বৈজ্ঞানিক বা বিজ্ঞানসন্মত বিশ্লেষণ নোহোৱাটোও সম্ভৱ এটা কাৰণ হব পাৰে।

ডাক পুৰুষৰ জন্ম পুৰণি কামৰূপ জিলাৰ বৰপেটাৰ ওচৰৰ লেহিদঙৰা নামৰ গাঁওখনত হৈছিল বুলি উল্লেখ কৰা হয়। ডাকৰ জন্মৰ সময়ক লৈ আৰু দৰাচলতে ডাক আছিল নে নাই সেই কথাত পণ্ডিত-গৱেষকসকলৰ ভিন্নমত থাকিলেও ডাকপুৰুষৰ লগত লেহিদঙৰাৰ নামটো সাঙোৰ খাই থকা কথা সৰ্বজনবিদিত। 'লেহিদঙৰা ডাকৰ গাঁও, সাতশ সাতোটা পুখুৰীৰ নাও'। এই লেহিদঙৰা যিখন বৰপেটাৰ দক্ষিণ-পশ্চিমে মনদিয়া মৌজাৰ অন্তৰ্গত গাঁও, নিশ্চয় এখন উন্নত গাঁও হিচাপে স্বীকৃত হৈছিল কিয়নো 'লেহিৰ তিৰীয়ে পঞ্চৰাগ বুজে, লেহিৰ দমৰাই বিনা শিঙে যুঁজে' বুলি প্ৰচলিত কথাষাৰিয়ে লেহিদঙৰাৰ ঐতিহ্যৰ আভাস দাঙি ধৰে। ব্ৰহ্মপুত্ৰ নদীৰ বুকুত চিৰকাললৈ জাহ যোৱা এই গাঁৱৰ প্ৰকৃত ছবি পোৱা নাযায় যদিও এসময়ত বৰপেটাত উপপ্ৰতি সমাহৰ্তা হিচাপে চৰকাৰী দায়িত্বত

থকা কালত উক্ত লেহিদঙৰাৰ এটা অংশ প্ৰত্যক্ষ কৰা বুলি শ্ৰদ্ধেয় শ্ৰীযুত নৱদ্বীপৰঞ্জন পাটগিৰিয়ে বন্ধুবৰ ড° ভূপেন্দ্ৰ ৰায়চৌধুৰীৰ লগত হোৱা আলোচনা কালত প্ৰকাশ কৰিছে। এই লেহিদঙৰা গাঁৱলৈ ধৰ্ম প্ৰচাৰৰ কাৰণে বৰপেটা সত্ৰৰ প্ৰথম সত্ৰীয়া মথুৰাদাস বুঢ়াআতাই যোৱা বুলি চৰিত পুথিত উল্লেখ আছে।

ডাক পুৰুষৰ জন্মৰহস্য চমকপ্ৰদ। বৰাহপুত্ৰ মিহিৰমুনি হেনো তীৰ্থভ্ৰমণ কৰিবলৈ আহি কামৰূপৰ শক্তিপীঠ কামাখ্যা দৰ্শন কৰি লেহিদঙৰাৰ কুমাৰ এঘৰত উপস্থিত হয়। বুঢ়ীৰ পুতেকহঁত সেই সময়ত ঘৰত নাছিল কাৰণে অতিথিক ৰাখিবলৈ সংকোচবোধ কৰিছিল-

শাহু বোলে অতিথি বোপা।
টং ৰাখিবা গেইছে সাতোটি আপা।।
ঘৰত নাই মুনিহ লোক।
কেনকে বাপা সুধিম তোক।।

অতিথিয়ে তেতিয়া 'গধূলিৰ অতিথি সাক্ষাৎ ঈশ্বৰ অতিথি নুসুধিলি কিহৰ ঘৰ' বুলি কোৱাত বুঢ়ীয়ে অতিথিক ৰাখিবলৈ মনস্থ কৰি সৰু বোৱাৰীয়েককে অতিথিৰ শুশ্ৰূষাৰ ভাৰ দি তাইক কৈছিল ঃ

শাহু বোলে সৰুজনী আই।
তোৰ লগত একো ছা-ছলি নাই।।
ঘৰৰ কাম পাচে কৰ।
অতিথি বাপাৰ আল ধৰ।।
বেটাৰ কপালে নাহিকে পো।
অতিথি পূজি চলি কোলাত লো।

নিশাৰ অতিথি সাক্ষাৎ দামোদৰ ভাবি সৰু বোৱাৰীয়েকে (যিজনী নিঃসন্তান আছিল) অতিথিক সেৱা-শুশ্ৰূষা কৰি নিজৰ দুৰ্ভাগ্যৰ কথা আলহীৰ আগত ব্যক্ত কৰিছিল ঃ

শাহুৰ কথাত পাইলেক ভাল।
অতিথি বপুৰাক ধৰিলা আল।।
পাচে দুখ কৰি বোলয় বচন।
অপুত্ৰনী নাৰীৰ জীৱন নিস্ফল।।

মিহিৰমুনি আতিথ্যত সন্তুষ্ট হৈ তাইৰ দুখ মোচন কৰিবলৈ কাৰ্পণ্য নকৰিলে। পিছদিনাখন বিদায় লবৰ পৰত সৰু বোৱাৰীয়েকক আশীৰ্বাদ কৰি ক'লে যে তেওঁৰ কৃপাত তাইৰ এটি সুপুত্ৰ লাভ হ'ব। এনেকৈ বৰাহমিহিৰৰ পুত্ৰৰূপে ডাকপুৰুষৰ জন্ম হৈছিল।

ডাকে হেনো মাকৰ গৰ্ভৰ পৰা বাহিৰ হৈ মাকক মাতিছিল, ঘৰটো এন্ধাৰ দেখি জুই

ধৰাৰ ব্যৱস্থা কৰিব দিছিল। কিদৰে নাভি কাটিব, প্ৰসূতিৰ কাষত থব লগা বস্তু, প্ৰসূতিৰ পথ্য আদিৰ বিষয়ে বুজাই দিছিল। এই অদ্ভুত কাণ্ডত অপায়-অমঙ্গলৰ কথা ভাবি শিশুটিক খেৰণিত থৈ আহিছিল। তিনিদিনৰ মূৰত কুমাৰণীৰ পুতেকহঁতে খেৰণিত খেৰ কাটিব গৈ খেৰৰ গইনা (মুঠি) বান্ধিব নোৱাৰাত সমস্যাত পৰিছিল। সেই বালকজনে তেতিয়া খেৰণিৰ মাজৰ পৰা উপদেশ দি 'খেৰ কাটা তিনি মুঠি, তেহে দেখিবা গায়ন গুটি' বুলি কৈছিল।' তেতিয়া সিহঁতে সেই শিশুটিক ঘৰলৈ লৈ আহিছিল।

বৰাহমিহিৰ দ্বিতীয়বাৰ কামাখ্যা দৰ্শনৰ বাবে আহি ডাকৰ জন্মহোৱা শুনি তাক নিজৰ লগত লৈ যোৱাৰ কথা ভাবিছিল। তেওঁ সেই প্ৰতিভাধৰ বালকৰ পৰিচয় লোৱাত ডাকে নিজকে মিহিৰৰ পুত্ৰ বুলি পৰিচয় দি প্ৰশ্নৰ অৱতাৰণা কৰিছে ঃ

ডাকে বোলে পিতা স্বৰূপ বুজা।
মই গুচৰীয়া তুমি হোৱা ৰজা।।
ৰুলো মোৰ মাটিত।
বগালে তাৰ তাঁতিত।।
মাটিৰ গিৰিয়ে পায় নে তাঁতিৰ গিৰি পায়।।

কথাৰে ডাকক হৰুৱাব নোৱাৰি পিতৃয়ে ডাকক মাকৰ লগতে থাকিবলৈ দি নিজে গন্তব্যস্থানলৈ গুচি গৈছিল।

বিস্ময় বালক ডাকে শৈশৱ কালতে লগসমনীয়া আৰু গাঁৱৰ অইন মানুহক নানা সাৰুৱা উপদেশ দি গৈছে। ডাক অল্পায়ু আছিল; কম বয়সতে মোলান তুলিবলৈ পুখুৰীত বুৰ মাৰিবলৈ গৈ মৃত্যুমুখত পৰা ডাকে জন্ম, মৃত্যু আৰু বিবাহ যে কাৰো ইচ্ছাৰ অধীন নহয়— তাক স্পষ্টকৈ কৈ গৈছিল।

চৰণে জানে মৰণৰ ঠাই।
নাৱ ভৰা দি ডাক মৰিব যায়।।

অৱশ্যে ডাকক ষড়যন্ত্ৰ কৰি মাৰি পেলোৱা বুলিও উল্লেখ আছে।

অসমখন অতীজৰে পৰা কৃষি প্ৰধান ৰাজ্য আছিল। অসমৰ গাঁৱৰ অৰ্থনীতি প্ৰধানকৈ কৃষি নিৰ্ভৰ হোৱা হেতুকে গাঁৱৰ ৰাইজক কৃষিকৰ্মত মনোনিবেশ কৰিবলৈ উপদেশ দি গৈছেঃ

ডাকে বোলে বাপু শুনা উপায়।
বাণিজ্যৰ ফল কিৰিষিতে পায়।।
যি নৰে সদা কিৰিষি কৰে।
বেহাৰ ফল পাইবা ঘৰে।।
সোণা ৰূপা কিবা কৰি।

ভাত গাল নহলে ভোকত মৰি।।
হীৰা মাণিক থাকে অপাৰ।
খুদ গাল নহলে মৰণে সাৰ।।

বৰ্ত্তমান বিশ্বত দেখা দিয়া খাদ্য সংকটৰ অন্যতম কাৰণ কৃষিকৰ্মৰ প্ৰতি মানুহৰ অনীহা বুলি বিভিন্ন সমীক্ষাত প্ৰকাশ। বিজ্ঞানৰ বিভিন্ন অৱদানে মানুহক যন্ত্ৰ নিৰ্ভৰশীল কৰিবলৈ যেন উদগণি দিছে। বিলাসবহুল জীৱনৰ ফালে ধাবিত হৈ মানুহে যেন কৃষি কৰ্মৰ প্ৰতি অৱহেলা প্ৰদৰ্শন কৰিছে। উন্নত দেশবোৰে মাৰাত্মক অস্ত্ৰ-শস্ত্ৰ উৎপাদন কৰাৰ প্ৰতিযোগিতাত অৱতীৰ্ণ হৈছে কিন্তু খাদ্য সংকটৰ প্ৰতি যেন আওকণীয়া মনোভাব দেখুৱাইছে। ডাকপুৰুষৰ বচনত কৃষিত মনোনিবেশ কৰা আৰু উদ্যানশস্যৰ খেতি কৰিও যে লাভবান হ'ব পাৰি তাক সুন্দৰকৈ বুজাই দিছে ঃ

কিৰিষি কৰিবা একান্ত মনে।
নফলে কিৰিষি বিনা যতনে।।
তিনিশ ষাঠি জোপা ৰুবা কল।
মাসেকে পষেকে চিকুনাবা তল।।
পাত পচলা লাভত খাবা ।
লঙ্কাৰ বণিজ ঘৰত পাবা।।
আঠিয়াত গোবৰ মনোহৰত জাবৰ।
পুৰাত খাই মালভোগত ছাই।।

................

সাতে পাতল পাচঁত ঘন।
ছয়ত তামোল নদন বদন।।

................

জালুকত গোবৰ পাণত মাটি।
কলপুলি ৰুবা তিনিবাৰ কাটি

বিস্ময় বালক ডাক দৰাচলতে অসমৰ হয়নে নহয় আৰু ডাকৰ বচনবোৰ বহুদিন মানুহৰ মুখে মুখে চলি আছিল কাৰণে কোনবোৰ ডাকপুৰুষৰ কোনবোৰ পিছত সংলগ্ন হৈছে— এই লৈ পণ্ডিত-গৱেষকসকলৰ মতভেদ আছে যদিও ডাকৰ জন্মস্থান লেহিদঙৰাৰ বিষয়ে গৱেষণা কৰাৰ কথা শুনা নাযায়। কিন্তু লেহিদঙৰা অসমৰ এখন সংস্কৃতিৱান মানুহৰ গাঁও যে আছিল আৰু গাঁওখনৰ মানুহৰ চিন্তা-চৰ্চা উন্নত ধৰণৰ আছিল যেনেই অনুমান হয় ঃ

লেহিদণ্ডৰা ডাকৰ গাঁও।
সাতশ সাতোটা পুখুৰীৰ নাও।।
লেহিৰ তিৰীয়ে পঞ্চৰাগ বুজে।
লেহিৰ দমৰাই বিনাশিঙে যুঁজে।।

উপৰোক্ত কথাখিনিয়ে গাঁৱখনৰ ঐতিহ্যৰ আভাস দাঙি ধৰে। প্ৰাচীন কামৰূপত পুৰণিকালত সংস্কৃত শিক্ষাৰ বহুতো কেন্দ্ৰ (টোল) থকা কথা জনা যায় আৰু অনেক শাস্ত্ৰজ্ঞ পণ্ডিতে খ্যাতি লাভ কৰাৰ উদাহৰণ আছে। প্ৰাচীন কামৰূপৰ শিক্ষা দীক্ষাৰ প্ৰভাৱ ওচৰ-পাজৰৰ ৰাজ্যলৈও বিয়পি পৰিছিল। বিচক্ষণ বুদ্ধিৰ ডাকপুৰুষৰ বচনবোৰে হয়তো ওচৰৰ বঙ্গ, বিহাৰ নেপাল আদি ঠাইৰ মানুহৰ মুখে শুনা গৈছিল। সেই কথাই নিশ্চয় ডাকপুৰুষ আমাৰ নহয় বুলি প্ৰমাণ দাঙি ধৰিবলৈ যথেষ্ট নহয়। অসমীয়া মানুহৰ হীনমন্যতাৰ কাৰণেই হওক বা আনৰটো আমাতকৈ উন্নত বুলি ভবা মানসিকতাৰ কাৰণেই হওক (ডাঙৰ জাতৰ বগৰীটোক বঙালী বগৰী বা বিলাতী বগৰী বুলি কোৱা, ডাঙৰ জাতৰ জিলমিল শাক-ভঠুৰা শাক যাক বঙালী ভটুৰা বা ভৌঠা বুলি কোৱা হয়, ডাঙৰ জাতৰ ধনীয়া শাকক বঙালী ধনীয়া বা মানধনীয়া বুলি কোৱা প্ৰৱণতাই ইয়াৰ উদাহৰণ) আধাডুখৰীয়া ডাকৰ বচন এখন বঙালীলৈ অনুবাদ কৰি এজন বঙালী পণ্ডিতে ডাকক বঙ্গৰ চক্ৰেটীছ আখ্যা দিছিল।

আমাৰ এই ক্ষুদ্ৰ লেখাত মাথো ডাকপুৰুষ আৰু ডাক-পুৰুষৰ জন্মস্থান বৰপেটাৰ সমীপৱৰ্তী লেহিদণ্ডৰা গাঁওখন সম্বন্ধে অনুসন্ধিৎসু পাঠকৰ দৃষ্টি আকৰ্ষণ কৰাৰ এটি প্ৰচেষ্টা কৰা হৈছে। আমি গৱেষক-পণ্ডিতসকলক অনুৰোধ জনাব বিচাৰো যে উক্ত লেহিদণ্ডৰা গাঁও আৰু ডাকপুৰুষৰ বিষয়ে অধিক গৱেষণা কৰি অসমৰ বাহিৰতো প্ৰচাৰৰ ব্যৱস্থা কৰিব লাগে।

## সহায়ক গ্ৰন্থপঞ্জী


গঙ্গাধৰ হাজৰিকা (সঃ) ঃ ডাকৰ বচন

দণ্ডীৰাম দত্ত (সঃ) ঃ ডাকৰ বচন

নবীন চন্দ্ৰ শৰ্মা (সঃ) ঃ ডাক প্ৰবচন

নবাৰুণ বৰ্মা ঃ ডাক কে বচন (হেমৰথ বৰ্মনৰ অসমীয়া মূলৰ হিন্দী অনুবাদ)

ভূপেন্দ্ৰ ৰায়চৌধুৰী ঃ অসমীয়া লোক-সাহিত্য কী ভূমিকা (হিন্দী)




# মহাপুৰুষৰ মিলনভূমি বৰপেটা

**ভূপেন্দ্ৰ ৰায়চৌধুৰী**

১৫৪৭খৃঃৰ মাজভাগত মহাপুৰুষ শংকৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ পদৰেণুৰে ধন্য হৈছিল বৰপেটা (তাঁতীকুছি)। আহোম ৰাজ্যৰ অন্তৰ্গত ধুৰাঁহাট বেলগুৰিত থকা অৱস্থাত ৰাজ-নিৰ্যাতনৰ সন্মুখীন হৈ, হৰি জোঁৱাইক অকালতে ৰাজ অবিবেচনাত হেৰুৱাই জগৎগুৰুৰ হৃদয় ক্ষত-বিক্ষত হৈছিল। সেয়ে তেৰাই কোচ ৰাজ্যলৈ ভটিয়াই অহাৰ সিদ্ধান্ত লৈ এই ৰাজ্যক গৰিমাময় কৰি তুলিছিল, বিশেষকৈ ধন্য হৈছিল বৰপেটা-পাটবাউসী-বাৰাদি আৰু সুন্দৰীদিয়া। পিছলৈ এই তালিকাত সংযোগ হৈছিল বেহাৰ—কোচবিহাৰ—মহাৰাজ নৰনাৰায়ণৰ ৰাজধানী।

১৫৪৬ খৃঃত গুৰুজনাই কোচৰাজ্য অভিমুখে আহিলেও কামৰূপৰ কপলাবৰি, টপাবৰি আদিত কিছু কাল থাকি নানান হানি-বিঘিনিৰ সন্মুখীন হৈছিল। সংগৰ অনেক আত্মীয় আৰু ভকতৰ বিয়োগ হৈছিল, আনকি মাধৱদেৱৰ মাতৃৰো বিয়োগ হোৱাত গুৰুজনাই সেই ঠাই এৰি বৰপেটা অভিমুখে ৰাওনা হৈছিল। চৰিত পুথি অনুসৰি বুঢ়ী লুইতেৰে (চাউলখোৱা) গুৰুজনৰ নাও আগবাঢ়িছিল। প্ৰথমতে সুন্দৰীদিয়া পালে, তাৰ পিছত চিৰলীয়া মুখত চৌকীয়া মাজীক লগ পালে। চৌকীয়া মাজীয়ে গুৰুজনাৰ মোল বুজি বৰ আদৰ-সাদৰ কৰিলে আৰু গুৰুজনাই সোধাত সেই ঠাইৰ অন্বয় কৰিলে এইদৰে —

কিহেতু বোলয় বাউসী কহিয়ো কাৰণ।  
কহিলন্ত আত সাধু আছে লোকজন।।  
সত্য ব্যতিৰেকে মিছা নুবুলে বচন।  
নাহি মিছা বেশ্যা চোৰ টেণ্টন টামন।। ২৪৮৬  
এতেকে সেহিটো দেশ বাউসী বোলয়।  
কহিলোহো শুনিলাহা নামৰ অন্বয়।।  
শুনিয়া শংকৰ ভৈলা আনন্দিত মন।  
বোলন্ত থাকিবে ভাল এহিখানি থান।। ২৪৮৭

(গুৰুচৰিত ঃ ৰামচৰণ ঠাকুৰ)

মাধৱদেৱৰ মাকৰ পৰলোক হোৱা কাৰণে শ্ৰাদ্ধাদি কৰাৰ নিমিত্তে গুৰুজনে চৌকীয়া মাজীক বাৰাদিতে ঘৰ আদি সাজি ৰখাৰ বাবে অনুৰোধ কৰিলে। মাজীয়ে নতুন ঘৰ সাজি দি মাধৱদেৱৰ পৰিয়ালটোক তাতেই ৰাখিলে আৰু নিয়মিতভাৱে খাদ্য-সম্ভাৰৰ যোগান ধৰি ধন্য হ'ল। আনহাতে গুৰুজনে বুঢ়ী লুইতেৰে ভটিয়াই গৈ চৰ্পটেশ্বৰ নামৰ ঠাই এডোখৰ পালে। এই স্থান থকাৰ কাৰণে সুচল নোহোৱাত গয়াজানেৰে বৰপেটা বিল পালে। এই ঠাই আছিল অতি সুন্দৰ, পক্ষীকুলে বিলত চৰি অপাৰ্থিৱ সৌন্দৰ্য প্ৰদান কৰে; তদুপৰি সেই ঠাই মাছ-কাছৰে ভৰা। সেয়ে এই ঠাই গুৰুজনৰ পছন্দ হ'ল ঃ

পৰম শোভন বিল দেখিতে বহল।
পক্ষীসব চৰিয়া কৰয় কুতুহল।।
মৎস্য কাছপ লতা পতা আছয় বিস্তৰ।
থাকিবে হৰিষ মন ভৈলা শংকৰৰ।।
আছে চুণপৰা বৃক্ষ উচ্ছ্ৰিত ভাঙ্গৰ।
পৰম শোভন বৃক্ষ দেখি ধৌতাকাৰ।।
তাহাৰ তলত নিয়া নৌকাক চপাইলা।
আপুনি শংকৰদেৱ বাসাক উঠিলা।। - ৰামচৰণ ঠাকুৰ

গুৰুজনে বন নাগেশ্বৰ, কৃষ্ণষাড় হৰিণ, বৈষ্ণৱ ব্ৰাহ্মণ আৰু হৰিভক্তি পৰায়ণ লোক— এই চাৰিটি শুভ লক্ষণ দেখি বৰপেটাৰ পালাংদিহাটীৰ চুণপোৰাক পবিত্ৰ চৰণ ৰেণুৰে সুশোভিত কৰে। সেই সময়ৰ চুণপোৰাৰ বৈশিষ্ট্য 'গুৰু-চৰিত-কথা'ত এইদৰে বৰ্ণিত হৈছেঃ

> গৈছে উজাই যাব নিমিত্তে জাবই নুৱাৰে গই জানত কুঢ়ি বৰাৰি ডেই নাৱত পৰিছে। দেখি গুৰুজনে বুলিলে বৰাৰ পো নাঞ বৈ ভকতে উঠি চকচো মাটি। খাৰে পানি এ মাচে সজ জেন দেখো। উঠি গৈ চাই সজ দেখি কলেহি। ভক্ত সমে গল উঠি গৈ। এজোপা বৰ পৰালি বৃক্ষ আছে তাৰ সমীপে ৰহিচন্ত। গাচতে অনেক চৰাই বহাই লাদি বগাকৈ থৈছে। আৰু ভাটি ফালে চমাৰ হ্নিৰা আচিল সেই নিমিতো চুণপোৰা বোলে (প্ৰথমে কোৰ চাব মাৰি বিৰিণা জোপা উভাৰি এচৰু চুণ ওলাল পোৰা শামুক আৰু কৃষ্ণদেউ ৰুক্মিণী সৈতে অহাত কুণ্ডিলৰ্তে গুৱা ভোজন কৰাত টেমিৰ চুণ পৰিছেঃ এতেকে চুণপৰা এই চাৰি অন্বএ নাম)।

এই চুণপোৰাতে হাবি-খাগৰি কাটি গুৰুজনে ভকত সমন্বিতে গৃহবাৰী কৰি লয়। ১৪৬৯ শকত (১৫৪৭খৃঃ) এই ঠাইত বসতি কৰা জগতগুৰু শংকৰদেৱৰ কাৰণে বৰপেটাৰ

মহিমা বাঢ়িবলৈ ধৰে। গুৰুজনা চুণপোৰাত থকা সময়ছোৱাত মহাপুৰুষ মাধৱদেৱে বাৰাদিৰপৰা গুৰু থানলৈ অহা যোৱা কৰিছিল। এই বাৰাদিতে মাধৱদেৱৰ ভগ্নী উৰ্বশী আইয়ে ৰামচৰণ ঠাকুৰক জন্ম দিয়ে। পিছলৈ মাধৱদেৱৰ পৰামৰ্শ মতে ৰামদাসৰ পৰিয়ালটো সুন্দৰীদিয়ালৈ যায়।

গুৰুজনাৰ ছমাহ কাল চুণপোৰাৰ নিবাসকালত দুগৰাকী বিশিষ্ট ভক্তৰ সঙ্গ লাভ হয়— ভবানন্দ সাউদ আৰু জণ্টিৰ মাধৱ। ভাস্কৰ গুৰুৰ মুখত শুনা বৰগীতে ভবানন্দক মুগ্ধ কৰিছিল আৰু তেওঁৰ নিৰ্দেশ মতে এই চুণপোৰালৈ আহি শংকৰদেৱক গুৰু ভজিছিল। এই ভবানন্দ সাউদেই হৈছে বিখ্যাত নাৰায়ণদাস বা ঠাকুৰ আতা। ঠাকুৰ আতাই জণ্টিৰ মধাইক গুৰুজনাৰ সমীপলৈ আনিছিল। দূৰদৰ্শী গুৰুজনে ঠাকুৰ আতাৰ কৰ্মঠতা-শ্ৰদ্ধা-ভক্তিৰ উমান পাই তেওঁক মাধৱদেৱৰ সখিয়েক পাতি দিয়ে। চুণপোৰালৈ অহাৰ সময়ত গুৰুজনা ৯৮ বছৰীয়া আৰু মাধৱদেৱ ৫৮ বছৰীয়া আছিল।

এই চুণপোৰাৰ নিবাসকালতে ধুৱাঁহাট বেলগুৰিত কৰ্মকাণ্ডী ব্ৰাহ্মণৰ নানান লঘু-লাঞ্ছনাৰ প্ৰত্যুত্তৰ স্বৰূপে গুৰুজনাই লিখা 'পত্নী প্ৰসাদ নাট' মাধৱদেৱৰ মাতৃৰ শৰাধৰ সময়ত বাৰাদিত মঞ্চস্থ কৰা হয়। সম্ভৱতঃ গুৰুজনাই নিজেও অভিনয় কৰিছিল ঃ

শ্ৰাদ্ধৰ নিমিত্তে মাধৱ কৈলা মহোৎসৱ।
হেন কথা কহো শুনা কৰিয়ো উৎসৱ।।

... ... ...

অনন্তৰে নামৰ কীৰ্তন ভক্তে কৈলা।
পতনী প্ৰসাদ নাচ নাচিবে লাগিলা।।

— গুৰু চৰিত

চুণপোৰাত ছমাহ থাকি অসুচল পাই গুৰুজনাই ভটিয়াই যাবলৈ ইচ্ছা কৰাত জণ্টিৰ মধাই আতৈয়ে কুমাৰকুছিৰ কথা ক'লে। ঠাইখিনি ওখ, আহল-বহল। শ্ৰীমন্ত শংকৰদেৱে ঠাই চাবলৈ গৈ কটহতলী বিল পাই তাতে কিছু সময় বিশ্ৰাম ল'লে। কুমাৰকুছিত ঘৰ, ভকতৰ হাটী, নামঘৰ আদি সাজিবলৈ নাৰায়ণদাস ঠাকুৰ আতাক আদেশ দিলে। সেইমতে ঠাকুৰ আতাই সকলো ব্যৱস্থা কৰাত গুৰুজন সপৰিবাৰে কুমাৰকুছিলৈ আহিল ১৪৭০ শকত (১৫৪৮ খৃঃ) ঃ

> পাচে তৈতে (চুণপোৰা) আচে ভাটিএ চমাৰ (ৰাজশাল শামুক পোৰা দুৰ্গন্ধ) পূবে কুমাৰ দক্ষিণে হিৰা। সন্ধ্যা হলে হাই হিহনি কোৰ্হাল লাগে নিতে হৰিগুণ নামত অশুভ পাই। তেহে ভক্তে সমে আলচি ছমাহ বৈ সি ঠাই এৰি কুমাৰকুচিত গৈ গৃহবাৰি হৰিগৃহকৈ ৰহিচন্ত ভক্ত সমে।
>
> — গুৰু-চৰিত- কথা

কুমাৰকুছি থানত গুৰুজনাই হৰি-কথা চৰ্চি এবছৰ ৰ'ল। কিন্তু ইয়াতো পূব-দক্ষিণে থকা হিৰা-কমাৰসকলে হাই-কোৰ্হাল কৰে, পশ্চিমে থকা কৈৱৰ্ত গাঁৱৰ পৰা মেকুৰীয়ে মাছ চুৰি কৰি আনি ৰান্ধনিশাল অশুচি কৰে, তদুপৰি ইয়াতেই গুৰুজনাৰ কন্যা ৰুক্মিণীয়ে ৰাতি বিছনাতে শেষ নিশ্বাস এৰাত স্বাভাৱিকতে সেই ঠাইৰ প্ৰতি তেৰাৰ বিৰক্তি উপজিল ঃ

> আহি তাত (কুমাৰকুছি) আচে। পূবে দক্ষিণে হিৰা কুমাৰ পুৱা গধূলি গৰা পিটা হুট হুট হাট হাট হাই গুৰুজনে শুনি হৰি কথাচৰ্চাত কষ্ট পাই। পচিমে ডোম গাঞঃ। নিশা তাৰ ঘৰে বিৰালিএ নুৰা মাচ নিলে খেদাকোৰা কৰিছিল। পুৱা দেখে ৰান্ধনগৃহে পতৰা মাচ থৈচেনি আনি। পাগপাত্ৰ চব পেলনি গ'ল। আৰু বিষ্ণুপ্ৰিয়া আপি শয্যাতে নিশা চলিল। এই তিনি বিৰকতে গুৰুজনে এৰিবৰ চিত্ত হল।

কুমাৰকুছিত থাকি অসুবিধা পোৱাত ভক্তজনৰ লগত আলোচনা কৰি শ্ৰীমন্ত শংকৰদেৱ পাটবাউসীলৈ আহিল প্ৰায় ১৪৭১ শকত (১৫৪৯ খৃঃ)। এই ঠাইৰ আগৰ নাম আছিল বৰলজাৰ বা বৰলচোং। গুৰুজনাই ভক্তসকলৰ লগত হৰিধ্বনি কৰাত বৰলজাক উৰি গৈছিল। গুৰু-চৰিতত আছে যে গুৰুজনে দামু চৰ্দাৰ আৰু বগা দলৈক মাটি খোজাত তেওঁলোকে 'বকাতলি হাবিখন' দিলে। ইয়াৰে হাবি-বননি কাটি ঘৰ-দুৱাৰ হৰিগৃহ সাজিলৈ



পাটবাউসী থানৰ কীৰ্তন ঘৰ

ওঠৰ বছৰ ছমাহ থাকিল ঃ গুৰু-চৰিতৰ ভাষাৰে—

> তেহে দামু সৰদাৰক বগা দলৈকে অনাই মাটি খুজিলে। বকাতলি হাবি তাকে দুও দিলে আচহনি দেখি। পাচে ভক্তে সমে আলচকৈ একবৰ্ষ বহি কুমাৰকুচি এৰি বাউসি লৈচেগৈ। আগে সেইখানি বৰলজাৰ বুলিছিল। পাচে ভক্তে সমে শ্ৰী শংকৰ দেউ পাই হৰিধ্বনি কৈলে। পাচে বৰলুৰিবকা তিনি প্ৰহৰ বেলি আন্ধাৰকৈ উৰি গল। তেহে গুৰুজনে জাৰ টকাই চৌহাটি গৃহ হৰিগৃহকৈ ৰহিচন্ত।



*গণককুছি থানৰ ৰঙিয়াল ফুলৰ চৌহদ*

কমতা আৰু কোচ ৰাজ্যৰ শাসন কালত পাটবাউসীক 'বাউসী বিলায়েত' বোলা হৈছিল। ধনুখন্দাজানৰ পশ্চিম ফালে পাটবাউসী থান আছিল। এই জানৰ পূব পাৰটোক তেতিয়া ব্যাসপাৰা বা ব্যাসপুৰ বুলি কোৱা হৈছিল। শ্ৰীমন্ত শংকৰদেৱ পাটবাউসীলৈ অহাৰ পিছত শ্ৰীদামোদৰদেৱ নামৰ বিপ্ৰ এজন সপৰিয়ালে বৰদোৱাৰ ওচৰৰ নলচাৰ পৰা আহি ব্যাসপুৰত থিতাপি লয়। পিছলৈ দামোদৰে শ্ৰীমন্ত শংকৰদেৱৰ শিষ্যত্ব লাভ কৰে।

জগতগুৰু কমাৰকুছি আৰু পাটবাউসীত থকা সময়ত মাধৱদেৱে বাৰাদিৰ পৰাই অহা-যোৱা কৰিছিল। কিন্তু সেই ঠাইত থকাটো কষ্টকৰ হোৱাত গুৰুজনে পাটবাউসীৰপৰা বিল পাৰ হৈ আহি এজন গণকক মাটি খোজাত তেওঁ আনন্দমনেৰে সেই মাটি দান কৰিলে বংশ সমে উদ্ধাৰ হোৱাৰ আশাত। সেয়ে ঠাইৰ নাম হ'ল ঃ গণককুছি। ইয়াত ঘৰ-বাৰি, নামঘৰ সাজি মাধৱদেৱ ৰ'ল, তেৰাৰ লগত কালিৰাম আৰু শ্ৰীৰাম আতাও আছিল ঃ

তেহে দুওজনা ভক্তে সমে গৈচে সেইটে বিল পাৰ হৈ। এক গণকে গৃহবাৰি কৰিচিল জাবলৈ। তাৰ পত্নী কাহিলাত জাব নপাৰি আচে। ভক্তে সমে গুৰুজনক দেখি আগবাঢ়ি গৈ সেৱাকৈ সুধিলে কিৱ আহিচে বুলি। গুৰু বোলে দিঘলা কাথৰ গুৰিত তোমাৰজে গৃহবাৰি কৰিচা পাম ধৰিবলৈ, তাকে আমাক দিয়া জক খুজিবলৈ আহিচো। বৰ আস্তিকৈ তেওঁ বোলে গৃহবাৰি এতিক্ষণে আপুনাৰ অভই পদত সমৰ্পিলো মোৰ সদভাগ্য বংশে সমে উদ্ধাৰ হব। পাচে সেইটে গৈ কালিৰামে সৈতে চোট আতাক থৈ তেহে গৈচে গুৰুজন। গণকৰ গৃহবাৰি দেখি গণককুচি নাম হল।

— গুৰু-চৰিত-কথা

এইদৰে জগতগুৰুৰ পদৰেণু স্পৰ্শ লভি ধন্য হ'ল বৰপেটাৰ চুণপোৰা, কমাৰকুছি আৰু পাটবাউসী। শতবৰ্ষৰ দেওনা চোওঁ চোওঁ মহাপুৰুষৰ কাৰণে পাটবাউসী নিবাসকাল আপেক্ষিকভাৱে শান্তিৰ আৰু স্থায়ীত্বৰ। গুৰুজনাৰ থানৰ কাষতে বাস কৰিছিল তেৰাৰ সহৃদয় মিত্ৰ কুলগুৰুৰ বংশধৰ ৰামৰাম গুৰু। এই পাটবাউসী আছিল জগতগুৰুৰ লীলা-ক্ষেত্ৰ, কৰ্ষণ-মননৰ স্থলী। ঠাকুৰ আতাই চপাই অনা বহুতো ভক্তক গুৰুজনাই শৰণ দি ধন্য কৰিছিল। পাটবাউসীত নিবাস কৰা দুৰ্দান্ত প্ৰকৃতিৰ মুছলমান দৰ্জী চান্দসাইক গুৰুজনে কৃপা কৰি শৰণ দি ধন্য কৰিছিল। মাধৱদেৱৰ আলধৰা শ্ৰীৰাম আতাক 'জীৱন্ত মুকুত' বুলি গুৰুজনাই এই পাটবাউসী থানতে ঘোষণা কৰিছিল।

গুৰুজনাৰ জীৱনত শান্তি আৰু অশান্তি সমান্তৰালকৈ চলিছিল। কৰ্মকাণ্ডী বিৰুদ্ধবাদী ব্ৰাহ্মণৰ ষড়যন্ত্ৰৰ বলি হ'ব লগাত পৰিছিল গুৰুজন। কোচৰজা নৰনাৰায়ণে এনে কৰ্মকাণ্ডী ব্ৰাহ্মণৰ খল পাই গুৰুজনাক ধৰিবলৈ গৰমলি পঠিয়াইছিল। তেওঁলোকে গুৰুজনক ধৰিব নোৱাৰি বন্দী কৰি লৈ গৈছিল তেৰাৰ শিষ্য ঠাকুৰ আতা আৰু গোকুলচন্দ আতৈক। শংকৰদেৱৰ দুয়ো ভক্তকে কৰা হৈছিল অমানুষিক অত্যাচাৰ। মাৰৰ কোবত ঠাকুৰ আতাৰ বাওঁহাতৰ হাড় ভাগিছিল। সেই সময়ত ওপজা ঠাকুৰ আতাৰ পুত্ৰৰ 'দুখীয়া' নাম গুচাই গুৰুজনে নতুন নামকৰণ কৰিলে ঃ পৰমানন্দ। দৰাচলতে নাৰায়ণদাস ঠাকুৰ আতা আছিল মহাপুৰুষ শংকৰদেৱৰ অন্যতম শ্ৰেষ্ঠ শিষ্য আৰু মাধৱদেৱৰ প্ৰাণৰ সখিয়েক। এইজনা ঠাকুৰ আতাৰ কাৰণেই শংকৰদেৱে ভক্তই ভুলকৈ ব্যাখ্যা কৰা 'নাপাঞে একাদশী উপবাসে, নপাঞে যাগ যোগ ধ্যানে' — একাদশৰ পদ কটাৰ পৰা বিৰত থাকিল আৰু মাধৱদেৱক বাৰ ভূঞাৰ অনুৰোধৰ নিমিত্তে উজনিলৈ পঠিওৱা আদেশো বাতিল কৰিলে। মনথৈ, জনিয়াত বাস কৰা নাৰায়ণদাসে কৃষি-কৰ্ম কৰি প্ৰৱৰ্তিছিল আৰু ভৰাঁলৰ ধান ভক্তৰ কাৰণেও মুকলি ৰাখিছিল। শংকৰদেৱৰ এগৰাকী আদৰ্শ ভক্ত ৰূপে নাৰায়ণদাস ঠাকুৰ

আতাৰ কীৰ্ত্তি চিৰকাললৈ উজলি থাকিব। গুৰুজনৰ বিয়োগৰ পিছত আঠাইশ বছৰ জীৱিত থকা মাধৱদেৱক ঠাকুৰ আতাই বিপদে-আপদে আগুৰি ৰাখিছিল। ঠাকুৰ আতাৰ কাৰণে বৰপেটাত ৰঙিয়াল গৃহ (কীৰ্তন ঘৰ) সাজিবলৈ মাধৱদেৱ উৎসাহিত হৈছিল ৯৪ বছৰ বয়সত।

পাটবাউসীত থকা সময়তে শতবৰ্ষ গৰকা মহাপুৰুষ শংকৰদেৱে মাধৱদেৱ, ৰামৰাম গুৰু, ৰামৰায় প্ৰমুখ্যে ছকুৰি ভকত সমন্বিতে দ্বিতীয় বাৰ তীৰ্থ ভ্ৰমণলৈ যায়। গুৰু-পত্নীৰ অনুৰোধ ক্ৰমে মাধৱদেৱে গুৰুজনাক পুৰীতে তীৰ্থ ভ্ৰমণৰ অন্ত পেলাই পাটবাউসীলৈ ওভোতাই আনে, কাৰণ গুৰু-পত্নীৰ বিশ্বাস আছিল যে প্ৰভুৱে বৃন্দাবনলৈ গ'লে আৰু উভতি নাহে।

পাটবাউসী নিবাস কালতে গুৰুজনাই কোচ ৰাজদৰবাৰত উপস্থিত বিৰুদ্ধবাদীসকলক অনায়াসে পৰাস্ত কৰি বিজয় সাব্যস্ত কৰে। তেৰা নৰনাৰায়ণ ৰজাৰ প্ৰিয়পাত্ৰ হৈ পৰে। দৰবাৰত স্তোত্ৰ, ভটিমা গাই, 'গুণমালা'ৰ মাজত ভাগৱতক সামৰি লৈ যি অভিনৱ কাৰ্য সমাধা কৰিছিল তাতে সন্তুষ্ট হৈ ৰজাই তেৰাক বাউসীৰ 'গোমোস্তা' পাতিছিল; শ্ৰীকৃষ্ণৰ বৃন্দাবনীয়া লীলা-মালা বৰ্ণাই এখন বস্ত্ৰ কৰিবলৈ আজ্ঞা কৰিছিল। গুৰুজনাই মাধৱদেৱ, ৰামৰায়, নাৰায়ণদাস ঠাকুৰ আতা আদিৰ সহযোগত গোপাল তাঁতী (মথুৰাদাস) প্ৰমুখ্যে মৰলসকলৰ অধীনত ছকুৰি তাঁতীৰ দ্বাৰা ১২০ হাত দীঘল আৰু ৬০ হাত বহল 'বৃন্দাবনী বস্ত্ৰ' বৰপেটাতে নিৰ্মাণ কৰি উলিয়াইছিল। কৃষ্ণৰ জন্মৰপৰা কংস বধলৈকে শ্ৰীকৃষ্ণৰ গোকুল, বৃন্দাবন আৰু মথুৰাৰ লীলাৰ চিত্ৰপটত বাৰ বনৰ আৰ্হি প্ৰস্তুত কৰা হৈছিল। ৰামচৰণ ঠাকুৰৰ 'গুৰু-চৰিত'ৰ বৰ্ণনা ঃ

বৃন্দাবনীয়া নামে বস্ত্ৰ অতি মনোহৰ।
বুৱাইলা প্ৰবন্ধে তাক শ্ৰীমন্ত শংকৰ।।
বৃন্দাবন মথুৰাৰ যতমানে লীলা।
কৰিলন্ত পট তাত চিত্ৰক তুলিলা।।
কৃষ্ণৰ জন্মৰ হন্তে কংসবধ মানে।
নাৰাখিলে বাকী একো তুলিলা সঘনে।।
দীৰ্ঘে ছয়কুৰি হাত প্ৰস্থে কুৰি তিনি।
এহি পৰিমাণে বস্ত্ৰ বুৱাইলা আপুনি।।

এই বৃন্দাবনী বস্ত্ৰৰ বয়ন কাৰ্য নিৰীক্ষণ কৰিবলৈ গুৰুজনাই নিতৌ পাটবাউসীৰ পৰা নাৱেৰে বৰপেটাৰ 'কাৰখানা' লৈ আহিছিল। তেৰাই যি জানেৰে আহিছিল সেই জানৰ পাৰত ভীমা বায়নৰ ঘৰ আছিল। তেওঁৰ পৰিবাৰ আছিল জন্মৰে চাকুলী, কুঁজী। চাকুলীয়ে যঁতৰত নেচা-পাহি কাটি থকা অৱস্থাত সদায় নাম লৈ থাকে — 'কৃষ্ণদেৱ তুমি প্ৰভু দীন

দুখহাৰী।' ঘৰৰ ওচৰত আছিল এজোপা বাঁহ। শংকৰ গুৰুৱে বাঁহৰ জেঙত ধৰি নিতৌ নাম শুনে। এদিনাখন চাকুলীয়ে সপোনত দেখিলে যে গুৰুজনে কৈছে— 'চাকুলী উঠ।' চাকুলীয়ে ক'লে, 'বাপ, মই জন্মৰে চাকুলী, কেনেকৈ উঠিম?' তেতিয়া গুৰুজনাই 'উঠচো' বুলি কৈ 'দুই হাতে ধৰি পাএ ভৰি দি পোন কৈলে।' হাড় মৰমৰাই গ'ল। চাকুলীৰ দিব্য ৰূপ হ'ল যিদৰে শ্ৰীকৃষ্ণই মথুৰাৰ কুঁজীক পোন কৰি দিব্য ৰূপ প্ৰদান কৰিছিল। সপোন ভগাত চাকুলীয়ে বৰ পুতেক ৰমাইক নাম ধৰি মাতিলে। বায়নেও সাৰ পাই জুই জ্বলাই দেখে চাকুলীৰ দিব্য ৰূপ, কিদৰে তেনে হ'ল বুলি সোধাত ক'লে, 'মই অত ক'ব নোৱাৰো গুৰু ঠাইতহে কম পুৰা নিবা।' সেইমতে পিছদিনাখন বায়নে মাহ-চাউল-বস্ত্ৰ লৈ সস্ত্ৰীক গুৰুজনৰ ঠাই পাটবাউসীলৈ গ'ল। গুৰুজনে মিচিকিয়াই সুধিলে, 'বায়ন দেখো আহিচা?' বায়নে উত্তৰ দিলে, 'বাপ চাকুলী এ আনিছে ঃ আজি নিশা দহো মাতিব ধৈলে ঃ উঠি যুই ধৰি চাএও দেখো এনে হৈ আছে ঃ বোলো কিয় এনে হলি ঃ বোলে গুৰুজন ঠাইতে কব পাৰো।' গুৰুজনাই চাকুলীক সোধাত তেওঁ সপোনৰ বিৱৰণ দিলে। কৃপালু গুৰুৱে সপোনৰ দৰে ক'লে, 'চাকুলী মই নহঞ গুণলুভি হৰি। হৰিগুণ গাৱ ভাই কৰিয়া উৎসৱ। গুণতেসে তুষ্ট গুণলুবুধ মাধৱ। নামত তুষ্ট হৈ তোক পোন কৈলে ঈশ্বৰে।' মহাপুৰুষজনাই নামৰ মাহাত্ম্য দেখাই এই আৰ্হি ৰাখি গ'ল।



*বৃন্দাবনী বস্ত্ৰত 'কালিয় দমন'ৰ গীত*

বৰপেটা নিবাসকালত মহাপুৰুষজনাৰ ৰচিত বাৰ কুৰি বৰগীত কমলা গায়নে আওৰাবলৈ অনাত চ'তমহীয়া বনপোৰা জুইত সেইবোৰ জাহ গ'ল। সেইকাৰণে গুৰুজনাই প্ৰিয় শিষ্য মাধৱদেৱক ক'লে, 'বৰাপো অনেক শ্ৰমকৈ গীত খানি কৈলো, পুইলে। গীত কিছু কৰা। আমি নকৰো আৰু।' গুৰুবাক্য শিৰে ধৰি মাধৱদেৱে বিভিন্ন সময়ত প্ৰায় ন কুৰি বৰগীত ৰচিলে।

বৰপেটা-বাউসী নিবাসকালত গুৰুজনাই বিস্তৰ সাহিত্য ৰচনা কৰিলে। 'কীৰ্তন ঘোষা'ৰ কেইবাটাও অধ্যায় ইয়াত ৰচিত হৈ ই সম্পূৰ্ণ হয়। পাটবাউসীত ৰচনা কৰা কীৰ্তনৰ অধ্যায়সমূহ হ'ল— জৰাসন্ধ বধ, কালযৱন বধ, মুচুকুন্দ স্তুতি, স্যমন্ত হৰণ, নাৰদৰ কৃষ্ণ দৰ্শন, বিপ্ৰ-পুত্ৰ আনয়ন, দামোদৰ বিপ্ৰোপাখ্যান, দৈৱকী পুত্ৰ আনয়ন, বেদস্তুতি, লীলামালা,

শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ আৰু ভাগৱতৰ তাৎপৰ্য।

ভাগৱতৰ কেবাটাও স্কন্ধৰ অনুবাদ কাৰ্যও পাটবাউসীতে সম্পাদন কৰে। ভাগৱতৰ স্কন্ধসমূহ হ'ল— প্ৰথম স্কন্ধ, দ্বিতীয় স্কন্ধ, তৃতীয় স্কন্ধ (অনাদি পাতন), অষ্টম স্কন্ধ (বলিছলন), দশম স্কন্ধ, (আদি দশম, কুৰুক্ষেত্ৰ), একাদশ স্কন্ধ (নিমি নৱসিদ্ধ সংবাদ) আৰু দ্বাদশ স্কন্ধ।

বিভিন্ন শাস্ত্ৰ মথি গুৰুজনে ৰচনা কৰে প্ৰকৰণ গ্ৰন্থ— **ভক্তি-ৰত্নাকৰ**। অপ্ৰমাদী কবি মাধৱ কন্দলিৰ অসমাপ্ত ৰামায়ণৰ উত্তৰাকাণ্ড তেৰাই নিজে আৰু আদিকাণ্ড মাধৱদেৱৰ হতুৱাই ৰচনা কৰোৱায়। শংকৰদেৱক বাদত পৰাজয় কৰাৰ মানসিকতাৰে বাৰাণসীলৈ শাস্ত্ৰ পঢ়িবলৈ যোৱা কণ্ঠভূষণে বিষ্ণুপুৰী সন্ন্যাসী ৰচিত 'ভক্তি ৰত্নাৱলী' গ্ৰন্থখন গুৰু ব্ৰহ্মানন্দৰ আদেশত পাটবাউসীলৈ লৈ আহিছেঃ

> পূৰ্বৰ গুৰুচৰিত্ৰ কৈ ব্ৰহ্মানন্দে শ্ৰীশংকৰদেউক নমস্কাৰ কৰি এটা শ্লোক কৰি দিছে। ভকতক নমস্কাৰ কৈ এক শ্লোক। ধুলাভূমিক নমস্কাৰকৈ এক শ্লোক। দিশ নমস্কাৰকৈ এক শ্লোক দিচে। এই চাৰি শ্লোকেৰে গদ্য কৈ কণ্ঠভূষণৰ হাতে দি সেৱা জনালে। আৰু বিষ্ণুপুৰী গুৰুৰ সন্দেশ বাহু কন্ধৰ সাৰোধাৰ ৰত্নাৱলি দি সেৱা জনাই পঠাইছে।
>
> — গুৰু-চৰিত-কথা

এই 'ৰত্নাৱলী' শাস্ত্ৰখন গুৰুজনাই মাধৱদেৱৰ হতুৱাই অসমীয়ালৈ ভঙালে। শংকৰদেৱৰ প্ৰতি বিদ্বেষ ভাব থকা কণ্ঠভূষণ শংকৰদেৱৰ অনুগত হ'ল আৰু ৰামৰাম গুৰুৰ কন্যাৰে বিবাহ কৰি মহাপুৰুষীয়া পন্থী হ'ল।

গুৰু আজ্ঞা পালন কৰি মহাপুৰুষ মাধৱদেৱে ৰামায়ণৰ আদিকাণ্ড, জন্ম-ৰহস্য, নাম-মালিতা, ৰাজসূয় কাব্য আৰু বিভিন্ন সময়ত 'নামঘোষা'ৰ ঘোষাবোৰ ৰচনা কৰে। দুয়োজনা গুৰুৰ ৰচিত ঘোষা-কীৰ্তন আৰু বিভিন্ন শাস্ত্ৰাদিয়ে বৰপেটাৰ শ্ৰীগৌৰৱ বৃদ্ধি কৰাৰ লগতে অসমীয়া ভাষা-সাহিত্যকো চহকী কৰে।

নাম-কীৰ্তনৰ লগতে দুয়োজনা গুৰুৱে সুকুমাৰ কলাৰ অপাৰ্থিৱ দান দি গ'ল। গীত-নৃত্য-ভাওনাৰ সমন্বয়েৰে মহাপুৰুষীয়া ধৰ্মক বাৰেবৰণীয়া সংস্কৃতিৰে এক উচ্চ মাত্ৰা প্ৰদান কৰিলে।

বৰপেটা অঞ্চলতেই দুয়োজনা মহাপুৰুষ গুৰুৰ নাটৰ ৰচনা আৰু মঞ্চন অনুষ্ঠিত হয়। পাটবাউসী নিবাস কালত জগতগুৰু শংকৰদেৱে খুড়াতু ভাতৃ শ্ৰীৰামৰায়ৰ উৎসাহত চাৰিখন নাট ৰচনা আৰু মঞ্চস্থ কৰে। নাটকেইখন হ'ল ঃ ৰুক্মিণীহৰণ নাট, কালিয়দমন নাট, কেলিগোপাল নাট আৰু পাৰিজাত হৰণ নাট। জগতগুৰুৱে নাটৰ শেষত প্ৰযোজক শ্ৰীৰামৰায়ৰ শলাগ লৈছে এইদৰে ঃ

ৰুক্মিণীহৰণ নাট ঃ

শ্ৰীৰামৰায়া ভকতি সুজান।
কৰাৱত কৃষ্ণ নাট নিৰমাণ।।
ৰুক্মিণীহৰণ নাট পৰধান।
কৃষ্ণ কিঙ্কৰ ওহি শংকৰ ভান।।

কালিদমন নাট ঃ

শ্ৰী ৰাম ৰায়          হৰি বিনে নাই
যাহেৰি হৃদয়ে ধ্যান।
ভকতিক শকতি          যাহেৰি মিলন
পৰম ঈশ্বৰ জ্ঞান।।
পাষণ্ড দণ্ডন          মণ্ডন ভকতক
হৰি ৰস ৰসিক সুজান।
কালিদমন          কৰাৱত নাটক
কৃষ্ণ কিঙ্কৰ ওহি ভান।।

কেলিগোপাল নাট ঃ

শ্ৰীৰামৰায়া   হৰিকো   পৰমা
ভকতি ৰসিক সুজান।
কেলিগোপাল কৰাৱত নাটক কৃষ্ণ
কিঙ্কৰ ওহি ভান।।

পাৰিজাতহৰণ নাট ঃ

শ্ৰীজগত নন্দ দলপতি জান।
হৰিকো পদ পঙ্কজ ভজমান।।
কৰাৱত নাট ওহি বহু ছন্দে।
কৃষ্ণক ভকতি কৰতে প্ৰৱন্ধে।।

একোখন নাটক অভিনয় কৰাবলৈ হ'লে ভালেখিনি খৰচ হয়। সেই সকলো খৰচ বহন কৰি ককায়েক শংকৰদেৱৰ দ্বাৰা নাট লিখাই তাক মঞ্চস্থ কৰোৱাৰ দায়িত্ব ৰামৰায়ে লোৱাত জগতগুৰুৱে নাটৰ শেষত শলাগনি যাচিছে। নক'লেও হ'ব যে এই চাৰিওখন নাট পাটবাউসীতে মঞ্চস্থ কৰা হৈছিল আৰু সম্ভৱতঃ অন্যান্য ভাওৰীয়াৰ লগত দুজনা গুৰুৱেও ভাও লৈছিল। প্ৰাসংগিকভাৱে গুৰু-চৰিতৰ সংবাদৰ বুজ ল'ব পাৰি ঃ

আৰো ৰাএ (ৰামৰায়) দাৰি নচাইছিল। পাছে শংকৰদেৱে সুনিলে। সুনি বোলে জগতানন্দ আনন্দ চাবৰ ইচা জাইনে হব লাগে। বোলে

> দদা ইছা জাই। পাছে গুৰু বোলে সি কী ৰঙ্গ ঃ দ দশ প্ৰকাৰে দেখাব পাৰি। তোমাৰ কিছো বিৎ হানি হব। বোলে দদা হোক। পাছে পাৰিজাতহৰণ ৰুক্মিণিহৰণ ঃ এই জাত্ৰাসকল কৰিব ধৰিলে। পাছে দেশৰ লোকসকল চাপিব ধৰিলে।
>
> — গুৰু-চৰিত-কথা

'কালিদমন নাট' জগতগুৰুক লিখিবলৈ ৰামৰায়ে প্ৰাৰ্থনা কৰাৰ বিষয়েও এইদৰে লিখা হৈছে ঃ

> আৰু ৰাই (ৰামৰায়) আতা দশমৰ কালিদমন চৰ্চা সন্তোষ পাই গুৰুজনত প্ৰাৰ্থনাকৈ জীৱক কৃপাৰে নাট কৰালে।
>
> — গুৰু-চৰিত-কথা

কেলিগোপাল নাট' পাটবাউসীত ৰচনা কৰি থকা সময়ত নাৰায়ণ দাস ঠাকুৰ আতাই সখিয়েক মাধৱদেৱৰ লগত দুপৰ নিশা গণককুছিৰ পৰা গৈ বেৰৰ জলঙাৰে দেখা পাইছে জগতগুৰুৱে কিদৰে লিখি আছে ঃ

> শ্ৰীমাধৱদেৱক ঠাকুৰ আতা বোলে নিতে দহোন নবীন শাস্ত্ৰ পুথি পাত দেখো লিখে আওতাই কৰেবা কেতিয়া। বোলে বাৰু সখি আজি আহোগৈ নিশা দেখাম জাই। পাচে আহি ভোজনকে গৈচে দুওজনা আতা গণককুচিতে বাউসীলৈ। দুপৰ নিশাত দেখে জাই বাটগৃহৰে পৰা অষ্টভুজ হৈ ঃ দুহাতে জাঞ দিচে ঃ দুহাতে তিকিচে ঃ দুহাতে কুট দিচে ঃ দুই হস্তে লিখি নিচে ঃ পৰমৰহস্য প্ৰেম খেলা ৰাসৰ নাট কথা সূত্ৰকৈ।।
>
> — গুৰু-চৰিত-কথা

মহাপুৰুষ মাধৱদেৱে জগতগুৰুৰ বৰ্তমানত এখন নাটহে ৰচনা কৰে। সম্ভৱতঃ গণককুছি নিবাস কালত ৰচনা কৰা 'অৰ্জুন-ভঞ্জন' নাটো পাটবাউসীতে মঞ্চস্থ কৰা হৈছিল। জগতগুৰুৰ বৈকুণ্ঠ উঠাৰ পিছত মাধৱদেৱে নাটৰ বিষয়বস্তু আৰু শৈলী সলনি কৰি নাৰী আৰু শিশু প্ৰধান ঝুমুৰাহে ৰচনা কৰে, দীঘলীয়া নাট নহয়। সুন্দৰীদিয়া আৰু বৰপেটা সত্ৰত থকা সময়ত তেৰাই আটাইকেইখন ঝুমুৰা ৰচনা কৰে — চোৰধৰা, ভূমি লেটোৱা, পিম্পৰা গুচোৱা, ভোজন-ব্যৱহাৰ, ৰাস- ঝুমুৰা, কোটোৰা খেলোৱা আৰু ভূষণ হেৰোৱা। চৰিত পুথিসমূহত 'দধি মথন' নামৰ এখন নাটৰো উল্লেখ পোৱা যায়। মাধৱদেৱ ৰচিত আৰু মঞ্চিত 'ৰাম-যাত্ৰা' ভাওনাৰ বিষয়ে চৰিত- পুথিত আছে যদিও নাটখন নষ্ট হয়। এই নাটত ব্যৱহৃত হোৱা ৰাম- সীতা- হনুমানৰ মূৰ্তি খটৰাত আছে। লেছাকণীয়া গোবিন্দ আতাই মাধৱদেৱক প্ৰাৰ্থি এই সম্পদকেইপদ খটৰালৈ নিছিল তাৰ খটসকলক বশ কৰিবলৈ ঃ

তাঁতীকুছিৰ লোকসকলে 'ৰামযাত্ৰা' কৰিবৰ নিমিত্তে প্ৰাৰ্থনা কৰিছে, তেওঁলোকৰ প্ৰাৰ্থনামতে বৰগুণি পেলোৱাত আশী টকা ৰূপ উঠিছে। সেই টকাৰে চাউল-চৰু-লোণ-তেল আদি দ্ৰব্য খৰিদ কৰিছে।.... নটুৱাক ৰামৰ প্ৰতিমা সাজিবলৈ অনুমতি কৰিছে। সেই ৰাম যাত্ৰাৰ প্ৰতিমা লেছাকণীয়া গোবিন্দে প্ৰাৰ্থনা কৰাত অৰ্পণ কৰিছে, অদ্যাপিও ৰাম, সীতা, হনুমন্তৰ মূৰ্তি খটৰাত আছে।

— বৰদোৱা গুৰুচৰিত

মহাপুৰুষ শংকৰদেৱ-মাধৱদেৱৰ উদ্যোগত বৰপেটা অঞ্চল শ্ৰীকৃষ্ণ লীলা-মালাৰ চিন্তা-চৰ্চন, নাম-প্ৰসঙ্গ, নাট-ভাওনাৰে হৈ পৰিছিল বৃন্দাবন সদৃশ। সাধাৰণ মানুহৰ কাৰণে হাততে ঢুকি পোৱা বৈকুণ্ঠপুৰী সদৃশ।

শ্ৰীমন্ত শংকৰদেৱে শেষবাৰ কোচবিহাৰলৈ যোৱাৰ সময়ত এৰাতি মাধৱদেৱৰ লগত গণককুছিত কটাই নিজৰ শক্তি-ভক্তি সকলো সমৰ্পণ কৰে। ভকতৰ আৰ্হিৰ কাৰণে ইয়াতে মাধৱদেৱে গুৰুক বাৰ্তা সুধিছে। গুৰুজনাই প্ৰিয়তম শিষ্য মাধৱদেৱক নিজৰ লগত অভেদ বুলি কৈ ধৰ্মাচাৰ্যৰ আসন দিছে। গুৰু-চৰিতৰ ভাষাত ঃ

সবাতো অধিক  তুমি প্ৰিয়তম
নিশ্চয় জানিবা তাক।
তুমি আমি ভিন  নুহিকো জানিবা
কহিলোহো সত্য বাক।।
পাচক লাগিয়া  তোমাতেসে হন্তে
জীৱসব নিস্তাৰিবা।
হৰিভক্তি ধৰ্ম  লোকক কেৱলে
তুমি উপদেশ দিবা।।  — দৈত্যাৰি ঠাকুৰ

জগতগুৰুৱে চিৰবিদায় লৈ যোৱাৰ বাতৰি পাই মাধৱদেৱে ব্যাকুল হৈ বিলাপ কৰিছে — 'আলো! মই কি কহব দুঃখ। পৰাণ নিগৰে নেদেখিয়া চান্দ-মুখ।'

মহাপুৰুষ শংকৰদেৱে বৰপেটাৰপৰা মেলানি মাগি কোচবিহাৰলৈ যাত্ৰা কৰাৰ লগে লগে বৰপেটাৰ কৃষ্ণ-সূৰ্য নিৰ্বাপিত হ'ল যদিও সূৰ্যৰ কিৰণত ভাস্বৰ হোৱা চন্দ্ৰৰ দৰে মাধৱদেৱে গুৰু-শক্তি লৈ মহাপুৰুষীয়া ধৰ্মৰ ধৰ্মাচাৰ্য পদত অধিষ্ঠিত হ'ল। এই ক্ষেত্ৰতো আছিল ঠাকুৰ আতাৰ বিচক্ষণতা। ইয়াৰ পিছত মাধৱদেৱৰ গণককুছিৰ পৰা পাটবাউসীলৈ আগমন, শংকৰ-পুত্ৰ হৰিচৰণৰ মূৰৰ বিকৃতি, শংকৰদেৱৰ খুড়াতু ভায়েক হাথীয়াৰ অমাৰ্জনীয় আক্ৰমণত বিধ্বস্ত হৈ পৰা মাধৱদেৱে গুৰু-পত্নী কালিন্দী আইৰ আজ্ঞা অনুসৰি সুন্দৰীদিয়ালৈ গৈ তাতে থান পাতি প্ৰায় চাৰে চৈধ্য বছৰ ৰ'ল। তাতো খিৰা মৰলৰ দুই পুত্ৰ গোপাল আৰু

মুকুন্দে কৰা ভক্ত-নিগ্ৰহত বিষম পাই ১৫০৫ (১৫৮৩ খৃঃ) শকত বৰপেটালৈ আহে। গুৰুজনক বৰপেটালৈ অনাত মথুৰাদাস বুঢ়া আতাই আগভাগ লয়।

মহাপুৰুষ মাধৱদেৱে সুন্দৰীত থকা সময়ত কেবাগৰাকীও সমৰ্থ শিষ্য লাভ কৰে। সেইসকলৰ ভিতৰত ভৱানীপুৰৰ গোপাল আতা, হৰিহৰ আতা, লাইআটীৰ শ্ৰীহৰি, বেহেৰীয়া বিষ্ণু আতা, কেশৱচৰণ বা ভাটৌকুছি আতা, ধোপগুৰিৰ লক্ষ্মীকান্ত আতা, খটৰাৰ লেছাকণীয়া গোবিন্দ আতা আদি প্ৰধান। সখিয়েক ঠাকুৰ আতাৰ জৰিয়তে দুগৰাকী বিশিষ্ট শিষ্য লাভ কৰে— চমৰিয়াৰ কংসাৰি বা বৰবিষ্ণু আতা আৰু তাঁতীকুছিৰ চৈত্যনীয়া পষ্টী গোপাল তাঁতী বা মথুৰাদাস বুঢ়াআতা। মহাপুৰুষ শংকৰদেৱৰ যিদৰে ঠাকুৰ আতা আদৰ্শ শিষ্য আছিল সেইদৰে মহাপুৰুষ মাধৱদেৱে পোনপ্ৰথমবাৰৰ কাৰণে মথুৰাদাসক বৰপেটা সত্ৰৰ সত্ৰীয়া বা অধিকাৰ পাতিছিল নাগেৰী টকা দুটা, মালতী ফুলৰ ঢোপ, আৰু দোপাটী বস্ত্ৰ প্ৰদান কৰি — 'তোমাক অধিকাৰ পাতি বৰপেটা থানৰ এই টকা দিছো সলা বস্তিৰ। তিনিয়ো ৰাজ্যৰ লোক সেৱাতে কৰ দিব।' (কথা-গুৰুচৰিত) মহাপুৰুষ মাধৱদেৱৰ শ্ৰীমুখৰ পৰা ওলোৱা 'তিনি ৰাজ্যৰ বন্দনী' বৰপেটা সত্ৰৰ বিষয়ে কৰা বাণী আজিও ফলৱতী হৈ আছে।



*সুন্দৰীদিয়া সত্ৰৰ কীৰ্তন ঘৰ*

গোপাল তাঁতীৰ(মথুৰাদাস) উদ্যোগত শ্ৰীৰাম আতাৰ লগত মহাপুৰুষ মাধৱদেৱে বৰপেটালৈ অহা ক্ষণটো আছিল বৰপেটাৰ কাৰণে ঐতিহাসিক। যদি সুন্দৰীদিয়া ত্যাগ কৰি যাবলৈ ওলোৱা মহাপুৰুষৰ লাম-লাকটুৰ ভাৰখন লৈ সেই সময়ত গোপাল তাঁতীয়ে বৰপেটা অভিমুখে নাহিলহেঁতেন তেনেহ'লে মাধৱদেৱৰ পদৰেণুৰে গুৱাগাছা বা ভবানীপুৰ পবিত্ৰ হ'লহেঁতেন, বৰপেটা হৈ থাকিলহেঁতেন বঞ্চিত। আজি যি ঠাইত বৰপেটাৰ কীৰ্তনঘৰ আছে সেই ঠাই হয়তো কাৰোবাৰ ব্যক্তিগত সম্পত্তি হৈ থাকিলহেঁতেন। কেৱল চুণপোৰা বা চিনপৰা ভিঠি আৰু পাটবাউসী-গণককুছিয়ে কঢ়িয়াই থাকিলহেঁতেন গুৰু দুজনাৰ সোণালী স্মৃতি।

বৰপেটা অভিমুখে আহি থকা অৱস্থাত মহাপুৰুষ মাধৱদেৱে বৰ্তমানৰ নখন্দাৰ পাৰৰ দল্লিদবাৰ পথাৰৰ ৰাখল ঘৰৰ (গৰখীয়া গোসাঁইৰ ঘৰ) ঠাইখিনিত (বিলৰতাৰী হাটী) কিছু সময় জিৰণি লৈছিল। সেই সময়ত গুৰুজনাৰ বয়স প্ৰায় চৌৰানব্বৈ বছৰ হৈছিল। গুৰুজনাক দেখি পথাৰত চৰি থকা গৰু-গাইবোৰে ঘাঁহ খাবলৈ এৰি তেৰাৰ ফালে চাই থকা দেখি শ্ৰীকৃষ্ণৰ গৰু-চৰোৱাৰ স্মৃতি বিজড়িত এক অমিয়া বৰগীত গালে— আলো ভাই। গোকুলে আনন্দ জয় জয়। মিলিছে পৰম মহোদয়।।

গোপাল তাঁতীৰ (মথুৰাদাস) যত্নত ৰাম লাডুৱা বুঢ়াৰ চোমনি বাৰীখন দান হিচাপে গ্ৰহণ কৰি ইয়াক চাফ-চিকুণ কৰি অভিনৱ শিল্প-কাৰ্যেৰে নিৰ্মিত কৰা হ'ল — ৰঙ্গাৱন গৃহ বা ৰঙিয়াল গৃহ। এয়েই বৰপেটা সত্ৰৰ কীৰ্তনঘৰ। ইয়াকেই গুৰুজনে সাংস্কৃতিক ৰঙ্গমঞ্চ আৰু অতিথিশালাৰো ৰূপ দি যাউতিযুগীয়া কৰি থৈ গ'ল। যিদৰে 'সত্ৰ'ৰ আৰ্হিৰে 'বৰপেটা সত্ৰ' অসমৰ প্ৰথম সত্ৰ, সেইদৰে ৰঙিয়াল-গৃহ হৈছে অসমৰ আদি ৰঙ্গমঞ্চ। ৰঙিয়াল গৃহৰ মজিয়াতেই গুৰুজনাই নৃত্য-গীত-ভাওনাৰ অভিনৱ অনুষ্ঠান পাতি ভক্ত সমাজক আকৰ্ষিত কৰিছিল, হৰি লীলা-মালাৰ মাহাত্ম্য প্ৰকাশিছিল। এই ৰঙিয়াল গৃহৰ ভিতৰতে পৰিবেশিত ঝুমুৰা-নাটৰ আনন্দ ভক্তই উপভোগ কৰিছিল। এই তথ্যৰ সাক্ষী দিয়ে দৈত্যাৰি ঠাকুৰৰ চৰিতে —

কৰিলা ঝুমুৰা দধিমথন তহিত।
নানা ৰাস কৰিলন্ত আৰো নানা গীত।।
পাতিলা গোসাই-ঘৰ মহা মনোৰম।
কামৰূপে আন ঘৰ নাই তাক সম।।

কামৰূপ কিয়, সম্পূৰ্ণ অসমতে এনে ৰঙিয়াল-গৃহ বিচাৰি পাবলৈ নাছিল। ৰঙিয়াল-গৃহ আছিল মহাপুৰুষ মাধৱদেৱৰ অভিনৱ সৃষ্টি।

বজালীৰ পৰা মহাপুৰুষ মাধৱদেৱে নিজে গৈ বাঁহ অনাই, ভক্তবৃন্দৰ দ্বাৰা গৃহৰ উপকৰণ সংগ্ৰহ কৰি, দক্ষিণ পাৰৰ পৰা মহাপুৰুষীয়া বাঢ়ৈ কৃষ্ণাই, কৃষ্ণাইৰ ল'ৰা ৰাম আৰু বিভীষণ আতৈক আনি, হেৰমদৰ পৰা খৰিমাটি, ৰাংপাতা, বালিচন্দা আদি সামগ্ৰী গোটাই নিজৰ

নিৰীক্ষণত ৰঙিয়াল-গৃহ নিৰ্মাণ কৰাইছিল।

ৰঙিয়াল গৃহত কুন্দ্ৰাক্ষৰ জ্বালা দিলে। ৰাংপাতা, বালিচন্দা মাৰি এঠালে। গোটেই ঘৰটো স্বৰ্ণময় হৈ পৰিল। সচাঁকৈয়ে ঘৰটো বিচিত্ৰময় হ'ল। বিভীষণ আতৈ আৰু কৃষ্ণাই আতৈয়ে পাটদ্বাৰত লতা ফুল কাটিবলৈ ধৰিলে। তাকে দেখি গুৰুজনে সুধিলে বোলে কি কাটিছাহঁক? তেওঁলোকে লতা কটা বুলি কোৱাত গুৰুজনেও শলাগি কলে, 'বাৰু তোমালোকেও লতা কাটা, আমি লতা কাটি ঈশ্বৰৰ গুণ বৰ্ণাওঁ। এই বুলি কৈ তেৰাই ঘোষা কৰিছেঃ

হৰি হৰি হৰি হৰি হৰি হৰি
হৰি হৰি হৰি হৰি হৰি এ
প্ৰাণ বন্ধু হৰি হৰি হৰি হৰি এ
মোৰ প্ৰাণধন হৰি এ
অনাদি অনন্ত প্ৰভু ভগৱন্ত ভজো চৰণত ধৰি এ
হৰি হৰি ভজো চৰণত ধৰি এ।

....(নামঘোষা)

এই ঘোষা শুনি দুয়োজন বাঢ়ৈ আতৈয়ে এইদৰে মন্তব্য দিলেঃ বাপ, আমি যি লতা কাটিলো কাইলৈ ঘূণে খাব। আপুনি যি অবিনাশী লতা গাঁথিলে তাতে ধৰি অনেক জীৱ তৰিব। পৃথিৱী, চন্দ্ৰ, সূৰ্য থকালৈকে জ্বলি থকিব।



*বৰপেটা সত্ৰৰ কীৰ্তন ঘৰ*

ৰঙিয়াল-গৃহ সম্পূৰ্ণ হোৱাত 'ভাগৱত' থাপনা কৰা হৈছে। দিনত 'ভোজন ব্যৱহাৰ' কৰি নিশা 'দধি মথন' ঝুমুৰা কৰিছে। বালকসকলে নটুৱা হৈ নাচিছে, বালকসকলকে গোপিনী সজাইছে। দৰ্শকসকলে ৰঙিয়াল গৃহৰ প্ৰতিটো দিবসৰ কাৰ্যসূচী দেখি প্ৰেমাকুল হৈ পৰিছে। বহু লোকে শৰণ লৈ ধৰ্ম পাবলৈ আহিছে। 'বৰদোৱা গুৰুচৰিত'ৰ বৰ্ণনা ঃ

> নামঘৰ প্ৰতিষ্ঠা কৰি 'ভাগৱত' থাপন কৰি দিনত 'ভোজন ব্যৱহাৰ', ৰাত্ৰি 'দধি-মথন' যাত্ৰা কৰিছে। বালকসকলক নটুৱা-কাছে সাজিছে। দধি-মথনকাৰীসকলক গোপিনী সাজে সজাই স্ত্ৰীবেশ কৰাইছে। দৰ্শক লোকসকলে ভাৱনা দেখি প্ৰেমাকুল হৈ আশ্বাস কৰিছে। এই আমোদত বহু লোক সমাৰোহ হোৱাত অনেকে ধৰ্মপথলৈ আহিছে।
>
> (সপ্তত্ৰিংশ অধ্যায়)

মহাপুৰুষ মাধৱদেৱে তাঁতীকুছিত (বৰপেটা) ৰঙিয়াল গৃহ (কীৰ্তনঘৰ), মণিকূট, চাৰি-হাটী, বাটচ'ৰা, ভাণ্ডাৰ ঘৰ প্ৰভৃতি নিৰ্মাণ কৰি বৰপেটা সত্ৰক সম্পূৰ্ণ কৰি তুলিলে। সেই সময়ত বৰপেটা সত্ৰত ছকুৰি ভকত আছিল। কীৰ্তনঘৰৰ মণিকূটত জ্বলিল গুৰুজনাৰ হস্তপদ্মেৰে প্ৰজ্বলিত অক্ষয় বন্তি। বৰপেটা হৈ পৰিছিল ভকতসকলৰ কাৰণে তীৰ্থ-স্থান, গোকুল-বৃন্দাবন-মথুৰাৰ দৰে পৱিত্ৰ। ভূষণ দ্বিজৰ 'শ্ৰীশ্ৰীশঙ্কৰদেৱ' চৰিত অনুসৰি ঃ

শ্ৰীমন্ত শঙ্কৰদেৱ বৈকুণ্ঠক গৈলা যেবে
মাধৱ কহিলা পৃথিৱীত।
সিটো পদ ভটিমাক বিস্তৰ কৰিয়া আতি
ভকতিক কৰাইলা বিদিত।।
তান্তি কুঞ্চি নাম গ্ৰামে সত্ৰ পাতিলন্ত ৰঙ্গে
দেৱগৃহ নিৰ্মিলা তহিত।
সমস্তে লোকক চানি ভকতিক প্ৰবৰ্তাইলা
ইটো কথা বিদিত সবাত।।

এই সত্ৰত থাকি মাধৱদেৱ মহাপুৰুষে বিস্তৰ লোকক শৰণ দি মহাপুৰুষীয়া ধৰ্মলৈ অনাইছিল। লোকশিক্ষা আৰু ধৰ্ম শিক্ষাৰ কাৰণে নানান লীলা কৰিছিল। ভকতৰ সেৱা কৰি গোপাল তাঁতী এই সত্ৰতেই হৈ পৰিছিল মথুৰাদাস— মথুৰাপুৰীৰ মথুৰাদাস। গুৰুজনৰ নিৰ্দেশত বৰপেটা সত্ৰত ভৰাঁল ঘৰ স্থাপিত হয়। শৰণৰ নিমিত্তে অহা ভকতসকলে দিয়া ভাৰৰ সামগ্ৰীবোৰ এই ভাণ্ডাৰতেই ৰখা হয়। ভকত-যাত্ৰীসকলক চৰু-সিধা দিয়াৰ ব্যৱস্থা গুৰুজনাৰ সময়ৰ পৰাই আছে। মাধৱদেৱ গুৰুৰ আশীৰ্বাদত এই সামগ্ৰীৰ ভৰাঁল 'অক্ষয় ভাণ্ডাৰ' ৰূপে পৰিগণিত হয়। আজিও সত্ৰলৈ অহা যাত্ৰীক সিধা দিয়াৰ ব্যৱস্থা আছে।

মহাপুৰুষ মাধৱদেৱৰ সময়ত লোকাৰণ্য হৈ থকা বৰপেটা সত্ৰ নিয়মিত নাম-কীৰ্তন, গীত-নৃত্য-ভাওনাৰে উখল- মাখল হৈ আছিল। পৰমাৰ্থ চৰ্চাৰ এই কেন্দ্ৰত বিশিষ্ট আতা-ভকতসকলৰ সমাগম হৈছিল আৰু সকলোৱে কৰ্ণ ভৰি গুৰুজনাৰ পৰমাৰ্থ ব্যাখ্যা আৰু নীতি-নিৰ্দেশনা পান কৰিছিল। সেই সময়ত উত্তৰা-দক্ষিণাকৈ থকা কীৰ্তনঘৰৰ দোমোজাত বহি মহাপুৰুষ মাধৱদেৱে প্ৰিয়তম শিষ্য মথুৰাদাসক ভক্তি-তত্ত্বৰ (দোমোজাৰ সুখ) সম্ভেদ দি তেওঁৰ আধ্যাত্মিক উৎকৰ্ষ সাধন কৰিছিল। সমাগম হৈছিল নানান আতা-আতৈসকলৰ, যথা—নাৰায়ণদাস ঠাকুৰ আতা, গোপাল আতা, হৰিহৰ আতা, বৰবিষ্ণু আতা, বেহেৰীয়া বিষ্ণু আতা, লাইআটীৰ শ্ৰীহৰি, লক্ষীকান্ত আতা, লেছাকণীয়া গোবিন্দ আতা, হেৰামদৈৰ পঢ়িয়া আতৈ, বংশীগোপাল, আদিৰ উপৰি গুৰুপুত্ৰ হৰিচৰণ, গুৰু নাতিদ্বয় পুৰুযোত্তম ঠাকুৰ আৰু চতুৰ্ভুজ ঠাকুৰ, মাধৱদেৱৰ ভাগিন ৰামচৰণ ঠাকুৰ প্ৰমুখ্যে পৰমাৰ্থ ক্ষেত্ৰত বিচৰণ কৰা অনেক ভকত-তত্ত্বানেষীৰ। এইদৰে বৈকুণ্ঠৰ সুখত মজি থকা অৱস্থাতে সত্ৰলৈ আহিছিল কালস্বৰূপ বিদ্বান বুলি গপত ওফন্দি থকা অসুৰাৰি ভট্টাচাৰ্য। মাধৱদেৱৰ লগত তৰ্কশাস্ত্ৰত পৰাজিত হৈ তেওঁ অপমানবোধ কৰিলে। সেয়ে সেই সময়ত বিজয়পুৰত শাসন চলাই থকা চিলাৰায়ৰ পুত্ৰ ৰঘুদেৱক (১৫৮১-১৬০৩ খৃঃ) ভট্টাচাৰ্যই গৈ খল দিলে, 'বাউসীত এজন মহাজন আছে। নাম মাধৱ। সোণ-ৰূপেৰে ঘৰ এটা কৰিলৈ যুৱতী স্ত্ৰীক নচুৱাই সভাতে সাবটি লয়। ব্ৰাহ্মণক নামানে, ভাগৱত নামানে, শ্ৰাদ্ধ, বেদবিধি এৰিলে, গঙ্গা, গীতা, তুলসী নুপুজে, নামানে, কুলক্ৰিয়া নাবাছে। তোমাৰ দেশত এনে অধৰ্মী অধাচাৰী হ'লে ৰজাৰ ছত্ৰভঙ্গ হয়, প্ৰজা ক্ষয় হয়, দুৰ্ভিক্ষ হয়।'

অসুৰাৰি ভট্টাচাৰ্যৰ পৰা মাধৱদেৱৰ বিৰুদ্ধে এনে অভিযোগ পাই ৰজাই তৎক্ষণাত সুৰানন্দক আদেশ দিলে ঃ দুহেজাৰ টকা লৈ ধৰি আনগৈ। সুৰানন্দই কূট-কৌশলেৰে গুৰুজনক ধৰি নি ৰজাৰ বাখৰ ঘৰত ৰাখিছিল। সেই বিজয়পুৰত ৰঘু ৰজাৰ স্নেহৰ এক বৰুৱা আছিল ঃ নাম গন্ধৰ্ব মাজী। তেওঁ দহ হেজাৰ নাও বঠাৰ দায়িত্বত আছিল। তেওঁ হৰিকৃষ্ণ নামৰ ভকতৰ যোগেৰে মহাপুৰুষক গুৰু বুলিছিল। তেৱেঁ বাখৰ ঘৰৰ সমুখত তিনি পুলিৰ এটা ঘৰ সাজি দিলে। মুখ ধোৱা ঠাই, হাত ধোৱা ঠাই, গা ধোৱা ঠাই আদিতো চালি সাজি দিলে। ঘৰৰ চাৰিওফালে চকোৱা দি দিলে। এইবোৰ হোৱাত গুৰুজনক নাৱেৰে লৈ গৈ ন ঘৰত থকাৰ ব্যৱস্থা কৰি দিলে। তেওঁ ছমাহ ধৰি গুৰুজনে মুখ-হাত ধোৱা পানী অতাইছিল। গুৰুজনে বিজয়পুৰত থকা ছমাহ ধৰি গন্ধৰ্ব মাজীয়ে তেৰাক নিতৌ চাউল, লোণ-তেল, মাছ, খৰি, চৰু, ঘিউ, মৌ, চেনি, চিৰা, গুৰ, গাখীৰ, শাক-পাত, পিন্ধা কাপোৰকে ধৰি সকলো ব্যৱহাৰ্য সামগ্ৰীৰ যোগান ধৰিছিল। মাধৱদেৱৰ প্ৰতিভাৰ উমান পাই সুৰানন্দৰ পিতাক বাগি (বাগীশ) ভট্টাচাৰ্যই ৰজাক মাধৱক সদাচাৰী বুলি কোৱাত বিনা বিচাৰে তেৰাক ছমাহৰ মূৰত মুক্তি দিয়া হয়। গুৰুজনাৰ খেদ থাকি

গ'ল ব্ৰাহ্মণসকলক বাদত পৰাজিত কৰিব নোৱাৰি ঃ শ্ৰীশঙ্কৰদেৱৰ প্ৰসাদত তোক বামুণক তুলা ধুনাদি ধুনিবলৈ নাপালো।

বিজয়পুৰৰ পৰা উভতি আহি গুৰুজনে বৰপেটাত ডেৰ মাহ থকা বুলি শ্ৰীদৈত্যাৰি ঠাকুৰৰ চৰিতত উল্লেখ পোৱা যায়। এনেতে এটা গুজব ওলাল যে সুৰানন্দ আকৌ বৰপেটালৈ আহি আছে। ভয়তে ভকতসকলে অত্ৰাহি হৈ পলাল আৰু মাধৱ গুৰুৱেও ভাগিন ৰামচৰণৰ ঠাই সুন্দৰীদিয়াত থাকিল। এমাহমান সুন্দৰীদিয়াত থকাৰ পিছত ৰাজ আজ্ঞা অনুসৰি গুৰুজনক হাজোলৈ নিৰ্বাসন দিয়া হয়। গুৰুজনে হাজোৰ ৰামদিয়াৰ বালিৰ ছৈঘৰত ছমাহ থকা সময়ত ধোপগুৰি থানৰ লক্ষ্মীকান্ত আৰু সনাতন আতৈয়ে ৰোজ ধৰে। হৰি-নাম কীৰ্তনৰ ধ্বনি, গীত-নাট-ভাওনাৰ সমাহাৰত গুৰুজনাৰ কাষলৈ ভক্তৰ সোঁত ববলৈ ধৰিলে। ইয়াৰ ফলত হয়গ্ৰীৱ-মাধৱৰ পূজাৰীসকল গুৰুজনৰ বিদ্বেষী হৈ পৰিল। সেই সময়ত কোচবেহাৰৰ আইধাইয়ে মূৰৰ চুলি ছিঙি কাবৌ কোকালিকৈ গুৰুজনাক মাতি পঠিওৱাত তেৰাই বেহাৰলৈ যোৱাৰ মন মেলিলে। হাজোৰ পৰা ভটিয়াই কোচবেহাৰলৈ যোৱাৰ সময়ত বৰপেটাত গুৰুজন নৰ'ল। প্ৰথমতে তেৰাৰ নাও মনদিয়া ঘাটত আৰু তাৰ পিছত গজিয়া ঘাটত ৰ'ল। কামৰূপৰ ভকতসকলক শেষবাৰৰ কাৰণে মাত দিবৰ কাৰণে মহাপুৰুষ মাধৱদেৱে মাতি পঠিয়ালে। পাটবাউসী, বৰপেটা, সুন্দৰীদিয়া, ভৱানীপুৰ আদিৰ পৰা হৰিচৰণ ঠাকুৰ, পুৰুষোত্তম ঠাকুৰ, চতুৰ্ভুজ ঠাকুৰ, নাৰায়ণ দাস ঠাকুৰ আতা, গোপাল আতা, মথুৰাদাস বুঢ়াআতা, ৰামচৰণ ঠাকুৰ, মনপুৰ ভণ্ডাৰি আদি সেৱক-ভক্তসকল আহি গজিয়া-ঘাটত গুৰুজনাক লগ ধৰিলেহি। ঠাকুৰ আতাই সখিয়েকৰ লগত যাবলৈ ওলোৱাত গুৰুজনে মানা কৰি ক'লে, 'তোম্ৰা জাব নেলাগে থাকা। তুমি ইৰাজ্য সিৰাজ্য তিনি ও ৰাজ্যৰ সেৱকবস্তু সুধিব লাগে।'

মহাপুৰুষ মাধৱদেৱে বৰপেটাক বৃন্দাবনৰ গৰিমা প্ৰদান কৰিছিল। তেৰাই গজিয়া ঘাটৰ পৰা চিৰমেলানি লাগি যাত্ৰা কৰাৰ পিছত বৰপেটা বৃন্দাবন শূন্য হৈ পৰিল। ঠাকুৰ আতা, গোপাল আতা, মথুৰাদাস বুঢ়া আতাৰ হৃদয়ে হাহাকাৰ কৰি উঠিল। মথুৰাদাসে বিলাপ কৰি ঘোষা গালে ঃ ৰামচন্দ্ৰ স্বৰ্গে চলি গৈলা। অযোধ্যাপুৰি সবে শূন্য ভৈলা।

১৫৪৭ খৃঃৰ মাজ ভাগত দুজনা গুৰু মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱে আহি বৰপেটাক ধন্য কৰিছিল। আৰু ১৫৯২ খৃঃত মহাপুৰুষ মাধৱদেৱে শেষ বিদায় লৈ বৰপেটা এৰাত বৰপেটা-বৃন্দাবন হৈ পৰিছিল কানুবিহীন। সুদীৰ্ঘ দুকুৰি পাঁচ বছৰে বৰপেটা অঞ্চল মহাপুৰুষৰ পদ ৰেণুৰে ধন্য হৈ আছিল। মহাপুৰুষদ্বয়ৰ মিলনে এখন অখ্যাত গাঁও তাঁতীকুছিক (বৰপেটা) মহিমামণ্ডিত কৰি তুলিছিল, ধৰ্মৰাজ্যৰ এখন লেখতলবলগীয়া স্থান ৰূপে প্ৰতিষ্ঠিত কৰিছিল। ইয়াৰ বাবে বৰপেটাবাসী চিৰদিন কৃতজ্ঞ হৈ ৰ'ব বাৰাদিৰ চৌকীয়া মাজীৰ প্ৰতি যিয়ে জগতগুৰুক তাঁতীকুছিৰ (বৰপেটা) উচ্চ প্ৰশংসা কৰি আৰু

সদ্য মাতৃহাৰা মাধৱদেৱক নিজ ঠাইত আশ্ৰয় প্ৰদান কৰিছিল, কৃতজ্ঞ হৈ ৰ'ব জন্টিৰ মধাইৰ প্ৰতি যিয়ে জগতগুৰুৰে চূণপোৰাত বিষম পাই সেই ঠাই এৰি ভটিয়াই যাবলৈ মন মেলাত কুমাৰকুছিৰ বিষয়ে সম্ভেদ দিছিল, সেইজন অখ্যাত গণকৰ প্ৰতি যিয়ে নিজে থাকিবলৈ সজা ঘৰেৰে সৈতে দীঘলা কায়স্থৰ কাষৰ পামখন (গণককুছি) গুৰুজনক দান কৰি মাধৱদেৱক থকাৰ সুবিধা কৰি দিছিল, সেই দুগৰাকী দামু চৰ্দাৰি আৰু বগা দলৈৰ প্ৰতি যিঁয়ে কুমাৰকুছিত অসুচল পোৱা জগতগুৰুক বৰলচোঙৰ মাটি দান কৰি পাটবাউসী থান প্ৰতিষ্ঠা কৰাত সহায় কৰিছিল, কৃতজ্ঞ হৈ থাকিব নাৰায়ণদাস ঠাকুৰ আতাৰ প্ৰতি যিয়ে মাধৱদেৱ মহাপুৰুষক ৰঙ্গাৱন-গৃহ সজাৰ সপোন দেখুৱাইছিল, কৃতজ্ঞ হৈ ৰ'ব নিঃসন্তান ৰাম লাড়ুৱা বুঢ়াৰ প্ৰতি যিয়ে একাষাৰতে মাধৱদেৱক নিজৰ চোমনি বাৰীখন দান দি বৰপেটা সত্ৰ প্ৰতিষ্ঠা কৰাৰ কাৰণে বাট প্ৰশস্ত কৰি দিছিল, কৃতজ্ঞ হৈ ৰ'ব গোপাল তাঁতী ওৰফে মথুৰাদাস বুঢ়া আতাৰ প্ৰতি যাৰ অক্লান্ত ত্যাগ-নিষ্ঠা আৰু সেৱাই বৰপেটা সত্ৰক তিনিও ৰাজ্যৰ বন্দনী স্থানলৈ ৰূপান্তৰিত কৰিছিল। সাধাৰণ-অসাধাৰণ এনেবোৰ ব্যক্তিত্বৰ অৱদানৰ ফলস্বৰূপে জগতগুৰু শঙ্কৰদেৱ আৰু মহাপুৰুষ মাধৱদেৱে সুস্থিৰভাৱে ধৰ্মৰ প্ৰচাৰ-প্ৰসাৰৰ কাৰণে যত্নবান হ'ব পাৰিছিল, অমূল্য সাহিত্যৰে অসমীয়া ভাষা-বেদীক চহকী কৰিব পাৰিছিল, হৰি-নামৰ কীৰ্তনেৰে বৰপেটাৰ চৌদিশ মুখৰিত কৰিব পাৰিছিল, গীত-নাট-ভাওনাৰে সাধাৰণ লোকৰ মনক সংস্কৃতিৱান কৰিব পাৰিছিল।

বুঢ়ীলুইত (চাউলখোৱা), নখান্দাৰে পৰিবেষ্টিত বৰপেটা থকালৈকে মহাপুৰুষদ্বয়ৰ মিলন-ভূমি বৰপেটা-বৃন্দাবন চন্দ্ৰ-দিবাকৰৰ দৰে উজলি থাকিব, চূণপোৰা-পাটবাউসী-গণককুছি-সুন্দৰীদিয়া-বৰপেটাৰ থান-সত্ৰসমূহ কিৰীটিৰ দৰে জ্যোতিষ্মান হৈ থাকিব, কৰি থাকিব ইয়ে মহাপুৰুষৰ জয়-ঘোষণা।

## সহায়ক গ্ৰন্থ


ৰামচৰণ ঠাকুৰ : গুৰু-চৰিত

দৈত্যাৰি ঠাকুৰ : মহাপুৰুষ শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱ চৰিত

ভূষণ দ্বিজ : শ্ৰীশ্ৰী শঙ্কৰদেৱ

পুৱাৰাম মহন্ত সংগ্ৰীহিত : বৰদোৱা গুৰুচৰিত

উপেন্দ্ৰ চন্দ্ৰ লেখাৰু (সম্পাদিত) : কথা-গুৰুচৰিত

মহেশ্বৰ নেওগ (সম্পাদিত) : গুৰু-চৰিত-কথা

ভূপেন্দ্ৰ ৰায়চৌধুৰী : বৰপেটা সত্ৰৰ-ইতিবৃত্ত

: শ্ৰীশ্ৰী মথুৰাদাস বুঢ়াআতাৰ জীৱন সুৰভি।




# শ্ৰীশ্ৰী মথুৰাদাসৰ বৰপেটা সত্ৰ ঃ তাহানি আৰু আজি

**ৰাধাকান্ত তালুকদাৰ**

জগৎগুৰু মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ বিশ্ব-বিখ্যাত বৃন্দাবনী বস্ত্ৰৰ মুখ্য কাৰিকৰ তথা মুখ্য তাঁতী গোপাল তাঁতী পৰৱৰ্তীকালৰ শ্ৰীশ্ৰীমথুৰা দাস এজন একান্ত ভকত, নিষ্ঠাৱান সেৱক, বিচক্ষণ সাংগঠনিক, দক্ষতাসম্পন্ন বিৰল ব্যক্তিত্বৰ পুৰুষ। তিনি ৰাজ্যৰ বন্দনী থান বৰপেটাৰ প্ৰতিষ্ঠাত তেওঁৰ ভূমিকা প্ৰণিধানযোগ্য। যি পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত শ্ৰীশ্ৰীমাধৱদেৱ মহাপুৰুষৰ দ্বাৰা বৰপেটা সত্ৰখন প্ৰতিষ্ঠিত হ'ল সেই ঘটনাক্ৰম জুকিয়াই চালেই কথাটো স্পষ্ট হৈ ওলাই পৰে।

মহাপুৰুষ শ্ৰীশ্ৰী মাধৱদেৱে সুন্দৰীদিয়াত সত্ৰ পাতি জগৎগুৰু মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ ধৰ্মীয় সংস্কৃতিৰ প্ৰচাৰ-প্ৰসাৰৰ মহাভিযানৰ কাম চলাই থাকোঁতে সময়ৰ সোঁতত উদ্ভৱ হোৱা প্ৰতিকূল পৰিস্থিতিত নিজৰ বস্তু-বাহানিৰ ভাৰ বান্ধি লৈ গুৱাগাছালৈ যাবলৈ সাজু হৈ থকা অৱস্থাতে গোপাল তাঁতী গৈ পাই ভাৰখন কান্ধত লৈ তাঁতীকুছি মুখে খোজ ল'লে। মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱেও ভক্তৰ আকুল আকাঙ্খাক নেওচিব নোৱাৰি গোপালৰ পাছে পাছে খোজ লৈ আহি যথাসময়ত তাঁতীকুছি পালে।

কিছুদিনৰ পিছতে গোপালৰ আকাঙ্খা মতে আৰু গোপালৰ পেহাক ৰাম লাডুৱা বুঢ়াৰ পৰা খুজি পোৱা মাটিডৰাত মহাপুৰুষ শ্ৰীশ্ৰী মাধৱদেৱ গুৰুজনাই সত্ৰ প্ৰতিষ্ঠা কৰিলে। গোপালৰ প্ৰচেষ্টাত দলে দলে লোক আহি শ্ৰীশ্ৰী মাধৱদেৱ গুৰুজনাৰ তাত শৰণ ল'বলৈ ধৰিলে। গোপালে পেহাক ৰাম লাডুৱা বুঢ়াৰ পৰা তেওঁৰ বাকীখিনি মাটিও খুজি লৈ আৱশ্যক মতে আৰু ঘৰবাৰী বান্ধি লৈ সত্ৰখন মানুহৰ আকৰ্ষণীয় কৰি সজাই তুলিলে। এনে ধৰণে গোপাল তাঁতীয়ে তেওঁৰ গুৰু মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ দ্বাৰা তাঁতীকুছিত সত্ৰ প্ৰতিষ্ঠাৰ বাবে অন্তৰত পুহি ৰখা আকাঙ্খাই বাস্তৱত ৰূপ পালে। এইয়াই পৰৱৰ্তী কালৰ তিনি ৰাজ্যৰ বন্দনী থান বৰপেটা।

মহাপুৰুষ শ্ৰীশ্ৰী মাধৱদেৱ গুৰুজনাই গোপাল তাঁতীৰ সহযোগত সত্ৰ প্ৰতিষ্ঠা কৰাৰ লগতে জগৎগুৰু মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ গুৰুজনাৰ ধৰ্মীয়-সংস্কৃতিৰ প্ৰচাৰ-প্ৰসাৰৰ কাম প্ৰায় আঠ বছৰ কাল চলাই থাকি গোপাল তাঁতীৰ ওপৰত সত্ৰখনৰ দায়িত্ব ভাৰ সমজাই দি গুৰুজনাৰ পদাঙ্ক অনুসৰণ কৰি বেহাৰ ৰাজ্যলৈ গুচি গ'ল।

মহাপুৰুষ শ্ৰীশ্ৰী মাধৱদেৱ গুৰুজনাৰ অনুপস্থিতিৰ অভাৱ অনুভৱ কৰিলেও অক্লান্ত কৰ্মী গোপাল তাঁতীয়ে নিৰলসভাৱে কাম কৰি গৈ থাকিল। কিন্তু দুৰ্ভাগ্যবশতঃ কিছুদিন পিছতে গলয়া বিলৰ পাৰৰ বন পুৰা জুইয়ে সত্ৰৰ খেৰি কীৰ্তন ঘৰটো (ৰঙিয়াল গৃহ) পুৰি ভস্মীভূত কৰিলে। ঘৰটো পুনৰ নিৰ্মাণৰ বাবে ৰাইজক আকুল আহ্বান জনাইও কোনো সহাৰি নোপোৱাত গোপাল হতাশ হৈ কোচবিহাৰলৈ গৈ মহাপুৰুষ শ্ৰীশ্ৰী মাধৱদেৱক সকলো কথা বিৱৰি কৈ সত্ৰখনৰ দায়িত্ব প্ৰত্যৰ্পণ কৰাৰ মানসিকতা ব্যক্ত কৰিলে।



*বৰপেটা সত্ৰৰ মঠ (মহাপুৰুষ মাধৱদেৱৰ ভিঠি)*

গুৰুজনাই গোপাল তাঁতীৰ মনোভাব বুজিব পাৰি উৎসাহ দি ক'লে "পোৱা পুৰিছে, গজালি মেলিব, তুমি যোৱাগৈ।" এইবুলি কৈ দুটি নাগেৰি টকা কৰ হিচাপে আৰু লগতে

এখনি দোপাটি বস্ত্ৰ, কৰ মালা, ধুপমালা দি ক'লে যে সেইখন কৃষ্ণৰ মথুৰাপুৰী সদৃশ। সেইখন থানৰ আজি তোমাক যুৱৰাজ পাতিলো। ইমান দিনে মই চিত হাত কৰি মানুহৰ পৰা কৰ লৈ আহিছো। আজি উবুৰি হাত কৰি মই তোমাক কৰ দিলোঁ। এই আৰ্হি মতে ভৱিষ্যতলৈ উজনি, কামৰূপ আৰু বেহাৰ এই তিনি ৰাজ্যৰ লোকে তোমাক কৰ দিব। কৃষ্ণৰ মথুৰাপুৰী সদৃশ এই বৰপেটা সত্ৰৰ তোমাক অধিকাৰ পাতিলো। তুমি এই মথুৰাপুৰীৰ মথুৰা দাস নামে অভিহিত হ'লা। এনে ধৰণে আনুসঙ্গিকভাৱে আৱশ্যকীয় দিহা-পৰামৰ্শ দি মথুৰাদাসক বৰপেটালৈ ওভোতাই পঠালে।

মথুৰাদাসে গুৰু আজ্ঞা শিৰোগত কৰি বৰপেটালৈ প্ৰত্যাগমন কৰি ৰাইজৰ সহযোগত ৰঙিয়াল গৃহটি পুনৰ নিৰ্মাণ কৰি যথা নিয়মে গুৰু-ধৰ্ম প্ৰচাৰ-প্ৰসাৰত আত্মনিয়োগ কৰিলে। এই ক্ষেত্ৰত মথুৰাদাসৰ অভিনৱ উদ্ভাৱিকা শক্তিৰে সৃষ্টি কৰা কিছুমান ব্যৱস্থাই বৰপেটা সত্ৰক তিনি ৰাজ্যৰ বন্দনী থানৰ যোগ্যতা পোৱাত সহায় কৰিলে। লগতে মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ গুৰুজনাৰ ধৰ্ম-সংস্কৃতিৰ প্ৰচাৰ-প্ৰসাৰতো ইয়ে সহায়ক হ'ল।

প্ৰথমতে তেৰাই বৰপেটা সত্ৰখনৰ সাংগঠনিক ভেটি সুদৃঢ় কৰাৰ কাৰণে কেইটামান অপৰম্পৰাগত ব্যৱস্থা ল'লে। তাৰ ভিতৰত সত্ৰত চৈধ্য প্ৰসংগৰ নিয়ম প্ৰৱৰ্তন, হাটী প্ৰথা প্ৰৱৰ্তন, সত্ৰত ভাগ লোৱা নিয়ম প্ৰৱৰ্তন, সত্ৰৰ নিত্য-নৈমিত্তিক ধৰ্মীয়-সংস্কৃতিৰ কাৰ্যসূচী সমূহৰ ৰূপায়ণৰ দায়িত্ব প্ৰদান, বৰা নিয়োজন, সত্ৰত উদাসীন, ভকত ৰখাৰ ব্যৱস্থা, বিশুদ্ধ ধৰ্ম প্ৰচাৰিণী সভা আদিয়েই প্ৰধান।

**চৈধ্য প্ৰসংগৰ নিয়ম প্ৰৱৰ্তন** — শ্ৰীশ্ৰী মথুৰাদাসে সত্ৰত আগৰ পৰা চলি থকা নিত্য তিনি প্ৰসংগৰ ঠাইত চৈধ্য প্ৰসংগৰ ব্যৱস্থা কৰিলে। ইয়াৰ দ্বাৰা সত্ৰত মানুহৰ সমাগম আৰু সক্ৰিয় সহযোগ বৃদ্ধি পালে।

**হাটী প্ৰথা প্ৰৱৰ্তন** — শ্ৰীশ্ৰী মথুৰাদাস বুঢ়াআতাৰ দ্বাৰা সংগঠিত বৰপেটা সত্ৰৰ হাটী-প্ৰথা এক অভিনৱ ব্যৱস্থা। আন কথাত ইয়াক এখন সমবায় গ্ৰাম বুলি ক'ব পাৰি।

মথুৰাদাস বুঢ়াআতাই সত্ৰখনৰ বাসিন্দাসকলক ২২খন শাখা হাটীত বিভক্ত কৰি তিনিখন মূল হাটী, যথা— উত্তৰহাটী, দক্ষিণহাটী আৰু নহাটী নামেৰে সংগঠিত কৰিলে। লগতে হাটীত ভাগ লোৱাৰ ব্যৱস্থা কৰিলে। তেনে ধৰণে সংগৃহীত ধনৰ পুঁজিৰ পৰা হাটীত ভাগ থকা বাসিন্দাসকলৰ ব্যৱসায়-বাণিজ্য বা ঘৰুৱা কামৰ বাবে কম সুতত ধন ধাৰে দিয়া হয়। লগতে এই ধনৰ পুঁজিৰ পৰা হাটীৰ উমৈহতীয়া কামত খৰচ কৰা হয়। লগতে সত্ৰত মূল হাটীয়ে দিবলগীয়া কৰ অৰিহণা আদিতো খৰছ কৰা হয়।

**সত্ৰত ভাগ লোৱা ব্যৱস্থা** — শ্ৰীশ্ৰী মথুৰাদাস বুঢ়াআতাই কৰা ব্যৱস্থাসমূহৰ ভিতৰত অন্যতম উল্লেখনীয় ব্যৱস্থা হ'ল সত্ৰত ভাগ লোৱা নিয়ম প্ৰৱৰ্তন। ইয়াৰ দ্বাৰা নাগৰিকে বৰপেটা সত্ৰৰ সমূহভকতৰ এজন হিচাবে স্বীকৃতি লাভ কৰে। লগতে তেওঁ সত্ৰখনৰ



*বুঢ়াআতাৰ ভিঠি*

প্ৰতি দায়বদ্ধ হয়। সত্ৰৰ নিত্য নৈমিত্তিক ধৰ্মীয়-সাংস্কৃতিক কাৰ্য-সূচীসমূহৰ দায়িত্ব প্ৰদান তথা বিষয়ববীয়া নিয়োজন।

পাঠ-প্ৰসঙ্গ, নাট-ভাওনা আদি সত্ৰত নিত্য আৰু নৈমিত্তিকভাৱে অনুষ্ঠিত কৰিবলগীয়া কামসমূহ শ্ৰীশ্ৰীমথুৰাদাস বুঢ়াআতাই যোগ্য ব্যক্তি, বংশীয় বা হাটী গোটৰ ওপৰত ন্যস্ত কৰিলে। অৰ্থাৎ আৱশ্যক অনুসৰি তেনে বিষয়ববীয়া নিয়োজন কৰিলে। তাৰ দ্বাৰা সত্ৰৰ নিত্য চৈধ্য প্ৰসঙ্গকে ধৰি সত্ৰৰ নিত্য নৈমিত্তিক ধৰ্মীয় সংস্কৃতিৰ কাৰ্যসূচীসমূহ নিৰবছিন্নভাৱে চলি থাকিব ধৰিলে। তেনেধৰণে আজিও চলি আছে।

**বৰা নিয়োজন** — সত্ৰৰ উৎসৱ-পাৰ্বন আদিত সত্ৰত ভাগ থকা সমূহ ভকতৰ পৰা দিবলগীয়া কৰ অৰিহণা সংগ্ৰহ কৰি আনি সত্ৰৰ কৰ্তৃপক্ষৰ ওচৰত জমা দিয়া আৰু তিথি-পাৰ্ব্বন উপলক্ষে ভাগ থকা ভকতসকলে পাবলগীয়া নিৰ্ম্মালি বিতৰণ কৰাটো বৰাসকলৰ প্ৰধান কৰ্তব্য। এইয়াও শ্ৰীশ্ৰীমথুৰাদাসৰ এক উল্লেখনীয় ব্যৱস্থা।

**বৰপেটা সত্ৰত উদাসীন ভকত ৰখাৰ ব্যৱস্থা**— সত্ৰৰ নিত্য কৰণীয় পবিত্ৰ কাৰ্যসূচীসমূহ ৰূপায়ণ কৰি সত্ৰত অহৰহ কাম কৰাৰ কাৰণে এক শ্ৰেণীৰ উদাসীন ভকতৰ সৃষ্টি কৰিলে। ইয়াৰ দ্বাৰা সত্ৰৰ পবিত্ৰ কামসমূহ নিৰবছিন্নভাৱে চলি থকাৰ লগতে উদাসীন ভকতসমূহৰ উপস্থিতিত সত্ৰৰ সম্পত্তিও সুৰক্ষিত হৈ থাকিল।

**ভকত লেখা** — আধুনিক ব্যৱস্থাত ভকত লেখাটোক ভকতৰ হাজিৰা কৰা বুলি ক'ব পাৰি কিন্তু সেইটো ঠিক তেনেকুৱা নহয়। ইয়াৰ দ্বাৰা ভকতৰ লেখ লোৱাটোহে বুজায়। গুৰু-কীৰ্তনৰ আগদিনা সত্ৰৰ কাকতিয়ে সত্ৰৰ সত্ৰীয়া প্ৰভুসকলক ধৰি সত্ৰত ভাগ থকা লোকসকলৰ নাম ডাকে—'অমুক অহা গৈছে?' সংশ্লিষ্ট লোকজনে উত্তৰ দিব 'ৰাম অহা গৈছে' এই বুলি। পৰৱৰ্তী কালত ভকত লেখাৰ লগতে বৰা লেখা ব্যৱস্থাও প্ৰৱৰ্তন হয়।

**বিশুদ্ধ ধৰ্ম প্ৰচাৰিণী সভা** — মথুৰাদাসৰ আন এক অভিনব সৃষ্টি হ'ল বিশুদ্ধ ধৰ্ম প্ৰচাৰিণী সভা। জগতগুৰু মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ এক শৰণ হৰিনাম ধৰ্মৰ প্ৰচাৰ-প্ৰসাৰৰ বাবে আলোচনা ক্ৰমে নীতি-নিৰ্দ্ধাৰণ কৰি তাক কৰ্ম ক্ষেত্ৰত বাস্তৱায়িত ৰূপ দিয়াটোৱে এই সমিতিৰ মুখ্য উদ্দেশ্য। লগতে ভকতসকলৰ মাজত কোনো বাদ-বিসম্বাদ হ'লে তাক বিচাৰ-বিবেচনাৰে মীমাংসা কৰি দিয়াটোৱে ইয়াৰ মুখ্য উদ্দেশ্য।

এনে ধৰণে শ্ৰীশ্ৰীমথুৰাদাসে প্ৰায় অৰ্দ্ধশতাব্দী কাল ধৰি সত্ৰখনৰ অধিকাৰ হৈ থাকি নিৰলস প্ৰচেষ্টাৰে মহাপুৰুষ শ্ৰীশ্ৰী মাধৱদেৱে বৰপেটা সত্ৰখনক তিনি ৰাজ্যৰ বন্দনী থান ৰূপে কৰা ঐতিহাসিক ঘোষণাক বাস্তৱত ৰূপদান কৰিলে। এয়া শ্ৰীশ্ৰী মথুৰাদাসৰ বিৰল সৃজনী প্ৰতিভা আৰু সত্ৰখনৰ অধিকাৰ হৈ কৰা কঠোৰ শ্ৰমৰেই ফলশ্ৰুতি।

শ্ৰীশ্ৰী মথুৰাদাসে তাহানিতে কৰি যোৱা ব্যৱস্থা মতে সত্ৰখন আজিও চলি আছে যদিও কোনো কোনো ক্ষেত্ৰৰ পৰিৱৰ্তনো পৰিলক্ষিত হয় আৰু কোনো ক্ষেত্ৰত কাৰ্যসূচী ৰূপায়ণত শিথিলতাও দেখা যায়। এইটো বস্তুবাদী আদৰ্শৰ প্ৰভাৱ আৰু বিশ্বায়নৰ ফলশ্ৰুতিতেই হোৱা বুলি কব পাৰি। লগতেগুৰুজনাৰ ধৰ্মীয় দৰ্শনৰ কাৰ্যকৰী ফালটোত দেখা দিয়া মত বিৰোধেও এই ক্ষেত্ৰত প্ৰতিক্ৰিয়া নকৰা নহয়।

বৃটিছ ৰাজত্বৰ মাজ ভাগত সত্ৰৰ স্থাৱৰ-অস্থাৱৰ সম্পত্তিৰ মালিকী স্বত্বলৈ হোৱা মোকৰ্দ্দমা—যিটোক স্বত্ব সাব্যস্ত মোকৰ্দ্দমা বুলি কোৱা হয়, তাৰ ফলত সৃষ্টি হোৱা নিয়মাৱলীখনক স্কীম বুলি কোৱা হয়। ইয়াৰ নিয়মাৱলীৰ দ্বাৰা সত্ৰ খন পৰিচালনাৰ বাবে এখন পৰিচালনা সমিতি গঠিত হয়। তাৰ দ্বাৰা সত্ৰখনৰ কাম-কাজ পৰিচালিত হয়। পৰিচালনা সমিতিখনৰ সদস্যসকল ভোটৰ দ্বাৰা নিৰ্বাচিত হয়। সত্ৰীয়া দুজনো ভোটৰ দ্বাৰা নিৰ্বাচিত হয়। অৱশ্যে তেখেতসকল এবাৰ নিৰ্বাচিত হ'লে জীৱন কালৰ কাৰণে হয়। কিন্তু পৰিচালনা সমিতিখনৰ কাৰ্য্যকাল মাত্ৰ তিনি বছৰহে। শ্ৰীশ্ৰী মথুৰাদাসৰ দিনত নিৰ্বাচন নাছিল। আৰু ডেকা সত্ৰীয়া পদবীও নাছিল। এইটো পিছৰ সংযোজন। স্কীমত সমূহক প্ৰাধান্যতা দিছে। সম্পত্তিৰ মালিকী স্বত্বও সমূহৰ ওপৰতে ন্যস্ত কৰিছে।

শ্ৰীশ্ৰী মথুৰাদাসৰ সৃষ্ট বিশুদ্ধ ধৰ্ম প্ৰচাৰিণী সভাখনৰো আজি কালি অস্তিত্ব নাই। অৱশ্যে উক্ত সভাখনৰ কাম-কাজ বৈঠকীসমূহেই অৰ্থাৎ আৱশ্যক বোধে মঠৰ চোতালত

বহা সমূহৰ মেলে (সভাই) উল্লিখিত ধৰণৰ বাদ-বিসম্বাদসমূহ মীমাংসা কৰি দিয়ে, সত্ৰ সম্বন্ধীয় কাম-কাজৰ নীতি-নিৰ্দ্দেশনা নিৰ্দ্ধাৰণ কৰি দিয়ে।

শ্ৰীশ্ৰী মথুৰাদাসৰ সৃষ্ট উদাসীন ভকতৰে পৰিপুষ্ট ছকুৰি উদাসীন ভকতৰে জাকজমক হৈ থকা বৰপেটা সত্ৰখন বৰ্তমান মাত্ৰ চাৰিজন উদাসীন ভকতৰে চলি আছে। সেয়ে আজি কিছু বছৰ আগৰ পৰা গুৰু-কীৰ্তনকে ধৰি তিনি কীৰ্তনত প্ৰসাদ বিতৰণকে ধৰি কৰণীয় পবিত্ৰ কামসমূহ সম্পাদন কৰিবলৈ মাজুলীৰ পৰা উদাসীন ভকত অনাৰ ব্যৱস্থা কৰিছে। তেওঁলোকক তিনিওটা কীৰ্তনৰ প্ৰসাদ বিতৰণকে ধৰি কীৰ্তন সংক্ৰান্ত সকলো কাম-কাজৰ কাৰণে অনা হয়। তিনি কীৰ্তনৰ অৱশেষ প্ৰসাদ বিতৰণৰ পিছত ঘুৰাই পঠোৱা হয়।

আগতে আহোম ৰজা শিৱসিংহই বৰপেটা সত্ৰক দান দিয়া মাটিখিনিৰে সত্ৰগ্ৰামখন গঢ়লৈ উঠিছিল। পিছত বৃটিছ ৰাজত্বৰ সময়ত বৰপেটাক নগৰ হিচাপে ঘোষণা দিয়াত সত্ৰ সংগঠনৰ ২২খন হাটীক সামৰি লৈ সত্ৰ-নগৰীখন গঢ় লৈ উঠিছিল আৰু সত্ৰ সংগঠনৰ বিধি-ব্যৱস্থাৰে মোটামুটিভাৱে নগৰৰ বাসিন্দাসকল চলিছিল। বৰ্তমান নগৰখন বহুগুণে বৰ্দ্ধিত হৈছে। বাসিন্দাসকলৰ বহুতে সত্ৰ-সংগঠনৰ লগত জড়িত হৈ পৰিছে। এনে ধৰণে সত্ৰখনৰ সাংগঠনিক পৰিৱৰ্তনৰো আৱশ্যক হৈছে। এই বিষয়ে সত্ৰ কৃৰ্তপক্ষ আৰু ৰাইজে আৱশ্যকীয় কাৰ্য্য ব্যৱস্থা ল'ব।



*শ্ৰীশ্ৰী মথুৰাদাস বুঢ়াআতাক মহাপুৰুষ মাধৱদেৱে প্ৰদান কৰা দোপাটি বস্ত্ৰ আৰু নাগেৰি টকা দুটি*

কুকুৰ গৰ্দভ চণ্ডালৰো আত্মা ৰাম।
জানিয়া সবাকো পৰি কৰিবা প্ৰণাম।।"

এনেহেন উদাৰ সাৰ্বজনীন ধৰ্মীয় নীতিৰে পৰিচালিত বৰপেটা সত্ৰৰ কীৰ্তন- ঘৰত অনুসূচীত জাতি-সম্প্ৰদায়ৰ লোকসকলৰ প্ৰবেশ অধিকাৰ নাছিল। কিন্তু উদাৰচিতিয়া ব্যক্তি, ৰাজহুৱা সংগঠন কিছুমানৰ চেষ্টাত ১৯৪৭ চনৰ গান্ধী জয়ন্তীৰ দিনা সত্ৰ কৰ্তৃপক্ষই হিন্দুমাত্ৰৰে প্ৰবেশ অধিকাৰ দান কৰিলে। সেই দিন ধৰি সেই ব্যৱস্থাৰে সত্ৰখন চলি আছে। বৰ্তমানলৈ কীৰ্তন ঘৰত আইসকলৰ প্ৰবেশ দিয়া হোৱা নাই।

সত্ৰখনৰ নিত্য-নৈমিত্তিক কাৰ্যসূচীসমূহ যথা নিয়মে ৰূপায়ণ হৈ থকাৰ ওপৰত সত্ৰখনৰ গৌৰৱ নিৰ্ভৰ কৰে। সেয়ে গুৰুজনাৰ ধৰ্মীয় দৰ্শনৰ ওপৰত কোনো আঘাত নপৰাকৈ আৰু লগতে পৰম্পৰাগত বিধি-ব্যৱস্থাৰ হানি-বিঘিনি নঘটাকৈ কিছু সংস্কাৰ সাধনৰ আৱশ্যক। আন এটা প্ৰণিধানযোগ্য কথা এই যে আগতে উল্লেখ কৰা ধৰণে বৃটিছ ৰাজত্বৰ মাজ ভাগত হোৱা স্বত্ব-সাব্যস্ত মোকৰ্দ্দমাৰ ফলশ্ৰুতিত সৃষ্টি হোৱা যিখন স্কীমেৰে সত্ৰখন বৰ্তমানলৈ চলি আছে সেইখন স্কীমৰ বিধি-বিধানসমূহৰো সংস্কাৰ, সংযোজনৰ আৱশ্যক নোহোৱা নহয়।



*বৰপেটা সত্ৰৰ অক্ষয় বন্তি*



# বৰপেটা সত্ৰৰ গায়ন-বায়ন

**প্ৰমথৰঞ্জন দাস**

শঙ্কৰী কলা-কৃষ্টিত গায়ন-বায়নৰ এক বিশিষ্ট ভূমিকা আছে। মহাপুৰুষ শঙ্কৰদেৱে গাঁয়ন-বায়নৰ এক সমৃদ্ধ পৰম্পৰাৰ সৃষ্টি কৰে। পৰৱৰ্তী কালত মহাপুৰুষ মাধৱদেৱে ইয়াৰ প্ৰসাৰ ঘটায়। বৰপেটা সত্ৰত গায়ন-বায়নৰ এই সমৃদ্ধ পৰম্পৰাক স্থায়িত্ব দিয়ে ইয়াৰ প্ৰথম সত্ৰীয়া শ্ৰীশ্ৰীমথুৰাদাস বুঢ়া আতাই। তেওঁ প্ৰৱৰ্তন কৰি যোৱা প্ৰথামতে আজিও বৰপেটা সত্ৰত বিভিন্ন তিথি-উৎসৱৰ সময়ত গায়ন-বায়নৰ পৰিবেশন এক অপৰিহাৰ্য অঙ্গ বুলি বিবেচনা কৰা হয়। বৰপেটা সত্ৰত পালিত গায়ন-বায়নৰ ভূমিকাৰ আলোচনাৰ পূৰ্বে ইয়াৰ অতীত ৰোমন্থন কৰা নিশ্চয় প্ৰয়োজন।

## গায়ন-বায়নৰ গুৰি কথা

মহাপুৰুষ শঙ্কৰদেৱেই হৈছে গায়ন-বায়নৰ সৃষ্টিকৰ্তা। বৰদোৱাত 'চিহ্নযাত্ৰা' ভাওনা কৰাৰ সময়ত আৰু দৌল-উৎসৱত গায়ন-বায়নৰ বিশিষ্ট ভূমিকাৰ বিষয়ে চৰিত-পুথিবোৰত পোৱা যায়। ইয়াৰ কাৰণে গুৰুজনাই নিজে খোলৰ ৰূপৰেখা কল্পনা কৰি কপিলীমুখৰ কুমাৰৰ দ্বাৰা সজায়। খোলত ব্যৱহাৰ কৰা ছাল, ইয়াৰ সোঁ আৰু বাওঁফালৰ জোখ আদি সম্বন্ধে ৰামচৰণ ঠাকুৰৰ 'গুৰু-চৰিত'ত এইদৰে পোৱা যায়ঃ

চিহ্নাম যাত্ৰা      কৰিবো বিদিত
হৰিষ পাইবা প্ৰচুৰ ।।
এহি বুলি পাচে      যেবে সবে আছে
শঙ্কৰে গুণিলা মনে ।
কপিলী মুখত      কুমাৰ আছয়
শুনো কৰে সৰ্বজনে ।।
খোল গঢ়িবাক      বোলো শুনা তাক
চাল কিনি পঠাই দিয়া ।

তেতিক্ষণে কাষ্ঠ একডাল আনি
সাজিল আনন্দ হুয়া।।
বলৰাম আতৈ আসিয়া তেখনে
খোলৰ জোখাক দিলা।
ত্ৰয়োদশ আঙ্গুল বামভাগে জানা
ডাহিনে ন আঙ্গুল কৈলা।।
সকালে গঢ়ায়া শীঘ্ৰে পাগ দিয়া
দিলেক খোল পঠাই।
মুচিৰ ঘৰক যায়োক কেতাই
গৰুছাল আনা যাই।।

কেবল খোল প্ৰস্তুত কৰিয়েই নহয়, শ্ৰীমন্ত শঙ্কৰদেৱে গায়ন-বায়নৰ নিজে প্ৰশিক্ষণো দিয়ে। গুৰু-চৰিতৰ বৰ্ণনা মতে ঃ

কেতেখা ৰামক বায়ন শিখাইলন্ত
আৰো পালি সাতজন।
নটুৱা পাচটি সমন্বিতে আতি
কৰিলা যাত্ৰা শোভন।।

এই বিৱৰণ অনুসৰি ৰামৰাম গুৰু আৰু শঙ্কৰদেৱৰ পেহাকৰ ল'ৰা কেতাইখাঁই হৈছে প্ৰথম প্ৰশিক্ষিত বায়ন। আকৌ বৰদোৱাত গুৰুজনাই আৰম্ভ কৰা দৌলোৎসৱত শঙ্কৰ গুৰুৱে নিজে বায়নৰ ভূমিকা পালন কৰিছে, ৰামৰাম গুৰুৱে গায়নৰ আৰু কেতাইখাঁই পালিৰ ঃ

ডেকাগিৰি খোল লৈল গুৰুৱে গায়ন ভৈল
কেতাই দোহাৰে খোল লৈল।।

(গুৰু-চৰিত)

খোল প্ৰস্তুত কৰাৰ সময়ত অহা অসুবিধাৰ বিষয়ে 'কথা-গুৰুচৰিত'ত উল্লেখ আছে। খোল তৈয়াৰ হোৱাৰ পিছত ঘুন দিয়াৰ বিষয়ে নজনাত খোলৰ মাত নোলায়। সেই বিষয়ে গুৰুজনাই অসন্তোষ কৰি থকাৰ সময়ত তেৰাই দেখিলে যে ভাত খোৱা পাতত কাউৰীয়ে ঠোঁট ঘহোঁৱাত মাত ওলাইছে। সেয়ে তেৰাইয়ো বৰা চাউলৰ ভাতেৰে খোলত ঘুন দিয়াত খোলৰ পৰা মাত ওলাইছে। কথা-গুৰুচৰিতৰ বৰ্ণনা ঃ

শুনি ভক্তে প্ৰাৰ্থনা কৰিলে বাৰে ভূঞা সমে, গোপ গোপী
যে কৃষ্ণে দেখালে, আমাৰো কৃষ্ণ তুমি, ইচ্ছা গৈছে দেখোৱা
যক। তেহে ভূঞা সবে দল কৈল। গুৰু কপিলী মুখৰ কলঙ্গ

> কাখৰ কুমাৰত খোল গঢ়ালে জোখা দি, দাইনা সাত আঙ্গুল, বেঞা তেৰ আঙ্গুল হল, চালে। ঘুন দিবৰ ভু নাপাই মাত নোলায়। কষ্ট পাই অসন্তোষে আছে ঘুমাই। ভাত খাই পাতৰ কাকে ঠোঁট খহালে মাত ওলাল। তেহে বৰা ভাতৰে খোলা গুৰি বটি দিছে।

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই তেওঁৰ 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ' চৰিতত এই বিষয়ে লিখিছে ঃ

> শঙ্কৰদেৱে এই কথা শুনি ভাবি চিন্তি চিহ্নযাত্ৰা নামে ভাৱনা কৰিবৰ উদ্যোগ কৰিলে। 'অল খোল বাদ্য সকলক তথা, কৰিবাক মন ভৈলা।। 'তেতিক্ষণে কাষ্ঠ ভাল আনিলেক, চানেকি কৰিয়া দিলা। কপিলী নদীৰ, কাষত নিবাসী কুমাৰক দিয়া নিল।। শঙ্কৰৰ আজ্ঞা শুনিয়া কুমাৰে যতনে খোল গঢ়িল।' সেই খোলত কেনেকৈ ঘুন দি মাত উলিয়াব লাগে সেইটোও শঙ্কৰদেৱে দেখুৱাই দিলে।

শ্ৰীমন্ত শঙ্কৰদেৱে বৰদোৱাত সৃষ্টি কৰা 'গায়ন-বায়ন'ৰ এই পৰম্পৰা পৰৱৰ্তী কালতো চলি থাকিল। ধুৱাঁহাট বেলগুৰিত দুজনা গুৰু শঙ্কৰদেৱ-মাধৱদেৱৰ মণি- কাঞ্চন সংযোগ হোৱাৰ পিছত ইয়াৰ চমৎকাৰ আৰু বাঢ়িবলৈ ধৰিলে। উজনিত কিছু অপ্ৰীতিকৰ ঘটনা হোৱাত গুৰুজনাই সবান্ধৱে-সশিষ্যে কোচ ৰাজ্যলৈ ভটিয়াই আহি বৰপেটা অঞ্চলৰ চুনপোৰা, কমাৰকুছি আৰু পাটবাউসীত থান পাতি ধৰ্মৰ প্ৰচাৰ-প্ৰসাৰ কৰি থকিল। সেই সময়ত বৰপেটাৰ ভীমা নামৰ এজন লোকে পাটবাউসীলৈ নিতে গৈ গুৰুজনাৰ পৰা গায়ন-বায়নৰ শিক্ষা লৈছিল, কালক্ৰমত তেওঁ ভীমা বায়ন নামে প্ৰখ্যাত হৈ পৰিল। মহাপুৰুষ মাধৱদেৱ সুন্দৰীদিয়াত থকা সময়ত বৰপেটাৰ লক্ষ্মণে মহাপুৰুষ গুৰুজনাৰ পৰা গায়ন-বায়নৰ কলা আয়ত্ত কৰি লক্ষ্মণ ওজা ৰূপে বিখ্যাত হৈ পৰে। এই বিষয়ে 'শ্ৰীশ্ৰীমথুৰাদাস বুঢ়াআতাৰ জীৱন সুৰভি'ত কৰা বৰ্ননা এনে ধৰণৰ ঃ

> গোপালৰ কীৰ্তনীয়া দলৰ সঙ্গী লক্ষ্মণৰ পিতাকৰ নাম গুৰুজনৰ পিতাকৰ নামৰ সৈতে একে হোৱা কাৰণে নাম কাঢ়ি নামাতে, তুমি-তামাকৈ মাতে। পিতাক ঢুকোৱাত এদিন মাকে পুতেকক ক'লে, 'তোৰ পিতাএৰক গুৰুজনে বৰ বেথা কৰিছিল, তই নেজা কিয় ?' পুতেকে উত্তৰ দিলে যে হাতত একো এটা নাই, গুৰুজনৰ তালৈ যাম কেনেকৈ ? মাকে দিহা দি ক'লে যে ভৰি নলগোৱাকৈ সুন্দৰভাৱে এটা জাপি সাজি লৈ যাওক। সেইমতে লক্ষ্মণে জাপিটো সাজি ধুই লৈ গৈ গুৰু-থান পাই

> সেৱা কৰাত মাধৱ গুৰুৱে অহাৰ কাৰণ সোধাত ক'লে যে এই জাপিটো গুৰুজনে মূৰত লৈ পায়খানালৈ যাব ঃ বাপ, এই জাপিটি মাথে লৈ পৈসনা জাব। গুৰুজনাই লক্ষ্মণক ভোজন কৰাই সুধিছে, তই পঢ়িব পাৰনে? লক্ষ্মণে নোৱাৰো বুলিলত গুৰুজনে একাদশৰ(ভাগৱত) পদ ফলি নোলোৱাকৈ পঢ়ুৱালে আৰু সেইদৰে দশমৰ পদো আওৰাবলৈ দিলে। গুৰুজনৰ শিক্ষাত লক্ষ্মণে ওজাৰ পাৰদৰ্শিতা লভিলে। লগত শ্ৰীৰাম আতাই পালি হৈ নিতৌ কীৰ্তন কৰে। এইদৰে গুৰুজনৰ কৃপাত লক্ষ্মণ 'বৰ চক্ৰৱৰ্তী ওজা' হ'ল ঃ প্ৰসিদ্ধ হ'ল লক্ষ্মণ ওজা ৰূপে। দৈত্যাৰি ঠাকুৰে লক্ষ্মণ ওজাৰ কীৰ্তনত অমৃত বৰষে বুলি কৈছে।
> (পৃষ্ঠা ঃ ৩৫-৩৬)

উল্লেখযোগ্য যে গোপাল তাঁতী চৈত্যনীয়া পন্থী আছিল আৰু বংগদেশীয় চং- কীৰ্তন কৰিছিল। তেওঁৰ দলত লক্ষ্মণো আছিল। মহাপুৰুষ মাধৱদেৱৰ কৃপাত এই দলটোৱে বংগদেশীয় কীৰ্তন এৰি সুন্দৰীদিয়াত মহাপুৰুষীয়া আৰ্হিৰ নাম-কীৰ্তন শিকে আৰু এই ক্ষেত্ৰত পাৰদৰ্শিতা লভে। এইজনা গোপাল তাঁতীয়েই নিজৰ অসামান্য সেৱাৰ গুণত হৈ পৰে বৰপেটা সত্ৰৰ আদি সত্ৰীয়া ঃ মথুৰাদাস বুঢ়া আতা।

১৫০৫ শকত (১৫৮৩ খৃঃ) প্ৰতিষ্ঠিত বৰপেটা সত্ৰত (ৰঙিয়াল গৃহ) মথুৰাদাস বুঢ়া আতাই মহাপুৰুষ মাধৱদেৱ গুৰুৰ সান্নিধ্যত গীত-মাত, গায়ন-বায়ন, নাট-ভাওনা আদিৰ ক্ষেত্ৰত যথেষ্ট পাৰদৰ্শিতা লভে। দৈত্যাৰি ঠাকুৰৰ গুৰু-চৰিতত ইয়াৰ মনোৰম বৰ্ণনা আছেঃ

> বৰপেটা গৈয়া দেৱ মাধৱ আছন্ত।
> নিতে নিতে তেবে আনন্দৰ নাহি অন্ত।।
> নটুৱা পাতিয়া নাট কৰিলা বিস্তৰ।
> নাট দেখি লোকৰ আনন্দ বহুতৰ।।
> কৰিলা ঝুমুৰা দধিমথন তহিত।
> নানা ৰসে কৰিলন্ত আৰো নানা গীত।।
> পাতিলা গোসাই-ঘৰ মহা মনোৰম।
> কামৰূপে আন ঘৰ নাই তাক সম।।

ফলত বৰপেটা সত্ৰত মহাপুৰুষ মাধৱদেৱৰ সময়ৰ পৰা আৰম্ভ হোৱা কৃষ্টি- সংস্কৃতিৰ বিভিন্ন পৰম্পৰা অব্যাহত থাকিল। ইয়াক সুশৃঙ্খলকৈ গত লগালে মথুৰা- দাস বুঢ়া আতাই। এই পৰম্পৰাৰ এক উৎকৃষ্ট অংগ হ'ল— গায়ন-বায়ন।

## গায়ন-বায়নৰ পৰিৱেশন

বৰপেটা সত্ৰত মথুৰাদাস বুঢ়া আতাই গায়ন-বায়নৰ পৰিবেশন সুনিৰ্দিষ্ট কৰি গৈছে। তদনুসৰি বৰপেটা সত্ৰত ছটা গোটে এই দায়িত্ব পালন কৰে। সেই গোটসমূহ হ'ল ঃ

(১) সূত্ৰধাৰ বংশ, (২) দক্ষিণ-হাটী গোট, (৩) ভীমা বায়নৰ বংশ, (৪) গলিয়া হাটীৰ বায়ন বংশ, (৫) গন্ধীয়া বংশ আৰু (৬) অঘোণা বায়ন বংশ।

বৰপেটা সত্ৰত চৈধ্য প্ৰসংগ আৰু নৈমিত্তিক প্ৰসঙ্গসমূহৰ সময়ত গায়ন-বায়নসকলে গীত-বাদ্য পৰিবেশন কৰে। সাধাৰণতে ধেমালি (সৰু, বৰ, নাট, ঘোষা) বজাই অঙ্কীয়া নাটৰ গীতসমূহক 'গীতৰ পালা' ৰূপে গুৰু আসনৰ সমুখত পৰিবেশন কৰে। তদুপৰি ভোজন ব্যৱহাৰ, গোসাই নচুৱা, নিত্য চৈধ্য প্ৰসঙ্গৰ অন্তৰ্গত দ্বাদশ প্ৰসঙ্গ ৰূপত 'সেৱাৰ কীৰ্তন' কৰে।

গায়ন-বায়নৰ বিভিন্ন উপাঙ্গসমূহ এইদৰে আলোচনা কৰিব পাৰি ঃ

**ধেমালি ঃ** ধেমালি হ'ল অংকীয়া নাটৰ পূৰ্ব্বৰঙ্গ। গায়ন-বায়নত পদসঞ্চালন কৰা এটা অপৰিহাৰ্য্য অংগ। এইদৰে পদ সঞ্চালন, অংগ সঞ্চালন কৰি ভগৱৎ প্ৰাপ্তিৰ বাবে তাল-খোল বজোৱা পদ্ধতিটোক ধেমালি বুলি বুজা যায়। ধেমালি তিনিটা খণ্ডৰ সমষ্টি— প্ৰথম—উপবেশন বা বহাখণ্ড, দ্বিতীয়— পদসঞ্চালন বা চালনা খণ্ড আৰু তৃতীয়-ৰাগ মালিতা। বৰপেটা সত্ৰত বৰ ধেমালি, সৰু ধেমালি, ঘোষা ধেমালি, নাট ধেমালি আদি ধেমালিৰ প্ৰচলন আছে যদিও ধেমালিক অংকীয়া নাটৰ পূৰ্ব্বৰঙ্গ বুলি কোৱা হৈছে , তথাপিও আটাইকেইখন ধেমালিৰ লগত অংকীয়া নাটৰ সম্বন্ধ নাই। বৰ ধেমালি আৰু ঘোষা ধেমালি অংকীয়া নাট অভিনয় কৰাৰ আগে আগে বজোৱাৰ প্ৰথা বৰপেটা সত্ৰত প্ৰচলিত হৈ আছে। বৰধেমালি বছৰত মাত্ৰ ৮ বাৰ পৰিবেশন কৰা হয়। তিনি কীৰ্ত্তন মহোৎসৱত (গোন্ধ আৰু সভাৰ দিনা) ৬ বাৰ আৰু দৌল মহোৎসৱত ২ বাৰ, যদি দৌল উৎসৱ ৮ দিনীয়া হয় তেতিয়া মুঠ ৯ বাৰ হয়।

**গুৰুঘাটা ঃ** 'তাল'ৰ সম্প্ৰসাৰণ কৰি বজোৱা বোলক ঘাট বা ঘাটা বোলে। এনেকুৱা ঘাটাবোৰৰ ভিতৰত গুৰুঘাটা হৈছে মুখ্য ঘাটা। গুৰু ঘাটাক বৰপেটা সত্ৰত দুটা নিৰ্বন্ধত বজোৱা হয় ঃ প্ৰথম— প্ৰত্যেক দিনা সন্ধিয়া 'সেৱাৰ প্ৰসঙ্গ' ৰূপত আৰু দ্বিতীয়— নৈমিত্তিক তিথি-উৎসৱত পুৱাৰ প্ৰসঙ্গৰ পিছত গুৰু ঘাটাৰ ৰূপত। গুৰু প্ৰণামৰ কাৰণে বজোৱা এই গুৰুঘাটা চাৰিটা বিশেষ ঘাটাৰ সমষ্টি, যেনে-(১) শ্ৰীকৃষ্ণৰ বাল্য-লীলা সম্পৰ্কীয় লৱনু ঘাটা, (২) ৰাগ সম্পৰ্কীয় ঘাটা, (৩) ৰাগ সম্পৰ্কীয় সঞ্চৰ ঘাটা আৰু (৪) ধুৰা সামৰণি ঘাটা।

নৈমিত্তিকভাৱে ৰাতিপুৱাৰ প্ৰসঙ্গৰ পিছত বজোৱা গুৰুঘাটাৰ আনুষংগিক হিচাপে শ্যাম ৰাগ আৰু ললিত ৰাগৰ দুটা বৰগীত গোৱা হয়।

**সেৱাৰ কীৰ্ত্তন ঃ** গায়ন-বায়নে গুৰু আসনৰ সন্মুখত আসন গ্ৰহণ কৰি তাল-খোল ধৰি গুৰুঘাটা বজাই আশোৱাৰী ৰাগ টানি, কৌ, কল্যাণ, সুহাই, কেদাৰ আদি ৰাগৰ কোনো দুটা বৰগীত গোৱা কাৰ্যটোক 'সেৱাৰ কীৰ্ত্তন' বোলা হয়। বৰগীতকেইটা ভাঙনী সুৰত গাই গুৰু আসন প্ৰদক্ষিণ কৰা হয়। প্ৰদক্ষিণ কালত ন জনা আতা বা ন বিধ ভক্তিৰ স্থান হিচাপে চিহ্নিত বিশেষ স্থানত গায়ন-বায়নে 'থমক' (ৰৈ সন্মান জনোৱা কাৰ্য) দিয়ে। এই সেৱাৰ কীৰ্ত্তনৰ ভাৰ তলত উল্লেখ কৰা ধৰণে বিভিন্ন বংশ বা হাটীগোটৰ ওপৰত ন্যস্ত,যথা—

১। দক্ষিণহাটী— ফাগুন, চ'ত, বহাগ

২। সূত্ৰধাৰ বংশ— জেঠ, আহাৰ, শাওন

৩। ভীমা বায়ন বংশ— ভাদ্ৰ, আহিন

৪। গলিয়াহাটীৰ বায়ন বংশ— কাতি, আঘোণ

৫। গন্ধিয়া বংশ— পুহ, মাঘ

**গীতৰ পালা ঃ** শ্ৰীমন্ত শংকৰদেৱ, শ্ৰীশ্ৰীমাধৱদেৱ আৰু শ্ৰীশ্ৰীমথুৰাদাস বুঢ়া আতাৰ কীৰ্ত্তন(তিৰোভাৱ) মহোৎসৱত নৈমিত্তিভাৱে ৰাতি অংকীয়া নাট, ঝুমুৰাৰ গীত আৰু ঘোষা বিশেষ পদ্ধতিত পৰিবেশন কৰা কাৰ্যটোক 'গীতৰ পালা' বুলি কোৱা হয়। গীতৰ পালাত একোটা গীত ভাঙনী সুৰেৰে সাংগীতিক বৈচিত্ৰ্যতা প্ৰকাশ কৰি পৰিবেশন কৰোতে প্ৰায় একৰ পৰা ডেৰ ঘন্টা পৰ্যন্ত সময় লয়। সত্ৰীয়া সংগীতৰ মূল আৰু অবিকৃত ৰূপটো এই গীতৰ পালাত দেখিবলৈ পোৱা যায়।

**ভাঙনি সুৰ ঃ** বৰগীত এটাৰ নিৰ্দিষ্ট ৰাগটো গোৱাৰ পিছত যি তালত গীতটি গোৱা হ'ব সেই তালৰ ঘাটাটো খোল-তালেৰে বজাই ধ্ৰুং ভাগ গোৱাৰ শেষত পুনৰ ঘাটা বজোৱা হয়। তাৰ পিছৰ পদসমূহ সেই নিৰ্দিষ্ট 'তাল' খনতেই গাই শেষ কৰা পদ্ধতিটোক মূল সুৰত গোৱা পদ্ধতি বুলি কোৱা হয়। কিন্তু যদি প্ৰথম পদলৈ মূল সুৰত গাই পিছৰ পদবোৰ অন্যান্য ৰাগৰ সুৰত বিভিন্ন তাল সংযোগ কৰি ঘাটা, চোক আদি বজাই ভাঙি গোৱা হয় তেনেহ'লে সেই প্ৰণালীক ভাঙনি সুৰ বোলে।

**গায়ন-বায়নৰ সাজ-পাৰ ঃ** গায়ন-বায়নৰ সাজ- পোছাক শুদ্ধ বগা। সোঁফালে 'ভূমি' মৰা (থোৰ ওলোমোৱা) চুৰিয়া পিন্ধে। গাত চাপকণ চোলা পিন্ধে আৰু চাপকণ চোলাৰ ওপৰেৰে 'বৰকাপোৰ' (চেলেং) মেৰিয়াই লয়। বৰকাপোৰখন দীঘলীয়াকৈ জাপিলৈ সোঁ কাষলতিৰ তলেৰে এপাক মেৰুৱাই এটা আগ পিঠিৰ বাওঁফালে পেলাই লৈ আনটো মূৰ বুকুৰ বাওঁফালে ওলোমাই লয়। শিৰস্ত্ৰাণ হিচাপে গায়ন-বায়নসকলে মূৰত পাগুৰি বান্ধি লয়।

**উপবেশন পদ্ধতি ঃ** বায়নসকলে বাওঁ আঠুটো মাটিত লগাই সোঁ ভৰিৰ তলুৱাত ভৰ

দি সোঁ আঠুটো থিয়কৈ ৰাখে। বাওঁ আঠুৰ ওপৰত খোলৰ 'বায়া' ফালটো থৈ 'দাইনা' ফালটো সোঁ আঠুৰ ওপৰত ৰাখিলৈ উপবেশন কৰে। ধেমালি বজোৱা উপবেশন কালত গায়নসকলে থিয়হৈ তাল বজায়। ধেমালি বজাওঁতে গায়নসকলে গুৰু আসনৰ মুৱাহৈ থাকে, বায়নসকলে সোঁ কান্ধখন গুৰু আসনৰ ফালে দি তিনি চাৰিটা শাৰীত এজনৰ পিছত এজন বহি লয়। পদ সঞ্চালনৰ সময়ত বায়নসকলে বিভিন্ন দিশত ঘূৰে যদিও মুখ্যতঃ গুৰু আসনৰ ফালে মুখ কৰি থাকে। 'গীতৰ পালাত' গায়নসকলে মূল গাদিত গুৰু আসনৰ মুৱা হৈ বহে আৰু বায়নসকলে 'নাম-খোলা'ৰ দুয়োফালে মুখা মুখিকৈ দুটা শাৰীত উপবেশন কৰে। যদি গায়ন-বায়নৰ সংখ্যা বেছি হয় তেতিয়া প্ৰথম শাৰীৰ পাচফালে আৰু এটা শাৰীত বহে।

**গায়ন-বায়নৰ সংখ্যা ঃ** গায়ন-বায়নৰ সংখ্যা ন্যূনতম দুজন আৰু অধিকতম ত্ৰিশজন হব পাৰে। সাধাৰণতে আঠৰ পৰা বাৰজনমান গায়ন-বায়নে গীত-বাদ্য পৰিবেশন কৰে। বাদ্য হিচাপে তাল আৰু খোল ব্যৱহাৰ কৰা হয়।

## গায়ন-বায়ন জড়িত বংশৰা-হাটী

শ্ৰীশ্ৰীমথুৰাদাস বুঢ়া আতাই বৰপেটাত নিৰ্দিষ্ট কৰি থৈ যোৱা বংশৰা বা বিভিন্ন হাটীৰ গোটে গায়ন-বায়নৰ ভূমিকা আজিলৈকে পালন কৰি আহিছে। সেয়ে এনে বংশৰা বা হাটী-গোটৰ বিষয়ে চমুকৈ জনা অতি প্ৰয়োজন। সেই পৰিচয় এনেধৰণৰ ঃ

**সূত্ৰধাৰ বংশ ঃ** ধুৱাঁহাট এৰি ছয় কুৰি ভকত সমে গুৰুদুজনাই নাৱেৰে কলকাটী বা কলাকট নৈ, সাধনাৰ ঘাট, খাগৰিকটা আৰু বৰদোৱাৰ মাজেৰে ভটিয়াই আহি কামৰূপ ৰাজ্যৰ কাপলা বিলৰ পাৰত কপলাবৰিত ছয়মাহ সত্ৰ পাতি ৰৈছিল। শংকৰ-মাধৱৰ লগত অহা ছয়কুৰি ভকতৰ মাজত কমলানন্দ মাজী নামৰ গীত-মাতত বুৎপত্তি থকা ভকত এজন আছিল। কপলাবৰিত কিছুদিন থকাৰ পিছত তাত কিছু ভকতৰ মৃত্যু হোৱাত গুৰু দুজনাই সেই স্থান ত্যাগ কৰে, কিন্তু আন কিছুমান ভকত-সেৱকৰ লগত কমলানন্দয়ো পৰিয়াল সহ কপলাবৰিত (বেলবাৰী) বসবাস কৰি গুৰু দুজনাক স্মৰণ কৰি সেৱাৰ কাম কৰি থাকিল। কমলানন্দৰ পুত্ৰ কজলানন্দই পিতৃৰ পৰা সমস্ত গীত-পদবোৰ আহৰণ কৰি বেলবাৰীতেই আছিল। বৰপেটা সত্ৰ স্থাপন হোৱাৰ পিছত শ্ৰীশ্ৰীমাধৱদেৱে মথুৰাদাস বুঢ়া আতাৰ সহায়ত ধুৱাঁহাট বেলগুৰিৰ পৰা ভটিয়াই আহোতে ঠায়ে ঠায়ে ৰৈ যোৱা ভকত-সেৱকসকলক বৰপেটা সত্ৰলৈ আনি, শিকাই বুজাই লৈ প্ৰসঙ্গ-পাঠ, গায়ন-বায়ন, ঘোষা-কীৰ্ত্তন আদিৰ দায়িত্বত নিযুক্ত কৰিলে। এনেদৰে বৰপেটা সত্ৰলৈ অনা ভকতসকলৰ মাজত কজলানন্দও আছিল। সুন্দৰ-সুঠাম-সুকণ্ঠৰ গৰাকী কজলানন্দৰ পাঠ প্ৰসঙ্গ, গীত-পদত ইমান ব্যুৎপত্তি আছিল যে তেখেতক সত্ৰৰ ফালৰ পৰা 'সূত্ৰধাৰ' উপাধিৰে বিভূষিত

কৰি সত্ৰৰ নিত্য-নৈমিত্তিক পাঠ-প্ৰসঙ্গ, গীত-পদ আৰু অংকীয়া নাটৰ দায়িত্ব দিছিল। এই কজলানন্দৰ বংশধৰসকলৰ পৰাই সূত্ৰধাৰ বংশৰ সৃষ্টি।

গায়ন-বায়নৰ সেৱায়িত কাম কৰা বংশৰা-হাটী গোট সমূহৰ ভিতৰত সূত্ৰধাৰ বংশৰ ওপৰত ওপৰঞ্চিভাৱে নিত্য-প্ৰসঙ্গৰ কেইটামান মহান দায়িত্ব আছে। সেইবোৰ হ'ল— আবেলিৰ পাঠ, সন্ধিয়াৰ গুণমালা, লীলামালা, ভটিমা, আৰু ৰাতিৰ প্ৰসঙ্গ।

**দক্ষিণ হাটী গোট ঃ** মহাপুৰুষ মাধৱদেৱে তাঁতীকুছিৰ ভকতৰ অনুৰোধত 'ৰাম ভাওনা' নাট অভিনয় কৰাৰ সময়ত সুন্দৰা নটুৱা নামৰ এজন কলা-কুশলী সঙ্গীতজ্ঞক নাটৰ যাৱতীয় দায়িত্ব অৰ্পণ কৰিছিল। এই সুন্দৰা নটুৱাৰ বংশৰ সহজানন্দ নামৰ এজন সেৱকে বৰপেটা সত্ৰৰ ৰঙিয়াল গৃহত গায়ন-বায়নৰ শিক্ষা লাভ কৰিছিল। গায়ন-বায়নৰ সমস্ত জ্ঞান আহৰণ কৰাৰ পিছত সহজানন্দক সত্ৰৰ ফালৰ পৰা 'বায়ন' উপাধি দিয়া হৈছিল আৰু তেখেতে সত্ৰক মাননী দি গায়ন-বায়নৰ সেৱায়িত বাবৰ দায়িত্ব লৈছিল। সুন্দৰ নটুৱা বংশ বুলি পৰিচিত সহজানন্দৰ বংশধৰসকলে এটা সময়ত তেওঁলোকে বাস কৰা হাটীখনক এই দায়িত্ব হস্তান্তৰ কৰে। হাটীৰ গুণী গায়ন-বায়নসকলে অন্য বংশৰ উদাৰ মনৰ গায়ন-বায়নসকলৰ লগত সমিল-মিলেৰে সত্ৰৰ সেৱায়িত কামৰ সৈতে ওতঃপ্ৰতভাৱে জড়িত হৈ পৰে। এনেকৈয়ে দক্ষিণ হাটীৰ গায়ন-বায়ন গোটটোৰ সৃষ্টি হয়।

**ভীমা বায়ন বংশ ঃ** উজনিৰ পৰা গুৰুজনাৰ লগত ভটীয়াই অহা ভকতসকলৰ লগত ভীমা বায়ন নামৰ সৎপুৰুষ এজনো আহিছিল। এই গৰাকী ভীমা বায়নেই বৰদোৱাত 'চিহ্নযাত্ৰা' কৰাৰ সময়ত গীত গাইছিল। শংকৰদেৱে বায়ুমণ্ডলি ৰাগ দিছিল। পৰৱৰ্তী সময়ত শ্ৰীমাধৱদেৱৰ লগত থকা ভীমা বায়নক বাঘা বায়ন বুলিও জানিছিল। ভীমা বায়ন গীত-পদৰ উপৰিও নটুৱা নাচ-কাছৰ বায়ন আছিল। এই ভীমা বায়নৰ বংশধৰসকলৰ পৰাই ভীমা বায়ন বা বাঘা বায়ন বংশৰ উৎপত্তি হৈছে।

**হৰিচৰণ বায়নৰ বংশ ঃ** আঘোণা বায়ন বুলি জনাজাত উক্ত বংশটোৰ উপৰিপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ শিষ্য সৎ পুৰুষ হৰিচৰণ বায়ন। হৰিচৰণ বায়নৰ চাৰিটা প্ৰজন্মৰ পিছত আঘোণা বায়নৰ (মুক্তাৰ) জন্ম। তেখেত আছিল শংকৰী গীত-মাতৰ ওজা। তেওঁৰ বংশধৰসকলকে আঘোণা বায়ন বংশ বুলি জনা যায়। এই বংশৰ লোকসকলে সত্ৰত সেৱায়িত কামৰ দায়িত্ব নিষ্ঠাসহকাৰে পালন কৰি আহিছে।

**গন্ধীয়া বংশ ঃ** গন্ধীয়া বংশৰ উপৰি পুৰুষজনৰ নাম সৰ্ব্বজয় আতৈ। সৰ্ব্বজয় আতৈ শংকৰদেৱৰ প্ৰিয়পাত্ৰ ভকত আছিল। গুৰুজনাৰ প্ৰথম তীৰ্থ-পৰ্যটনৰ সময়ত সৰ্ব্বজয় আতৈও তেখেতৰ সঙ্গী আছিল। চিহ্নযাত্ৰা প্ৰদৰ্শন সম্পূৰ্ণ হোৱাৰ পিছত ব্ৰাহ্মণসকলে শৰণ লোৱাৰ সময়ত 'গোপী উদ্ধৱ সংবাদ' শাস্ত্ৰখনি সৰ্ব্বজয় আতৈৰ দ্বাৰা আনি সেই

শাস্ত্ৰক আগত ৰাখি ব্ৰাহ্মণসকলক শৰণ দিছিল। উজনিৰ পৰা ভাটীলৈ গুৰুজনাৰ লগত অহা ভকতসকলৰ ভিতৰত সৰ্ব্বজয় আতৈয়ো এজন। সৰ্ব্বজয় আতৈৰ বংশধৰ গন্ধীয়া বংশৰ লোকসকলে গায়ন-বায়ন, ভূএগ, কাকতি পৰিচয়ৰে সত্ৰত সেৱায়িত কামৰ দায়িত্ব লৈ আছে।

**গলিয়া হাটীৰ বায়ন বংশ ঃ** গলিয়া হাটীৰ বায়ন বংশৰ উপৰি পুৰুষজনৰ নাম সৰ্বানন্দ। তেখেতে সত্ৰৰ সেৱায়িত দায়িত্ব পালন কৰা অন্য বংশৰ গায়ন-বায়নসকলৰ পৰা সত্ৰীয়া গীত-মাত আহৰণ কৰি সেৱায়িত কামৰ দায়িত্ব পাইছিল। পৰৱৰ্তী সময়ত ভীমা বংশ আৰু গন্ধীয়া বংশৰ লগত ওতপ্ৰোতভাৱে জড়িত হৈ পৰা সৰ্বানন্দৰ বংশধৰসকলে ভীমা বায়ন বংশৰ পৰা দস্তুৰী দি অতিৰিক্ত সেৱায়িত কামৰ দায়িত্ব লৈ সত্ৰত গীত-মাত পৰিবেশন কৰি আহিছে।

## গায়ন-বায়নৰ অনুষ্ঠান

গায়ন-বায়নৰ অনুষ্ঠানসমূহ বিভিন্ন তিথি-জন্মোৎসৱ, বহাগৰ দোমাহী, দৌল মহোৎসৱ আদিত হয়। বছৰৰ বিভিন্ন সময়ত হোৱা এনে অনুষ্ঠানসমূহত ভাগলোৱা গায়ন-বায়নৰ বংশৰা বা হাটী-গোটৰ কৰণীয় দায়িত্ববোৰ জনাৰ কাৰণে এক তালিকা প্ৰস্তুত কৰি দিয়া হ'ল ঃ

| উৎসৱ পৰ্ব | পালন কৰা তাৰিখ | গায়ন-বায়নৰ কৰণীয় কৰ্ম | দায়িত্বত থকা বংশৰা/ হাটী গোট |
|---|---|---|---|
| বহাগৰ দোমাহী চ'তৰ সংক্ৰান্তিৰ পৰা ৬ বহাগলৈ | ৩০ চ'তবা চ'তমাহৰ শেষৰ দিনটো | পুৱাৰ প্ৰসঙ্গৰ পাছত গুৰুঘাটা, শ্যাম আৰু ললিত ৰাগৰ দুটা গীত আৰু নামঘোষাৰ এটা ঘোষা গাব-বাব লাগে। | ভীমা বায়ন, গন্ধীয়া বংশ, গলীয়া হাটীৰ বায়ন বংশ। |
| | | ৰাতিৰ নাম-প্ৰসঙ্গৰ আগতে (দ্বাদশ প্ৰসঙ্গত) সেৱাৰ কীৰ্তন আৰু ঘোষা এটা | সূত্ৰধাৰ বংশ আৰু দক্ষিণ হাটীৰ গায়ন-বায়ন। |
| | ১ লা বহাগ বা ১ দোমাহী | পুৱাৰ প্ৰসঙ্গৰ পিছত গুৰু-ঘাটা, দুটা পুৱাৰ গীত, নাম-ঘোষাৰ এটা ঘোষা গাব লাগে। | সূত্ৰধাৰ বংশ আৰু দক্ষিণ হাটীৰ গায়ন-বায়ন। |
| | | ৰাতিৰ নাম-প্ৰসঙ্গৰ আগতে সেৱাৰ কীৰ্ত্তন ঘোষা এটা | ভীমা বায়ন বংশ, গন্ধীয়া বংশ আৰু গলিয়াহাটীৰ বায়ন বংশ। |
| টুপৰ চোতালত | | নাম-প্ৰসঙ্গ আৰু পাঠ-প্ৰসঙ্গৰ পিছত ৰাতি সত্ৰৰ ঘোষা-ধেমালি আৰু যাত্ৰা ভাওনা। | আঘোণা বায়ন বংশ। |

| উৎসৱ পৰ্ব | পালন কৰা তাৰিখ | গায়ন-বায়নৰ কৰণীয় কৰ্ম | দায়িত্বত থকা বংশবা/ হাটি গোট |
|---|---|---|---|
| | ২ বহাগ বা ৩ দোমাহী | পুবা গুৰুঘাটা আৰু আনুষংগিক | ভীমা বায়ন বংশ, গলিয়া হাটীৰ বায়ন বংশ, গন্ধীয়া বংশ। |
| | | ৰাতিৰ প্ৰসঙ্গৰ আগতে সেৱাৰ কীৰ্ত্তন ঘোষা এটা। | দক্ষিণহাটী আৰু সূত্ৰধাৰ বংশৰ গায়ন-বায়ন |
| | | ৰাতি সত্ৰৰ টুপৰ চোতালত সৰু ধেমালি, ঘোষা ধেমালি আৰু যাত্ৰা ভাওনা। | গলিয়া হাটীৰ বায়ন বংশ। |
| | ৩ বহাগ বা ৪ দোমাহী | পুবা গুৰুঘাটা আৰু আনুষংগিক | দক্ষিণহাটী আৰু সূত্ৰধাৰ বংশৰ গায়ন-বায়ন। |
| | | ৰাতিৰ প্ৰসঙ্গৰ আগত সেৱাৰ কীৰ্ত্তন আৰু ঘোষা এটা | গন্ধীয়া বংশ, ভীমা বায়ন বংশ, গলিয়া হাটীৰ বায়ন বংশ। |
| | | ৰাতিৰ প্ৰসঙ্গৰ পিছত টুপৰ চোতালত সৰু ধেমালি, ঘোষা ধেমালি আৰু যাত্ৰা-ভাওনা। | দক্ষিণহাটীৰ গায়ন-বায়ন। |
| | ৪ বহাগ বা ৫ দোমাহী | পুবা গুৰু-ঘাটা আৰু আনুষংগিক | ভীমা বায়ন,গন্ধীয়া বংশ আৰু গলিয়া হাটীৰ বায়ন বংশ। |
| | | ৰাতিৰ প্ৰসঙ্গৰ আগতে সেৱাৰ কীৰ্ত্তন আৰু ঘোষা এটা। | দক্ষিণ হাটী আৰু সূত্ৰধাৰ বংশৰ গায়ন-বায়ন। |
| | | ৰাতিৰ প্ৰসঙ্গৰ পিছত টুপৰ চোতালত সৰু ধেমালি, ঘোষা ধেমালি আৰু যাত্ৰা ভাওনা। | ভীমা বায়ন বংশ। |
| | ৫ বহাগ বা ৬ দোমাহী | পুবা গুৰু-ঘাটা আৰু আনুষংগিক | সূত্ৰধাৰ বংশ আৰু দক্ষিণ হাটীৰ গায়ন-বায়ন। |
| | | ৰাতিৰ প্ৰসঙ্গৰ আগতে সেৱাৰ কীৰ্ত্তন আৰু ঘোষা এটা | গন্ধীয়া বংশ, ভীমা বায়ন বংশ আৰু গলিয়া হাটীৰ বায়ন বংশ। |
| | | ৰাতিৰ প্ৰসঙ্গৰ পিছত টুপৰ চোতলত সৰুধেমালি, ঘোষা ধেমালি আৰু যাত্ৰা ভাওনা। | সূত্ৰধাৰ বংশ। |
| | ৬ বহাগ বা ৭ | পুবা গুৰু-ঘাটা আৰু | ভীমা বায়ন, গন্ধীয়া বংশ |

| উৎসৱ পৰ্ব | পালন কৰা তাৰিখ | গায়ন-বায়নৰ কৰণীয় কৰ্ম | দায়িত্বত থকা বংশৰা/ হাটী গোট |
|---|---|---|---|
| | দোমাহী | আনুষংগিক | আৰু গলিয়া হাটীৰ বায়ন বংশ। |
| . | | ৰাতিৰ প্ৰসঙ্গৰ আগত সেৱাৰ কীৰ্ত্তন আৰু ঘোষা এটা। | দক্ষিণ হাটীৰ গায়ন-বায়ন আৰু সূত্ৰধাৰ বংশ। |
| | | ৰাতিৰ প্ৰসঙ্গৰ পিছত টুপৰ চোতালত সৰু-ধেমালি, ঘোষা -ধেমালি আৰু যাত্ৰা ভাওনা। | গন্ধীয়া বংশ। |
| শ্ৰীশ্ৰীমথুৰাদাস বুঢ়া আতাৰ জঁন্মোৎসৱ | জেঠ মাহৰ শুক্লা একাদশী | ৰাতিৰ প্ৰসঙ্গৰ পিছত ধেমালি (নাট / সৰু) (বিঃদ্ৰঃ ইয়াৰ আগদিনা অৰ্থাৎ শুক্লা দশমীৰ দিনা যি বংশ বা হাটীগোটৰ নিত্য সেৱাৰ কীৰ্ত্তনৰ পালা থাকে তেওঁলোকে সেৱাৰ কীৰ্ত্তন কৰিব লাগে) | এই দ্বায়িত্ব প্ৰত্যেক বংশৰা বা হাটীগোটে ৪ বছৰৰ মূৰে মূৰে পালন কৰে। |
| | জেঠ মাহৰ কৃষ্ণা দ্বাদশী | পুৱাৰ প্ৰসঙ্গৰ পিছত গুৰু-ঘাটা ৰাগ, গীত আৰু ঘোষা। | বংশৰা/ হাটীগোটে নিজা নিজাকৈ। |
| শ্ৰীশ্ৰীমাধৱদেৱৰ জন্মোৎসৱ | জেঠ মাহৰ কৃষ্ণ প্ৰতিপদ | ৰাতিৰ প্ৰসঙ্গৰ পিছত ধেমালি (নাট/সৰু) (বিঃদ্ৰঃ ইয়াৰ আগদিনা যি বংশ বা হাটীগোটৰ নিত্য সেৱাৰ কীৰ্ত্তনৰপালা থাকে তেওঁলোকে সেৱাৰ কীৰ্ত্তন কৰিব লাগে) | এই দ্বায়িত্ব প্ৰত্যেক বংশৰা বা হাটীগোটে ৪ বছৰৰ মূৰে মূৰে একক ভাৱে পালন কৰে। |
| | | পুৱাৰ প্ৰসঙ্গৰ পিছত গুৰু-ঘাটা ৰাগ, গীত আৰু ঘোষা। | বংশৰা বা হাটী গোটে নিজা নিজাকৈ কৰে। |
| শ্ৰীশ্ৰীশঙ্কৰদেৱৰ কীৰ্ত্তন-মহোৎসৱ | ভাদ মাহৰ শুক্লা দ্বিতীয়াত এই কীৰ্তন মহোৎসৱ মিলে। তিথিৰ দিনকে ধৰি সাত দিন ব্যাপি মহোৎসৱ পালন কৰা হয়। | যদি শাওন, মাহত কীৰ্তন স্থাপনা হয় তেনেহ'লে স্থাপনাৰ আগদিনা সেৱাৰ কীৰ্তন কৰাৰ পিছত অতিৰিক্ত এটি ঘোষা গাব লাগে। | সূত্ৰধাৰ বংশ। ভাদ মাহত স্থাপনা হ'লে ভীমা বায়ন বংশ। |

| উৎসব পৰ্ব | পালন কৰা তাৰিখ | গায়ন-বায়নৰ কৰণীয় কৰ্ম | দায়িত্বত থকা বংশবা/ হাটি গোট |
|---|---|---|---|
| | প্ৰথম দিনা | পুৱাৰ নাম-প্ৰসঙ্গ, ভাগৱত-পাঠৰ পিছত গুৰু-ঘাটা শ্যমৰাগ সহ দুটা পুৱাৰ গীত আৰু নাম-ঘোষাৰ এটা ঘোষা গাব। | গন্ধীয়া, ভীমা বায়ন আৰু গলিয়া হাটীৰ বায়ন বংশ। |
| | | ৰাতি সেৱাৰ কীৰ্ত্তন আৰু গীতৰ পালা। গীতৰপালাত শ্ৰীমন্তশংকৰদেৱ বিচৰিত ৰাসৰ ত্ৰিশটি গীতৰ ছয়টি যথাযথ ভাবে গোৱাৰ পিছত এটি নিৰ্দ্ধাৰিত ঘোষা গাব। | সূত্ৰধাৰ বংশ। |
| | দ্বিতীয় দিনা | পুৱাৰ নাম-প্ৰসঙ্গ ভাগৱত পাঠৰ পিছত প্ৰথম দিনৰ অনুৰূপ গুৰু-ঘাটা, পুৱাৰ গীত, আৰু ঘোষা গাব। | সূত্ৰধাৰ বংশ। |
| | | ৰাতি সেৱাৰ কীৰ্ত্তন আৰু ‘গীতৰ পালা’। গীতৰ পালাত শ্ৰীমন্ত শংকৰদেৱৰ ‘ৰাস’ৰ গীত গোৱাৰ পিছত এটি নিৰ্দ্ধাৰিত ঘোষা গাব। | ভীমা বায়ন বংশ, গন্ধীয়া বংশ আৰু গলিয়া হাটীৰ বায়ন বংশ। |
| | তৃতীয় দিনা | প্ৰথম দিনাৰ অনুৰূপ | ভীমা বায়ন বংশ, গন্ধীয়া বংশ আৰু গলিয়া হাটীৰ বায়ন বংশ। |
| | | ৰাতি সেৱাৰ কীৰ্ত্তন, গীতৰ পালা আৰু এটি নিৰ্দ্ধাৰিত ঘোষা গাব। | সূত্ৰধাৰ বংশ। |
| | চতুৰ্থ দিনা | পুৱা গুৰু-ঘাটা, পুৱাৰ গীত আৰু ঘোষা। | সূত্ৰধাৰ বংশ। |
| | | ৰাতি সেৱাৰ কীৰ্ত্তন, গীতৰ পালা আৰু এটি নিৰ্দ্ধাৰিত ঘোষা গাব। | গন্ধীয়া বায়ন বংশ, ভীমা বায়ন বংশ, গলিয়া হাটীৰ বায়ন বংশ। |

| উৎসৱ পৰ্ব | পালন কৰা তাৰিখ | গায়ন-বায়নৰ কৰণীয় কৰ্ম | দায়িত্বত থকা বংশবা/ হাটি গোট |
|---|---|---|---|
| | পঞ্চম দিনা | পুৱা গুৰু-ঘাটা, পুৱাৰ গীত আৰু ঘোষা গাব। | গন্ধীয়া বায়ন বংশ, ভীমা বায়ন বংশ, গলিয়া হাটীৰ বায়ন বংশ। |
| | | ৰাতি সেৱাৰ কীৰ্ত্তন, গীতৰ পালা আৰু এটি নিৰ্দ্ধাৰিত ঘোষা গাব। | সূত্ৰধাৰ বংশ। |
| | ষষ্ঠ দিনা | পুৱা গুৰু-ঘাটা, পুৱাৰ গীত আৰু ঘোষা | সূত্ৰধাৰ বংশ। |
| | | ৰাতি সেৱাৰ কীৰ্ত্তন, বৰ ধেমালি, ঘোষা ধেমালি আৰু 'কালীয় দমন' অঙ্কীয়া নাট পাঠ বা অভিনয়। | ভীমা বায়ন বংশ। |
| | সভা অৰ্থাৎ তিৰোভাৱ তিথিৰ দিনা | পুৱা গুৰু-ঘাটা, পুৱাৰ গীত, ভোজন ব্যৱহাৰ নাটৰ ৰূপায়ণ। | সূত্ৰধাৰ বংশ, ভীমা বায়ন বংশ, গন্ধীয়া বংশ, গলিয়া হাটীৰ বায়ন বংশ। |
| | | পাটবাউসী সত্ৰত কৰ ভাৰ প্ৰদান আৰু তাত সৰু ধেমালি বা গুৰু মৃদং পৰিবেশন। | চাৰি বছৰৰ মূৰে মূৰে দায়িত্ব পৰা হাটী গোট বাবংশৰাই এই দায়িত্ব পালন কৰিব লাগে। |
| | | ৰাতি সেৱাৰ কীৰ্ত্তন, বৰধেমালি, ঘোষা ধেমালি বজাই 'ৰামবিজয়' নাটৰ ৰূপায়ণ বা পাঠ। | সূত্ৰধাৰ বংশ। |
| শ্ৰীশ্ৰীমাধৱদেৱৰ কীৰ্তন মহোৎসৱ | ভাদ মাহৰ কৃষ্ণা পঞ্চমীত এই কীৰ্ত্তন মহোৎসৱ (তিথি) মিলে। তিথিৰ দিনকে ধৰি দহ দিন আগৰ পৰা এই মহোৎসৱ পালন কৰা হয়। | যদি শাওন মাহত কীৰ্তন স্থাপন হয়, স্থাপনাৰ আগদিনা সেৱাৰ কীৰ্তনৰ পিছত অতিৰিক্ত এটি গাব। | সূত্ৰধাৰ বংশ। ভাদ মাহত স্থাপনা হ'লে ভীমা বায়ন বংশ। |
| | প্ৰথম দিনা | পুৱা গুৰু-ঘাটা আৰু আনুষংগিক ৰাতি সেৱাৰ কীৰ্ত্তন, | ভীমা বায়ন বংশ, গন্ধীয়া বায়ন বংশ, গলিয়া হাটীৰ বায়ন বংশ। |

| উৎসৱ পৰ্ব | পালন কৰা তাৰিখ | গায়ন-বায়নৰ কৰণীয় কৰ্ম | দায়িত্বত থকা বংশৰা/ হাটি গোট |
|---|---|---|---|
| | | গীতৰ পালাত 'ভূষণ হেৰোৱা নাট'ৰ গীত গাই শেষত নিৰ্দ্ধাৰিত ঘোষা গাব। | দক্ষিণ হাটীৰ গায়ন-বায়ন। |
| | দ্বিতীয় দিনা | পুৱা গুৰু-ঘাটা আৰু আনুষংগিক। | দক্ষিণ হাটীৰ গায়ন-বায়ন। |
| | | ৰাতি সেৱাৰ কীৰ্ত্তন আৰু গীতৰ পালা। গীতৰ পালাত 'পিম্পৰা গুচোৱা'ৰ গীত গোৱাৰ পিছত এটা ঘোষা গাব। | ভীমা গন্ধীয়া আৰু গলিয়া হাটীৰ বায়ন বংশ। |
| | তৃতীয় দিনা | পুৱা গুৰু-ঘাটা আৰু আনুষংগিক। | ভীমা, গন্ধীয়া আৰু গলিয়া হাটীৰ বায়ন বংশ। |
| | | ৰাতি সেৱাৰ কীৰ্ত্তন আৰু 'গীতৰ পালা', গীতৰ পালাত 'দধি মথন' নাটৰ গীত গোৱাৰ পিছত এটা ঘোষা গাব। | দক্ষিণ হাটীৰ গায়ন-বায়ন। |
| | চতুৰ্থ দিনা | পুৱা গুৰু-ঘাটা আৰু আনুষংগিক। | দক্ষিণ হাটীৰ গায়ন-বায়ন। |
| | | ৰাতি সেৱাৰ কীৰ্ত্তন আৰু গীতৰ পালা। গীতৰ পালাত 'চোৰধৰা' নাটৰ গীত গোৱাৰ পিছত এটা ঘোষা গাব। | ভীমা, গন্ধীয়া আৰু গলিয়া হাটীৰ বায়ন বংশ। |
| | পঞ্চম দিনা | পুৱা গুৰু-ঘাটা আৰু আনুষংগিক। | ভীমা, গন্ধীয়া আৰু গলিয়া হাটীৰ বায়ন বংশ। |
| | | ৰাতি সেৱাৰ কীৰ্ত্তন আৰু গীতৰ পালা-গীতৰ পালাত 'ভূমি লুটোৱা' নাটৰ গীত গোৱাৰ পিছত এটা ঘোষা গাব। | দক্ষিণ হাটীৰ গায়ন-বায়ন। |
| | ষষ্ঠ দিনা | পুৱা গুৰু-ঘাটা আৰু আনুষংগিক | দক্ষিণ হাটীৰ গায়ন-বায়ন। |
| | | ৰাতি সেৱাৰ কীৰ্ত্তন আৰু 'গীতৰ পালা', গীতৰ পালাত 'ৰাস ঝুমুৰা', নাটৰ গীত গাব। | ভীমা, গন্ধীয়া আৰু গলিয়া হাটীৰ বায়ন বংশ। |

| উৎসৱ পৰ্ব | পালন কৰা তাৰিখ | গায়ন-বায়নৰ কৰণীয় কৰ্ম | দায়িত্বত থকা বংশবা/ হাটী গোট |
|---|---|---|---|
| বিঃদ্রঃ মহাপুৰুষ মাধৱদেৱৰ কীৰ্তন স্থাপনাৰ পৰা নদিনলৈ নাম-প্ৰসঙ্গৰ পিছত জয়ধ্বনি দিয়া বন্ধ থাকে। | সপ্তম দিনা | পুৱা গুৰু-ঘাটা আৰু আনুষংগিক। | ভীমা, গন্ধীয়া আৰু গলিয়া হাটীৰ বায়ন বংশ। |
| | | ৰাতিসেৱাৰ কীৰ্ত্তন আৰু 'গীতৰ পালা'। গীতৰ পালাত 'ৰাস ঝুমুৰা' নাটৰ গীত গোৱাৰ পিছত এটা ঘোষা গাব। | দক্ষিণ হাটীৰ গায়ন-বায়ন। |
| | অষ্টম দিনা | পুৱা গুৰু-ঘাটা আৰু আনুষংগিক। ৰাতি সেৱাৰ কীৰ্ত্তন আৰু গীতৰ পালা। গীতৰ পালাত 'উদ্ধব জান' নাটৰ গীত গাব। | দক্ষিণ হাটীৰ গায়ন-বায়ন। ভীমা, গন্ধীয়া আৰু গলিয়া হাটীৰ বায়ন বংশ। |
| | নৱম দিনা বা গোন্ধৰ দিনা | পুৱা গুৰু-ঘাটা আৰু আনুষংগিক। | ভীমা, গন্ধীয়া আৰু গলিয়া হাটীৰ বায়ন বংশ। |
| | | ৰাতি সেৱাৰ কীৰ্ত্তন, বৰধেমালি, ঘোষা ধেমালি বজাই 'ৰুক্মিণী হৰণ' নাট ৰূপায়ন বা পাঠ। | দক্ষিণ হাটীৰ গায়ন-বায়ন। |
| | সভা বা তিথিৰ দিনা | পুৱা 'গুৰু-ঘাটা', পুৱাৰ গীত 'ভোজন ব্যৱহাৰ' নাটৰ ৰূপায়ণ। | দক্ষিণ হাটীৰ গায়ন-বায়ন, ভীমাবায়ন বংশ, গন্ধীয়া, গলিয়া হাটীৰ বায়ন বংশ। |
| | | ৰাতিসেৱাৰ কীৰ্ত্তন, বৰধেমালি, ঘোষা ধেমালি বজাই 'পাৰিজাত হৰণ' নাট পাঠ বা ৰূপায়ণ। | গন্ধীয়া বংশ। |
| বদলা পদ্ম আতাৰ তিথি | ভাদ মাহৰ শুক্লা একাদশী তিথি | পুৱা 'গুৰু-ঘাটা', পুৱাৰ গীত,' ভোজন ব্যৱহাৰ' নাটৰ ৰূপায়ণ। যদি মাধৱদেৱৰ দহ দিনীয়া কীৰ্ত্তনৰ মাজত পৰে তেতিয়া ভোজন ব্যৱহাৰ নাট নহয়। সেইদিনা যদি দক্ষিণ হাটীৰ পালা থাকে তেতিয়া গীতৰ পালাত উদ্ধৱ যান নাটৰ দুটা | সমূহ বংশৰা আৰু হাটীগোটৰ উমৈহতীয়া। |

| উৎসৱ পৰ্ব | পালন কৰা তাৰিখ | গায়ন-বায়নৰ কৰণীয় কৰ্ম | দায়িত্বত থকা বংশৰা/ হাটী গোট |
|---|---|---|---|
| | | গীত অতিৰিক্তভাৱে গাব। আৰু যদি গন্ধীয়া বংশৰ (সহযোগী বংশৰ লগত) পালা পৰে তেতিয়া পৰৱৰ্তী গীতৰ পালাত 'উদ্ধৱ যান'ৰ আটাইকেইটা গীত গাই সেইদিনাৰ গীতকেইটা পৰৱৰ্তী দিনত গাব। | |
| শ্ৰীকৃষ্ণৰ জন্মাষ্টমী | ভাদ মাহৰ কৃষ্ণা অষ্টমী তিথি | ৰাতি নাম প্ৰসঙ্গৰ পিছত গায়ন-বায়ন দ্বাৰা নাট-ধেমালি বা সৰু-ধেমালি পৰিবেশন,'জন্ম যাত্ৰা নাট' পাঠ। | প্ৰত্যেক চাৰি বছৰৰ মূৰে মূৰে দায়িত্ব পৰা বংশ বা হাটী গোটে নিজাকৈ এই দায়িত্ব বহন কৰে। |
| | পিছদিনা পুৱা | গুৰু-ঘাটা আৰু আনুষংগিক। শ্ৰীশ্ৰী গোপাল আতা বিৰচিত 'নন্দোৎসৱ বা পাঁচতি নাট' ৰূপায়ণ বা পাঠ। | প্ৰত্যেক চাৰি বছৰৰ মূৰে মূৰে দায়িত্ব পৰা বংশ বা হাটী গোটে নিজাকৈ এই দায়িত্ব বহন কৰে। |
| শ্ৰীশ্ৰীশংকৰদেৱৰ জন্মোৎসৱ | আহিন মাহৰ শুক্লা দশমী তিথি | ৰাতিৰ প্ৰসঙ্গৰ পিছত ধেমালি পৰিবেশন (বিঃ দ্ৰঃ-ইয়াৰ আগদিনা অৰ্থাৎ শুক্লা নৱমী তিথিৰ দিনা যি বংশ বা হাটী গোটৰ নিত্য সেৱাৰ কীৰ্ত্তনৰ সেৱাৰ কীৰ্ত্তন কৰিব) | এই দায়িত্ব প্ৰত্যেক বংশ বা হাটী গোটে চাৰি বছৰৰ মূৰে মূৰে পালন কৰে। 'পালা' থাকে তেওঁলোকে |
| | আহিন মাহৰ শুক্লা একাদশী তিথি | পুৱাৰ প্ৰসঙ্গৰ পিছত গুৰুঘাটা, ৰাগ, গীত আৰু ঘোষা। | এই দায়িত্ব প্ৰত্যেক বংশ বা হাটী গোটে চাৰি বছৰৰ মূৰে মূৰে পালন কৰে। |
| শ্ৰীশ্ৰীমথুৰাদাস বুঢ়া আতাৰ কীৰ্ত্তন মহোৎসৱ | আহিন মাহৰ কৃষ্ণা চতুৰ্থী তিথি (তিথিৰ দিনকে ধৰি ৫ দিনীয়া ভাৱে এই মহোৎসৱ পালন কৰা হয়) | | |

| উৎসৱ পৰ্ব | পালন কৰা তাৰিখ | গায়ন-বায়নৰ কৰণীয় কৰ্ম | দায়িত্বত থকা বংশৰা/ হাটী গোট |
|---|---|---|---|
| | প্ৰথম দিনা | পুৱা গুৰু-ঘাটা আৰু আনুষংগিক | ভীমা বায়ন, গন্ধীয়া আৰু গলিয়া হাটীৰ বায়ন বংশ। |
| | | ৰাতি সেৱাৰ কীৰ্ত্তন আৰু 'গীতৰ পালা'। গীতৰ পালাত 'ৰাস'ৰ গীত গোৱাৰ পিছত নিৰ্দ্ধাৰিত ঘোষা এটি গাব। | সূত্ৰধাৰ বংশ। |
| | দ্বিতীয় দিনা | পুৱা গুৰু-ঘাটা আৰু আনুষংগিক। | সূত্ৰধাৰ বংশ। |
| | | ৰাতি সেৱাৰ কীৰ্ত্তন আৰু গীতৰ পালা। গীতৰ পালাত ৰাসৰ গীত গোৱাৰ পিছত নিৰ্দ্ধাৰিত ঘোষা এটি গাব। | ভীমা বায়ন, গন্ধীয়া আৰু গলিয়া হাটীৰ বায়ন বংশ। |
| | তৃতীয় দিনা | পুৱা গুৰু-ঘাটা আৰু আনুষংগিক। | ভীমা বায়ন, গন্ধীয়া আৰু গলিয়া হাটীৰ বায়ন বংশ। |
| | | ৰাতি সেৱাৰ কীৰ্ত্তন আৰু গীতৰ পালা। গীতৰ পালাত 'ৰাস'ৰ গীত গোৱাৰ পিছত নিৰ্দ্ধাৰিত ঘোষা এটি গাব। | সূত্ৰধাৰ বংশ। |
| | চতুৰ্থ দিনা | পুৱা গুৰু-ঘাটা আৰু আনুষংগিক। | সূত্ৰধাৰ বংশ। |
| | | ৰাতি সেৱাৰ কীৰ্ত্তন, বৰধেমালি, ঘোষা ধেমালি বজাই 'নৃ-সিংহ যাত্ৰা' নাট পাঠ বা ৰূপায়ণ। | গলিয়া হাটীৰ বায়ন বংশ। |
| | মূল সভা বা তিথিৰ দিনা | গুৰু-ঘাটা, পুৱাৰ গীত আৰু ভোজন ব্যৱহাৰ। | সূত্ৰধাৰ বংশ, ভীমা বায়ন বংশ, গন্ধীয়াবংশ, গলিয়া হাটীৰ বায়ন বংশ। |
| | | ৰাতি সেৱাৰ কীৰ্ত্তন, বৰধেমালি, ঘোষা ধেমালি বজাই 'কংস বধ' নাট পাঠ বা ৰূপায়ণ। | সূত্ৰধাৰ বংশ। |
| নাৰায়ণদাস ঠাকুৰ আতাৰ তিথি | পুহ মাহ কৃষ্ণা পঞ্চমী তিথি | তিথিৰ দিনা পুৱা গুৰুঘাটা, পুৱাৰ গীত আৰু 'ভোজন ব্যৱহাৰ' গোৱা-বোৱা কৰিব। | সমূহ বংশৰা আৰু হাটী গোট। |

| উৎসৱ পৰ্ব | পালন কৰা তাৰিখ | গায়ন-বায়নৰ কৰণীয় কৰ্ম | দায়িত্বত থকা বংশৰা/ হাটী গোট |
|---|---|---|---|
| | | ৰাতি সেৱাৰ কীৰ্তন, বৰধেমালি, ঘোষা ধেমালি বজাই - 'কংস বধ' নাট পাঠ বা ৰূপায়ণ। | |
| মাঘৰ দোমাহী | সংক্ৰান্তিৰ দিনাৰ পৰা মাঘ মাহৰ ৪ তাৰিখলৈ। | | |
| | সংক্ৰান্তিৰ দিনা | মঠৰ চোতালত সৰু ধেমালি বজাব। | আঘোণা বায়ন বংশ। |
| | ১ মাঘ বা বৰদোমাহী | মঠৰ চোতালত সৰু ধেমালি বজাব। | দক্ষিণ হাটীৰ গায়ন-বায়ন। |
| | ২ মাঘ বা তিনি দোমাহী | মঠৰ চোতালত সৰু ধেমালি বজাব। | ভীমা বায়ন বংশ। |
| | ৩ মাঘ বা চাৰি দোমাহী | মঠৰ চোতালত সৰু ধেমালি বজাব। | সূত্ৰধাৰ বংশ। |
| | ৪ মাঘ বা পাঁচ দোমাহী | মঠৰ চোতালত সৰু ধেমালি বজাব। | গন্ধীয়া বংশ। |
| বৰবিষ্ণু আতাৰ তিথি | ফাগুন মাহৰ শুক্লা দ্বিতীয়া | ঠাকুৰ আতাৰ তিথিৰ অনুৰূপ। | সকলো বংশৰা হাটী গোট। |
| শ্ৰীকৃষ্ণৰ দৌল মহোৎসৱ | নক্ষত্ৰ গণনা মতে ফাগুন বা চ'ত মাহৰ পূৰ্ণিমা তিথিত ৩, ৪ বা ৫ দিনীয়াকৈ পালন কৰা হয়। | | |
| | গোন্ধ যাত্ৰাৰ দিনা | আবেলিৰ প্ৰসঙ্গৰ পিছত দৌল-গোবিন্দ আৰু কলীয়া ঠাকুৰক ভাজ ঘৰৰ পৰা উলিয়াই আনোতে সুহাই ৰাগৰ 'চলে বিৰিন্দা বনে' গীত গাই আহিব। মঠৰ চোতালত বসন্ত ৰাগৰ 'মাই দেখো দেৰখা', 'হৰি হেৰোৰে বাপ', তুৰ বসন্ত ৰাগৰ 'প্ৰাণ গোপাল', সিন্ধুৰা ৰাগৰ 'কেলিকৰে বিৰিন্দা বনে' গাব। শেষত 'মোকে কৃপা কৰা হৰি এ' ঘোষা গাব। মঠৰ চোতালত মুখ্য গায়নে আঠোটা ৰাগ টানি আঠটা বৰগীত গায়। ইয়াক 'অষ্টৰাগ' বোলা হয়। ৰাগসমূহ হ'ল- অহিৰ, ললিত, বৰাড়ী, মালাসী, বসন্ত, কামোদ, মল্লাৰ, ভৈৰবী। | ভীমা বায়ন বংশ, গন্ধীয়া বংশ, গলিয়া হাটীৰ বায়ন বংশ আৰু সূত্ৰধাৰ বংশ বা দক্ষিণ হাটীৰ গায়ন-বায়ন (বিঃদ্ৰঃ সূত্ৰধাৰ বংশ আৰু দক্ষিণ হাটীৰ দৌলৰ 'পালা' এবছৰৰ অন্তৰে অন্তৰে পৰে)। |

| উৎসৱ পৰ্ব | পালন কৰা তাৰিখ | গায়ন-বায়নৰ কৰণীয় কৰ্ম | দায়িত্বত থকা বংশৰা/ হাটী গোট |
|---|---|---|---|
| | | সন্ধিয়া গায়ন-বায়ন, ঢুলীয়া আৰু ৰাইজে খোল-তাল বজাই টুপৰ চোতালত সাত পাক মেজি প্ৰদক্ষিণ কৰি দৌল গোবিন্দ আৰু কলিয়া ঠাকুৰক যোগমোহন ঘৰত প্ৰতিষ্ঠা কৰা হয় । | ভীমা বায়ন বংশ, গন্ধীয়া বংশ, গলিয়াহাটীৰ বায়ন বংশ আৰু সূত্ৰধাৰ বংশ বা দক্ষিণহাটীৰ গায়ন-বায়ন। |
| | | ৰাতি যোগমোহন ঘৰত 'সেৱাৰ কীৰ্ত্তন' আৰু বৰধেমালি পৰিবেশন, টুপৰ চোতালত যাত্ৰা-ভাওনাৰ অভিনয়। | সূত্ৰধাৰ বংশ বা দক্ষিণহাটী গোট। |
| | ভৰদৌল | পুৱা প্ৰসঙ্গৰ পিছত গুৰুঘাটা বজাই দুটা পুৱাৰ গীত গোৱাৰ পিছত 'ভাই দেখো কমলা পতি', 'দোলায় গোবিন্দ পৰম আনন্দে', 'ফাকু খেলে কৰুণাময়' গীত গোৱাৰ পিছত 'ভোজন ব্যৱহাৰ' অঙ্কখন কৰিব আৰু শেষত নাম ঘোষাৰ এটা ঘোষা গাব। | ভীমা বায়ন বংশ, গন্ধীয়া বংশ, গলিয়াহাটীৰ বায়ন বংশ আৰু সূত্ৰধাৰ বংশ বা দক্ষিণহাটীৰ গায়ন-বায়ন। |
| | | ৰাতি সেৱাৰ কীৰ্ত্তন আৰু বৰধেমালি বজাই যাত্ৰা-ভাওনা কৰিব। | ভীমা বায়ন/ গন্ধীয়া বংশ গলিয়াহাটীৰ বায়ন বংশ। |
| | সুৱেৰীৰ দিনা | আবেলিৰ প্ৰসঙ্গৰ পিছত গায়ন-বায়ন সমূহ ৰাইজ সমন্বিতে কলবাৰী সত্ৰলৈ গোঁসাই ফুৰাবলৈ যাব। কলবাৰী সত্ৰৰ পৰা বৰপেটা সত্ৰলৈ গোঁসাই ঘূৰি আহোতে গায়ন-বায়নসকলে 'মাই হেৰ গকুল চান্দ আৱে', 'প্ৰাণ গোপাল তোমাৰ বিনোদ হৰি জানিব কেমনে', 'কেলি কলে বিৰিন্দা বনে মোহন গোপাল' গীত গাই সৰ্ব্বশেষত 'মোকে কৃপা কৰা হৰিএ' ঘোষা গাব। বিঃ দ্ৰঃ ৪ বা ৫ দিনীয়া দৌল হ'লে উপৰোক্ত ক্ৰমৰ পুনৰ আৱৰ্তন হয়। | পাল পৰা বংশৰ লগত ভীমা বায়ন বংশ, গন্ধীয়া বংশ আৰু গলিয়াহাটীৰবায়ন বংশ। |

## উপসংহাৰঃ

বৰপেটা সত্ৰত পৰম্পৰা অনুসাৰে পালিত গায়ন-বায়নৰ সমৃদ্ধ পৰম্পৰাই শঙ্কৰী কৃষ্টি-সংস্কৃতিৰ এক উজ্জ্বল চানেকি দাঙি ধৰিছে। শ্ৰীশ্ৰীমথুৰাদাস বুঢ়া আতাই যিদৰে বংশৰা বা হাটী গোটসমূহক দায়িত্ব দি গৈছিল তদনুসৰি শ্ৰদ্ধা আৰু নিষ্ঠা সহকাৰে এই পৰম্পৰাৰ পালনে বৰপেটা সত্ৰৰ গৌৰৱক সোণত সুৱগা চৰাইছে। এইক্ষেত্ৰত 'বৰপেটা সত্ৰৰ ইতিবৃত্ত'ৰ মন্তব্য প্ৰণিধানযোগ্যঃ

> গায়ন-বায়নৰ কথা ওলালেই বৰপেটাৰ তিথিৰাম বায়ন, বিক্ৰিৰাম পাঠক বায়ন, চক্ৰৱৰ্তী (ভোখৰা) গায়ন, মহীৰাম বায়ন, চৈতন্য বায়ন, ৰমাকান্ত বায়ন, কমলেশ্বৰ বায়ন, বলোৰাম বায়ন, মহেশচন্দ্ৰ বায়ন, কাছেৰীয়া সূত্ৰধাৰ, কানীযা ৰাম বায়ন, হৰিৰাম বায়ন ইত্যাদি কৃতবিদ্য শিল্পীসকলৰ নাম মনলৈ আহে। ১১০ বছৰলৈ চক্ৰৱৰ্ত্তী গায়নে চৈতন্য বায়নৰ সহযোগত শিক্ষাৰ্থীসকলক খোল-নৃত্যৰ শিক্ষা দিছিল। বৰপেটা সত্ৰত অনুষ্ঠিত শ্ৰীমন্ত শঙ্কৰদেৱৰ পঞ্চশততম জন্মোৎসৱ অনুষ্ঠানত ৯১ বছৰীয়া বলোৰাম বায়নে গীত-বাদ্য পৰিবেশন কৰি ভূয়সী প্ৰশংসিত হৈছিল। বৰপেটাত 'শঙ্কৰদেৱ কলা বিদ্যালয়' স্থাপন কৰি বলোৰাম বায়নে প্ৰশিক্ষণ অব্যাহত ৰাখিছিল।

(পৃষ্ঠা ঃ১৩৪)

বৰ্তমানৰ আশাব্যঞ্জক কথা হ'ল যে আজিৰ বিশ্বায়নৰ যুগতো বৰপেটাৰ নৱ-প্ৰজন্মই অতি আন্তৰিকতা আৰু শ্ৰদ্ধাৰে গায়ন-বায়নৰ প্ৰচলিত পৰম্পৰাক শিকি-বুজি লৈ সত্ৰত পৰিবেশন কৰিবলৈ লৈছে। এই ক্ষেত্ৰত অৱশ্যে পুৰণি চামে শিক্ষণ-প্ৰশিক্ষণেৰে নৱ প্ৰজন্মক সমৃদ্ধ কৰি আহিছে।

## গ্ৰন্থচয় আৰু তথ্যসূত্ৰ

শ্ৰী ৰামচৰণ ঠাকুৰ ঃ গুৰু-চৰিত
শ্ৰী দৈত্যাৰি ঠাকুৰ ঃ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ চৰিত
উপেন্দ্ৰ চন্দ্ৰ লেখাৰু (সঃ) ঃ কথা- গুৰুচৰিত
লক্ষ্মীনাথ বেজবৰুৱা ঃ শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ
ভূপেন্দ্ৰ ৰায়চৌধুৰী ঃ বৰপেটা সত্ৰৰ ইতিবৃত্ত
ঃ শ্ৰীশ্ৰীমথুৰাদাস বুঢ়াআতাৰ জীৱন সুৰভি

তথ্যসূত্ৰ দাতা ঃ প্ৰয়াত মনোৰঞ্জন দাস
ঃ শ্ৰী গদাধৰ সূত্ৰধাৰ
ঃ শ্ৰী নীলকান্ত সূত্ৰধাৰ
ঃ শ্ৰী জগন্নাথ বায়ন



# বৰপেটা সত্ৰৰ ঘোষা-কীৰ্ত্তন

**কবীন্দ্ৰ দাস**

দুষ্কৃতিৰ হাতোৰাত বন্দী অসমীয়া জাতিক মুক্ত কৰাৰ লগতে সামাজিক, সাংস্কৃতিক তথা আধ্যাত্মিক দিশত পথ প্ৰদৰ্শনৰ উদ্দেশ্যে পঞ্চদশ-ষোড়শ শতিকাত আবিৰ্ভাৱ হৈছিল যুগনায়ক, মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ। জনজীৱন সুন্দৰ কৰাৰ সংকল্পেৰে অসমভূমিত প্ৰতিষ্ঠা কৰিলে সংস্কৃতিৰ বৰখুঁটা। মানৱ জীৱনৰ বৌদ্ধিক, মানসিক, নৈতিক, আধ্যাত্মিক ইত্যাদি সকলো দিশৰ বিকাশ ঘটাই এক সুস্থ-সবল সমাজ গঢ়াৰ প্ৰয়াসেৰে সনাতন বৈষ্ণৱ ধৰ্মক মূল আধাৰ হিচাপে লৈ ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে সৃষ্টি কৰিলে অনুপম গীত-নাট্য-বাদ্য আদিৰ। গুৰুজনাৰ এই মহান উদ্দেশ্য সফলতাৰ দিশত আগবঢ়াই নিয়াত বিশেষ বৰঙণি যোগায় তেওঁৰ প্ৰধান শিষ্য শ্ৰীশ্ৰী মাধৱদেৱ প্ৰমুখ্যে আন আন শিষ্য তথা আতাপুৰুষসকলে। পৰৱৰ্তী পৰ্যায়ত গুৰু দুজনাৰ (শংকৰদেৱ আৰু মাধৱদেৱ) সৃষ্ট অতুলনীয় সাংস্কৃতিক সম্পদৰাজি তেওঁসৱৰ দ্বাৰা প্ৰতিষ্ঠিত সত্ৰসমূহত সংৰক্ষণ, সংবৰ্দ্ধন আৰু প্ৰশিক্ষণৰ পৰম্পৰাৰে সত্ৰীয়া সংস্কৃতি নামেৰে খ্যাতি লাভ কৰি ভাৰতবৰ্ষৰ লগতে পৃথিৱীৰ আন বহুতো দেশত সমাদৃত হৈছে।

মহাপুৰুষ দুজনা গুৰুৰ উপৰি বিশিষ্ট আতাপুৰুষসকলৰ পদধূলিৰে প্লাৱিত দ্বাৰকা-মথুৰাপুৰী নামে জনাজাত, মাধৱদেৱ স্থাপিত বৰপেটা সত্ৰ অসমৰ আন আন সত্ৰসমূহৰ অন্যতম। বৰপেটা সত্ৰৰ প্ৰথম সত্ৰাধিকাৰ মথুৰাদাস বুঢ়া আতাই সত্ৰাধিকাৰৰ গুৰুভাৰ লোৱাৰ সময়ৰে পৰা সত্ৰখনৰ নিত্য-নৈমিত্তিক কাৰ্য্যবোৰ সুচাৰুৰূপে চলি আছে। শংকৰ-মাধৱ গুৰু দুজনাৰ দিনত অসমৰ থান-সত্ৰসমূহত পুৱাৰ প্ৰসংগ, আবেলিৰ প্ৰসংগ আৰু ৰাতিৰ প্ৰসংগ প্ৰচলনেৰে মূলতঃ তিনি প্ৰসংগৰ ব্যৱস্থা আছিল। এই তিনি প্ৰসংগৰ শাখা বিভাগ কৰা চিৰ নমস্য, অসাধাৰণ ব্যক্তিত্বৰ অধিকাৰী ব্যক্তিগৰাকী হ'ল শ্ৰীশ্ৰী মথুৰাদাস বুঢ়াআতা। চৈধ্য প্ৰসংগৰ অন্তৰ্গত পুৱাৰ গীত, পুৱাৰ ভটিমা, প্ৰসংগ, ভাগৱত পাঠ, গুণমালা, লীলামালা, বৰগীত ইত্যাদি সাংস্কৃতিক উপাদানসমূহ যতি নপৰাকৈ বৰপেটা বৰধামত পৰিৱেশিত হৈ আহিছে।

'ঘোষা-কীৰ্ত্তন' বৰপেটা সত্ৰৰ নৈমিত্তিক সাংস্কৃতিক সম্পদসমূহৰ উল্লেখযোগ্য উপাদান। বিশেষ কেতবোৰ উৎসৱ বা তিথি-পাৰ্বনত গায়ন-বায়ন, ওজাপালি ইত্যাদিৰ দৰে ঘোষা-কীৰ্ত্তনো পৰিবেশন কৰা হয়। পৰিবেশনৰ বিশিষ্ট শৈলীৰ বাবে ই আন আন গীত-মাত বা নৃত্যতকৈ পৃথক।

শ্ৰীশ্ৰী মাধৱদেৱৰ আলধৰা আছিল শ্ৰীৰাম আতা। মাধৱদেৱৰ সৈতে শ্ৰীৰাম আতা গণককুছিত আছিল। গুৰু শংকৰক সেৱা কৰাৰ উদ্দেশ্যে দুয়ো গণককুছিৰ পৰা পাটবাউসীলৈ অহা-যোৱা কৰিছিল। গুৰুৰ আলপৈচান ধৰাৰ অন্তত, প্ৰসংগত যোগদান আৰু শাস্ত্ৰালাপ কৰি উভতি অহাটো দৈনিক কাৰ্যাৱলীৰ অন্তৰ্ভুক্ত আছিল। এদিনাখনৰ কথা। শ্ৰীৰাম আতাতকৈ মাধৱদেৱ কিছু আগত উভতিল। কিন্তু শংকৰদেৱৰ কাষৰ পৰা উভতি অহাত শ্ৰীৰাম আতাৰ বিলম্ব হ'ল। মাধৱদেৱে শ্ৰীৰাম আতাক ইয়াৰ কাৰণ সুধিলত, শ্ৰীৰাম আতাই ক'লে— 'বাপ! আমি অহাৰ সময়ত গুৰুজনে খেদ প্ৰকাশ কৰিলে আৰু ক'বলৈ ধৰিলে, তাকে শুনোতে পলম হ'ল।' মাধৱদেৱে সুধিলে, 'গুৰুজনেনো কি বুলি খেদ প্ৰকাশ কৰিলে?' ইয়াৰ উত্তৰত শ্ৰীৰামে ক'লে, 'কলি যুগৰ অল্পায়ু আৰু কলুষিত মনৰ জনসাধাৰণৰ কল্যাণৰ হকে গীত পদ-ঘোষা-ভটিমা কৰিলোঁ। এই চাৰি ডোলেৰেও জীৱক বান্ধিব নোৱাৰিলোঁ।' হৰি নাম- কীৰ্ত্তনেই কলিযুগৰ জীৱৰ উদ্ধাৰৰ একমাত্ৰ পথ। কিন্তু পৰিতাপৰ কথা এয়ে যে আমাৰ (গুৰুজনাৰ) আশানুৰূপ ফল সম্প্ৰতি দেখা নগ'ল। গুৰু শংকৰৰ খেদোক্তি শুনি মাধৱদেৱে উদ্বেগ প্ৰকাশ কৰিলে আৰু গুৰুৰ আশা পূৰণৰ সন্ধানত ব্যস্ত হ'ল। শ্ৰীমাধৱদেৱ, শ্ৰীৰাম আতা, মথুৰাদাস বুঢ়াআতা, নাৰায়ণদাস ঠাকুৰ আতা, গোপাল আতা, বৰবিষ্ণু আতা, হৰিবল্লভ আতা, হৰিহৰ আতা, মনপুৰ ভড়ালী প্ৰমুখ্যে চিন্তাশীল পুৰুষসকলে গুৰুজনাৰ প্ৰৱৰ্তিত নাম-ধৰ্ম প্ৰচাৰৰ সু-ব্যৱস্থা কৰিলে। এনেদৰেই প্ৰায় পাঁচশ বছৰৰো অধিককাল পূৰ্বে ঘোষা-কীৰ্ত্তনৰ সূচনা হয়, যি আজিও বৰপেটা সত্ৰত চলি আছে।

মহাপুৰুষ গুৰু দুজনাৰ সৃষ্ট নাম-প্ৰসঙ্গ বা ঘোষা গোৱাকেই সাধাৰণতে ঘোষা-কীৰ্ত্তন বুলি ভবা হয়। বৰপেটা সত্ৰত প্ৰচলিত এক বিশেষ ধৰণৰ কীৰ্ত্তন — এই ঘোষা-কীৰ্ত্তনৰ বিশেষ কেতবোৰ বৈশিষ্ট্য আছে। গতিকে আন আন নাম-প্ৰসঙ্গ বা কীৰ্ত্তনতকৈ ই পৃথক।

ঘোষা-কীৰ্ত্তনৰ মুঠ শিল্পী-ভকতৰ সংখ্যা হ'ল ঊনৈশজন। ওঠৰজন পালি আৰু এজন ওজাৰ সু-সমন্বয়ত পৰিবেশিত এইবিধ কীৰ্ত্তনে উচ্চ আধ্যাত্মিক পৰিবেশৰ সৃষ্টি কৰিব পাৰে। জগতগুৰু শ্ৰীমন্ত শংকৰদেৱ, শ্ৰীশ্ৰীমাধৱদেৱ আৰু মথুৰাদাস বুঢ়াআতাৰ তিথি (কীৰ্ত্তন), ব'হাগৰ দোমাহী, দৌলোৎসৱ, আতা পুৰুষসকলৰ তিথি-পাৰ্বণ আদিত বৰপেটা সত্ৰত ঘোষা-কীৰ্ত্তন কৰা হয়। ঘোষা-কীৰ্ত্তন আবেলিৰ প্ৰসংগৰ অন্তৰ্গত। ঘোষা-কীৰ্ত্তন কৰা উক্ত বিশেষ দিনবোৰত সত্ৰত প্ৰচলিত আবেলিৰ নিত্য প্ৰসংগ কৰা নহয়। কিয়নো,

এই কীৰ্ত্তনে আবেলিৰ তিনিও প্ৰসংগকে সামৰি লয়।

নিবিড় ভক্তিভাবত পৰিবেশন কৰা এই ঐশ্চৰ্য্যশালী সাংস্কৃতিক সম্পদবিধৰ পৰিবেশনৰ কোনো জাকজমকতা নাই। ভক্তি ৰসামৃত সৃষ্টিয়েই এই কীৰ্ত্তনৰ উল্লেখযোগ্য বৈশিষ্ট্য আৰু উদ্দেশ্য।

এজন ওজা সহিতে ওঠৰজন পালি— মুঠ ঊনৈশজন শিল্পী-ভকতে ঘোষা-কীৰ্ত্তন কৰাৰ আগমুহূৰ্তত অৰ্ধচন্দ্ৰাকৃতিত বহি লয়। ঊনৈশজনৰ মাজৰ পৰা এজন কীৰ্ত্তনীয়া ওজা নিৰ্দ্ধাৰণ কৰি লোৱা হয়। ওঠৰজন পালিৰ সহযোগত উক্ত ওজাজনে নিৰ্দিষ্ট দিনটোৰ গোৱা কাৰ্য্য সমাপন কৰিব লাগে। ওজাজনে ওঠৰজনীয়া দলটোৰ মাজত স্থান গ্ৰহণ কৰে।



*বৰপেটা সত্ৰৰ ঘোষা কীৰ্তন*

ঘোষা-কীৰ্ত্তনত গুৰুদুজনাৰ ৰচিত বৰগীতসমূহৰ সাতটা ৰাগ গোৱা হয়। এই ৰাগকেইটা হ'ল— ৰাগ গৌৰী, ৰাগ ধনশ্ৰী, ৰাগ বেলোৱাৰ, ৰাগ আশোৱাৰী, ৰাগ সিন্ধুৰা, ৰাগ বৰাড়ী, ৰাগ ভাটিয়ালী। এই ৰাগসমূহ আৰু সিবিলাকৰ অন্তৰ্গত গীতসমূহ একোটা নিৰ্দিষ্ট দিনতহে পৰিবেশন কৰা হয়। উদাহৰণস্বৰূপে কীৰ্ত্তন সভাৰ দিনাখন গোৱা ৰাগ সিন্ধুৰা আৰু ইয়াৰ অন্তৰ্গত 'কেলি কৰে বৃন্দাবনে' নতুবা দৌলোৎসৱত গোৱা 'ফাগু খেলে কৰুণাময়' উল্লেখ কৰিব পাৰি। ৰাগসমূহ আৰু এই বিলাকৰ অন্তৰ্গত সচৰাচৰ পৰিবেশন কৰা গীতসমূহৰ কেতবোৰ তলত উল্লেখ কৰা হ'ল—

**ৰাগ গৌৰী**

ৰাম পৰম ধন চিন্তহু মন ভাই।
তনু চিন্তামণি বিফলহি যায়।।

**ৰাগ ধনশ্ৰী**

নাৰায়ণ কাহে ভকতি কৰো তেৰা
মেৰি পামৰু মন মাধৱ ঘনে ঘন
ঘাতুক পাপ নাছোৰা।

**ৰাগ বেলোৱাৰ**

চিন্তিত গোপিনী পেখয়ে নৈৰাশা।
লম্বিত আনন ফোকাৰে নিশ্বাসা।।

**ৰাগ আশোৱাৰী**

চিন্তহু গোবিন্দ মন মেৰি ভাই।
হৃদি পংকজে বহু ৰাম গোসাই।।

**ৰাগ সিন্ধুৰা**

কেলি কৰে বৃন্দাবনে মোহন গোপাল
খেলে সংগে ৰংগে ঢংগে ব্ৰজেৰ ছৱাল।

**ৰাগ বৰাড়ী**

কোটোৰা খেলায় হৰি, ওহি বালকেৰ কেলি
পৰম আনন্দে খেলে গোপ শিশু মিলি।

**ৰাগ ভাটিয়ালী**

গোপাল খেলায় কদম্ব তলে
ভুৱন মোহন মুৰুতি মধুৰ
মদন জিনিয়া জলে।

ঘোষা-কীৰ্ত্তনত গোৱা উপদেশ পাঁচটা হ'ল—

খ) হৰি হৰি ৰাম বান্ধৱ হৰি....
গ) প্ৰাণ গোপাল....
ঘ) দয়া কৰা....
ঙ) ৰাম হৰি....

উল্লিখিত পাঁচটা উপদেশৰ উপৰি ওঠৰটা সঞ্চ আছে। সঞ্চসমূহ হ'ল—

১) চতুৰবিংশতি জয়হৰি সঞ্চ

২) নাৰায়ণ সঞ্চ
৩) ৰাগ শ্ৰীগান্ধাৰ সঞ্চ
৪) নাট সঞ্চ
৫) কেদাৰ ৰাগ সঞ্চ
৬) ধনশ্ৰী সঞ্চ
৭) কল্যাণ সঞ্চ
৮) দুলড়ী সঞ্চ
৯) ৰময়া সঞ্চ
১০) ৰামগিৰি সঞ্চ
১১) গোসাঁই ৰাম সঞ্চ
১২) প্ৰবেশ সঞ্চ
১৩) ঘূৰাগীত সঞ্চ
১৪) হায় হায় নাৰায়ণ সঞ্চ
১৫) ছবি সঞ্চ
১৬) প্ৰাণ হৰি সঞ্চ
১৭) কৃষ্ণ সূৰ্য্য সঞ্চ
১৮) কল্যাণ গীত সঞ্চ

শ্ৰীশ্ৰীমাধৱদেৱ গুৰুজনা বেহাৰলৈ যোৱাৰ পিছত বৰপেটা থান শূন্য হৈ পৰাত বুঢ়াআতাৰ অন্তৰ ব্যথিত হৈছিল। অন্তৰৰ দুখ পাতলাবলৈ তলত উল্লেখ কৰা ঘোষাটি ঘোষা-কীৰ্ত্তনৰ আৰ্হিৰে গাইছিল—

কৃষ্ণ সূৰ্য্য ভৈলন্ত উদিত।
নাম ধৰ্ম কৰিলা বিদিত।।
ৰামচন্দ্ৰ স্বৰ্গে চলি গৈলা।
অযোধ্যা নগৰী শূন্য ভৈলা।।
মাধৱক দৰশন পাইলা।
আনন্দ কৰি হৰিগুণ গাইলা।।
মাধৱ বান্ধৱ দেৱ হৰি।
কৰা কৃপা দোষ ক্ষমা কৰি।।

ঘোষা-কীৰ্ত্তনৰ আৰম্ভণিতে উল্লিখিত সাতোটা ৰাগৰ নিৰ্দিষ্ট এটি বৰগীত গোৱা হয়। প্ৰথমে ৰাগ আৰু পিছত ইয়াৰ অন্তৰ্গত গীত। কিন্তু বৰগীতত ব্যৱহাৰ কৰাৰ দৰে ঘোষা-কীৰ্ত্তন কৰোতে খোল ব্যৱহাৰ কৰা নহয়। গীতৰ লয় ৰাখিবলৈ হাত চাপৰি আৰু তালৰ

সহায় লোৱা হয়। সেই সময়ত ওজাজনেহে তাল ঠুকে। গীতৰ শেষত ওজা আৰু পালি আটায়ে ভকতীয়া পাগুৰী মাৰে। এই ছেগতে ঘোষা-কীৰ্ত্তনীয়া ভকতসকলে পৰিধান কৰা পোছাক সম্বন্ধে উল্লেখ কৰা হ'ল। মূৰত ভকতীয়া পাগ, উদং গাত ধক্‌ধকীয়া চেলেং, দীঘলকৈ পিন্ধা ধুতি, ধুতিত এটি ডাঙৰ ভূমি (থোৰ), গাত ব্যৱহাৰ কৰা চেলেংখন সোঁহাতৰ কান্ধৰ ওপৰেৰে বুকু হৈ বাওঁহাতৰ তলেৰে সোঁহাতৰ কান্ধত বহলকৈ লয়।

বছৰটোৰ কোন কোন তিথি উৎসৱ, মহোৎসৱত ঘোষা-কীৰ্ত্তন কৰা হয়, তাৰ আভাস দিয়া হ'ল ঃ

- ব'হাগৰ দোমাহীত সাতদিন।
- শংকৰদেৱৰ কীৰ্ত্তন (তিথি)ত সাতদিন।
- মাধৱদেৱৰ কীৰ্ত্তন (তিথি)ত দহদিন।
- মথুৰাদাস বুঢ়াআতাৰ কীৰ্ত্তন (তিথি)ত পাঁচদিন।
- মাঘ বিহুত পাঁচদিন।

ভাগৱত মঠৰ চোতালত স্থাপন কৰা হোৱা বাবে এই কেইদিন মঠৰ চোতালত ঘোষা-কীৰ্ত্তন কৰা হয়।

দৌলোৎসৱ উপলক্ষে— তিনিদিনীয়াকৈ উদ্‌যাপন হ'লে এদিন, চাৰিদিনীয়াকৈ হ'লে দুদিন আৰু পাঁচদিনীয়াকৈ হ'লে তিনিদিন।

শ্ৰীৰাম আতা, নাৰায়ণদাস ঠাকুৰ আতা ইত্যাদি আতাপুৰুষসকলৰ তিথি উদ্‌যাপনতো ঘোষা কীৰ্ত্তন কৰা হয়।

ঘোষা-কীৰ্ত্তনীয়া ঊনৈশজনীয়া দলটোৰ ওঠৰজন পালিৰ মাজত এজন মুখ্য পালি থাকে। দাইনাপালি নামে পৰিচিত এই পালিজনে ওঠৰজনৰ ঠিক সোঁমাজত স্থান লয়। ওজা আৰু পালিসকলৰ সু-সমন্বয়ত পৰিবেশন কৰা ঘোষা-কীৰ্ত্তনে শ্ৰোতা-দৰ্শকৰ মন-প্ৰাণ আধ্যাত্মিক ভাবেৰে ভৰাই তোলে আৰু ভক্তি ৰসৰ অমৃত পান কৰি তেখেতসকল বিমোহিত হয়। পৰিবেশনৰ মুহূৰ্তত পৰিবেশক তথা শ্ৰোতাসকলে পাৰ্থিৱ পৃথিৱীৰ দুখ-যন্ত্ৰণা পাহৰি ক্ষণিকৰ বাবে হ'লেও প্ৰশান্তিৰে ভৰা কোনো অজান ঠাইলৈ গতি কৰা যেন অনুমান কৰে, কিয়নো ঘোষা-কীৰ্ত্তন বৈকুণ্ঠৰ সম্পদ। গতিকে দ্বিতীয় বৈকুণ্ঠপুৰী বৰপেটাৰ ভকতসকলে ভক্তি ভাবত নিমজ্জিত হৈ ঘোষা-কীৰ্ত্তন কৰিলে সত্ৰৰ ভিতৰত যি স্বৰ্গীয় পৰিবেশৰ সৃষ্টি হয়, সেয়া শ্ৰৱণ নকৰিলে বা নেদেখিলে অনুভৱ কৰা নেযায়। ঘোষা-কীৰ্ত্তন পৰিবেশনৰ সৌন্দৰ্য্য তথা মাধুৰ্য্যতা প্ৰকাশত দাইনাপালিৰ যথেষ্ট ভূমিকা আছে। কোনো এটা সঞ্চ গোৱাৰ সময়ত প্ৰথমে ওজাজনে ৰাগ গায় (ৰাগযুক্ত সঞ্চ হ'লে)। ইয়াৰ পিছত ওজাজনে মালিতা গায়। মালিতা গোৱা শেষ হ'লে সেই ৰাগক ভিত্তি কৰি দাইনাপালিয়ে ঘোষা লগাই দিয়ে আৰু দাইনা পালিক সহায় কৰি আন পালিসকলেও

গায়। তাৰ পিছতহে ওজাই পদ আৰম্ভ কৰে। এইদৰে গোৱাৰ পিছত যেতিয়া ভাঙনি আহিব, তেতিয়া দাইনা পালিয়ে ভাঙনি শেষ কৰি নতুনকৈ সুৰ গালেহে ওজাই পদ আৰম্ভ কৰিব পাৰে। যথেষ্ট চৰ্চা আৰু অভিজ্ঞতাৰ মাজেৰে আগবাঢ়িহে পালি এজনে দাইনা পালি হোৱাৰ দক্ষতা অৰ্জন কৰে। ওজাজনে গুৰু আসনৰ সন্মুখৰ নামখোলাত প্ৰথমতে ৰাগ পাহাৰী বা ৰামগিৰি বা সুহাই ৰাগৰ যিকোনো এটা নিৰ্দিষ্ট দিনত ৰাগ টানি মালিতা গোৱাৰ পিছত থমকত যেনে— বৰবিষ্ণু আতা, নাৰায়ণদাস ঠাকুৰ আতা, বদলা আতা, পাঠ, ভাগৱত, সত্ৰাধিকাৰ স্থান, সেৱাৰ বস্তুৰ স্থান, মঠৰ ঘাই দুৱাৰমুখ, শ্ৰীৰাম আতাৰ ভিঠি ইত্যাদি নিৰ্দিষ্ট স্থানত সেৱা ভক্তি কৰি পুনৰ ঘূৰি অহাৰ পিছত উক্ত ৰাগৰ সঞ্চ আৰম্ভ কৰে। উদাহৰণস্বৰূপে ৰামগিৰি সঞ্চৰ কিয়দংশ উল্লেখ কৰা হ'ল ঃ

**ৰাগ ৰামগিৰি -**

ওজা— ওৰে হৃদি তানে না — হৃদি তানে না-তা হায় না নে নাং হৃ।
হৃদি তানে না — হৃদি তানে না — তা হায় না নে না

**মালিতা**

যৈসানি মেৰুৰ সঙ্গে বায়ু মহাবল।
মহাক্ৰোধ মনে দুইৰো লাগিল কন্দল।।
সীতায়ে কান্দন্ত প্ৰভু ৰামক সুৱৰি।
ক্ৰন্দনৰ ৰোলে ৰাগ ভৈলা ৰামগিৰি।।

ইয়াৰ পিছত পুনৰ ৰাগ গাব।

পালি— ও হৰি কি ও হৰি ৰাম ৰাম।
ওজা— অনন্তৰে আসি নাৰদে বোলন্ত হায়
এ— এ—। কি ওহো শুনৰে অবোধ
কংস হায় এ — এ — এ
পালি— গুণ গাইলোৰে, ওহো এ গুণ গাইলোৰে,
ওহো গুণ গাইয়ে ৰৈলো, ৰঘুনাথৰ
মহিমা, গুণ গাইলোৰে।

**ভাঙনি**

পালি— এহে কোহেকে গৈছিলা ও বাপু বান্ধৱ
হে, এহে বিচাৰি ফুৰিলোঁ তোকে, ও
হিয়াৰ মাজে লুকাই আছা, দেখা দিয়া
মোহন কলিয়া হে।
ওজা— যাক জ্ঞাতি বুলি, আপুনি মানস এ,

এহে সবেও তোহাৰ বৈৰী....

**ঘোষা ভাঙনি**

পালি— এ হে সেৱক বুলিয়া পালিয়ো ৰাম,
আহায় চৰণে শৰণ লৈলো।
তোমাক ভকতি নকৰি কৃপালু জনম বিফল কৈলো
হায় জয় হৰে হৰে।

ওজা— নাৰদৰ বাণী শুনিয়া কংসৰ
মহাক্ৰোধ জ্বলি গৈলা হায় এ ....

**ভাঙনি**

পালি— তাৰো ও তাৰো মুৰাৰি মুকুন্দ
পাৰে এ তুৰা লাগো।

ওজা— পিতৃ মাতৃ ভাতৃ একোকে নমানে
নিদাৰুণ ৰাজা মানে। ....

ওজা আৰু পালি— ওহো ৰাম ও হৰি।

গতিকে দেখা যায় যে ঘোষা-কীৰ্ত্তন পৰিবেশনত আন আন পালিৰ লগতে দাইনা পালিৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। গুৰু দুজনাৰ সৃষ্ট সত্ৰীয়া গীত-মাত, প্ৰসংগ, কীৰ্ত্তন তথা বীৰনাম ইত্যাদি দলীয়ভাৱে পৰিবেশন কৰা সময়ত ওজা বা পাঠকজনে গোৱা পদৰ সুৰ পালিয়ে অনুকৰণ কৰি একে সুৰত গায়। কিন্তু ঘোষা-কীৰ্ত্তনৰ ক্ষেত্ৰত ইয়াৰ পাৰ্থক্য দেখা যায়। ওজাজনে গোৱা পদ-ঘোষাখিনি পালিয়ে নেগায়। পিছৰ পংক্তিখিনিহে পালিসকলে গায়। এনেদৰে পৰিবেশন শেষৰ ফালে গতি কৰে। ওপৰত উল্লেখ কৰা ৰামগিৰি সঞ্চটোৰ পৰা ইয়াৰ উমান পোৱা যায়।

ঘোষা-কীৰ্ত্তন পৰিবেশনৰ বিভিন্ন পৰ্য্যায়ত পালি আৰু ওজাজনে হাত চাপৰি আৰু তাল বজায়। উক্ত হাত চাপৰি বা তালত একতালি, দোতালি, চৌতালি আৰু বানা ইত্যাদি ব্যৱহাৰ কৰা হয়। বৰগীত, উপদেশ, সঞ্চ, নামছন্দ, শৰণছন্দ ইত্যাদিত ব্যৱহৃত তালসমূহৰ উপৰিও চাৰিখন তালৰ মান আছে, যেনে— চতুৰ্ভুজ মান, বৰগুটি, সৰুগুটি আৰু ধোঁপখেল। ঘোষা-কীৰ্ত্তনৰ সমূহীয়া নৃত্য, চতুৰ্ভুজ মান প্ৰসিদ্ধ শিল্পী শ্ৰীহৰি কমাৰৰ সৃষ্টি বুলি জনা যায়। এই নৃত্যটি সুহাই ৰাগৰ লগত কৰা নৃত্য। পালিসকলে হাতত থকা তালবোৰ বজাই গোলাকৃতি হৈ গীত-ৰাগৰ তালে তালে ঘূৰি ঘূৰি নৃত্য কৰে। ভগৱানৰ চাৰিখন হাতৰ আৰ্হিত কৰা বাবে ইয়াৰ নাম চতুৰ্ভুজ মান নৃত্য নাম দিয়া বুলি ভবাৰ থল আছে। সত্ৰৰ ভিতৰত পৰিবেশনৰ সময়ত চতুৰ্ভুজমান নৃত্যটোৱে বিশেষ প্ৰাধান্য নেপায়। ইয়াৰ অন্যতম কাৰণ হ'ল ওজা বা পালিসকলৰ প্ৰায়বোৰেই বয়োজ্যেষ্ঠ। উল্লিখিত চাৰিখন

তালৰ মান দক্ষতাৰে পৰিবেশন কৰি শ্ৰোতা দৰ্শকৰ মন আকৰ্ষণ কৰিবলৈ হ'লে যথেষ্ট অনুশীলনৰ প্ৰয়োজন।

গুৰু দুজনাই তেৰাসৱৰ সৃষ্ট ৰহণীয়া কৃষ্টিৰে বিভিন্ন জাতি, উপজাতি আৰু সম্প্ৰদায়ৰ সুখী-দুখী, পাপী-তাপী, উচ্চ-নীচ ইত্যাদিৰ ভেদাভেদ পাহৰাই সকলোকে একতাৰ ডোলেৰে বন্ধাৰ প্ৰয়াস কৰিছিল। অসমীয়া জনজীৱনৰ হৃৎপিণ্ডস্বৰূপ গুৰু দুজনাৰ গীত-নৃত্যৰ সুৰ আৰু ছন্দত সাৰ্বজনীনতা বিৰাজমান। পৃথিৱীৰ যিকোনো প্ৰান্তৰ ব্যক্তিৰ হৃদয় স্পৰ্শ কৰাৰ উপৰিও আলোড়িত কৰিব পৰা ক্ষমতা এইবোৰৰ আছে। ঘোষা-কীৰ্ত্তনত গোৱা সুৰবোৰ সত্ৰীয়া। সূক্ষ্মভাৱে বিশ্লেষণ কৰিলে এই সুৰ সমূহত উত্তৰ-পূৰ্বাঞ্চলৰ কেতবোৰ জাতি-জনজাতিৰ সুৰৰ সুন্দৰ সংমিশ্ৰণ অনুভূত হয়।

বৰপেটাৰ ঘোষা-কীৰ্তনৰ কেইগৰাকীমান প্ৰাতঃস্মৰণীয় শিল্পী হ'ল ঁনাউমণি দাস (কমাৰ), ঁবাতহু সূতৰ, ঁহৰিণ দাস (কামাৰ), ঁঘনকান্ত দাস (চেফলা সূতৰ), ঁঅনন্ত দাস (কামাৰ), ঁবতলা দাস (কামাৰ), ঁসৰ্বেশ্বৰ ওজা (মিস্ত্ৰী), ঁকমলা কান্ত ভৰালী, ঁউপেন দাস (মিস্ত্ৰী) ইত্যাদি। বৰ্তমান সক্ৰিয় হৈ থকা শিল্পীসকল হ'ল (সৰ্বশ্ৰী) ৰাজেন্দ্ৰ নাথ দাস, ঘনশ্যাম ভৰালী, অশ্বিনী দাস, অচ্যুতানন্দ ওজা, প্ৰসন্ন চৌধুৰী, নৰকান্ত দাস, চন্দ্ৰ পাটোৱাৰী অশ্বিনী কুমাৰ, ডিম্বেশ্বৰ দাস, প্ৰদীপ কুমাৰ পাঠক, ৰঞ্জিৎ দাস, প্ৰাণজিৎ দাস (১), অনিল দাস, কাৰ্তিক দাস, প্ৰাণজিৎ দাস (২), সুবল দাস, হেমেন বুঢ়াভকত, হৰেণ দাস আদি।

অসমৰ বিভিন্ন প্ৰান্তত অৱস্থিত বিভিন্ন সত্ৰ বা থানসমূহত সত্ৰীয়া কৃষ্টি-সংস্কৃতিৰ চৰ্চা হৈ আহিছে। ঘোষা-কীৰ্ত্তন কেৱল বৰপেটা সত্ৰতহে পৰিবেশন কৰা হয়। নিয়মীয়া আৰু প্ৰণালীবদ্ধ অনুশীলনৰ অভাৱত অমূল্য সত্ৰীয়া-সংস্কৃতিৰ এই সম্পদবিধ হেৰাই যোৱাৰ উপক্ৰম হোৱা বুলি ইয়াৰ সৈতে ওতঃপ্ৰোতভাৱে জড়িত বয়োজ্যেষ্ঠ শিল্পীসকলে উদ্বেগ প্ৰকাশ কৰে। জোৰ পুৰি হাত পোৱাৰ আগতে ব্যৱস্থা নল'লে এনেহেন অমূল্য সম্পদবিধ কালৰ বুকুত নিঃশেষ হৈ যাব।



## ৰঙৰ উৎসৱ-প্ৰাণৰ উৎসৱ

# বৰপেটা বৰধামৰ দেউল

প্ৰিয়ৰঞ্জন দাস
শুভজ্যোতি দাস

শীতকালৰ শুষ্ক প্ৰকৃতিয়ে বসন্তৰ আগমনৰ লগে লগে নৱৰূপ ধাৰণ কৰি ৰঙে-ৰূপে হৈ উঠে মোহনীয়। শ্যামল ওৰণি লৈ প্ৰকৃতি হৈ পৰে অনন্যা-অপৰূপা। বসন্তৰ আগমনত প্ৰাণচঞ্চলা প্ৰকৃতিৰ বিতোপন ৰমণীয় পৰিৱেশত জীৱ কুল হৈ উঠে অধীৰ, আনন্দত আত্মহাৰা। সেয়ে বসন্ত কালক কোৱা হয় 'ঋতুৰাজ বসন্ত'। ভাৰতবৰ্ষত উদ্‌যাপিত ঋতুকালীন উৎস্‌ৱসমূহৰ ভিতৰত এই বসন্ত কালত উদ্‌যাপিত ফল্গুৎসৱ বা হোলী অন্যতম। ই ৰঙৰ উৎসৱ— যৌৱনৰ উৎসৱ। এই উৎসৱৰ উৎপত্তিৰ বিষয়ে বিভিন্ন পৌৰাণিক আখ্যান পোৱা যায়। আমাৰ দেশত উদ্‌যাপিত প্ৰায় প্ৰতিটো উৎসৱ ধৰ্মীয় পৰম্পৰাৰ স'তে যুক্ত। ফল্গুৎসৱ বা দৌল উৎসৱ ইয়াৰ পৰা পৃথক নহয়।

অসমত দৌল উৎসৱৰ পাতনি মেলে মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে। গুৰুজনাই বৰদোৱাত এই উৎসৱ পালন কৰিছিল। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ মতে, "ৰামৰায়কে আদি কৰি জ্ঞাতিসকলে শংকৰদেৱক ক'লে যে, আপুনি অনেক তীৰ্থভ্ৰমণ কৰি নানাৰকম উৎসৱ দেখি আহিছে। আমাক এটি উৎসৱ দেখুওৱাক। এই কথা শুনি ফাগুন মাহৰ পূৰ্ণিমা তিথিত শংকৰদেৱে বৃন্দাবনী গোপালৰ দৌলোৎসৱ কৰি দেখুৱালে। তেতিয়াৰে পৰা আসামত ফল্গুৎসৱ বা ফাকুৱা প্ৰচলিত হয়। কীৰ্তন পুথিত ঠাই পোৱা 'ৰঙ্গে ফাকু খেলে চৈতন্য বনমালী। দুই হাতে ফাকুৰ গুণ্ডা সিঞ্চন্ত মুৰাৰী।' ঘোষা আৰু পদ এই উপলক্ষে ৰচিত হৈছিল।" (বেজবৰুৱা গ্ৰন্থাৱলী, ১ম খণ্ড পৃঃ ১৫৪)।

দ্বিতীয় বৈকুণ্ঠপুৰী বৰপেটা ধামত দৌল উৎসৱৰ প্ৰচলন কৰিছিল বৰপেটাৰ সত্ৰৰ প্ৰথম সত্ৰাধিকাৰ মথুৰাদাস বুঢ়াআতাই (১৫১৮ শক)। সেইদিনৰ পৰা এতিয়ালৈকে পৰম্পৰাগতভাৱে জাকজমকতাৰে বৰপেটা সত্ৰত দৌল উৎসৱ হয়। 'দেউল'ৰ এমাহমান

আগৰে পৰা বৰপেটাত এই উৎসৱটিক আদৰাৰ ব্যাপক ব্যস্ততা পৰিলক্ষিত হয়। হাঁটীয়ে হাঁটীয়ে ৰোল উঠে হোলীগীতৰ। গৃহিণীসকল ব্যস্ত হয় আলহী-অতিথি আদৰাৰ যাৱতীয় প্ৰস্তুতিত। চুণ-কামৰে সজাই তোলা হয় বৰপেটা সত্ৰ। বৰপেটাত দৌল উৎসৱ যিমান আড়ম্বৰপূৰ্ণ আৰু বাহুল্যভাৱে উদ্‌যাপন কৰা হয় বোধহয় অসমৰ কোনো ঠাইতেই এই উৎসৱটি এনেদৰে উদ্‌যাপিত নহয়। ধৰ্মীয় আচাৰ, ভক্তিৰস আৰু লোক পৰম্পৰাৰ অপূৰ্ব সমন্বয়ৰ উদাহৰণ বৰপেটাৰ দৌল উৎসৱ।

নক্ষত্ৰ গণনা অনুযায়ী বৰপেটাৰ দৌল উৎসৱ তিনিদিনীয়া, চাৰিদিনীয়া বা পাঁচদিনীয়াকৈ পালন কৰা হয়। সাধাৰণতে ফাগুন মাহৰ পূৰ্ণিমা তিথিত দৌল হ'লে চাৰিদিনীয়া বা পাঁচদিনীয়া আৰু চ'ত মাহৰ পূৰ্ণিমা তিথিত দৌল হ'লে তিনিদিনীয়াকৈ পালন কৰা হয়। চাৰিদিনীয়া বা পাঁচদিনীয়া দৌল 'ডেকা দৌল' আৰু তিনিদিনীয়া দৌলক 'বুঢ়াদৌল' বুলি কোৱা হয়। দৌল উৎসৱৰ প্ৰথম দিনটোক কোৱা হয় 'বহ্নোৎসৱ' বা 'গন্ধযাত্ৰা' বা 'গন্ধ'। সেইদিনাখন বৰপেটা আৰু ইয়াৰ উপকণ্ঠ অঞ্চলৰ ভক্তসকলে নল, খাগৰি, ইকৰা, আদি আনি সত্ৰৰ 'টুপৰ চোতালত' এটি বৃহৎ মেজি সজায়। গন্ধৰ দিনা আবেলি এক নিৰ্দিষ্ট ক্ষণত দৌলগোবিন্দ মহাপ্ৰভুক 'ভাজঘৰ' (মণিকূট গৃহ)ৰ পৰা গায়ন-বায়ন, ঢুলিয়া সমন্বিতে পূব দুৱাৰেদি উলিয়াই আনি 'মঠৰ চোতালত' এখন বৰশৰাইত ৰখা হয়। তেনেদৰে কলীয়া ঠাকুৰ গোঁসাইক ঘাই দুৱাৰেদি উলিয়াই আনি মঠৰ চোতালৰ বৰ শৰাইত ৰখা হয়। দৌলগোবিন্দ মহাপ্ৰভু আৰু কলিয়া ঠাকুৰ গোঁসাইক উলিয়াই আনোতে গায়ন-বায়নে সুহাই ৰাগৰ 'চলে বিৰিন্দাবনে' বৰগীতটি গায়। ইয়াৰ পাছত আৰম্ভ হয় অধিবাস। এই সময়ত মহাপ্ৰভুক স্নান-অৰ্চনা কৰোৱা হয়। গায়ন-বায়নসকলে মঠৰ চোতালত বসন্ত ৰাগৰ 'সই দেখো দেখো' তুৰ বসন্ত ৰাগৰ 'প্ৰাণ গোপাল', 'কেলি কৰে বিৰিন্দাবনে' আৰু বসন্ত ৰাগৰ 'হৰি হেৰোৱে বাপ'— এইকেইটা বৰগীত গায়। মুখ্য গায়নে আঠটা ৰাগ টানি আঠটা বৰগীত গায়। এই ৰাগকেইটা হ'ল— অহিৰ, ললিত, বৰাড়ী, মালসী, বসন্ত, কামোদ, মল্লাৰ আৰু ভৈৰবী। দৰাচলতে পঞ্চৰাগৰ ভিতৰত আঠটা ৰাগ টানি বৰগীত গায়।

গন্ধৰ দিনাখন সন্ধিয়া নিৰ্দিষ্ট ক্ষণত মঠৰ চোতালৰ পৰা গোসাঁইদ্বয়ক গায়ন-বায়ন-বৰঢুলীয়া সহিতে ভক্তবৃন্দই টুপৰ চোতালত সজা মেজিৰ কাষলৈ লৈ আহে। প্ৰজ্বলিত মেজিৰ চাৰিওফালে গোসাঁইক সাতপাক ঘুৰোৱা হয়। ইয়াক 'মেজি পুওৱা' বা 'মাঘ পুওৱা' বুলি কোৱা হয়। এইসময়ত ঢোল, খোল, ডবা, শংখ, ঘণ্টাৰ শব্দ আৰু আইসকলৰ উৰুলিধ্বনিত মুখৰিত হৈ পৰে বৰপেটা সত্ৰ। চাৰিওফালে প্ৰতিধ্বনিত হয় হোলীগীতৰ মন-প্ৰাণ হৰি নিয়া সুৰ। গোসাঁইক মেজিৰ চাৰিওফালে ঘুৰোৱা সময়তে বৰপেটাৰ স্থানীয় শিল্পীৰ দ্বাৰা প্ৰদৰ্শিত হয় আতচ্‌বাজী। আকাশত আতচ্‌বাজীয়ে সৃষ্টি কৰে ভিন্নৰঙী

আলোকৰ দৃষ্টিনন্দন খেলা। প্ৰজ্বলিত মেজিৰ উত্তাপ, হোলীগীতৰ মূৰ্চ্চনা আৰু ভক্তিৰসৰ ফল্গুধাৰাৰে আলোড়িত হয় প্ৰতিজনৰ হৃদয়। আনন্দৰ মহাৰোল নিনাদিত হয় বৰপেটা সত্ৰৰ চৌপাশে— 'মন প্ৰাণে হৰি নাম / হোলী খেলো অবিৰাম / উতলা ফাগুনে নাচে / বৰপেটা বৰধাম।'



*বৰপেটা সত্ৰৰ দৌল ঘৰ*

মেজিৰ জুইৰ চাৰিওফালে সাতপাক ঘূৰোৱাৰ পিছত গোঁসাইক পোনতে নি বৰপেটা সত্ৰৰ উত্তৰ / পশ্চিম দিশত থকা 'যোগমোহন গৃহ'ত এখন শৰাইত ৰখা হয়। তাৰ পাছত নক্ষত্ৰ গণনা অনুসৰি এক শুভক্ষণত গোঁসাঁইক দৌলত আৰোহণ কৰোৱা হয়। বৰঢুলীয়াৰ ঢোলৰ চেও, গায়ন-বায়নৰ খোল, তালৰ শব্দ আৰু ভক্তসকলৰ জয়ধ্বনিৰে গোসাঁইক দৌলৰ সাতোটা চিৰিৰে সাতপাক ঘূৰাই দৌলৰ ভিতৰত সু-সজ্জিত দোলাত স্থাপন কৰা হয়। নিশা গায়ন-বায়নে দৌলৰ আগত সেৱাৰ কীৰ্তন কৰে আৰু বৰধেমালি বজায়। লগতে বংশৰাৰ দ্বাৰা যাত্ৰাভিনয় কৰা হয়। গন্ধৰ পিছৰ দিনাখন ভৰদৌল। তিনিদিনীয়া

দৌলোৎসৱ হ'লে ভৰদৌল এদিন আৰু চাৰিদিনীয়া দৌলোৎসৱ হ'লে ভৰদৌল দুদিন হয়। ভৰদৌলৰ দিনা ৰাতিপুৱা যোগমোহন গৃহত আইসকল আৰু বাপুসকলৰ প্ৰসঙ্গৰ পাছত বংশৰা বা হাটীগোটৰ গায়ন-বায়নসকলে গুৰুঘাটা বজাই শ্যাম ৰাগৰ দুটা 'পুৱাৰ গীত' আৰু ললিত ৰাগৰ 'যশোমতী পেখিতে নয়ন জুৰায়' গীতটো গায়। 'ভাই দেখো কমলাপতি দৌলৰ উপৰে', 'দৌলে গোবিন্দ পৰম আনন্দে' আৰু 'ফাগু খেলে কৰুণাময়' গীতকেইটা গোৱাৰ পাছত 'ভোজন ব্যৱহাৰ' অঙ্ক কৰে। আবেলি ঘোষা-কীৰ্তন আৰু ব্যাস-কীৰ্তন কৰা হয়। গোঁসাই দৌলত থকা সময়ত ভক্তপ্ৰাণ ৰাইজে ফাগুগুৰিৰে গোঁসাইক সেৱা কৰে। বৰপেটা সত্ৰত সমবেত হাজাৰ হাজাৰ ভক্তই দৌলগোবিন্দ আৰু কলীয়া ঠাকুৰক দৰ্শন কৰি ধন্য হয়। ভৰদৌলৰ সন্ধিয়াৰ পৰাই বৰপেটাত ৰঙৰ মহামেলা আৰম্ভ হয়। দলে দলে কিশোৰ-চেমনীয়া-ডেকাসকলে হোলীগীত গাই ৰঙত হৈ পৰে মতলীয়া — 'আহা আমি খেলো হোলী / মহানন্দে ৰঙ্গ কৰি / ফাগু উৰাই গগনে পৱনে।' বিৰ দি বাঁট নোপোৱা হৈ পৰে বৰপেটা সত্ৰ। পাৰ ভাঙি বয় আনন্দৰ ঢল। ভৰদৌলৰ নিশা বংশৰা বা হাটী গোটৰ গায়ন-বায়নসকলে গন্ধৰ নিশাৰ দৰেই সেৱাৰ কীৰ্তন কৰে আৰু বৰধেমালি বজায়। নিশা পালপৰা বংশৰাই নিবেদন কৰে যাত্ৰা-ভাওনা।

ভৰদৌলৰ পিছদিনা 'ফাকুৱা' বা 'হোলী'। আবিৰৰ ৰঙে চৌদিশ ৰঞ্জিত কৰা ফাকুৱাক বৰপেটাত কোৱা হয় 'সুৱেৰী' বা 'সৌৰী'। সিদিনা বৰপেটাৰ আকাশত ৰং বৰষে। ৰঙত নাচি উঠি বৰপেটা বৰধাম। ফাগুগুৰি চটিয়ায় ইজনে-সিজনক। হৰি-কীৰ্তনত মুখৰিত হয় বৰপেটাৰ হাটীসমূহ ঃ 'ৰঙত নাচি উঠিল আজি বৃন্দাবন / পাই নৱ বসন্তৰ পৰশন / কুঞ্জনিকুঞ্জৰ বনে বহে মিলন মেলা / আহা খেলো আমি মিলি ৰঙৰে খেলা'।

ভৰদৌলৰ নিশা দৌলগোবিন্দ মহাপ্ৰভু আৰু কলীয়া ঠাকুৰ গোসাঁইক দৌলৰ পৰা নমাই কীৰ্তন ঘৰৰ ভিতৰত ৰখা হয়। সুৱেৰীৰ দিনা আবেলি পুনৰাই গোসাঁইক মঠৰ চোতাললৈ উলিয়াই আনি পুজা-অৰ্চনা কৰাৰ পাছত দুখন সুশোভিত দোলাত তুলি গায়ন-বায়ন, ঢুলীয়া সহিতে হেজাৰ হেজাৰ ভক্তই হোলীগীতেৰে চৌদিশ মুখৰিত কৰি ফাগুগুৰিৰে আকাশ ৰাঙলী কৰি বৰপেটা সত্ৰৰ দক্ষিণ দিশে থকা কলবাৰী সত্ৰলৈ নিয়ে। কলবাৰী সত্ৰত গোসাঁইৰ দোলা এক পবিত্ৰ ভূমিত ৰখা হয় আৰু ভক্তগণে এবিধ বনৰীয়া মাহ (হেকেটা মাহ) গোসাঁইৰ সন্মুখত দিয়ে। ইয়াকে গোসাঁই হেক্তা খোৱা বুলি কোৱা হয়। গোসাঁইক হেক্তা খাবলৈ নিয়া সময়ত প্ৰায় ডেৰ কিলোমিটাৰ জোৰা এই পথচোৱাত অগণিত লোকৰ সমাবেশে সৃষ্টি কৰে এক অভূতপূৰ্ব পৰিৱেশ। হেক্তা খোৱাৰ পিছত পুনৰ গোঁসাইক বৰপেটা সত্ৰলৈ অনা হয়। গোসাঁইক বৰপেটা সত্ৰলৈ অনাৰ সময়ত গায়ন-বায়নে 'মাই হেৰ গোকুল-চান্দ আৱে' এই বৰগীতটো গায়।

গোসাঁই আহি বৰপেটা সত্ৰৰ মুখ্য প্ৰৱেশ পথ (দালান) পোৱাৰ লগে লগে টুপৰ

চোতালত 'বাঁহ ভঙা' কাৰ্য অনুষ্ঠিত হয়। ঘুনুচা কীৰ্তন মতে শ্ৰীকৃষ্ণই লক্ষ্মীগৃহ এৰি ঘুনুচা গৃহত থকাত লক্ষ্মী বিতুষ্ট হয় আৰু শ্ৰীকৃষ্ণক গৃহ প্ৰৱেশত বাধা আৰোপ কৰে। এই ঘটনাকে মূল উপজীব্য হিচাপে লৈ বাঁহেৰে হেঙাৰ বন্ধা হয় আৰু শ্ৰীকৃষ্ণৰ সমৰ্থকসকলে সেই বাঁহ ভাঙি গোসাঁইক সত্ৰত প্ৰৱেশ কৰোৱায়। এই 'বাঁহ ভঙা' অনুষ্ঠানটো অতিকে মনোৰম। ইয়াতেই প্ৰদৰ্শিত হয় বৰপেটীয়া ডেকা শক্তিৰ বাহুবল। 'বাঁহ ভঙা' অনুষ্ঠানত চাৰিডাল বাঁহ ভঙা হয়। এই চাৰিডাল বাঁহ পোনতে গন্ধৰ দিনাৰ পৰাই দৌল গৃহৰ চাৰিটা কোণত পোতা থাকে। বাঁহকেইডালৰ শীৰ্ষত আঁৰা থাকে এখন চন্দ্ৰতাপ। এই বাঁহকেইডালৰ এডাল দক্ষিণ হাটী, এডাল নহাটী আৰু দুডাল উত্তৰহাটীয়ে যোগান ধৰে। সেই অনুৰূপে প্ৰথমডাল বাঁহ দক্ষিণহাটীৰ বাপুসকলে, দ্বিতীয়ডাল বাঁহ নহাটীৰ বাপুসকলে আৰু তৃতীয় আৰু চতুৰ্থ বাঁহ দুডাল উত্তৰহাটীৰ বাপুসকলে ভাঙে। বাঁহ ভঙাৰ পিছত গোসাঁইক কীৰ্তনঘৰৰ চাৰিওফালে সাতপাক ঘূৰায়। গোসাঁইক সাতপাক ঘূৰাই থকা সময়ত মঠৰ চোতালত অনুষ্ঠিত হয় আন এক অৰ্ধনাটকীয় অনুষ্ঠান — য'ত লক্ষ্মীৰ পক্ষৰ এজন ভকত আৰু শ্ৰীকৃষ্ণৰ পক্ষৰ এজন ভকতে বাদানুবাদত লিপ্ত হয়। এই অনুষ্ঠানটোকে 'বোলবোলনি' বোলা হয়। বাদানুবাদৰ অন্তত শ্ৰীকৃষ্ণই পৰাজয় স্বীকাৰ কৰি লক্ষ্মীৰ ওচৰত দণ্ড ভৰে আৰু লক্ষ্মীয়ে গোসাঁইক মণিকূটত প্ৰৱেশৰ অনুমতি দিয়ে। সেই মতেই দৌলগোবিন্দ মহাপ্ৰভু আৰু কলীয়া ঠাকুৰ গোসাঁই কীৰ্তন ঘৰৰ মণিকূটত প্ৰৱেশ কৰে আৰু ইয়াৰ লগে লগে সামৰণি পৰে জাকতজমকতাৰে পূৰ্ণ বৰপেটাৰ দৌল উৎসৱৰ। দূৰ-দূৰণিৰ পৰা অহা যাত্ৰীসকলে আৰম্ভ কৰে স্বগৃহলৈ ওভতনি যাত্ৰা। বিষাদে আগুৰা এটি মনলৈ বৰপেটাবাসীয়ে অধীৰ আগ্ৰহেৰে পুনৰ অপেক্ষা কৰে পৰৱৰ্তী বছৰৰ 'দেউল'লৈ।

## হোলী গীত

দৌলোৎসৱত হোলীগীত গোৱাটো এক আকৰ্ষণীয় আৰু চমকপ্ৰদ অংগ। শ্ৰীমন্ত শংকৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ বিৰচিত পদত সুৰাৰোপিত কৰিয়ে অসমীয়া হোলীগীতৰ আৰম্ভণি। বৰপেটা সত্ৰত পৰম্পৰাগতভাৱে দৌলোৎসৱত গোৱা দৌলৰ গীত বা হোলীগীতকেইটা হ'ল — (১) ফাগু খেলে করুণাময় এ নন্দ কুমাৰ (মাধৱদেৱ), (২) ভাই দেখো কমলাপতি দৌলৰ উপৰে (মাধৱদেৱ), (৩) দোলায় গোবিন্দ পৰম আনন্দে ৰতন সিংহাসনে বসি (মাধৱদেৱ)। এই গীতকেইটাৰ মূল উপজীব্য দৌলোৎসৱ। আনহাতে শ্ৰীমন্ত শংকৰদেৱ বিৰচিত কীৰ্তনৰ অন্তৰ্গত উৰেষা বৰ্ণনৰ 'ৰঙ্গে ফাগু খেলে চৈতন্য বনমালী' শীৰ্ষক দৌল বিষয়ক ঘোষাটো হোলীগীত হিচাপে গোৱাৰ লৌকিক পৰম্পৰা আছে যদিও বৰপেটা সত্ৰৰ দৌল উৎসৱৰ সময়ত এইটো ঘোষা প্ৰসংগ-পদ্ধতিতহে গোৱা হয়। ইয়াৰ উপৰি মাধৱদেৱৰ 'প্ৰকৃতি পুৰুষ দুয়োৰো নিয়ন্তা মাধৱ' আৰু শ্ৰীধৰ

কন্দলী বিৰচিত 'ঘুনুচা কীৰ্ত্তন'ৰ 'জগন্নাথ হৰি লয়ো দাস কৰি' ঘোষাও লৌকিক পৰম্পৰাত গোৱা হোলীগীত ৰূপে জনপ্ৰিয়। এই গীতবোৰৰ কেন্দ্ৰীয় বিষয়বস্তু মুৰুলী মনোহৰ শ্ৰীকৃষ্ণৰ লীলা কাহিনী। গীতসমূহৰ মাজেদি বসন্তৰ বৰ্ণনা আৰু লীলাৰসিক শ্ৰীকৃষ্ণৰ চৰিত্ৰ প্ৰকাশিত হৈছে।

'ৰংগে ফাগু খেলে চৈতন্য বনমালী' ঘোষাটোত ফাগুনৰ উল্লেখেৰে বৰ্ণিত হৈছে শ্ৰীকৃষ্ণৰ প্ৰেমময় ৰূপ —

ফাল্গুনীত গোবিন্দক তুলিয়া দৌলত।
দৌলযাত্ৰা কৰৈ মহোৎসৱ সিবেলাত।।
তাত গোবিন্দক যত্নে দেখৈ যিটো জনে।
গোবিন্দৰ পুৰে সিয়ো বঞ্চে ৰঙ্গ মনে।।

পৰৱৰ্তী কালত সত্ৰত প্ৰচলিত পৰম্পৰাগত ধাৰাৰ হোলীগীতসমূহৰ উপৰি আন ধাৰাৰ হোলীগীত চৰ্চা হ'বলৈ ধৰে। অৱশ্যে এই হোলীগীতসমূহত বঙালী ভাষা আৰু সুৰৰ প্ৰভাৱ সুস্পষ্ট আছিল বুলি কিছু সংখ্যক বয়োজ্যেষ্ঠই ক'ব খোজে। তেনে এটি হোলীগীত হ'ল— ' এইটো ফাগুনেৰ মাস / ৰাম গেইলো বনবাস'। পিছলৈ অৱশ্যে নতুন ৰূপত আধুনিক অসমীয়া ভাষাত হোলীগীত ৰচনাত হাত দিয়ে অম্বিকাগিৰী ৰায়চৌধুৰী, প্ৰসন্নলাল চৌধুৰী, পুৰুষোত্তম দাস, ফণী তালুকদাৰ, খনীন্দ্ৰ নাথ দাস, প্ৰহ্লাদ দাস, গিৰিশ দাস, প্ৰণৱ দাস, তিলক দাস আদিয়ে। তেওঁলোকৰ হোলীগীতৰ মূল উপজীব্য কৃষ্ণভক্তি যদিও, তাৰ মাজতেই কিন্তু ফাগুন বা বসন্তৰ নৈসৰ্গিক দৃশ্যৰ চপল-চঞ্চল বৰ্ণনাও বিদ্যমান। এহাতে কৃষ্ণৰ ত্ৰিভুৱন বিজয়ী অনিন্দ্য সুন্দৰ ৰূপৰ প্ৰকাশ আনহাতে চঞ্চলা ফাগুনীৰ নাচোনৰ লয়লাসত প্ৰেমোন্মাদ বসন্ত-যৌৱনৰ আলসুৱা প্ৰকাশ।

শিল্পী-সাহিত্যিক গোকুল পাঠককে আদি কৰি বহুকেইজনা গীতিকাৰেও হোলীগীত ৰচনা কৰি অসমীয়া গীতি-সাহিত্য চহকী কৰিছে। আশীৰ দশকত গোকুল পাঠকে প্ৰচলিত ধাৰাৰ পৰা কিছু ফালৰি কাটি আহি হোলীগীতক সৰ্বভাৰতীয় পৰ্যায়লৈ নিয়াৰ বাবে নতুন সুৰ-সংযোজনেৰে ভালেসংখ্যক হোলীগীত ৰচনা কৰে। গোকুল পাঠকৰ মূলতঃ কৃষ্ণকেন্দ্ৰিক ফল্গুৎসৱ বা দৌলোৎসৱত পৰিবেশিত হোৱা হোলীগীতসমূহৰ বিষয়বস্তু আৰু উপস্থাপনতো আধুনিকতাৰ পৰশ লাগিছে। কৃষ্ণ প্ৰেমত মতলীয়া হৈ ভক্তিকুণ্ডত অৱগাহনৰ সাৰ্থকতাৰ লগতে ফল্গুৎসৱত আছে যৌৱনোন্মাদ প্ৰেম-প্ৰীতিৰো মাদকতা। সেয়ে হয়তো ফাগুনে কঢ়িয়াই অনা এই মাদকতাৰ বোলেৰে ৰঞ্জিত হৈছে হোলীগীতসমূহ। এই হোলীগীতসমূহ উপযুক্তভাৱে সংৰক্ষিত হ'লে অসমীয়া গীতিসাহিত্যৰ এক নতুন সম্পদৰূপে পৰিগণিত হ'ব।



*বৰপেটা সত্ৰৰ দৌল উৎসৱৰ বাঁহভঙা অনুষ্ঠান*

## বৰপেটাৰ দৌল উৎসৱৰ আকৰ্ষণীয় অৰ্ধনাটকীয় অনুষ্ঠান 'বাঁহভঙা' আৰু 'বোল্‌বোলনি'

বৰপেটা সত্ৰৰ দৌল উৎসৱৰ স'তে জড়িত কেতবোৰ আধ্যাত্মিক আৰু মৌলিক অনুষ্ঠানৰ লগতে দুটা বিশেষ আকৰ্ষণীয় অৰ্ধনাটকীয় অনুষ্ঠান পালন কৰা হয়। তাৰে এটা হ'ল 'বাঁহভঙা' আৰু আনটো 'বোল্‌বোলনি'। বৰপেটা সত্ৰৰ দৌল উৎসৱৰ শেষৰ দিনা অৰ্থাৎ যিদিনা হোলী বা ফাকুৱা খেলা হয় সেই দিনটোক স্থানীয় ভাষাত 'সুৱেৰী' বোলা হয় আৰু সেইদিনাই সম্পন্ন কৰা উল্লিখিত দুয়োটা অৰ্ধ নাটকীয় অনুষ্ঠানে দৌল উৎসৱটিক অন্য মাত্ৰা প্ৰদান কৰে।

সুৱেৰীৰ দিনা আবেলি গণনাৰ সুনিৰ্দিষ্ট ক্ষণ অনুসৰি কলীয়া ঠাকুৰ অৰ্থাৎ গোঁসাইৰূপী শ্ৰীকৃষ্ণৰ বিগ্ৰহ কাৰুকাৰ্যখচিত দোলাত আৰোহণ কৰাই কান্ধত লৈ ভক্তসকলে উচ্ছ্বাস আৰু উল্লাসেৰে হোলীগীত গাই তাল, খোল, ঢোলক বজাই ৰঙ-বিৰঙৰ ফাকুগুৰি ছটিয়াই বৰপেটা সত্ৰৰ দক্ষিণ দিশে প্ৰায় ডেৰ কিঃমিঃ দূৰত্বত অৱস্থিত কণৰীয়াপাৰাৰ কলবাৰী সত্ৰলৈ সমদল যাত্ৰা কৰে। উল্লেখ্য যে— এই কনৰীয়াপাৰাৰ কলবাৰী সত্ৰখনক ঘুনুচাৰ গৃহ হিচাপে কল্পনা কৰা হয়। কলবাৰী সত্ৰত উপস্থিত হোৱাৰ পিছত গোঁসাইৰ দোলা সত্ৰখনৰ পৱিত্ৰ ভূমিত নমাই থোৱা সময়ত চেমনীয়াহঁতে পথাৰৰ পৰা অনা 'হেঁকতীয়া' নামৰ এবিধ বনৰীয়া মাহ গোঁসাইৰ সন্মুখত ৰখা হয় আৰু ইয়াকেই 'হেক্টা' খোৱা বুলি কোৱা হয়। হেক্‌টা খোৱা পৰ্বৰ সামৰণি পৰাৰ লগে লগেই গোঁসাইৰ দোলা পুনৰাই ভক্তসকলে কান্ধত তুলি লৈ হোলীগীত গাই বৰপেটা সত্ৰ অভিমুখে প্ৰত্যাৱৰ্তন কৰে।

শ্ৰীকৃষ্ণই গুপুতে ঘুনুচাৰ ঘৰলৈ যোৱাৰ সম্ভেদ পাই কৃষ্ণ-পত্নী লক্ষ্মী মনৰ ক্ষোভ আৰু বেজাৰত জৰ্জৰিত হৈ পৰে। ঘুনুচা কীৰ্তনত বৰ্ণনা কৰা আছে যে— শ্ৰীকৃষ্ণই ঘুনুচাৰ দৌলত সাতদিন থকাৰ অন্তত লক্ষ্মীৰ গৃহলৈ উভতি অহাৰ সময়ত লক্ষ্মীয়ে ঘৰৰ দুৱাৰ বন্ধ কৰি অভিমান প্ৰকাশ কৰি কৈছিল — 'যাদবে আসিব নালাগে মোৰ ঠাই / ঘুনুচাৰ বাৰী লাগি চলোক দুনাই'। লক্ষ্মীয়ে দুৱাৰ বন্ধ কৰি শ্ৰীকৃষ্ণক বাধা প্ৰদান কৰা সংঘাতক আধাৰ স্বৰূপে লৈ শ্ৰীকৃষ্ণ উপবিষ্ট দোলা কলবাৰী সত্ৰৰ পৰা প্ৰত্যাৱৰ্তন কৰি আহি সত্ৰৰ মুখ্য বাটচ'ৰা অৰ্থাৎ দালান গৃহত উপস্থিত হোৱাৰ লগে লগেই সত্ৰৰ পশ্চিম দিশৰ দুৱাৰমুখৰ টুপৰ চোতালত লক্ষ্মীৰ পক্ষই চাৰিডাল বাঁহেৰে হেঙাৰ পাতি পথ অৱৰোধেৰে শ্ৰীকৃষ্ণ পক্ষক কৈফিয়ৎ তলব কৰে। উল্লেখ্য যে— এই বাঁহ চাৰিডালৰ দুডাল উত্তৰহাটীৰ ভক্তবৃন্দই আৰু বাকী দুডাল ক্ৰমে দক্ষিণহাটী আৰু নহাটীৰ ভক্তসকলে পৰম্পৰাগতভাৱে যোগান ধৰে। যি কি নহওক পথ ৰুদ্ধ কৰা বাঁহ চাৰিডাল পেশীবহুল যুৱকবৃন্দই শূন্যতে ভাঙি শাৰীৰিক শক্তি প্ৰদৰ্শন কৰে। বাঁহ চাৰিডাল সম্পূৰ্ণৰূপে নভঙা পৰ্যন্ত মহাপ্ৰভুৰ দোলাধাৰী সমন্বিতে অন্যান্য ভক্তসকলে সত্ৰৰ বাটচ'ৰাতে অপেক্ষাত

কটাবলগীয়া হয়। বাঁহভঙা সম্পূৰ্ণ হোৱাত প্ৰচণ্ড উল্লাসধ্বনিৰে শ্ৰীকৃষ্ণৰ পক্ষ সত্ৰ চৌহদত প্ৰৱেশ কৰে আৰু কীৰ্তন ঘৰৰ চাৰিওফালে সাতবাৰ প্ৰদক্ষিণ কৰে। সাতবাৰ ঘূৰাৰ মৰ্মাৰ্থ হ'ল লক্ষ্মীগৃহৰ বন্ধ দুৱাৰ ঘূৰি ঘূৰি চোৱা।

উৎসৱ-পাৰ্বনত হোৱা অনুষ্ঠানবোৰত সাধাৰণতে মানুহৰ মানসিক আৰু শাৰীৰিক সম্পৰ্কৰ মাজেৰে যি উল্লাস আৰু উদ্দীপনাৰ স্বতঃস্ফূৰ্ত প্ৰকাশ ঘটে তাৰ মাজত নিহিত হৈ থাকে নাটকীয় অভিব্যক্তি। ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ মতে বাঁহভঙা দৃশ্যানুষ্ঠানত মেলোচ (সংগীত) আৰু ড্ৰামা (স্বাভাৱিক উক্তি)ৰ অপূৰ্ব সমন্বয় ঘটা পৰিলক্ষিত হয়। ৰূপগত আৰু উপস্থাপনৰ বৈশিষ্ট্যৰ পিনৰ পৰা বাঁহভঙা অনুষ্ঠানটিক লোকনাট্য পৰ্যায়ত অন্তৰ্ভুক্ত কৰিব পাৰি। নাটকীয় লক্ষণেৰে সমৃদ্ধ এই 'বাঁহভঙা' অনুষ্ঠানটো অসমীয়া নাট্য সংস্কৃতিৰ প্ৰথম বাটৰ নাট বুলি অভিহিত কৰিব পাৰি; য'ত প্ৰকাশ পায় জনজীৱনৰ দাম্পত্যৰ এক মনোৰম অভিব্যক্তি। নাৰীৰ সতিনীৰ প্ৰতি ঈৰ্ষা-দ্বেষ চিৰন্তন। ইয়াত সত্ৰ চৌহদত সমবেত হোৱা প্ৰতিজন ভক্তই হৈ পৰে নাটকৰ দৰ্শক আৰু অভিনেতা।

'বৰপেটা সত্ৰৰ ইতিহাস' প্ৰণেতা বিষ্ণুৰাভা বটাঁপ্ৰাপক শিল্পী-সাহিত্যিক-সাংবাদিক গোকুল পাঠকৰ মতে ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষ এই চাৰি পুৰুষাৰ্থ সাধনেই মানৱ জীৱনৰ শ্ৰেষ্ঠ আকাংক্ষা। এই চাৰি পুৰুষাৰ্থ লাভ কৰাৰ দীঘলীয়া পথ পৰিক্ৰমাত লোভ, মোহ, ক্ৰোধ, প্ৰবৃত্তিবোৰ হ'ল বাধা। এনে দুৰ্জেয় বাধা অৰ্থাৎ হেঙাৰবোৰ অতিক্ৰম কৰিব নোৱাৰিলে পৰমপ্ৰভুৰ আশীৰ্বাদ লাভ কৰাটো অসম্ভৱ। সেয়েহে বাঁহৰ হেঙাৰ ভাঙি শ্ৰীকৃষ্ণক কীৰ্তন ঘৰত প্ৰৱেশৰ পথ প্ৰশস্ত কৰি দি লোভ, মোহ, ক্ৰোধ অতিক্ৰমি চাৰি পুৰুষাৰ্থ সাধন কৰাৰ দৰে অনুভৱ কৰি ভক্তসকলে ভক্তিৰ পথেৰেহে যেন অগ্ৰসৰ হয়।

শ্ৰীকৃষ্ণৰ দোলা সত্ৰ চৌহদত প্ৰৱেশৰ পিছত সত্ৰৰ উত্তৰ দিশৰ মঠৰ চোতালেৰে সত্ৰৰ চৌদিশে সাতবাৰ প্ৰদক্ষিণ কৰাৰ প্ৰক্ৰিয়া আৰম্ভ হৈ যেতিয়া তিনিপাক সম্পূৰ্ণ হয় ঠিক তেতিয়াই মঠৰ চোতালত আৰম্ভ হয় বোলবোলনি অনুষ্ঠানৰ। স্থানীয় ৰাইজৰ একাংশই অনুষ্ঠানটিক বাদখেলোৱাও বোলে। বোলবোলনিৰ অৰ্থ হ'ল— বাদানুবাদ, বিতৰ্ক। কাৰুকাৰ্যখচিত দোলাত উপবিষ্ট শ্ৰীকৃষ্ণ মহাপ্ৰভু ভক্তবৃন্দৰ হোলীগীতৰ ছন্দে ছন্দে প্ৰদক্ষিণ কৰি থকা সময়তে গন্ধীয়া আৰু ভীমা বায়নৰ বংশৰাৰ দলে অহিৰ, সুহাই আদি ৰাগত গন্ধৰ গীত পৰিৱেশন কৰে আৰু তাৰ মাজেতেই বোলবোলনি আৰম্ভ হয়। এই অনুষ্ঠানত অন্যান্য ভক্তসকলৰ স'তে দুজন মুখ্য ভকতে সত্ৰীয়া ৰীতিৰে মুগাৰ পিৰান, পাতৰ ধুতি পিন্ধি, কান্ধত চেলেং লৈ, মূৰত পাগুৰি মাৰি এজনে লক্ষ্মী আৰু আনজনে কৃষ্ণৰ ভূমিকাৰে বিবাদৰ সূত্ৰপাত কৰে। উল্লেখযোগ্য যে— 'বাঁহভঙা' অনুষ্ঠানত পূৰ্বে নিৰ্ধাৰিত নোহোৱা তাৎক্ষণিক বচনৰ বিপৰীতে 'বোলবোলনি' অনুষ্ঠানৰ বচন পূৰ্বে নিৰ্ধাৰিত কৰি থোৱা হয়। যথা—

লক্ষ্মী ঃ বোলন্ত শুনা মোৰ বাপ। / দ্বাৰ চাৰি আসিবাক নেদা যাদবক।।
যাদবায় আসিবে নালাগে মোৰ ঠাই।/ঘুনুচা বাৰী লাগি যাওঁক দুনাই।।
কৃষ্ণ ঃ মোৰ নিজ নাম কৃষ্ণ, জানা স্বৰূপত।/শিশুকালে কেলি কৰিলো গোকুলত।।
ভীষ্মক ৰজাৰ গৃহে কুণ্ডল ৰাজ্যত।/সয়ম্বৰ জিনি তোক আনিলো পূৰ্বত।।

নাটকীয় প্ৰভাৱেৰে পৰিপুষ্ট এই বোলবোলনি যে সম্পূৰ্ণৰূপে লোক মনোৰঞ্জনৰ উদ্দেশ্যে আৰম্ভ হৈছিল সেই কথা অনুষ্ঠানটিত ব্যৱহৃত বচন বা সংলাপ সমূহৰপৰা অতি সহজে অনুমান কৰিব পাৰি। জানিব পৰা মতে, বৰপেটা সত্ৰত উদ্‌যাপিত দৌল উৎসৱটি গভীৰ শৃংখলাবদ্ধ আধ্যাত্মিক ধৰ্মীয় উৎসৱ হোৱা বাবে এটা সময়ত নিম্ন মধ্যবিত্ত শ্ৰমজীৱী শ্ৰেণীটোৱে উৎসৱটিত বিশেষ উৎসাহ-উদ্দীপনা অনুভৱ নকৰা হৈছিল। এনে অৱস্থাত সত্ৰখনৰ প্ৰথমজনা সত্ৰীয়া, তীক্ষ্মধী মথুৰাদাস বুঢ়া আতাই প্ৰথমাৱস্থাত বাঁহভঙা অৰ্ধনাটকীয় অনুষ্ঠানৰ শুভাৰম্ভ কৰাৰ কিছু বছৰ পিছত সত্ৰত ঢুলীয়া ভাওনা, আতচবাজী প্ৰদৰ্শন, বোলবোলনি আদি লোকৰঞ্জক অনুষ্ঠানৰ যোগেদি উৎসৱটি জনমুখী কৰিবলৈ প্ৰয়াস কৰিছিল আৰু সেই কাৰ্যত সফলো হৈছিল।

সম্প্ৰতি বৰপেটা সত্ৰৰ এই অনন্য অৰ্ধনাটকীয় অনুষ্ঠানটিৰ গুৰিধৰোতা সত্ৰীয়া সংস্কৃতিৰ একান্ত সেৱক শিল্পী জগন্নাথ বায়নৰ মতে — বোলবোলনিৰ সংলাপসমূহ জগন্নাথ পুৰাণৰ আধাৰত ৰচিত শ্ৰীধৰ কন্দলীৰ 'ঘুনুচা কীৰ্তন', ৰামায়ণ আৰু মহাপুৰুষ শংকৰদেৱৰ 'অনাদি পাতন' পুথিৰ পৰা লোৱা হৈছে। অনুষ্ঠানটিত শ্ৰীকৃষ্ণ আৰু লক্ষ্মীৰ চৰিত্ৰত অভিনয় কৰা শিল্পীদ্বয় ক্ৰমে জগন্নাথ বায়ন আৰু বুবুল কাকতিয়ে সংবেদনশীল আৰু ছন্দোময় অভিব্যক্তিৰে ওজাপালিৰ সুৰত প্ৰক্ষেপ কৰা বচনসমূহে অনুষ্ঠানটিক উপভোগ্য কৰি তোলে। ইন্দ্ৰদ্যুম্ন ৰজাৰ জীয়ৰী ঘুনুচাৰ বাৰীত প্ৰেমত মগ্ন হৈ শ্ৰীকৃষ্ণই সাতদিন কটোৱা অভিযোগত বোলবোলনিৰ শেষত বিচাৰ আৰম্ভ হয় আৰু সেই বিচাৰত শ্ৰীকৃষ্ণই তিনিশ টকাৰ দৰকৰ দি লক্ষ্মীৰ মন্দিৰত প্ৰৱেশৰ অনুমতি লাভ কৰে। গোঁসাইক কীৰ্তন ঘৰৰ ঘাই দুৱাৰেদি সোমাই নি পূৰ্ব থাপনাত থোৱাৰ পিছত বোলবোলনিৰ অন্ত পৰাৰ লগে লগে বৰপেটাত দৌল উৎসৱৰো সামৰণি পৰে।

বোলবোলনি উপভোগ কৰি কীৰ্তন ঘৰৰ কাঁথিত (বাৰান্দা) শাৰী শাৰীকৈ শৃংখলাবদ্ধভাৱে বহি থকা মহিলা (আইসকল)ৰ দলে তেওঁলোকৰ নিজৰ সম্পদ থলুৱা বিয়াগীত পৰিবেশন কৰি বোলবোলনি অনুষ্ঠানটিৰ বক্তব্যক আৰু অধিক অৰ্থবহ কৰি তোলে। নাৰী জাতিৰ সতিনীৰ প্ৰতি থকা স্বভাৱগত ঈৰ্ষা আৰু দ্বেষ অভিব্যক্ত হোৱা তেনে এটি বিয়াগীতৰ কথাংশ এনেধৰণৰ— 'গোপিনী থাকতে গহে বিয়া কৰৈ, লোক ব্যৱহাৰ কৰিহে ৰাম। হে লক্ষ্মী আই হে লক্ষ্মী আই, গহেকে নিদিবা ঠাইহে ৰাম।'

## বোলবোলনিৰ সংলাপ

লক্ষ্মী ঃ জয় জয় কৃষ্ণ বুলি সবে কৰে ৰোল।
মৃদঙ্গ গোমুখা শংখ বাজে ঢাক-ঢোল।।
গন্ধৰ্বে বজান্ত বিদ্যাধৰে গীত গায়।
অপেশ্বৰী সবে নাচে নানা ভংগী ভাৱে।।
দ্বাৰে কোনে আহে কৰি গজ গতি।
মোৰ ৰাজঘৰে কৰে লীলা গতি।।
কৃষ্ণ ঃ একেশ্বৰে আছো মই আদি নিৰঞ্জন।
সৃষ্টি নাহি হয়ে মোক নকৰে শোভন।।
চৈধ্যয় ভুৱনে উদৰত দিলো ঠাই।
প্ৰকৃতি মায়ায়ে আছে গৰ্ভত লুকাই।।
পদ্ম কল্পে মই নাৰায়ণ ৰূপে জলত কৰিলো শয়ন।
নাভি পদ্ম হন্তে ব্ৰহ্মা উপজাইলো সৃজিলে তিনি ভুৱন।।
মই হৰি জগত ঈশ্বৰ আদি দেৱ।
ব্ৰহ্মা হৰ ইন্দ্ৰ চন্দ্ৰ সবে কৰে সেৱ।।
তোমাৰেহে পতি মই জগত ঈশ্বৰ।
আগবাঢ়ি আহি মোক কৰিও সাদৰ।।
লক্ষ্মী ঃ বোলন্ত শুনা মোৰ বাপ।
দ্বাৰ চাৰি আসিবাক নেদা যাদৱাক।।
যাদবায় আসিবে নালাগে মোৰ ঠাই।
ঘুনুচাৰ বাৰী লাগি যাওঁক দুনাই।।
শুনিও পৰিচা তুমি বচন এনয়।
যাদবাৰ বাক্যে মোৰ গাৱ নুজুৰায়।।
কথাকো নকৈলা মোক গৈল পৰি হৰি।
পৰৰ ভাৰ্যাক যেন পৰে যায় এৰি।।
যাদবাৰ কথা মোত কহিবে নালাগে।
অন্য যিবা কথা আছে কহ মোৰ আগে।।
কৃষ্ণ ঃ মোৰ নিজ নাম কৃষ্ণ, জানা স্বৰূপত।
শিশুকালে কেলি কৰিলো গোকুলত।।
ভীষ্মক ৰজাৰ গৃহে কুণ্ডুল ৰাজ্যত।
সয়ম্বৰ জিনি তোক আনিলো পূৰ্বত।।

মতোপৰে ভকতে নিচিন্তে আন।
মইও ভকতৰ পৰে নাজানোহো আন।।
একান্ত ভকত সবে নির্গুণ কৃষ্ণৰ গুণ
গাৱে সদা বসিয়া যথাত।
বৈকুণ্ঠকো পৰি হৰি গোপীৰ হৃদয়ে এৰি
থাকা হৰি সাক্ষাতে তথাত।।
একান্ত মনে ঘুনুচাই চিন্তে বাৰ বাৰ।
বসন্ত কালে দেখা দেও একবাৰ।।
আঠদিন হৈল মই এৰি গৈল সংগ।
তাতে লক্ষ্মী আমাক কৰে খংগ।।
দ্বাৰ চাৰি দিয়ো লক্ষ্মী কোপ পৰিহৰি।
অভ্যন্তৰ লাগি চালি যাওঁ শীঘ্ৰে কৰি।।

লক্ষ্মী ঃ দুনাই দুনাই কিয় আহে যাদবায়।
যাদবাৰ মধুৰ বচনে মোক নুজুৰায়।।
মই বিনে যাদবাই বঞ্চিবাক পাৰে।
যাদবা নভৈলে দিন নাযায় কি মোৰে।।
সুন্দৰী ৰমনী ভাৰ্যা পাইলন্ত যাদৱে।
আউৰ কি লাগিয়া আসিৱন্ত মোৰ ঠাৱে।।
ঘুনুচাৰ সম মই নহো ৰূপৱতী।
নিলা সব মন কাঢ়ি নাগৰী যুৱতী।।
এতেকে আমাক তেজি গৈলন্ত আপোনে।
দ্বাৰকাত কত দুখ দিয়া আছা মানে।।
শিশুকাল হন্তে যাদবাৰ ধৰো আল।
তথাপিতো মই নভৈলো ভাল।।
আৰু ভাল বোলাইবেক কোন নাৰী।
ভাল বুলিবেক পাৰে ঘুনুচা সুন্দৰী।।
নাচাও যাদবাৰ মুখ নাহিবন্ত হৰি।
ঘুনুচাৰ বাৰী লাগি যাওঁক বাহুৰি।।

কৃষ্ণ ঃ মধুসূদন নাম জানিবা আমাৰ।
হেনয় অবোধ তই নিচিনহ আৰ।।
মইসে তোমাৰ পতিবন্ধু ইষ্টদেৱ।
কৰযোৰে আসি চৰণত কৰে সেৱ।।

চৈধ্য ভুৱনৰ মই হৰি, মোৰ অধিকাৰ।
মোৰ দায় ধৰিবাৰ শকতি কাহাৰ।।
ত্ৰৈলোকক মায়াবলে আছো নিয়মি।
মোক নিয়মিতে চাহে গৃহেৰ গৃহিণী।।
মোহৰহে ৰাজ্যভাৰ মোহৰহে গাঁও।
যৈকে লগি ইচ্ছা মই তৈকে লগি যাওঁ।।
লক্ষ্মী ঃ শুনিয়োক প্ৰভু তুমি জগত নিবাস।
যি কালত সাগৰে মই কৰিলোহো বাস।।
মই অবিহনে লোকৰ মিলিল হাহাকাৰ।
দুৰ্ভিক্ষয় মিলিল লোক মৰি হ'ল বুন্দামাৰ।।
ত্ৰিদশে মিলি কৃষ্ণক তুতি আৰম্ভিলা।
সাগৰ মথিয়া আমাক উদ্ধাৰি আনিলা।।
সেই দিন হন্তে লোকৰ দুখ দূৰ ভৈলা।
ত্ৰিদশে মিলিয়া সবে জয়ধ্বনি দিলা।।
মোৰ ৰূপ দেখি সবে পৰিল অচেতন হই।
ব্ৰহ্মাদিকো তেজি তোমাক ভজিলো হৃদয়ে দিলা ঠাই।।
হৰিপদ বিনে মোৰ গতি আৰ নাই।
মোক তেজি যোৱা তুমি ঘুনুচাৰ ঠাই।।
নৰকক মাৰি ৰূপে গুণে ধন্যা।
ষোড়শ হাজাৰ আনিলেক কন্যা।।
ইসব কন্যায়ে তব নুজুৰায় মন।
ঘুনুচাৰ বাৰীলৈকে চলিয়ো এখন।।
কৃষ্ণ ঃ ভক্তি কৰি পূৰ্ব মোক আছা আৰাধিয়া।
সেহিসে কাৰণে আছা ভাৰ্যাৰূপী হুয়া।।
নিষ্কামী ঈশ্বৰ মই জগতে জানয়।
অন্য পুৰুষ মত কদাপি নহয়।।
ভাৱনা অবলা জাতি অতি দুৰাশয়।
বাৰে বাৰে এহি কথা কহিয়া আছয়।।
ইন্দ্ৰয় আমাক নিচিনি গৰ্বে ভৈলি মন্দমতি।
দুৰ্বাশাৰ শাপে তোৰ মিলিল দুৰ্গতি।।
জলৰ আস্ফালনে খন্তা লৰি এ বিস্তৰ।
কান্ত লৰি সবগুণ স্মৰি ামাৰ।।

সাগৰ মথিয়া মই আনি আছো তোক।
লাজ নাই নাৰী জাতি যাইবা বোলা মোক।।
শতেক বছ্ৰ মোক লগ নাপাইয়া।
নিৰাহাৰে পৰি তই আছিলি প্ৰাণ লৈয়া।।
ত্ৰিদশৰ তুতি মই কৰিলো ৰক্ষণ।
ক্ষীৰোদ সাগৰৰ তীৰে হৈলি মিলন।।

লক্ষ্মী ঃ ত্ৰেতা যুগৰ কথা শুনিয়ো গোসাই।
ৰাম অৱতাৰে সীতাক কৰিলা কিনো বিলাই।।
বাপে আনে পঠাইলে গৈলেক বনবাস।
কৰিলো লগতে চৈধ্য বৰিষ নিৰ্বাস।।
একেশ্বৰী নাৰী মই নহো স্বতন্তৰী।
নোৱাৰিলে ৰাখিবে ৰাৱণে নিলে হৰি।।
কৰিলা পৰীক্ষা ৰামে পেলাই অগনিত।
তথাপি নভৈলা শান্ত ৰাঘৱৰ চিত্ত।।
দুষ্টে দিলে অপযশ তাতে আনে ত্ৰাস।
ছ'লে নিয়া দিন্ত আমাক নিৰ্বাস।।
গৰ্ভসমে মোক মাৰিবাক শ্ৰদ্ধা ভৈল।
কৰিবেক বাকী আউৰ ৰামৰ নৰৈল।।
শ্ৰীৰাম স্বৰূপে সীতাৰ নিমিত্তে সাগৰৰ ভৈলোহো পাৰ।
সবংশে ৰাৱণ ৰাক্ষসক বধিলো, খণ্ডিলো ভূমিৰ ভাৰ।।
আহিবাৰ বেলা মন্দদৰী আহি চৰণ চাৰে ধৰিবাক।
ক্ৰোধে তুমি তাইক ৰাক্ষসিনী বুলি চুইবাক নিদিলা তাক।।
তেখনে মন্দদৰী বোলে শুনা বচন আমাৰ।
ৰামৰ সংগে সুখ ইজনমে নহ'ব তোমাৰ।।
পূৰ্বজন্মে আছিল তব বিধিৰ লিখন।
ৰামক দোষ দিয়া কৰা মিছায় ক্ৰন্দন।।
সি সব কথাক পাহৰিলি এতকাল।
লাজ নাই দণ্ডৰূপে খুজাহা ইকাল।।

লক্ষ্মী ঃ (হাসি) শুনিয়োক প্ৰভু তুমি আমাৰ উত্তৰ।
আমাৰ গৃহত নাই পদ্ম সৰোবৰ।।
মধুকৰ হ'ব যেবে চল লতা মাজে।
পুষ্প ৰস পান কৰা তাই নাই লাজ।।

আমাৰ বচন শুনহে গোঁহাই।
আমাক নুপুচি গৈলা ঘুনুচাৰ ঠাই।।
কৃষ্ণ ঃ শুনিয়ো লক্ষ্মী তুমি আমাৰ উত্তৰ।
স্ত্ৰীজাতি কোনো কালে নুহি স্বতন্ত্ৰৰ।।
শিশু কালে পিতৃ পালে স্বামী যুৱাকালে।
বৃদ্ধকালে পুত্ৰগণে ৰাখে পতি পালে।।
যি নাৰীৰ নাথাকে পুত্ৰ কন্যা জন।
নিৰাশ্ৰয়া হুৱা তেহু কৰয় ভ্ৰমণ।।
বেয়া বুলি ঘোষণা কৰয় লোক জনে।
হেন স্ত্ৰীক শুচি কৰ্ম কৰে কোন জনে।।
নজানি অবলা জাতি কৰে অহংকাৰ।
স্বামী অবিহনে তাৰ দিনতে আন্ধাৰ।।
স্বামী নিন্দা শুনি সতী দক্ষ যজ্ঞত এৰিলে প্ৰাণ।
চতুৰ্থ স্বন্ধে ইটো লয়োক প্ৰমাণ।।
মৰণ কালে স্বামীক যিটো কৰে বেয়া ব্যৱহাৰ।
নৰকে পৰয় সিটো নাহি ৰক্ষা তাৰ।।
লক্ষ্মী ঃ শুনিয়োক প্ৰভুনাথ আমাৰ উত্তৰ।
স্ত্ৰী স্বতন্ত্ৰৰ পুৰুষে নহে স্বতন্ত্ৰৰ।।
দশৰথ ৰাজা সূৰ্য বংশৰ ৰাজ ৰাজেশ্বৰ।
কৈকেয়ী সুন্দৰী পায় দেশক ডকাইলা।।
সি কাৰণে নৃপতি ৰামক নাৰাখিলা।
সত্যভামাৰ আদেশত পুষ্প পাৰিজাত আনি।
ৰুই দিলা দ্বাৰত দেৱ ইন্দ্ৰক জিনি।।
কৃষ্ণ ঃ শুনিয়োক লক্ষ্মী তুমি আমাৰ বচন।
ভাৰ্যা অধীন যদি কহে লোক জন।।
গৰ্ভসমে সীতাক শ্ৰীৰামে দিলা বন।
গৃহতে নৰৈলা সীতা কিহৰে কাৰণ।।
একেশ্বৰী পাইয়া ৰাৱণে নিলে হৰি।
ৰামে নানিলা মানে আছিলন্ত পৰি।।
পুষ্প পাৰিজাত দিলোহো তোমাক।
নাৰদে এহি কথা জনালে সত্যভামাক।।
মৰা প্ৰায় ভৈলো নাৰদৰ মুখে শুনি।

নমৰিবি পুষ্প দিব বুলিলোহে বাণী।।
ভক্ত নাৰদৰ বাক্যে পুষ্প আনি দিলো।
ভক্তকাৰ্য সাধি মই ইন্দ্ৰক দমিলো।।
লাজ নাই স্ত্ৰী জাতি অতি দুৰাশয়।
বাৰে বাৰে একে কথা কহি আছয়।।

লক্ষ্মী ঃ মোহৰ বচন আৰে শুনা যদুৰাই।
ঘুনুচাক ক্ৰীড়িয়া পাতকৰ সীমা নাই।।
গংগাজলে নামি তুমি কৰি অহা স্নান।
তেবেসে আমাৰ তুমি পাইবা সম্মান।।
আমাৰ কোপত হন্তে বচন সাদৰি।
দণ্ড বুলি চাৰি গণ্ডা দিয়া তুমি কড়ি।।
পাছে তুমি গৃহ প্ৰৱেশিয়ো পুন কাম।
ঠাকুৰাণী আমাৰ হৱয় তেবে নাম।।
শাস্ত্ৰত কহিছা তুমি প্ৰভু নাৰায়ণ।
পৰৰ স্ত্ৰী হৰিলে পাপ হয় অমোচন।।

কৃষ্ণ ঃ শুনিয়োক আবে তুমি প্ৰিয়া পটেশ্বৰী।
ঘুনুচা হৰা পাপে আমাক কিবা কৰি।।
সৰ্বভক্ষ অগ্নিয়ে সবাক দাহ কৰে।
মই তেজস্বীক সিটো পাপে কিবা কৰে।।
মোৰ পদজল গংগা আছে খ্যাত হুই।
তাতে স্নান কৰিলে জীৱৰ কাৰ্য নাই।।
পুৰন্দৰ হাসিবেক হেন মনে ভয়।
তথাপি দিবহু দণ্ড এৰিয়া সংশয়।।
যত কোপ আছে মানে সব পৰিহৰি।
গৃহে যাইবা পতি মোহ দেহ দ্বাৰ চাৰি।।

লক্ষ্মী ঃ (হাসি) আহা আমি সখী সব যাওঁ ৰংগ কৰি।
সত্যভামা আগবাঢ়ি দিয়া দ্বাৰ চাৰি।।
মোৰ সংগে আহা সবে সখী দাসীগণ।
কৃষ্ণপদে আগবাঢ়ি কৰহু বন্দন।।
সহস্ৰ প্ৰদীপ ধৰি চামৰে বতা হেস।
কৃষ্ণক বেঢ়িয়া সবে চলে লয় লাস।।

সত্যভামা সংগে পত্নীসবে কৰিয়ো বন্দন।
আশ্বাসিয়া পুনু কৃষ্ণক বুলিলা বচন।।
(সহস্ৰ ধূপ-ধূনা বাতি লৈ প্ৰণাম তথা স্তুতি কৰে)
হে কৃষ্ণ স্বামী তযু পাৱে আমি
কেৱল শৰণ চাওঁ।
কৰা অনুগ্ৰহ মায়াৰ নিগ্ৰহ
তেবেসে প্ৰভু এৰাওঁ।।
হে যদুপতি মই মূঢ় মতি
নজানো সেৱা তোমাৰ।
কেৱলে তোমাৰ চৰণ পংকজে
শৰণক কৰিলো সাৰ।।
কৃষ্ণ ঃ শুনিয়োক লক্ষ্মী তুমি আমাৰ বচন।
তোমাৰ স্তুতিত মোৰ হৰিলেক মন।।
উঠিয়োক লক্ষ্মী তুমি দুখ পৰিহৰি।
অভ্যন্তৰে লাগি চলি যাওঁ শীঘ্ৰ কৰি।।*

(কড়ি দিব)

---

*বোলবোলনিৰ সংলাপখিনি বৰপেটা সত্ৰৰ শ্ৰীজগন্নাথ বায়নৰ পৰা সংগ্ৰহ কৰা হৈছে।



# বৰপেটাৰ নাও আৰু নাওখেল

দিলীপ ভড়ালী

বৰপেটাৰ চাৰিওফালে থকা নদীসমূহ হ'ল চাউলখোৱা, নখন্দা, বেকী আদি। চাউলখোৱা আৰু নখন্দা নদীক সংযোগ কৰিছে মৰানদীয়ে। মৰানদীৰ অন্য এক বৈশিষ্ট্য হৈছে যে ই খৰালি যিফালে বয়, বাৰিষা তাৰে ওলোটা ফালে বয়। ইতিহাসপ্ৰসিদ্ধ বৰপেটাৰ নাও খেল এই মৰানদীতে বেছিকৈ হৈছিল। সময় সুবিধা অনুসৰি অন্য নদীসমূহতো নাও খেল নোহোৱা নহয়, যেনে — বৰপেটা সত্ৰৰ 'খটখটি'। 'খটখটি' হাড়িজান বুলি প্ৰখ্যাত।

বৰপেটা জিলাখনৰ শতকৰা ৯২ ভাগ মানুহ গাঁৱৰ বাসিন্দা। কৃষিয়েই হৈছে জিলাবাসীৰ অৰ্থৰ উৎস। বৰপেটা জিলাৰ মুঠ গাঁৱৰ সংখ্যা ১০৮১খন। এই আটাইবোৰ গাঁৱৰে মুখ্য নগৰ হ'ল সত্ৰ নগৰী বৰপেটা।

বৰপেটা জিলাৰ মুঠ মাটিকালি ৩৩০৭ বৰ্গ কিলোমিটাৰ। আজিৰ পৰা কেইটামান বছৰ আগলৈ বৰপেটাক সকলো ফালৰপৰাই মুখ্য আৰু একমাত্ৰ নগৰ হিচাপে গণ্য কৰা হৈছিল। কিন্তু বৰ্তমান সময়ত জিলাখনৰ কেবাখনো ঠাই নগৰ ৰূপে পৰিগণিত হৈছে।

বৰপেটাৰ নাওখেল বৰপেটা সত্ৰক কেন্দ্ৰ কৰি পূৰ্বৰ পৰাই চলি আহিছে। ১৯৫০ চন মানৰ আগলৈ বৰপেটাৰ যাতায়াত ব্যৱস্থা সুচল নাছিল। মাত্ৰ এখনি ফোৰ্ড গাড়ী বৰপেটাৰ পৰা সৰভোগলৈ (ৰেল ষ্টেচন) অহা-যোৱা কৰিছিল। সৰুপেটা ষ্টেচনলৈ প্ৰথমে গৰুগাড়ী, পিছতহে চাৰিচকীয়া গাড়ী চলিব লৈছিল। তেতিয়াৰ দিনত বা তাৰ আগলৈ বৰপেটাৰ যাতায়াতৰ মূল বাহন হ'ল নাও।

বৰপেটাৰ নাওখেলৰ এক পুৰণি ঐতিহ্য আছে। পৃথিৱীৰ বহুলোকে খাল-বিল, জান-জুৰিতে হওক বা নদ-নদী, সাগৰতে হওক নাওখেল খেলে। যদিও বহু ঠাইত নাওখেল হয় তথাপি বৰপেটাৰ লগত ভিন্নতা আছে। বৰপেটাৰ নাওখেলৰ এই সুকীয়া পৰম্পৰাই ইয়াৰ খেলক এক বিশেষ মৰ্যাদা প্ৰদান কৰিছে।

অতীজৰে পৰা নামনি অসমৰ সকলো দিশৰ কেন্দ্ৰবিন্দু হিচাপে বৰপেটা পৰিচিত।

প্ৰাক্ শংকৰী কালৰে পৰা বৰপেটা নাও আৰু নাওখেলৰ বাবে বিখ্যাত ঠাই। বুৰঞ্জী প্ৰসিদ্ধ বৰপেটাৰ চৌপাশে নদ-নদীৰে ভৰা। বিশেষকৈ বিশাল ব্ৰহ্মপুত্ৰৰ লগত বৰপেটাৰ সংযোগে এখন প্ৰসিদ্ধ ব্যৱসায়িক ঠাই হিচাপে গঢ় লোৱাত সহায় কৰি আহিছে। চাউলখোৱা, নখন্দা আদি নদীৰে অসমৰ যিকোনো ঠাইলৈ সহজে যাতায়াত কৰিব পৰা যায়।

পুৰণি দিনত পশ্চিমবংগ আৰু পূৰ্ববংগৰ পৰা বৃহৎ আকাৰৰ নাও বৰপেটালৈ আহিছিল। পশ্চিমবংগৰ 'চৌধুৰী নায়া' তেনে এটা উল্লেখযোগ্য ব্যৱসায়িক গোষ্ঠী। চৌধুৰী নায়াৰ বৃহৎ নাওবোৰে হেজাৰ মোনৰ ওপৰৰ সামগ্ৰী কঢ়িয়াব পাৰিছিল। অৱশ্যে চৌধুৰী নায়াৰ নাওৰ উপৰিও বৃটিছসকলে খোলাবন্ধালৈ কলকাতাৰ পৰা জাহাজ চলাইছিল। বৰপেটাৰ ৰাইজে সেইসময়ত চৌধুৰী নায়াৰৰ কথাহে বেছিকৈ জানিছিল। চৌধুৰী নায়াৰ যেতিয়া বৰপেটালৈ আহে, আহোঁতে তেওঁলোকৰ বহুকেইখন নাও একলগ হৈ আহিছিল। চৌধুৰী নায়াৰৰ নাওত সকলো ধৰণৰ সামগ্ৰী মজুত আছিল; ঘৰবন্ধা সামগ্ৰীৰ পৰা পিন্ধা কাপোৰ, খোৱা বস্তুলৈ। বৰপেটাৰ নখন্দা নদীৰ পাৰত চৌধুৰী নায়াই বিক্ৰী কৰিবলৈ অনা বিভিন্ন সামগ্ৰীৰ লগতে নাৰিকল, তেতেলী আৰু কালিগতেৰ মিঠৈ বিক্ৰী হৈছিল। উল্লেখযোগ্য এসমত সমগ্ৰ বৰপেটা জিলাতে পৰ্যাপ্ত পৰিমাণে নাৰিকল পোৱা নগৈছিল। জনবিশ্বাস মতে নাৰিকল গছ ৰুলে ৰোওঁতাৰ আয়ুস টুটে। তেতিয়াৰ দিনত চৌধুৰী নায়াৰৰ বৰপেটা অঞ্চলত নাৰিকলৰ এখন বিশেষ বজাৰ আছিল। পিছলৈ নাৰিকল সম্পৰ্কে থকা অন্ধবিশ্বাস



*বৰপেটাৰ মৰা নদীত নাওখেল*

দূৰ হ'ল। চৌধুৰী নায়াই ব্যৱসায়ৰ কাৰণে তেওঁলোকে অনা সামগ্ৰীসমূহ বেচি অসমৰ পৰা বিবিধ সামগ্ৰী লৈ গৈছিল। বৰপেটাৰ নখন্দা নদীৰ পাৰৰ বজাৰখনৰ আজি কোনো চিনমোকাম নাই অথচ অতীতত এই বজাৰখনেই বৰপেটা জিলাৰ মুখ্য বজাৰ আছিল। নামনি অসমৰ বাট-পথ কিছু সুগম হোৱাত চৌধুৰী নায়াৰৰ ব্যৱসায় বন্ধ হয়। তেওঁলোকৰ বৃহৎ নাওবোৰৰ অধিক সংখ্যক নামনি অসমতে বিক্ৰী হৈ যায়।

বৰপেটাৰ বৃন্দাবন হাটীৰ নাওৰ সূতৰ শ্ৰদ্ধেয় ঘনাকান্ত সূতৰে আমাক কোৱা মতে ডেকা কালত চৌধুৰী নায়াৰৰ বহুকেইখন নাওৰ কাঠেৰে তেওঁ সৰু নাও সাজিছিল।

নাওৰ ব্যৱহাৰ বৰপেটা অঞ্চলত কোন শতিকাৰ পৰা হ'ল তাৰ সঠিক সময় নিৰূপণ নহ'লেও দূৰ অতীতৰ পৰা এই অঞ্চলত নাৱৰ ব্যৱহাৰৰ অনেক উদাহৰণ পোৱা যায়।

বৰপেটা এখন ব্যৱসায় প্ৰসিদ্ধ নগৰ। বৃটিছ আমোলৰ পৰা চৌধুৰী নায়াৰৰ দিনলৈকে চকুঁ ফুৰালেই বৰপেটা সম্পৰ্কে অনুমান কৰিব পাৰি। আজিৰ পৰা কিছু বছৰ আগলৈ বৰপেটাৰ প্ৰায় পৰিয়ালতে সৰু নাও, বৰ নাও আছিল। তেনেকৈ বৰপেটাৰ বত্ৰিশখন হাটীৰ প্ৰতিখন হাটীতে পাঁচ-ছয়খন খেলনাও আছিল। নাও আছিল ইয়াৰ মানুহৰ জীৱন-জীৱিকাৰ আহিলা। চাৰিওফালে খাল-বিল, নদী-জানেৰে ভৰা বৰপেটা অঞ্চলত আঢ্যৱন্তৰ মাপকাঠী একপ্ৰকাৰ নাৱেৰেই হৈছিল। আভিজাত্যৰ চিন বা চহকীসকলে সৰু নাও, বৰনাওৰ উপৰি খেলনাও ৰাখিছিল।

নাওখেল বৰপেটা অঞ্চলৰ মৌখিক বুৰঞ্জীৰ পাতত থকা এটা পুৰণি খেল। বৰপেটা সত্ৰৰ দুজনা গুৰুৰ কীৰ্তন মহোৎসৱ, বুঢ়া আতাৰ কীৰ্তন, জন্মাষ্টমী আৰু পিছলৈ পোন্ধৰ আগষ্টতো বৰপেটাত নাওখেল পতা হয়। এই খেল নাও সাধাৰণতে শাল, ধূপ, গামেৰি, এজাৰ, চাম আদি কাঠেৰে তৈয়াৰ কৰা হয়। অতীতত কাঠৰ গোল কুণ্ডাৰ পৰা নাও কটা হৈছিল। প্ৰায় ৩০ হাতলৈ দীঘল নাও, খেলনাও হিচাপে ব্যৱহাৰ হৈছিল। চুটি নাৱো আছিল যদিও এনে নাৱৰ বেগ কম আছিল। নাও কটা লোকক সূতৰ বোলা হয়। বৰপেটা অঞ্চলৰ নাও সাধাৰণতে কনৰাত বাস কৰা সূতৰ বা বৰ সূতৰে কৰিছিল। কনৰা সত্ৰত শতাধিক সূতৰে বাস কৰিছিল। ব্ৰহ্মপুত্ৰৰ ভাবুকি বা অন্য কাৰণত এই সূতৰসকলে কালক্ৰমত কনৰা ত্যাগ কৰে। এতিয়া কনৰা নামৰ ঠাইত এজনো সূতৰ নাই। পিছলৈ এই সূতৰ বা বৰসূতৰসকল বৰপেটা বা ইয়াৰ কাষৰীয়া ঠাইত থাকিবলৈ লয়।

গোলকুণ্ডাৰ সাধাৰণ নাও বা খেলনাও এখন তৈয়াৰ কৰোঁতে সূতৰসকলৰ যথেষ্ট পৰিশ্ৰম হয়। তাতে দিন যোৱাৰ লগে লগে কাঠৰ কুণ্ডাৰ নাটনি হোৱাত কাঠৰ তক্তা, নাওসজা কামত ব্যৱহাৰ হ'ব ধৰিলে। কাঠৰ তক্তাবোৰ সংযোগ কৰিবলৈ বৰপেটাৰ স্থানীয় কমাৰসকলে তৈয়াৰ কৰা লোহাৰ চেপেটা খিলি আৰু জিনাৰী গজাল ব্যৱহাৰ

হৈছিল। গৃহস্থৰ প্ৰয়োজন অনুযায়ী এশমোনী, দুশমোনী বা একেবাৰে সৰু নাও, কম দীঘল বা বেছি দীঘল খেলনাও সাজি উলিয়াইছিল। পুৰণি দিনৰ বৰপেটাৰ বহু সূতৰৰ নাম আজি জানিবৰ উপায় নাই। তথাপি জন মানসত কিছু বিখ্যাত সূতৰৰ গুণ-গৰিমা আজিও শুনা যায়। মাজৰ হাটীৰ মহা সূতৰ, বিলৰতাৰী হাটীৰ মনু সূতৰ, মহোদৰ সূতৰ, বৃন্দাবন হাটীৰ পানৰাম সূতৰ, বাতহু সূতৰ, ঘন সূতৰ; কুজিৰদহাটীৰ পদ্ম সূতৰ, বৰ হাটীৰ বিপিন সূতৰ, দক্ষিণ হাটীৰ বিক্ৰী সূতৰ আদিৰ নাম উল্লেখযোগ্য।

মহাপুৰুষ শ্ৰীশ্ৰী মাধৱদেৱৰ পদধূলিৰে ৰঞ্জিত বৰপেটা সত্ৰৰ খটখটিত পোনপ্ৰথমে নাওখেলৰ প্ৰচলন হয়। খটখটিৰ নাওখেলে জনপ্ৰিয়তা লাভ কৰিলেও দৰ্শকৰ বাবে যথেষ্ট সুবিধাজনক নাছিল। সেয়েহে অন্য নদীত নাওখেলৰ প্ৰচলন হয়।

বৰপেটাৰ নাওখেলৰ জন্ম বৰপেটা সত্ৰৰ খটখটিত হোৱা কাৰণে স্বাভাৱিকতে বৰপেটাৰ নাওখেলৰ গীতসমূহত শংকৰী ধৰ্মৰ পূৰ্ণ প্ৰভাৱ পৰে। মহাপুৰুষ দুজনাই লিখা ঘোষা-পদ আদিকে নাওখেলৰ পাঠকে গীত হিচাপে ব্যৱহাৰ কৰিব লয়। অৱশ্যে নাওখেলৰ গীতৰ ক্ষেত্ৰত পাঠকজনৰ পূৰ্ণ স্বাধীনতা থাকে। পাঠকে যি সুৰতে গীত জুৰে বাকী সংগীবাইচাসকলে তাকে গায়। পাঠকজনে ইচ্ছা কৰিলে সাধুকথা এটাকে সুৰৰ মাজেৰে গাব পাৰে, যথা—

ঘোষা ঃ অ' মোৰ মলুৱাৰে।
মোৰ মলুৱাক কোনে মাৰিলে
অ' মোৰ মলুৱাৰে।।
পদ ঃ নেঠা নেঠা কৰে তাই নেঠা আনি দিলোঁ মই।
নেঠাত ধৰি কান্দে অ' মোৰ মলুৱাৰে।।
কপাহ কপাহ কৰে তাই কপাহ আনি দিলোঁ মই।
কপাহত ধৰি কান্দে অ' মোৰ মলুৱাৰে।।

ইত্যাদি।

ৰঙ্ মনেৰে ধেমালি কৰি প্ৰতিযোগিতাৰ অন্য নাওক জোকাই অতি আনন্দ প্ৰকাশৰ গীতৰ উপৰিও নাওখেলতে গোৱা হয় গাম্ভীৰ্যপূৰ্ণ গীতো, যেনে —

ঘোষা ঃ অৰ্জুনৰ ৰথৰ সাৰথি নাৰায়ণ হৰিহে।
পদ ঃ সুধন্না দেখন্ত কৃষ্ণ ৰথৰ উপৰে।
যোৰহাত কৰি বীৰে নানা স্তুতি কৰে।।
আজিহে সাম্ফল হৈল মোহৰ জীৱন।
একত্ৰে দেখিলো আজি নৰনাৰায়ণ।।

খেলৰ গতি আৰু পৰিৱেশ চাই পাঠকজনে গীত জুৰে। গীতৰ কথা আৰু সুৰৰ লগত

বাইচাসকলক সঘনে উৎসাহ যোগায় আগুৱাল আৰু গুৰিয়ালসকলে। খেল নাওৰ আগুৱাল(আগৰ) বা গুৰিয়াল পৰীক্ষা কৰিহে নিৰ্বাচন কৰা হয়। জনপ্ৰিয় বহু লোকগীত নাওৰ খেলৰ গীত ৰূপেও ব্যৱহাৰ কৰা হয়, যেনে —

ঘোষা ঃ কানাই পাৰ কৰা হে
বেলিত পৰিল ছায়া।

পদ ঃ নষ্ট হ'ল মোৰ দধিৰ ভাণ্ড
বাজাৰ হল মোৰ বয়া।।
ভাঙা নহয় ছিঙা নহয়
গামেৰিৰে সাৰ।
হস্তি ঘোৰাঁ পাৰ কৰোঁ মই
ৰাধাৰ কিমান ভাৰ।।
অন্য ৰাধে পাৰ কৰো মই
লওঁ আনা আনা।
তোক ৰাধে পাৰ কৰিলে
লম কাণেৰ সনা।।

প্ৰতিটো গীতৰ শেষত নাও গৈ যেতিয়া নিৰ্দিষ্ট লক্ষ্য স্থান পায় তেতিয়া গীতৰ লয় দ্ৰুত হয়। দ্ৰুত লয়ত পাঠকে লগাই দিয়ে এনে গীত —

কি চাই আছিলা ভায়াটি এ হে।
ৰাৱণে হৰি নিলে সীতাটি এ হে।।
অ' ৰাম! অ' হৰি।।

বা

ও হায় ৰে হৰি ৰে
হৰি ৰামে ৰাম হে
ও ভৈয়া
হৈছে
ও ভৈয়া
হৈছো।।

লোকগীত সুৰীয়া অজ্ঞাত কবিৰ ৰচনাৰাজি নাওখেলৰ গীত হিচাপে সমাদৃত হ'লেও মূলতঃ শংকৰ-মাধৱৰ ৰচনাৰাজিহে বৰপেটাৰ নাওখেলৰ মূল উপজীব্য।

বৰপেটাৰ নাওখেলৰ কথা আলোচনা কৰিলেই সততে মনলৈ আহে এই খেলৰ লগত জড়িত পাঠকসকলৰ কথা। বৃন্দাবনহাটীৰ গদা কামাৰ, অচ্যুত তামুলী, সদা পাঠক,

কেশৱ পাঠক, গুণ পাঠক, ঘনকান্ত সূতৰ আদিৰ নদীৰ দুয়োপাৰ কঁপোৱা সাৱলীল কণ্ঠই আজিও পুৰণিচাম নাওখেল প্ৰেমীৰ অন্তৰ জিনি আছে।

বৰপেটাৰ নাওখেলৰ বিখ্যাত আগুৱাল-গুৰিয়ালসকল হ'ল — গান্ধী মুদৈ, সৰ্বেশ্বৰ দাস, কলা গুৰিয়াল, সন্তোষ গুৰিয়াল, উমা গুৰিয়াল ইত্যাদি।

খেল নাও এখন সজাই-পৰাই ডেৰকুৰি-দুকুৰি মানুহৰ আলপৈচান ধৰি নাওখেল প্ৰতিযোগিতাত অংশ লোৱাটো সহজ কথা নহয়। আগুৱাল, গুৰিয়াল, পাঠক, পালি(বাইচা), কনাকাটা সকলোকে উৎসাহিত কৰিব লাগে নাৱৰ মালিকে। নাওখেলৰ আটাইতকৈ মন কৰিব লগীয়া কথাটো হ'ল আঁৰত থাকি যুঁজ কৰা মালিকসকলৰ অপ্ৰকাশ্য যুঁজবোৰ। মুনাফা নোহোৱা নাওখেলৰ প্ৰতিযোগিতাত অংশ লোৱা মালিকসকলে গাঁঠিৰ ধন ভাঙি এখনৰ পাছত এখন নাও তৈয়াৰ কৰে। নতুন নাও এখন তৈয়াৰ কৰি নদীত চলাই চাই অসুবিধা পালে তাক প্ৰতিযোগিতাত ব্যৱহাৰ নকৰে। প্ৰতিযোগিতাত হাৰি বৰপেটাৰ খেল নাৱৰ মালিকে বৰকুঠাৰ মাৰি নাও ফালি পেলোৱাও উদাহৰণ আছে। এই যুঁজ ইমানেই মাৰাত্মক যে খেলৰ শেষত বিধি উলংঘন কৰা দলৰ সৈতে কাজিয়া-পেচালো হয়।

বৰপেটাৰ সমাজত হাতী, মাটি-বাৰী, সোণ-ৰূপৰ ধোঁৱাখোৱাৰ মালিকসকলৰ যি মৰ্যদা নাওখেলৰ মালিকসকলেও একে মৰ্যাদা পায়। ধৰম সূতৰে নিজৰ খেল নাও প্ৰতিযোগিতাত নামিলে নিজে চিঞৰি চিঞৰি নদীৰ পাৰে পাৰে দৌৰি আছিল। হাৰিলে কুঠাৰেৰে নাও ফালি পেলাইছিল। বৰপেটা দক্ষিণহাটীৰ আদিত পাঠকৰ পানকাউৰী নাও, চিতো ইজাদাৰ, বতো কাৰিকৰ, নিভাৰখাৰ, ৰজো কাৰিকৰ, পানো খৰা, বটুখৰা, বামোন বনিয়া, ফপৰা সূতৰ, মনেশ্বৰ কুমাৰ, উমাকান্ত দাস, গঙ্গা তামুলী, মথুৰা ওজা, ধৰম সূতৰ, কিনা পাঠক, হতৰু ওজা, শঙ্কৰচৰণ দাস আদি খেলনাৱৰ মালিকসকলৰ নাম বৰপেটাৰ নাওখেলৰ ইতিহাসত কাললৈ লিখা থাকিব।

আজিৰ পৰা কিছু বছৰ আগতে বৰপেটাৰ নদীকেইটাত মথাউৰি দিয়াৰ ফলত নাওখেল নোহোৱা হ'ল। অৱশ্যে একমাত্ৰ এইটোৱে বৰপেটাৰ নাওখেল নোহোৱাৰ কাৰণ নহয়। ডেকা শক্তিয়ে এই খেলবিধক আওকাণ কৰা আন এটা প্ৰধান কাৰণ। আগৰ দিনত খেল নাৱৰ ব্যক্তিগত মালিকসকলে যিটো উৎসাহ যোগাইছিল আজি তেনে উৎসাহ যোগোৱা অনুষ্ঠান-প্ৰতিষ্ঠান বা সমাজ সেৱকৰ অভাৱ পৰিলক্ষিত হৈছে।

আজি গোটেই বিশ্বত নাওখেলৰ জনপ্ৰিয়তা দ্ৰুতহাৰত বৃদ্ধি পাইছে। অথচ আমাৰ ইয়াত এই বিষয়ত গুৰুত্ব দিয়া হোৱা নাই। আমি মন কৰিলে বিদ্যালয়, মহাবিদ্যালয় আদিতো ছাত্ৰ-ছাত্ৰীৰ মাজত নাওখেল পাতিব পাৰোঁ। নাওখেল এক শাৰীৰিক ব্যায়াম। শাৰীৰিক উৎকৰ্ষ সাধনে ছাত্ৰ-ছাত্ৰীৰ উন্নতিত সহায় কৰিব। স্থানীয় সংঘ, পুথিভঁৰাল আদিৰ উদ্যোগত বৰপেটাৰ বিখ্যাত নাওখেল পুনৰ জীৱিত হ'ব পাৰে। একালৰ বৰপেটাৰ

হেঙুল-হাইতাল বোলোৱা বিভিন্নৰঙী লতা ফুল আঁকি সজোৱা আদিত পাঠকৰ পান কাউৰী নাৱৰ লেখীয়া নাও পুনৰ মৰানদী, নখন্দাত দেখা পালে আজিৰ পাহুৱাল ডেকাৰ মনো অতীতৰ নাওখেলৰ প্ৰতি আকৰ্ষিত হ'ব পাৰে।

জন-সংস্কৃতিৰ অনন্য উপাদান বৰপেটাৰ নাওখেলৰ লগত বহু পুণ্যাত্মাৰ অলিখিত শ্ৰম নিহিত হৈ আছে। নাওখেল বহু ঠাইতে হয় কিন্তু বৰপেটাত যি সংগীতমুখৰ নাওখেলৰ প্ৰচলন আছিল, তেনে খেল অন্য ঠাইত দেখা নাযায়। অনন্যসুন্দৰ এই নাওখেল উত্তৰ-পূৰ্বাঞ্চলৰ গৌৰৱ। সেয়েহে আমি ভাবিবৰ হ'ল বৰপেটাৰ বৰ্তমানৰ নাওখেলৰ কথা। সূতৰ, কমাৰ, পাঠক, পালি, আগুৱাল, গুৰিয়াল একেলগে নখন্দা, মৰানদীৰ পাৰত সমবেত হ'লে বৰপেটাৰ গৌৰৱময় নাওখেলৰ মান পুনৰ বাঢ়িব, অতীতৰ নাওখেলে পুনৰ প্ৰাণ পাই উঠিব।



# বৰপেটাৰ সামাজিক ৰূপৰেখা

ভূপেন্দ্ৰ ৰায়চৌধুৰী

প্ৰাগ-ঐতিহাসিক কালত, ঐতিহাসিক কালত বিভিন্ন শাসন-ব্যৱস্থাৰ ফলস্বৰূপে বৰপেটাৰ সমাজ-গাঁথনি কেনে ধৰণৰ বিৱৰ্তনৰ পথেৰে আগবাঢ়িছিল সি এতিয়াও গৱেষণাৰ বিষয় হৈ আছে। সমাজ গতিশীল। শাসন-ব্যৱস্থা, প্ৰাকৃতিক কাৰণ, সামাজিক অভিযোজনৰ লগত খাপ খাই সুদূৰ অতীতৰ পৰা প্ৰব্ৰজনৰ ধাৰ থমকি ৰোৱা নাই। ফলত সময়ে সময়ে সমাজৰ গাঁথনি সলনি হৈছে, ইয়াৰ ৰীতি-নীতি, জীৱন ধাৰণৰ প্ৰণালীৰ পৰিৱৰ্তন-পৰিবৰ্দ্ধন হৈ থকাটো স্বাভাৱিক। ঐতিহাসিক যুগৰ পৰা বৰপেটা প্ৰাগজ্যোতিষপুৰ বা কামৰূপৰ অধীনত থকা জনা যায়। মহাপুৰুষদ্বয়ৰ আগমনৰ আগৰপৰা বৰপেটা তাঁতীকুছিৰূপে জনা যায়। বাৰাদিৰ চৌকীয়া মাজীয়ে বৰপেটাৰ চিনাকি কৰি দিবলৈ গৈ শঙ্কৰদেৱক 'বাউসী' বুলি কৈছিল। বৰপেটাত ব্ৰাহ্মণ, কায়স্থ, কলিতা, কেওঁট, কোচ, কৈৱৰ্ত, কুমাৰ, হীৰা, বৈশ্য, বড়ো, মুছলমান আদিয়েই প্ৰধান। বৰপেটা এসময়ত আছিল উন্নত কৃষি প্ৰধান ঠাই। খেতিৰ আমদানি, মাছ-কাছৰ উভৈনদী, গাখীৰ-দৈৰ অপৰ্যাপ্ত সাধনে বৰপেটাবাসীৰ জীৱন ভোগালী কৰি তুলিছিল। নৈ-জানেৰে পৰিবেষ্টিত বৰপেটাত কৃষি ভিত্তিক নানান ব্যৱয়াস গঢ়ি উঠিছিল আৰু স্বচ্ছন্দ জীৱন অতিবাহিত কৰাৰ কাৰণে অতি মনোৰম ঠাই বুলি অভিহিত হৈছিল। ফলত চোৰ-ডকাইতি, ঠগ-প্ৰৱঞ্চনা, মিছা-বেশ্যাৰ পৰা বৰপেটা মুক্ত হৈ আছিল। বৰপেটাৰ দাঁতিৰ লেহিডঙৰাৰ দৰে গাঁৱো সংস্কৃত আছিল ; ডাকৰ বচন অনুসৰি—'লেহিৰ তিৰী পঞ্চৰাগ বুজে।' সুসাহিত্যিক তিলক দাসে 'বৰপেটাৰ সমাজ-ব্যৱস্থাৰ ঐতিহ্য' শীৰ্ষক এক প্ৰবন্ধত উল্লেখ কৰিছে—'তেতিয়া বৰপেটা নামৰ উৎপত্তি নহ'লেও, ইয়াৰ ছয় মাইল দক্ষিণ-পশ্চিমে থকা ডউৰা বৃহৎ গাঁও আছিল আৰু সেই ডউৰাৰ কেবাটাও পাৰা, চুবা বা হাটী আছিল, যেনে—লেহি-ডউৰা, পান-ডউৰা, হাবি-ডউৰা ইত্যাদি। শাস্ত্ৰীয় সংগীতৰ চৰ্চা সেই সময়ত তাত বিশেষভাৱে আছিল আৰু সেই সংগীতৰ প্ৰভাৱ বাঘবৰ, বৰনগৰ, বাউসী আদি ঠাইত বিস্তৃতি লাভ কৰিছিল।' দূৰ অতীতৰ কথা নকলোৱেইবা, ১৮৫১ খৃঃত বৰপেটা

আৰু বৰপেটা সত্ৰ দৰ্শন কৰা কামৰূপৰ দায়িত্ববাহী অসমৰ ৰাজনৈতিক সহ-আয়ুক্ত কেপ্টেইন ই. টি. ডেল্টনে সগৌৰৱে বৰপেটাবাসীৰ বিষয়ে এইদৰে লিখিছিল ঃ

> বৰপেটাৰ অধিক সংখ্যক লোক ব্যৱসায়ী আৰু খেতিয়ক, কৃষিজাত সামগ্ৰী, মাটিৰ বাচন-বৰ্তন আদিৰে ভৰা তেওঁলোকৰ নাওবোৰ অসমৰ সকলো চুক-কোণৰ উপৰিও ভাটিৰ ফালৰ চিৰাগঞ্জলৈ দেখা পোৱা যায়। শিক্ষাৰ ক্ষেত্ৰত মই মোৰ অভিজ্ঞতাৰ আধাৰত ক'ব পাৰো যে তেওঁলোকৰ অধিক সংখ্যকে আন অসমীয়াসকলৰ তুলনাত লিখিব-পঢ়িব জানে। উঠি অহা সকলো নৱ-প্ৰজন্মই লিখা-পঢ়া জানে।

(বৰপেটা সত্ৰৰ ইতিবৃত্ত)

১৮৯৭ চনত হোৱা বৰ ভুঁইকঁপৰ ফলত বৰপেটাৰ বাৰুকৈয়ে হানি হয় আৰু ই তললৈ বহি যায়। ইয়াৰ ফলত বৰপেটা বানাক্ৰান্ত হৈ পৰে। তথাপি বৰপেটাৰ সামাজিক জীৱন অবদমিত হোৱা নাছিল যোৱা শতিকাৰ আগভাগলৈ। ১৯০৬ চনত বৰপেটালৈ কলিকতাৰ পৰা মহকুমাধিপতি হৈ অহা গিৰীশ চন্দ্ৰ নাগে নিজৰ আত্মজীৱনী 'ডেপুটীৰ জীৱন'ত লিখিছে যে সেই সময়ত বৰপেটাৰ অধিবাসী দহ হেজাৰৰ অলপ বেছি আছিল। তেওঁ বৰপেটাৰ বিষয়ে লিখিছে ঃ

> ফৌজদাৰী মোকৰ্দমাৰ সংখ্যা কম। গুৰুতৰ অপৰাধী যেনে হত্যা, ডকাইতি, কটাকটি-মৰামৰি অত্যন্ত কম। অধিবাসীসকল সত্যবাদী আৰু শান্তিপ্ৰিয়। ধনীও নহয়, দৰিদ্ৰও নহয়। এজন বৃদ্ধ উকীলে মোক কৈছিল, 'মোৰ দেশত আকালো নাই ভৰাঁলো নাই' অৰ্থাৎ দুৰ্ভিক্ষও নাই ঐশ্বৰ্যও নাই।

(ডেপুটীৰ জীৱন ঃ বৰপেটা প্ৰসঙ্গ)

বৰপেটাৰ সেই সোণালী সুদিন আজি নাই যদিও বৰপেটাই নিজৰ ঐতিহ্য ধৰি ৰাখিব জানে। এই আলোচনাত কেৱল বৰপেটাৰ নিজস্ব জীৱন-ধাৰাৰ ওপৰত ৰেখাপাত কৰাৰ প্ৰয়াস কৰা হৈছে—মিশ্ৰিত সংস্কৃতিৰ পৰা একাষৰীয়া হৈ।

## সামাজিক সংস্কাৰ

ভাৰতীয় ধৰ্মশাস্ত্ৰত ষোল সংস্কাৰৰ বিধান আছে। সেই সংস্কাৰবোৰ হ'ল—(১) গৰ্ভাধান, (২) পুংসবন, (৩) সীমন্তোনয়ন, (৪) জাত কৰ্ম, (৫) নামকৰণ, (৬) নিষ্ক্ৰমণ, (৭) অন্নপ্ৰাশন, (৮) চূড়াকৰণ, (৯) কৰ্ণবেধন, (১০) উপনয়ন, (১১) বেদাৰম্ভ (১২) কেশাৰ্চ্ছন (১৩) সমাবৰ্তন, (১৪) বিবাহ, (১৫) আৱসশ্যাধান আৰু (১৬) মৃত্যু সংস্কাৰ। প্ৰথম পোন্ধৰটা জীৱন কালত আৰু ষষ্ঠদশ সংস্কাৰ মৃত্যুৰ পিছত অনুষ্ঠিত হয়। বৰ্তমান ইয়াৰ

অধিকাংশ সংস্কাৰৰ বিলুপ্তি সাধন হৈছে। পৰম্পৰাগতভাৱে কেইটামানহে প্ৰচলিত হৈ আছে।

**জন্ম ঃ** বিবাহৰ দ্বাৰা নৰ-নাৰীৰ মিলন হোৱাৰ পিছত নাৰী গৰ্ভৱতী হোৱাৰ পৰা বিভিন্ন সাংস্কাৰিক অনুষ্ঠানবোৰ সম্পন্ন হয়। তদনুসৰি তিনিমাহত গৰ্ভাধান, পাঁচ মাহত পঞ্চামৃত, ন মাহত জেউৰা দিয়া ; ব্ৰাহ্মণ সমাজত আঠ মাহত পুহন বিয়া আদি প্ৰধান।

নাৰীৰ কাৰণে মাতৃত্ব লাভ গৌৰৱৰ বিষয়। প্ৰথম সন্তান সম্ভৱা নাৰীৰ প্ৰতি পৰিয়ালৰ আদৰ-যত্ন বাঢ়িবলৈ ধৰে। গৰ্ভস্থ সন্তান যাতে স্বাস্থ্যৱান হয় তাৰ বাবে বিভিন্ন বিধি-বিধানৰ মাজেৰে কিছুমান সামাজিক সংস্কাৰ পালন কৰা হয়। সাধাৰণতে বিশ্বাস কৰা হয় সন্তানে পিতৃৰপৰা লাভ কৰে—অস্থি, স্নায়ু, মজ্জা আৰু মাতৃৰ পৰা লাভ কৰে—ত্বক, ৰুধীৰ আৰু মাংস। অৰ্থাৎ পিতৃ-মাতৃৰ শৰীৰ অংশেৰে গঢ় লৈ সন্তান মাতৃ গৰ্ভৰ জৰায়ুত লালিত-পালিত হয়। পুংসবনৰ সময়ত অৰ্থাৎ পাঁচ মাহত গৰ্ভৱতী নাৰীক ঘিউ, মৌ, এৱাঁ গাখীৰ, দৈ আৰু চেনিৰ মিশ্ৰণেৰে কৰা পঞ্চামৃত খুওৱা হয়। ইয়াৰ বাবে দাঁতি-কাষৰৰ পাঁচ গৰাকী তিৰোতাক নিমন্ত্ৰণ কৰি আনি উৰুলি-জোকাৰৰ মাজেৰে গৰ্ভৱতী নাৰীক পঞ্চামৃত খুওৱা হয়। এই সংস্কাৰ পালন কৰাৰ সময়ত নতুন কাপোৰ দিয়া হয় ; ইয়াক কথিত ভাষাত 'পাঁচ মেইহা জেউৰা' বুলি কোৱা হয়। সাধাৰণতে আঠমহীয়া তিৰোতাই সন্তানৰ মঙ্গলৰ কাৰণে আঠমহীয়া হোৱা অৱস্থাত সহবাস কৰা উচিত নহয়। সেয়ে সীমন্তোনয়নৰ সংস্কাৰৰ মাজেৰে এনে নীতি-নিৰ্দেশনা দিয়া হয়। সেইবাবে এই মাহটো গৰ্ভৱতী নাৰী মাকৰ ঘৰত থাকে। ব্ৰাহ্মণ সমাজত আঠমহীয়া গৰ্ভৱতী নাৰীৰ ক্ষেত্ৰত 'পুহন বিয়া'ৰ প্ৰচলন আছে। পুহন বিয়াৰ সময়ত উপবাসে থাকি পতি-পত্নীয়ে বটবৃক্ষক পূজা কৰে আৰু বটমঞ্জৰী গ্ৰহণ কৰি সন্তানৰ উজ্জ্বল ভৱিষ্যতৰ কামনা কৰা হয়। ইয়াৰ পিছত হোমাদি কৰা হয়। এই অনুষ্ঠানৰ যোগেদি সন্তান জন্ম নিদিয়া পৰ্যন্ত মাতৃয়ে যাতে কুভাৱ-চিন্তা পৰিহাৰ কৰে তাৰ কাৰণে উপদেশ দিয়া হয়। ন মাহত জেউৰা দিয়া হয়, অৱশ্যে কেতিয়াবা সাত মাহতো এই অনুষ্ঠান কৰা হয়। ইয়াক সাধ-ভক্ষণ বুলিও কোৱা হয়। এই অনুষ্ঠানত পঞ্চামৃত, পৰমান্ন আৰু সুস্বাদু আহাৰ গৰ্ভৱতী নাৰীক খাবলৈ দিয়া হয় ; তেওঁ খাব খোজা বস্তু খুওৱা হয় ; ন কাপোৰ দিয়া হয়।

পূৰ্বতে কম বয়সত ছোৱালীৰ বিয়া হৈছিল আৰু প্ৰজনন ক্ষমতা সেই সময়ত অধিক হোৱা কাৰণে ঘৰতে সবল সুস্থ শিশুৰ জন্ম দিবলৈ সমৰ্থ হৈছিল। আজিকালিৰ দৰে ডাক্তৰী চিকিৎসা-দৰবৰ কোনো ব্যৱস্থা নাছিল। অৱশ্যে প্ৰসব সুকলমে কৰোৱাৰ কাৰণে কিছুমান পাৰ্গত তিৰোতাক ধাইৰ দায়িত্ব দিয়া হৈছিল। এনে তিৰোতাক 'আশ্ৰেণী' বা 'ওজেনী বুলি কোৱা হৈছিল। ঘৰৰ গৃহস্থ এনে তিৰোতাৰ অভিজ্ঞতা আৰু কৰ্ম-পটুতাৰ কাৰণে নিশ্চিত হৈছিল। সন্তান জন্মৰ সময়ত গৰ্ভৱতী তিৰোতাৰ গাৰ কবচ-মাদুলি আদি

আঁতৰ কৰোৱা, কঁকাল-পেটত মিঠাতেল মালিচ কৰা, কেচুঁৱাৰ জন্মৰ পিছত কেঁচুৱাক কল পাতত শুৱাই জোকাৰ দিয়া, কুহুমীয়া পানীৰে কেচুঁৱাক গা ধুৱাই মুখৰ বিজল উলিওৱা, কেচুঁৱাৰ মুখত জ্বলা মৌ দিয়া, গৰ্ভৱতীৰ ফুল আৰু লেতেৰা কাপোৰবোৰ গাত খান্দি পুতি পেলোৱা সমস্ত কাম এনে তিৰোতাই কৰিছিল। সন্তানৰ জন্মৰ পিছত প্ৰসূতিক ৰঙা চাহ খাবলৈ দিয়া, ঘৰৰ দুৱাৰ মুখত জেং আঁৰি দিয়া, প্ৰসূতিৰ কোঠাত একুৰা তুঁহৰ জুই জ্বলাই ৰখা, অপদেৱী-দেৱতাৰ পৰা হাত সাৰি থাকিবলৈ প্ৰসূতিৰ বিচনাত লোৰ দা বা কটাৰী ৰখা, গৰম ইটাত তেল সনা কল-পাতৰ ওপৰত বহি প্ৰসূতিয়ে নিজৰ যত্ন লোৱা, কেঁচুৱাক তেল মালিচ কৰা, কেঁচুৱাৰ কাপোৰ-কানি জুইত সেকা, নিজৰ হাত-ভৰি সেকা, কেঁচুৱাক কোলাত লৈ ভাত খোৱা, কেঁচুৱাৰ পিঠা নালাগিবৰ কাৰণে মাকে ভাত খাই ধোৱা হাতেৰে কেঁচুৱাৰ মূৰৰ পৰা ভৰিলৈ মোহাৰি দিয়া নানান লোকাচাৰ প্ৰসূতি-গৃহত পালন কৰা হয়। পাঁচ দিনলৈ প্ৰসূতিয়ে প্ৰসূতি-গৃহৰ ভিতৰত কটায়।

**নামকৰণ ঃ** সন্তান জন্মৰ পঞ্চম দিনা প্ৰসূতিয়ে গা-পা ধুই চাফ হয় আৰু কেঁচুৱাকো নোৱাই-ধুৱাই চাফ কৰা হয়। ইয়াক 'পাঁচ দিন খেদোৱা' বুলি কোৱা হয়। কেঁচুৱাক ধুৱাই ভাল কাপোৰেৰে মেৰুৱাই মাকৰ কোচত দিয়া হয়। তেতিয়া মোমায়েকে কেচুঁৱাৰ মুখত মৌ দিয়ে, ক'ৰবাত-ক'ৰবাত মৌৰ লগত ৰসগোল্লা-সন্দেশৰ অকণ-অকণ টুকুৰাও মিহলাই দিয়া হয়। কেঁচুৱাক মৌ মুখত দিয়া সময়ত উৰুলি দিয়া হয়। সেই সময়ত মাকক এমুঠি শুকান চাউল চোবাবলৈ দিয়া হয়। ইয়াৰ পিছত মাকে পানী পচাত (ঘৰৰ অচিনাত) মুখৰ পৰা থু মাটিত পেলাই বাওঁ ভৰিৰ কেঞা আঙুলিৰে মিহলাই সোঁহাতৰ অনামিকাৰে কেঁচুৱাৰ কপালত ফোঁট দিয়ে যাতে লোকৰ নজৰ নালাগে। কেঁচুৱাক মাকে পূবমুৱা কৰি সূৰ্য দৰ্শন কৰায় যাতে সন্তান সূৰ্যৰ দৰে প্ৰদীপ্তময় হয়, আয়ুস বাঢ়ে। ইয়াক নিষ্ক্ৰমণ বুলি কোৱা হয়। পাঁচদিনত প্ৰথম শুচি হোৱা কাৰ্যৰ শ্ৰীকৃষ্ণৰ জন্মৰ পঁচতি উৎসৱৰ লগত সাদৃশ্য আছে। অৱশ্যে অশৌচ তিনিবাৰ খেদোৱা হয়—পাঁচ দিনৰ দিনা, এঘাৰ দিনৰ দিনা আৰু মাহ দিনৰ দিনা। এই তিনিওটা অশৌচৰ সময়ত তিনিটা সূৰ্য অৰ্ঘ্য দিয়া হয়। পাঁচ দিনৰ দিনা ওজা মাতি কেঁচুৱা-মাকক কচ্-মাদলি দিয়া হয়, সৰিয়হ জাৰি কোঠালীৰ চাৰিওফালে ছতিওৱা হয়।

অশৌচৰ পঞ্চম দিনা নামকৰণ বা গণনি কৰা হয়। গণকক শিশু জন্মৰ সময়ৰ কিছু বৃত্তান্ত দিব লাগে, যেনে—জন্মৰ সময়ত কেঁচুৱাটো কোন পিনে মূৰ কৰি পৰিল, কেঁচুৱাৰ গাত নাড়ীৰ পাক কেনেদৰে আছিল, প্ৰসূতিৰ গাত কিমানখন কাপোৰ আছিল, লগত কোন কোন আছিল, কি কি পাত্ৰ আৰু অস্ত্ৰ ব্যৱহাৰ কৰিছিল ইত্যাদি। ই শিশুৰ সঠিক ভৱিষ্যত গণনা কৰাত সহায়ক বুলি বিশ্বাস। গণকক এটা ভাল সিধা দিয়া হয়। এই সিধাত

থাকে চাউল, দাইল, নিমখ, হালধী, আলু আৰু পয়চা হিচাপে এটা সিকি।

গণনিৰ কাম সম্পাদন কৰাৰ কাৰণে এখন নতুন ফলি আৰু মাটিৰ পেঞ্চিল দিয়া হয়। লগতে দুযোৰ তামোল-পাণ, এটা নাৰিকল আৰু এক আশি পকা কল দিব লাগে। মণ্ডল পতাৰ কাৰণে পিঠাগুৰি, ঘট, আমৰ সৰু ঠানি এটি, জ্বলা মাটিৰ চাকি, সেন্দূৰ অলপমান দিব লাগে। গণকে ফলিত চক্ৰ আঁকি জাতকৰ ৰাশি গণনা কৰে আৰু তদনুসৰি জাতকৰ প্ৰকাশ্য আৰু গুপ্ত নাম ৰখা হয়। গণনাৰ কাম শেষ হ'লে গণকে অলপ আল চাউল আৰু দুবৰি ফলিখনত দি শুভ-শুভ বুলি কৈ মাকৰ কোচত থকা কেঁচুৱাৰ গাৰৈ ছটিয়াই দিয়ে। সেইদিনা তামোল-পাণ, ফল-মূল, গোন্ধ তেল, টকা বিলাব লাগে। সাধাৰণতে বিশ্বাস যে জাতকৰ ছয়দিনৰ দিনা বিধাতাই ভাগ্যৰ ফল লিখে। সেইকাৰণে সেইদিনা জাতকে শোৱা বিচনাৰ মূৰৰ ফালে এখাৰৈ ধান, ধানৰ ওপৰত এখন ফলি, ফলিৰ ওপৰত অলপ মাটি, অলপ সোণ-ৰূপ, নগদ দুটা টকা, মাটিৰ পেঞ্চিল এডাল থোৱা নিয়ম। লগতে এটা কলহত পানী ভৰাই আমডালি আৰু এটা নাৰিকল থৈ চাকি এটা জ্বলাই ৰখা হয়। সেইদিনা নিশা পিতাকে খৰ্গহস্তে উজাগৰে কটাব লাগে যাতে কোনো অপ-দেৱতাৰ পৰা সন্তানৰ কোনো ধৰণৰ অনিষ্ট নহয়। ইয়াক 'ছয়দিনীয়া ৰখা' বুলি কোৱা হয়। সিদিনাখন মাহ-প্ৰসাদ বিতৰণ কৰা হয়। প্ৰথম সন্তান ল'ৰা হ'লে মাছ বিলোৱা হয়, মাছৰ লগত অলপ নিমখ, হালধী আৰু জ্বলা দিয়া হয়।

**অশৌজ খেদোৱা ঃ** মাহ দিনৰ মূৰত অশৌজ খেদোৱা হয়। ইয়াক 'মাহেকীয়া আশুজ খেদোৱা' বুলিও কোৱা হয়। সিদিনা কেঁচুৱা আৰু মাকক ধুৱাই নিকা কৰা হয়। পৰিয়ালৰ আন আনবোৰেও গা ধুই শুচি হয়। পৰিয়ালৰ কাপোৰ-কানি, ৰন্ধনৰ বাচন-বৰ্তন ধোৱা হয়। এইবোৰ কাম শেষ হ'লে গোবৰ-মাটি গুলি গোটেই চৌহদত ছটিয়াই শুচি কৰা হয়, যাৰ ফলত ৰোগৰ জীৱাণুবোৰ ধ্বংস হয়। ৰাতি ঘৰত নাম-কীৰ্তন কৰি চাহ-জলপানেৰে অভ্যাগতসকলক আপ্যায়ন কৰা হয়।

অশৌচৰ পিছত এদিনাখন কেচুঁৱাক কীৰ্তনঘৰলৈ নি তেল-নিমখ দি সেৱা জনোৱা হয়। আইসকলে কেঁচুৱাটোক আশীৰ্বাদ দিয়ে আৰু বুঢ়াভকতে ঘাই বন্তিৰ কাজলেৰে ফোঁট দিয়ে। ইয়াৰ দ্বাৰা কেঁচুৱাৰ ভৱিষ্যত মঙ্গলৰ কাৰণে আশীৰ্বাদ বিচৰা হয়।

**লুথুৰী উৎসৱ ঃ** জাতকে দুমাহলৈ মাকৰ গাখীৰ খায়। দুমাহ ভৰি তিনি মাহ আৰম্ভ হোৱাৰ লগে লগে ঘৰত সৰু-সুৰাকৈ লুথুৰী উৎসৱ পতা হয়। ইয়াত ওচৰ-চুবুৰীয়া তিৰোতাসকলে ভাগ লয়। এটা ভাল দিন-বাৰ চাই এই আয়োজন কৰা হয়। ইয়াৰ কাৰণে পিঠাগুড়ি অলপমান ভাজি পানী, চেনি আৰু অলপ গাখীৰ মিহলাই সিজাই এটা নতুন বাটিত লুথুৰীখিনি লৈ নতুন চামোচেৰে মোমায়েকে কেচুঁৱাক হাতত টকা দি অকণ অকণকৈ তিনিবাৰ খুৱায়। ইয়াৰ কাৰণে ডাঙ পীৰা এখনত নতুন কাপোৰ পাৰি গাৰু

এটা দি শুৱাই লোৱা হয়। কেঁচুৱাৰ মূৰৰ ফালে এগছি চাকি জ্বলোৱা হয়। লুথুৰী খুওৱাৰ সময়ত আয়তীসকলে উৰুলি দিয়ে।

**অন্নপ্ৰাশন ঃ** জাতকৰ ন মাহ ন দিন হোৱাৰ পিছত ভাল দিন-বাৰ চাই অন্নপ্ৰাশন বা ভাত মুখত দিয়া অনুষ্ঠান পতা হয়। ল'ৰা হ'লে বেযোৰ আৰু ছোৱালীৰ ক্ষেত্ৰত যোৰ মাহত অন্নপ্ৰাশন পতা হয়। প্ৰথম সন্তানৰ ক্ষেত্ৰত অৱস্থা অনুসৰি পৰিয়ালে 'ভাত চুৱেনি' পাতে। নতুন কাঁহৰ বাচনত, মায়ং বা বানকাঁহীত ভাত দিয়া হয় আৰু বানবাটিত আঞ্জা দিয়া হয়। সিদিনা পাঁচৰ পৰা সাতখনলৈ ব্যঞ্জন ৰন্ধাৰ উপৰিও পায়স, বৰা চাউলৰ ক্ষীৰ পিঠা, তিল পিঠা, সন্দেশ, জিলাপী, তিলৰ বৰ ভাজা আদি কাঁহীত সজাই দিয়া হয়। বাটি এটাত আল চাউলৰ সান্দহ-গাখীৰৰ সৈতে কল-চেনি দি দিয়া হয়। নতুন ঘটিত পানী দিয়া হয়। ল'ৰাৰ ক্ষেত্ৰত আনাকাটা ব্যৱহাৰ কৰা হয় আৰু ছোৱালীৰ কাৰণে সৰু শাৰী ৰুই দিয়া হয়। জাতকৰ বিভিন্ন প্ৰসাধন সামগ্ৰী মোমায়েকহঁতৰ ঘৰৰপৰা দিয়া হয়। মোমায়েকে কেঁচুৱাটোৰ হাতত টকা দি ভগৱানৰ নাম উচ্চাৰণ কৰি প্ৰথম গৰাহ ভাত মুখত সুমুৱাই দিয়ে। প্ৰতিখন ব্যঞ্জনৰ অলপ অলপকৈ মুখত দিয়ে। ভাগিনীয়েকক খুৱাই দিয়া ভাতৰ সাজটো মোমায়েকে খায়। প্ৰথম সন্তানৰ ক্ষেত্ৰত কৰা জাকজমকতা পিছৰ সন্তানৰ ক্ষেত্ৰত কৰা নহয় যদিও আনুষ্ঠানিক নিয়মটো পালন কৰা হয়।

**চূড়াকৰণ ঃ** ল'ৰা সন্তানৰ জন্মৰ পৰা চুলিকোছা ৰাখি থোৱা হয়। ইয়াক এবছৰৰ পৰা তিনি বছৰৰ ভিতৰত পালন কৰি বালকৰ চুলি খুৰোৱা হয়। ব্ৰাহ্মণৰ সন্তানৰ ক্ষেত্ৰত মাজ মূৰত একোছা চুলি ৰখা হয়। চূড়াকৰণ বা চুলাকৰণৰ আচাৰ-নীতি কেৱল উচ্চ বৰ্ণৰ হিন্দুৰ মাজতহে প্ৰচলিত।

**উপনয়ন ঃ** ব্ৰাহ্মণ সমাজত ল'ৰাৰ ক্ষেত্ৰত উপনয়ন বা লগুণ দিয়া নিয়ম আছে। সাধাৰণতে ৯ বছৰৰ পৰা ১৪ বছৰ ৪ মাহৰ ভিতৰত এই অনুষ্ঠান পতা হয়। ধৰ্মীয় আচাৰৰ মাজেৰে পালন কৰা উপনয়নৰ পিছত ল'ৰাক গায়ত্ৰী মন্ত্ৰ দিয়া হয় আৰু নিয়মানুসাৰে ভিক্ষা মাগিবলৈ পঠিওৱা হয় যাক প্ৰতীকী ৰূপত অহঙ্কাৰ মৰ্দন কৰা বুলি কোৱা হয়। পূৰ্বতে এই উপনয়ন বা লগুণ দিয়েনিৰ পিছত ল'ৰাই গুৰু গৃহত বেদ অধ্যয়ন কৰিবলৈ গৈছিল। এই অনুষ্ঠান হৈ যোৱাৰ পিছত ন ডাল সূতাযুক্ত লগুণ নিয়মিতভাৱে পিন্ধিব লাগে আৰু গায়ত্ৰী মন্ত্ৰ জপ কৰিব লাগে। ই প্ৰাচীন ব্ৰহ্মচৰ্যাশ্ৰমৰ অন্তৰ্গত।

কায়স্থ সমাজতো উপনয়নৰ দস্তুৰ আছে। ১৬ বছৰ বয়সৰ ভিতৰত উপনয়ন অনুষ্ঠিত কৰি লগুণ বা উত্তৰীয় প্ৰদান কৰা হয়।

**কৰ্ণবেধ ঃ** ছোৱালীৰ ক্ষেত্ৰত তিনি-চাৰি বছৰৰ ভিতৰত কৰ্ণবেধ বা কাণবিন্ধনী অনুষ্ঠান কৰা হয়। পূৰ্বতে অলঙ্কাৰ পিন্ধিবৰ কাৰণে নাক বিন্ধনিও কৰা হৈছিল। সাধাৰণতে কাণবিন্ধনীৰ সময়ত মোমায়েকহঁতৰ ভূমিকা গুৰুত্বপূৰ্ণ হৈ পৰে। কাণত পিন্ধা সোণৰ

গুণা আৰু কাপোৰ মোমায়েকহঁতৰ ঘৰৰ পৰা আহে। নিয়ম হিচাপে সাত টকা আৰু গন্ধোৰ লাৰু দুটা দিব লাগে। কিছু বছৰ আগলৈ ল'ৰাকো কাণ ফুটাই গুণা আদি পিন্ধাই দিয়া হৈছিল। সময়ৰ সোঁতত ইয়াৰ অবলুপ্তি হোৱা দেখা যায়। ডাক্তৰ বা নাৰ্ছে চিকিৎসালয়ত কাণ বিন্ধাই দিয়ে।

**ধুৰেনি বা তোলানী বিয়া ঃ** কিশোৰী অৱস্থাত ছোৱালী পুষ্পিতা হৈ যৌৱনত প্ৰবেশ কৰে। নাৰী জীৱনৰ ই এক মহত্ত্বপূৰ্ণ ক্ষণ। প্ৰথম পুষ্পিতা হোৱাৰ পিছত চন্দ্ৰ-সূৰ্য বা পুৰুষে দেখা নোপাৱাকৈ এটা এন্ধাৰ কোঠালীত তিনিদিন ৰখা হয়. এই কেইদিনত কন্যাকালপ্ৰাপ্ত ছোৱালীজনীয়ে উপবাস পালিব লাগে। তৃতীয় দিনাখন আয়তীসকলৰ দ্বাৰা উৰুলিকৃৎ হৈ কন্যাই এডাল পোতা কলৰ তলত গা ধুই শুচি হয়। শুচি হোৱাৰ পিছতে গণকে গণনা কৰি পুষ্পিতা হোৱাৰ শুভাশুভ ফল সকলোকে শুনায়। আয়োজনত ভাগ লোৱা সকলোকে চাহ-মিঠাইৰে আপ্যায়ন কৰা হয়। সন্তান জন্ম দিব পৰাৰ ক্ষমতা লাভ কৰাৰ প্ৰতীকী স্বৰূপ 'জাপা দিয়া' আৰু 'জাপা অনা' নামৰ লোকাচাৰ এটিও ইয়াৰ লগতে কৰা হয়। তোলনী বিয়াৰ গীত আয়তীসকলে গাই আনন্দ-আহ্লাদ কৰে।

**বৈবাহিক সংস্কাৰ ঃ** বিবাহ নৰ-নাৰীৰ দাম্পত্য জীৱনৰ পবিত্ৰ বান্ধোনস্বৰূপ। ইয়াৰ এক সামাজিক ভূমিকা আছে। বিবাহৰ মাজেৰে সমাজে এক আনন্দ অনুষ্ঠানত ভাগ লয়। বিয়াৰ পূৰ্বৰ পৰা নানান লোকাচাৰ আৰম্ভ হয়, ই বিয়াৰ দিনাখনত আৰু বিয়াৰ পৰৱৰ্তী সময়লৈ চলি থাকে। বিবাহৰ মাজেৰে নৰ-নাৰীয়ে পূৰ্ণতা প্ৰাপ্ত কৰি গাৰ্হস্থ্য জীৱনত প্ৰবেশ কৰে। সেয়ে ই দম্পতি হালৰ কাৰণে মহত্ত্বপূৰ্ণ হোৱাৰ লগে লগে পৰিয়াল আৰু সমাজৰ কাৰণেও গুৰুত্বপূৰ্ণ হৈ পৰে। পৰম্পৰাগতভাৱে বিবাহৰ আচাৰ-অনুষ্ঠান পালন কৰা হয়।

**(ক) খোজা-বঢ়া ঃ** বিবাহৰ ক্ষেত্ৰত মধ্যস্থ ব্যক্তিৰ ভূমিকা মহত্ত্বপূৰ্ণ। পুৰুষে এগৰাকী ৰূপৱতী, গুণৱতী আৰু কামত নিপুণ কইনাক নিজৰ পত্নী ৰূপে পাবলৈ আকাঙ্ক্ষা কৰে। সেইদৰে কইনাইও পতিগৰাকী স্বাস্থ্যৱান, ৰূপৱান, গুণৱান হোৱাৰ উপৰি আৰ্থিক দিশত স্বচ্ছল হোৱাটো বিচাৰে। দৰাৰ মাক-পিতাকে পৰিয়ালৰ আঁতি-গুৰি লৈ সম্বন্ধ কৰাটো বিচাৰে, কাৰণ বিবাহৰ যোগেদি এনে পৰিয়ালৰ সম্বন্ধ স্থায়ী হয়। সেইকাৰণে মাজৰ মানুহে বা আত্মীয়-স্বজনে খোজা-বঢ়াৰ কামবোৰ কৰে। ইয়াৰ পিছত ল'ৰা-ছোৱালী উভয় পক্ষৰে মাক-দেউতাকে ৰাশি-যোৰা চায়। যদি ৰাশি-যোৰা মিলে তেনেহ'লে পিছৰ পদক্ষেপ গ্ৰহণ কৰা হয়। এই পদক্ষেপ অনুসৰি শুভ দিন-বাৰ চাই দৰা ঘৰৰ মাক-দেউতাক আৰু আত্মীয়স্বজনৰ পাঁচজন/সাতজন মান ব্যক্তিৰ দল এটাই কন্যা পক্ষৰ ঘৰলৈ যায়। কন্যা পছন্দ হ'লে দৰা ঘৰেও কন্যাপক্ষৰ মাক-দেউতাক আদিক দৰা ঘৰলৈ নিমন্ত্ৰণ কৰে।

**(খ) খাটাৰ ভাৰ ঃ** বিবাহৰ কাৰণে সকলো কথা অনুকূল হ'লে দৰা পক্ষৰ এটা দলে শুভ দিন-বাৰ চাই এখন ভাৰ লৈ কন্যাৰ ঘৰলৈ আহে। এই ভাৰৰ সামগ্ৰীবোৰ হ'ল— এবেৰীয়া দৈ, মিঠাই, কল, এটেকেলি সৰিয়হ তেল, চাউল, এথোক তামোল আৰু কেইমুঠিমান পাণ। দৰা পক্ষৰ লোকে কন্যা পক্ষৰ লোকৰ লগত দুই ঘৰৰ সুবিধা-অসুবিধা বুজি বিয়াৰ তাৰিখ কৰে আৰু কিদৰে বিবাহ-কাৰ্য সুকলমে সমাধা হয় তাৰ বিষয়ে আলচ কৰি সিদ্ধান্ত গ্ৰহণ কৰে।

**(গ) তেলৰ ভাৰ ঃ** বিয়াৰ দুদিন আগতে জোৰোণ বা তেলৰ ভাৰ দিয়া হয়। দৰা পক্ষৰ লোকে তেলৰ ভাৰত আঢ়ৈ চাউল, দৈ, এৰাঁ-গাখীৰ, তেলৰ টেকেলী, এথোক তামোল, পাণ, এযোৰ নাৰিকল, এটা কল পছলা, এটা পানী লাউ, এটা ডাঙৰ মাছ, এখন ছালনী লৈ প্ৰত্যেকতে সেন্দূৰৰ ফোঁট দি ভাৰ বান্ধি লয়। তদুপৰি কন্যাৰ কাৰণে পাট-মুগাৰ কাপোৰ এযোৰ বা দুযোৰ, গামোচাসহ অন্যান্য কাপোৰ, বিভিন্ন গহণা-গাঁঠৰি, সেন্দূৰ, প্ৰসাধনীয় সামগ্ৰী— গোন্ধ তেল, আৰ্চী, ফণী, পাউডাৰ, চেণ্ট ইত্যাদি লোৱা হয়।

নিয়ম অনুসৰি কন্যা ঘৰে এখন চামিয়ানা দি ঠাইখিনি সাৰি-মচি থয়। দৰাপক্ষৰ লোক উপস্থিত হোৱাৰ লগে লগে কন্যাপক্ষৰ লোকে আদৰ-সাদৰকৈ বহুৱায়, আপ্যায়ন কৰে। কন্যাপক্ষইয়ো কিছু লোকক আমন্ত্ৰণ জনায়। দুয়ো পক্ষৰ লোক বহাৰ পিছত কন্যাক আনাকটা পাৰা আসনত বহিবলৈ দিয়া হয়। এই কাৰ্যৰ সঞ্চালন অভিজ্ঞা আৰু বয়োজ্যেষ্ঠা মহিলাই কৰে। দৰাঘৰীয়া লোকে শৰাইত তামোল-পাণ দি জোৰোণৰ কাৰণে অহা লোকসকলক সন্মান প্ৰদৰ্শন কৰে। তেলৰ ভাৰত নিয়া সামগ্ৰীসমূহ কন্যা পক্ষই গ্ৰহণ কৰে। ইয়াৰ পিছত এগৰাকী বয়োজ্যেষ্ঠা মহিলাৰ নিৰ্দেশত দৰাঘৰীয়া ছোৱালীয়ে (দৰাৰ ভনীয়েক/ভাগিনীয়েক বা কোনো আত্মীয়া) কন্যাৰ মূৰত তেল, কপাল আৰু শিৰত সেন্দূৰ ফোঁট দি মূৰ ফণিয়াই লগত অনা গহণা-গাঁঠৰিবোৰ পিন্ধাই দিয়ে। সেই সময়ত আয়তীসকলে নানান গীত গায় ঃ উৰুলি দি পৰিবেশটো মধুৰ কৰি তোলে। গীতৰ নমুনা ঃ

হনুমান সাগৰ বান্ধা চাউ
সীতাৰে নিমিত্তে আমি
যুদ্ধ দিবা যাউ। হনুমান....

... .... ....

মায়েৰাৰ অলঙ্কাৰ থোৱাহে জানকী
ঐ ৰাম পিতাৰাৰ অলঙ্কাৰ থোৱাহে।
ৰামে দি পঠৈছে বিচিত্ৰ অলঙ্কাৰ
ঐ ৰাম হাত যুৰ কৰি লোৱাহে।....

জোৰণৰ কাম শেষ হোৱাৰ পিছত দৰাপক্ষৰ লোকক চিৰা-দৈ, মিষ্টান্ন আদিৰে

আপ্যায়িত কৰা হয়। তেলৰ ভাৰলৈ অনা নাৰিকল এটা কইনাই লগুণ গাঁঠিৰ কাৰণে বোৱা আনাকাটা কাপোৰেৰে বান্ধি বিয়াৰ দিনত দৰাক আহিবলৈ নিমন্ত্ৰণ জনায়।

**(ঘ) অধিবাস ঃ** বিয়াৰ আগদিনাখনত বিশেষ লোকাচাৰ নাথাকে কাৰণে ইয়াক 'শূইন' (শূন্য) বুলি কোৱা হয়। অধিবাসৰ ৰাতিৰ পৰা দৰা-কন্যা আৰু কন্যাদান কৰোঁতাজনে উপবাসে থাকি ব্ৰত পালন কৰে।

অধিবাসৰ দিনা বিশেষ পদ্ধতিৰে সান্দহ খুন্দাৰ নিয়ম আছে। আৰৈ চাউলৰ সান্দহ খুন্দাৰ আগতে চৌকা, চৰু, কৰচেনী, ঢেকী বা উৰালত তেল-সিন্দূৰৰ ফোঁট দিয়া হয়। তিনিজনী বা পাঁচজনী আয়তীয়ে লগ লাগি দৰা হ'লে পাঁচ খলা আৰু কন্যা হ'লে তিনিখলা সান্দহ গীত আদি গাই খুন্দে। দৰাক নেওতা খাবলৈ যাওঁতে বা কন্যা মাকৰ ঘৰলৈ যোৱাৰ আগমুহূৰ্তত এই সান্দহ খাবলৈ দিয়া হয়। সান্দহ খুন্দা গীতৰ নমুনা ঃ

ৰহিলো সান্দাহ কুটি কুটি
মই ডুলি ভৰালু,
ৰহিলো ডুলিতে ভখুৰী
যাই প্ৰাণেৰ বন্ধুলো
ৰহিলো অভাগিনী মাইৰ
বিয়া নামি নাহে।....

পূৰ্বতে অধিবাসৰ ৰাতি বৈঠকী, ঢুলীয়া, নাটক আদি কৰি ৰাইজক আনন্দ প্ৰদান কৰা হৈছিল। বৰপেটাত ষাঠিৰ দশকলৈ অধিবাসৰ দিনা বৈঠকী কৰা দস্তুৰ আছিল।

**বৈঠকী** হৈছে সংগীতৰ অনুষ্ঠান। বিয়াৰ দিন-বাৰ ঠিক হোৱাৰ পিছতেই বৈঠকীৰ কথা চৰ্চিত হৈ পৰে। তাহানি বৰপেটাত বৈঠকী গোৱা একো একোটা দল আছিল। এই বৈঠকী দলে গীত পৰিবেশন কৰাৰ কাৰণে গৃহস্থৰ পৰা কোনো মাননি নলৈছিল। বৈঠকীৰ গীতবোৰ গায়ক তথা আন গীতিকাৰে ৰচনা কৰিছিল। বৈঠকী দলে ৰভাৰ ঠিক মাজত বহিছিল। গায়ক আৰু বাদ্যযন্ত্ৰীসকলক বেৰি ধৰি বিয়াঘৰৰ আত্মীয়স্বজন বা দাঁতি-কাষৰীয়া বিভিন্ন লোকে গীতৰ আনন্দ উপভোগ কৰিছিল। বৈঠকীৰ গায়কসকলৰ ভিতৰত আজিও ৰাঘৱ দাস, যোগেশ চন্দ্ৰ ভৰালী, কামেশ্বৰ পাঠক, পুৰুষোত্তম দাস, মহানন্দ দাস, গোকুল পাঠক, গোবৰ্দ্ধন দাস আদিৰ নাম বৰপেটাবাসীয়ে সোঁৱৰে। সেইদৰে বাদ্যকাৰসকলৰ ভিতৰত নাৰায়ণ দাস, স্বৰ্গে ওস্তাদ, গোবিন্দ ওস্তাদ, অম্বিকাচৰণ মজুমদাৰ, ফটিক বায়ন, কৃষ্ণবাপু, হৰেন্দ্ৰ ৰায়চৌধুৰী (খণ্টি), ৰামো মেনেজাৰ, গোপী ওস্তাদ, হৰমোহন বণিকা, উপেন দাস, সত্যকৃষ্ণ মিশ্ৰ আদিৰ নাম উল্লেখ কৰিব পাৰি। এই বৈঠকীৰ জৰিয়তে বহুতো শিল্পীয়ে আত্মপ্ৰকাশ কৰিছিল। বৈঠকীৰ পৰম্পৰাই বৰপেটাক গীত-মাতেৰে চহকী কৰিছিল।

কুৰি শতিকাৰ দুই-তিনি দশকলৈকে অধিবাসৰ দিনা হাটীয়াৰ লোকে নাটকো কৰিছিল। সেয়ে বিয়াই সামগ্ৰিকভাৱে সকলোকে আনন্দ প্ৰদান কৰিব পাৰিছিল।

(ঙ) **বিয়াৰ লোকাচাৰ ঃ** বিয়াৰ দিনটো অতি পবিত্ৰ। ৰাতিপুৱা দৈয়ান দিয়াৰ পৰা লোকাচাৰ আৰম্ভ হয়। আয়তীসকলৰ পানী তোলা (দৰা-কইনা উভয়ৰে), ভাগৱত পাঠসহ শ্ৰাদ্ধপিণ্ড প্ৰদান (যিসকলে বৈদিক নিয়ম পালন কৰে) বা নাম-প্ৰসঙ্গ (এই পদ্ধতিৰে যিসকলে কৰে), তেল-চিৰণ, আবেলি আমন্ত্ৰিত অতিথিসকলৰ আপ্যায়ন, দৰা-কইনাক গা ধুওৱা, সুৱাগ জাৰা (উভয়ৰ), দৰা আদৰণি আৰু শুভ-লগ্নত দৰা-কইনাৰ বিয়া।

**পানী তোলা অনুষ্ঠানটো** বিয়াৰ দিনাই সম্পন্ন হয়। দৰা-কইনাক নুৱাবলৈ-ধুৱাবলৈ আয়তীসকলে সমবেত হৈ গীত গাই গাই কোনো নৈত, ৰাজহুৱা পুখুৰী বা নাদত তিনিবাৰ পানী তোলা নিয়ম। সাধাৰণতে দৰা-কইনাৰ মাক বা মাক নাথাকিলে মাতৃস্থানীয়া নিকট আত্মীয়ই আগভাগ লৈ পানীৰ মূল কলহটো লয়। মূল কলহৰ উপৰি তিনিটা টেকেলী, আমডালি দিয়া ঘট এটা এইদৰে ৫ টা বা ৭ টা পাতত তেল-সেন্দূৰ দি এৰাঁ সূতাৰে বান্ধি লৈ দৰা-কন্যাক ধোৱাবলৈ পানী তুলিবলৈ যায়। আয়তীসকলৰ এনে দলৰ আগে আগে বেণ্ড পাৰ্টি যায়। আয়তীসকলে কলহ, টেকেলী, ঘটৰ উপৰি এখন কাঁহী বা চালনীত এগছি চাকি জ্বলাই কাঁহী বা চালনীত এযোৰ তামোল-পাণ, এটা কড়ি নাইবা অলপ পয়চা, এখন আনাকাটা কাপোৰো লয়। মূল কলহ লোৱা মানুহগৰাকীয়ে আগৰাতি উপবাসে থাকে। মূল তিৰোতাগৰাকীয়ে পানী তোলাৰ আগতে তামোল-পাণ এযোৰ দি নাৰদ মুনিক বিয়ালৈ নিমন্ত্ৰণ জনায়। পিছত ঘাট/নৈ/কুৱাঁত পয়চা এটা দি পানীখিনি কিনি লৈ মূল আয়তীগৰাকীয়ে চুৰি-কটাৰীৰে পানীখিনি তিনিবাৰ কাটি লৈ তিনিবাৰ পানী তুলি ভৰায়। আন আয়তীসকলেও সেইদৰে টেকেলী আদিত পানী ভৰায়। পানী তোলাৰ আগতে আয়তীসকলে হাত-মুখ ধুই লয়। পানী তুলিবলৈ যোৱাৰ সময়ত আয়তীসকলে নানান গীত গাই পৰিবেশটো উলাহময় কৰি তোলে ঃ

**যাত্ৰাৰ সময়ত ঃ**

চলোৰে চলো ৰাধিকা
ও যাওঁ যমুনাৰ জলহে।
সণাৰে শিকিয়া জৰী ৰূপৰে বানুকাৰে
কইনাৰ কান্ধত ভাৰ দিয়া চলিছে ৰাধিকাৰে।...

**পানী কটা গীত ঃ**

যমুনা যমুনা ও আই যমুনা
যমুনা আছা ঐ ভৰ

জল এৰি দিয়া আই জল কুবেৰ
মুঠিতে আনিছো কড়ি।....

**পানী অনাৰ সময়ত ঃ**

দুৱাৰ মেলা দুৱাৰ মেলা এ
কাঠৰ হাঙাৰ বাৰী
আনিছু গঙ্গাৰে জল
নিয়া আগবাঢ়ি।
ঠাইখিনি মুচা কাচা এ।
ও জলটুপি থোৱা
কলসীৰে মুখ ঢাকি
জোলা কাপোৰ দিয়া এ।...

আয়তীসকলে পানী লৈ দৰা বা কইনাৰ ঘৰ আহি পোৱাৰ পিছত দৰা বা কইনাক ঘৰৰ অচিনাত পিৰাত আনাকাটা পাৰি পূব মুৱাকৈ বহিবলৈ দি মাননি হিচাপে হাতত টকা-সিকা দি কলহৰ পৰা তিনি চলুকৈ মূৰত পানী দি পিহি দিয়ে। কলহ, টেকেলী, ঘট, চালনী আদি লোৱা আয়তীসকলে এৰাঁ সূতা ৫১ পাক দি হাতে হাতে ধৰি শলিতা বাটি (ল'ৰাৰ ক্ষেত্ৰত ন ডাল, ছোৱালীৰ ক্ষেত্ৰত সাত ডাল) কলহ, টেকেলী, ঘটবোৰ বান্ধি সেইবোৰক সযতনে সংৰক্ষণ কৰে। এখন আনাকাটা কাপোৰেৰে কলহ-ঘটবোৰ ঢাকি থোৱা হয়।

বিয়াঘৰত আঠীয়া কলৰ বাহিৰে আন যিকোনো কল মূৱাৰে তুলি আনি বিশেষভাৱে পোতা হয়। এই কলৰ তলত দৰা বা কইনাক গা ধুওৱা হয়। দুটা খেৰৰ সপ্তিৰ ওপৰত দৰা বা কইনাক ভৰি থবলৈ দিয়া হয়। এনে সময়ত দৰা বা কইনাৰ নিকট আত্মীয়ই নখ কাটি দিয়াৰ পিছত ভিনীয়েক/মোমায়েক বা নিকট আত্মীয়ই দৰা বা কইনাক দাঙি নি কলৰ তলত বহুৱায়। দৰা বা কইনাই নখ কাটোতাজনক মাননি দিয়ে। পানী তুলিবলৈ যোৱা আয়তীসকলে দৰা বা কইনাক গাত মাহ-হালধি-তেল ঘঁহি দি গা ধোৱাই নতুন কাপোৰ পিন্ধায়। এই কাৰ্যত আয়তীসকলে সামৰ্থ অনুসৰি দৰা বা কইনাক বিভিন্ন প্ৰকাৰৰ বস্ত্ৰ প্ৰদান কৰি আশীৰ্বাদ দিয়ে। পানী তুলিবলৈ যোৱা আয়তীসকলক চাহ-জলপান, তামোল-চালিৰে গৃহস্থই আপ্যায়ন কৰে।

বৈদিক নিয়ম পালোঁতাসকলে দুপৰীয়া পিতৃ পুৰুষৰ— পিতৃৰ ফালৰ চাৰি আৰু মাতৃৰ ফালৰ তিনি পুৰুষৰ নামত শ্ৰাদ্ধ কৰে। ইয়াক 'সাত পুৰুষৰ সেৱা' বুলি কোৱা হয়। পূৰ্ব পুৰুষৰ প্ৰতি পিণ্ড সনা সময়ত আয়তীয়ে গায় ঃ

ৰাণ্ডী আইৰ গাখীৰখিনি
থৈছু যতন কৰি
আমাৰ বাপুই পিণ্ড সানে
সাত পুৰুষক লাগি।
দৈ নানা দুগ্ধ সানা
আৰো সানা কল
বাপুৰ নামে তুষ্ট হবো
দেৱতাসকল।....

বিয়াৰ মাঙ্গলিক দিনত দৰা বা কইনাৰ পিতৃয়ে পূৰ্বপুৰুষৰ শ্ৰাদ্ধ কৰি আশীৰ্বাদ লয়। দৰা বা কইনাই সেই সময়ত মাক বা আন সম্বন্ধীয় লোকে বোৱা আনাকাটা কাপোৰ পিন্ধে। কইনাই তেলৰ ভাৰত পোৱা ৰঙা পাৰিৰ শাৰী তেলপাত্নী পিন্ধে। ইয়াৰ আঁৰৰ বিশ্বাস যাতে অপদেৱতাৰ ৰোষৰ পৰা মুক্ত হৈ থাকিব পাৰে। দৰা বা কইনাই মন্ত্ৰপূত কচ বা আলইনা পিন্ধে। তদুপৰি উভয়ে হাতত এখন সৰু আইনা আৰু ছুৰী-কটাৰী লৈ থাকে যাতে কোনো অপশক্তিয়ে অনিষ্ট কৰিব নোৱাৰে। বৈদিক ৰীতি নমনা গৃহস্থই দুপৰীয়া সময়খিনিত নাম-প্ৰসঙ্গৰ আয়োজন কৰে।

বৈদিক নিয়মেৰে শ্ৰাদ্ধ কৰিলে **'তেল চেইৰ'** বা **তেল চিৰণ** কৰিব লাগে। ইয়াৰ কাৰণে প্ৰয়োজনীয় সামগ্ৰীবোৰ হ'ল— হোমদণ্ডৰ কাজল, এটা বাটিত তেল, দুবৰি বন, এটা সাজত সেন্দূৰ, এটা শিল (টিক), এটা আঙঠি আৰু এটা ধানৰ সীহ বা থোক। দৰা বা কইনাৰ মূৰত শিলটো, আঙঠিটো, ধানৰ থোক আৰু দুবৰি বনৰ কোছাৰে হাতত, কপালত আৰু মূৰত এবাৰকৈ মিঠাতেল দিয়া হয়। দ'ৰাই কাজলৰ ফোঁট আৰু কইনাই কাজ তথা সেন্দূৰৰ উভয় ফোঁট লয়। এই কাৰ্য আত্মীয়ই কৰে। তেল চিৰোৱা ব্যক্তিসকলে দৰা বা কইনাক মাননি দিয়ে ; আৰ্চী দেখুৱাই ফণীৰে মূৰ ফণিয়াই ধূপ আৰু চাকিৰ বা দিয়ে। নিকট আত্মীয়ই সেই সময়ত দৰা বা কইনাক বিশেষ ৰং-তামাছাৰ মাজেৰে আ-অলঙ্কাৰ পিন্ধায়। তেল-চিৰণৰ পিছত দৰা বা কইনাই ঘাইঘৰত প্ৰবেশ কৰিব নোৱাৰে।

**সুৱাগজাৰা** বা **সুৱাগুৰি** তোলা প্ৰথম বিয়াৰ কাৰণে অপৰিহাৰ্য। দৰাচলতে দৰা অহাৰ সময়ত সুৱাগুৰি তোলা হয় যদিও বিভিন্ন আহুকালৰ প্ৰতি লক্ষ্য ৰাখি সন্ধিয়াৰ আগে আগে এই লোকাচাৰ সম্পন্ন কৰা হয়। দৰা-কইনাক নোওৱা আয়তীসকলেই এই লোকাচাৰ পালন কৰে। পানী তুলিবলৈ যোৱাৰ বিপৰীত ফালে সুৱাগ জাৰিবলৈ যায়। তেনে ঠাইৰ কোনো জলাশয়/কুঁৱাৰ পাৰলৈ আয়তীসকলে তামোল-পাণ, ছাতি এৰাঁ সূতা, কোদাল, চালনী বা কাঁহীত জ্বলি থকা চাকি, খৰিকা, গাখীৰ-কল লৈ সুৱাগুৰি তুলিবলৈ যায়। কুঁৱা বা জলাশয়ৰ কাষলৈ গৈ হাত-ভৰি ধোৱে। তামোল-পাণ এযোৰ

কুৰাঁ বা জলাশয়ৰ পাৰত থৈ সেৱা কৰি খৰিকাবোৰ পুতি এৱাঁ সূতা মেৰিয়াই দৌল বান্ধে। সেই সময়ত আয়তীসকলে নানান গীত গায় ঃ

কি এ বহি থাকা হৰি
মনে ৰঙ্গ কৰি
আহো গৈ সুৱাগ তুলিহে।
বহি থাকা চানা বাপু
মাটিৰ মৈলাম চাই
তোমাৰ মায়েৰ সাদ্ধা লাগছে
হাফ্‌লা দিবা যাই।.....

আয়তীসকলে নিজৰ মাজতে বিবাহ-বাৰ্তা লোৱা-লুই কৰে। ইয়াৰ পিছত পিঠাগুৰিৰ চৰিটা লাড়ু চাৰিওফালে আৰু এটা ওপৰৰ ফালে দলিয়াই দিয়ে। ইয়াৰ উপৰি তিনি মুঠি আৰৈ চাউল ওপৰলৈ দলিয়ায়। কোদাল লোৱা আয়তীজনীয়ে আগে আগে কোদালেৰে গাঁত খান্দি গৈ থাকে আৰু পিছে পিছে আহি থকা আয়তীসকলে গাঁতবিলাকত গাখীৰ-কলৰ ভোগ অলপ অলপকৈ পেলাই যায়। কাঁহী বা চালনী লৈ যোৱা আয়তীজনীয়ে বাঢ়নীৰে তাৰে অলপ অলপ তুলি লৈ আহে। এই সময়ত সুৱাগুৰি তোলাৰ লোকাচাৰ গীতত মূৰ্ত হৈ উঠে ঃ

সুৱাগ জাৰিলা আগে
কোদালে খুন্দিলা দৈ কল দিলা, বাঢ়নী তুলিলা আগে।
কাঁহীখন মাথে তুলি লৈলা
(কন্যা বা দৰা) কাষে গৈলা আৰু মাথে তুলি লৈলা
আঙঠি সলকায় দিলা।
সাত পাক ঘূৰি আঙঠি ঘূৰাইলা
মাওৰ হাতে লৈ মুখে জল লৈ
পদূলি কলৰ গুৰিত পেলাব গৈলা।।

সুৱাগুৰি জাৰি মুখত লৈ অহা পানীখিনি পিছত দৰা বা কন্যাঘৰৰ পদূলি মুখত পুতি থোৱা কল পুলি দুটাৰ গুৰিত পেলাই দিয়া হয়।

সুৱাগ জাৰা আয়তীসকলে ৰভাৰ তলত বহি থকা দৰা বা কইনাৰ ওচৰত এই লোকাচাৰৰ কাৰ্য সম্পূৰ্ণ কৰে। ইয়াৰ কাৰণে কাঁহী লোৱা আয়তীজনে চাউল আৰু আঙুঠি এটা কাঁহীখনত লৈ দৰা বা কন্যাৰ চাৰিওফালে সোঁফালৰ পৰা বাওঁফাললৈ তিনি পাক ঘূৰে। ইয়াৰ পিছত দৰা বা কন্যাৰ মূৰৰ ওপৰত ধৰি থকা চাদৰখনত পূবফালৰ পৰা আঙুঠিটো পেলাই চাদৰখন ওলোটাই পশ্চিমফালে থকা তিৰোতাজনীক দিয়ে। পশ্চিমফালৰ তিৰোতাজনীয়ে আঙুঠিটো

চাদৰত পেলাই তিনি পাক ঘূৰি অনুৰূপভাৱে পূবৰ তিৰোতাগৰাকীক দিয়ে। এনেদৰে তিনিবাৰ কৰাৰ লগে লগে সুৱাগুৰিৰ লোকাচাৰ সম্পূৰ্ণ হয়।

পূৰ্বতে দৰাঘৰীয়াই কন্যাঘৰীয়া গৰখীয়াসকলক এখন ভাৰ দিয়াৰ পৰম্পৰা প্ৰচলিত আছিল। ইয়াকে গৰখীয়া ভাৰ বুলি কোৱা হয়। এই ভাৰত দিয়া হয়—চিৰা, এটেকেলী মিঠৈ, এটেকেলী দৈ, এথোক তামোল, পাণ আৰু নামমাত্ৰ অৰিহণা।

আবেলি দৰা বা কইনাঘৰে অভ্যাগত অতিথিসকলক আপ্যায়ন কৰে।

সন্ধিয়াৰ পিছত লগ্ন অনুসৰি দৰাই লগ-সঙ্গৰ লগত আনন্দ মনেৰে কন্যাৰ ঘৰলৈ যাত্ৰা কৰে। সেইদিনা দৰাৰ মৰ্যাদা বিষ্ণুসদৃশ হয়। ইয়াৰ অচিলা লৈ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানে কন্যা ঘৰলৈ যোৱাৰ পথত হেঙাৰ ধৰি অৰিহণা আদায় কৰে।

সম্পূৰ্ণ বিবাহ কাৰ্য—দৰা আদৰণি, দৰা বৰণ, পূজা, হোম-যজ্ঞ, সম্প্ৰদান কৰ্ম, পাণিগ্ৰহণ, লগুণ গাঁঠি, মুখচন্দ্ৰিকা, আখৈ তোলা, সপ্তপদী গমন, উৎসৰ্গা, অভিষেক আহুতি, ৰাইজক সেৱাঁ, আঙুঠি লুকোৱা পৰ্ব আৰু কন্যাঘৰীয়া স্ত্ৰীআচাৰসমূহৰ দ্বাৰা সম্পন্ন হয়।

দৰা আহি কইনাঘৰৰ পদুলিমুখ পোৱাৰ লগে লগে এক উখল-মাখল পৰিবেশৰ সৃষ্টি হয়। কন্যাৰ অভিভাৱকে দৰাক কলৰ তলত নিৰ্দিষ্ট কৰি সজাই থোৱা পীৰাখনত থিয় কৰাই তেওঁক বিষ্ণু বা শিৱস্বৰূপ বুলি মাতি দৰাৰ খুলশালী শ্ৰেণীৰ ছোৱালীৰ দ্বাৰা দৈ-কলৰ ভোগেৰে চৰণ ধুৱাই বৰণ কৰে, অলঙ্কাৰ পিন্ধায়। দৰাক তিনিখন/পাঁচখন বিশেষ কাপোৰ, কাঁহীত জ্বলন্ত ধূপ আৰু চাকিৰ বাৱ দি আদৰণি জনাই ৰভাৰ নিৰ্দিষ্ট ঠাইলৈ অনা হয়। এইখিনি সময়ত আখৈ চাউল ছটিওৱা হয়। দৰা ৰভা-মণ্ডপৰ নিৰ্দিষ্ট আসনত উপস্থিত হোৱাৰ লগে লগে দৰা-কইনা উভয়পক্ষৰ হৰ্ষধ্বনিৰে, শঙ্খধ্বনি আৰু পুৰোহিতৰ বেদ মন্ত্ৰেৰে এক উৰুলিকৃত পৰিবেশ হয় আৰু বিবাহৰ কাৰ্য আৰম্ভ হয়। এই সময়খিনিতে কইনাপক্ষই দৰাযাত্ৰীসকলক বিনীতভাৱে আদৰ-সাদৰ কৰি অভ্যৰ্থনা কৰে।

দৰাৰ আত্মীয়ই তামোল-পাণ দি কইনাক বিয়াত বহিবলৈ আমন্ত্ৰণ জনায়। তামোল-পাণেৰে নিমন্ত্ৰণ নিদিয়ালৈকে কইনা ৰভাতলীলৈ নাহে। আয়তীসকলে গায়ঃ

শিৱ গোঁসাই আহিছে ডম্বৰু বজাইছে
শহুৰৰ পদূলিত কিবা ভিক্ষা মাগিছে।
একোকে মগা নাই হেমৱন্ত ৰজা
মাগিছে আপোনাৰ জীহে।....

পুৰোহিত দুই পক্ষৰে থাকে। কন্যা পক্ষৰ পুৰোহিতে কন্যাৰ অভিভাৱকক বিভিন্ন মন্ত্ৰ মাতি আৰু দৰাপক্ষৰ পুৰোহিতে দৰাক মন্ত্ৰ মাতি আনুষ্ঠানিক কৰ্মসমূহ সম্পাদন কৰে। এই আনুষ্ঠানিক পৰ্ব শেষ হোৱাৰ পিছত হোম-যজ্ঞ কৰে। এই ক্ষেত্ৰত উভয় পুৰোহিত সহায়ক হয়। কন্যা সম্প্ৰদানৰ সময় হ'লে অভিভাৱকে ঘৰৰ ভিতৰৰ পৰা কন্যাক দাঙি

হোমৰ গুৰিলৈ আনি কন্যাৰ কাৰণে নিৰ্দিষ্ট কৰা আসনত বহুৱায়। দৰাই দেখা নোপোৱাকৈ কইনাক এখন ন-চাদৰেৰে আঁৰ কৰি ধৰাৰ নিয়ম। সেই সময়ত কন্যাক গন্ধ-পুষ্পাদিৰে লক্ষীস্বৰূপা দেৱী বুলি বন্দনা কৰা হয়। অগ্নি সাক্ষী কৰি দৰাই পবিত্ৰ যজ্ঞবেদীত কইনাক জীৱনসঙ্গী ৰূপে পাণিগ্ৰহণ কৰে। দৰা-কইনাই উভয়ে মুখচন্দ্ৰ দৰ্শন কৰি সুমধুৰ দাম্পত্য জীৱনৰ কাৰণে শুভ-দৃষ্টি বিনিময় কৰে। বিয়াৰ সময়ত আখৈ-তোলা এক মজাৰ অনুষ্ঠান। এখন কুলাত পূৰ্বতে ৰখা আখৈ দৰাই হোমদণ্ডৰে চাৰি ভাগ কৰিব। দৰা-কইনাই থিয় হৈ কইনাৰ অঞ্জলিবদ্ধ হাত স্পৰ্শ কৰি হোমত আহুতি দিব। সাধাৰণতে কইনাৰ ভায়েকে প্ৰথম ভাগৰ পৰা তৃতীয় ভাগলৈ আখৈ কইনাৰ হাতত দিব আৰু দৰাই কইনাৰ হাতৰ পৰা আখৈ নি হোমত দিব। এই সময়ত উচ্চাৰণ কৰা মন্ত্ৰৰ সাৰাৰ্থ হ'ল যাতে স্বামী দীঘজীৱি হয়, জ্ঞাতি-কুটুম বৃদ্ধি পায়। পতিৰ দ্বাৰা যাতে বিতাৰিত নহৈ পতিৰ ধন-যশ বৃদ্ধিৰ সৈতে মধুৰ দাম্পত্য জীৱন অতিবাহিত কৰিব পাৰে। কন্যা হোমৰ গুৰিলৈ অহাৰ সময়ত আয়তীসকলে গায় ঃ

হোমত পুণ্য দিওঁৰে
ব্ৰহ্মা ৰূপ ধৰি,
বিষ্ণু ৰূপ ধৰি
উঠিছে অগনি কুৰা
দলো দপো কৰি।......

বিবাহৰ দুটি প্ৰধান লোকাচাৰ হ'ল—লগুণ-গাঁঠি মৰা আৰু সপ্তপদী গমন। গায়ত্ৰী মন্ত্ৰৰ দ্বাৰা কন্যাদাতাই দৰা-কইনাৰ হাত ফুলেৰে বান্ধে। তাৰ পিছত কন্যাদানৰ দক্ষিণা উৎসৰ্গা কৰি দৰাৰ হাতত দিয়ে। দৰাই কইনাৰ সোঁ হাতৰ বুঢ়া আঙুলিত ধৰি মন্ত্ৰ পাঠ কৰে—হে কন্যে, বায়ু, সূৰ্য আৰু অগ্নিয়ে মোৰ হৃদয় আৰু তোমাৰ হৃদয় এক কৰি দিয়াত তুমি পিতৃকুল পৰিত্যাগ কৰি মোৰ সৈতে যাবলৈ ওলালা। তুমি সকলো ফালৰপৰা সৌভাগ্যশালিনী হোৱা, জীৱ-জন্তুৰ প্ৰতি মৰমিয়াল হৈ নিৰ্মল মন, অমল ক্ৰান্তিৰ অধিকাৰিণী হোৱা, ৰমন ক্ৰীড়াত কৌতূহলী হৈ সঙ্গ-সুখ লাভ কৰা আৰু বীৰপুত্ৰ প্ৰসৱিনী হৈ আমাৰ পৰিয়াল পৰিজনৰ শ্ৰীবৃদ্ধি কৰা।.... সপ্তপদী গমনৰ সময়ত কইনাৰ পুৰোহিতৰ মন্ত্ৰ ধ্বনিৰ লগে লগে অনাখিলা সাতপাত পাণৰ ওপৰেৰে এখোজ এখোজকৈ খোজ কাঢ়ে। পতিৰ আহ্বানক্ৰমে এখিলা এখিলাকৈ পাতৰ ওপৰেদি সপ্তপদী গমন কৰি কইনাই মুখে মুখে, বিপদে-আপদে স্বামী-স্ত্ৰী উভয়ে উভয়ৰ সহযাত্ৰী হোৱাৰ কামনা ব্যক্ত কৰে। ধ্ৰুৱতৰা দৰ্শনৰ যোগেৰে পতিৰ জীৱনত পত্নীক ধ্ৰুৱতৰাৰ দৰে স্থিৰ হৈ থাকিবলৈ আহ্বান জনোৱা হয়।

দৰা-কইনা উভয় পক্ষৰ আয়তীসকলে গোৱা যোৰা-নাম বা খিচা-গীতৰ সোৱাদেই

*সুকীয়া। এই যোৰা-নামবোৰৰ মাজেৰে নানান ঠাট্টা-মস্কৰা কৰা হয়। ঠাট্টাৰ উত্তৰ ঠাট্টাৰ সুৰতেই আয়তীসকলে দিয়ে। যোৰা-গীতৰ মাজেৰে যেন এক প্ৰতিযোগিতাহে চলে।* ইয়াৰ মাজেৰে আয়তীসকলৰ প্ৰত্যুৎপন্নমতিৰ পৰিচয় পোৱা যায় ঃ

বামুণ আতা দীঘল পেটা
উলটে মাৰা ভূনী হে ৰাম
খাটা খুটা তিৰী আনছা
ঐ ৰাম ভূনী বুবো কুনি হে ৰাম।....

..........

শবদত শুনিলোঁ দৰাঘৰ বৰ ধনী
ঐ ৰাম হাতী হালে বায়হে।
এতিয়া শুনিলোঁ দৰাঘৰ দুখীয়া-
ঐ ৰাম কথা বৰে বৰে কয় হে।।

—

খৰুৱা বেঙেনাৰ জোকা হৰি হৰি
ঐ ৰাম খৰুৱা বেঙেনাৰ জোকা হৰিহে।
হোমৰ গুৰিতে দৰাটো বহিছে
ঐ ৰাম নাকত সেঙুনৰ থোপাহে।।

—

দৰাৰে ভনীয়েক সমাজত বহিছে
ঐ ৰাম ডলা যেন মূৰটো মেলি হে।
সমাজৰ মানুহে দেখি ভয়ে কৰে
ঐ ৰাম যখিনি ওলালহি বুলি হে।।

—

মাৰাৰ ঘৰতে আছিলা আইদেউ
ঐ ৰাম খাই পিঠা গুৰিৰ লাডু।
আমাৰ ৰামচন্দ্ৰত পৰিলা আইদেউ
ঐ ৰাম পিন্ধাব সোণৰে খাৰু।।....

বিবাহৰ বৈদিক কাৰ্য সমাপন হোৱাৰ পিছত চুটি হোমদণ্ডেৰে হোমৰ ভস্ম দৰা-কইনাই গ্ৰহণ কৰে। হোমৰ ধোৱাঁবোৰ আকাশ মাৰ্গলৈ গৈ পুনৰ মেঘ ৰূপে থাকি পৃথিৱীলৈ বৃষ্টি ৰূপে অহাৰ কামনা কৰি কুশ ব্ৰাহ্মণক বিসৰ্জন দিয়া হয়। ভস্মৰ ফোঁট কপালত, গলত, সোঁহাতৰ বাহুমূলত আৰু হৃদয়ত লোৱা হয়। ভাৰ্যাৰ কপালত দৰাই ফোঁট দিয়ে।

দুয়োডাল হোম বাৰিৰে হোমটি পূবলৈ ঠেলি দি পৃথিবী শীতল কৰাৰ উদ্দেশ্যেৰে হোম কৰা ঠাইত এবাঁ গাখীৰ ঢলা হয়। ইয়াৰ পিছত নাৰায়ণক তিনি আঁজলি ফুল দি সূৰ্য আৰু চন্দ্ৰক অৰ্ঘ্য দিয়া হয়।

**কেশান্ত** বা **টিক ধৰাৰ** কাৰণে এডোখৰ শিল, ধানৰ সীহ আৰু পাঁজিৰে দৰা-কইনাৰ চুলি লগ লগাই শান্তি কৰি সোণ-ৰূপ উৎসৰ্গ কৰা হয়। কন্যাৰ সোঁহাত তলত আৰু দৰাৰ সোঁহাত ওপৰত ৰাখি কন্যা আৰু দৰাপক্ষৰ লোকে কাপোৰ, আন দ্ৰব্য, ধন-বিত উছৰ্গা কৰে। টিক ধৰাৰ সময়ত গীত গোৱা হয় ঃ

টিক ধৰা টিক ধৰা ও চিকন কলীয়া
কাচা টাকাই টিক ধৰা অঞ্জলী ভৰিয়া।...

বিবাহৰ অন্তত নৱ-পৰিণীতা পত্নীক লৈ দৰাই সমজুৱাক তামোল-পাণৰ শৰাই আগবঢ়াই আশীৰ্বাদ ভিক্ষা কৰে। ৰাইজেও 'শাখা সেন্দুৰে দিন যাওক বুলি' আশীৰ্বাদ দিয়ে।

ইয়াৰ পিছত দৰা-কইনাক ঘৰৰ ভিতৰলৈ নিয়া হয়। কইনাজনীৰ পিছে পিছে দৰাই যোৱা কাৰণে আয়তীসকলে এইদৰে গীত গাই আমোদ কৰে ঃ

চাউল চাই চালনী ঘূৰে
কৰে সোণামুৱা, কৰে ৰূপামুৱা
তিৰীৰ পাছে পাছে ঘূৰে।....

ঘৰৰ ভিতৰত দৰা-কইনাক বহুৱাই এটা দুণি চাউলেৰে ওপচাই তাৰ মাজত এটা আঙুঠি দিয়া হয়। দৰা-কইনাই চাউলৰ মাজত আঙুঠি লুকোৱা-লুকি খেলে। আঙুঠি উলিয়াব নোৱাৰাজনে পাণ-তামোলেৰে মাতি আঙুঠি উলিয়াই দিবলৈ অনুৰোধ জনায়। দৰাক সহায় কৰিবলৈ দৰা ধৰা লোক আৰু দৰাপক্ষৰ মহিলাসকল ভিতৰলৈ যাব পাৰে। আঙুঠি লুকোৱাৰ সময়ত আয়তীয়ে খিচা-গীত গায় ঃ

অ' মনে বিলাহী, অ' মনে বিলাহী
বাপুৰে আঙঠি মাই উলিয়াই দিলাহি।
অ' মনে শিলিখা, অ' মনে শিলিখা
তাহাৰ বাপু টিলিকা, আমাৰ মাই
ডাঙৰ দীঘল সমাজতে জিলিকা।...

স্ত্ৰী-লোকাচাৰ শেষ হোৱাৰ পিছত দৰাই কইনাঘৰৰ লোকক কাপোৰ আৰু তামোল-পাণেৰে মান ধৰে। ইয়াত দৰাৰ বায়েক-ভনীয়েকে সহায় কৰে।

অনুষ্ঠান সমাপ্তিৰ পিছত ব্ৰত কৰি থকা দৰাক কইনাঘৰে জা-জলপান খাবলৈ দিয়ে যদিও দৰাই সেয়া নাখাই নিজ ঘৰৰ পৰা অনা জলপানহে গ্ৰহণ কৰে। কইনাইও ব্ৰত ভঙ্গ কৰি জা-জলপান গ্ৰহণ কৰে।

কন্যাৰ বিদায় এক হৃদয়-বিদাৰক দৃশ্য। ইমান দিনে আপোন হৈ থকা ঘৰখন, ঘৰৰ মৰমৰ মানুহবোৰক নেওচা দি পতি-গৃহলৈ যাব খোজা মুহূৰ্তত কইনাৰ চকুৰে বাগৰে দুধাৰি চকুলো, মাত-কথাত ফুটি উঠে বিদায়ৰ বেদনা। বিশেষকৈ আয়তীৰ বিদায় গীতে পৰিবেশটি সিক্ত কৰি তোলে ঃ

পাহাৰে পৰ্বতে ভাঙি আহে বেকীৰ পানী
মাই তই যাবলৈ ওলালি
পিতাকে কান্দে ঐ ফেকুৰি ফেকুৰি
আই তই আছিলি, চাহ কৰি দিছিলি...

———

আইঁতৰ গাছৰে ৰাঙী চিলা
আমাৰ মাইকে দুইহৰেত দিলা
নাকান্দিবি মাই তই নোক্‌ৰবি শোক
মাহে পষে দাদে আনিবো তোক।...

———

নাকান্দিবি নাউ মাই গলিত দেখি চাই
পিতেৰ যদি মৰম আছে দিব বগী গাই
বগীও নালগে কলীও নালগে লাগে বাজান গৰু
চাৰবা পাৰে বানবা পাৰে জাউৰে নাইকা সৰু।...

বিদায়ৰ সময়ত কইনাৰ মাক বা কোনো নিকট আত্মীয়াই কাঁহীত জ্বলি থকা চাকি লৈ হাতেৰে বাও দি দৰাক আদৰে আৰু কইনাক বিদায় দিয়ে। সেইকাৰণে দৰাৰ কাৰণে বাহিৰৰ পৰা হাত চাকিৰ ফাললৈ আহে আৰু কইনাৰ ক্ষেত্ৰত চাকিৰ পৰা হাত বাহিৰ ফালে যায়। এইদৰে কইনাঘৰৰ স্ত্ৰী আচাৰসমূহৰ সমাপ্তিত দৰাই কইনা লৈ নিজ ঘৰলৈ ওভতে। কইনাৰ লগত ভনীয়েক বা নিকট আত্মীয় দৰা ঘৰলৈ আহে। কইনাই অহাৰ সময়ত মুঠি মুঠি চাউল পিতৃগৃহলৈ চাই চাই দলিয়াই দলিয়াই বিদায় লয়। ইয়াৰ তাৎপৰ্য হৈছে যে তেওঁৰ বিদায়ৰ কাৰণে যেন গৃহ-লক্ষ্মীয়ে সেই ঘৰ পৰিত্যাগ নকৰে।

**ন কইনাৰ স্বামী গৃহত প্ৰৱেশৰো** কিছু স্ত্ৰী-লোকাচাৰ আছে। বিবাহৰ পিছত দৰা নিজৰ ঘৰলৈ আগতীয়াকৈ আহি পালেও ঘৰ সোমাব নোৱাৰে যেতিয়ালৈকে কইনা আহি নাপায়। কইনা আহি পোৱাৰ লগে লগে পদুলিমুখত পুতি থোৱা কলপুলি দুডালত সজাই থোৱা 'সোৰমালা'ৰ (উলুবনৰ ৰছি বটি সেন্দুৰ সনা আমপাত আৰু মাটিৰ গোলাকাৰ চাকি বান্ধি কৰা এডাল মালা) তলত আহি দুয়ো উপস্থিত হ'লে দৰা-কইনাৰ লগুণ (লগন) গাঁঠি বন্ধা হয়। এই সোৰমালাৰ তলতে দৰাক মাক/খুৰীয়েক/বৌয়েকে দৰা-কইনাক

বৰি নিবলৈ আহে। বৰি নিবলৈ অহা জনে 'দৈ-কমলা'ৰ বাটিৰে সৈতে কাঁহী এখনত জ্বলা চাকি এগছি, আঢ়ৈ চাউল, দুবৰি, পাণ এখিলা লৈ আহে। প্ৰথমতে দৈ-কমলাখিনি কইনাৰ ভৰিত লগায় আৰু তাৰ পিছত পাণখিলাৰে চাকিৰ বাৰ দি চাউল ছটিয়াই দৰা-কইনাক পদুলি মুখৰপৰা ঘৰলৈ আদৰি অনা হয়। পদুলিৰ পৰা ঘৰলৈ অহা পথত এখন দীঘলীয়া কাপোৰ মাটিত পাৰি থোৱা হয়। এই কাপোৰৰ ওপৰত কাঁহৰ ঘটি এটা থৈ চৰিয়া এটাৰে উবুৰিয়াই থয়। কইনাই চৰিয়াটো ভৰিৰে লুটিয়াই আনি ঘৰৰ সমুখত থৈ দিয়ে। ইয়াৰ তাৎপৰ্য হৈছে যে এখন ঘৰৰপৰা আন এখন ঘৰলৈ অহা ন-কইনাজনীয়ে পৈত্ৰিক সা-সম্পত্তি লৈ লখিমীস্বৰূপে পতিগৃহত প্ৰবেশ কৰক। তাৰ পিছত পিৰালিত মাটিৰ চাকি এটা তিয়াই উবুৰি কৰি থোৱা অৱস্থাত কইনাই চাকিটো ভৰিৰে গচকি ভাঙিব লাগে। চাকি ভঙাৰ অৰ্থ হ'ল যে চাকিৰ টুকুৰা যিমান হ'ব সিমান সন্তানৰ তেওঁ মাতৃ হ'ব। চাকিৰ ভঙা টুকুৰাকেইটা চালিত দলিয়াই দিয়ে। সেই সময়ত দৰা-কইনাক জোকাই আয়তীসকলে গীত গায়ঃ

একলাই গৈইছিলি বাপু
দুকলাই আহিলি,
কাৰেনো বুকোৰ বাছা
কাঢ়িও আনিলি।
কাঢ়ি নানো ধুহি নানো
নামাতিলো লাজে,
আপুনি বহিছে আহি
সমাজৰে মাজে।

ইয়াৰ পিছত হৈছে **আগ দিয়া পৰ্ব**। দৰা-কইনা ধৰিবলৈ নিয়া কাঁহীখন, চাকিগছ, পাচোঁটি আম পাতেৰে সৈতে দৰাৰ মাক বা বৌৱেকে পূৰ্বে পিঠাগুৰিৰে সজোৱা মণ্ডলত থৈ আগ দিয়ে। বিয়াৰ তিনিদিন আগতে পাতি থোৱা দুণিৰ চাউল ছটিয়াই চাকিৰ বাৰ দিয়ে আৰু দৰা-কইনাৰ গালৈ পানী ছটিয়ায়। সেই সময়ত আয়তীসকলে গায়ঃ

দুণিৰ চাউল আগ দেই গিৰস্থৰে ভাল
দুখী নহে কাঙাল নহে হাতী জমিদাৰ।
আগে দিবা দুণিৰ চাউল পাচে দিবা পানী
ঘিউৰ চাকিৰ বাৰ দিবা হাত টানি টানি।.....

আগ দিয়া হোৱাৰ পিছত এখৰাহী চাউল আনি দৰাৰ আগত দি তাত হাতৰ আঙুঠি এটা পুতিবলৈ কয়। কইনাই আঙুঠিটো বিচাৰি পালে বিশ্বাস কৰা হয় যে তেওঁ স্বামীৰ মনৰ ভু পাব আৰু নাপালে স্বামীৰ মনৰ গতিৰ তলানলা নাপাব।

**পাশা খেল** এটি আনন্দৰ অনুষ্ঠান। আগ দিয়া হোৱাৰ পিছত কেইটামান ভঙনীয়া পয়চা আনি দৰা-কইনাক পাশা খেলিবলৈ দিয়া হয়। পাশা খেলৰ সময়ত গোৱা গীত এনেধৰণৰ ঃ

পাশা খেলাইলোৰে ওৰে আঁকিলন্ত ঘৰে
সীতা সঙ্গে খেলে পাশা ৰাম গদাধৰে।...

পাশা খেলৰ পিছত দৰা-কইনাক খাবলৈ দুবাটি পায়স দিয়া হয়। এই বাটি দুটা পৰস্পৰে সলনি কৰি অলপ হাতত লৈ শুঙি চাই হাত ধোৱে। এই সময়ত দৰা-কইনাৰ লগ্ন গাঁঠি খুলি দিয়া হয়। দৰাৰ মাকে দুয়োকো এটা আছুতীয়া কোঠালৈ লৈ যায় আৰু দুই আঠুত (নহ'লে দুখন পীৰা) পো-বোৱাৰীক বহুৱাই লয় আৰু জালুক চোৱাই জ্বলাযুক্ত বতাহ দুয়োৰে কাণত সুমুৱাই দি সাংসাৰিক জীৱন যে জ্বলা-যন্ত্ৰণাৰে ভৰা তাৰ ইংগিত দিয়ে। সেই সময়ত আয়তীসকলে গায় ঃ

অ' দেহী মায়ে দি পঠাইছে শালী ধানৰ টপা
অ' দেহী শাহে বহি দেই জাল অ',
অ' দেহী আজিৰ পৰাহে য'ত দুখ আছে
অ' দেহী সমস্ত মোচন হল অ'।।...

দৰা-কইনাই মাকৰ আঠুৰপৰা উঠি আহি মাকক সেৱা কৰে। কইনাই মাকৰ ঘৰৰ পৰা অনা 'সমহি' (বা সমাহাৰ অৰ্থাৎ চাউল আৰু মাহৰ মিশ্ৰণ) ঘৰৰ চাৰিওটা কোণলৈ দলিয়াই লখিমীক স্থাপন কৰে। ইয়াৰ পিছত কইনাক মাটিৰ কলহ এটাৰ ভিতৰত হাত সুমুৱাই তাত পূৰ্বতে থোৱা সোণ-ৰূপ-পয়চা আনিবলৈ কোৱা হয়। এইখিনি লোকাচাৰ শেষ কৰি গোঁসাই ঘৰত দৰা-কইনাই সেৱা জনায়। তামোল-পাণ আৰু মাকৰ ঘৰৰপৰা অনা কাপোৰ-কানিৰে দৰাঘৰৰ লোকসকলক মান ধৰে। অৱশ্যে এই কাৰ্যত কইনাৰ লগত অহা ভনীয়েক বা আত্মীয়ই সহায় কৰে। এইখিনি হৈ যোৱাৰ পিছত কইনাক আৰৈ চাউলৰ সান্দহ গাখীৰেৰে খাবলৈ দিয়া হয়। ৰাতিপুৱা দৰাই গা ধোৱাৰ সময়ত ন-কইনাই তেওঁক পানী তুলি যতনাই দিয়ে, গা মচিবলৈ মাকৰ ঘৰৰ পৰা আনাকাটা দিয়ে আৰু সলাবলৈও কাপোৰ দিয়ে। সেইদিনা নিশা 'বিয়াৰ-ভাত' দিয়া হয়। ভাত খাবৰ সময়ত দৰাক আগতে ভাত দিয়া হয়। দৰাই খাই এৰা পাতখনতেই কইনাক ভাত খাবলৈ দি যুগ্ম জীৱন সুখী হোৱাৰ কাৰণে ৰাইজে আশীৰ্বাদ কৰে। ৰাইজক ভাতৰ পাতত ন কইনাই মিষ্টান্ন বা পায়স পৰিবেশন কৰে। ফলত সকলোৱে কইনাক দেখা পায় আৰু শুভেচ্ছা জনায়।

বৈবাহিক লোকাচাৰৰ সমাপ্তি হয় **আঠমঙলা** বা **নেওতাৰ** পিছত। সাধাৰণতে বিবাহৰ আঠ দিনৰ দিনা দৰা-কইনাই দৰাৰ বায়েক-ভনীয়েক, আত্মীয়-স্বজন আৰু দৰাৰ দুই-চাৰিজন

বন্ধু-বান্ধৱৰ সৈতে কইনাৰ ঘৰলৈ যায়। ইয়াৰ দিন দুই ঘৰৰ সুবিধা মতেও কৰে। দৰাই নৱ-পৰিণীতা পত্নীৰ সৈতে শহুৰেকৰ ঘৰলৈ আঠমঙলা খাবলৈ যোৱাৰ সময়তো দুয়োকে কইনাঘৰে আদৰে। সেইদিনা ঘৰতো আলহীক নিমমন্ত্ৰণ কৰা হয়। সেইদিনাৰ আনন্দমুখৰ পৰিবেশতো আয়তীসকলে গীত জুৰে ঃ

মায়ে কুটি থৈছে ভোগ ধানৰ চিৰা
শাহে কুটি থৈছে কণৰে গুড়া
নাখবি বাপু তই আমাৰে কিৰা!
শাহেথেৰ পাছফালে ইটাৰে গড়
শাহে কৰি থৈছে দালিৰে বৰ
খচ খচ্‌কে খা বাপু
খোৰকাডেল ধৰ।....

**মৃত্যু বা অন্ত্যেষ্টি সংস্কাৰ ঃ** জন্ম হ'লেই মৃত্যু অবধাৰিত। সাধাৰণতে ষাঠি বছৰক জীৱনৰ পূৰ্ণতা বুলি কোৱা হয়, কাৰণ জন্মৰ সময়ত যি গ্ৰহ-নক্ষত্ৰ আদিৰ অৱস্থান থাকে ঠিক ষাঠি বছৰৰ দিনাখনো গ্ৰহ-নক্ষত্ৰৰ সেই অৱস্থান থাকে। সেয়ে পূৰ্বতে ষাঠি বছৰৰ পিছত লোকে বানপ্ৰস্থ গ্ৰহণ কৰিছিল। মৃত্যু বা অন্ত্যেষ্টি সংস্কাৰ পূৰ্বতে বৈদিক নিয়মৰেই কৰিছিল যদিও যোৱা শতিকাৰ সত্তৰ দশকমানৰ পৰা কিছুমানে শঙ্কৰী-পদ্ধতিৰেও কৰে, তেতিয়া নাম-প্ৰসঙ্গেৰে মৃতকৰ পৰিয়াল শুদ্ধ হয়। লৌকিক নিয়মত তেৰাত্ৰি, চতুৰ্থা, দহ দিনত দহাকৰ্ম, এঘাৰ দিনৰ দিনা শুদ্ধি, দ্বাদশ দিনাখন সপিণ্ডি (সপিণ্ডন) অৰ্থাৎ পূৰ্বপুৰুষৰ শ্ৰাদ্ধ আৰু ত্ৰয়োদশ দিনাৰ দিনা জ্ঞাতি-সমাজক ভোজ ভাত খুৱাই লোকাচাৰ পৰ্ব সমাপ্ত কৰে। যোৱা শতিকাৰ সত্তৰ-আশী দশকলৈ মাহ দিন অশৌজ পালন কৰা হৈছিল ; কিন্তু বৰ্তমান ব্যস্ততাৰ কাৰণে এঘাৰদিনীয়া শুদ্ধি পালন কৰা হয়। বৈদিক নিয়মেৰে শুদ্ধি কৰ্ম কৰিলেও বৰপেটাত শ্ৰাদ্ধৰ সময়ত ভাগৱত পাঠ, কীৰ্তনাম আদি পাতি মৃতকৰ আত্মাৰ সদ্‌গতি প্ৰাৰ্থনা কৰা হয়।

## গৃহ পৰিক্ৰমা

বৰপেটাৰ গৌৰৱ ডাক পুৰুষে ঘৰৰ ভেটি নিৰূপণ কৰাৰ লগতে আদৰ্শ ঘৰৰ পৰিকল্পনা দি গৈছে। বৰপেটাৰ উপৰি অসমৰ কৃষিজীৱী জনসাধাৰণে ডাকৰ-বচন গৃহ-নিৰ্মাণৰ ক্ষেত্ৰতো মানি চলে। আজি যি 'বাস্তু-বিজ্ঞান'ৰ সহায়ত গৃহ-নিৰ্মাণ কাৰ্য সম্পন্ন কৰে তাহানি ডাকৰ প্ৰবচনে গৃহ-নিৰ্মাণৰ দিক নিৰ্ণয় কৰিছিল। লগতে এক আদৰ্শ গৃহস্থালিৰ ছবিও দাঙি ধৰিছিল এইদৰে ঃ

ধ্বজৰ উত্তৰ গজৰ পুব।
বৃষৰ দক্ষিণ অতি এ শুভ।।

সিংহৰ পশ্চিম পাই যেবে।
পূবে নব হাত এৰিব ধ্বজে।।
... ... ...
পূবা পছিমাকৈ সাজিবা ঘৰ।
অকাল মৃত্যুক নাহিকে ডৰ।।
পূবে ভঁড়াল পছিমে গড়াঁল।
উত্তৰে চৰু দক্ষিণে গৰু।
পছিমে বাঁহ পূবে বেত।
উত্তৰে তামোল দক্ষিণে খেত।।

ডাকৰ দৃষ্টিত এখন আদৰ্শ ঘৰৰ ছবি হ'ল— 'পূবে হাঁহ পছিমে বাঁহ। উত্তৰে গুৱা দক্ষিণে ধুৱা।।' তদুপৰি 'সৰু সৰু কৈ বান্ধিবা ঘৰ। এটা নালাগে দহোটা কৰ।।'

ডাকৰ এনে পৰিকল্পনাৰ মাজত আছে স্বাস্থ্যজনিত কাৰণ, প্ৰাকৃতিক কাৰণ আৰু অৰ্থনৈতিক কাৰণ। অসমত হোৱা সঘন ধুমুহা-বতাহ-বৰষুণৰ কাৰণে ডাঙৰ ঘৰ প্ৰশস্ত নহয় কাৰণে সৰু সৰুকৈ কেবাটাও ঘৰ সজা বুদ্ধিমানৰ কাম। পূবা-পছিমাকৈ ঘৰ সাজিলে ৰ'দ-বতাহ পোৱা যায় কাৰণ দক্ষিণফাল খোলা থকা কাৰণে ৰ'দ ভালদৰে ঘৰত পৰে যিয়ে ৰোগৰ জীৱাণুবোৰ ধ্বংস কৰে। এখন আদৰ্শ ঘৰত বাঁহ, বেত, খেতি আদিৰ প্ৰয়োজন অপৰিসীম; সেইদৰে বাসগৃহৰ উপৰি ভৰাঁল ঘৰ, গোহালি ঘৰ আদিৰো প্ৰয়োজন সৰ্বাধিক। মুঠতে ডাকৰ বচনত গৃহ আৰু গৃহস্থালিৰ বিস্তৃত আৰু বৈজ্ঞানিক প্ৰণালী লিপিবদ্ধ হৈছে।

সাধাৰণতে অসমীয়া মানুহে নিজৰ চৌহদত বিভিন্ন প্ৰয়োজন সাপেক্ষে কেবাটাও ঘৰ সাজে, যথা— চ'ৰাঘৰ, বৰঘৰ, সৰুঘৰ, মাৰলঘৰ, শোৱনীঘৰ, বুলনী চ'ৰা, পাকঘৰ, ঢেঁকীশাল, তাঁতশাল, গোহালিঘৰ, ভঁৰালঘৰ, বাটচ'ৰা আৰু নামঘৰ। চ'ৰাঘৰ বা আলহীঘৰটো দুচলিয়াকৈ পথালিভাৱে সজা হয় আৰু আন ঘৰবোৰ শাৰী শাৰীকৈ সজা হয়। চ'ৰাঘৰটো আলহী বহিবৰ কাৰণে সজা হয় কাৰণে মাজত বেৰ দিয়া নহয়, আন ঘৰবোৰৰ মাজত বেৰ দি দুই-তিনিটা কোঠালী কৰা হয়। ৰান্ধনি ঘৰটো শেষৰ শাৰীত আৰু থকা ঘৰৰ পৰা আঁতৰত সজা হয়। সাধাৰণতে গা-পা নুধুৱাকৈ ৰান্ধনি ঘৰত সোমাবলৈ দিয়া নহয়। গোহালি ঘৰৰ বেৰ দিয়া নহয়।

সাধাৰণ পৰিয়ালে ঘাই ঘৰত ভলুকা বাঁহৰ আৰু আনবোৰ ঘৰত মকাল বাঁহৰ খুঁটা লগাইছিল। যিসকলে সামৰ্থৰে পাৰে তেওঁলোকে শাল, শলখ, নাহৰ, পদ্ম, সজ, বনচোম, কঠাল, জামু, নিম, কৰৈ, গন্ধসৰৈ, চাম, পমা, চিদা আদি কাঠৰ খুঁটা লগায় আৰু চতি আদিত ব্যৱহাৰ কৰে। জাতিবাঁহৰ গুৰিৰ চেওৰে আঁখি ৰাখি ৰুৱা কৰা হয় আৰু ইয়াত

ঘূণে নধৰিবৰ কাৰণে কেইদিনমান পানীত গোঁৰাই থোৱা হয়। ডাকৰ মতে ৰুৱাৰ প্ৰয়োগ সৰ্বাধিক কৰা উচিত, তেতিয়াহে চালখন সৰহদিনলৈ টিকে—'জতেক ৰুৱা ততেক লবা। তাৰ তিনি জোখা মাগুলি লবা।' ৰুৱাৰ তিনিগুণ মাড়লি প্ৰয়োগ কৰাৰ কথা ডাকে কৈ গৈছে। চাল দুই প্ৰকাৰৰ—হে'দালি চাল আৰু শীতলী চাল। দুটীয়া মোৰ বা জাঁওমোৰেৰে বৈ দিয়া চালক হেদালি চাল বোলা হয়। শীতলী-চাল হৈছে তলে-ওপৰে যোৰ কামী দি মাজত জেঠিৰে বৈ গাঁঠি দি বন্ধা চাল। চাল বান্ধিবলৈ বাঁহৰ তমাল বা বেত ব্যৱহাৰ কৰা হয়। বান্ধি দিয়া চালত মতা গাঁঠি, ৰূপহী গাঁঠি, টোপা বা থোপা গাঁঠি আৰু মূৰত কোমোৰা গাঁঠি দিয়া হয়। কিছুমানে ভেটি ওখ কৰিবৰ কাৰণে নিজৰ বাৰীৰ পিছফালৰ বা পথাৰৰ মাটি আনি বান্ধে। এই ভেটি পিট ল'বৰ কাৰণে আৰু অপায়-অমঙ্গল দূৰ কৰিবৰ কাৰণে প্ৰথমতে তাত গৰু বান্ধে। সাধৰণতে ঘৰৰ চালখনত উলুখেৰ, শৰণখেৰ, বৰতাখেৰ ব্যৱহাৰ কৰা হয়। কিছুমানে চালখনত পুৰণি বুৰুলি খেৰ দি ওপৰত নতুন খেৰেৰে ঘৰ ছায়। এবাৰ খেৰ পাৰি তাৰ ওপৰত ছাৱনি কামী পাৰি বেচা বন্ধা হয়। পানীপোতাৰ পৰা শাৰী শাৰীকৈ খেৰ পাৰি মুধচৰ ফাললৈ ছোওৱা হয়। ঘৰ ছাই যোৱাৰ লগে লগে পানীপোতাৰ ফালে বেঁকাকৈ নমাই খেৰ বান্ধি থোৱা হয়। প্ৰত্যেক বেচাতেই একোটাকৈ কামী দি ৰুৱাৰে সৈতে তমালৰ গাঁঠি দিয়া হয়। চালবোৰ দুচলীয়া, তিনিচলীয়া বা চোঁচলীয়া কৰা হয়। থকা, খোৱা, শোৱা, বহা, ভঁৰাল ঘৰ আদিত বেৰ দিয়া হয়। বাঁহৰ চোঁচা, ইকৰা, বাঁহৰ কাঠী আদিৰে বেৰ দিয়া হয়। ইয়াক গোবৰ-মাটি মিহলাই বোকা কৰি তাৰে লিপা হয়। এই মিশ্ৰণত আঠা হ'বৰ কাৰণে তুঁহগুৰি আৰু খলিহৈও মিহলোৱা হয়। দুৱাৰ বা খিৰিকীৰ চৌকাঠবাঁহ বা কাঠেৰে কৰা হয়। দুৱাৰবোৰ বাঁহৰ চোঁচেৰে বা কাঠীৰে অথবা কাঠেৰে সজোৱা হয়। বাঁহৰ কাঠীৰ দুৱাৰৰ মাজত বাঁহপাত, টকৌগছৰ পাত আদি দিয়া হয়। দুৱাৰো বিভিন্ন প্ৰকাৰে সজা হয়—ডাং দিয়া দুৱাৰ, চোঁচনি দুৱাৰ, শলখা লগোৱা দুৱাৰ ইত্যাদি।

ধান থবৰ কাৰণে সুকীয়াকৈ ভঁৰাল ঘৰ সজা হয়। গছৰ মুঢ়া বা শিলৰ থুমৰ ওপৰত কাঠৰ দীঘল ধাম দি গাধৈ বান্ধে। গাধৈত চোংহলাৰ বেৰ দিয়ে। বাঁহৰ চোঁচ বা হলাৰে ভঁৰাল ঘৰৰ বেৰ দিয়া হয়। ভঁৰালৰ বেৰবোৰৰ ভিতৰফালে গোবৰৰ লেপ দিয়া হয়।

গৰু-ছাগলীৰ কাৰণে গোহালি ঘৰ সজা হয়। সাধাৰণতে এনে ঘৰৰ বেৰ দিয়া নহয়। ছাগলীৰ কাৰণে ওখ চাং সাজি দিয়া হয়। পাৰ চৰাইৰ কাৰণে টঙিঘৰ বা বাহ সজা হয়। হাঁহৰ গঁড়াল বাঁহেৰে সজা হয় আৰু কুকুৰ-শিয়ালে খাব নোৱাৰাকৈ ইয়াৰ ওপৰত ঢাকোন দিয়া হয়। তাঁতশাল, ঢেঁকীশালতো বেৰ দিয়া নহয়।

বৰপেটাৰ এনে আদৰ্শ ঘৰৰ সময়ৰ লগে লগে পৰিৱৰ্তন হৈছে। ঠাইৰ অভাৱত আগ চোতাল, পিছ চোতাল ঠেক হৈ আহিছে। বৃটিছ শাসনৰ পিছৰ পৰা ঘৰৰ চাল খেৰৰ

সলনি টিনে শুৱনি কৰিছে আৰু এতিয়া পকী ঘৰৰ ব্যৱস্থাই পৰিৱৰ্তন সূচাইছে যদিও সাধাৰণ লোকে এতিয়াও খেৰী ঘৰত বাস কৰে।

## বস্ত্ৰ আৰু আ-অলঙ্কাৰ

তাঁতশালখন বৰপেটাৰ মহিলাসকলৰ কাৰণে হিয়াৰ আমঠু স্বৰূপ। এসময়ত বৰপেটা তাঁতীকুছি নামেৰে বিখ্যাত আছিল। ইয়াতেই শ্ৰীমন্ত শঙ্কৰদেৱৰ পৰিকল্পনা আৰু নিৰ্দেশত 'বৃন্দাবনী বস্ত্ৰ' তৈয়াৰ হৈছিল। বৰপেটাৰ লোকে এড়ি, পাট-মুগা পুহি এইবোৰৰ পৰা ওলোৱা সূতাৰে এড়ি আৰু পাটৰ কাপোৰ তৈয়াৰ কৰিছিল। বৰপেটাই নিজে পুৰুষ-নাৰীৰ সকলো ধৰণৰ বস্ত্ৰৰ চাহিদা পূৰণ কৰিছিল। প্ৰতিটো ঘৰ তাঁতশালে শুৱনি কৰিছিল। বিয়া-বাৰুৰ ক্ষেত্ৰতো ছোৱালী শিপিনী হোৱা অনিবাৰ্য আছিল। শিপিনীসকলে গামোছা, তেঁলছ, আনাকাটা, ধুতি, চেলেং, বৰচেলেং, বৰকাপোৰ, হাঁচটি, উৰ্ণা কাপোৰ বা আগৰাণ (আগুৱান), মেখেলা, চাদৰ, ৰিহা, কানিৰ তলপৰা, সূতাৰ চাদৰ, ৰুমাল, বিচনাত ব্যৱহাৰ কৰা কাপোৰ আদি তাঁতশালত বই উলিয়াইছিল। তদুপৰি বৰপেটাৰ তাঁতীয়ে পচৰা বা পৰ্হি, এড়ি চাদৰ, পাট-মুগাৰ নানান কাপোৰ বই উলিয়াইছিল। বৰপেটাৰ মহিলাই মেখেলা-চাদৰৰ লগতে ৰিহাৰ ব্যৱহাৰ কৰিছিল। এই ৰিহাখনে কাঁচলিৰ কাম কৰিছিল। আজিকালি ব্লাউজ আৰু বক্ষ-বন্ধনীয়ে ৰিহাৰ ঠাই লৈছে। পাট-মুগাৰ সাজযোৰ সম্ভ্ৰমৰ পৰিচায়ক। বিয়া-বাৰু, সভা-পৰ্বই বৰপেটীয়া মহিলাই পাট-মুগাৰ বস্ত্ৰ পৰিধান কৰে। বয়সীয়া মহিলাই কেৱল অধোবাস হিচাপে মেখেলা পিন্ধে আৰু দেহৰ ওপৰ অংশত আগুৱান ব্যৱহাৰ কৰে। পুৰুষে সাধাৰণতে কামিজ আৰু ধুতি ব্যৱহাৰ কৰে। উৎসৱ-পৰ্ব অনুসৰি পাট-মুগাৰ কাপোৰো ব্যৱহাৰ কৰে। সময়ৰ সোঁতত এই পোছাক-পৰিচ্ছদৰ ৰূপ সলনি হৈছে। পুৰুষে পেন্ট-চাৰ্ট আৰু মহিলাই ব্লাউজ-শাৰী পিন্ধি সময়ৰ পৰিৱৰ্তনৰ কথা সূচায় যদিও পুৰুষক চুৰিয়া-কামিজে আৰু মহিলাক মেখেলা-চাদৰে এতিয়াও শুৱায় আৰু এনে সাজপাৰক পৰম্পৰাৰ বাহক বুলি কব পাৰি।

আভূষণৰ প্ৰতি নাৰীৰ সহজাত আকৰ্ষণ দেখা যায়। কপাল, ডিঙি, নাক, কাণ, হাত আৰু ভৰিত নানান ধৰণৰ আ-অলঙ্কাৰ পিন্ধি নাৰীয়ে নিজৰ ৰূপ-সৌন্দৰ্য দুগুণে চৰায়। বৰপেটাৰ থোকা-সনা বা কাত্‌ৰা সনা অথবা যুৰ সনাৰ বিশেষ প্ৰসিদ্ধি আছে। কাৰণ এইবিধ অলঙ্কাৰ নিৰ্ভেজাল, অধিক সোণেৰে কৰা হয়। পুৰণি কালত বৰপেটীয়া মহিলাই কাণত তিনি-চাৰি তোলাৰ ঠকা-সনা, হাতত সাত তোলাৰ গোটাবালা আৰু ডিঙিত দহ তোলাৰ প্ৰজাপতি হাৰ পিন্ধি নিজৰ আভিজাত্যৰ পৰিচয় দিছিল। পুৰুষে অলঙ্কাৰৰ ভিতৰত আঙুলিত আঙুঠি আৰু ডিঙিত হাৰ পিন্ধে। সাধাৰণতে মহিলাইহে অধিক ৰূপত আ-অলঙ্কাৰ ব্যৱহাৰ কৰে। সেইবোৰ এনে ধৰণৰ ঃ

কপালত— কাপেলি; ডিঙিত— গলপতা, চিক্তন, ধাৰমাদ্‌লি, পাতমাদলি, জোনমাদ্‌লি, প্ৰজাপতি হাৰ ইত্যাদি; হাতত— মুঠি, বালা, বাউসীত পিন্ধা বাজু; নাকত— নাকচন্দা, থিয়াফুল, নলক; ভৰিত— নেপুৰ, ভৰিখাৰু, বেকী, পাৱজানি; ডিঙিত— গোটাহাৰ, চিতাহাৰ, ঢোলবিৰি, জোনবিৰি, চেইন-নেকলেচ (আধুনিক); হাতত— চুৰি, কঙ্কন, বাউটি, ব্ৰেচলেট (আধুনিক); কাণত— কাণফুল, সণা, কাণপাচা, জুনুকা, ৰিং, টপ (আধুনিক)। এসময়ত বৰপেটাৰ নাৰীয়ে হাতী দাঁতেৰে গঢ়া নানান আ-অলঙ্কাৰ কাণ নাক, ডিঙি, হাত, আঙুলি আদিত পিন্ধিছিল; সেইদৰে পুৰুষেও হাতী দাঁতেৰে কৰা বিভিন্ন নক্সাৰ ফুল, চৰাই আদি কোটপিন হিচাপে ব্যৱহাৰ কৰি গৌৰৱবোধ কৰিছিল।

## খাদ্যাভ্যাস

বৰপেটাৰ প্ৰধান খাদ্য হৈছে ভাত। কৃষিজাত সামগ্ৰীৰে এসময়ত বৰপেটা আত্মনিৰ্ভৰশীল আছিল। বৰপেটাৰ খাল-বিল পানীৰে উপচি থকা কাৰণে মাছৰ উভৈনদী আছিল। মাছ-কাছ বৰপেটাৰ প্ৰিয় খাদ্য বুলি ক'লেও বঢ়াই কোৱা নহয়। এসময়ত গৰু-ম'হৰ বাথানেৰে ভৰি থকা বৰপেটা গাখীৰ-দৈৰ কাৰণেও প্ৰসিদ্ধ আছিল। বৰপেটীয়াৰ কাৰণে প্ৰসিদ্ধ আছিল— বৰপেটীয়াই যিদৰে নিজে খাব পাৰে সেইদৰে আনকো খুৱাব পাৰে। সেই ভোগালী দিনৰ স্মৃতি আজিও সজীৱ হৈ আছে।

সাধাৰণতে ভাত, বিভিন্ন প্ৰকাৰৰ দাইল, বিভিন্ন ঋতুৰ শাক-পাচলি, মাছ-মঙহ, চিৰা-সান্দহ, পিঠা-পনা, গাখীৰ-দৈ, গাখীৰৰ বিবিধ মিঠাই ইত্যাদি বৰপেটাবাসীৰ প্ৰিয় খাদ্য। পঁইতা ভাত, কালাৰ দাইল, মাছ পোৰা, আলু পোৰা বা বেঙেনা পোৰাৰে তৃপ্তিৰে খোৱা হয়। মাছ বৰপেটাবাসীৰ প্ৰিয় খাদ্য হোৱা কাৰণে ইয়াৰ নানান ধৰণৰ ব্যঞ্জন কৰা হয়। পালেং আৰু চুকা শাকৰ লগত কাৰৈ মাছ; থেকেৰা, শুঠি, বগৰী, আমলখি, কৰ্দৈ, নেমু, ঔ টেঙাৰ লগত ৰন্ধা মাছৰ আঞ্জা; আদা, গন্ধচানা, কচুঠাৰি আদিৰে থুপথুপীয়াকৈ ৰন্ধা পোনা মাছৰ আঞ্জা ; ৰৌ মাছৰ মুৰিঘণ্ট, চিতল মাছৰ কলঠীৰ আঞ্জা, আলুৰে ৰন্ধা শোল মাছ, বিলাহীৰে ৰন্ধা মাগুৰ মাছৰ সোৱাদ অনন্য হৈ পৰে। বিভিন্ন ব্যঞ্জনৰ উপৰি ভজা মাছ, পোৰা মাছ, শলাত দিয়া মাছৰ জুতিও লোৱা হয়। খাৰো বৰপেটাবাসীৰ প্ৰিয় খাদ্য। কলৰ খাৰ, অমিতাৰ খাৰ, কোমোৰাৰ খাৰ, মাটি মাহৰ দাইলৰ খাৰ ইত্যাদি তৃপ্তিৰে খোৱা হয়। ঋতু অনুসৰি বিভিন্ন কবি, বেঙেনা, মূলা, চালগোম, পটল, বীন, লেচেৰা, জিকা, ৰঙালাউ ইত্যাদিৰ ব্যঞ্জন কৰা হয়। বৰপেটাত 'সাত শাক তোলা'ৰ পৰম্পৰা আছে। অন্যান্য বনৰীয়া শাক-পাতৰ উপৰি ঢেকীয়া, ভেদাইলতা, নৰসিংহ, মানিমুনি, মাটিকাদুৰী, কলমৌ আদি বিভিন্ন শাক ভাজি বা মাছেৰে জোল কৰি খোৱা হয়। পূৰ্বতে বৰপেটা অঞ্চলত পছুৰ মাংস পোৱা গৈছিল। হাঁহ, পাৰ, ছাগলীৰ মাংসও খাদ্যাভাসৰ অংগ।

জলপান হিচাপে চিৰা, সান্দহ, গুড়ি, তিলপিঠা, ক্ষীৰ পিঠা, খোলাচাপৰি পিঠা, টেক্‌লিপিঠা, চুঙাপিঠা, নাৰিকলৰ লাড়ু, তিলৰ লাড়ু আদি প্ৰধান। যোৱা শতিকাৰ সত্তৰৰ দশকলৈ বিয়া-সবাহে বৰপেটাবাসীয়ে দোনাত বোকা (কোমল) চাউল, কঠৈইলা দৈ, গুড়েৰে জলপান খাইছিল। ৰসগোল্লাটো আছিল ইয়াৰ মুধুৰেণ সমাপতে। বৰপেটাৰ কাষে-পাঁজৰে থকা বাথানবোৰৰ পৰা বৰপেটালৈ আহিছিল অপৰ্যাপ্ত গাখীৰ। সেইকাৰণে ৰসগোল্লা, সন্দেশ, ছেনাৰ খুৰ্মা, দৈ আছিল বৰপেটাৰ প্ৰিয় খাদ্যৰ অংশবিশেষ। সময়ৰ সোঁতত বৰপেটাৰ সেই ভোগালী দিনবোৰ নাই যদিও বৰপেটাবাসীয়ে উৎসৱ-পৰ্ব অনুসৰি অনুষ্টুপীয়াকৈ হ'লেও খোৱাৰ আয়োজন কৰে; মাঘ বিহুত মাহ-কড়াই, পিঠা-পনা খাবলৈ নাপাহৰে।

## গীত-মাত

দুজনা গুৰুৰ পবিত্ৰ চৰণ ৰেণুৰে পবিত্ৰ বৰপেটাত ৰাগ-সঙ্গীত—বৰগীত আৰু নাম-প্ৰসঙ্গৰ অপাৰ্থিৱ পৰিবেশ বিৰাজমান। ইয়াৰ উপৰি ই লোকগীতৰ ক্ষেত্ৰতো সমৃদ্ধ।

'অসমীয়া লোকসাহিত্য কী ভূমিকা' নামৰ গ্ৰন্থত ভূপেন্দ্ৰ ৰায়চৌধুৰীয়ে অসমীয়া লোকগীতক ছটা ভাগত এইদৰে বিভাজিত কৰিছেঃ

(১) সংস্কাৰমূলক

(২) পূজা আৰু ধৰ্মমূলক— (ক) ব্ৰত-পৰ্ব-উৎসৱ
(খ) মাঙ্গলিক
(গ) দাৰ্শনিক-আধ্যাত্মিক
(ঘ) ভক্তিমূলক

(৩) ঋতুমূলক

(৪) কৰ্ম-বিষয়ক

(৫) ৰাজনীতি বিষয়ক

(৬) বিবিধ বিষয়ক

এই বিভাজনৰ অন্তৰ্গত প্ৰায় সৰহভাগ গীত বৰপেটাত বিদ্যমান।

**সংস্কাৰমূলক গীতৰ** ভিতৰত জন্ম, অন্নপ্ৰাশন, উপনয়ন, তোলনী বিয়াৰ গীত আদিৰ তুলনাত বিয়া-গীতৰ সংখ্যা অধিক। ফুলকুমাৰী কলিতাই 'আয়তীৰ উৰুলিত' প্ৰায় তেত্ৰিশ প্ৰকাৰৰ বিয়া-গীতৰ সংকলন কৰিছে, যথা—সুৱাগৰ ধান বন্ধা গীত, সান্দহ খুন্দা গীত, তেলৰ ভাৰ দিবলৈ যোৱা গীত, পানী তোলা গীত, টিক ধৰা গীত, কইনাক গা ধুওৱা গীত, সুৱাগ জাৰা গীত, দৰা বৰি নিয়া গীত, লগুণ গাঁঠি দিয়া গীত, আখৈ তোলা গীত, আগ দিয়া গীত, কইনা বিদায় দিয়া গীত ইত্যাদি।

বৰপেটাত পূজা-পাতল তেনেকৈ নহয় কাৰণে দুৰ্গা-পূজা, মনসা-পূজা আদিৰ গীত পোৱা নাযায় যদিও **মাঙ্গলিক গীত** ৰূপে আইনামৰ প্ৰচলন পোৱা যায়। ইয়াক শীতলা-

নাম বুলিও কোৱা হয়। বসন্ত ৰোগৰ আক্ৰমণৰ পৰা পৰিত্ৰাণ পাবলৈ আয়তীসকলে শীতলা মাতাক ধূপ-চাকি-নৈৱেদ্য আদি অৰ্পণ কৰি নানান কাকুতি-মিনতিৰে আইনাম গোৱা হয় ঃ

হে জগত ঈশ্বৰী আই
ও আইহে আমাকে কৰিবা দায়া
তোমাৰ চৰণে কৰি আছো সেৱাহে।....

**দাৰ্শনিক-আধ্যাত্মিক গীতৰ** ভিতৰত দেহবিচাৰৰ গীত আৰু টোকাৰী গীত উল্লেখযোগ্য। এইবোৰ গীতত আধ্যাত্মিক ভাবধাৰা থকাৰ উপৰিও দাৰ্শনিক তত্ত্বও বিদ্যমান। বৰপেটাৰ শিল্পীয়ে দোতাৰা, দগৰ, বাঁহী আদি বাদ্যৰ সংগত লোকগীত গায়। এনে গীতৰ নমুনা এনেধৰণৰ ঃ

**দেহবিচাৰৰ গীত ঃ**

দিহা ঃ এ প্ৰাণ গোপাল গোপাল
পাতিলি মায়াৰে খেলা।।
পদ ঃ ঘৰগুটি সাজ মনাই খাব-জীৱৰ আশে।
সিও ঘৰ ভাঙা গে'ল ধুমুহা বতাহে।।....

**টোকাৰী গীত ঃ**

ঘোষা ঃ গুৰু ! মোকে দয়া নাছাৰিবা—
মই বৰ পাপৰ পাপী—গুৰু চৰণে ৰাখিবা।।
পদ ঃ দয়া মোৰে দয়া মোৰে—দয়া মোৰে প্ৰাণ
কোন বস্তু হৈবে পাৰে (গুৰু) দয়াৰ সমান।।...

**ভক্তিমূলক গীতৰ** ভিতৰত **জগন্নাথৰ নাম, তুলসীৰ গুৰিত** গোৱা নাম আৰু **গোপীকৃষ্ণৰ গীত** উল্লেখযোগ্য। মহাপুৰুষ শঙ্কৰদেৱে পুৰীৰ জগন্নাথ মহাপ্ৰভুক দিয়া মহত্ত্বৰ প্ৰভাৱ বৰপেটাৰ জনজীৱনতো দেখা যায়। সেয়ে পুৰীৰ ৰথ-যাত্ৰাৰ লগত সংগতি ৰাখি জেঠ-আহাৰ মাহত জগন্নাথৰ নাম গায়। লোকবিশ্বাস যে মহাপ্ৰভু জগন্নাথে বছৰৰ আৰম্ভণিতে ৰাইজৰ মঙ্গল বাতৰি ল'বলৈ আহে। জগন্নাথৰ নামৰ নমুনা ঃ

বলভদ্ৰ জগন্নাথ সমুদ্ৰৰ পাৰে,
ইন্দ্ৰদ্যুম্ন ৰাখি থৈছে শিৱ গঙ্গাৰ মাজে।।...

ভাৰতীয় জীৱন-দৰ্শনত তুলসীৰ মহত্ত্ব অপৰিসীম। এই পবিত্ৰ তুলসীজোপাৰ ওচৰত শ্ৰীহৰি বিদ্যমান থাকে বুলি বিশ্বাস কৰা হয়। তুলসীৰ গুৰিত ধূপ-দীপ-নৈৱেদ্য দি আয়তীসকলে গায় **তুলসীৰ নাম** ঃ

ঘোষা ঃ তুলসী চৰিত্ৰ কৰা ৰাম হৰি এ হে।
পদ ঃ শিৱয় বোলয় গঙ্গা তুমি জিজ্ঞাসা কৰিবা।
লক্ষ্মী হেন তুলসীক স্বৰূপে জানিবা।।...

**গোপী-কৃষ্ণৰ নাম** বৃন্দাবনী নামৰ দৰে। এইবোৰ গীতত শ্ৰীকৃষ্ণৰ বাল্যলীলা, যশোদাৰ লগত কটোৱা সময় আৰু কৃষ্ণৰ মথুৰা গমনৰ লগত সংগতি ৰাখি গোৱা বিৰহ-গীত অন্তৰ্ভুক্ত। যথা—

ও মাই যশোৱা হে মাইহে যশোৱা
আমাক লাগিয়া অলপ তোৰ মৰম নাই।
তোৰ ঘৰে আসি গৰু চাৰি ফুৰোঁ।
কৰ কৰা ভাত খাই হে।।...

**ঋতুমূলক গীত** হিচাপে **মহোহো** আৰু **হোলী** গীত প্ৰধান। মহোহো গীত হৈছে মহ খেদা গীত। আঘোণ মাহৰ পূৰ্ণিমাৰ কেইদিনমান আগৰে পৰা গৰখীয়া ল'ৰাবোৰে হাতত টোকান লৈ গৃহস্থৰ ঘৰে ঘৰে গৈ মহোহো গীত গায়। ইয়াক 'ভাওল দিয়া' বুলিও কোৱা হয়। আঘোণৰ পূৰ্ণিমাৰ দিনা এই অনুষ্ঠানৰ অন্ত পৰে। ল'ৰাবোৰে ভালুকৰ মুখা পিন্ধি নাচেও যাক ভাল-ভালুকী নাচোন বুলি কোৱা হয়। গীতৰ নমুনা ঃ

আ' হৰি মহোহোৰে মহোহো
মহ খেদবা টোকান লো।
কাণা কুজা একফাল হৌ।।...
.... .... .....
আউৰি অৰণে,
মা লক্ষ্মীৰ চৰণে।
মা লক্ষ্মী দিগাম্বৰ,
ভাখৰী-ভৰি মাটিৰ পৰ।
ভাখৰীৰে উনি দুনি,
সণাইদি বান্ধাম ধুনি,
সণাৰে ৰংপুৰ
চাউল লাগে এ একুদুন।
ভাল হ'ক, কুশল হ'ক,
হ'ক মহা চিৰী।...

বৰপেটা সত্ৰত উদ্‌যাপিত হোৱা দেউল অসম বিখ্যাত। এই দেউলৰ লগত সংগতি ৰাখি, বিশেষকৈ সুৱেৰিৰ দিনাখন আনন্দত মতলীয়া হৈ বিভিন্ন প্ৰকাৰৰ হোলী গীত গায় ঃ ঢোল আৰু খুটি তাল বজাই গোৱা এনেবোৰ গীতত আছে গোবিন্দৰ প্ৰশস্তি আৰু

বসন্তকালীন প্ৰকৃতিৰ মনোৰম বৰ্ণনা ঃ

ৰঙ্গে ফাগু খেলে চৈতন্য বনমালী।
দুহাতে ফল্গুৰ গুগুা সিঞ্চন্ত মুৰাৰী।।...

.... ....

আজি নৱ বসন্তে
ফাগুনীৰ পৰশে
নাচে প্ৰাণ কিনো ৰঙ্গ কৰি।
উৰিছে ভ্ৰমৰগণ
হৰষিত তনুমন
বহে প্ৰেমানলে প্ৰাণ মেৰি।...

**কৰ্ম বিষয়ক** গীতৰ ভিতৰত **গৰখীয়া গীত, বৰশী বোৱা গীত,** সাত শাক তোলা গীত আৰু **নাও খেলৰ গীত** প্ৰধান। কাম কৰি থকাৰ সময়ত গোৱা কাৰণে এনেবোৰ গীত কৰ্ম বিষয়ক। যথা—

**গৰখীয়া গীত ঃ** গৰখীয়া এ খেদ খেদ গৰু
আমাৰ দলত কাজলা গৰু।....

**বৰশী বোৱা গীত ঃ** ধৰ মাছ্‌ ধৰ,
মোৰ বৰহত ধৰ।
কাবাৰ যদি চকু লাগছে
চকু ওলে পৰ।।....

**সাত শাক তোলা গীত ঃ** সাত শাকৰ কি কি নাউ
অ' গুঞ্জৰে ভোমোৰা পাৰ্বতী নাউ,
হে সাত শাক তুলি ঘৰক যাওঁ...

**নাও খেলৰ গীত ঃ** বাছা নন্দেৰ দুলাল।
এত ৰাতি ধেনু ছাৰে কাৰ ঘৰৰ ছুৱাল।

স্বাধীনতা আন্দোলনে বাৰুকৈয়ে বৰপেটাক প্ৰভাবিত কৰিছিল। গান্ধীজীয়ে আহি বৰপেটাৰ নখান্দাৰ পাৰত জনসভাক সম্বোধন কৰিছিল। অসমৰ আন আন নেতাবোৰেও সময়ে সময়ে বৰপেটা ভ্ৰমণ কৰি স্বাধীনতাৰ যুঁজখন তীব্ৰ কৰি তুলিছিল। সেই দিনৰ স্মৃতিবোৰ **ৰাজনীতি বিষয়ক গীতবোৰত** এইদৰে ৰৈ গ'লঃ

গান্ধী ওলে মিটিং কৰলে
ৰাইজে আছিল চাই
ভলণ্টেৰে ফাটাক খাটে
গান্ধীও ফাটাকাক যায়।...

বিবিধ বিষয়ক গীতৰ ভিতৰত **পচলাৰ গীত, টেকেলী পিঠাৰ গীত, নিচুকনি গীত** আৰু **ধেমালিৰ গীত** প্ৰণিধানযোগ্য। পচলাৰ গীত আৰু টেকেলী পিঠাৰ গীত ধেমেলীয়া ধৰণৰ ; শিশুক নিচুকাবলৈ নিচুকনি গীত গোৱা যায় আৰু সৰু ল'ৰা-ছোৱালীয়ে নানান খেল খেলাৰ সময়ত কিছুমান গীত গায়। যথা—

**পচলাৰ গীত ঃ**

ঘোষা ঃ দয়াময় ৰাখা ৰাখা হে চৰণে শৰণ লৈলো আমি।

পদ ঃ শুনা শুনা নৰলোক আন কাম এৰি।
নিষ্ট কৰি কৈবো আজি পচলাৰে আতিগুৰি।।...

**টেকেলী পিঠাৰ গীত ঃ**

হায় মোৰ টেক্‌লী পিঠা ও
খাবাৰ বৰ মজা ও খাবাৰ বৰ মজা
নুন নালাগে তেল নালগে
নালগে খৰিৰ বজা ও।...

**নিচুকনি গীত ঃ**

আমাৰ মইনা শুব এ,
বাৰীতে বগৰী ৰুব এ,
বাৰীৰে বগৰী পকি সৰিব
মইনাই বুটলি খাব এ।...

**ধেমালিৰ গীত ঃ**

ই ঘৰৰ মেকুৰী সি ঘৰে যায়
কলীয়া মেকুৰী দুধে ভাতে খায়।
লাই বটোঁ, বেহাৰ বটোঁ
আমাৰ বাপাৰ
শাহুৰেকৰ নাকে-চুলি জপাই কাটো।...

এইদৰে বিভিন্ন গীতৰ সম্ভাৰে বৰপেটাৰ জন-জীৱনক সজীৱ কৰি ৰাখিছে। সময়ৰ সোঁতত ভালেমান গীত হেৰাই গৈছে যদিও এতিয়াও আয়তীসকলৰ কণ্ঠত নানা গীত সংৰক্ষিত হৈ আছে। সেইবোৰ গীত চিৰকালৰ বাবে নোহোৱাৰ পূৰ্বে সংৰক্ষণ কৰা অতি প্ৰয়োজন যিয়ে বৰপেটাৰ সমৃদ্ধ গীতি-পৰম্পৰাৰ পৰিচয় দিব পাৰিব।

## খেল-ধেমালি

বৰপেটাত খেল-ধেমালিৰ ভিতৰত ফুটবল আৰু ভলীবল খেলৰ বিশেষ প্ৰসিদ্ধি আছে। জান-নৈৰে ভৰপূৰ বৰপেটাত এসময়ত সাঁতোৰ খেল আৰু নাওখেল হৈছিল। ল'ৰা-ছোৱালীৰ মাজত আবদ্ধ কিছুমান খেল হ'ল— হাউ খেল, ঘিলা খেল, লেকচুটি, হাপিতকা, কড়ি খেল, ৰজা-ৰাণী খেল, লুকা-ভাকু, কোমৰ টনা খেল, গছ কটা খেল, দৰা-কইনাৰ খেল, ভাকুট কুটোৱা খেল ইত্যাদি। বৰপেটা কোনো ৰজা বা শাসকৰ ৰাজধানী নোহোৱাত ৰংঘৰৰ বাকৰিত হোৱা খেলবোৰৰ পৰা বঞ্চিত হৈ থাকিবলগীয়াত পৰিছিল।

## দম্‌হিৰ লোকাচাৰ

বৰপেটাৰ জনজীৱন সত্ৰৰ দ্বাৰা প্ৰভাৱিত যদিও সত্ৰীয়া তিথি-উৎসৱবোৰৰ লগত পাৰম্পৰীণ কৃষি-উৎসৱৰ লোকাচাৰো পালন কৰে। এইবোৰৰ ভিতৰত তিনিটা দম্‌হি বা দোমাহী উল্লেখযোগ্য। বৈহাগৰ দম্‌হি আৰু মাঘৰ দম্‌হিৰ যি আড়ম্বৰ সি কাতিৰ দম্‌হিৰ ক্ষেত্ৰত দেখা নাযায়। খেতি চপোৱাৰ আনন্দত ভোগালী বিহুৰ উৎসৱ হয় মাঘৰ দোমাহীৰ সময়ত আৰু বছৰৰ আৰম্ভণিৰ বসন্তোৎসৱ হয় ব'হাগৰ দোমাহীৰ সময়ত।

মাঘৰ দম্‌হিত খোৱা-বোৱাৰ ওপৰতেই বিশেষ গুৰুত্ব দিয়া হয়। ন ধান অহাৰ পিছত ন চাউল খোৱাৰ পৰ্ব চলে। ঘৰে ঘৰে পিঠা-লাড়ু, মাহ-কড়াইৰ যো-জা চলে। হাটীয়াৰ লোকে ভেলাঘৰ সাজি সমূহীয়া খানা খায় আৰু পিছ দিনাখন বন বিৰিণা-খেৰ-ইকৰা-কল চোচনি আদিৰে সজা মেজি জ্বলাই দি নাম-প্ৰসঙ্গ কৰে।

বৈহাগৰ দম্‌হি অৰ্থাৎ বহাগৰ দোমাহীৰ সামাজিক লোকাচৰৰ ভিতৰত চ'তৰ সংক্ৰান্তিৰ দিনা 'গৰু বিহু' উদ্‌যাপিত হয়। ৰাতিপুৱাতে ঘৰৰ গৃহস্থ আৰু ল'ৰা-ছোৱালীয়ে গোহালিৰ গৰুক লৈ ব্যস্ত হৈ পৰে। কেঁচা হালধি বটি মিঠাতেলৰ লগত মিহলি কৰি গৰুৰ শিং-নখত দিয়া হয়। পানী লাও আৰু বেঙেনাৰে মালা কৰি গৰুৰ ডিঙিত পিন্ধোৱা হয়। দীঘলতী-মাখলতীৰ গছৰ ঠানিৰে গৰুৰ ভৰিত কোবাই কোবাই গোৱা হয়—

লাও খা বেঙেনা খা  
বছৰে বছৰে বাঢ়ি যা।  
বাপেৰ সৰু মাৰ সৰু  
তই হবি বৰ গৰু।।

ঘৰৰ গৰুবোৰক এইদৰে গীত গাই, ভৰিত দীঘলতী-মাখিলতীৰে কোবাই পথাৰলৈ লৈ যোৱা হয়। পথাৰৰ কাষত থকা নৈ-জানত গৰুক মাটিমাহ, খলিহৈ, কেঁচা হালধি মিঠাতেলেৰে মিহলাই গাত ঘঁহি ঘঁহি গা ধুওৱা হয়। লোকবিশ্বাস যে এইদৰে গৰুক গা ধুৱালে বিভিন্ন চৰ্মৰোগে ইয়াক আক্ৰমণ কৰিব নোৱাৰে। গোহালিটো সাৰি-মচি পৰিষ্কাৰকৈ

ৰখা হয়। সন্ধিয়া গৰু ঘৰলৈ উভতিলে দানা-পানী দিয়া হয়। ডিঙিত ন পঘা লগোৱা হয়। সন্ধিয়া গৰুক নির্দিষ্ট ঠাইত ন পঘাৰে বান্ধি থুপা দিয়া হয়। থুপাত বিহলঙনীৰ পাত, বেতৰ পাত, হাতীসুৰীয়া, বিৰিণাৰ চুপা, নল-খাগৰিৰ আগ, ধুনা আদি দি ইয়াক জ্বলোৱা হয়। থুপাত বা দিবলৈ ন বিচনী ব্যৱহাৰ কৰা হয়। থুপাৰ ধোঁৱাই গোটেই গোহালিটোক আবৰি ধৰে। বিশ্বাস যে এনে কৰিলে ম'হ-ডাহৰ পৰা গৰুৰে হাত সাৰি থাকিব পাৰে। কৃষিজীৱী পৰিয়ালৰ গো-ধনৰ প্ৰতি এনে শ্ৰদ্ধাই গো-পৰিয়ালৰ মঙ্গল সাধন কৰে আৰু এই গো-সম্পদে কৃষিজীৱী লোকক বিভিন্ন আর্থিক দিশত সহায় কৰে।

পহিলা বহাগৰ দিনা 'মানুহ বিহু'। সেইদিনা পৰিয়ালৰ সকলোকে বিছনাত থাকোতেই পৰিয়ালৰ জ্যেষ্ঠা সদস্যাই মচুৰ দাইলৰ সৈতে নিমপাত খাবলৈ দিয়ে। বিশ্বাস যে এইদৰে খালে বছৰটোলৈ সর্পভয় নাথাকে; নিমপাত অৱশ্যে কৃমিনাশক। ৰাতিপুৱাৰ জলপানৰ লগত ঘি, দৈ, এঁৱা গাখীৰ, চেনী আৰু মৌ মিহলাই বনোৱা পঞ্চামৃত খাবলৈ দিয়া হয়। বিশ্বাস যে বিহুৰ দিনা পঞ্চামৃত খালে আয়ুস বৃদ্ধি হয়। সান্দহ বা বোকা চাউল, দৈ, গুড়, কলেৰে জলপান খাব পৰাটো আজিকালি ভাগ্যৰ কথা। অৱশ্যে সেইদিনা দুপৰীয়া ভাতৰ সলনি বহুতে দৈ-চিৰা, বিভিন্ন পিঠা-পনা খায়। বিহুৰ প্ৰথম সাত দিন হালখতি, সেয়ে প্ৰথম বিহুৰ দিনা ভাত নাখায়। দুপৰীয়া ঘৰৰ গৃহিণীয়ে বই উলিওৱা আৰু তিয়াই দি ৰ'দত শুকোৱা বিহুৱান পৰিয়ালৰ সদস্যসকলক দিয়ে। সেইদিনা কনিষ্ঠাই জ্যেষ্ঠজনক সেৱা কৰি আশীৰ্বাদ লয় আৰু জ্যেষ্ঠজনে কনিষ্ঠসকলক শুভেচ্ছা জনায়। বহুতে হাটীৰ বয়োজ্যেষ্ঠজনকো বিহুৰ দিনা সেৱা কৰি আশীর্বাদ লয়। সেইদিনা গা-ধুৱাৰ আগতে 'হাতী সুৰা'ৰ ঠানিৰে ভৰিৰ কলাফুলত কোবাই হেজাৰ হাতীৰ বল হোৱাৰ কামনা কৰা হয়। গা ধোৱাৰ আগতে মূৰত মাটি মাহৰ ভৰণ লোৱা হয় যাতে গোটেই বছৰ মূৰ ঠাণ্ডা থাকে। কেঁচা হালধি মিঠাতেলেৰে মিহলাই গাত ঘঁহা হয়, এই উপকৰণ বসন্ত আৰু চর্মৰোগ প্ৰতিষেধক। গা ধুই থাপনাত সেৱা জনাই বিহুৱান লোৱা হয়। সেইদিনা গোটেই ঘৰ সাৰি-মচি পৰিস্কাৰ কৰা হয়। ঠাইবোৰত গোবৰ-পানী ছটিয়াই শুদ্ধ কৰা হয়। গোবৰ কীটনাশক কাৰণে কৃষিজীৱী পৰিয়ালে শুদ্ধিকৰণৰ কাৰণে ঘৰে-বাহিৰে গোবৰ পানী ছটিয়ায়। তদুপৰি সোণ-ৰূপ, তিল, দূবৰি, আৰৈ চাউল, কেঁচা গাখীৰ পানীত মিহলাইয়ো অশুচি আঁতৰাবলৈ ছটিওৱা হয়। এইবোৰ কাম ঘৰৰ গৃহিণীয়ে কৰে।

দুপৰীয়াৰ সাজ জা-জলপানেৰে খোৱাৰ পিছত ৰাতিৰ ভাত সাজৰ কাৰণে বিশেষ প্ৰস্তুতি চলোৱা হয়। সেই দিনা জ্বলাৰে মাছ-মাংস ৰন্ধা হয়। সাতবিধ শাকৰ লগত কঠালৰ মুচি, আমৰ কলি, বেতৰ গাজ, বাঁহৰ গাজ আদি মিহলাই এখন সুস্বাদু ব্যঞ্জন কৰা হয়। ন চাউল, মাটি মাহৰ দাইল আদিও ৰন্ধা হয়। দ্বিতীয় দিনাৰ পৰা ষষ্ঠ দিনালৈ বিশেষ আহাৰ প্ৰস্তুত কৰা নহ'লেও সপ্তম দিনাখন শাত শাক ৰন্ধা হয়। লগতে দাইল, মাছ-

মাংসৰ নানাবিধ সুস্বাদু ব্যঞ্জন প্রস্তুত কৰা হয়। বৰ দোমাহীৰ দিনা ঘৰৰ চালত, চৌহদৰ বাৰীলৈ শিল দলিওৱা হয়, বিশ্বাস যে এনে কৰিলে অপদেৱতা পলায়।

## লোকবিশ্বাস

জন-জীৱনৰ মানসিক ধ্যান-ধাৰণা কৃত্ৰিম নহয়, সহজ-সৰল। যিবোৰ বুদ্ধিমান লোকে দীৰ্ঘদিন ধৰি জীৱন, প্রকৃতিৰ সূক্ষ্ম পৰ্যবেক্ষণ কৰি আহিছে তেওঁলোকেই সমাজৰ উপকাৰৰ নিমিত্তে নিজৰ জীৱনৰ মহৎ সঞ্চিত ধন লোকবিশ্বাস ৰূপে সমাজত এৰি থৈ গৈছে। ইয়াৰ মূল উদ্দেশ্য হৈছে মঙ্গল সাধন। অমঙ্গল বা অহিত কোনেও নিবিচৰে। অমঙ্গল হ'ব পৰা বিষয়ৰ পৰা আঁতৰত থকা মানৱৰ সহজাত স্বভাৱ। সেয়ে অশিক্ষিত লোকক সহজে বুজাবৰ কাৰণে বিধি-বিধানসমূহ 'পায়' বা 'নাপায়'ৰ পৰ্যায়ত ৰখা হয়। এনে বিশ্বাস পুৰুষানুক্রমে চলি আহে আৰু লোকসকলে সেইবোৰ শ্রদ্ধাৰে পালন কৰে। লোকবিশ্বাসৰ ক্ষেত্ৰত এটা কথা মনত ৰখা ভাল যে যিসময়ত এনে বহু লোকবিশ্বাসৰ সৃষ্টি হৈছিল সেই সময়ত হাবি-বননিৰ আধিক্যৰ কাৰণে অপদেৱতা, ভূত-প্ৰেত, দেও আদি নানা অনিষ্টকাৰকৰ প্ৰতি মানৱৰ এক সহজাত ভয় আছিল। সেইবোৰক আধুনিক শিক্ষিতে 'অন্ধবিশ্বাস' বা 'কুসংস্কাৰ'ৰ পৰ্যায়লৈ অবদমিত কৰিব পাৰে যদিও পৰিৱেশ-পৰিস্থিতি সাপেক্ষেহে তেনে নিৰ্ণয় কৰা উচিত। একেকোবে অন্ধবিশ্বাস বা কুসংস্কাৰৰ নামত চিৰাচৰিতভাৱে চলি অহা লোকবিশ্বাসৰ প্ৰতি অনীহা দেখুওৱা উচিত নহয়।

লোকবিশ্বাসৰ পৰিমাণ সাগৰ সদৃশ, ইয়াক থাউকতে নিৰ্ণয় কৰা টান। তথাপি নমুনা হিচাপে কিছু লোকবিশ্বাস উনুকিওৱা হ'ল।

বৰপেটা অঞ্চলত ডাক-প্ৰবচনৰ এক বিশেষ প্ৰভাৱ পৰিলক্ষিত হয়। সেয়ে লোকে নীতিমূলক দৃষ্টান্ত দিয়াৰ কাৰণে সততে ডাক প্ৰবচন আওৰায়। কৃষিজীৱী পৰিয়ালৰ কাৰণে জন্মৰ পৰা মৃত্যুলৈকে এনে এক বিষয় নাই, যি ডাকৰ বচনবোৰে সামৰি লোৱা নাই। জন্মৰ নাড়ী কটাৰ পৰা আৰম্ভ কৰি ৰন্ধন প্ৰকৰণ, খাদ্য প্ৰকৰণ, পুৰুষ-স্ত্ৰী লক্ষণ, যাত্ৰা-লক্ষণ, বৰ্ষা-লক্ষণ, সামুদ্ৰিক কথন আদিৰ পৰা মৃত্যুলৈকে নানান নীতি বচন ডাকে সামৰিছে। ইয়াৰ অধিকাংশ লোকবিশ্বাস ৰূপেও প্ৰচলিত। যথা—

**যাত্ৰা ঃ** অমাৱস্যা, প্ৰতিপদ, পূৰ্ণিমা তিথি।
মাএৰ ঘৰত নাযায় যুৱতী।।

**হাল ঃ** গুৰু শুক্ৰ চন্দ্ৰ বাৰে।
গুৰুক চিন্তি জুৰিবা হালে।।

**কৃষি ঃ** তিনি শাওণে পাণ।
এক আহিনে ধান।।

| | |
|---|---|
| **ভোজন ঃ** | দুই ভাগ অন্ন এভাগ জল। |
| | এক ভাগত থাকে বায়ুৰ বল।। |
| **দ্ৰব্যগুণ ঃ** | জেঠত দৈ আহাৰত খৈ। |
| | শাওণে মৰাপাটা খাবাগৈ।। |
| **বৃষ ঃ** | গৰু কিনিবা চিকণ জালি। |
| | দুই চাৰি ছয় দন্তীয়া ভালি।। |

কেঁচুৱা উপজিলে আত্মীয়-স্বজন, বন্ধু-বান্ধৱক মাছ দিয়া হয়। অন্নপ্ৰাসন্নৰ সময়ত মাছেৰে ভোজ দিয়া হয়। মৃতকৰ অশৌচৰ সময়ত মাছ-মাংস খোৱা নিষেধ, শ্ৰাদ্ধৰ পিছত ভোজত জ্ঞাতিৰ লগত মৃতকৰ পৰিয়ালে মাছ খাব লাগে।

লোককবিশ্বাস আছে যে ধানৰ ভঁৰালত যোৰ ফেঁটী সাপ থাকিলে ভঁৰালৰ উন্নতি হয়। নামঘৰত বাস কৰা সাপকো মানুহে পবিত্ৰ জ্ঞান কৰে। সাপে খুটি মৰা মানুহক দুৰ্ভগীয়া বুলি গণ্য কৰি পোৰা নহয়, পুতি থোৱা হয়। কথাতে কয়— সাপে খায় লেখি, বাঘে খায় দেখি।

কাউৰীক লৈ নানান লোকবিশ্বাস আছে। কাউৰীয়ে ৰমলিয়াই থাকিলে গৃহস্থই তিনিভাগ চাউল দি মঙল চায়। কাউৰীয়ে মূৰৰ ওপৰত উৰি কা কা কৰি থাকিলে অমঙ্গল হব বুলি বিশ্বাস কৰা হয়। সেইদৰে ঘৰৰ চালত শগুণ পৰা, হুদুৰে মতা অমঙ্গলসূচক। কুকুৰৰ আচৰণক লৈও নানান লোকবিশ্বাস আছে, যেনে— থিয় হৈ আহাৰ খালে কুকুৰৰ পেটত যোৱা বুলি কোৱা হয়। কুকুৰে পানী খোৱা দেখিলে অতিথি আহে, দুপৰীয়া কুকুৰে ওপৰলৈ মূৰ তুলি সুৰীয়াকৈ চিঞৰিলে অমঙ্গল হোৱা বুলি বিশ্বাস কৰে। সেইদৰে শিয়ালে দিনত হুৱা দিলে দেশৰ অমঙ্গল হয়, শিয়ালৰ লগে লগে হুৱা দিলে গাল ফুলি (পিঠা) ভোবোকাৰ হয়। গৰুৰ গোবৰ অতি পবিত্ৰ, গোবৰত থু পৰিলে ডিঙি চৰচৰায়, তেনে অৱস্থাত গোবৰত সেৱা কৰিলে নিজে নিজে ৰোগৰ উপশম হয়। সেনাৰ আগে আগে কাউৰী-শগুণ গ'লে সৈন্যদলৰ ধ্বংস অনিবাৰ্য বুলি বিশ্বাস কৰা হয়। যাত্ৰাৰ সময়ত পিছত মতা, আগেৰে মেকুৰী পাৰ হৈ যোৱা, দুৱাৰমুখত উজটি খোৱা অমঙ্গল বা দুখকাৰক বুলি বিশ্বাস। যাত্ৰা পথত যোৰ শালিকী শুভ, বিযোৰ শালিকী অশুভ বুলি গণ্য কৰা হয়। চোতালত শালিকীৰ কাজিয়া লাগিলে ঘৰতো কাজিয়া হয় বুলি ভবা হয়। গাত মকৰা পৰিলে নতুন কাপোৰ পোৱা, পখিলা পৰিলে বিবাহ নমা বুলি বিশ্বাস। জেঠীৰ টিক টিক মাতক সত্যৰ সমৰ্থনত বিশ্বাস কৰা হয়। পুৰুষৰ বাঁওফালে আৰু তিৰোতাৰ সোঁফালে জেঠী পৰিলে শুভ আৰু বিপৰীত অৱস্থাক অশুভ বুলি গণ্য কৰা হয়। ভুমিকম্পৰ আগলি বতৰা পোহনীয়া জীৱ-জন্তুৱে আগতে পায় বুলি বিশ্বাস, সেইকাৰণে সেইবোৰে অপ্ৰাকৃতিক আচৰণ কৰে।

নজৰ লগাৰ প্ৰতি ঘৰৰ মহিলাসকল সচেতন হয়। সেইবাবে নিজৰ পোণাকণক মাটিত থুই পেলাই তাৰে ফোঁট দিয়ে। মুখ লাগিব বুলি শিশুক থু-থুৱাই দিয়ে, ভয়

খোৱাজনকো থু-থুৱাই দিলে অমঙ্গল নহয় বুলি বিশ্বাস। বাৰীৰ শাক-পাচলিৰ পৰা লোকৰ নজৰ বচাই ৰাখিবলৈ ছোঁ ব্যৱহাৰ কৰা হয়। ফেঁচাই মাতিলে আৰু বাঁহ ফুলিলে ঘৰৰ অমঙ্গল হয় বুলি বিশ্বাস। ঘৰৰ আগে পাছে ঔ আৰু তেতেলি গছ হ'লে গৃহস্থৰ অমঙ্গল হয়। বসন্ত ৰোগ হ'লে বিচনাত নিম পাত, শোকোতা আৰু বিছনাৰ তলত ঔ টেঙা ৰখাৰ তাৎপৰ্য হৈছে যে এইবোৰ বসন্তৰ প্ৰতিষেধক স্বৰূপ। শ্মশানৰ পৰা অহাজনক শোকোতা আৰু নিমপাত জুইত দি সেকিব দিয়া হয় যাতে অনিষ্টকাৰক জীৱাণু নষ্ট হয়। কেঁচুৱাৰ সোনকালে মাত নুফুটিলে আহতগছৰ পাতত ভাত খুওৱা হয়। লাগন গছৰ আম ঠানি মাঙ্গলিক কাৰ্যত ব্যৱহাৰ কৰা হয়। জুইৰ ওপৰত ভৰি সেকিবলৈ, থু পেলাবলৈ বা বাঢ়নী পুৰিবলৈ নিষেধ কৰা হয়।

তুলসীৰ প্ৰতি হিন্দুসকলৰ শ্ৰদ্ধা অপৰিসীম। তুলসীৰ পূজা প্ৰত্যেক মাহত কৰিলেও গোটেই কাতি মাহটোত ইয়াৰ সমুখত ধূপ-চাকি জ্বলোৱা হয়। ইয়াক 'ভূতঘ্নী' বুলিও কোৱা হয়, বিশ্বাস যে তুলসী থাকিলে ভূত-প্ৰেতে বাহ লব নোৱাৰে। সাধাৰণতে দেওবাৰ আৰু মঙ্গলবাৰে তুলসীৰ পাত ছিঙাটো নিষেধ। নখেৰে আঘাত নকৰাকৈ তুলসীৰ পাত ছিঙিব লাগে। মুমূৰ্ষু ব্যক্তিৰ মুখত তুলসী দল আৰু গঙ্গাজল দিলে মৃতাত্মাই সদ্‌গতি পায় বুলি বিশ্বাস। সেইদৰে মৃত ব্যক্তিৰ চকু জপাই তাৰ ওপৰত তুলসীৰ পাত দিয়া হয়। তুলসীৰ জোপোহা ঠন ধৰি জাতিষ্কাৰ হ'লে গৃহস্থৰ মঙ্গল হয় বুলি বিশ্বাস কৰা হয়, সেইদৰে ই শুকালে দুৰ্ভাগ্যৰ সূচক। সেয়ে তুলসী শুকালে কোনো নৈ বা পবিত্ৰ স্থানত উভালি পেলাই দিব লাগে।

জনসমাজত সূৰ্যক অতি শ্ৰদ্ধা কৰা হয়। বিশ্বাস যে সূৰ্যৰ পূজা কৰিলে পুত্ৰ সন্তান প্ৰাপ্তি হয়। সূৰ্যোপসনাৰ বলত কুষ্ঠৰোগী নিৰাময় হয়। আকাশৰ ধ্ৰুৱ তৰাৰ দৰ্শন পৱিত্ৰ বুলি মনা হয়। ন দম্পতিক ধ্ৰুৱ তৰাৰ দৰ্শন কৰোৱা হয়, বিশ্বাস যে এনে কৰিলে দুয়োৰে দাম্পত্য জীৱন ধ্ৰুৱৰ দৰে অটল আৰু স্থায়ী হ'ব। পপিয়াতৰাৰ দৰ্শন অমঙ্গলসূচক, পপিয়াতৰা খহিলে অমঙ্গল নাশ হোৱাৰ কাৰণে সাতজন ঋষিৰ নাম উচ্চাৰণ কৰিবলৈ কোৱা হয়। ধূমকেতু, উল্কাৰ পতন অশুভ বুলি বিশ্বাস কৰা হয়। মেঘ সম্বন্ধেও নানান বিশ্বাস আছে— বগা মেঘে পানী বৰষে আৰু ক'লা মেঘে গৰ্জন কৰি ভয় খুৱায়। খৰাং বতৰত ভেকুলীৰ বিয়া পাতিলে বৰ্ষা হয় বুলি বিশ্বাস। একেৰাহে কেবাদিনো বৰষুণ দি থাকিলে নিজৰ সকাম-নিকামৰ কাৰণে বৰষুণ বন্ধ কৰিবলৈ তিৰোতাই বাঢ়নী ওলোটাকৈ পোতে। বৈদিক আৰ্যসকলে পৃথিৱীক মাতা আৰু সংসাৰৰ মনুষ্যক ইয়াৰ পুত্ৰ বুলি অভিহিত কৰিছিল— 'মাতাভূমিঃ, পুত্ৰোহং পৃথিব্যা।' সেয়ে ৰাতিপুৱা ভূমিত ভৰি ৰখাৰ সময়ত 'পাদ স্পৰ্শ ক্ষমাস্ব মে' বুলি পৃথিৱী মাতাৰ ওচৰত ক্ষমা বিচৰা হয়। এই পৃথিৱীৰ ধূলিক পবিত্ৰ জ্ঞান কৰা হয়। মাতা, পিতা, গুৰুৰ চৰণ ধূলি শিৰত ধাৰণ কৰাটো সৌভাগ্যসূচক বুলি বিশ্বাস কৰা হয়। অম্বুবাচীৰ সময়ত হাল বোৱা নহয় বা সেই কেইদিন গাঁত আদিও খন্দা নহয়।

## বিৱৰ্তনমুখী সমাজ

সমাজ গতিশীল। মানৱৰ ভাব-চিন্তাৰ বিকাশ-উৎকৰ্ষতাৰ কাৰণে জীৱন ধাৰণৰ প্ৰণালীৰ দ্ৰুতভাৱে পৰিৱৰ্তন হোৱা দেখা যায়। পুৰণি দিনৰ অজ্ঞানতা, অন্ধবিশ্বাস, কু-সংস্কাৰৰ জড়তা আজি ভালেখিনি নাইকীয়া হৈ শিক্ষাৰ পোহৰেৰে, বিজ্ঞানৰ চমৎকাৰেৰে জীৱন ধাৰণৰ প্ৰণালীত নতুন মাত্ৰা চৰিছে। বিশ্বায়নৰ ধামখুমিয়াত আমি আজি নিজকে পাহৰিলে অস্তিত্বহীন হোৱাৰ আশংকা প্ৰবল হৈ পৰাটো স্বাভাৱিক। সেয়ে সমাজৰ কাঠামো ভাঙি পেলাব নোৱাৰো। নিজৰ সমাজৰ পৰম্পৰাৰ মাজত নিহিত হৈ থাকে মহৎ ঐতিহ্যৰ বীজ। এই বীজ পূৰ্বপুৰুষৰ পৰা উত্তৰপুৰুষলৈ বপন হৈ নাথাকিলে ঐতিহ্যৰ মহান বৃক্ষ অক্ষত হৈ থাকিব নোৱাৰে। নিজকে অস্তিত্বহীন কৰিব খোজাটো কোনো আধুনিক মানসিকতা হ'ব নোৱাৰে, বৰং ঐতিহ্যৰ পৰম্পৰাক আমাৰ মাজত সঞ্জীৱিত কৰি ৰাখিব পৰাতহে কৃতিত্ব নিৰ্ভৰ কৰে। আমাৰ দৰে উত্তৰ পুৰুষেও সমাজ সংস্কৃতিৰ বাহক হৈ থাকি গৌৰৱবোধ কৰিব পৰাৰ পথ আমিয়েই প্ৰদৰ্শন কৰিব লাগিব।

## সহায়ক গ্ৰন্থপঞ্জী


| | |
|---|---|
| অসমীয়া বিভাগ, কটন কলেজ (সঃ) | ঃ অসম গৌৰৱ |
| অক্ষয় কুমাৰ মিশ্ৰ (সঃ) | ঃ বৰপেটা জিলাৰ লোক-সংস্কৃতি |
| দণ্ডীৰাম দত্ত (সঃ) | ঃ ডাকৰ বচন |
| দীগম্বৰ দাস | ঃ বৰপেটাৰ বুৰঞ্জী |
| নবীন চন্দ্ৰ শৰ্মা (সঃ) | ঃ ডাক প্ৰবচন |
| প্ৰফুল্ল দত্ত গোস্বামী (সঃ) | ঃ বাৰ মাহৰ তেৰ গীত |
| ফুলকুমাৰী কলিতা (সঃ) | ঃ আয়তীৰ উৰুলি |
| বিৰিঞ্চি কুমাৰ বৰুৱা | ঃ অসমৰ লোক-সংস্কৃতি |
| ভূপেন্দ্ৰ ৰায়চৌধুৰী | ঃ অসমীয়া লোক সাহিত্য কী ভূমিকা |
| | ঃ বৰপেটা সত্ৰৰ ইতিবৃত্ত। |
| | ঃ শ্ৰীশ্ৰী মথুৰাদাস বুঢ়াআতাৰ জীৱন সুৰভি |
| ৰমেশ দাস (সঃ) | ঃ সাহিত্য-সংস্কৃতি আৰু বৰপেটা |
| যোগেশ চন্দ্ৰ তামুলী (সঃ) | ঃ অসমীয়া লোকগীতি সংগ্ৰহ। |




# ডেপুটীৰ জীৱন ঃ বৰপেটা প্ৰসংগ

**গিৰীশ চন্দ্ৰ নাগ**

[ড° অমলেন্দু গুহৰ ব্যক্তিগত পুথিভৰাঁলত ১৯২৭ চনতে ছপা হোৱা গিৰীশ চন্দ্ৰ নাগৰ পুথি 'ডেপুটীৰ জীৱন'ৰ ৩৭০ পৃষ্ঠাৰ পৰা ৪২১ পৃষ্ঠাৰ জেৰক্স প্ৰতিলিপি সংৰক্ষিত হৈ আছিল। এবাৰ ড° গুহৰ কিতাপ-পত্ৰবোৰ ঠিকঠাক কৰোঁতে তেওঁৰ পত্নী ড° অনিমা গুহই ডেপুটীৰ জীৱনৰ পাতকেইখিলা পাই পঢ়ি আনন্দিত হ'ল আৰু বাতৰি কাকতৰ নিয়মীয়া স্তম্ভত লিখিলে 'বৰপেটাৰ কাৰৈ মাছ'। এই লেখাটোত অৱশ্যে নৱনীতা সেনৰ ডিঙিত কাৰৈ মাছৰ কাঁইট লগাৰ বিষয়েও বৰ্ণনা আছে। ড° অনিমা গুহৰ সদ্যপ্ৰকাশিত গ্ৰন্থত (নীল আকাশৰ তলত) এই লেখাটো পঢ়ি আমি বৰ ৰোমাঞ্চিত হৈ পৰিছিলো। সেইবাবে মূল লেখাটো চোৱাৰ হেঁপাহেৰে বন্ধুবৰ অলক অধিকাৰীৰ লগত ড° অনিমা গুহৰ ঘৰ পাইছিলো। বাইদেৱে বিচাৰ-খোচাৰ কৰি পাতকেইখিলা আমাক দি অনুগৃহীত কৰিলে।

'ডেপুটীৰ জীৱন' গিৰীশ চন্দ্ৰ নাগৰ জীৱন বৃত্তান্ত। উপ-ন্যায়াধীশ নাগে ১৯০৬ চনত বৰপেটালৈ মহকুমাধিপতি হৈ আহিছিল কলিকতাৰ (কলকাতা) পৰা। বৰপেটাত থকা সময়ত লাভ কৰা অভিজ্ঞতাৰ বৰ্ণনা পঞ্চদশ-ষষ্ঠদশ অধ্যায়ত কৰিছে। আমি পোৱা পাতকেইখিলাত চতুৰ্দশ অধ্যায়ৰ শেষৰ পাতখিলাৰ পৰা ষষ্ঠদশ অধ্যায়ৰ বৰপেটাৰ পৰা ওভতনিলৈহে আছে।

শ্ৰীনাগ কলিকতাৰ পৰা অসমৰ বৰপেটালৈ সম্ভৱতঃ আহিব খোজা নাছিল। এই বিষয়ে মুৰব্বী অধিকাৰীৰ লগত কথা-বতৰা পাতিও হয়তো বিফল হৈছিল। ইংৰাজীত হোৱা দীঘলীয়া বাৰ্তালাপৰ শেষৰ কেইটামান শাৰীহে পোৱা গৈছে য'ত তেওঁৰ আপত্তি ৰজা নাই, বৰপেটালৈ আহিবলৈ আদেশ হৈছে। পাঠকৰ জ্ঞাতাৰ্থে বাক্যালাপৰ ইংৰাজী শাৰীকেইটা উদ্ধৃত কৰা হ'ল ঃ

What do you expect from Mr. (oh beg your pardon) Sir Bamfylde Fuller who could have treated as shabbily a member of the C.S. of Mr. S's posision? You are only a petty Deputy Magistrate, so I say, do

not murmur but proceed to Barpeta quietly.

বাংলা ভাষাত লিখা 'ডেপুটীর জীবন'ৰ বৰ্ণনাত ইংৰাজী শব্দৰ প্ৰাচুৰ্য দেখা যায়। সেয়ে মূল কিতাপত থকা ইংৰাজী শব্দবোৰ একেদৰে ৰাখি কেৱল বাংলা বিৱৰণৰ অসমীয়ালৈ ভাষান্তৰ কৰা হ'ল।

এই বিৱৰণে যোৱা শতিকাৰ প্ৰথম দশকৰ বৰপেটাৰ সামাজিক, অৰ্থনৈতিক, শাসন প্ৰণালী আদিৰ ৰূপৰেখা কিছু পৰিমাণে হ'লেও দাঙি ধৰিব পাৰিছে। ইয়াক বৰপেটাৰ বিষয়ে এক গুৰুত্বপূৰ্ণ নথি বুলি প্ৰকাশ কৰা হ'ল। এই সুযোগতে ড° অমলেন্দু গুহ আৰু ড° অনিমা গুহলৈ আমাৰ কৃতজ্ঞতা যাচিলোঁ। — সম্পাদক]

বৰপেটা সম্বন্ধে কিছু কথা জনাৰ অভিপ্ৰায়েৰে Secretariatৰ বাবুসকলৰ সৈতে দেখা কৰিলোঁ। এজন ভদ্ৰলোকে সেই ঠাইৰ বিষয়ে বেছ Encouraging ৰিপোৰ্ট দিলে আৰু সেই ঠাইত কোনো বিষয়তে আমাৰ কষ্ট নহয় বুলি ক'লে। খোলাবন্ধা ষ্টীমাৰ ষ্টেচনত নামি কেনেদৰে যাব লাগিব সেই বিষয়েও কৈছিল। তেওঁৰ কথাত কিছু আশ্বস্ত হ'লো। আগলৈ তেওঁৰ বক্তব্যৰ সত্যতাও অনুভৱ কৰিব পাৰিছিলো। পিছদিনাখন নেত্ৰকোণালৈ উভতি আহিলো আৰু আমাৰ relief অহালৈ অপেক্ষা কৰিবলৈ ধৰিলো।

## অসম যাত্ৰা

জানুৱাৰীৰ (১৯০৬ খৃঃ) শেষভাগত নেত্ৰকোণাৰ কাৰ্যভাৰ চমজাই দি সুদূৰ অসমলৈ যাত্ৰা কৰিলো। সম্পূৰ্ণ অপৰিচিত সেই দেশ, যাৰ বিষয়ে শিশুকালৰ পৰাই ভালেমান অদ্ভুত কাহিনী শুনিছিলো। তেনে এখন ঠাইলৈ শাস্তিমূলক ব্যৱস্থাৰ অন্তৰ্গত যাব লগা হোৱাত কিছু বিষাদৰ লগত সামান্য আশা আৰু আনন্দৰ কথা আছিল যে নেত্ৰকোণাৰ গৰমৰ পৰা সকাহ পাম।

নেত্ৰকোণাত থকা সময়ত social বা সামাজিক জীৱনটো এক প্ৰকাৰ স্থবিৰ আৰু একঘেয়ামী আছিল। কেৱল চৰকাৰী কাম-কাজ আৰু স্বদেশী আন্দোলনৰ বাবে হোৱা ঘটনাসমূহৰ ৰিপোৰ্ট আৰু কৈফিয়ৎ তলব কৰাৰ কামতেই ব্যস্ত হৈ থাকিলগীয়া হৈছিল। তাত সাধাৰণভাৱে মিলামিছা কৰাৰ সুযোগ নাছিল। কেতিয়াবা আমাৰ বঙলাত ডাক্তাৰ আৰু দুই চাৰিজন মুন্সিফৰ লগত তাচ খেলিছিলো। সেইবাবে নেত্ৰকোণা এৰিব লগা হোৱা কাৰণে আমাৰ বিশেষ দুখ হোৱা নাছিল। অৱশ্যে প্ৰফুল্লৰ শৰীৰ প্ৰসূতি ৰোগৰ কাৰণে অতিশয় দুৰ্বল হৈ পৰিছিল। এনে অৱস্থা সত্ত্বেও পৰিবাৰক লগত লৈ অসমলৈ ওলালো।

## বৰপেটাৰ পথত

প্ৰথমে মৈমনসিংহ, তাৰ পৰা ট্ৰেইনেৰে জগন্নাথগঞ্জলৈ গৈ আসাম মেইল ser-

vice স্টীমাৰত উঠিলো। যিটো কেবিন ভাড়া কৰিলো সেইটো সুন্দৰ আৰু আৰামদায়ক আছিল। লগত ৰান্ধনি নাছিল। Steamer ৰ আহাৰ বৰ উপাদেয় আছিল। দ্বিতীয় দিনা ৰাতি প্ৰায় ১০/১১ মানত খোলাবন্ধা পালো। তাত নামি দেখিলো ভালেমান মানুহে আমাৰ আগমনৰ কাৰণে অপেক্ষা কৰি আছিল। শ্ৰীযুত সৰ্বানন্দ শৰ্মাই ( An Assamese gentleman) তেওঁৰ অধীনস্থ কৰ্মচাৰী, পিয়ন, গাঁৱৰ দুজনমান গাঁওবুঢ়া ( Village headman) আদি ভালেমান লোকৰ লগত উপস্থিত হৈছিল। তেওঁ আমাৰ খোৱা-বোৱাৰ বন্দোবস্তও কৰি ৰাখিছিল। সকলোবোৰ বঙালীধৰণৰ খাদ্য, মুগৰ দাইল, মাছৰ জোল ইত্যাদি। তাত এটা খেৰৰ temporary inspection bunglow আছিল, তাতেই আশ্ৰয় ল'লো। বেচ হাড়কপোঁৱা জাৰ, বঙ্গদেশতকৈ বেছি। পিছদিনাখন আমাক খাবলৈ দিয়া হ'ল— দাইল, মাগুৰ মাছৰ জোল ইত্যাদি। ম'হৰ দৈ অতি চমৎকাৰ মাখনযুক্ত। নাও , হাতী, গৰুগাড়ী আদিৰ সকলো আয়োজন আছিল। প্ৰফুল্লই এখন গৰু-গাড়ীত উঠিল, বিমল, মন্তা আদিয়ে হাতীত। বয়বস্তুবোৰ কেবাখনো নাৱত বজাই দিয়া হ'ল। মই বাইচাইকেলেৰে আৰু কিছুদুৰ হাতীত উঠি যাবলৈ ধৰিলো। খোলাবন্ধাৰ পৰা বৰপেটা হৈছে ১৪ মাইল। দুয়োফালে ১৫/১৬ ফুট ওখ, নল-খাগৰিৰ হাবি। মাজে মাজে দুই-তিনিখনমান সৰু সৰু গাঁও। হাবি অৰণ্যে ভয়ানক আছিল, তাত বাঘ, ম'হ, গাহৰি আদি নানা ধৰণৰ জন্তু আছিল। সৰুকালিতে শুনা কাহিনীৰ বাস্তৱ ৰূপ দেখিলো। সেই দৃশ্য বৰ নিৰাশাজনক। এইদৰে আবেলি ৩-৪ টামান বজাত বৰপেটাৰ এমাইলমান পুব-দক্ষিণে থকা চাউলখোৱা নদীৰ কাষ পালো। নদী পাৰ হৈ, গৰুগাড়ীৰ পিছে পিছে বালি চাপৰিত চাইকেল হাতেৰে ধৰি আগবাঢ়িব ধৰিলো। তেতিয়া সেই অৱস্থা দেখি প্ৰফুল্লই ক'লৈ, 'এনে ঠাইলৈকেওনো মানুহে পৰিয়াল লৈ আহেনে?' ঠিক সন্ধ্যাৰ আগে আগে S.D.O ৰ বঙলাত উপস্থিত হলো। বঙলাটো কোৰ্টৰ ওচৰত। ডেপুটী মেজিষ্ট্ৰেট শ্ৰীযুত যোগেশ চন্দ্ৰ দত্তই (যি তাত 2nd officer আৰু সেই সময়ত Sub-dl. officer আছিল) কোৰ্টৰ পৰা আহি আমাক আদৰ-অভ্যৰ্থনা জনালে। তেওঁৰ সৌজন্যতা আৰু সহৃদয়তাই প্ৰথমৰ পৰাই মোক আকৰ্ষণ কৰিছিল। তেওঁ ক'লে যে তেওঁৰ ঘৰতেই ৰাতি আমাৰ খোৱা-লোৱাৰ ব্যৱস্থা কৰা হৈছে। পুৱাই বঙলাত সোমালো। তেওঁ বেচ সৰলতাৰে প্ৰফুল্লৰ কাষলৈ গৈ নমস্কাৰ জনাই ক'লে, 'আপুনিতো আমাৰ বৌদিদি, কোনো লাজ নকৰিব, আমাৰ ঘৰত আপুনি আহাৰ গ্ৰহণ কৰিব।' তেওঁৰ নিজৰ কোনো ঘৰ নাছিল। Police Inspector ৰ আবাস খালি আছিল, তেওঁ সপৰিয়ালে তাতেই আছিল। পিছত মই Deputy Commissioner ৰ অনুমতি লৈ তেওঁক মোৰ বাংলোৰ একাংশ এৰি দিছিলো, তেওঁ পৰিয়ালৰ সৈতে তাতেই আছিল। চাবডিভিজনেল অফিচাৰৰ বাসগৃহ (quarters) অতি মনোৰম। আসাম পেটাৰ্ণৰ বঙলা। খেৰৰ ছালি, ইকৰাৰ চুণকাম কৰা বেৰ, কাঠৰ প্লেটফৰ্ম।

কাঁচৰ খিৰিকিবোৰ অতি সুন্দৰ। দুটা ডাঙৰ bedroom , এটা সুবৃহৎ dining hall, দুটা dressing room, দুটা bathrooms, বঙলাৰ তিনিওফালে খাৱৈ, তাৰপৰাই মাটি তুলি site ওখ কৰা হৈছিল। সম্মুখত পূবফালে আলিবাট, তাৰ বিপৰীতফালে circuit house, আৰু circuit house ৰ দক্ষিণে court house আৰু court-compound. বঙলাৰ উত্তৰফালৰ অনতিদূৰত চাউলখোৱা নদী যি প্ৰায় চাবডিভিজনৰ দক্ষিণাংশ প্ৰদক্ষিণ কৰি প্ৰবাহিত হয়। বঙলাত আছে এটা Tube well বা নলী নাদ, সুন্দৰ মিঠা পানী প্ৰচুৰ পৰিমাণে যোগান ধৰে। ইয়াৰ পূৰ্বে ইমান সুন্দৰ ঘৰত বাস কৰা নাই।

## অসমত কৰ্মজীৱন

পিছদিনাখন ৩ ফেব্ৰুৱাৰীত কামত যোগদান কৰিলো। ইয়াতে S.D.O ই ভালেমান দাঁয়িত্বপূৰ্ণ কাম কৰিব লাগে। দেৱানী, ফৌজদাৰী উভয় শ্ৰেণীৰ মোকৰ্দমাৰ বিচাৰ কৰিব লাগে। চাবজজৰ আৰু চেটেলমেন্ট অফিচাৰৰ ক্ষমতা আছিল। তাত জমিদাৰী (Permanent settlement) নাই। সকলো প্ৰজাই গৱৰ্ণমেন্টক খাজনা দিয়ে। এই খাজনা প্ৰতিখন মৌজাৰ মৌজাদাৰে আদায় কৰে। মৌজাদাৰসকলে কমিছন পায়। মৌজাদাৰসকল বিশেষ ক্ষমতাশালী ব্যক্তি, খাচমহলৰ তহসিলদাৰৰ দৰে। বিভিন্ন centre ত কেবাজনো Sub-Deputy Collector, Circle officer থাকে, তেওঁলোকে মাটিৰ হিচাপ, বন্দোবস্ত, খাজনা নিৰ্দ্ধাৰণ, হস্তান্তৰ প্ৰভৃতি Revenue কাৰ্য কৰে। S.D.O এওঁলোকৰ ওপৰস্থ settlement officer. তাৰ Local Board ক্ষুদ্ৰ ডিষ্ট্ৰিক্ট বোৰ্ডৰ দৰে। প্ৰায় লক্ষ টকাৰ আয়। Primary Education আৰু আলিবাটৰ কাৰণে অধিকাংশ টকা ব্যয় হয়। S.D.O ইয়াৰ Chairman. চহৰৰ জনসংখ্যা ১০,০০০ ৰ অলপ বেছি। এটা ক্ষুদ্ৰ মিউনিচিপ্যালিটি আছে। S.D.O তাৰ Chairman এই সকলোবোৰ বিষয়ৰ তত্ত্বাবধান আৰু ইয়াৰ অন্তৰ্গত স্থানবোৰৰ পৰিদৰ্শন কৰিব লাগে। জাৰকালি প্ৰায় ছমাহ এজন ডেপুটী কালেক্টৰ 2nd officer থাকে, তেওঁ বেছিভাগ দেৱানী মোকৰ্দমাৰ বিচাৰ কৰে। আন ছমাহ S.D.O ই অকলে বিচাৰকাৰ্য চলায়। ফৌজদাৰী মোকৰ্দমাৰ সংখ্যা কম। গুৰুতৰ অপৰাধ যেনে হত্যা, ডকাইতি, কটাকটি-মৰামৰি অত্যন্ত কম। অধিবাসীসকল সত্যবাদী আৰু শান্তিপ্ৰিয়। ধনীও নহয়, দৰিদ্ৰও নহয়। এজন বৃদ্ধ উকীলে মোক কৈছিল, 'মোৰ দেশত আকালো নাই ভৰাঁলো নাই' অৰ্থাৎ দুৰ্ভিক্ষও নাই ঐশ্বৰ্যও নাই। সেইবাবে বঙ্গদেশৰ দৰে S.D.O ই বিচাৰ কাৰ্যৰ কাৰণে সদায় ব্যস্ত থাকিব নালাগে। প্ৰাথমিক শিক্ষা, বাটঘাটৰ পৰিদৰ্শন আৰু উন্নতি সাধনৰ কাৰণে ভালেখিনি সময় পাওঁ আৰু সেইবোৰত খৰচ কৰোঁ।

প্ৰথমতে সম্ভৱতঃ Mr. Bentinck I.C.S ডেপুটী কমিশনাৰ আৰু Mr. Monahan I.C.S কমিশনাৰ আছিল। এওঁলোক দুয়োই কৃতি আৰু সহৃদয় ৰাজ কৰ্মচাৰী আছিল। তাৰপিছত Major D. Herber I.A ডেপুটী কমিশনাৰ হৈছিল, এওঁ মিলিটাৰী of-

ficer, পিছলৈ Colonel উপাধি পাইছিল। এওঁ যিদৰে এজন সুদক্ষ ৰাজকৰ্মচাৰী, সেইদৰে ভদ্ৰ আৰু সুপণ্ডিত লোক আছিল। এওঁৰ সৌজন্য, সদ্ ব্যৱহাৰ আৰু সহানুভূতিৰ অলেখ উদাহৰণ পাইছিলো, সেইবোৰ পিছত উল্লেখ কৰিম। Colonel Gorder পিছলৈ Commissioner হৈছিল। তেওঁ অসমবাসীৰ অতি প্ৰিয়পাত্ৰ আছিল।

মই প্ৰায় ৮ মাহকাল ইয়াত চাকৰি কৰিলো। প্ৰথম দুমাহমান কাম-কাজ বুজোতে আৰু অসমীয়া ভাষা শিকোতে অতিবাহিত হ'ল। অসমীয়া ভাষা বাংলাৰ সমগোত্ৰীয় যদিও উচ্চাৰণৰ সামান্য পাৰ্থক্য আছে, সহজতে ভাষা শিকিলো, খৰখৰকৈ কোৱাৰ অভ্যাস হ'ল যদিও শুদ্ধকৈ লিখিব নোৱাৰো, ব্যাকৰণৰ ভুল হয়। এই অলপ কেইমাহত সাধাৰণভাৱে ৰাজকাৰ্য কৰিলো, ইয়াত বিশেষ উল্লেখযোগ্য একো নাই।

## কোচবিহাৰৰ মহাৰাজাৰ চিকাৰ

এইবাৰ শীতৰ শেষৰ ফালে কোচবিহাৰৰ মহাৰাজা স্বৰ্গীয় হিজ হাইনেচ নৃপেন্দ্ৰ নাৰায়ণ ভূপ বাহাদুৰে বৰপেটাৰ হাবিত চিকাৰ কৰিবলৈ আহিছিল গৱৰ্ণমেন্টৰ অনুমতি সাপেক্ষে। এই চিকাৰ কাৰ্যত মই তেওঁক ভালেখিনি সহায় কৰিছিলো। তেওঁৰ কোনো মানুহে তেওঁক কৈছিল যে মই জীৱনৰ প্ৰথম ভাগত তেওঁৰ ৰাজ্য মেখলিগঞ্জত আছিলো, আৰু দেৱান বাহাদুৰ কালিকা দাস দত্ত মহাশয়ে মোক ইতিপূৰ্বে এই বিষয়ে লিখিছিল। মহাৰাজে চিকাৰ কৰাৰ বাবে বৰপেটা হৈ গৈছিল, মই যেতিয়া তেওঁক সাক্ষাৎ কৰিলো তেতিয়া তেওঁ কৈছিল, 'তুমিতো আমাৰেই মানুহ, আমাৰ সকলো অভাৱ-অভিযোগ তোমাকেই কম ইত্যাদি।' মই কুলি সংগ্ৰহ, খাদ্যৰ যোগান আদি অনেক ক্ষেত্ৰত তেওঁৰ সুবিধা কৰি দিছিলো। তেওঁৰ অফিচাৰ আৰু সঙ্গীসকলে আমাক চিকাৰ খেলা চাবলৈ নিমন্ত্ৰণ জনালে। মই আৰু যোগেশ বাবুৱে এদিনাখন গৰুগাড়ীৰে তেওঁলোকৰ চিকাৰকেম্পলৈ গ'লো। এই camp টো বৰপেটাৰ পৰা ১২ মাইল দূৰৈত, বেকী নামৰ এটি পৰ্বতীয়া নৈৰ পাৰত অৱস্থিত। ৰাতিপুৱাতে আহাৰ কৰি হাতীৰে বাহিৰ ওলাই চিকাৰ চোৱাৰ বন্দোবস্ত হ'ল। তেওঁলোকৰ এটা তম্বুত আহাৰ কৰিবলৈ বহিলো, ইয়াৰ কাষৰ অন্য এক তম্বুৰ তলত দেখিলো এজন মানুহ কলেৰাত আক্ৰান্ত হৈ আৰ্তনাদ কৰিব ধৰিছে। তেতিয়া আমাৰ আহাৰ আৰু চিকাৰ দৰ্শনৰ আনন্দ থিতাতে নাইকিয়া হ'ল। কোনোমতে আহাৰ খোৱা শেষ কৰি ৰোগীজনৰ চিকিৎসাৰ কি ব্যৱস্থা কৰা হৈছে আৰু আমাৰ সহায়ৰ কিবা প্ৰয়োজন আছে নে নাই সেই বিষয়ে অনুসন্ধান কৰিলো। দেখা পালো যে মহাৰাজৰ লগত অহা ডাক্তৰে চিকিৎসা কৰিছে, আমাৰ সহায়ৰ কোনো প্ৰয়োজন নাই। তেতিয়াই আমি বৰপেটালৈ উভতিলো।

## ছুটীত ঘৰলৈ

ইয়ালৈ অহাৰ পিছতো প্ৰফুল্লৰ প্ৰসূতি পীড়া একেদৰেই থাকিল। অজীৰ্ণতা আৰু শৰীৰৰ দুৰ্বলতা উভয়েই বেছ প্ৰবল। ভাবিলো যে কিছুদিন নিজৰ ঠাইত থাকিলে স্বাস্থ্যৰ

উন্নতি ঘটিব। তিনি মাহৰ ছুটী ল'লো। ১৫ চেপ্তেম্বৰত বৰপেটা পৰিত্যাগ কৰি গোয়ালন্দগামী ষ্টিমাৰেৰে পোৰাবাৰী পালো, তাৰ পৰা শাকৰাইললৈ গ'লো। তাত মা বৰদাসুন্দৰীৰ বৈধব্যৰ কাৰণে সহানুভূতি জনোৱা বিশেষ উদ্দেশ্য আছিল। সম্ভৱতঃ তাত এদিন থাকি ঘৰলৈ গ'লো।

আমাৰ ঠাইৰ ঘৰবোৰ টিনৰ আছিল। পৰিস্কাৰ আৰু দেখনিয়াৰ হোৱা স্বত্বেও বৰ comfortable যেন লগা নাছিল। জাৰ আৰু জহ উভয় ঋতুৰ প্ৰকোপ বেছি অনুভূত হৈছিল। প্ৰফুল্লৰ অসুখ বৰং বাঢ়িলহে। গাঁৱৰ এজন ব্ৰাহ্মণে (তাৰিণীপ্ৰসাদ চক্ৰৱৰ্তী মহাশয়) এবিধ তেল ব্যৱহাৰ কৰিবলৈ দিলে। ইয়াক ব্যৱহাৰ কৰাৰ পিছত ৰোগীৰ অৱস্থা ক্ৰমশঃ ভাললৈ আহিল।

তেতিয়া মোৰ প্ৰথম শশুৰৰ ঘৰত শাৰদীয় পূজা হৈছিল। প্ৰফুল্ল আৰু সন্তানসকলে তাত পূজাৰ আনন্দ উপভোগ কৰিলে। সেই ঘৰতো প্ৰফুল্লই জীৰ দৰে আদৰ পাইছিল।

চাওঁতে চাওঁতে তিনি মাহৰ ছুটী শেষ হ'ল। গেজেট নোটিফিকেশনত দেখিলো মোক গুৱাহাটীলৈ বদলি কৰিছে। চৰকাৰৰ আদেশো পালো। ফলত পৰিবাৰক লগত লৈ গুৱাহাটীলৈ ৰাওনা হ'লো। পোৰাবাৰীত ষ্টিমাৰত উঠি পূৰ্ব পৰিচিত পথেৰে তৃতীয় দিনাখন গুৱাহাটী পালো। একপ্ৰকাৰ trip বৰ মজাৰ আছিল। পোৰাবাৰীৰ বিখ্যাত ৰসগোল্লা লগত আছিল। ষ্টিমাৰত এজন ব্ৰাহ্মণে হিন্দু ৰীতি অনুসৰি ৰান্ধনিৰ কাম কৰিছিল। তেওঁ দাইল, মাছৰ জোল, ভাত আদি ৰান্ধিছিল। পছন্দ অনুসৰি ২/১ টা course আমি আন ৰান্ধনিৰ পৰা লৈ Anglo-vernacular ধৰণে ভোজন পৰ্ব সমাধা কৰিলো। এই ক্ষন্তেকীয়া জলভ্ৰমণে প্ৰফুল্লক কিছু আনন্দ দিলে।

## গুৱাহাটী আৰু বৰপেটা

১৫ ডিচেম্বৰত গুৱাহাটী পালো। তাত শুক্লেশ্বৰ দেৱালয়ৰ কাষত আমাৰ কাৰণে এটা ঘৰ ভাড়া কৰা হৈছিল। বেছ পুষ্পোদ্যান শোভিত compound, ডাঙৰ খেৰৰ ছালিযুক্ত পকী দেৱালৰ ঘৰ। মজিয়াখন পকা যদিও বৰ low. জাৰৰ প্ৰকোপ বেছি, মজিয়াত খালি ভৰিৰে খোজ কঢ়া অসম্ভৱ। প্ৰফুল্লই নিজৰ ৰুগ্ন শৰীৰেৰে মজিয়াত খোজ কাঢ়ি কয়, 'ই দেখোন বৰফেৰে তৈয়াৰ কৰা মজিয়া।' সেইবাবে চটি জোতা কিনিব লগাত পৰিল। ইয়াৰ আগতেও তেওঁ প্ৰয়োজন অনুসৰি জোতা ব্যৱহাৰ নকৰা নহয়, কিন্তু অনবৰত জোতা পিন্ধাৰ অভ্যাস নাছিল। ৰাতি হাড় কপোঁৱা জাৰে বৰ আমনি দিবলৈ ধৰিলে। তেতিয়া বৰপেটাৰ comfortable living ৰ কথা ভাবি আমাৰ দুৰ্ভাগ্যক দুষিবলৈ ধৰিলো। যিয়েই নহওক, পিছদিনাখন charge লৈ কামত যোগদান কৰিলো। এটা ফৌজদাৰী মোকৰ্দমাৰ নিস্পত্তি কৰিলো। পিছদিনাখন ডেপুটী কমিশনাৰে মোক মাতি নি ক'লে, 'তুমি পুনৰাই বৰপেটালৈ যাব লাগিব, সদ্যহতে তুমি charge make

over কৰি তোমাৰ যোৱাৰ বিষয়ে বৰপেটালৈ টেলিগ্ৰাম কৰা।' মই ধন্যবাদ দি ঘৰলৈ উভতিলো। গৃহিণীয়ে শুনি আনন্দিত হ'ল। পিছদিনাখনেই বৰপেটালৈ ৰাওনা হ্ম বুলি টেলিগ্ৰাম কৰিলো। তেতিয়ালৈ সকলোবোৰ বয়বস্তু খোলা হোৱা নাছিল।

## কামাখ্যা মন্দিৰ দৰ্শন

ৰাতিপুৱা দহটামান বজাত আমি কামাখ্যা মন্দিৰ দৰ্শন কৰিবৰ নিমিত্তে ৰাওনা হ'লো। কামাখ্যা পাহাৰৰ দক্ষিণফালে যি চিৰি আছে সেইবোৰ অত্যন্ত steep বুলি কেবাজনেও পৰামৰ্শ দিলে যে উত্তৰফালে ব্ৰহ্মপুত্ৰৰ পৰা যি বাট মন্দিৰলৈ গৈছে সি আপেক্ষিকভাৱে সহজ আৰু ৰুগ্না প্ৰফুল্লৰ কাৰণে সুবিধাজনক হ'ব। সেইবাবে নাৱেৰে উত্তৰ ফালে গৈ সেই বাটেৰে উঠিলো। কামাখ্যাত পূজা দিয়া হ'ল। পাণ্ডাই প্ৰফুল্লক তেওঁলোকৰ ঘৰলৈ নি ভাত আঞ্জা আৰু দেৱীৰ প্ৰসাদস্বৰূপ ছাগলৰ মাংসৰ জোলেৰে আহাৰ খুৱালে। মই তালৈ নগ'লো। প্ৰফুল্লই কৈছিল যে পাণ্ডা ডাঙৰীয়াৰ পত্নী এক অনন্য সুন্দৰ ৰমণী যেন ভগৱতীৰ প্ৰতিমা আৰু তেওঁৰ হাতৰ ৰন্ধাও অনুপম। দক্ষিণ ফালৰ চিৰিৰে নামি ঘোঁৰাঁৰ গাড়ীৰে ঘৰলৈ উভতিলো। কামাখ্যা পৰম ৰমণীয় স্থান। পৰ্বতশৃঙ্গত মন্দিৰ। মন্দিৰত প্ৰবেশ কৰি কিছু তললৈ যাব লাগে, তাতেই 'পীঠ' আছে। কোঠালীটো অন্ধকাৰময়। সদায় বন্তি প্ৰজ্বলিত হৈ থাকে। মন্দিৰৰ বাহিৰত এটা পুখুৰী আছে, তাত ভালেমান কাছ দেখিলো। আচৰিত কথা যে সেই পাহাৰৰ ওপৰতো ভালেমান নাৰিকলৰ গছ আছে। সৰ্বোচ্চ শৃঙ্গত ভুবনেশ্বৰীৰ মন্দিৰ। তাৰপৰা ব্ৰহ্মপুত্ৰৰ বুকুত চলা নাওবোৰ অত্যন্ত ক্ষুদ্ৰ যেন দেখি। আৰু নৌকাস্থ লোকসকলক সাত-আঠ বছৰৰ শিশুৰ দৰে।

১৭ ডিচেম্বৰৰ দিনাখন গুৱাহাটী ত্যাগ কৰি পিছদিনাখন বৰপেটা পালো আৰু ১৯ ডিচেম্বৰত পুনৰ বৰপেটাৰ গদী দখল কৰিলো।

ইতিমধ্যে যোগেশ বাবু গুৱাহাটীলৈ বদলি হৈ গৈছিল। যিমান দুৰ মনত পৰে তেওঁ 2nd officer হৈ আমাৰ তালৈ অকলে আহিল। মোৰ বঙলাতে তেওঁৰ থকাৰ বন্দোবস্ত কৰি দিলো।

পূৰ্ব নিয়মানুসাৰে চৰকাৰী সাহাৰ্য দিবলৈ ধৰিলো। এইবাৰ মই প্ৰায়ে আঢ়ৈ বছৰ কাল এই ষ্টেচনতে থাকিব লগাত পৰিল। এই সময়ছোৱাৰ ভিতৰত ফৌজদাৰী, দেৱানী প্ৰভৃতি ভালেমান গোচৰৰ বিচাৰ কৰিলো। ইয়াৰ ভিতৰত কোনো interesting বা গুৰুত্বপূৰ্ণ বিচাৰ কৰাৰ কথা মনত নপৰে। Revenue work, স্কুল-পৰিদৰ্শন, বাটঘাটৰ নিৰ্মাণ আৰু পৰিদৰ্শন প্ৰভৃতিৰ কাৰ্যত বেছিভাগ সময় অতিবাহিত হৈছিল। বাইচাইকেলেৰে বা কেতিয়াবা কেতিয়াবা হাতীৰে মফঃস্বললৈ গৈছিলো। বাৰিষাৰ সময়ত নাৱেৰে। গৱৰ্ণমেন্ট S.D.O ৰ ব্যৱহাৰৰ নিমিত্তে বৰপেটাত এটা হাতী ৰখা হৈছিল। ইয়াৰ up-keep ৰ

কাৰণে ছমাহ মই মাহে পোন্ধৰ টকা দিব লাগিছিল। আন ছমাহৰ ব্যয় চৰকাৰে বহন কৰিছিল। এজন হাতীৰ মাউত আৰু এজন সংগী আছিল, তেওঁলোকে হাতীৰ তত্ত্বাবধান আৰু পালনৰ কাৰ্য কৰিছিল। হাতীৰ নাম আছিল 'মোহনপ্রসাদ'। সি বৰ নিৰ্জু প্রকৃতিৰ আছিল। ল'ৰাবোৰে তাৰ ওপৰত উঠিছিল আৰু সুৰেৰে ধৰি তাৰ লগত ধেমেলা-ধুমুলা কৰিছিল। মাউতৰ সাময়িক অনুপস্থিতিত ময়ো হাতী চলাইছিলো, অৱশ্যে ভয় লাগিছিল। এই হাতীৰ দ্বাৰা মফঃস্বললৈ টেন্ট, বয়বস্তু নিয়াইছিলো। দূৰৈৰ পৰা চাউল আৰু জ্বলোৱা খৰি অনাইছিলো। লোকেলবোৰ্ডৰ এখন ক্ষুদ্র 'কোন্দা' নাও আছিল, কাচঁৰ খিৰিকি আদি বহুওৱা। ইয়াৰেই বাৰিষাৰ দিনত tour কৰিছিলো। এই tour বোৰ বৰ interesting আছিল। সেইসময়ত বৰপেটাত প্রচুৰ মাছ পোৱা গৈছিল। প্রথম দিনাখন বজাৰৰ পৰা চাঁপৰাসীয়ে ৪/৫ সেৰৰ এটা ৰৌ মাছ আনি ক'লে যে মাছটোৰ মূল্য হ'ল দহ পইচা। মই ভাবিলো যে চাপৰাসীয়ে অধিক মূল্যৰ মাছটো মোক সন্তুষ্ট কৰিবলৈ অন্যায়ভাৱে কম দামত আনিছে। দ্বিতীয় দিনাখন ২০ টা প্রকাণ্ড কাৰৈ মাছ আনি ক'লে দাম পাঁচ পয়চা। নাজিৰ বাবু দীননাথ বসুক মই মনৰ ভাব কোৱাত তেওঁ ক'লে, 'ডাঙৰীয়া, ইয়াত এয়েই মাছৰ মূল্য।' আচৰিত কথা দুবছৰৰ ভিতৰত গোলোকগঞ্জ-গুৱাহাটীৰ মাজত ৰেল চলাচল কৰা স্বত্ত্বেও তেনে কাৰৈ মাছ তিনি পয়চাত কিনি আহিছো।

## বাঘবৰ পাহাৰত

এই চাবডিভিজনত বহুতো জলকৰ আছে। ইয়াৰ পৰা গৰৰ্ণমেন্টৰ আয় এক লক্ষৰ উপৰ। দক্ষিণ পশ্চিম প্রান্তত 'বাঘবৰ' নামেৰে এটি ওখ পৰ্বত আছে। এই পৰ্বতৰ পৰা গোৱালপাৰাৰ পাহাৰ (যাৰ ওপৰত সেইসময়ৰ S.D.O's bunglow আছে) মাত্র ১০/১২ মাইল। বাঘবৰ পাহাৰৰ পাদদেশত পূবফালে এটা বিল বা lake আছে, তাৰ নাম হৈছে 'সিলেখি বিল', এই বিলত অনেক লক্ষ কাৰৈ মাছ আৰু মাগুৰ মাছ থাকে। এই বিল পূৰ্বে ৩০০ টকাত বন্দোবস্ত কৰা হৈছিল। মই প্রথম বছৰতে ইয়াৰ বন্দোবস্তৰ ধন ৬০০ টকা ধাৰ্য কৰোঁ। ক্রমশঃ বঢ়াই শেষ বৰ্ষত বিলটো ২৫০০ টকাত বন্দোবস্ত কৰোঁ। প্রতি বছৰে জাৰকালি বাঘবৰ পাহাৰলৈ গৈ camp কৰিছিলো। তেতিয়া কাৰৈ মাছৰ খেল দেখি আচৰিত হৈছিলো। প্রতিদিনে বিল লোৱা মহলদাৰৰ মানুহে হেজাৰ হেজাৰ বৃহৎ আকৃতিৰ কাৰৈ মাছ ধৰে। সেইবোৰ কাৰৈ নাৱেৰে কলিকতা, সিৰাজগঞ্জ, ধুবুৰী, পাবনা প্রভৃতি স্থানলৈ চালান দিয়া হৈছিল। নাৱত যাতে মাছ নমৰে তাৰ বাবে সিহঁতক train কৰি লোৱা হয়। সি মজাৰ process. দুই বা ততোধিক সঙ্কীৰ্ণ স্থান বাঁহৰ বেৰেৰে ঘেৰা হয়। পুৱাতে যিবোৰ মাছ ধৰা হয় সেইবোৰক এই ঘেৰাৰ মাজত আৱদ্ধ কৰি ৰখা হয়। ক্রমশঃ সাতদিন সেইভাৱে ৰখা হয়। এই সময়খিনিত দুই-চাৰিশ-পাঁচশ মাছ মৰি যায়।বাকীবোৰ

শক্তিশালী আৰু trained হয়, নাৱত বোজাই কৰি নিলেও নমৰে। সুদূৰৰ চাউলখোৱা নদীত নাও থাকে, তালৈ নি সেইবোৰ trained মাছ নাৱত বজাই কৰি চালান দিয়া হয়। সেই স্থানত বিশেষতঃ পাহাৰৰ ওপৰত মাছৰ মূৰ আৰু কাঁইট দম হৈ পৰি থাকে, যিহেতু হেজাৰ হেজাৰ চিলনীয়ে সেই মাছবোৰ পাহাৰলৈ নি বা গছৰ ওপৰত বহি খায়। এবাৰ হাতীৰ পিঠিত বজাই কৰি দুই-তিনিখন বস্তাত মই ৭০০ কাৱৈ মাছ আৰু ১০০ মাগুৰ মাছ ঘৰলৈ পঠিয়াইছিলো। সেইবোৰৰ কিছু মাছ মৰিছিল। অৱশিষ্ট মাছবোৰ বন্ধুবৰ্গৰ ঘৰলৈ পঠিয়াই দিছিলো।

এবছৰ বাৰিষাৰ দিনত নাৱেৰে বাঘবৰ পাহাৰলৈ গৈছিলো। প্ৰচলিত নিয়ম অনুসৰি S.D.O মফঃস্বললৈ যোৱাৰ পূৰ্বে পোৱা জাননী অনুসৰি গাঁৱবাসীয়ে তেওঁলোকৰ থকাৰ কাৰণে দুই-তিনিটামান খেৰৰ ঘৰ সাজি ৰাখে। ইকৰা, খাগৰি আৰু ঘাঁহ হাবিত প্ৰচুৰ পৰিমাণে পোৱা যায়, এইবোৰৰ দ্বাৰা গাঁৱবাসীয়ে পাঁচ-সাত ঘন্টামানৰ ভিতৰত এটা ঘৰ প্ৰস্তুত কৰি তোলে। এটা ঘৰ শয়নোপযোগী কৰে। আনবোৰত ৰন্ধাবঢ়া আৰু আনলোক থকাৰ কাৰণে কৰা হয়। মই নাৱেৰে সন্ধ্যাৰ পূৰ্বে সেই পাহাৰৰ নিম্নস্থ গাঁৱত উপস্থিত হৈছিলো। গৈ দেখা পালো যে পাহাৰৰ ঠিক তলত পুবফালৰ slope ৰ ওপৰত দুটা ঘৰ নিৰ্মাণ কৰা হৈছে। এটাত বয়বস্তুসমূহ ৰাখি আমাৰ মানুহে ৰন্ধাবঢ়াৰ কাম আৰম্ভ কৰিলে। ৰাতি প্ৰায় ১০ টামান বজাত আমি নাৱত বহি খাবলৈ ধৰিছো তেনেতে দেখিলো নাৱৰ পৰা ২৫/৩০ হাত ওপৰত পাহাৰৰ গাত লাগি দুই-তিনিটা বাঘে গৰ্জন কৰিবলৈ আৰম্ভ কৰিলে। আমি ভয় খালো। গাঁওবাসীয়ে আহি জুই জ্বলাই আৰু টিন বজাই শব্দ কৰিবলৈ ধৰিলে। Master stripes-য়ে ভ্ৰূক্ষেপেই নকৰিলে। আহাৰ খোৱাৰ পিছত নাওখন পাৰৰ পৰা নি দূৰৈৰ পানীৰ মাজত ৰখা হ'ল। গোটেই ৰাতিটোতেই বাঘৰ ক্ৰীড়া আৰু গৰ্জন চলি থাকিল। ৰাতি পুৱাৰ লগে লগে নিগাল মাৰিলে।

## নাৱেৰে ভ্ৰমণ

সেই বছৰতে পূজাৰ বন্ধৰ সময়ত নাৱেৰে মহকুমাৰ পশ্চিম ফালে 'মানস' নদীৰ ফালে tour কৰিবলৈ গ'লো। লগত সৰ্বানন্দ বাবুৱে এখন বেলেগ নাও লৈ গ'ল। প্ৰতিখন নাৱত তিনিজন নাৱৰীয়া বা মাঝি। ৰান্ধনি, ভৃত্য আৰু অৰ্ডালি প্ৰভৃতি আৰু ৩/৪ জন মানুহ আছিল। মানস নৈ হিমালয়ৰ পৰা ওলাই ব্ৰহ্মপুত্ৰত পৰিছে। এইখন নদীয়ে বৰপেটাৰ পশ্চিম সীমা নিৰ্দ্ধাৰণ কৰে। নদীৰ সোঁত প্ৰবল আৰু নদীখনো বৰ ঠেক নহয়। উভয় পাৰে গভীৰ অৰণ্য। ঠিক সন্ধ্যাৰ সময়ত আমি সেই নদীত উপস্থিত হৈছিলো। সেই নদীৰ ভটিয়নিৰ ফালে থকা এখন গাঁৱত আমাৰ থকাৰ অভিপ্ৰায় আছিল। আমাৰ নাৱখন নদীখনত প্ৰবেশ কৰাৰ লগে লগে হঠাৎ এটা প্ৰকাণ্ড জলজন্তুৱে (সম্ভৱতঃ ঘঁৰিয়াল) তলৰ পৰা নাৱখনত প্ৰবল আঘাত কৰি নাওখন ওলোটাই দিবলৈ চেষ্টা কৰিলে।

নাৱৰীয়াসকলে অতি কৌশলেৰে নাওখন ৰক্ষা কৰিলে। আমি আগবাঢ়িবলৈ ধৰিলো। ৰাতি ন বাজিল। নাৱৰীয়াসকলে ক'লে, 'গন্তব্য গাঁও ক'ত তেওঁলোকে ঠিক ধৰিব পৰা নাই।' গতিকে ৰাতিটোৰ বাবে সেই ঠাইতে নাও ৰখাৰ সিদ্ধান্ত কৰা হ'ল। সিদিনাখন আছিল লক্ষ্মী পূৰ্ণিমা। শৰতৰ মধুৰ জ্যোতিত ধৰিত্ৰি প্লাবিত হৈ পৰিছিল। বৰ্ষাৰি সমস্ত মেঘৰাশি আঁতৰি গৈছে। 'মানস'ৰ পাৰ সাৰে আছে। পাৰত বালি পৰিছে। ডাঠমাটি চাই এটা ঠাইত নাও বন্ধা হ'ল। আনখন নাৱত ৰান্ধনিয়ে ৰন্ধা-বঢ়া কৰিছে। মই পাইখানলৈ যোৱাৰ নিমিত্তে নাৱৰ পৰা নামিলো। এজন নাৱৰীয়াই নাৱৰ পৰা ৭/৮ গজ দূৰৈত টান মাটি চাই মোৰ কাৰণে পানীৰ ঝাৰী থৈ আহিল। মই তাত গৈ বহিলো। তেতিয়া মোৰ ভৰি দুখন ক্ৰমশঃ বালি থকা আদ্ৰভূমিত সোমাবলৈ আৰম্ভ কৰিলে। মই এটা ঝাও বনৰ জোপোঁহা হাতেৰে খামুচি ধৰিলো। কিন্তু ভৰি দুখন তলত সোমাই থাকিল। আঁঠুৰ ওপৰলৈ যেতিয়া পোত খালে, তেতিয়া সৰ্বানন্দ বাবুক চিঞৰি পৰিস্থিতিৰ কথা ক'লো। তেওঁ দুজন নাৱৰীয়া লৈ আহিল আৰু তেওঁলোক তিনিজনে মোক টানি আংশিক কবৰৰ পৰা বাহিৰ কৰিলে। মই নাৱৰ কাষলৈ আহি হাত-ভৰি ধুলো। নাৱৰীয়াসকলে তাৰ পৰা ১৫/২০ হাত দক্ষিণে এটুকুৰা টান মাটি পৰীক্ষা কৰি চাই পানীৰ ঝাৰী থৈ আহিল। এইবাৰ নিৰ্বিঘ্নে পায়খানাৰ কাম শেষ কৰি নাৱৰ কাষ পালোহি। চাবোনেৰে ভৰি, হাত ধুই পৰিস্কাৰ হলো। সেই সময়ত দেখিলো যে যি প্ৰথম স্থানত মই বোকাত পোত গৈছিলো সেই ঠাইলৈ দুটা বাঘ আহি ক্ৰীড়া কৰি মৃদু গৰ্জন কৰিবলৈ ধৰিলে। কি অদ্ভুত উপায়েৰে যে আমি ৰক্ষা পৰিছিলো, তাক ভাবি ভগৱানৰ কৰুণাৰ প্ৰতি কৃতজ্ঞ হৈ থাকিলো। নাৱৰীয়াসকলে ডাঙৰ ডাঙৰ লগগি (নাও চলোৱা বাঁহৰ pole) লৈ শব্দ কৰি বাঘযোৰাক খেদাবলৈ চেষ্টা কৰিলে। সিহঁত কিন্তু নিৰ্বিকাৰ। মই দুটামান ৰিভলভাৰৰ গুলী চলালো। কোনো লাভ নহ'ল। তাৰ পিছত নাৱৰীয়াসকলে 'লগগিৰ' আগত খেৰ বান্ধি সেয়া জ্বলাই সেই জুই হাবিৰ মাজত সুমুৱাই দিলে। তেতিয়া লাহে লাহে অৰণ্যবিহাৰী হিংস্ৰ পশুগণে পলাই পত্ৰং দিলে। নাৱতে আহাৰ কৰিবলৈ বহিলো। আৰু এটা অশান্তি উপস্থিত হ'ল। খোৱাৰ সময়ত পাতত ৰোৱা আহাৰ পানীত নিক্ষেপ কৰাৰ সময়ত দুটা ঘঁৰিয়ালে নাৱৰ পশ্চিমফালে আহি ফোঁচ ফোঁচ কৰিবলৈ ধৰিলে। পাৰ হৈছে নাৱৰ পূবফালে। লাহে লাহে তিনিটি, চাৰিটি, পাঁচটি ঘঁৰিয়াল আহিল। সিহঁতে নাও আক্ৰমণ কৰাত আমি ভঁয় খালো। নাৱৰীয়াসকলে লগগি আৰু বৈঠাৰ দ্বাৰা খুচিবলৈ আৰম্ভ কৰিলে। মই প্ৰায় ৭/৮ টা ৰিভলভাৰৰ গুলী এৰিলো যদিও এটাও নালাগিল। সিহঁতে বেছ মজাৰে পানীত বিচৰণ কৰিবলৈ ধৰিলে, বুৰ যায় আৰু উঠে। নাৱত কিছু মাছ আছিল, সেইবোৰ পানীত পেলাই দিয়া হ'ল। ৰাতি হৈ অহাৰ লগে লগে এটা দুটাকৈ সেই সকলো জলবিহাৰী জন্তু অদৃশ্য হবলৈ ধৰিলে। নাৱৰীয়াসকলে সাৰে থাকি পহৰা দিবলৈ ধৰিলে। মই পশ্চিম

ফালৰ কাঁচৰ খিৰিকি বন্ধ কৰি শুলো। টোপনি নাহিল। ৰাতি দুটা নে তিনিটা বজাত মানস নদীৰ পশ্চিম পাৰত হাবিত ভীষণ বাঘৰ গোজৰণি আৰম্ভ হ'ল। ইমান ভয় সঞ্চাৰক গম্ভীৰ গৰ্জন জীৱনত কেতিয়াও শুনা নাই। কোনোমতে ৰাতি পুৱাল। 'স্থলত বাঘ, জলত কুম্ভীৰ'ৰ উক্তিৰ প্ৰত্যক্ষ প্ৰমাণ পালো। পিছদিনাখন দেখিলো আমাৰ গন্তব্য গাঁৱখন ডেৰ মাইল ভাটিৰ পিনে আছিল।

## চিকাৰ

এই অৰণ্যখণ্ডত সকলো ধৰণৰ চিকাৰ পোৱা যায়। মই নিজে কেতিয়াও চিকাৰত অভ্যস্ত নাছিলো। প্ৰথম বৰপেটালৈ অহাৰ পিছতে মোৰ orderly peon (চাপৰাসি) ভোগীৰামে ক'লে, 'ইয়াত সকলো হাকিমেই চিকাৰ কৰে, আপুনি বন্দুক কিনক।' ভোগী বৰ ভাল চিকাৰী। আমাৰ ফৌজদাৰী পেস্কাৰ মহোদয়ো এজন নামী চিকাৰী। তেওঁৰ নিজাকৈ এটা হাতী আছিল। তেৰোঁ এটা বন্দুক কিনাৰ কাৰণে অনুৰোধ জনালে। মই কলিকতাৰ পৰা ১২৫ টকা মূল্যৰ দুনালী breech-loader (Cleopetra নামৰ) এই বন্দুক অনালো। ভোগীক retainer হিচাপে সেই বন্দুকৰ ব্যৱহাৰৰ অনুমতি Dy. Commissioner ৰ পৰা অনালো। মে মাহৰ এদিনাখন বন্দুক আহি পালে। ভোগীৰ পৰামৰ্শ মতে পিছদিনাখন ৰাতিপুৱাতে টাউনৰ পৰা ছমাইল দক্ষিণ-পূবে থকা এঠাইৰ 'পাউণ্ড' চাবলৈ ৰাওনা হ'লো। মই, এজন চাব ডেপুটী আৰু ভোগী— এই তিনিজনে হাতীৰ পিঠিত উঠিলো। ভোগীয়ে লগত বন্দুক আৰু কিছু Buckshot ল'লে। নগৰৰ পৰা সেই পাউণ্ডলৈ হাবিৰ ভিতৰেদি এটা বাট আছে। কিছু দূৰ সেই বাটেৰে গৈ হাবিৰ মাজত সোমালো। কেৱল এমাইল যোৱাৰ পিছত ভোগীৰ ইঙ্গিতত মাউতে হাতী ৰখালে। ভোগীয়ে লগে লগে নিশানা কৰি গুলি এৰিলে; মই একো দেখা নেপালো। সেই গুলি লাগিয়েই এটা হৰিণশাৱক ভূপতিত হোৱা দেখা পালো। ডাঙৰ সম্বৰ জাতীয় হৰিণৰ পোৱালি। এক প্ৰকাৰৰ সৰু হৰিণ (spotted deer) আছে, তাক স্থানীয় লোকে 'ফৈটা পহু' বোলে। হৰিণক এই লোকসকলে 'পহু' (পশুৰ অপভ্ৰংশ) বোলে। পোৱালিটো সেই ফৈটা পহুৰ ডাঙৰটোৰ সমান। ওজন ডেঢ় মোনমান হব। সেই মৃত হৰিণটোক ৰছিৰ দ্বাৰা হাতীৰ এফালে বন্ধা হ'ল। আৰু অলপ আগবঢ়াত এক অদ্ভুত দৃশ্য চকুত পৰিল। হাবিৰ এঠাইত পাঁচ-ছয়টা হৰিণে হাতীৰ শব্দ পাই দৌৰিবলৈ ধৰিলে। দলটোৰ এটাই কিছু দূৰত বৈ হাতীটোৰ ফালে চোৱাৰ লগে লগে ভোগীয়ে গুলিয়ালে। গুলি গাত লাগিছিল যদিও হৰিণ পলাল। তাৰ পিছত তিনিটা বহুশিঙীয়া হৰিণে খৰ গতিত দৌৰি হাবিৰ মাজত লুকাল। আৰু গুলি কৰা নহ'ল। ভোগীয়ে পৰম বিৰক্তিৰে ক'লে, 'আপোনালোক লগত থাকিলে চিকাৰ নহয়, আপোনালোকে যেনে ধৰণে লৰাচৰা কৰে।' যিয়েই নহওক সেইদিনা পাউণ্ডৰ পৰা দুপৰীয়ালৈ ঘৰ অভিমুখে উভতিলো। হৰিণৰ মাংস কিছু বিতৰণ কৰা

হ'ল। কিছু আমি খালো। ইয়াত এয়েই মোৰ প্ৰথম হৰিণৰ মাংস ভক্ষণ। পিছলৈ প্ৰতি সপ্তাহতে এই মাংস খাইছিলো। স্থানীয় লোকে প্ৰায় হৰিণ চিকাৰ কৰি মাংস বিলাইছিল।

ভোগীয়ে সিদিনা সৰু সৰু গুলিবোৰ গলাই ডাঙৰ ডাঙৰ গুলি তৈয়াৰ কৰিলে। পিছদিনাখন ৰাতিপুৱা এঘন্টামান পূৰ্বে সি আমাৰ অজ্ঞাতসাৰে হাতী আৰু মাউতক লৈ হাবিলৈ গ'ল। ৰাতিপুৱা ৯ মান বজাৰ ভিতৰত সি প্ৰকাণ্ড সম্বৰ জাতীয় এটা হৰিণ চিকাৰ কৰি আনিলে। তাৰ মাংস ৪০ ভাগ কৰি বিলোৱা হ'ল। প্ৰত্যক ভাগত চাৰি সেৰকৈ মাংস। সেই হৰিণৰ বিচিত্ৰ শাখা সমন্বিত শিঙটো এতিয়াও মোৰ ঘৰত আছে। গোটেই বাৰিষাকালি এনে ধৰণে হৰিণ চিকাৰ কৰি থকা হ'ল।

বৰপেটাৰ ৭ মাইল উত্তৰে Trunk Road ৰ দাঁতিত হালাপাকৰি নামৰ ঠাইত এটা Inspection Bunglow আছে। তালৈ প্ৰায়েই যোৱা পৰে। গুৱাহাটীৰ পৰা গোৱালপাৰালৈ যোৱা Trunk Road ৰে গ'লে হালাপাকৰি হৈ যাব লাগে। এবাৰ বাৰিষাৰ সময়ত মই পেস্কাৰ, সৰ্বানন্দ বাবু আদিৰ লগত গৈছিলো। ৰাতিপুৱা দহটামান বজাত পাইছিলো। দুপৰীয়া আৰু আবেলি জিৰণি ললোঁ। মহোদয় আৰু ভোগীয়ে আমাৰ দুয়োটা হাতী লৈ বঙলাৰ পশ্চিম ফালৰ হাবিত সোমাল। তেতিয়া আবেলি তিনিমান বাজিছে। মই বঙলাৰ পৰা কিছু সময়ৰ অন্তৰে অন্তৰে চাৰি-পাঁচটা বন্দুকৰ গুলিৰ শব্দ শুনিলো। সন্ধিয়াৰ আগে আগে তেওঁলোকে চাৰিটা 'ফৈটা পহু' মাৰি আনিলে। দুটা বৰপেটালৈ পঠিওৱা হ'ল। এটাৰ সেই দিনাই সদব্যৱহাৰ কৰা হ'ল। আৰু এটাৰ মাংস দাঁতি-কাষৰীয়া গাঁৱৰ মানুহৰ মাজত বিলোৱা হ'ল। পিছদিনাখন আৰু দুটি হৰিণ চিকাৰ কৰি ঘৰলৈ উভতিলো। বাৰিষাকালি ঠাইবোৰ প্লাবিত হৈ পৰে। হাবিৰ ওখ ঠাইত হৰিণবোৰে আশ্ৰয় লয়। দুষ্ট মানুহে সিহঁতৰ বাসস্থানৰ সম্ভেদ লৈ এই ধ্বংস কাৰ্যত প্ৰবৃত্ত হয়। আৰু অনেক সময়ত ভোগীৰামে হৰিণ চিকাৰ কৰি আমাক খুৱাইছিল। কেৱল হৰিণেই নহয়, বিভিন্ন ধৰণৰ ৰাশি ৰাশি ducks চিকাৰ কৰি আনিছিল।

## সৰ্থেবাৰীৰ পণ্ডিত সমাজ

সৰ্থেবাৰী এক প্ৰসিদ্ধ স্থান। ইয়াৰ কাঁহৰ বাচন কেৱল অসমতেই নহয়, আন ঠাইতো বিখ্যাত। ইয়াৰ কাঁহী, কলহ, গামলা, পানবটা প্ৰভৃতি সুন্দৰ আৰু ব্যৱহাৰৰ উপযোগী। ময়ো ইয়াৰ পৰা নানান বস্তু তৈয়াৰ কৰাই লৈছিলো। এই ঠাইৰ কাষত ভাল ভাল সংস্কৃতৰ পণ্ডিতে বাস কৰে। তেওঁলোকৰ লগত কথা-বতৰা পাতো, তেওঁলোকৰ এজনে অনৰ্গল সংস্কৃতত বাৰ্তালাপ কৰিব পৰাই নহয়, আনকি ছন্দেৰেও কথা পতা শুনিছো। সৰ্থেবাৰী বৰপেটাৰ পৰা ১৫/১৬ মাইল পূবে। এই দুই ঠাইৰ মাজত ভালেমান বিল আছে। কোনোবাটো বিল পদুমেৰে ভৰা, কোনোবাটো ভেঁট ফুলেৰে, কোনোবাটো পানীফলেৰে, কোনোবাটো মেটেকাৰে ভৰা। মাজে মাজে অলপ ঠাইত পৰিষ্কাৰ পানী আছে। এবাৰ

শীতকালৰ আৰম্ভণিতে নাৱেৰে সৰ্থেবাৰীলৈ ৰাওনা হলো। লগত সৰ্বানন্দ বাবু। ভোগীয়ে বন্দুক, গুলি-বাৰুদ আদি পূৰ্ণ মাত্ৰাতেই ল'লে। আমাৰ লগত বৰপেটা স্কুলৰ Headmaster মোৰ কলেজৰ সহপাঠী বাবু কালী মোহন গুপ্ত মহাশয়েও তেওঁৰ নিজৰ বন্দুক লৈ ওলাল। কিছু দূৰ যোৱাৰ পিছতেই বিল দেখা পালো। সেই দৃশ্য অপূৰ্ব। বিলত পানীৰ কোনো চিন নাই। গোটেই বিলটো হাঁহজাতীয় (ducks) চৰাইৰে ভৰা। এহেজাৰ দুহেজাৰ হাঁহ নহয় বোধহয় লাখমান হব। কেৱল এটা বিলৰ কথা কৈছো। সেই হাঁহ বিভিন্ন প্ৰকাৰৰ — ৰাজহাঁহ, পাতিহাঁহ, বেলেহাঁহ, নাৰকোলিহাঁহ ইত্যাদি। এবিধ হাঁহৰ নাম জানো Pintail, চিকাৰ আৰম্ভ হ'ল। আমিও আগ বাঢ়িবলৈ ধৰিলো। এইদৰে তিনি-চাৰিটা বিল পাৰ হ'লো। ইয়াৰ এটা বিলত ভোগীৰামে এটা গুলিতে চাৰিটা বেছ ডাঙৰ ৰাজহাঁহ ভূপতিত কৰিলে। চিকাৰ শেষ হ'ল। সন্ধিয়া সৰ্থেবাৰী পালো। তেতিয়া দেখিলো ভোগীৰামে পাঁচটা ৰাজহাঁহ, এটা বক জাতীয় প্ৰকাণ্ড মৎস্যাহাৰী চৰাই, ৪০ নে ৪২ টা আন হাঁহ চিকাৰ কৰিছে। আৰু হেডমাষ্টৰ বাবুৱে ২১ টা হাঁহ বধ কৰিছিল। মই আৰু সৰ্বানন্দ বাবুৱে কেতিয়াও বন্দুক নধৰিছিলো। ইতিমধ্যে নৌকাভ্ৰমণকালত এদিনাখন হাঁহলৈ লক্ষ্য কৰি ২/৩ টি গুলি মাৰি অকৃতকাৰ্য হৈছিলো। মই nervous হৈ লক্ষ্য স্থিৰ কৰি ৰাখিব নোৱাৰিছিলো। সেয়েই আছিল মোৰ চিকাৰৰ প্ৰথম আৰু শেষ প্ৰয়াস। সৰ্থেবাৰী হৈ অন্য স্থান পৰিদৰ্শন কৰি ঘৰলৈ উভতিলো। ওভোতাৰ সময়ত ২২/২৩ টা হাঁহ মাৰি অনা হৈছিল।

## মাছৰ দেশ

বাইচাইকেল, গৰুগাড়ী আৰু হাতীৰ পিঠিত উঠি কৰা ভ্ৰমণ বৰ আমোদজনক হৈছিল। জাৰকালি বাইচাইকেলেৰে কেতিয়াবা Grand Trunk Road হৈ যাওঁ। এটা বৃত্তান্ত typical হব বুলি উল্লেখ কৰিলো। ইতিমধ্যে হাতীৰ পিঠিত বা গাড়ীৰে বয়বস্তু পঠিওৱা হৈছে। এদিনাখন বাইচাইকেলেৰে ভৱানীপুৰৰ ইন্সপেকশ্বন বাংলোত উপস্থিত হলো। লগত সৰ্বানন্দ বাবু, ৰান্ধনি, ভৃত্য আদি আছে, তেওঁলোকে বয়বস্তুৰ লগত আহিছে। সেইবোৰ হাবিময় ঠাইত ভ্ৰমণ কৰিব লগা হ'লে সৰ্বানন্দ বাবুক লগত লওঁ, আৰু বাটঘাটেই বিশেষ ৰূপে পৰিদৰ্শন কৰিব লগাত পৰিছিল। আমাৰ লগত খোৱাবোৱাৰ সকলো বস্তু আছে, কেৱল মাছ নাই। এনে ঠাই কমেই দেখা পাইছো য'ত মাছ পোৱা নাযায়। বিল, খাল, জলাশয়ৰ পৰা মাছ ধৰি খোৱা হয়। বঙলাৰ সমুখত চকীত বহি আছো, তেনেতে দেখিলো দলে দলে খেতিয়কসকলে ৰাতিৰ আহাৰ হিচাপে মাছ লৈ উভতিছে। সৰ্বানন্দ বাবুৱে তেওঁলোকৰ প্ৰত্যেকৰে পৰা অলপ অলপ মাছ ৰাখিলে। এইদৰে আমাৰ কাৰণে ২২ টা ডাঙৰ মাগুৰ মাছ সংগ্ৰহ হ'ল। পিছদিনাখন আন ধৰণে মাছ গোটোৱা হ'ল। কোনে

কিমান মাছ খাব। দুদিনমানৰ ভিতৰত তাৰ কাৰ্য সমাধা কৰি ঘূৰাৰ সময়ত দেখিলো যে এটি শুকনিমূৰা বিল সিঁচি কছাৰীসকলে ডাঙৰ ডাঙৰ মাগুৰ মাছৰ স্তুপ কৰিছে।

## বন্য বৰাহ

এটা যাত্ৰাত শীতকালি মই অকলে ভৱানীপুৰ হৈ ঘৰলৈ ঘূৰিছো। ভৱানীপুৰৰ পৰা হালাপাকৰি হৈ বৰপেটালৈ আহিব লাগে। হালাপাকৰিৰ পৰা যেতিয়া তিনি মাইল আগৰ এডোখৰ স্থানত উপস্থিত হ'লো, তেতিয়া দেখিলো বাটৰ মাজত এটা প্ৰকাণ্ড গাহৰিয়ে থিয় দি থাকি কেৰাহিকৈ চাইছে। মই কেৱল ৫০ গজমান দূৰৈৰ পৰা এই দৃশ্য দেখি কিংকৰ্তব্যবিমূঢ় হ'লো। গাহৰিয়ে মোক আক্ৰমণ কৰিলে মৃত্যু অৱশ্যম্ভাৱী আছিল। সমুখত প্ৰায় ডেড় মাইল আগলৈ জনশূন্য। পিছফালে দেখা পোৱা আধা মাইললৈ কোনো মানুহ নাই। যদি পিছলৈ ঘূৰি যাওঁ তেতিয়া হ'লে গাহৰিয়ে মোক অনুসৰণ কৰিব, সিফালেও দাঁতি-পাজৰে কোনো মানুহ নাই। বাটৰ উভয় দাঁতি হাবিৰে ভৰা। সাহস কৰি বাইচাইকেলৰ বেল বজালো, বৰাহৰাজে পোনে পোনে মোৰ ফালে চালে। বাৰে বাৰে বেল বজাবলৈ ধৰিলো। এইদৰে তিনি-চাৰিমিনিট মই কম্পিত হৃদয়েৰে 'ন যযৌ ন তস্থৌ' হৈ সেই গাহৰিক থিয় দি থকা দেখা পালো। তাৰপিছত হঠাৎ সি কাষৰ হাবিলৈ সোমাই গ'ল। ভগৱানে এবাৰ পুনৰ মোক আসন্ন মৃত্যুৰ পৰা ৰক্ষা কৰিলে। মই ১০ মিনিট সেইদৰে থিয় দি থাকিলো। সমুখত খুব দূৰৈত এজন মানুহক আহি থকা দেখি খুব কোবেৰে bicycle চলাই সেই মানুহজনৰ কাষ পালো। তেওঁ উভতি কিছু দূৰ মোৰ লগত আহিল। মই তেওঁক ধন্যবাদ দি ভয় ভয়কৈ অতি বেগেৰে বাইচাইকেল চলাই ঘৰ পালো।

## নতুন ৰেলপথৰ পৰিদৰ্শন

সেই সময়ত গোলোকগঞ্জৰ পৰা গুৱাহাটীলৈ ৰেল আলি তৈয়াৰ কৰি থকা হৈছিল। ৰেলেৱেৰ construction প্ৰায় শেষ হৈ আহিছিল। সেই ৰেলপথৰ কিছুমান Water-ways আৰু level crossing ৰ এটা plan ৰেলেৱে ডিপাৰ্টমেণ্টে গৱৰ্ণমেণ্টক দিছিল। ডেপুটী কমিশনাৰে সেই plan মোলৈ পঠিয়াই মোক তদন্ত কৰাৰ আদেশ দিছিল, এই level crossings বহুতো হ'ব, আৰু অন্য ঠাইত ৰেলপথৰ ওপৰেৰে গাঁৱৰ পথ ৰখাটো জানো সমীচিন হ'ব? ইয়াৰ কাৰণে গোটেই চাবডিভিজনৰ ভিতৰেৰে যি ৰেল পথ গৈছিল সেই সকলোবোৰ ঠাই পৰিদৰ্শন কৰিবলগীয়া হৈছিল। ৰেলৱে কৰ্মচাৰীসকলৰ Head-quarters আছিল 'সৰভোগ', বৰপেটাৰ পৰা ১৫/১৬ মাইল উত্তৰে। মই সৰভোগলৈ গৈ camp কৰিলো। তাৰ পৰা Railway departmentৰে মোক trolly ৰে সমস্ত লাইনলৈ লৈ যায়। প্ৰথম দিনাখন পশ্চিম ফালে গ'লো মানস নদী পৰ্যন্ত। জহকালি। পুৱা

প্ৰায় ১১মান বজাত মানস নদীৰ পাৰ পালো। পিয়াহত অণ্ঠ-কণ্ঠ শুকাল। এজন trollymanৱে এটা ঘটিত মানসৰপৰা পানী আনিলে। পান কৰাত দেহা জুৰ পৰিল। ঠিক বৰফ দিয়া পানীৰ দৰে। ইয়াৰ কাৰণ জনাৰ কাৰণে উৎসুক হ'লো। এজন বাবুৱে ক'লে, গ্ৰীষ্মৰ কাৰণে হিমালয়ৰ বৰফ গলা আৰম্ভ হৈছে। সেই কাৰণে পানী ইমান শীতল। দুটামান বজাত ঘৰলৈ উভতিলো। আন আন দিনা পূবফালৰ লাইন চালো। ৰেলৱেৰ বাবুসকলে প্ৰচুৰ মাছ খাইছিল। ৰেলৰ আলি প্ৰস্তুত কৰাৰ কাৰণে যি মাটি খন্দা হৈছিল, তাৰফলত বাটৰ দুয়ো পাৰে ভালেমান সৰু সৰু পুখুৰী বা খাল হৈছিল। সম্পূৰ্ণ জাৰকালি আৰু জহ আৰম্ভ হোৱাৰ আগলৈ বাবুসকলে মাছ ধৰি খাইছিল।

মই ৰিপোৰ্ট দিলো, level crossings ৰ সংখ্যা নিতান্ত কম হৈছে। Planৰ ভিতৰত আন ভালেমান crossing suggest কৰি দিলো। কিন্তু ৰেলৱে ডিপাৰ্টমেণ্টে মাত্ৰ ২/১ টা অতিৰিক্ত level crossing হে দিছিল। সেই প্ৰসঙ্গতে ইয়াকো জনোৱা উচিত যে waterways ৰ সংখ্যাও বঢ়োৱা প্ৰয়োজন। পানী ওলাই যোৱাৰ উপায় কম কৰাৰ ভীষণ পৰিণতি দেখা যায় যে প্ৰথমটো বাৰিষাতেই বেকী নদীৰ ওপৰৰ bridge ভাঙি গ'ল। এই সংবাদ পাই মই বহু কষ্টেৰে হালাপাকৰি হৈ হাবিৰ মাজেৰে নাৱেৰে সেই বানপানীৰ ধাৰৰ বিপৰীতে গৈ সেই ভঙা দলংখন চাইছিলো আৰু ডেপুটী কমিশনাৰক report দিছিলো।

## উপত্যকা ভ্ৰমণ

সম্ভৱতঃ ১৯০৮ চনৰ শীতকালি চাবডিভিজনৰ উত্তৰ পাৰৰ সকলো অঞ্চল মই পৰিদৰ্শন কৰিব লগাত পৰিছিল। বৰপেটাৰ উত্তৰ সীমা পশ্চিমৰ পৰা পূবলৈ ভুটানৰ দক্ষিণ সীমা সংলগ্ন উপত্যকা অঞ্চল (হিমালয়ৰ পাদদেশ) হাতীৰ পিঠিত উঠি পৰিদৰ্শন কৰিলো। ৩০ নে ৪০ মাইল পথ। সৰভোগৰ উত্তৰৰ পৰা ক্ৰমশঃ পূব ফালে অগ্ৰসৰ হলো। দিনটোত ৭/৮ মাইল গৈ camp কৰিছিলো, প্ৰতিটো কেম্পত মৌজাদাৰসকলে খেৰৰ ঘৰ নিৰ্মাণ কৰি ৰাখিছিল। হিমালয়ৰ মনোৰম দৃশ্য তাৰ পাদমূলত থিয় দি চাইছিলো, আৰু বিশ্বস্ৰষ্টাৰ অপূৰ্ব মহিমাৰ বিষয়ে অনুভৱ কৰিছিলো। ক্ষুদ্ৰ ক্ষুদ্ৰ পৰ্বতীয়া নৈয়ে শীতল পানী প্ৰদান কৰিছিল। এই প্ৰদেশত ধানৰ শোভা দেখি মুগ্ধ হৈছিলো। ইমান প্ৰচুৰ ধান ক'তো দেখা পোৱা নাই। বৰিশালৰ মাটিতো ইমান ধান দেখা নাই। বহুতো ধান পকিছিল আৰু আন ধানবোৰ পকিবলৈ আৰম্ভ কৰিছিল। দিগন্ত প্ৰসাৰিত সোণালী বৰণৰ এই ধানৰ খেতিবোৰ হাতীৰ পিঠিৰ পৰা দেখিবলৈ বৰ সুন্দৰ লাগিছিল। Golden corn নাম দুইপ্ৰকাৰে সত্য। যেনেদৰে সোণালী ৰং, সেইদৰে সোণৰ দৰে মূল্যবান সম্পদ। ইয়াৰ পৰা প্ৰচুৰ ধান বৰপেটালৈ চালান দিয়া হৈছিল। বংগদেশীয় মহাজনসকলে হেজাৰ

হেজাৰ নাৱত বোজাই দি বৰপেটাৰ পৰা সেই ধান বংগদেশলৈ লৈ যায়।

উপত্যকা অঞ্চলৰ ধানৰক্ষাৰ কাৰণে খেতিয়কসকলে যথেষ্ট শ্ৰম কৰিব লাগে। এঠাইত দেখিলো এজাক বনৰীয়া হাতীয়ে অনেক ধান খাইছে আৰু নষ্ট কৰিছে। এইধৰণৰ বনৰীয়া হাতী আৰু গাহৰিৰ উৎপাত সেই ঠাইত বেছি। অথচ কৃষকসকলে বন্দুক ৰখাৰ উপায় নাই।

৭/৮ দিনে এই সীমান্ত প্ৰদেশৰ tour শেষ কৰিলো। তাত জনসংখ্যা কম। ইয়াৰ দক্ষিণে ৰহা আৰু বজালী থানাৰ অন্তৰ্গত ভালেমান ঠাই বংগদেশৰ গাঁওবোৰৰ দৰে। হাবি কম, ঘন বসতি, ভালেমান ফলমূলৰ গছ আছে আৰু কোনো কোনো গৃহস্থৰ বাৰীত সুমথিৰা আৰু নাৰিকলৰ গছো যথেষ্ট পৰিমাণৰ আছে। মই ইয়াৰ পূৰ্বে সুমথিৰাৰ গছ দেখা নাছিলো। প্ৰথম বছৰত এদিনাখন বাটৰ পৰা দেখা পালো যে এজন গৃহস্থৰ বাৰীত এজোপা কমলা টেঙাৰ গছত প্ৰায় দুহেজাৰমান ডাঙৰ ডাঙৰ কমলা, সকলোবোৰ প্ৰায় পকি কমলাৰ ৰঙ লৈছে। গছজোপাই যেন কমলা ৰঙৰ এক মুকুটহে পিন্ধিছে। মই লগৰীয়া সৰ্বানন্দ বাবুক সুধিলো, এইজোপা কিহৰ গছ হে? তেওঁ ক'লে, 'Sir, আপুনি নাজেনে নেকি, ই হৈছে orange tree.' ক্ষন্তেক অপ্ৰস্তুত হ'লো। গছজোপা ভালকৈ চোৱাৰ উদ্দেশ্যে সেই গৃহস্থৰ চোতাললৈ গ'লো। গছৰ তলত ৩/৪ টা সুমথিৰা পৰি থকা দেখিলো। গৃহস্থই পকেট ভৰাই আমাক কেবাটাও সুমথিৰা দিলে। সুমথিৰা দেখাত বৰ সুন্দৰ আৰু ডাঙৰ যদিও শ্ৰীহট্টৰ কমলাৰ দৰে মিঠা নহয়।

## বৰলাটৰ চিকাৰ

১৯০৮ চনৰ শেষৰ ফালে মোৰ ওপৰত এক গুৰু দায়িত্ব ন্যস্ত হ'ল। পৰৱৰ্তী মাৰ্চ মাহত Viceroy Lord Minto বৰপেটাৰ সংৰক্ষিত বনাঞ্চললৈ (Reserved forest) চিকাৰ কৰিবলৈ অহাৰ কথা। মই চাৰি মাহ আগৰে পৰা এই চিকাৰৰ বন্দোবস্ত কৰাত লাগিলো। কোচবিহাৰৰ মহাৰাজাৰ তত্ত্বাৱধানত এই চিকাৰ হৈছিল আৰু ভাইচৰয় তথা তেওঁৰ party য়ে মহাৰাজাৰ অতিথি হৈ আহিছিল। কেৱল চিকাৰ কাৰ্যৰ বন্দোবস্ত, যেনে— হাতী সংগ্ৰহ, হাবি প্ৰস্তুত কৰা কামবোৰৰ ভাৰ মহাৰাজাই লৈছিল। গোলোকগঞ্জ-গুৱাহাটীৰ ৰেলৱেৰ নিৰ্মাণ কাৰ্য প্ৰায় শেষ হৈছিল। এই লাইনৰ ওপৰত এডোখৰ স্থান আছে যাৰ নাম হৈছে সৰুপেটা। ভৱানীপুৰৰ Inspection Bunglow ৰ পৰা ২ মাইল উত্তৰ-পশ্চিমে অৱস্থিত। সৰুপেটাৰ পৰা প্ৰায় ১৫ মাইল উত্তৰ-পশ্চিমে অৱস্থিত। সৰুপেটাৰ পৰা প্ৰায় ১৫ মাইল উত্তৰৰ লাহাপাৰা নামৰ স্থানত লাট চাহাবৰ camp হব। ই ১৫ মাইল ঘন হাবি। কোনো বাট-ঘাট নাই। তিনিটা সৰু সৰু বা ক্ষুদ্ৰ নদী আছে। এই ১৫ মাইল ঠাইত এটা বাট তৈয়াৰ কৰিব লাগিব, তাত তিনিখন কাঠৰ দলং থাকিব,

বাটটোত যাতে ভালেমান মটৰগাড়ী আদি চলিব পাৰে তাৰ অনুৰূপ বাট তৈয়াৰ কৰিব লাগিব। এই বাট তৈয়াৰ কৰাৰ নিমিত্তে প্ৰায় ৫০ হেজাৰ টকা মঞ্জুৰ হ'ল। Executive Engineer Mr. Paresh Charan Chatterjee য়ে সেই বাট আৰু কেম্প কৰাৰ দায়িত্ব পালে। তেওঁক কুলি আৰু কিছু বয়বস্তু যোগান দিয়াৰ দায়িত্ব মোৰ ওপৰত ন্যস্ত হ'ল। লাট চাহাবৰ লগত যি Military party ত প্ৰায় ২/৩ শ গোৰ্খা সৈন্য প্ৰভৃতি আহিব, সেইসকলৰ বাসস্থান আৰু ৰছদপাতিৰ সংগ্ৰহৰ ভাৰ, লাহাপাৰা camp ত menials সকলৰ বাসোপযোগী ঘৰ নিৰ্মাণ, খাদ্যবস্তুৰ সংগ্ৰহ, লাট চাহাবৰ পাৰ্টিৰ কাৰণে গাখীৰ, জ্বলোৱা কাঠ প্ৰভৃতি সকলো বস্তুৰ যোগান ধৰা, campত ৰজাই বহা বৈঠকখানা আদিৰ দায়িত্ব মোৰ ওপৰত পৰিল। Mr. Chatterjee বৰপেটালৈ আহিল। আমি উভয়ে উভয়ক সহায় কৰাৰ কাৰণে programme কৰিলো। সৰুপেটাত আমাৰ আৰু গৱৰ্ণমেন্টৰ আন অফিচাৰসকলৰ (যেনে-Deputy Commissioner, Police Superintendent, Dy. Conservator of Forests ইত্যাদি) বাসোপযোগী কেইটামান খেৰৰ বঙলা আৰু outhouses প্ৰভৃতি নিৰ্মাণ কৰালো। আমি দুয়োই সৰুপেটাত গৈ camp কৰিলো আৰু তাৰপৰা প্ৰথম হাবি কটা বা বাট সজাৰ কাম আৰম্ভ কৰিলো। পিছলৈ বাট যাতায়াতৰ কাৰণে সুবিধাজনক হোৱাত, লাহাপাৰা কেম্পত খেৰৰ ঘৰৰ নিৰ্মাণ কাৰ্যত লাগিলো। এইদৰে সকলোবোৰ কাৰ্য হবলৈ ধৰিলে। ডেপুটী কমিশনাৰ Major Herbertৰে মাজে মাজে আহি সৰুপেটাত থাকি কাৰ্যৰ নিৰীক্ষণ কৰে আৰু পৰামৰ্শ আগবঢ়ায়। এই সংক্ৰান্তত মই প্ৰায়েই তেওঁৰ লগত বাইচাইকেলেৰে ভ্ৰমণ কৰো। এদিনাখন মোৰ বৰ চৰ্দী লাগিছিল। চাহাবে আথেবেথে মোক নিজৰ লগত থকা দৰব দিছিল। তেওঁৰ আহাৰৰ পৰা প্ৰায়েই মোলৈ কিছু আহাৰ পঠিয়াইছিল। চোডা, লেমনেড আদি প্ৰতি দিনেই খুৱাইছিল। মোৰ বাইচাইকেলখন বেয়া হ'লে নিজেই মেৰামতি কৰি দিছিল। তেওঁৰ সজ ব্যৱহাৰ আৰু দয়াৰ কথা মই কাহানিও পাহৰিব নোৱাৰো। এদিনাখন আমি দুয়োই চাইকেলেৰে সৰুপেটা হৈ লাহাপাৰালৈ গৈ আছিলো, বাট প্ৰায় সম্পূৰ্ণ হৈছিল। তেওঁ বাইচাইকেলৰ গতি মন্থৰ কৰি মোৰ কাষলৈ আহি ক'লে, 'What do you think of the deportations which have just been ordered in Bengal?'

মই - Sir, this is a delicate question for me. If I disclose my personal views frankly, I stand the chance of incurring your displeasure which may mean injury to me.

Dy Com.- Oh yes, you must tell me frankly what you think and feel. I shall be the last person to take advantage of my official posision to injure you or to be offended with you simply because we may not agree on some points.

মই - Sir, we Indians do not and cannot report these deportations, keeping people in confinement without giving them the chance of proving their innocence in a regular trial according to law. I am sure there are some men of irreproachable character amongst the 9 men who have been deported. I have heard much about the saintly character of Babu Asvini Kumar Dutta of Barisal, but have not the honour of knowing him personally. But I do personally know one gentleman Babu Krishna Kumar Mitter who is even distantly related to me and who is essentially a man of religion rather than of Patriotism. He is a man of sturdy independence and is the Editor of a weekly paper 'Sanjibani' in which vigorous but thoughtful articles are written about the political condition of our country. No Indian would think that he is capable of anarchism or any revolutionary movement against the established Goverment of the country. He is held in high esteem by all sections of his countrymen, and such a man has been deported.

Dy.Com.- If what you say be true, your own assertions constitute very good arguments to justify the action of the Government. You know, in all countries, men connected with religion or church or press e.g. missionaries and editors are always respected by people and have great influence with them either for good or evil. If he writes vigorous articles, as you say, the government would naturally expect some danger from him. So you see the deportation was justifiable.

ডেপুটি কমিশনাৰে সৰলতাৰে এইবোৰ কথা কৈছিল, গতিকে মই তৰ্ক কৰাটো নিষ্প্ৰয়োজন বুলি ভাবি মাথো ক'লো —

Sir, It is not possible for me to continue the arguments, as I am ignorant of the Government policy or the high reasons of state which guide their action, তাৰ পিছত অন্য বিষয় লৈ বাৰ্তালাপ হ'ল যদিও সি আছিল অতি মজাৰ। তেতিয়া বাটটো ৰোল কৰা হৈছিল। মই ক'লো, 'If providentially we get some rains to-day, our work of rolling and smoothing the road will be renderd to easy, as we will then be saved from the expenses of carrying water from a distance.'

Dy. Com. - হাঁহি ক'লে, do you think your providence is so much anxious about this big shoot which is sure to destroy so many animals created by him?

মাৰ্চ মাহৰ দ্বিতীয় সপ্তাহত চিকাৰ আৰম্ভ হ'ব। লাহাপাৰাৰ camp ৰ ঘৰবোৰ সাজু হৈ উঠিছিল। তাত প্ৰায় ১০০০ মোন চাউল সংগ্ৰহ কৰা হ'ল। ১২০ টা দুগ্ধৱতী গাইসংগৃহীত

হ'ল। আৰু এদল দুগ্ধৱতী ম'হ আনি এখন বাথান কৰা হ'ল। হাঁহ, কুকুৰা প্ৰায় ৩০০ মান মজুত ৰখা হ'ল। খৰিৰ দম কৰা হ'ল। বৰপেটাৰ পৰা এজন দোকানীক তোষামোদ কৰি আনি তাত এখন দোকান খোলা হ'ল, যিখন দোকানত নিত্য প্ৰয়োজনীয় খাদ্য আৰু মনোহাৰী সকলো বস্তু পোৱা যায়। অৱশ্যে এইবোৰ বস্তুৰ, গৃহনিৰ্মাণ, কুলিৰ সংগ্ৰহ প্ৰভৃতিৰ নিমিত্তে মৌজাদাৰৰ সহায় লোৱা হৈছিল। মৌজাদাৰসকলৰ ভিতৰত শ্ৰীযুত ৰজনীকান্ত দত্ত চৌধুৰী (কায়স্থ), পুষ্পৰাম চৌধুৰী আৰু তনুৰাম চৌধুৰীৰ নাম উল্লেখযোগ্য। সৰুপেটাৰ পৰা লাহাপাৰালৈ ১৫ মাইল পথ প্ৰস্তুত হৈ উঠিল। তিনিখন ব্ৰীজ শালকাঠৰ দ্বাৰা নিৰ্মিত হ'ল। আমাৰ ভাগত থকা সকলো দায়িত্ব যথাসময়ত সুসম্পন্ন হ'ল।

বৰ লাট চাহাব (Viceroy Lord) অহাৰ ২/৩ দিন পূৰ্বে Deputy Commissioner য়ে (Major D. Herbert) সৰুপেটালৈ আহি আমাৰ campত যোগ দিলে। তেওঁ সকলো আয়োজন নিজে পৰিদৰ্শন কৰি সন্তুষ্ট হ'ল। সৰুপেটাৰ পৰা লাহাপাৰা কেম্পলৈ বয়বস্তু নিয়াৰ কাৰণে বিভিন্ন ঠাইৰ পৰা প্ৰায় ৩০০ গাড়ী অনালো। সেইসময়ত মহাৰাজাৰ পাৰ্টিৰ অফিচাৰসকলো আহিল। মহাৰাজা বৰ লাট চাহাবৰ লগতেই আহিল।

৯ নে ১০ মাৰ্চ তাৰিখে দুপৰীয়া ১ টা ২ টাৰ সময়ত লাটচাহাবৰ special train গোলোকগঞ্জ হৈ নৱনিৰ্মিত ৰেল পথেৰে আহি সৰুপেটা পালে। সেই সময়ত তাত কোনো station হোৱা নাই। Camp লৈ যোৱা বাটৰ মূৰত এখন temporary platform নিৰ্মিত হৈছিল, তাত লাটচাহাবে অবতৰণ কৰিছিল। মই ইতিপূৰ্বে কলিকতাত অৰ্ডাৰ দি তিনিযোৰ মোৰ বিভিন্ন ধৰণৰ চুট (dress) তৈয়াৰ কৰাই অনাইছিলো। তাৰ এযোৰ ক'লা ৰঙৰ পছমীৰে তৈয়াৰী। এই চুট পিন্ধি Dy. Commissioner ছাৰৰ নিৰ্দেশ মতে platform ৰ একাষে থিয় দি থাকিলো। আন দুজনমান চাহাবক introduce কৰি দিয়াৰ পিছত ডেপুটি কমিশনাৰে মোক মাতি নি বৰ লাটচাহাবৰ লগত চিনাকি কৰি দিলে। তেওঁ মোক কৰৰমৰ্দন আৰু কুশল বাতৰি সুধি চিকাৰৰ বন্দোবস্তু সম্বন্ধে নানান প্ৰশ্ন কৰিলে। মই নিৰ্ভয়ে উত্তৰ দিলো। লাট চাহাব আৰু তেওঁৰ পাৰ্টিয়ে মটৰ গাড়ীৰে তৎক্ষণাত লাহাপাৰালৈ ৰাওনা হ'ল। Major Herbert লাট চাহাবৰ লগত গাড়ীত গ'ল। তেওঁৰ গাড়ীত মোক আৰু Mr. Chatterji ক যোৱাৰ নিৰ্দেশ দিলে। আমি সেই গাড়ীৰে অনুসৰণ কৰিলো। লাট চাহাব আৰু মহাৰাজাৰ পাৰ্টিৰ সম্ভৱতঃ ৭/৮খন মটৰ গাড়ী আহিছিল। সেই সময়ত মটৰ গাড়ীৰ ইমান চলতি নাছিল, থাকিলে নিশ্চয় আহিলহেঁতেন আৰু সুবিধা হ'লহেঁতেন। কাৰণ প্ৰতিদিনে লাট চাহাবৰ কাৰণে যিবোৰ খাদ্য আৰু বস্তু ট্ৰেইনত আহিছিল সেইবোৰ campলৈ নিয়াৰ কাৰণে কোচবিহাৰৰ ভালেমান accelerated bullock cart নিযুক্ত কৰিব লগাত পৰিছিল। অত্যাৱশ্যকীয় বস্তুবোৰ মটৰ গাড়ীত নিয়া হৈছিল। ডেপুটী কমিশনাৰৰ, ডেপুটী Conservator of Forest

(Mr. Copeland), Police Superintendent (Probably Mr. Luffman) তেওঁলোকৰ নিজ নিজ Tent ত আছিল, কিন্তু আহাৰ কৰিছিল মহাৰাজা আৰু লাটচাহাবৰ লগত। মহাৰাজা আৰু লাটচাহাবৰ সঙ্গীসকলৰ থকাৰ কাৰণে ডাঙৰ ডাঙৰ সুন্দৰ Tent মহাৰাজাৰ লোকসকলে আনি যথাস্থানত স্থাপিত কৰিছিল।

মহাৰাজাৰ অফিচাৰসকলৰ থকাৰ বাসগৃহ campৰ পশ্চিম ফালে কৰা হৈছিল। আমাৰ বাসগৃহ আৰু অন্য ঘৰবোৰ সেইবোৰৰ দক্ষিণে। মই আৰু Mr. Chatterjee আমাৰ অধীনস্থ লোকসকলক লৈ এইবোৰ ঘৰত আছিলো। লাটচাহাবৰ লগত যিবোৰ চোৰাংচোৱা আহিছিল, সেইসকলেও আমাৰ লগতেই আছিল। অৱশ্যে campত Post Office আৰু টেলিগ্ৰাম অফিচ খোলা হৈছিল, সেইবোৰৰ কৰ্মচাৰীৰ কাৰণে কেম্পৰ পূবফালে ঘৰ সাজি দিয়া হৈছিল। এই অৰণ্যময় ঠাই এটি ক্ষুদ্ৰ lively বা সজীৱ গাঁৱত পৰিণত হ'ল।

আবেলি ৫ নে ৬ টাৰ সময়ত লাটচাহাবে এটা কুকুৰৰ লগত camp ৰ দক্ষিণফালৰ খোলা ঠাইত কিছু খোজ কাঢ়িলে। তেওঁৰ aid-de-camp য়ে তেওঁৰ লগত এজন armed guard দিব খুজিছিল, তেতিয়া হেনো তেওঁ কৈছিল, 'Let me for once enjoy the freedom of life and breathe the open air of the country'.

মহাৰাজাই নিজে এই চিকাৰৰ কাৰণে ৮০/৯০ টা হাতী যোগাৰ কৰিছিল। Camp ৰ পশ্চিমে এটি সুন্দৰ পৰ্বতীয়া নিজৰা প্ৰবাহিত হৈছিল, তাৰ পশ্চিমৰ বিস্তীৰ্ণ অৰণ্যভূমিত হাতীৰ দলটো ৰখা হৈছিল। গাইবোৰ কেম্পৰ দক্ষিণফালে আৰু ম'হবোৰ উত্তৰফালে থকাৰ ব্যৱস্থা আছিল। এই নিজৰাৰ পানীকেই খোৱা হৈছিল। তথাপি আমি দুঠাইত দুটা Tube well বহুৱাই দিছিলো। ইয়াৰ মিঠা পানী ভদ্ৰলোকসকলে ব্যৱহাৰ কৰিছিল।

পিছদিনাখন পুৱা ৮টা মানত চিকাৰ পাৰ্টি কেম্পৰ পৰা যাত্ৰা কৰাৰ সিদ্ধান্ত কৰা হ'ল। হাতীবোৰক আৰু পূবপিনৰ চিকাৰ স্থলীলৈ প্ৰেৰণ কৰা হ'ব। ডেপুটী কমিশনাৰে মোক মাতি নি সুধিলে, 'তুমি চিকাৰ পাৰ্টিত যোগ দিবানে?' মই ক'লো, 'বাঃ নিশ্চয়।' তেতিয়া থিৰ কৰা হ'ল যে পুলিচ চাহেবে তেওঁৰ হাতীতে মোক লৈ যাব, কাৰণ সেই হাতীত হাওদা আছিল। আৰু মহাৰাজাৰ এডিকং সূৰ্য বাবুই Mr. Paresh Chatterjeeক নিজৰ লগত লৈ যাব। আমি এই interesting অভিযানৰ কাৰণে সাজু হবলৈ ধৰিলো।

পিছদিনাখন পুৱাই আমি আহাৰ কৰি ৮টাৰ সময়ত চিকাৰক্ষেত্ৰলৈ ৰাওনা হ'লো। কেম্পৰ পৰা ৬ মাইল পূবে অৰণ্য beating আৰম্ভ হ'ল। ইতিমধ্যে Deputy Conservator of Forestয়ে হাবিৰ মাজে মাজে পুৰি open ground প্ৰস্তুত কৰি ৰাখিছিল। লাইচাহাবৰ, মহাৰাজাৰ আৰু অন্যান্য চিকাৰী চাহাবসকলৰ ৭/৮ টা হাতীৰ সেই Open ground ৰ পূবফালে থিয় হ'ল। আৰু প্ৰায় ৭২ টা হাতী ১ মাইল পশ্চিমফালে অৰ্দ্ধ চন্দ্ৰাকৃতিৰে হাবি ভাঙি আগবাঢ়িল। পুলিচ চাহাবৰ হাতীত মই আছিলো। সেই হাতীটো

এই হাতীৰ মাজত আছিল। আমি যেতিয়া সেই open groundৰ কাষ পালো, তেতিয়া বন্দুকৰ শব্দ শুনিলো। সকলোৱে কবলৈ ধৰিলে যে Lady Minto য়ে এটা বাঘক গুলিয়াইছে। বাঘে কিন্তু জাপ মাৰি কাষৰ হাবিত সোমাল। তেতিয়া মহাৰাজে এটা আঙুলিৰে ইঙ্গিত দি ক'লে, 'এই ঠাইতে বাঘে প্ৰবেশ কৰিছে।' সেই হাবিডৰা আছিল ঠিক আমাৰ সন্মুখত। আন ফালৰ পৰাও হাতীবোৰ সেই ঠাইলৈ অগ্ৰসৰ হৈছিল। আমাৰ বাওঁফালে ঠিক ২/৩ হাত দূৰত এটা হাতীত Captain White নামৰ কোচবিহাৰৰ চিভিল সাৰ্জন আৰু লাটপাৰ্টিৰ এজন উচ্চ পদস্থ বিষয়া হাওদাত উপবিষ্ট আছিল। আমাৰ হাতীৰ সন্মুখত ১০ হাতমান দূৰৰ হাবিত কিবা লৰাচৰা কৰা দেখি চাহেবসকলে হাতত rifleলৈ উদগ্ৰীৱ হৈ থাকিল। মুহূৰ্তৰ ভিতৰতে এটা প্ৰকাণ্ড বাঘে জাপ মাৰি আহি Captain White চাহাবৰ হাতীৰ মূৰত এক আচোঁৰ মাৰিলে। ধন্য ইংৰাজসকলৰ সাহস। সেই মুহূৰ্ততে Captain White আৰু তেওঁৰ সহযাত্ৰীয়ে তৎক্ষণাত বাঘলৈ গুলি চলালে। বাঘে এক জাপ মাৰি ভূপতিত হ'ল, নিশ্চল আৰু নিঃসাৰ। লাটচাহাবৰ পত্নী, লাটচাহাব, মহাৰাজা আদি সকলোৱে কাষ চাপি আহিল। হাতীৰ পৰা নামি Lady Mintoয়ে হাতত বন্দুক লৈ সেই বাঘৰ কাষত থিয় হ'ল, তেওঁৰ ফটো তোলা হ'ল। তেওঁৰ গুলি বাঘৰ গাত প্ৰথম লগা কাৰণে চিকাৰ প্ৰথা অনুসৰি, তেৱেঁই বাঘৰ চিকাৰ কৰা বুলি ঘোষণা কৰা হ'ল। ইয়াৰ পিছত সৰু সৰু টেন্ট তৰা হ'ল, তাতেই তেওঁলোকে জলযোগ কৰিলে। আমিও লগত নিয়া আহাৰ খালো। ইয়াৰ পিছত পুনৰ jungle beating হ'ল যদিও কোনো চিকাৰ পোৱা নগ'ল। আবেলি আমি campলৈ উভতিলো। উত্তৰ-পূৰ্বাংশত তেওঁলোকে গড়ৰ track পালে। পিছদিনাখন গড়ৰ (Rhinoceros) চিকাৰ কৰাৰ কাৰণে সিদ্ধান্ত কৰা হ'ল। সিদিনাও আমি আহাৰ কৰি পুৱা ৮ বজাত ওলালো। ডেপুটী কমিশনাৰে মোক ক'লে, 'কালি তোমাৰ যি বিপদসঙ্কুল অৱস্থা দেখিলো সেইবাবে আজি তোমাক মোৰ হাতীত লৈ যাম।' সেইকাৰণে তেওঁৰ হাতীত দুয়োই হাওদাত বহি ৰাওনা হ'লো। প্ৰায় ৩ মাইল উত্তৰৰ হাবিত beating আৰম্ভ হ'ল। ভালেমান পৰৰ পিছত এঠাইত তিনিটা গড় একে লগে দেখা পোৱা গ'ল। মই নিজেও এটাহে দেখা পালো, কাৰণ সেই সময়ত এক দুৰ্যোগ উপস্থিত হ'ল। গড় দেখাৰ লগে লগে কাষৰ হাতীবোৰে ভয় খাই চিৎকাৰ কৰি তীব্ৰ বেগেৰে দৌৰিবলৈ ধৰিলে। লাটচাহাবৰ, মহাৰাজাৰ আৰু ৩/৪ টা হাতীয়ে মাথো তাত থিয় দি থাকিল। আমাৰ হাতীও পলাল। ভাগ্যে হাওদা থকা কাৰণে বাগৰি নপৰিলো। যিসকলে হাওদা নোহোৱা হাতীত গৈছিল তেওঁলোকে ধুপধাপকৈ মাটিত পৰিবলৈ ধৰিলে আৰু কাৰোবাৰ কাৰোবাৰ জখমো হ'ল। এইদৰে মহা পয়পাল ঘটিল, দুটামান গুলিৰ শব্দ শুনিছিলো, কিন্তু কোনো চিকাৰ নপৰিল। পিছত শুনিছিলো লাটচাহাব আৰু আন এজন চাহাবে গুলিয়াইছিল। পুনৰাই অনেক কষ্টেৰে হাতীবোৰ

একত্ৰিত কৰা হ'ল। তাৰপিছত আগদিনৰ দৰে আমি 'লাঞ্চ' বা আবেলিৰ আহাৰ কৰিলো। আহাৰৰ পিছত পুনৰ হাবি beating ৰ কাম আৰম্ভ হ'ল, কিন্তু চিকাৰোপযোগী কোনো জন্তু দেখা পোৱা নগ'ল। আমি দেখা পোৱা গড় মজলীয়া আকৃতিৰ আছিল, সম্ভৱতঃ ৫ ফুটৰ বেছি ওখ নহয়। Camp লৈ ঘূৰিলো, Dy. Commissioner য়ে মোক cigar হুপিবলৈ বাৰে বাৰে অনুৰোধ কৰিলে, কাৰণ আগতে এনে অনুৰোধ ধন্যবাদসহ প্ৰত্যাখ্যান কৰিছিলো। মই ক'লো যে ভাৰতবাসীসকলে তেওঁলোকৰ সন্মানীয় ব্যক্তিৰ সমুখত ধূমপান কৰাটো অশিষ্টতা বুলি গণ্য কৰে। তেওঁ ক'লে, বিলাতত পিতা-পুত্ৰই একেলগে বহি ধূমপান কৰে আৰু ই কু-প্ৰথা নহয়, তেওঁ কিছু argument দিলে। মই ক'লো, 'With due deference to your remarks, I still beg to maintain that it is a bad custom'. এই কথা কোৱাৰ মোৰ এক অভিপ্ৰায় আছিল। ইয়াৰ প্ৰায় দুঘন্টা পূৰ্বে আমি আমাৰ হাতীত এক ছাঁ থকা ঠাইত মহাৰাজাৰ হাতীৰ ওচৰতে আছিলো। সেই হাতীত লাটচাহাবৰ কন্যা আছিল। তেওঁ অনবৰত চিগাৰেট হুপিছিল। আমি দুয়োই সেয়া দেখা পাইছিলো। আমি সন্ধ্যাৰ আগে আগে camp লৈ ঘূৰিলো।

পিছদিনাখন পুৰা ৮টা বজাত চিকাৰ পাৰ্টি ওলাল। ভাগৰি থকা কাৰণে মই নগ'লো। আবেলি ৫টা বজাত এটি গড় লৈ তেওঁলোক উভতি আহিল। বৰ লাটচাহাবে এই গড়টো বধ কৰিছিল। বেছ ডাঙৰ আকৃতিৰ গড়। অনেক লোকে আহি ইয়াৰ মাংস লৈ গ'ল। মই অলপ কেঁচা মাংস ৰাখিলো। ইয়াক প্ৰসূতি পীড়াৰ ঔষধ বুলি শুকুৱাই ৰাখিছিলো।

চতুৰ্থ দিনাখন ডেপুটী কমিশনাৰৰ হাতীত মই গ'লো। সিদিনাখন পশ্চিমফালে চিকাৰ কৰা কথা আছিল। হাবিৰ beating আৰম্ভ কৰাৰ পিছতে Bison (বনগৰু)ৰ এটা দল ওলাল আৰু অনেক হাতীয়ে ভয় খাই পলাবলৈ ধৰিলে। Bison অতি বলশালী ভয়ঙ্কৰ ferocious জন্তু। ইহঁতে আততায়ীক আক্ৰমণ কৰে। নিৰস্ত্ৰ লোক ইহঁতৰ দৃষ্টিত পৰিলে কোনো ৰক্ষা নাই। দুটিমান Bison য়ে হাতীবোৰক charge বা আক্ৰমণ কৰিলে। লাটচাহাবে সিহঁতৰ এটাক গুলিয়াই ভূপতিত কৰিলে, বাকীবোৰ পলাল। আন চাহাবৰোৰো কোনোবাই কোনোবাই গুলিয়ালে। ফল একো নহ'ল। সেই নিহত Bison ৰ মূৰটো কাটি camp লৈ অনা হ'ল। প্ৰকাণ্ড মূৰ, তাতে আৰু দুটা ক'লা শিং।

ইয়াৰ পিছতো আৰু ৪ দিন চিকাৰ চলিল। মোৰ চখ মিটিছিল, মই যোৱা নাছিলো। পঞ্চম দিনাখন পুনৰ গড় দেখা পোৱা গৈছিল, কিন্তু সিদিনা এটা দুৰ্ঘটনা ঘটিল। লাটচাহাবৰ Military Secretary য়ে (সম্ভৱতঃ তেওঁৰ নাম Colonel Victor Brooke আছিল) তেওঁৰ হাতীৰ সন্মুখত এটা গড় আৰু ইয়াৰ পোৱালি দেখি ল'ৰালৰিকৈ এখন photo লৈছিল, হঠাতে পোৱালিটোৱে আগবাঢ়ি আহি হাতীৰ এখন ভৰিত কামুৰিলে, হাতীটো অত্যন্ত steady স্বত্বেও একেবাৰে ওলোটা ফালে ঘূৰিলে।

কৰ্ণেল চাহাবে আসনচ্যুত হৈ হাওদাৰ এফালে পৰি গ'ল। তেওঁৰ হাত এখন ভাগিল। লৰালৰিকৈ তেওঁক camp লৈ অনা হ'ল। পিছদিনাখন তেওঁ কলিকতালৈ উভতি গ'ল। আন কেইদিনত আৰু ৩/৪ টা বাঘ চিকাৰ কৰা হ'ল।

এই স্মৰণীয় চিকাৰ শেষ হ'ল। পিছদিনাখন (১৮ নে ১৯ মাৰ্চ) লাটচাহাবে প্ৰাতঃকৃত্য শেষ কৰি যাত্ৰাৰ নিমিত্তে সাজু হ'ল। ডেপুটী কমিশনাৰে মোক আৰু Mr. P. Chatterji ক লাটচাহাবৰ সম্মুখত present কৰিলে। তেওঁ এই সুবন্দোবস্তৰ কাৰণে আমাক ধন্যবাদ জনাই বিদায়সূচক কৰমৰ্দন কৰিলে। পিছত Tent ৰ ভিতৰত বাৰ্তালাপ কৰি মটৰগাড়ীত উঠিল। পিছত জানিলো, লাটচাহাবে ডেপুটী কমিশনাৰ, ডেপুটী কনজাৰভেটৰ আৰু পুলিচ চাহাবক সৰু সৰু souvenir উপহাৰ দি গৈছে, cigarette case, tie pin ইত্যাদি। এইদৰে সেই বৃহৎ ৰাজসূয় যজ্ঞ সম্পন্ন হ'ল। ইয়াৰ ৪/৫ দিন পূৰ্বে Deputy Commissioner চাহাবে মোক কৈছিল, 'চোৱা, এটা কাম কৰিব পাৰিলে ভাল হয়, তুমি যদি অলপ কষ্ট কৰি এই camp ৰ এটা census কৰিব পাৰা, তেনেহ'লে মই সুখী হম।' মই এক (জনসংখ্যাৰ তালিকা) প্ৰস্তুত কৰি চাহাবক দেখুৱালো। হাতীৰ মাউত আদি লৈ জনসংখ্যা হ'ল ১২০০। ডেপুটী কমিশনাৰে লাটচাহাবৰ লগত camp পৰিত্যাগ কৰিলে। মই সিদিনা তাত থাকি ৰাহি বয়বস্তুবোৰ বিলোৱাৰ বন্দোবস্ত কৰিলো। পিছদিনাখন সৰুপেটালৈ গৈ অৱশিষ্ট কাৰ্য আৰু হিচাপৰ কাম শেষ কৰিলো। সিদিনাখন মোৰ মনটো বেচ পাতল পাতল লাগিছিল। Mr. Chatterji য়ে তেওঁৰ ৰান্ধনিৰ দ্বাৰা এটা বিদায়ভোজৰ আয়োজন কৰিলে। পিছ দিনাখন আমি নিজ নিজ বাসস্থানলৈ গ'লো। Mr. Chatterji য়ে মোৰ প্ৰতি যথেষ্ট অনুগ্ৰহ আৰু প্ৰীতি প্ৰদৰ্শন কৰিছিল, সৌভাগ্যবশতঃ ৭ বছৰ তেওঁৰ লগত পুনৰায় বৰিশালত একত্ৰিত হৈছিলো।

মই বৰপেটালৈ গৈ লম্বিত হৈ থকা কামবোৰ ক্ৰমে শেষ কৰিবলৈ ধৰিলো। এইবাৰ জাৰকালিৰ প্ৰথমৰ পৰাই মোৰ টোপনি কম আহিছিল, হয়তো শাৰীৰিক আৰু মানসিক উভয়বিধ পৰিশ্ৰমেই আছিল ইয়াৰ কাৰণ। চিকাৰ পৰ্বৰ পিছত ভাগৰ লগা হ'ল। এপ্ৰিল মাহৰ প্ৰথমতে ৩ মাহৰ কাৰণে ছুটীৰ প্ৰাৰ্থনা জনালো। ডেপুটী কমিশনাৰে আবেদনখন recommend কৰি পঠিয়ালে। চিকাৰ কাৰ্যৰ নিমিত্তে গৱৰ্ণমেণ্টে মোক ধন্যবাদ দি যিখন চিঠি পঠিয়াইছিল, সেইখনো মোলৈ পঠিয়াই দিলে।

## বৰপেটাৰ সামাজিক জীৱন

এতিয়া আমাৰ বৰপেটা প্ৰবাস শেষ হবৰ উপক্ৰম হ'ল। ইয়ালৈ প্ৰথম আহিবলৈ ভয় লাগিছিল। কিন্তু ইয়াত আমি বেছ সুখ-শান্তিতেই আছিলো। বিমল, মন্তা আৰু নিৰ্মলৰ পঢ়াৰ কাৰণে ঢাকাৰ পাৰাগ্ৰাম নিবাসী শ্ৰীযুক্ত পৰমানন্দ ঘোষ নামৰ এজন undergraduate ভদ্ৰলোকক গৃহ-শিক্ষক কৰি ৰাখিছিলো। তেওঁ বৰপেটা স্কুলৰ তৃতীয় শিক্ষক আছিল।

ইয়াত মাথো ৫/৭ ঘৰ বঙালী প্ৰবাসী আছিল। হাইস্কুলৰ Headmaster বাবু কালীমোহন গুপ্ত বি.এ. আছিল মোৰ বাল্যবন্ধু, ঢাকাত আমি একেলগে F.A পাছ কৰিছিলো। আনবোৰ হৈছে চৰকাৰী ডাক্তৰখানাৰ ডাক্তৰ, পোষ্টমাষ্টৰ প্ৰভৃতি। কেতিয়াবা গধূলি মোৰ ঘৰত সমবেত হোৱাত এইসকলৰ লগত তাচ খেলিছিলো। মাজে সময়ে এওঁলোকক সপৰিয়ালে নিমন্ত্ৰণ জনাইছিলো। অফিচৰ নাজিৰ স্বৰ্গীয় দীননাথ বসু ঢাকা জিলাৰ বাসিন্দা আছিল। তেওঁ আৰু তেওঁৰ ভায়েক ভালেমান দিনৰ পৰা অসম প্ৰৱাসী আছিল। হেড ক্লাৰ্কজনো এজন বঙালী আছিল। লোকেল বোৰ্ডৰ ওভাৰচিয়াৰ সৰ্বানন্দ বাবু অসমীয়া ব্ৰাহ্মণ হ'লেও বেছ শিক্ষিত, বুদ্ধিমান সৎকৰ্মশীল বঙালীৰ দৰে। আমাৰ লগত মিলামিছা কৰিছিল আৰু নানা কামত সহায় কৰিছিল। ইয়াত সংসাৰৰ আহাৰাদিৰ ব্যয়ভাৰ বঙ্গ আৰু বিহাৰৰ তুলনাত নিচেই কম। মাছ আছিল উভৈনদী— চিতল, আৰি, কাৰৈ আৰু পাভৰ দৰে ইমান ডাঙৰ মাছ আৰু ক'তো পোৱা নাই। ইলিচ আৰু মিছা মাছ পোৱা নগৈছিল। গাখীৰ টকাত আছিল ১০ সেৰ। মই তিনিজনীমান গাই ৰাখিছিলো। সিহঁতে চাউলখোৱাৰ সিপাৰে ঘাঁহ খাবলৈ গৈছিল, এজন ৰাখালক প্ৰতিটো গাইৰ কাৰণে মাহে আঠ অনাকৈ দিছিলো। ভাল ম'হৰ ঘিউৰ সেৰ আছিল বাৰ অনা। তাত গৰুৰ ঘিউ নিমিলাইছিল। এই সময়ছোৱাৰ ভিতৰত মই নিজ ঘৰত ১৩০০ টকা ব্যয় কৰি এটা পুখুৰী খনালো আৰু প্ৰায় ১৫০০ টকা খৰচ কৰি এটা ডাঙৰ পকী ইন্দ্ৰা খন্দালো।

এই সময়ত মোৰ promotion due হৈছিল, কিন্তু মোৰ তলৰ এজনৰহে প্ৰমোছন হৈছিল। সেইকাৰণে মই কিছু চিন্তিত হ'লো। এই বিষয়ে ডেপুটী কমিশনাৰ আৰু জজ চাহাবক মৌখিকভাৱে জনালো। তেওঁলোকে মোক representation দিবলৈ ক'লে আৰু তাক recommend কৰিব বুলি আশ্বাস দিলে। কিন্তু এনেধৰণৰ representation ৰ ফল একো নহয় বুলি মই নীৰৱে থাকিলো। কিন্তু প্ৰতি বছৰেই Deputy Commissioner আৰু Judge চাহেবে Annual report ত মোৰ কাৰ্য সম্বন্ধে ভাল report দিলে। Judge চাহেবে এবাৰ লিখিলে 'the best Magistrate and judicial officer in my Valley (Assam Valley Districts)'। ইয়াৰ ফলত জানুৱাৰী মাহত 4th grade ত (500) প্ৰমোছন পালো। নেত্ৰকোণাৰ প্ৰসঙ্গত যে মোৰ ভয়ৰ সঞ্চাৰ হৈছিল, সি কিছু শাম কাটিল। কিন্তু ভৱিষ্যত জীৱনত প্ৰথম জীৱনৰ ন্যায় কৃতিত্ব আৰু নঘটিল।

এই বছৰৰ জুলাই মাহত (১২ জুলাই, ২৮ আহাৰ) আমাৰ চতুৰ্থা কন্যা (বৰ্তমানে দ্বিতীয়া) অনুপ্ৰভাৰ জন্ম হয়। নিজ ঠাইৰ পৰা স্বৰ্ণমালিনী নামৰ এজনী লিগিৰীক প্ৰসূতিগৃহ attend কৰাৰ কাৰণে অনাইছিলো। এইবাৰৰ প্ৰসৱত বিশেষ trouble নহ'ল।

বৰপেটালৈ অহাৰ সময়ত যে লাটচাহাবে কৈছিল 'the place is full of waters'ৰ সত্যতা অনুভৱ কৰিলো। প্ৰতিবছৰৰ বৰ্ষাত এই মহকুমাৰ দক্ষিণাংশ প্লাবিত হয়। হিমালয়ৰ পৰা জলধাৰা ক্ষুদ্ৰ ক্ষুদ্ৰ পাৰ্বত্য নদীৰে দক্ষিণলৈ আহে। আৰু ব্ৰহ্মপুত্ৰৰ বিশাল জলৰাশিয়ে

পাৰ বাগৰি আহি দক্ষিণাংশ ভহাঁই দিয়ে। দুবাৰ বাৰিষাকালি আমাৰ বঙলাৰ কম্পাউণ্ড বুৰ গৈছিল। বঙলাৰ platform ৰ এফুট তল পৰ্যন্ত পানী উঠিছিল। সকলো outhouse আৰু bathrooms পানীৰ তলত। এটা dressing room ক bathroom আৰু আনটোক পাকঘৰ হিচাপে ব্যৱহাৰ কৰা হয়। প্ৰফুল্লই বঙলাৰ bedroom আৰু বাৰান্দাত বহি বৰশীৰে সুন্দৰ সৰু সৰু মাছ ধৰিছিল। এই পানী ৭/৮ দিন থাকি নামি গৈছিল। বৰ্ষাৰ অন্তত খাৱৈবোৰত সৰু সৰু কাৱৈ মাছ পোৱা গৈছিল। সমস্ত নগৰখন জলমগ্ন হৈ থাকে। ঘৰবাৰীবোৰ যেন পানীত ভাঁহি থাকে। ওখ ঠাইত ঘৰবোৰ, কাষৰ ঠাইবোৰ পানীৰে ভৰি থাকে। সম্ভৱতঃ Vanice ৰ দৰে।

এই মহকুমাৰ ঠায়ে ঠায়ে বিশেষকৈ উত্তৰাংশত বহুতো কছাৰী লোক আছিল। সেইসকল আছিল আদিম অধিবাসী। আন কৃষি ব্যৱসায়ী লোকসকল আছিল অশিক্ষিত, কিন্তু সৰল, সত্যবাদী আৰু শান্তিপ্ৰিয়। ৰাজকৰ্মচাৰীসকলক ভয় আৰু শ্ৰদ্ধা কৰিছিল। বৰপেটা টাউনৰ বাসিন্দাসকল ব্যৱসায়ী। তেওঁলোক বেছ বুদ্ধিমান আৰু চতুৰ। বঙালীসকলৰ লগত মিলামিছা কৰি তেওঁলোকৰ দোষ-গুণ উভয়েই পাইছিল। অসমৰ সকলো ঘৰতে কাপোৰ বোৱা হয়। বৰপেটাত অতি উৎকৃষ্ট বস্ত্ৰ আৰু এণ্ডিৰ কাপোৰ তৈয়াৰ কৰা হৈছিল। বয়ন ছোৱালীসকলৰ এক বিশেষ accomplishment. ভাল বোৱনী ছোৱালীৰ বিবাহ অতি সহজে হৈছিল। বৰপেটাৰ লোকসকল অনুকৰণত পাকৈত আছিল। কোনো বস্তু দেখুৱালেই তাৰ অনুৰূপ আৰু এটি বস্তু তৈয়াৰ কৰিব পাৰে। ৰামমল নামৰ এজন বৃদ্ধ সোণাৰীয়ে অতি উৎকৃষ্ট original ধৰণৰ অলঙ্কাৰ প্ৰস্তুত কৰিছিল। হাতীৰ দাঁতৰ বস্তুবোৰ সুন্দৰকৈ তৈয়াৰ কৰা হৈছিল। সেই সময়তেই এই ঠাইত কেবাজনো Graduate আৰু বি.এল উকীল আছিল। মোৰ ধাৰণা হয় শিক্ষা বিস্তাৰৰ লগে লগে এই মহকুমা শিল্প, সাহিত্য, ব্যৱসায়-বাণিজ্য, ৰাজনীতি প্ৰভৃতি সকলো বিষয়তে অসম প্ৰদেশৰ ভিতৰত এক উন্নত স্থান গ্ৰহণ কৰিবলৈ সক্ষম। সৰ্বানন্দ বাবুই তেওঁৰ ঘৰত ছোৱালীসকলে বোৱা অতি সুন্দৰ হাঁহযুক্ত এখন এণ্ডিৰ চাদৰ মোৰ স্ত্ৰীক উপহাৰ দিছিল। আমাৰ নিজ গৃহত প্ৰফুল্লই এখন তাঁতশাল পাতি কাপোৰ বোৱা শিকিছিল। এজনী শিক্ষয়িত্ৰীক মাহে ৮ টকা দি ৰাখিছিলো। তেওঁ কাৰুকাৰ্য কৰা বহুতো বিছনাৰ চাদৰ আদি বুই দিছিল। পৰিতাপৰ বিষয় যে অসম এৰাৰ পিছত এই কাপোৰ বোৱাৰ আৰু প্ৰয়াস কৰা নহ'ল।

## বৰপেটাৰ সত্ৰ

বৰপেটাত এক প্ৰাচীন আৰু বিখ্যাত ধৰ্মানুষ্ঠান আছে। হিন্দু বাসিন্দাসকলে শঙ্কৰদেৱ-মাধৱদেৱ প্ৰচাৰিত বৈষ্ণৱ ধৰ্মৰ অনুসৰণ কৰে। তেওঁলোকে দেৱ-দেৱীৰ উপাসনা নকৰে। এক বৃহৎ সৰ্বসাধাৰণৰ কীৰ্তনঘৰ আছে, তাক 'সত্ৰ' বা 'ছত্ৰ' বুলি কোৱা হয়। ইয়াত প্ৰসঙ্গ বা কৃষ্ণলীলাৰ কীৰ্তন হয়। কীৰ্তন গোৱাৰ পিছত তিওৱা বুট-মুগ, নাৰিকলৰ দ্বাৰা প্ৰস্তুত প্ৰসাদ

বিতৰণ কৰা হয়। এই সত্ৰত লোকসকলৰ সকলো সামাজিক বিষয়ৰ সিদ্ধান্ত হয়। মদ্য পান, ব্যভিচাৰ, অসত্যবাদিতা প্ৰভৃতি সামাজিক পাপৰ শাস্তি এই সত্ৰতেই নিৰ্দ্ধাৰিত কৰি দিয়া হয়। সত্ৰৰ এজন প্ৰমুখ আছে, তেওঁক 'অধিকাৰ' বুলি কোৱা হয়। তেওঁক জনসাধাৰণে গণতান্ত্ৰিক পদ্ধতিৰে বাচনি কৰে। এই সত্ৰৰ নিয়ম-প্ৰণালীবোৰ যুক্তিসংগত আৰু উৎকৃষ্ট বুলি ধাৰণা কৰিব পাৰি। এই সত্ৰ হৈছে এক grand democratic institution, যেন এটি Common Wealth য'ত জনমত লৈ সকলোবোৰ সামাজিক আৰু নৈতিক বিষয়ৰ মীমাংসা কৰা হয়। জাতিধৰ্ম প্ৰৱৰ্তিত দেশত এনেধৰণৰ অনুষ্ঠানক স্বায়ত্তশাসনৰ আধাৰ বুলি কব পাৰি। সত্ৰৰ গৃহটো টিনেৰে নিৰ্মিত, ইমান বৃহৎ যে ৩/৪ হেজাৰ মানুহে সোমাই নাম-কীৰ্তন কৰিব পাৰে। মই মোৰ খুলশালী সুৰেশৰ দ্বাৰা ইয়াৰ এখন ফটো তোলাইছিলো।

ইয়াত এখন High School আছে। মই আৰু কালীমোহন বাবুৰে (Headmaster) নতুন গৃহ Extension কৰি, বোৰ্ডিং প্ৰস্তুত কৰি ইয়াৰ উন্নতিৰ কাৰণে যত্ন কৰিছিলো। স্কুলখন প্ৰথমে চৰকাৰী সাহাৰ্যকৃত আছিল। ইয়াক গৱৰ্ণমেন্টৰ অধীনত provincialize কৰাৰ চেষ্টা পৰৱৰ্তী কালত ফলৱতী হৈছিল। এটি এল. পি. বালিকা বিদ্যালয়ো স্থাপন কৰিছিলো। বাৰিষাকালি ছাত্ৰী কম হৈছিল। এতিয়ামানে ইয়াৰ অৱস্থা হয়তো উন্নত হৈছে।

ছুটীত যোৱাৰ পূৰ্বে ডেপুটী কমিশনাৰ চাহাব এবাৰ বৰপেটালৈ আহিছিল। মোক ক'লে, 'তোমাৰ ছুটী মঞ্জুৰ কৰা হৈছে।' মোক কিছুমান চৰকাৰী কাম সম্বন্ধে উপদেশ দি তেওঁ ক'লে, 'এইবোৰ কাম তুমি পুনৰাই আহি কৰিবা।' মই তেতিয়া ক'লো, 'Sir, I have been away from my people for a pretty long time, if you do not mind, I long to go back to Bengal.' তেওঁ Chief Secretaryলৈ তেনে ধৰণে এখন appreciative চিঠি লিখিলে। পিছত গুৱাহাটীলৈ গৈ মোৰ কাৰ্য সম্বন্ধে প্ৰশংসা কৰি এখন চিঠি লিখি মই বৰপেটা এৰি যোৱা কথাত দুঃখ প্ৰকাশ কৰিলে।

## বৰপেটা ত্যাগ

১৯০৯ চনৰ ৩ মে তাৰিখে বৰপেটা চাবডিভিজনৰ charge make over কৰি সেই দিনাই নাৱেৰে খোলাবন্ধালৈ ৰাওনা হ'লো। এই বিদায় যাত্ৰা অতি মৰ্মস্পৰ্শী আছিল। নগৰৰ বহু লোকে তেওঁলোকৰ শুভেচ্ছাৰে বিদায় সম্ভাষণ জনাবলৈ বঙলাত উপস্থিত হৈছিল। অশীতিপৰ বৃদ্ধ পুৰণি উকীল ৰামদাস বাবুৱে মোক ক'লে, 'বঙালীৰ প্ৰতি মই সহজে অনুৰক্ত নহওঁ। কিন্তু তোমাৰ ন্যায় বিচাৰ আৰু প্ৰশাসনৰ কাৰণে আমি তোমাক আপোনজন বুলি ভাবো। তুমি সৰ্বসাধাৰণৰ শুভেচ্ছা আৰু আশীৰ্বাদ লৈ এই ঠাই এৰিছা। বৰপেটাক মাজে-সময়ে স্মৰণ কৰিবা।' মই বৰ affected হ'লো। মই আৰু গৃহিণীয়ে বেজাৰ মনেৰে নৌকাৰোহণ কৰিলো। যোৱাৰ পথত আমাৰ পূৰ্বপৰিচিত পথ, হাবি, নদী সকলো বস্তুৱেই আপোন যেন লাগিল। আমি খোলাবন্ধা পায়েই দেখিলো, সৰ্বানন্দ বাবু

তাত ভালেমান লোকৰ লগত উপস্থিত হৈ আছে। তেওঁ আমাক বাটত খাবৰ কাৰণে দুটি টিন ভৰাই ডাঙৰ ডাঙৰ মাগুৰ মাছ দিলে। আমি পৰম বেজাৰৰ মাজত ষ্টীমাৰত আৰোহণ কৰি পোৰাবাৰীৰ পথত যাত্ৰা কৰিলো। তৃতীয় দিনা পোৰাবাৰী পাই শাকৰাইল হৈ পঞ্চম দিনাখন ঘৰ পালো।

**ভাষান্তৰ ঃ ভূপেন্দ্ৰ ৰায়চৌধুৰী**



# কঠৈইলা এঠা দৈ আৰু কাৰৈ মাছৰ সাধু

**ব্ৰজগোপাল দাস**

বৰপেটা ভোগৰ ঠাই। বিভিন্ন খাদ্য সম্ভাৰৰ লগতে মাছ, গাখীৰ আদিৰেও উভৈনদী আছিল বৰপেটা অঞ্চল। গুৰু দুজনাৰ দিনৰে পৰা তেতিয়াৰ বৰপেটা আৰু ইয়াৰ পাৰ্শ্ববৰ্তী অঞ্চলসমূহ মাছ-গাখীৰৰ ভঁৰাল স্বৰূপ হৈ আছিল। গুৰু দুজনাৰ নাও যেতিয়া বুঢ়া লুইতেৰে ভটিয়াই আহি গয়াজানেৰে সোমাইছিল, তেতিয়াই জানৰ কুৰি-বৰালি মাছ জপিয়াই নাৱত উঠিছিল। '.... গৈ জানত কুৰি-বৰাৰি দেই নাৱত পৰিছে। দেখি গুৰুজনে বুলিলে, বৰাৰ পো, নাএও বৈ ভকতে উঠি চকচো মাটি খাৰে পানীএ, মাছে সজ যেন দেখোঁ। .... বৰিৰ নাম পালেংদি।' — (কথাগুৰু চৰিত, পৃষ্ঠা-৭৮, পুনৰ্মুদ্ৰন-১৯৯৫)। সুন্দৰীদিয়াৰ পৰা তাঁতীকুছি (বৰপেটা) লৈ আহোঁতে মাধৱগুৰুৱে বাটত বৰপেটা বিলৰ পাৰত বৈছিল আৰু বিলৰ পাৰৰ দল্লিদবাৰ পথাৰখন গৰু-বাছৰুৰে ভৰি থকা দেখিছিল। পথাৰত ঘাঁহ খাই থকা গৰুৰ জাক দেখি গাইছিল (বৰগীত)— "আলো ভাই চল আইস যাও বৃন্দাবনে।"

এতিয়া আৰু গৰু-বাছৰু-গাখীৰৰ সেই 'বৃন্দাবন' নাই। মাছ-গাখীৰৰ তাহানিৰ সেই সোণালী সুদিনো নাই। সেই মাছ-গাখীৰৰ 'বৃন্দাবন' আজি ছুন পৰিল। আজিৰ প্ৰজন্মৰ বাবে বৰপেটাৰ সেই মাছ-গাখীৰৰ কথা — সাধুকথা হ'ল।

আজি বুঢ়া-মেথাচামক বাদ দি কোনোবাই জানো বিশ্বাস কৰিব যে আগতে বৰপেটাৰ হাটীয়ে হাটীয়ে অন্ততঃ কমেও একোখনকৈ গাখীৰৰ দোকান থকাৰ উপৰি উপকণ্ঠ গ্ৰামাঞ্চলতো বহু দোকান আছিল। বৰপেটাৰ ঠাকুৰ বজাৰ, নহাটী, গলিয়াহাটী, দক্ষিণহাটী, দহাটীত দোকানৰ সংখ্যা বেছি আছিল। তদুপৰি 'গাখীৰৰ ভাউৰে' (গাখীৰভাৰী) সকলেও হাটীৰ তথা দাঁতি-কাষৰীয়া অঞ্চলবোৰৰ অলিয়ে-গলিয়ে চিঞৰি চিঞৰি গাখীৰ বেচি ফুৰিছিল। ভাউৰেসকলৰ চিঞৰো আছিল দীঘলীয়া সুৰৰ, যেন একোটা লোকগীতৰ কলি — "দো-ই কি-ৰি-ম লাগ্‌বো-ও, দো-ই-ই—" ম'হৰ এঠা দৈ 'কিৰিম' (ক্ৰীম), গৰুৰ দৈ, গৰু-ম'হৰ এৰাঁ গাখীৰৰ ভাৰখন কান্ধত লৈ বেচি ফুৰা ভাউৰে — মুৰাৰী, কমলা, অনন্ত, অৰ্জুন, ধনঞ্জয়, ৰজনী, মহিন; সুন্দৰীদিয়াৰ অধৰ, নীতাৰ এই সুৰ বিগত

শতিকাৰ আশীৰ দশকমানলৈকে বৃহত্তৰ বৰপেটাবাসীৰ আছিল তেনেই চিনাকি। বৰপেটাৰ দৈ- কিৰিম গোটেই অসমতে বিখ্যাত আছিল।

বৰপেটাৰ গাখীৰ উৎপাদনৰ প্ৰধান কেন্দ্ৰ আছিল গোবিন্দপুৰ। ইতিহাস প্ৰসিদ্ধ গোবিন্দপুৰ চৰণীয়া পথাৰ (ৰিজাৰ্ভ) আছিল বৰপেটা নগৰৰ পৰা প্ৰায় বাৰ কিলোমিটাৰ দক্ষিণ-পশ্চিমে। প্ৰাক্-স্বাধীনতাৰ যুগৰে পৰা বাঘবৰ পাহাৰৰ নামনিৰ এই গোবিন্দপুৰৰ বৃহৎ ৰিজাৰ্ভতে আছিল বৰপেটা, সৰভোগ আদি ঠাইৰ বহুতো লোকৰ ম'হৰ খুঁটি (বাথান)। বাঘ, বনৰীয়া ম'হ, গাহৰি আদিৰ বিচৰণভূমি, বন-জংঘলেৰে ভৰা গোবিন্দপুৰ ৰিজাৰ্ভত আছিল শতাধিক ম'হৰ বাথান। তেত্ৰিশ হাজাৰ বিঘাৰো অধিক মাটিকালিৰ গোবিন্দপুৰ ৰিজাৰ্ভ স্বৰাজোত্তৰ কালত পমুৱা বেদখলকাৰীয়ে ক্ৰমে গ্ৰাস কৰি নিঃশেষ কৰিলে। সম্প্ৰতি চৰণীয়া পথাৰৰ কোনো অস্তিত্ব নাই। লগে লগে ম'হৰ বাথানবোৰো নোহোৱা হ'ল। বৰপেটাৰ গাখীৰৰ সেই সোণালী সুদিনো কালৰ সোঁতত বিলীন হ'ল।

ম'হৰ বাথান একোখনত কমেও ৫০।৬০ জনীমানৰ পৰা আঢ়ৈশ তিনিশলৈকে ম'হ আছিল। সৰভোগৰ দীনকান্ত-নবীন তালুকদাৰ ভ্ৰাতৃদ্বয়ৰ বাথানত হেনো আঢ়ৈশৰো অধিক ম'হ আছিল। ম'হৰ বাথানৰ বৰপেটাৰ গৰাকীসকল আছিল — মদন পাঠক (উকীল), হৃদয় উকীল, উমা মেম্বৰ, গোপাল চেয়াৰমেন, উমা মহাজন, ফটিক মহাজন, ক'লা মহাজন, অতুল মেধি, নিৰন নাথ, নৰ গায়ন-মহোদৰ গায়ন (ভ্ৰাতৃদ্বয়), ফুকন বায়ন আদি। সৰভোগৰে মনো-অৰো ভ্ৰাতৃদ্বয় আৰু কামেশ্বৰ দাসৰো গোবিন্দপুৰত ম'হৰ বাথান আছিল।

সেই সময়ত গোবিন্দপুৰলৈ যাতায়াতৰ বাবে গৰু-ম'হৰ গাড়ী আৰু চাইকেলৰ বাহিৰে আন কোনো ব্যৱস্থা নাছিল। গোবিন্দপুৰৰ পৰা প্ৰতিদিনে বৰপেটালৈ শ শ মোন গাখীৰ আহিছিল। গোটেইখিনি গাখীৰ আনিছিল 'দোহোইৰা' (গাখীৰৰ ভাৰ বৈ আনোতা) সকলে কান্ধত ভাৰ বান্ধি। বৰপেটাৰ বুদুৰাম, দুখীৰাম, ৰমেশ, পাণ্ডৱ, জগন্নাথ, ৰত্ন, সত্য, অনন্ত, দনা, ভদ্ৰ, গিৰীশ, নেপালী (গজেন), ৰজনী, অমূল্য, ৰাজা, শশী, কুটিল (হৰমোহন), গিৰিধাৰী আদি দোহোইৰাসকলে কান্ধত 'শিকা-বাংকা'(শিকিয়া-বাওঁকা) ৰে টিনৰ ভাৰখন লৈ বোৱাৰীপুৱাতে দুই-তিনিজন, কেতিয়াবা আঠ দহজন লগ হৈ খোজ লৈছিল বাথান অভিমুখে। ডেৰ-দুইমোন ওজনৰ গাখীৰৰ ভাৰখন লৈ আবেলি পাইছিলহি বৰপেটা। গোবিন্দপুৰ ৰিজাৰ্ভ অথবা ওচৰ-পাজৰত কোনো দোকান-পোহাৰ নাছিল। সেয়েহে দোহোইৰাসকলে পুৱা যাওঁতে বাথানৰ গুৱাল আৰু আন কৰ্মচাৰীসকলৰ বাবে অত্যাৱশ্যকীয় সামগ্ৰীসমূহৰ লগতে তামোল-পাণ, ধঁপাত-বিড়ি, হোকা-চিলিম আদি লৈ গৈছিল। দোহোইৰাসকল আহিছিলো একেলগে। বাটত জিৰণি লোৱা প্ৰথম ঠাই আছিল গজিয়া। 'বাংকা-বুলন' এৰে (বাওঁকাৰ দুয়োফালে বন্ধা গাখীৰৰ টিন খোজে প্ৰতি দুলি অৰ্থাৎ তল-ওপৰ কৰি থকাৰ তালে-তালে যিমান পাৰি বেগাই, জগিং কৰাৰ দৰে খৰকৈ

আৰু দীঘল খোজ দি) কোনোবাই আগতে আহি পালেও গজিয়াত ৰৈ আছিল— আনকেইজন আহি পোৱালৈ। তাৰ পিছত দ্বিতীয় জিৰণি লোৱা ঠাই আছিল বৰপেটাৰ কেতেকীবাৰী (বৰবাৰী)। সকলোৱে আহি পোৱাৰ পিছতহে তেওঁলোক নিজ দোকান অভিমুখে এৰা-এৰি হৈছিল।

ভিন ভিন উৎসৱ-পাৰ্বণৰ সময়ত আৰু গাখীৰ উৎপাদনৰ ভৰপক সময়ত গৰু-ম'হৰ গাড়ীৰেও গাখীৰ আনিছিল। বেছিভাগ গাড়ী আহিছিল নিশাৰ ভাগত। গোবিন্দপুৰ-বৰপেটাৰ গাঁৱলীয়া পথত গৰু-ম'হৰ গলৰ টিলিঙাৰ শব্দই নিশাৰ নীৰৱতা ভংগ কৰি গাড়ীবোৰ পুঁৱতি নিশা পাইছিলহি বৰপেটা। পথৰ কাষৰ আৰু চুবুৰীৰ বাসিন্দাই নিশা টোপনিৰ জালতেই টিলিঙাৰ শব্দ শুনি ক'ব পাৰিছিল কাৰ গৰু বা ম'হৰ গাড়ী আহিছিল।

বৰপেটাৰ সত্যনাথ, তুতিৰাম, মানিক, শিৱৰাম, ৰমেশ, দয়াল, অমূল্য, শংকৰ, সত্য, অতুল, পদ্ম, দেবীন, ৰামচৰণ, অনন্ত, ৰমাকান্ত, মহানন্দ, ফুকন বায়ন আদিৰ দোকানত পঞ্চাশৰ দশকৰ আদিভাগমানত ম'হৰ দৈৰ সেৰে আছিল এক অনা। অঞ্চলটোৰ মানুহে দৈ-ক্ৰীম খুব খাইছিল। সেয়েহে হাটীবোৰৰ লগতে গাঁও অঞ্চলতো গঢ়ি উঠিছিল গাখীৰৰ দোকানসমূহ। দোকানতেই হওক অথবা ভাউৰেতেই হওক— ধুলেও হাতৰ পৰা এঠা এৰাই নোযোৱা দৈৰ সেৰে আছিল তিনি বা চাৰি অনা। 'কঠৈইলা' (কঁঠালৰ এঠাৰ দৰে) দৈৰ সেৰে আছিল পাঁচ বা ছয় অনা। এক সেৰী, ডেৰ বা দুই সেৰী, তিনি সেৰী কঁৰীয়াত কঠৈইলা দৈ বাথানতে কৰিছিল। কঠৈইলা দৈ কঁৰীয়াটো ওলোটাই দিলেও ওলাই নপাৰিছিল। বাঁহৰ কঁৰীয়াবোৰত পিতলৰ ৰিং লগাই চালে-চকুৱোৱা আৰু দীৰ্ঘস্থায়ী কৰি লৈছিল। গাখীৰৰ ব্যৱসায়ীসকলে বাথানৰ সৈতে গাখীৰ যোগানৰ বাবে মাহিলি অথবা বছৰেকীয়া ভিত্তিত চুক্তি কৰি লৈছিল।

অঞ্চলটোৰ সকলো মানুহৰে ঘৰুৱা উৎসৱ-অনুষ্ঠান আদিত দৈৰ ব্যৱহাৰ আছিল অপৰিহাৰ্য। বিয়া-বাৰুত একোঘৰ মানুহে কমেও চাৰি-পাঁচ মোনৰ পৰা বিত্তবান পৰিয়ালে কুৰি মোনলৈকে দৈৰ ব্যৱস্থা কৰিছিল। দৈৰ লগতে আছিল ব'কা চাউল (বোকা চাউল) আৰু জুলীয়া গুড়। নিমন্ত্ৰিত অতিথিক কোনে কিমান ভাল দৈ খুৱাব পাৰে তাৰেই যেন প্ৰতিযোগিতা হৈছিল। কিয়নো অঞ্চলটোৰ মানুহে আনক খুৱাইহে তৃপ্তি লভিছিল। ঘৰুৱা উৎসৱত ব্যৱহৃত দৈত যাতে অলপো পানী নাথাকে তাৰ বাবে গৃহস্থৰ আছিল চোকা দৃষ্টি। কাৰণ পানী থাকিলে দৈ-ব'কা চাউল খাবলৈ ব্যৱহাৰ কৰা দনা (কল-পটুৱাৰ খোল) আঙুলিৰে ফুটাই পানী বোৱাই অতিথিয়ে গৃহস্থক পনীয়া দৈ খুওৱা বুলি পাকে-প্ৰকাৰে বুজাইছিল। সেয়েহে গাখীৰৰ ব্যৱসায়ীসকলে কৰিছিল ভাল দৈ। বৃহত্তৰ বৰপেটাৰ উপৰি তেতিয়াৰ অবিভক্ত কামৰূপ, গোৱালপাৰা আৰু দৰং জিলাৰো ভিন ভিন ঠাইলৈ বৰপেটা তথা গোবিন্দপুৰৰ পৰা গাখীৰ গৈছিল।

গোবিন্দপুৰৰ বাহিৰেও বৰপেটাৰ উত্তৰে ঠেকা আৰু বৈৰা ৰিজাৰ্ভতো সুন্দৰীদিয়াৰ গিৰীশ দেউৰীকে ধৰি আন কেবাজনৰো গৰু-ম'হৰ বাথান আছিল। বৰপেটা মহকুমাৰ (তেতিয়াৰ) উত্তৰ অঞ্চলৰ কাঁহিতামা, মইনামাতা আদিৰ চৰণীয়া পথাৰতো বাথান আছিল। বাৰিষা কালত গোবিন্দপুৰ ৰিজাৰ্ভৰ ঠায়ে ঠায়ে পানী উঠাৰ বাবে তাৰ পৰা কিছুমান বাথান উত্তৰ অঞ্চললৈ সাময়িকভাৱে স্থানান্তৰ কৰিছিল। কাঁহিতামা-মইনামাতাত বৰপেটাৰ তেজী সিং, নবীন সূত্ৰধাৰৰো বাথান আছিল।

বাথানৰ গাখীৰক লৈয়ে বৰপেটাত গঢ়ি উঠিছিল বহু মিঠাইৰ দোকান। হাটীসমূহত গাখীৰৰ দোকানৰ উপৰি আছিল মিঠাইৰো দোকান। গাখীৰৰ পৰা তৈয়াৰ কৰিছিল নানা প্ৰকাৰৰ উৎকৃষ্ট মিঠাই। ঠাকুৰ বজাৰৰ গণেশ 'মিঠৈৱালা', নৰ বৰডেকাৰ মিঠাইৰ সুনাম আছিল। বৰবজাৰৰ ৰাধাৰ সন্দেশৰ সোৱাদেই আছিল সুকীয়া। পালাংদি হাটীৰ উমেশ দাসৰো সন্দেশ কোনো গুণে কম নাছিল। অতুল, ভবা-যোগ (ভবানন্দ-যোগমোহন)ৰ মিঠাইৰো নাম আছিল। জগবন্ধুৰ খজা, দেৱালী (বংশী)ৰ মালপোৱা আৰু কীৰ্তন ঘৰৰ সন্মুখত টেপাৰ নিমকীৰ কথা আজিও বুঢ়াচামৰ মুখে মুখে। টেপা (ৰমাকান্ত দাস) দোকানীয়ে তৈয়াৰ কৰা সৰু নিমকীৰ উৎকৃষ্টতাৰ বাবে গোটেই অসমতে 'টেপাৰ নিমকী' নামেৰে বিখ্যাত। অম্বু মিঠৈৱালাৰ ছেনাৰ খুৰ্মাৰ উৎকৃষ্টতাৰ কথাতো ক'বই নালাগে। তেতিয়াৰে পৰা সুনাম থকা বৰপেটাৰ ছেনাৰ খুৰ্মা আৰু টেপাৰ নিমকীৰ খ্যাতি আজিও অম্লান হৈ আছে। ইয়াৰ সোৱাদ জিভাত লাগি থকাৰ বাবেই আজিও প্ৰবাসী বৰপেটীয়াই আৰু আন ঠাইৰ মানুহেও বৰপেটালৈ আহিলে ওভোতাৰ সময়ত ছেনাৰ খুৰ্মা আৰু টেপাৰ নিমকী নিবলৈ নাপাহৰে। আৰু নাপাহৰে আগৰ সেই এঠা দৈ নহ'লেও অন্ততঃ ভাল দৈ দুই কেজিমান আৰু ক্ৰীম অলপমান।

## মাছৰ সোণালী সুদিনো উটুৱাই নিলে সময়ৰ সোঁতে

বুঢ়া-মেথাসকলে আৰু কৈছিল যে বৰপেটা এসময়ত গাখীৰৰ দৰে মাছেৰেও আছিল উভৈনদী। কেইবছৰমান আগতে, এদিন কাৰৈমাছৰ কথা ওলাওঁতে তিনিকুৰিৰ দেওনা পাৰ হোৱা এগৰাকী ওখ-পাখ বৃদ্ধই গৰ্জি উঠাৰ দৰেই নিজৰ মস্ত হাতখনৰ আঙুলিবোৰ মেলি দেখুৱাই কৈছিল — 'আমাৰ তেতিয়াৰ দিনত ইমান ডাঙৰ কাৰৈ মাছ আছিল। আজি তঁহতে খোৱা কাৰৈবোৰ নগণিছিলেই'।

বৰপেটা স্বাভাৱিকতে দ অঞ্চল। ১৮৯৭ চনৰ বৰভূঁইকঁপত বৃহত্তৰ বৰপেটা অঞ্চলৰ ভৌগোলিক পৰিৱৰ্তন ঘটে। বৰপেটাক কেন্দ্ৰ কৰি চৌপাশে আৰু সৃষ্টি হ'ল বহুতো দ খাল-বিল, জলাশয়-পিটনিৰ। এইবোৰৰ উপৰি নৈ-জানেৰে পৰিৱেষ্টিত অঞ্চলটো বাৰিষা

সাগৰসদৃশ হয়। এই 'সাগৰ'ৰ মাছ অঞ্চলটোৰ চাহিদা পূৰণ কৰিও বিভিন্ন জিলাৰ ভিন ভিন ঠাইলৈয়ো চালান হৈছিল। বিল-খাল-জলাশয়বোৰত উভৈনদী হৈ থকা ভিন ভিন প্ৰজাতিৰ বিভিন্ন আকাৰ-প্ৰকাৰৰ মাছেৰে প্ৰখ্যাত বৰপেটাত সম্প্ৰতি মাছৰ আকাল। ইতিমধ্যে বিলুপ্তপ্ৰায় কেবাবিধো থলুৱা প্ৰজাতিৰ মাছৰ লগতে আন বহু সৰু-ডাঙৰ মাছৰ কথা আজিৰ প্ৰজন্মৰ বাবে সাধুকথা।

বৰপেটা নগৰৰ দক্ষিণে আছিল কেইবাখনো ডাঙৰ বিল। বাঘবৰ পাহৰৰ ওচৰৰ শিলচী বিলৰ ৰৌ-ভকুৱা, চিতল, মিৰিকা, আৰি, বৰালি কাৱৈ, মাগুৰ মাছৰ কথা আজিও দুই-চাৰিজন বুঢ়া-মেথাৰ মুখে মুখে। কনৰা সত্ৰৰ ওচৰত থকা ন-ভাঙা, আগৰ বিলৰ উপৰি উজান ভেলেঙী, ভাটি ভেলেঙী নদী-বিলো আছিল প্ৰচুৰ পৰিমাণে মাছেৰে পূৰ্ণ। পাটবাউসীৰ দক্ষিণৰ ফিঙুৱা বিল আছিল যেন মাছৰ বৰপেৰা। এইবোৰতো ৰৌ, বৰালি, চিতল, মিৰিকা, কাৱৈ, মাগুৰ, শিঙি আদি পৰ্যাপ্ত মাছ আছিল। মিৰিকা আৰু শিঙিমাছ আগতে বৰপেটীয়া হিন্দু মানুহে নাখাইছিল। বৰপেটাৰ পূবৰ, চেঙাৰ সমীপৰ কুকাৰজানৰ এহাত বহল আৰু চাৰিহাত পৰ্যন্ত দীঘল চিতল মাছৰ কথা আজিও সাতাশী বছৰীয়া এগৰাকী বৃদ্ধই সোঁৱৰে। উত্তৰে থকা ছাগমাৰা বিলৰ কাৱৈমাছেই আছিল হেনো আটাইতকৈ ডাঙৰ। ছাগমাৰাৰ ওচৰৰ 'কয়েমাৰীৰ টুপ' (কাৱৈমাৰীৰ টুপ) নামৰ ঠাইডোখৰৰ নামেই আজিও কয় অপৰ্যাপ্ত কাৱৈমাছৰ থলী বুলি। এতিয়া সেইবোৰ সাধুকথা।

ছাগমাৰাৰ কাৱৈমাছ ডাঙৰ আছিল যদিও কাপলা বিলৰ কাৱৈমাছ আছিল বেছি সোৱাদৰ। বৰপেটা জিলাৰ পূব প্ৰান্তৰ বৃহৎ কাপলা বিল এতিয়াও জিলাখনৰ ভিতৰতে কাৱৈমাছৰ বেংক বুলি ক'লেও ভুল নহ'ব।

বৈৰা-নখান্দা-চাউলখোৱা আদি নদীবিলৰো ডেৰ কুৰি কিলোগ্ৰামৰো অধিক ওজনৰ বৰালি মাছ আছিল ছয়ফুটৰো অধিক দীঘল। নখান্দাৰ ক'লা বৰালি আৰু বাহু মাছৰ সোৱাদেই বেলেগ। আজিও নখান্দাৰ বৰালিৰ চাহিদা আছে। এই নদীবিলবোৰতো ৰৌ, আৰি, ভকুৱা, চিতল আদি ডাঙৰ মাছবোৰ পোৱা গৈছিল আৰু এতিয়াও পোৱা যায়। ৰিঠা মাছ নখান্দাতহে বেছিকৈ পোৱা যায়।

আজিৰ পৰা পাঁচ-ছয় দশকৰ আগতে বৰপেটাত মাছ ইমানেই উভৈনদী আছিল যে তেতিয়া এক অনাত তিনি-চাৰি খৰাহি মাছ কিনিবলৈ পোৱা গৈছিল আৰু সেই মাছ কেবাটাও পৰিয়ালে ভগাই খাইছিল। বেছিভাগ সৰু পৰিয়ালে মাছ নিকিনিছিলেই। নখান্দা-মৰানদীকে ধৰি ওচৰ-পাজৰৰ বিল-খালবোৰত জালেৰেই হওক অথবা আন উপায়েৰেই হওক মাছ নিজে মাৰিয়েই আনিছিল আৰু কাষৰীয়া ঘৰকো দিছিল। দুই-চাৰি বৃদ্ধলোকে আজিও কয় যে সৰুকালত তেওঁলোকে পুৱা স্কুললৈ যোৱাৰ আগতে 'হাতীৰ ৰিজাৰ্ভ'ত (বৰ্তমানৰ কৃষ্ণ নগৰত) খৰিৰ বাবে নল-খাগৰি কাটি, আহোঁতে চাউলখোৱা বা মৰানদীত

মাৰি অনা মাছেৰে দুই-তিনিঘৰে ভালকৈয়ে এসাঁজ খাইছিল।

তেতিয়াৰ দিনত ওজন কৰি মাছ নেবেচিছিল। যোৱা শতিকাৰ ষাঠিৰ দশকৰ মাজ ভাগমানৰ পৰাহে ওজন কৰি মাছ বেচাৰ প্ৰথা প্ৰচলন হ'ল। বুঢ়া-মেথাসকলে কোৱা মতে যোৱা চল্লিশ-পঞ্চাশৰ দশকত এক টিন (আজিৰ ১৬ লিটাৰৰ মিঠা তেলৰ টিন) ডাঙৰ কাৰৈমাছৰ দাম আছিল তিনি বা চাৰি অনা। মাগুৰ মাছৰ দামো প্ৰায় একেই আছিল। তেতিয়াৰ দিনৰ পৰাই বৰপেটীয়া কাৰৈ মাছৰ যি সুনাম আছিল সেয়া আজিও ম্লান পৰা নাই। সেই সময়ত ৰৌ, বৰালি, আৰি, চিতল, ভকুৱা— যি মাছেই আৰু যিমানেই ডাঙৰ নহওক কিয় দাম অতি বেছি পাঁচ টকাৰ এক অনা হ'লেও কম হ'ব লাগিব।

'বন্তিপুৰি'ও বৰপেটা অঞ্চলৰ মানুহে বহু মাছ মাৰিছিল। বাৰিষা কালত ছৈ দিয়া সৰু নাৱেৰে হেজাক লাইট লৈ লোৰ কচেৰে মাছ মৰাৰ বাবে বন্তি পুৰিবলৈ যোৱাটো বৰপেটীয়া মানুহৰ পুৰণি চখ। আজিকালি ছৈ দিয়াতো দূৰৰ কথা, সৰু নাৱে দেখিবলৈ নোহোৱা হ'ল। গোটেই ৰাতি বন্তি পুৰি মাছ মাৰি নাবৰ উদং বুকুত সকলোবোৰ মাছ আনে দেখাকৈ পেলাই লৈ ধল পুৱাতে ঘৰলৈ ওভোতাটো গৌৰৱৰ কথা আছিল। কোনো পৰিয়ালৰ উৎসৱ-অনুষ্ঠান আদিৰ নিমিত্তে মাছৰ আৱশ্যক হ'লে এদিন বা দুদিন আগতেই দৰকাৰবোধে শিলচী, আগৰ বিললৈকে বন্তি পুৰিবলৈ গৈ পৰ্যাপ্ত পৰিমাণৰ ডাঙৰ মাছ আনিছিল।

সময়ৰ লগে লগে বৃহত্তৰ অঞ্চলটোৰ জলাহভূমিৰ প্ৰাকৃতিক গঠনৰো পৰিৱৰ্তন হৈ আহিব ধৰিছে। বিল-খাল, জলাশয়বোৰৰ বিস্তৰ অঞ্চল সম্প্ৰতি পমুৱাৰ আগ্ৰাসনৰ কবলত। ফলত বহু খাল-বিল-পিটনি নোহোৱাও হ'ল। মাছৰ ভঁৰাল শিলচী বিলো এতিয়া ব্ৰহ্মপুত্ৰৰ বুকুত। ফলত বৰ্তমান কেবাটাও প্ৰজাতিৰ মাছ লুপ্ত হৈ গ'ল। আন কিছুমান প্ৰজাতিও লুপ্ত হোৱাৰ পথত। এংলা (এলেং) মাছ, গাগল মাছ নোহোৱা হ'ল। পাভ, দৰিকণা, লাউপতা, বুয়েনী-কাটেনী মাছো দেখিবলৈ নোহোৱা হ'ল। চন্দা, গংগাটোপ আদিও বিলুপ্তিৰ পথত। থলুৱা প্ৰজাতিৰ বহু মাছৰ আজি ঠাই ল'লে কমন কাৰ্প, ছিলভাৰ, ব্ৰিকেট, গ্ৰাছ কাৰ্প, জাপানী কাৰৈ আদি আমদানিকৃত জাতৰ মাছে। থলুৱা ৰৌ-ভকুৱাক আঁতৰাই তাৰ ঠাই ল'লে অন্ধ্ৰ প্ৰদেশ, পশ্চিম বংগ আদিৰ চালানী মাছে। আজিৰ প্ৰজন্মই থলুৱা প্ৰজাতিৰ কিছুমান মাছতো দেখাই নাই, আনকি দুই-চাৰিবিধৰ নামেই শুনা নাই। আজি সাধুকথাত পৰিণত হোৱা বৰপেটাৰ একালৰ অপৰ্যাপ্ত মাছৰ বহু প্ৰজাতি খাল-বিল, জলাশয়-পিটনি আৰু বাৰিষাৰ প্লাৱিত পথাৰ নোহোৱাৰ হেতু বিলপ্ত হ'ল। এতিয়া চাৰিওফালে কেৱল মথাউৰি।

তেনেদৰে গৰু-ম'হৰ বাথানো নোহোৱাৰ বাবে আগৰ সেই গাখীৰৰ পৰ্যাপ্তি নাইকিয়া

হ'ল। আজি কঠৈইলা বা এঠা দৈতো দূৰৰ কথা, ভাল দৈয়ে আটকীয়া হ'ল। বাথান ৰখাৰ বাবে চৰণীয়া পথাৰেই (ৰিজাৰ্ভ) নোহোৱা হ'ল। গোবিন্দপুৰ নামটোহে আছে, ৰিজাৰ্ভৰ অস্তিত্বই নাই। বৰপেটাৰ মাছ-গাখীৰ সকলো এতিয়া সাধুকথা।

---

**কৃতজ্ঞতা ঃ** এইসকল বয়োজ্যেষ্ঠ ব্যক্তিলৈ— বৰপেটা মৰানদীৰ পাৰৰ প্ৰয়াত লোহিত চন্দ্ৰ দাস (দদাই), পশ্চিম পালাংদি হাটীৰ ভোলানাথ দাস, ৰায়তপাৰাৰ গংগাধৰ মেধি, মাজৰহাটীৰ (ভ্ৰাতৃদ্বয়) শশীনাথ দাস আৰু চিত্তৰঞ্জন দাস (চিতল), কুমাৰহাটীৰ কিৰণ কুমাৰ দ্রাস, ফাটাহাটীৰ কমলেশ্বৰ ওজা, সৰভোগৰ উত্তৰ গণকগাড়ীৰ নীলকান্ত পাটোৱাৰী (প্ৰাক্তন ফুটবল ৰেফাৰী) আৰু 'দৈনিক অসম'ৰ বাৰ্তা-সম্পাদক দিলীপ মহন্ত।



# বৰপেটাৰ শিল্পকৰ্ম

ধ্ৰুৱকুমাৰ তালুকদাৰ

অসম হ'ল বিভিন্ন জাতি-জনজাতি, বিভিন্ন ধৰ্ম-গোষ্ঠীৰ সমন্বয়ত গঢ়ি উঠা বিভিন্ন সভ্যতাৰ এখন মিলনভূমি। সেইবাবে অসমৰ লোক শিল্পকলাৰ মাজত বিভিন্ন সভ্যতাৰ সমল সমৃদ্ধ। বিভিন্ন জাতি-জনজাতিৰ পৰম্পৰাগত প্ৰভাৱ অসমৰ লোক শিল্পকলাত দেখা যায়।

প্ৰাগ্ ঐতিহাসিক যুগৰপৰা অসমৰ লোক শিল্পকলাৰ এক বোৱতী সুঁতি বৈ আহিছে যদিও মধ্যযুগৰ বা আহোম যুগৰ পৰাহে ইয়াৰ এক বিশেষ মূল্যায়ন হ'বলৈ ধৰে। আহোম যুগত ৰাজ পৃষ্ঠপোষকতা লাভ কৰাৰ ফলত আৰু ৰাজকাৰ্য সম্পাদন কৰাৰ কাৰণেহে ভিন ভিন মানুহে ভিন ভিন শিল্পকৰ্মত নিয়োজিত হ'ব লগা হয়। ৰজাৰ আৰু ৰাজকাৰ্য চলাই নিয়াৰ প্ৰয়োজনত ৰাজ অনুগ্ৰহত কুমাৰ, কমাৰ, খনিকৰ, কঁহাৰ, সোণাৰি, তাঁতী আদি নানান বৃত্তিধাৰী শিল্পকৰ্মত বহু পৰিয়াল জড়িত হৈ পৰে। তেনেদৰেই আহোমৰ ৰাজত্বকালত অসমৰ লোক শিল্পকলাৰ ক্ষেত্ৰখনে এক নতুন সমৃদ্ধি লাভ কৰে।

অসমৰ লোক শিল্পকলাৰ আন এক ক্ষেত্ৰ হ'ল অসমৰ মঠ-মন্দিৰ, সত্ৰ-নামঘৰ আৰু দেৱালয়সমূহ। প্ৰাক-শঙ্কৰী যুগতেই হওক বা তাৰো আগৰে পৰা অসমৰ লোক শিল্পকলাই মানৱ সমাজত বিভিন্ন ক্ষেত্ৰত অৰিহণা যোগাই আহিছিল যদিও, বিশেষকৈ শ্ৰীমন্ত শংকৰদেৱৰ তত্ত্বাৱধানত বৈষ্ণৱী-সত্ৰীয়া শৈল্পিক চেতনাৰ মাজৰে কিছুমান লোক শিল্পকলাৰ জন্ম হোৱাৰ লগতে সমৃদ্ধি লাভ কৰে। সত্ৰীয়া চৰিত্ৰ গাত লৈ সৃষ্ট সেই শিল্পকলাসমূহ সত্ৰসমূহৰ ধৰ্মীয় পৰম্পৰাৰ মাজতে প্ৰচাৰ-প্ৰসাৰ লাভ কৰিও এক সাৰ্বজনীন ৰূপ গ্ৰহণ কৰাৰ লগতে ব্যৱসায়িক ক্ষেত্ৰতো উন্নতি সাধন কৰিবলৈ সক্ষম হৈছে। উদাহৰণ স্বৰূপে মুখা শিল্পৰ কথাৰে ক'ব পাৰি। তেনেদৰে কাঠ শিল্পৰ প্ৰসাৰো বহুখিনি সত্ৰ কেন্দ্ৰিক।

অসমৰ লোক সাহিত্য, লোক সংগীতৰ দৰে অসমৰ লোক শিল্পকলাতো পৰম্পৰাগত অসমীয়া সমাজখনৰ অন্তঃস্বৰূপ, মানবিক আৰু নান্দনিক অস্তিত্বৰ অন্তৰতম অৰ্থ আৰু বৈভৱৰ মহিমা উপলব্ধি কৰিব পাৰি বুলি কলা সমালোচক নীলমণি ফুকনে মত প্ৰকাশ

কৰিছে। অৰ্থাৎ লোক শিল্পকলাইও আমাৰ অসমীয়া সমাজখন জনাৰ ক্ষেত্ৰত অৰিহণা যোগাব পাৰে বুলি আমি নিশ্চিত হ'ব পাৰো।

অসমৰ লোক শিল্পকলাৰ ক্ষেত্ৰখনত বৰপেটাৰ এক উল্লেখযোগ্য স্থান আছে। শ্ৰীমন্ত শংকৰদেৱ, শ্ৰীশ্ৰীমাধৱদেৱ, শ্ৰীশ্ৰীমথুৰাদাস বুঢ়াআতাকে প্ৰমুখ্য কৰি আতাপুৰুষসকলৰ পদৰেণুৰে ৰঞ্জিত সত্ৰনগৰী বৰপেটাৰ লোক শিল্পক্ষেত্ৰখন তাহানিখনৰে পৰা চহকী আৰু এক সুকীয়া মাত্ৰাৰে ঐতিহ্যমণ্ডিত। বিশেষকৈ সত্ৰীয়া পৰম্পৰা আৰু সত্ৰত ব্যৱহৃত হোৱাকৈ এই লোক শিল্পকলাৰ প্ৰায়বোৰ সামগ্ৰী তৈয়াৰ কৰা হৈছিল বুলিয়েই ক'ব পাৰি।

বৰপেটাৰ সত্ৰ কেন্দ্ৰিক বয়ন শিল্প, কমাৰ শিল্প, কুমাৰ শিল্প, হীৰা শিল্প, কঁহাৰ শিল্প, কাঠ শিল্পৰ উপৰিও অসম তথা ভাৰতৰ ভিতৰতে বিশেষভাৱে উল্লেখনীয়। হাতী দাঁতৰ শিল্প, আতচবাজী শিল্প, স্বৰ্ণ শিল্প, শতিকা জুৰি চলি আহিছে। এই উল্লেখিত শিল্পবোৰৰ উপৰিও বাঁহ-বেতৰ শিল্পও বৰপেটাত সৃষ্ট হৈ আহিছে।

'গোপালদেৱৰ চৰিত'ত উল্লেখ আছে— মহাৰাজ নৰনাৰায়ণে আহোম ৰাজ্য আক্ৰমণ কৰাত ৰজা পলাই যায়, তেতিয়া (১৫৬২-৬৩ খৃষ্টাব্দমানত) 'চাৰিং' (দৰং)ৰ পৰা বহুতো বৃত্তিয়াল লোক নিজ ৰাজ্যলৈ আনিছিল—

'ঠাঠাৰী সোণাৰী যে কুন্দাৰ কুম্ভকাৰ।
চৰ্ম্মকাৰ চমাৰ কমাৰ চিত্ৰকাৰ।।
তান্তী পঢ়িয়া আনো বৃত্তিয়াল যতেক।
নৰনাৰায়ণ ৰাজা সমস্তে নিলেক।।'

আৰু এই শিল্পীসকলক বৰপেটা জিলাৰ চাৰিখন ঠাইত সংস্থাপন দিছিল আৰু নিজ নিজ শিল্পকৰ্ম প্ৰস্তুত কৰিবলৈ আদেশ কৰিছিল —

'বৰ নৱনগৰ ভৱানী কালজাৰ।
চাৰিও নগৰ আতি ভৈলা জাতিষ্কাৰ।।'...

আৰ্য সভ্যতা বিস্তাৰৰ লগে লগে বৰপেটা অঞ্চলতো বৃত্তিয়াল সম্প্ৰদায়ৰ লোক আহি কাঁহ-পিতল, লো, সোণ-ৰূপ, আঠাল মাটি, কাঠ আদি বস্তুৰ পৰা শিল্পজাত সামগ্ৰী প্ৰস্তুত কৰিবলৈ ধৰে।

## বস্ত্ৰ শিল্প

বৰপেটাৰ বস্ত্ৰ শিল্পৰ এক উল্লেখযোগ্য অনুপম নিদৰ্শন হ'ল 'বৃন্দাবনী বস্ত্ৰ'। কোচৰজা মহাৰাজ নৰনাৰায়ণে শ্ৰীমন্ত শংকৰদেৱক বৰপেটা বা তাঁতীকুছিৰ শাসন ভাৰ অৰ্পণ কৰাৰ লগতে এখন বৃন্দাবনী বস্ত্ৰ তৈয়াৰ কৰিবলৈ অনুৰোধ কৰে। মহাৰাজৰ অনুৰোধ ৰক্ষা


বৃন্দাবনী বস্ত্র

কৰি শ্ৰীমন্ত শংকৰদেৱৰ তত্ত্বাৱধানত সাত বৈকুণ্ঠৰ পটচিত্ৰ আৰু শ্ৰীকৃষ্ণৰ বৃন্দাবনৰ লীলা-খেলা অতি প্ৰাঞ্জল ৰূপত চিত্ৰিত কৰি সেই সময়ৰ বৰপেটাৰ বিখ্যাত আৰু সুদক্ষ তাঁতী গোপাল তাঁতী (পিছলৈ বৰপেটা সত্ৰৰ প্ৰথম সত্ৰাধিকাৰ মথুৰাদাস বুঢ়া আতা) য়ে তেওঁৰ কেইজনমান সংগীৰ লগত এই বৃন্দাবনী বস্ত্ৰখন বৈ উলিয়াইছিল। এই বস্ত্ৰখনৰ দীঘল আছিল ছকুৰি হাত আৰু বহল আছিল তিনিকুৰি হাত। পিছলৈ এইবস্ত্ৰখন মধুপুৰ সত্ৰত সংৰক্ষিত হৈছিল যদিও সম্ভৱতঃ বৃটিছৰ শাসনকালত এই বস্ত্ৰ তেওঁলোকে লৈ গৈছিল। বৰ্তমান এই বস্ত্ৰৰ এটা এটা ক্ষুদ্ৰ অংশ লণ্ডনৰ ভিক্টোৰিয়া আৰু এলবাৰ্ট যাদুঘৰত সংৰক্ষিত হৈ আছে। শঙ্কৰী যুগত পৰ্হি কাপোৰ বুলি এবিধ বিশেষ ধৰণৰ কাপোৰ তৈয়াৰ কৰা হৈছিল। এই কাপোৰৰ বিশেষত্ব আছিল এয়ে যে, ইয়াৰ এটা পিঠিয়ে উম লগাইছিল আৰু আনটো পিঠিয়ে জুৰ পেলায়। বাউসী পৰগনাৰ জাবৰিকুছি গাঁৱত উৎকৃষ্টমানৰ পৰ্হি কাপোৰ তৈয়াৰ হৈছিল।

এটা সময়ত বৰপেটাৰ প্ৰায় সকলো ঠাইতে প্ৰায় প্ৰতিখন ঘৰতে কমেও একোখন তাঁতশাল আছিল। বিশেষকৈ তিৰোতাসকলে সেই তাঁতশালবোৰত নানান ধৰণৰ কাপোৰ বৈছিল। অৰ্থাৎ বৰপেটীয়া মানুহে নিজ ঘৰতে বোৱা কাপোৰেৰেই চলিছিল আৰু তাৰে ব্যৱসায়ও কৰিব পাৰিছিল। বৰ্তমান চহৰখনত আঢ্যবন্ত শ্ৰেণীৰ তিৰোতাসকলে তাঁতশাল বোৱা দেখা নাযায় যদিও দুখীয়া পৰিয়ালবোৰত এতিয়াও তাঁতশালখনে অন্ন আৰু বস্ত্ৰ দি আছে বা দিয়াত সহায় কৰি আছে বুলি ক'ব পাৰি। আজিকালি কিছুমানে আকৌ শুৱালকুছিয়া বস্ত্ৰ উদ্যোগৰ আৰ্হিত ব্যৱসায় ভিত্তিত তাঁতশালত কাপোৰ বোৱা পৰিলক্ষিত হৈছে। এয়া বস্ত্ৰ বাণিজ্য ক্ষেত্ৰত এক শুভ লক্ষণ বুলিয়ে ক'ব পাৰি।

বৰপেটাৰ মৃৎ শিল্পৰ ক্ষেত্ৰতো এক সুকীয়া স্থান আছে। বৰপেটাৰ বামুণা, ঘোঁৰামৰাহাটী, বুদৰুৰটুপ, সুন্দৰীদিয়া আদি ঠাইত হীৰা সম্প্ৰদায়ৰ শিল্পীসকলে মাটিৰ বাচন-বৰ্তন, পুতলা আদি তৈয়াৰ কৰাৰ উপৰিও কুমাৰহাটীৰ কুমাৰ সম্প্ৰদায়ৰ লোকসকলে মাটিৰ সামগ্ৰী তৈয়াৰ কৰি জীৱন নিৰ্বাহ কৰা দেখা যায়। কুমাৰ শিল্পীসকলে চাক ব্যৱহাৰ কৰি নাদৰ পাট, কলহ, বেৰিয়া , চৰু, সাতৰ, খোলৰ খোলা, থালি, চাকলি, বানমলা, ডবা, নাগৰা, টেমেকা, সুতুলি, ভুৰুকা, ঘট্‌, চাকি, জোঙা, জঁকা, নদীয়া, হাড়ি, মলা,



ভেটুৰা, গছা, দুনৰি, চিলিম, দামা, মৈলাম, মুহি, কেৰি, জালৰ গুটি, বা গুলি, বাটমালা আদি সাজি উলিয়ায়। আনফালে হীৰা শিল্পীসকলে মাটিৰ পাত্ৰ তৈয়াৰ কৰোতে পটাগুটিৰ দৰে এচটা শিল, পিটনি, গোটকা, লেছা আদি ব্যৱহাৰ কৰে। তেওঁলোকে হাড়ি, কাটা, চৰু মালেই, লুৰ্কি, ধুনামলা, ধূপদানি, চাকি, খোলা, চিলিম, মুটকি, কলহ, ঘলা, পাইলা, মুহি, মলা, মাদলি, টিপা, জপাকাটা, টেকেলী আদি সাজি উলিয়ায়। অৱশ্যে বৰ্তমান এই আটাইকেইখন ঠাইতে মৃৎ শিল্পৰ লগত জড়িত শিল্পী দ্ৰুত হাৰত কমি আহিছে আৰু তেওঁলোকে আন আন বৃত্তিত মনোনিবেশ কৰিছে বুলি ক'ব পাৰি।

বৰপেটাত অতীতৰে পৰা কমাৰ শিল্পৰ পৰম্পৰা চলি আহিছে যদিও বৰ্তমান কেইখনমান কমাৰশালহে জীয়াই থকা দেখা যায়, বৰপেটাৰ বিশেষকৈ বৃন্দাৱনহাটীত অৱস্থিত এই কমাৰশালবোৰত ঘৰুৱা কামত আৰু খেতি-পথাৰৰ কামত ব্যৱহাৰ হোৱা সৰু-সুৰা সা-সঁজুলিবোৰ তৈয়াৰ হয়। এনে সা-সঁজুলি তৈয়াৰ কৰা অসমৰ বাহিৰৰ পৰা অহা আধুনিক পদ্ধতিৰে তৈয়াৰী তুলনামূলকভাবে কম দামী সা-সঁজুলিবোৰৰ লগত ফেৰ মাৰি হ'লেও আজিৰ বজাৰত মোতামোতিভাৱে চলি আহিছে। এতিয়াৰ কমাৰশালবোৰত তৈয়াৰ কৰা সামগ্ৰীবোৰ হ'ল — দা, কটাৰী, কুঠাৰ, কোদাল, কাঁচি, খুৰ, কেঁচি, কোৰ, খন্তি, হাতুৰি, বটালি, সাঁছ, ৰেন্দা, কাঁড়, ত্ৰিশূল, কঁচ, বৰশী, চাকিগছা আদি সৰু-সুৰা সা-সঁজুলি।

## কাঁহ-পিতলৰ শিল্প

অসমৰ বিখ্যাত কাঁহ-পিতলৰ শিল্পনগৰ সৰ্থেবাৰী যদিও বৰপেটা জিলাতে তৎসত্ত্বেও বৰপেটাত মাথো দুই-চাৰিখনমানহে কহঁাৰ শিল্পশাল আছে। বুদৰুৰটুপত অৱস্থিত এই শিল্পশালকেইখনত কাঁহ আৰু পিতলেৰে বিভিন্ন প্ৰকাৰৰ কাঁহী, বাটি, লোটা, ঘটি, বটা, শৰাই, মাইহাং, বানকাঁহী, বানবাটি, চৰিয়া, ভোৰতাল, খুটিতাল, চামোচ, পিকদানি, সঁফুৰা, ভোগজৰা, টৌ, কলহ, গাগৰী, বটন ঝাৰী, ডুগডুগী, ঘণ্টা, ডবা-কাঁহ, বৰকাঁহ, বৰতাল, মঞ্জুৰা, হাতীখুজীয়া বাটি আদি উল্লেখযোগ্য। এই শিল্পশালকেইখনৰ অৱস্থা বৰ সচ্ছল নহয়। মাথো পেটে-ভাতে চলি এই শিল্পৰ পৰম্পৰা চলাই ৰাখিছে।



## কাঠ শিল্প

কাঠ শিল্পৰ ক্ষেত্ৰতো বৰপেটাৰ এখন বিশিষ্ট আসন আছে। বৰপেটা সত্ৰৰ এই ১২০ হাত দীঘল আৰু ৬০ হাত বহল ৰঙিয়াল- গৃহটোৰ দুয়োকাষৰ দেৱালত প্ৰায় ডেৰ হাত দীঘল আৰু ডেৰ হাত বহল বৰ্গক্ষেত্ৰ আকাৰৰ ১৫০ খনতকৈও অধিক কাঠৰ ফলি আছে; য'ত ভাগৱত, পুৰাণৰ মুখ্য কাহিনীবোৰক ভাস্কৰসকলে কাঠত খোদিত কৰিছিল। বৰপেটা সত্ৰৰ পুৰণি কাঠ-কামি আদিত কটা নক্সা-চিহ্ন বৰ্তমান নাই যদিও ওঠৰ শতিকাৰ প্ৰথম ভাগত বৰপেটাৰ দুগৰাকী বিখ্যাত কাঠ আৰু হাতীদাঁতৰ কাৰুশিল্পী ৰাধানাথ দাস আৰু শেহৰাম শৰ্মা বাপুয়ে বিশেষকৈ ভাগৱতৰ কাহিনীৰ বিষয়বস্তুৰ সাৰাংশখিনিক মূল আধাৰ হিচাপে লৈ তাৰে চিত্ৰসমূহ কাঠত কাটিছিল বুলি জনা যায়। তেওঁলোকৰ লগত অইন শিল্পী জড়িত আছিল নে নাছিল সেই কথা জনা নাযায়। মাত্ৰ দুগৰাকী শিল্পীয়ে কাঠত কাটি উলিওৱা এই চিত্ৰ-ভাস্কৰ্যসমূহ দেখিলে আচৰিত লাগে যে সেইসময়ত কোনো আধুনিক সা-সৰঞ্জাম নোহোৱাকৈ, ৰজাঘৰীয়া কোনো পৃষ্ঠপোষকতা লাভ নকৰাকৈ কেৱল ধৰ্মীয় সদাচাৰ আৰু নিজকে প্ৰাধান্য দি এই ফলিসমূহ কিমান কষ্ট আৰু আগ্ৰহেৰে কাটি উলিয়াইছিল। ইয়াৰ উপৰি উল্লেখযোগ্য হ'ল সত্ৰৰ উত্তৰ ফালৰ দুৱাৰৰ আৰু কাপেলিৰ ওপৰত কৰা কাৰুকাৰ্য। গোটেই দুৱাৰখন আৰু কাপেলিখনতে খোদিত কৰিছে যেন ভাগৱতত বৰ্ণনা কৰা বৈকুণ্ঠপুৰীৰ জীৱন্ত ছবি। ইয়াত অৱশ্যে সকলো মূৰ্তি মুখামুখিকৈ খোদাই কৰা হোৱা নাই। ইয়াৰ আটাইতকৈ আকৰ্ষণীয় দিশ হ'ল সৰু ডাঙৰ প্ৰতিটো চৰিত্ৰৰ সুন্দৰ ঘনত্ব আৰু দূৰত্বৰ খোদাই ৰীতি, যিয়ে গতানুগতিকতা অতিক্ৰম কৰি ভাস্কৰ্যসমূহত এক নতুন মাত্ৰা প্ৰদান কৰিছে। এই দ্বাৰখনৰ সৰ্বত্ৰতেই চালি দিয়া আছে ৰূপৰ তুলাপাত। চকু চাট্ মাৰি ধৰা এই ভাস্কৰ্য দেখিলে এনে লাগে ই যেন খোদাই কৰা নহয়, ৰূপৰ সাঁচত ঢলা ভাস্কৰ্যহে।

ইয়াৰ উপৰিও বৰপেটাৰ কেইগৰাকীমান বিশিষ্ট শিল্পীয়ে বৰ্তমানো কাঠত নানা শিল্পকৰ্ম কৰাৰ লগতে সত্ৰীয়া পৰম্পৰাৰ লগত জড়িত কাঠৰ গুৰু আসন, সত্ৰ বা নামঘৰৰ দুৱাৰ, কাপেলি আদিত ভাগৱত বৰ্ণিত চিত্ৰসমূহ খোদিত কৰি অহা দেখা যায়। শ্ৰীটিকেন্দ্ৰ চন্দ্ৰ বায়ন, শ্ৰীমহানন্দ দাস বায়ন আদি শিল্পীসকলৰ নাম এই ক্ষেত্ৰত উল্লেখনীয়।

## আতচ্‌বাজী শিল্প

অসমৰ আতচ্‌বাজী শিল্প উদ্যোগ একমাত্ৰ বৰপেটাতে গঢ় লৈ উঠিছিল আৰু বৰ্তমানেও বৰপেটা নগৰতে সীমাবদ্ধ। অসমৰ দুৰ্বল, আন্তৰিকতাবিহীন শিল্প-উদ্যোগৰ প্ৰতি অমনোযোগিতাৰ মাজতো নানান সংঘাতৰ সমুখীন হৈ বৰপেটাৰ এই আতচ্‌বাজী শিল্প-



*বৰপেটাৰ প্ৰসিদ্ধ আতচ্‌বাজী প্ৰস্তুত কৰি থকা অৱস্থাত মনু পাঠক*

উদ্যোগ আজিও জীৱিত অৱস্থাত আছে।

ইংৰাজসকল অসমলৈ অহাৰ আগতেই বৰপেটাৰ চাৰিটামান পাঠক পৰিয়ালে বিয়া, দৌল আদি মাংগলিক উৎসৱ-অনুষ্ঠানত আনন্দ লভিবৰ বাবে খাৰ-বাৰুদৰ খেল কিছুমান দেখুৱাই জনসাধাৰণ আৰু চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল আৰু ইয়াক শিল্প-উদ্যোগ হিচাপে গঢ়ি তুলিবলৈ যৎপৰোনাস্তি চেষ্টা চলাই আছিল। ইংৰাজসকল অসমলৈ অহাৰ পাছত আতচ্‌বাজীৰ এই খেলবিলাকৰ প্ৰতি আকৰ্ষিত হৈ ইয়াৰ উন্নতিৰ কাৰণে ইংৰাজ চৰকাৰে আতচ্‌বাজীৰ ক্ষুদ্ৰ শিল্প-উদ্যোগ স্থাপনৰ বাবে পাঠক পৰিয়াল চাৰিটাক অনুজ্ঞা-পত্ৰ প্ৰদানৰ ব্যৱস্থা কৰিবলৈ চিন্তা কৰিলে। আনকি এই আতচ্‌বাজী শিল্প-উদ্যোগৰ লগত জড়িত পৰিয়ালখিনিয়ে যাতে অনুজ্ঞা-পত্ৰ নবীকৰণ, কেঁচামাল সংগ্ৰহ আদিৰ ক্ষেত্ৰত কোনোধৰণৰ অসুবিধাৰ সমুখীন নহয় তাৰ প্ৰতি লক্ষ্য ৰাখিবলৈ অসম চৰকাৰক ইংৰাজ কৰ্তৃপক্ষই বিশেষ কৰ্তৃত্ব প্ৰদান কৰিলে।

কুৰি শতিকাৰ প্ৰথম দশকত ভাৰতবৰ্ষৰ অ'ত-ত'ত যিকেইটা আতচ্‌বাজীৰ উদ্যোগ স্থাপন হৈছিল, সেইবোৰত চীনদেশৰ কাৰিকৰৰ দ্বাৰাহে কাম কৰা হৈছিল। কিন্তু বৰপেটাৰ আতচ্‌বাজী উদ্যোগত প্ৰথম আতচ্‌বাজী তৈয়াৰ কৰা হৈছিল নিজাববীয়াকৈ। শুনা যায়, এসময়ত বৰপেটাৰ একাংশ ধনী ব্যৱসায়ীয়ে ঢাকা (বৰ্তমান বাংলাদেশৰ ৰাজধানী)ৰ পৰা সামগ্ৰী আনি সমগ্ৰ অসমতে ব্যৱসায় কৰিছিল। সেইসময়তে বৰপেটাৰ লক্ষ্মী নবিশ নামৰ ব্যৱসায়ী এজনে আতচ্‌বাজী প্ৰস্তুত কৰা এখন কিতাপ ঢাকাৰ পৰা কিনি আনিছিল আৰু লক্ষ্মী পাঠক নামৰ ব্যক্তি এজনৰ সহযোগত কেঁচামাল সংগ্ৰহ কৰি আতচ্‌বাজী তৈয়াৰ কৰিছিল যদিও সেই সামগ্ৰীসমূহৰ প্ৰচলন নহ'ল। ইয়াৰ পাছত আগতী পাঠকৰ

তত্ত্বাবধানত ফুলচান্দ নামৰ বিহাৰী সম্প্ৰদায়ৰ মানুহ এজনে পোণপ্ৰথমে তিনিবিধমান আতচ্‌বাজী তৈয়াৰ কৰিছিল— ফুলজাৰি, আফলাই মৰা (আফাল মাৰি ফুটুউৱা) ব'ম আৰু লোৰচুঙাত গাঁজি মৰা হিলৈ। গাঁজি মৰা হিলৈৰ বাবে এবিধ বিশেষ ধৰণৰ লোৰ চুঙাৰ প্ৰয়োজন হৈছিল আৰু সেই লোৰ চুঙা কলকাতাৰ পৰা অনা হৈছিল। অৱশ্যে পাছত এনেকুৱা লোৰ চুঙা বৰপেটাৰ কমাৰশালতে তৈয়াৰ কৰিব পৰা হৈছিল। ফুলজাৰিৰ বাবে হীৰামাটিৰ খুটি (ঘট বা সৰু টেকেলিৰ লেখিয়া) বৰপেটাৰ স্থানীয় হীৰামাটিৰ কাম কৰা লোকেই বৰ্তমানেও তৈয়াৰ কৰি দি আহিছে। আফলাই মৰা ব'ম অৱশ্যে বৰ্তমান তৈয়াৰ কৰা নহয়। কাৰণ এইবিধ আতচ্‌বাজী তৈয়াৰ কৰিবলৈ এবিধ নিষিদ্ধ বিস্ফোৰক সামগ্ৰীৰ প্ৰয়োজন হয়। আনহাতে ই নিৰাপদো নহয়। সেইবাবে অসম আন্দোলনৰ সময়ৰ পৰা ইয়াক তৈয়াৰ কৰাটো বন্ধ হৈ গৈছে। নিষিদ্ধ সামগ্ৰীবোৰ সংগ্ৰহ কৰি আতচ্‌বাজী প্ৰস্তুত কৰিবলৈ হ'লে কেন্দ্ৰীয় চৰকাৰে স্থাপন কৰা নাগপুৰৰ কাৰ্যালয়ৰ পৰা অনুজ্ঞাপত্ৰ ল'ব লগা হয় আৰু ইয়াৰ কাৰণে বহুতো চৰ্ত আৰু বাধা নিষেধ মানি চলিবলগীয়া হয়, সেইবাবে নীতি-নিয়ম এই ক্ষুদ্ৰ শিল্প উদ্যোগটোৱে মানি চলাটো সম্ভৱ নহয়। সেইবাবে তেওঁলোকে নিষিদ্ধ সামগ্ৰীৰে তৈয়াৰ কৰিবলগীয়া আতচ্‌বাজীসমূহ সম্পূৰ্ণৰূপে বন্ধ কৰি দিছে। এনেদৰে বৰ্তমান তৈয়াৰ নকৰা কেইবিধমান আতচ্‌বাজী হ'ল আছমান গোলা, মৌ-মাখি তৰা, ভৈৰৱবাজী, মেনাযুঁজ, পানীকাউৰী আদি। মেনাযুঁজ আৰু পানীকাউৰী এই দুবিধ আতচ্‌বাজীৰ প্ৰদৰ্শন বেছ চমকপ্ৰদ। মেনাযুঁজত বিভিন্ন দিশৰ পৰা অহা পোহৰৰ জুমুঠিৰ যুঁজৰ দৃশ্য সঁচাকৈয়ে চাবলগীয়া আৰু আকৰ্ষণীয়। আহল-বহল পথাৰত নিশা এই পোহৰৰ যুদ্ধৰ দৃশ্য দেখুউৱা হয়। হাজাৰ হাজাৰ লোকে ইয়াক একেলগে উপভোগ কৰাৰ সুবিধা থাকে। পানীকাউৰী হ'ল পুখুৰী বা নদীৰ পানীত মৰা এবিধ আতচ্‌বাজী। পানীত ডুব মাৰি পুনৰ ওপৰলৈ উঠি অহা এই পানীকাউৰীৰ নিচিনা আতচ্‌বাজীবিধ বৰপেটাৰ আতচ্‌বাজী শিল্প-উদ্যোগৰ এক উল্লেখযোগ্য অৱদান বুলি নিঃসন্দেহে ক'ব পাৰি। কিন্তু ইয়াক তৈয়াৰ কৰোঁতে সময় আৰু ধন অধিক খৰচ হোৱা হেতুকে বৰ্তমান এই আতচ্‌বাজীকেইবিধ সততে পোৱা নাযায়। অৱশ্যে অৰ্ডাৰ পালে আৰু উপযুক্ত মূল্য পালে ভৈৰৱবাজী, আছমান গোলা আৰু পানীকাউৰী এতিয়াও তৈয়াৰ কৰা হয়। বৰপেটাৰ আতচ্‌বাজী উদ্যোগত গোটেই বছৰ ধৰি কাম চলে। প্ৰয়োজন অনুসৰি একোটা উদ্যোগে এদিনতে দহৰ পৰা পোন্ধৰ হাজাৰ টকা মূল্যৰ আতচ্‌বাজী তৈয়াৰ কৰি দিব পাৰে। কাৰণ পৰিয়ালকেন্দ্ৰিক এই উদ্যোগবোৰত পৰিয়ালৰ ল'ৰা-বুঢ়া-জীয়ৰী-বোৱাৰী সকলোৱে কাম কৰে আৰু যিকোনো সময়ত অৰ্ডাৰ পালে আতচ্‌বাজী তৈয়াৰ কৰি দিব পৰাকৈ কেঁচামাল সংৰক্ষণ কৰি ৰাখে। বৰপেটাৰ আতচ্‌বাজী শিল্প উদ্যোগত আধুনিক বৈদ্যুতিক সা-সৰঞ্জাম ব্যৱহাৰ কৰাৰ প্ৰয়োজন নহয়। ঢেঁকী, কাঠৰ পীৰা, হাতুৰী, বিভিন্ন আকাৰৰ

লোৰ গায়ন, উৰল, ভৰ আদিহে ইয়াত ব্যৱহাৰ হয় আৰু এই উদ্যোগত ম'তা, ম'তাৰগছ, চেৰেকীৰ গছ, আখৰৰগছ, সৰু আৰু ডাঙৰ ফুলজাৰি, ৰং ম'তাৰ গছ, ৰকেট আৰু ৰ্‌কেটৰ গছ, চন্দ্ৰবাজী, সূৰ্যবাজী, ভৈৰৱবাজী, উৰণ-চেৰেকী, মালা-ৰকেট, চেৰিলাইট (স্কেললাইট), পানীকাউৰী, ফানুছ, বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ প্ৰতীক চিহ্ন (সোণালী বা ৰূপালী জয়ন্তী আদি উৎসৱত অনুষ্ঠানবোৰৰ পৰা অৰ্ডাৰ পালে এই আতচ্‌বাজীও তৈয়াৰ কৰিব পাৰে), বিভিন্ন জীৱ-জন্তু, চৰাই আদি তৈয়াৰ কৰা হয়। ইয়াত তৈয়াৰ কৰা গাঁজি মৰা হিলৈৰ পৰা হাত ম'তালৈকে কোনোবিধ আতচ্‌বাজীৰে বিস্ফোৰণ ঘটি দুৰ্ঘটনা ঘটাৰ তিলাৰ্ধও আশংকা নাই। বৰপেটাৰ আতচ্‌বাজীৰ শিল্পীসকলৰ ভিতৰত মনোৰঞ্জন পাঠক, ৰমনী পাঠক, অমেন পাঠক, গোপ পাঠক, মনু পাঠক আদিৰ নাম উল্লেখ কৰিব পাৰি।

## ফানুছ

বৰপেটাৰ আতচ্‌বাজীৰ লগত আন এটা বস্তুৰ কথা সততে মনলৈ আহে, সেয়া হ'ল — ফানুছ। নানা ৰঙৰ পাতল কাগজেৰে (চিলা সজা কাগজ) ভিতৰত আৰিয়া বা মহলা জ্বলাই আকাশত উৰুওৱাবলৈ তৈয়াৰ কৰা ফানুছ হ'ল এবিধ উৰণীয়া চাকিৰ নিচিনা বস্তু। গৰুগাড়ীৰ চকাৰ দৰে বৃত্তাকাৰে এডাল কামী বান্ধি লৈ তাত নানা ৰঙৰ পাতল কাগজ জোৰা লগাই এটা ডাঙৰ ডুলি (ধান থোৱা পাত্ৰ)ৰ নিচিনা কৰা হয়। কামীৰ ঘেৰটো চাৰিওফালৰ পৰা দুডাল গুণাৰে সংযোগ কৰি মাজত এটা যোগ চিন কৰা হয়। এই যোগচিনটোৰ কেন্দ্ৰতে এটা আৰিয়া বান্ধি ৰখা হয়। এই আৰিয়াটোৰ ফটাকানি বা থৈলাখিনি দুই-তিনিদিনমান পোৰা ম'বিল বা বেয়া (লেতেৰা) মিঠাতেলত তিয়াই থোৱা হয়। ফানুছটো উৰুওৱাৰ সময়ত আৰিয়াটো জ্বলাই দিয়াৰ পাছত তাৰপৰা উৎপন্ন হোৱা ধোঁৱাৰে ফানুছটো বেলুনৰ দৰে ফুলি উঠি (আৰিয়াটো জ্বলোৱাৰ আগতে ফানুছটো বান্ধি থোৱা পেৰাছুটৰ লেখীয়া হৈ থাকে) ডাঙৰ ডুলি এটাৰ নিচিনা হয় আৰু উপযুক্ত পৰিমাণৰ ধোঁৱা ভিতৰ ভাগত জমা হোৱাৰ লগে লগেই গেছ বেলুনৰ দৰে ওপৰলৈ উৰি যায়। বৰপেটাত বিশেষকৈ দৌল উৎসৱৰ 'গন্ধ'ৰ দিনাখন তিনি চাৰিটামান, ভৰদৌলৰ দিনাখন দুটা বা তিনিটা আৰু ব'হাগৰ দোমাহীত দুই-তিনিটা ফানুছ বৰপেটা সত্ৰৰ তৰফৰ পৰা উৰুওৱা হয়। জনসাধাৰণৰ কাৰণে ইও এক আকৰ্ষণীয় বস্তু। দেখাত সহজ যেন লাগিলেও ফানুছ তৈয়াৰ কৰাটো সহজ কাম নহয়। বিশেষকৈ কামীৰ ঘেৰটোত কাগজ জোৰা লগাই দুলি এটাৰ নিচিনাকৈ নিখুঁতভাৱে সাজি উলিওৱাৰ



ক্ষেত্ৰত যি কৌশলৰ প্ৰয়োজন, সেয়া অভিজ্ঞ মানুহেহে কৰিব পাৰে। ইয়াত অলপ হেৰ-ফেৰ হ'লেই ফানুছ উৰুওৱাটো সম্ভৱ নহয়। বৰ্তমান এই ফানুছও অৰ্ডাৰযোগে কিছুমান মানুহে বাহিৰলৈ নিবলৈ আৰম্ভ কৰিছে। বৰপেটাৰ বাহিৰতো আজিকালি কিছুমান ডাঙৰ-ডাঙৰ উৎসৱ-অনুষ্ঠানত ফানুছ উৰুওৱা দেখা যায়। বৰপেটাৰ আতচ্‌বাজী উদ্যোগসমূহৰ লগতে দক্ষিণহাটী, নহাটী অঞ্চলৰ কেইজনমান ব্যক্তিয়ে ফানুছ তৈয়াৰ কৰে। ইয়াৰ মূল্য আকাৰ লৈ ৪০০ টকাৰ পৰা ৭০০ টকালৈকে আছে।

## বৰপেটাৰ আতচ্‌বাজীৰ মূল্যৰ তালিকা

(১) ফলুজাৰি (সৰু) এটাত ৫ টকা, (২) ফুলজাৰি (ডাঙৰ) এটাত ২৫০ টকাৰ পৰা ১২০০ টকালৈকে, (৩) ম'তা এডালত ১ টকাৰ পৰা ৫ টকালৈকে, (৪) ব'ম এটাত ৫ টকাৰ পৰা ১০ টকালৈকে, (৫) ম'তাৰ গছ এডালত ৫০০ টকাৰ পৰা ১০০০ টকালৈকে, (৬) নাৰিকলীয়া ব'ম এটাত ৬০ টকাৰ পৰা ৮০ টকালৈকে, (৭) আখৰৰ গছ প্ৰতিটো আখৰত ৬০ টকা, (৮) চাতোৱালবাজী ৫০০ টকা, (৯) চেৰেকীৰ গছ ৬০০ টকা, (১০) হাৰৈৰ গছ ৫০০ টকা, (১১) ৰকেট এটাত ৪০ টকা, (১২) আছমান গোলা ১০০ টকা, (১৩) চন্দ্ৰবাজী আৰু সূৰ্যবাজী একোটাত ৪০০ টকাৰ পৰা ৬০০ টকা আদি।

## হাতীদাঁতৰ শিল্প

এসময়ৰ গৌৰৱ কঢ়িয়াই অনা অসমৰ এই প্ৰাচীন ঐতিহ্যপূৰ্ণ শিল্পটো বৰ্তমান মৰি মৰি বাচি আছে একমাত্ৰ বৰপেটাত। সময় আৰু সমাজ পৰিৱৰ্তনশীল। 'একালৰ বৃন্দাবন একালত পৰে ছন' বুলি কথা এষাৰ আছে। কিন্তু কি ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক কাৰণত এই শিল্পকৰ্ম আহি কেৱল বৰপেটাত সীমিত হৈ ৰৈ গ'ল তাৰ কোনো সম্ভেদ পোৱা নাযায়। সি যিয়েই নহওক, অসমীয়া হাতীদাঁতৰ শিল্পৰ পৰম্পৰা বৰ্তমান বৰপেটায়েই বহন কৰি ৰাখিবলৈ সক্ষম হৈ আছে বুলি ক'ব পাৰি। কিন্তু তাৰো অৱস্থা এতিয়া পানীত হাঁহ নচৰা ধৰণৰ, মৃতপ্ৰায়। বৰপেটাত মুঠ চাৰিখন হাতীদাঁতৰ শিল্পশালা আছিল। ইয়াৰ দুখন পুৰণি আৰু বিখ্যাত। কিন্তু এতিয়া ইয়াৰে এখন শিল্পশালাহে কোনোমতে বাচি আছে আৰু তাতো হাতীদাঁতৰ শিল্পৰ কাম-কাজ নোহোৱা বুলিয়েই ক'ব পাৰি।



ঊনৈশ শতিকাৰ প্ৰথমভাগত আত্মাৰাম দাস নামৰ সত্ৰীয়া ভকত এজনে হাতীদাঁতৰ শিল্পৰ কাম আৰম্ভ কৰে। আত্মাৰাম মিস্ত্ৰী নামেৰে জনাজাত এই ভকতজনৰ ঘৰ আছিল

৩নং গলিয়াহাটী (কাকতিহাটী)ত। তেওঁ সত্ৰৰ নিয়ম অনুযায়ী প্ৰতি বছৰে বৰপেটা সত্ৰৰ বা-বাতৰি উজনি অসমৰ সত্ৰসমূহলৈ লৈ গৈছিল আৰু সেইদৰে উজনিৰ সত্ৰসমূহৰ বা-বাতৰিবোৰ আনি বৰপেটা সত্ৰত দিছিলহি। এইদৰে উজনিৰ বিভিন্ন সত্ৰ ভ্ৰমণ কৰি ফুৰাৰ সুবাদুতেই তেওঁ শিৱসাগৰৰ কোনোবা অঞ্চলত হাতীদাঁতৰ শিল্পৰ কাম শিকে। কাৰণ সেইসময়ত প্ৰায়বোৰ শিল্পকলাৰ শিক্ষানুষ্ঠান আছিল সত্ৰসমূহ। সত্ৰৰ নানান কাম-কাজৰ উপৰিও তেওঁ এই হাতীদাঁতৰ শিল্পকৰ্ম সত্ৰীয়া মৰ্যাদাৰেই শিকি, অন্তৰেৰে সাধনা কৰাৰ লগতে ইয়াক অসমীয়া সত্ৰীয়া জীৱনধাৰাৰ মাজত জীয়াই ৰাখিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল। তেখেতৰ মৃত্যুৰ পিছত এই শিল্প জীয়াই ৰাখিবলৈ সংগ্ৰাম কৰিবলৈ লয় তেওঁৰ প্ৰথম আৰু প্ৰিয় শিষ্য ৰাধানাথ দাসে। প্ৰায় ছকুৰি বছৰ আগতে তৈয়াৰ কৰা হাতীদাঁতৰ দুটা সিংহমূৰ্তিৰে সৈতে মহাৰাণী ভিক্টোৰিয়াৰ মূৰ্তিৰ ফলিখনে (যাৰ দৈৰ্ঘ্য চাৰি ইঞ্চি আৰু বহল আঢ়ৈ ইঞ্চি) ৰাধানাথ দাসৰ প্ৰতিভাক যুগ যুগ ধৰি অমৰ কৰি ৰাখিব। এই প্ৰতিভাৱান শিল্পীগৰাকীৰ হাতৰ যাদুকৰী কৌশলত মুগ্ধ হৈ ১৯১০ চনৰ ধুবুৰীত অনুষ্ঠিত 'ধুবৰী ইণ্ডাষ্ট্ৰিয়েল এণ্ড এগ্ৰিকালচাৰ এগ্‌জিবিছন'ত ইংৰাজ চৰকাৰে তেওঁক 'ৰূপ'ৰ পদকেৰে সন্মানিত কৰে। ৰাধানাথ দাসৰ মৃত্যুৰ পিছত তেওঁৰ পুত্ৰ জগন্নাথ দাসে এই হাতীদাঁতৰ শিল্প কলাৰ কামত আত্মনিয়োগ কৰি সাধনাত ব্ৰতী হৈ পৰে। এইজনা শিল্পীয়ে হাতীদাঁতেৰে তৈয়াৰ কৰা শান্তিৰ প্ৰতীকস্বৰূপ 'কপৌ চৰাই'বোৰে সমগ্ৰ বিশ্বতে অসমীয়া শিল্পীৰ প্ৰতিভাৰ প্ৰসাৰ কৰিবলৈ সক্ষম হৈছিল। সেইসময়ৰ হিন্দী চলচ্চিত্ৰৰ বিখ্যাত অভিনেতা বলৰাজ সাহানীয়ে তেখেতৰ ভ্ৰমণ কালত এই শিল্পীজনাই তৈয়াৰ কৰা কপৌচৰাইবোৰ লৈ বিভিন্ন দেশ ভ্ৰমি ফুৰিছিল আৰু তেখেতে লগ পোৱা বিভিন্ন দেশৰ বিখ্যাত ব্যক্তিসকলক সেই কপৌচৰাই উপহাৰ দিছিল বুলি জনা যায়। আকৌ এই শিল্পীজনেই হাতীদাঁতৰে তৈয়াৰ কৰা অতি বিতোপন 'লাখুটি'বোৰে অসম বা ভাৰতৰ উপৰিও আমেৰিকা আৰু লণ্ডনৰ বজাৰতো সমাদৃত হোৱাৰ কথা শুনা যায়। আমেৰিকাৰ বিখ্যাত লিখক লুই ফিচাৰে তেওঁৰ এটা শিল্পকলা সম্পৰ্কীয় নিবন্ধত বৰপেটাৰ এইজন হাতীদাঁতৰ শিল্পীৰ প্ৰতিভাৰ কথা উল্লেখ কৰিছিল। জগন্নাথ দাসে হাতীদাঁতেৰে তৈয়াৰ কৰা বিভিন্ন সামগ্ৰীৰ লগতে আটক ধুনীয়া ঘোঁৰাকেইটাৰে সৈতে শ্ৰীকৃষ্ণৰ ৰথখন এতিয়াও লণ্ডনৰ যাদুঘৰত সংৰক্ষিত হৈ আছে। এইজনা বিস্ময়কৰ প্ৰতিভাৰ শিল্পীৰ শিল্পকৰ্মত মুগ্ধ হৈ ইংৰাজ চৰকাৰে ১৯২৩ চনত 'ৰূপ'ৰ আৰু ১৯৩০ চনত 'সোণ'ৰ পদকেৰে সন্মানিত কৰিছিল। বৰপেটাৰ হাতীদাঁতৰ আন এগৰাকী প্ৰতিভাৱান শিল্পী হ'ল ভগৱান দাস। তেৰোঁ ৰাধানাথ দাসৰেই শিষ্য আছিল। জানিব পৰা মতে ভগৱান দাসে হাতীদাঁতৰ শিল্পকৰ্মত জগন্নাথ দাসতকৈ বেছি কৃতিত্ব অৰ্জন কৰিবলৈ সক্ষম হৈছিল। তেওঁ তৈয়াৰ কৰা কেইবিধমান হাতীদাঁতৰ সামগ্ৰীৰ কাৰণে ১৯২৬ চনত পাণ্ডুত অনুষ্ঠিত কংগ্ৰেছৰ প্ৰদৰ্শনীত তেওঁক 'সোণ'ৰ

পদকৰ লগতে এখন প্ৰশংসাপত্ৰেৰে পুৰস্কৃত কৰা হৈছিল। তেওঁৰ প্ৰতিভাৰ বলতে, তেওঁ তেওঁৰ শিল্পশালা চলোৱাৰ কাৰণে চৰকাৰৰ তৰফৰ পৰা ১৯৪৬ চনত অনুজ্ঞা পত্ৰ লাভ কৰিছিল। আৰু ইয়াৰ ফলস্বৰূপে তেওঁ চৰকাৰৰ ফালৰ পৰা বছৰি চাৰি মোন (১৬০০ কিলোগ্ৰাম)কৈ হাতীদাঁত লাভ কৰিছিল। সেই সময়ত হাতীদাঁত এমোনৰ (৪০ কিলোগ্ৰাম) দাম গুণাগুণ অনুসৰি ১২৫ টকাৰ পৰা ৪০০ টকাৰ ভিতৰত পোৱা গৈছিল। কিন্তু ১৯৫৬ চনত চৰকাৰে তেওঁৰ সেই অনুজ্ঞাপত্ৰ বাতিল কৰি দিয়ে। অৱশ্যে এইখিনিতে এই কথাটো উল্লেখ কৰি থোৱা সমীচীন হ'ব যে বৰপেটাত থকা চাৰিওখন হাতীদাঁতৰ শিল্পশালায়েই চৰকাৰীভাৱে পঞ্জীয়ন ভুক্ত। সেইসময়ৰে পৰা ভগৱান দাসেও বৰপেটাৰ বাকীকেইখন শিল্পশালাৰ নিচিনাকৈ নিজাববীয়াকৈ হাতীদাঁতৰ যোগাৰ কৰি শিল্পশালাখন টানি-টুনি চলাই ৰাখিছিল। অৱশ্যে তেওঁ চৰকাৰী জলপানিৰে এবাৰ কলিকতাত হাতীদাঁতৰ শিল্পকলাৰ এটা প্ৰশিক্ষণ লোৱাৰ সুবিধা লাভ কৰিছিল। যোৱা শতিকাৰ ৮০ দশকৰ আগভাগলৈ প্ৰতি কিলোগ্ৰাম হাতীদাঁতৰ মূল্য ৯০০ টকাৰ পৰা ১০০০ টকালৈকে আছিল। কিন্তু তাৰ কেইবছৰমান পাছৰে পৰা হাতীদাঁত আৰু পাবলৈ নাইকিয়া হৈ পৰিল বুলিয়ে ক'ব পাৰি।

বৰ্তমানৰ শিল্পক্ষেত্ৰত যিদৰে বৈদ্যুতিক যন্ত্ৰপাতিৰ ব্যৱহাৰ হয়, সেই সময়ত এই শিল্পশালাত তেনে কোনো বিশেষ অস্ত্ৰপাতি ব্যৱহাৰ কৰা নাছিল। আৰু অত্যাধুনিক যন্ত্ৰপাতিৰ ব্যৱহাৰিক কামো সেই শিল্পীসকলে কৰা নাছিল বা কৰিবলৈ সুবিধা লাভ কৰা নাছিল। কৰত, বটালি, কটাৰী, সাঁচ আদিৰ দৰে সাধাৰণ অস্ত্ৰপাতিৰেই তেওঁলোকে নিখুঁতভাৱে হাতীদাঁতৰ সামগ্ৰীবোৰ তৈয়াৰ কৰিবলৈ চেষ্টা কৰিছিল। তেওঁলোকৰ যিমান শিল্পপ্ৰতিভা আছিল তাৰ তুলনাত তেওঁলোকে তেওঁলোকৰ শিল্পকৰ্মত তাক ফুটাই তোলাত নিশ্চয় এই সাধাৰণ অস্ত্ৰপাতিৰ কাৰণেই কিছু কষ্টসাধ্য হৈ পৰিছিল। ভালকৈ লক্ষ্য কৰিলে এটা কথা ধৰা পৰে যে সেইসময়ৰ হাতীদাঁতৰ শিল্পকৰ্ম বৰ সূক্ষ্ম আৰু মসৃণ হৈ উঠা নাছিল। ইয়াৰ এইটোৱেই প্ৰধান কাৰণ বুলি ঠাৱৰ কৰিব পাৰি। অৱশ্যে পিছলৈ বৰপেটাৰ হাতীদাঁতৰ শিল্প উদ্যোগত কিছুমান অত্যাধুনিক যন্ত্ৰপাতিৰ ব্যৱহাৰ হ'বলৈ ধৰে; যাৰফলত এই শিল্প উদ্যোগত নানা প্ৰকাৰৰ সূক্ষ্ম বস্তুও তৈয়াৰ কৰিবলৈ সক্ষম হয়। সেইবোৰৰ ভিতৰত নাৰীৰ অলংকাৰ যেনে— হাতত পিন্ধিব পৰা নানান প্ৰকাৰৰ বালা, ডিঙিত পিন্ধা হাৰ, কাণত পিন্ধা বিভিন্ন প্ৰকাৰৰ অলংকাৰ, আঙঠি, ফণি, সঁফুৰা, শৰাই, ৰাধা-কৃষ্ণকে আদি কৰি বিভিন্ন দেৱ-দেৱীৰ মূৰ্তি, গড়, হাতী, ঘোঁৰাকে আদি কৰি নানান ধৰণৰ জীৱ-জন্তু, চৰাই-চিৰিকটি, গুৰু-আসন, সিংহাসন, তাজমহল আদি বিশেষভাৱে উল্লেখযোগ্য। এই আকৰ্ষণীয় সামগ্ৰীসমূহত হাতীদাঁতৰ শিল্পীসকলৰ কলাত্মক কাৰুকাৰ্য সুন্দৰভাৱে ৰূপায়িত হৈ পৰিছিল বুলি বিনাদ্বিধাই ক'ব পাৰি। অসমৰ এই ঐতিহ্যমণ্ডিত আৰু পৰম্পৰাগত হাতীদাঁতৰ শিল্পকলা উদ্যোগৰ বৰ্তমান 'না জল না থল' অৱস্থা। কিছু

বছৰ আগলৈকে জগন্নাথ দাসৰ পুত্ৰ শৈলেন্দ্ৰ দাসৰ শিষ্য টিকেন্দ্ৰ নাথ বায়ন আৰু ভগৱান দাসৰ শিষ্য নৰহৰি দাস পাঠকে এই শিল্প উদ্যোগটোক অসমৰ মাটিত জীয়াই ৰাখিবলৈ আপ্ৰাণ চেষ্টা চলাই আহিছিল যদিও চৰকাৰী পৃষ্ঠপোষকতাৰ অভাৱ, কেঁচামাল (হাতীদাঁত)ৰ অভাৱ আদিৰ কাৰণেই বৰ্তমান একমাত্ৰ টিকেন্দ্ৰ নাথ বায়নৰ 'ভাগৱতী আইভৰী এণ্ড উড্ কাৰ্ভিং' উদ্যোগটোৱেই জীয়াই আছে। কিন্তু তাতো হাতীদাঁতৰ শিল্পকৰ্ম নাই, তেওঁ কাঠৰ শিল্পকৰ্ম কৰিয়েই উদ্যোগটো জীয়াই ৰাখিছে। বাকী শৈলেন্দ্ৰ নাথ দাসৰ 'ৰাধানাথ আইভৰী ওৱৰ্কচ' আৰু নৰহৰি দাস পাঠকৰ 'নিউ আইভৰী ওৱৰ্কচ' এতিয়া আৰু নাই।

বৰপেটাত শেহতীয়াভাৱে হাতীদাঁতৰ শিল্পকৰ্মৰ লগত জড়িত থকা ব্যক্তিজনেই হ'ল টিকেন্দ্ৰ নাথ বায়ন। তেৰোঁ এগৰাকী এই ক্ষেত্ৰত সুনিপুণ শিল্পী। ১৯৪৬ চনত বাৰ বছৰ বয়সৰে পৰা সেইসময়ৰ হাতীদাঁতৰ প্ৰখ্যাত শিল্পী জগন্নাথ দাসৰ তত্ত্বাৱধানত 'ৰাধানাথ আইভৰী ওৱৰ্কচ'ত তেওঁ এই শিল্পকৰ্মৰ শিক্ষা গ্ৰহণ কৰে। সুদীৰ্ঘ পঁচিশ বছৰ কাল তেওঁ উক্ত শিল্পশালাতেই কাম কৰি ১৯৭১ চনত নিজাববীয়াকৈ 'ভাগৱতী আইভৰী এণ্ড উড্ কাৰ্ভিং' নামৰ শিল্প প্ৰতিষ্ঠানটোৰ জন্ম দিয়ে। তেখেতে যিখিনি হাতীদাঁতৰ শিল্পকৰ্ম কৰিছে সেইখিনি বৰপেটাৰ বাকীকেইজন শিল্পীৰ তুলনাত কিছু বেলেগে আছিল। আমি যোৱা শতিকাৰ শেষৰ ফালে তেওঁৰ ঘৰত যি দুই এবিধ হাতীদাঁতেৰে নিৰ্মিত সামগ্ৰী দেখা পাইছো সেয়া সঁচাকৈয়ে নিখুঁত, আকৰ্ষণীয় আৰু কলাত্মক গুণেৰে সমৃদ্ধ। তেওঁ কিছুমান সামগ্ৰীত ধুনীয়াকৈ আখৰ কাটি আৰু ফুল কাটি তাত এক বেলেগ মাত্ৰা প্ৰদান কৰিছিল। তেওঁ কাঠশিল্পকৰ্মতো সিদ্ধহস্ত। উল্লেখযোগ্য কথা যে ১৯৮৬ চনত নতুন দিল্লীত অনুষ্ঠিত গণৰাজ্য দিৱসত ভাৰতৰ ভিতৰত অসমে প্ৰথম স্থান লাভ কৰা প্ৰতীকপট 'গুৰু আসন'খন টিকেন্দ্ৰ নাথ বায়নেই সাজিছিল।

যিকেইগৰাকী হাতীদাঁতৰ শিল্পীৰ শিল্পকৰ্মৰ প্ৰতিভাৰ বলত অসম আৰু ভাৰতবৰ্ষই এদিন সুনাম আৰু গৌৰৱ কঢ়িয়াই আনিবলৈ সক্ষম হৈছিল আজি সেই শিল্পক্ষেত্ৰ আমাৰ জাতীয় অৱহেলা আৰু চৰকাৰী আনুগত্যহীনতাৰ ফলতেই মৃত্যুক সাৱটি ল'ব লগা হ'ল, ইয়াতকৈ আৰু পৰিতাপৰ কথা কি হ'ব পাৰে?

ইংৰাজ চৰকাৰে অসমৰ এই হাতীদাঁতৰ শিল্প উদ্যোগকেইটালৈ আৰু ইয়াৰ শিল্পীসকললৈ যিধৰণৰ আদৰ-সন্মান দিছিল, স্বাধীনতাৰ পিছত ভাৰতৰ প্ৰথম প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৰ যি সামান্য দৃষ্টি লাভ কৰিবলৈ সক্ষম হৈছিল তাৰ পৰৱৰ্তীকালত এই শিল্প উদ্যোগটোৰ প্ৰতি আমাৰ চৰকাৰৰ আৰু কোনোৱে নজৰ নিদিয়াৰ ফলতেই পৰম্পৰাগত ঐতিহ্যশালী এই শিল্পকলা আজি নিচিহ্ন হৈ যোৱাৰ উপক্ৰম সমাগত। টিকেন্দ্ৰ নাথ বায়নৰ পিছত হয়তো এই শিল্প উদ্যোগটোত আৰু কোনোৱে হাত নিদিব। কিয়নো ভাত-কাপোৰ-ঘৰৰ যোৰাটাপলি মাৰিবলৈ নোৱাৰিলে কেৱল শিল্পৰ নিচাৰে এটা শিল্প জীয়াই ৰখা নাযায়।

আমি ভাবো টিকেন্দ্ৰ নাথ বায়ন জীয়াই থকা অৱস্থাতে চৰকাৰী পৃষ্ঠপোষকতাৰে অসমৰ বিভিন্ন ঠাইত হাতীদাঁতৰ শিল্পৰ কৰ্মশালা অনুষ্ঠিত কৰি আমাৰ এই ঐতিহ্যপূৰ্ণ পৰম্পৰাগত শিল্পটোক জীয়াই ৰাখিবলৈ চৰকাৰে মনোযোগ দিব। অন্যথা আৰু কেইবছৰমান পিছত এই শিল্পকলাৰ কোনো চিহ্ন অসমৰ বুকুত নৰৈ থাকিব বুলি আশা কৰিব নোৱাৰি।

## স্বৰ্ণ শিল্প

বৰপেটাৰ স্বৰ্ণ শিল্পৰ অতীতৰে পৰা এক গৌৰৱোজ্বল ইতিহাস আছে। ইয়াৰ স্বৰ্ণ শিল্পীসকলে তৈয়াৰ কৰা অলংকাৰসমূহৰ সূক্ষ্ম কাৰুকাৰ্যবোৰে অসমৰ আন আন ঠাইত তৈয়াৰী অলংকাৰসমূহৰ তুলনাত যথেষ্ট মানবিশিষ্ট আৰু প্ৰভেদো উল্লেখযোগ্য। বৰপেটাৰ শিল্পীয়ে তৈয়াৰ কৰা কাট্ৰা বা থোকা সোণ বা যুৰীয়া সোণ, কেঁচুলুৰীয়া হাৰ, গলপতা, জোনমাদুলি আদি সোণৰ অলংকাৰৰ কাৰিকৰী কৌশলবোৰে সকলোকে মুগ্ধ কৰি আহিছে। কলাসমালোচক, কবি নীলমণি ফুকনে তেওঁৰ ‘লোক কল্পদৃষ্টি’ গ্ৰন্থত লিখিছে— ‘সেইসময়ত যোৰহাট আৰু বৰপেটাই আছিল অসমীয়া অলংকাৰ শিল্পৰ প্ৰধান কেন্দ্ৰ আৰু আজিও এই দুয়োখন ঠাইতে পৰম্পৰাগত ৰীতিত কাম কৰি থকা সোণাৰি আছে। মীনা কৰা, বাখৰ খটোৱা কামত যোৰহাটীয়া, ৰেবাৰ বা সোণৰ গুণাৰে জালিৰ কাম আৰু টোপোৰা থকা কামত বৰপেটীয়া সোণাৰিৰ বিশেষ কৃতিত্ব আজিও অক্ষুণ্ণ আছে।’



বৰপেটা সত্ৰ স্থাপিত হোৱাৰ পিছত মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱ আৰু বৰপেটা সত্ৰৰ প্ৰথম অধিকাৰ মথুৰাদাস বুঢ়াআতাই বৰপেটাত এখন স্বাৱলম্বী সমাজ গঢ় দি যাবলৈ প্ৰয়াস কৰিছিল। সেইবাবে তেওঁলোকে বিভিন্ন ঠাইৰ পৰা গায়ন-বায়ন, সূত্ৰধাৰ, কমাৰ, কুমাৰ, মুখি (চূণ-তেলৰ কাম কৰা মানুহ), তাঁতী, হীৰা, সোণাৰি, বাঢ়ৈ-মাছুৱৈ আদি বিভিন্ন শ্ৰেণীৰ লোকক মতাই আনি বৰপেটাৰ সত্ৰৰ মাটিতে বাইশখন হাটী পাতি তাতে সংস্থাপন কৰিছিল। অলংকাৰ গঢ়িবলৈ অনা সোণাৰিসকলক নহাটী, বৃন্দাৱনহাটী আৰু ঘোঁৰামাৰাহাটীত বসবাস কৰিবলৈ দিয়া হৈছিল। সেই তাহানিৰে পৰা বৰ্তমানলৈ বৰপেটাৰ সোণাৰিসকলে নানান ঘাত-প্ৰতিঘাতৰ মাজেৰে এই শিল্পক জীয়াই ৰাখিবলৈ প্ৰয়াস কৰি আহিছে। এটা সময়ত বৰপেটাৰ স্বৰ্ণশিল্পৰ লগত যিমান থলুৱা শিল্পী জড়িত হৈ আছিল আজি তাৰ দহ শতাংশও থলুৱা শিল্পী হয়তো নোলাব। পুৰণি বৰপেটাৰ ৩০০টামান

সোণাৰি পৰিয়ালৰ বৰ্তমান ৩০টামান পৰিয়ালেহে এই শিল্পক্ষেত্ৰত জড়িত হৈ থকাৰ কথা জনা যায়। বিভিন্ন কাৰণত এই শিল্পৰ লগত জড়িত শিল্পীসকলৰ নতুন প্ৰজন্মই ইয়াৰ পৰা আঁতৰি আন ব্যৱসায় বা চাকৰিমুখি হোৱাটোও উল্লেখনীয় কথা।

বৰপেটাৰ স্বৰ্ণশিল্পীসকলে সুনিপুণ হাতেৰে নানান কাৰুকাৰ্য আৰোপিত কৰি তৈয়াৰ কৰা কেইপদমান উল্লেখযোগ্য অলংকাৰ হ'ল ঃ জোনমাদুলি, ধাৰমাদুলি, কেঁচুলুৰিয়া হাৰ, প্ৰজাপতি হাৰ, চেপেতামাদুলি, শিলিখামাদুলি, বাঝু, কাপেলি, নূপুৰ, পাওজানি, ফোপোলা বিছা, গলপতা আদি। এই অলংকাৰসমূহৰ ভিতৰত অন্যতম হ'ল — 'যুৰীয়া সোণ বা থোকা সোণা বা কাট্ৰা'। স্থানীয় ভাষাত যাক 'থকা সণা' বা সংক্ষেপে 'সণা' বুলি কোৱা হয়। অইন সোণৰ অলংকাৰ গঢ়োতে ব্যৱহাৰ কৰা সোণত ৰূপ, তাম বা আন ধাতুৰ ভাজ বা ভেজাল দিয়া হয়। অৰ্থাৎ ২৪ কেৰেটৰ সোণত ভাজ দি ২২ কেৰেটৰ পৰা ১৪ কেৰেট পৰ্যন্ত কৰা হয়। কিন্তু থোকা সোণাৰ ক্ষেত্ৰত সোণত ভাজ দিয়া নহয়। এইবিধ অলংকাৰ গঢ়োতে সোণত ভাজ বা ভেজাল দিলে তাক গঢ়াটোৱে অসম্ভৱ হ'বগৈ। এইবিধ সোণতে প্ৰকৃত সোণ অৰ্থাৎ ২৪ কেৰেটৰ সোণ থাকে কাৰণে ইয়াক সোণা বা সণা বোলা হয়। ইয়াক তৈয়াৰ কৰাৰ যি কলা-কৌশল তাক কেৱল বৰপেটাৰ থলুৱা সোণাৰিহে জানে অসমৰ আন কোনো ঠাইত এই পদ অলংকাৰ গঢ়িব জনা সোণাৰি নাই। বৰ্তমান দুই তিনি গৰাকীমান শিল্পীয়েহে এইপদ অলংকাৰ গঢ়িব পাৰে। পূৰ্বতে এইপদ অলংকাৰ তৈয়াৰ কৰোতে শিল্পীসকলে ৪ ৰ পৰা ৭ তোলা সোণেৰে তৈয়াৰ কৰিছিল। বৰ্তমান সোণৰ দাম অভাৱনীয় হাৰত বৃদ্ধি হোৱাৰ কাৰণে ইয়াক ১ তোলা ৪ অনাৰ পৰা ৪ তোলা পৰ্যন্ত সোণেৰে তৈয়াৰ কৰি আহিছে। আজিকালি ১ তোলা ৮ অনা বা ডেৰ তোলা সোণেৰে গঢ়া থোকা সোণাৰহে প্ৰচলন সৰ্বাধিক। বিশেষকৈ বৰপেটাৰ বিয়াত কইনাক থোকা সোণা দিয়াটো এটা পৰম্পৰাৰ নিচিনাকৈ দীৰ্ঘকাল ধৰি চলি আহিছে। ইয়াৰ চাহিদা অনুযায়ী শিল্পীৰ অভাৱ হোৱাৰ কাৰণে এইপদ অলংকাৰ গঢ়োতে একোজন শিল্পীক প্ৰায় এমাহৰ প্ৰয়োজন হয়। এই অলংকাৰ পদ গঢ়োতে একোজন শিল্পীয়ে ডিজাইন ভেদে বানচ লয় ৩৫০০ টকাৰ পৰা ৫০০০ টকা।

ভাৰতৰ স্বাধীনতাৰ আগলৈ আৰু স্বাধীনতাৰ প্ৰায় ডেৰ দশক পিছলৈ অসমৰ স্বৰ্ণশিল্পৰ অৱস্থা বেচ ৰমৰমীয়ায়েই আছিল বুলি ক'ব পাৰি। কিন্তু ১৯৬৩ চনৰ ৯ জানুৱাৰীত ভাৰত চৰকাৰে প্ৰৱৰ্তন কৰা "স্বৰ্ণ নিয়ন্ত্ৰণ আইন" (The Gold Control Act, 9th January, 1963) খনে ভাৰতৰ প্ৰায় সমগ্ৰ স্বৰ্ণশিল্পীৰ দৰে অসমৰ স্বৰ্ণশিল্পীসকলৰো বিপৰ্যয় মাতি আনিলে। এই আইনখনে সোণৰ ওপৰত নানান বাধা-নিষেধ আৰোপ কৰিলে। ইয়াৰ বিভিন্ন ধাৰা অনুসৰি সোণৰ লেনদেন, বেচা-কিনা, কামত খটোৱা, ৰক্ষণাবেক্ষণ আদি চাৰিওদিশত বাধা-নিষেধ বলৱৎ হ'ল। ফলস্বৰূপে গোটেই ব্যৱসায়টোতে

মাধমাৰ পৰিল। আমাৰ অসমৰ বহুতো সোণাৰিয়ে বাধ্য হৈ এই শিল্পক্ষেত্ৰৰ পৰা আঁতৰি আহিবলগীয়া হ'ল। শিল্পীসকলৰ অৱস্থা খুবেই বেয়াৰ ফাললৈ ঢাল খালে। দুটা যুগৰ নিৰৱচ্ছিন্ন সংগ্ৰাম কৰাৰ পিছত কেন্দ্ৰীয় চৰকাৰে এই 'স্বৰ্ণ নিয়ন্ত্ৰণ আইন'খন ১৯৮৯ চনত বাতিল কৰিছিল যদিও অসমৰ সোণাৰিসকলে পূৰ্বৰ দৰে গা টঙাই উঠিব নোৱাৰিলে। ১৯৭৮ চনত কেন্দ্ৰীয় চৰকাৰে স্বৰ্ণশিল্পীসকলক পুনৰ সংস্থাপনৰ বাবে ঋণৰ যোগান ধৰিছিল আৰু সেই ঋণ সম্পূৰ্ণভাৱে ৰেহাইও দিছিল, কিন্তু অসম চৰকাৰে ইয়াক কাৰ্যকৰী নকৰিলে, যাৰবাবে অসমৰ শিল্পীসকলে এই শিল্পটোক পুনৰ সংস্থাপিত কৰিব নোৱাৰিলে। ফলত থলুৱা স্বৰ্ণশিল্পীৰ অভাৱৰ গইনা লৈ অসমত অনাঅসমীয়া স্বৰ্ণশিল্পীৰ প্ৰাদুৰ্ভাৱ হ'ল আৰু তেওঁলোকে এতিয়া সমগ্ৰ অসমৰ স্বৰ্ণশিল্পটোকেই নিজৰ হাতলৈ নিবলৈ সক্ষম হৈ পৰিল। বৰ্তমান অসমৰ প্ৰায়বোৰ অঞ্চলতে বঙালী কৰ্মকাৰসকলে অসমৰ স্বৰ্ণশিল্পটোক চলাই থকা বুলি ক'লেও বঢ়াই কোৱা নহয়। আৰু চৰকাৰৰ আইনী সুৰক্ষাৰ সুৰুঙা লৈ বৰ্তমান অসমৰ এই স্বৰ্ণ ব্যৱসায়টো বণিক শ্ৰেণীয়ে পৰিচালনা কৰিবলৈ সুবিধা পালে। এতিয়া সোণৰ যি জুই-ছাই দাম তাক শুনিলে আমাৰ নিচিনা দিন-ভীক্ষা প্ৰাণৰক্ষা কৰা মানুহৰ চকু কপালত উঠে। তথাপি অসমৰ কোনো ঠাইত এতিয়াও কিছুসংখ্যক স্বৰ্ণশিল্পীয়ে এই শিল্পটো অতীত পৰম্পৰা ৰক্ষা কৰি জীয়াই ৰাখিবলৈ চেষ্টা চলাই আহিছে। অসমৰ স্বৰ্ণশিল্পীসকলৰ উত্তৰসুৰিসকলে মনোযোগ দিলে ভৱিষ্যতলৈ এই শিল্পই অসমৰ অৰ্থনৈতিক ক্ষেত্ৰত অৰিহণা যোগাব বুলি আশা কৰিব পাৰি।

## বাঁহ-বেতৰ শিল্প

বৰপেটাৰ বাঁহ-বেতৰ শিল্পক্ষেত্ৰতো এক সুকীয়া নাম আছে। অতীতৰে পৰা বৰপেটাৰ বিভিন্ন অঞ্চলত বাঁহ-বেতৰ পৰা শিল্পজাত সামগ্ৰী তৈয়াৰ হৈ আহিছে আৰু সেই পৰম্পৰা আজিও চলি আছে। বৰপেটাৰ সুন্দৰীদিয়াৰ বৰুৱা বংশৰ এজন শিল্পীয়ে বেতেৰে আঠুৱা তৈয়াৰ কৰি লোৱা কথাটো দিগম্বৰ দাসৰ 'বৰপেটাৰ বুৰঞ্জী' গ্ৰন্থত উল্লেখ আছে। বৰ্তমানো বাঁহ-বেতৰ শিল্পশাল ভালেকেইখন বৰপেটাৰ বিভিন্ন ঠাইত চলি আছে। বৰ্তমান এই বাঁহ-বেতৰ উল্লেখযোগ্য শিল্পী হ'ল মানেন্দ্ৰ ডেকা আৰু তেওঁৰ দুই ভাতৃ আমেন ডেকা আৰু কবীন ডেকা। এওঁলোকৰ শিল্পশালত তৈয়াৰী শিল্প সামগ্ৰী অকল অসমতে নহয়, ভাৰতৰ বিভিন্ন ঠাইৰ লগতে বিদেশতো সমাদৃত হোৱা দেখা গৈছে।

বৰপেটাৰ লোক-শিল্পকলাৰ ক্ষেত্ৰখনলৈ বৰ্তমান ভালেখিনি পৰিৱৰ্তন আহিছে। জীৱিকা নিৰ্বাহৰ পথ এই শিল্পবোৰৰ দ্বাৰা সুগম নোহোৱাৰ ফলস্বৰূপেই আজি শিল্পীসকলে নিজ নিজ শিল্পকৰ্মৰ পৰা আঁতৰি আহি আন আন বৃত্তিৰ লগত জড়িত হৈ পৰিব লগা হৈছে। তথাপিও বৰপেটাৰ কিছুসংখ্যক শিল্পীয়ে এতিয়াও কিবা নহয় কিবা প্ৰকাৰে আপোন

শিল্পক্ষেত্ৰখনত দুই-চাৰিপদ সামগ্ৰী তৈয়াৰ কৰি চলি আহিছে। ৰাজ পৃষ্ঠপোষকতা আৰু উপযুক্ত বজাৰ অবিহনে কোনো লোক-শিল্পকলাই ভালদৰে গা কৰি উঠাটো সম্ভৱ নহয়। বৰপেটাৰ লোক-শিল্পকলাৰ ক্ষেত্ৰতো ইয়াৰ ব্যতিক্ৰম হোৱা নাই। গতিকে আমি চৰকাৰৰ ফালৰ পৰা এই লোক-শিল্পকলাৰ জগতখনৰ পিনে দৃষ্টি আকৰ্ষণ কৰিলো, অন্যথা বৰপেটাৰ হাতী দাঁতৰ শিল্পটোৰ দৰে বাকীবোৰ শিল্পৰো মৃত্যু হ'বলৈ বৰ সৰহ দিন নালাগিব।

## সহায় লোৱা গ্ৰন্থ

লোক কল্প দৃষ্টি : নীলমণি ফুকন
লোককলা : যুগল দাস
গহনা গাঁঠৰি : যুগল দাস
পুৰণি অসমৰ কাৰিকৰী শিল্প : প্ৰদীপ চলিহা
ইণ্ডিয়ান ফ'ক আৰ্ট এণ্ড ক্ৰাফট : জেছলীন ধামিজা
বৰপেটাৰ বুৰঞ্জী : দিগম্বৰ দাস
বৰপেটাৰ সত্ৰ আৰু সংস্কৃতি : সম্পাদক - ধ্ৰুৱকুমাৰ তালুকদাৰ, গৌতমলাল মজুমদাৰ, মনজিৎ দাস
দ্য আৰ্ট অফ মিডিয়েভেল আছাম : ৰজতানন্দ দাসগুপ্ত
ফ'ক টয়জ অফ ইণ্ডিয়া
অসমীয়া ভাষা আৰু সংস্কৃতি : বিৰিঞ্চি কুমাৰ বৰুৱা
অসম বুৰঞ্জী : পদ্মনাথ গোহাঞি বৰুৱা
বৰপেটা জিলাৰ লোক-সংস্কৃতি : সম্পাদক - অক্ষয় কুমাৰ মিশ্ৰ
অসমৰ লোক শিল্পকলা : ধ্ৰুৱকুমাৰ তালুকদাৰ
প্ৰান্তিকৰ বিভিন্ন সংখ্যা আৰু বিভিন্ন আলোচনী, বাতৰিকাকতৰ প্ৰবন্ধ।



# বৰপেটাৰ অৰ্থনীতি ঃ অতীত আৰু বৰ্তমান

অতুল চন্দ্ৰ গোস্বামী

বৰপেটা জিলাখন পূৰ্বৰ বৰপেটা মহকুমাকলৈ গঠিত। এই জিলাৰ অৱস্থিতি হ'ল ২৬/৫'' উত্তৰ অক্ষাংশৰ পৰা ২৬/৫০'' উত্তৰ অক্ষাংশ আৰু ৯০/৪০'' পূব দ্ৰাঘিমাংশৰ পৰা ৯১/২৭'' পূব দ্ৰাঘিমাংশৰ মাজত। দক্ষিণে ব্ৰহ্মপুত্ৰ নদ, পূবে নলবাৰী জিলা, উত্তৰে ভূটান পাহাৰ আৰু পশ্চিমে কোকৰাঝাৰ আৰু বঙ্গাইগাঁও জিলা। ব্ৰহ্মপুত্ৰ নদীৰ মাজত থকা কিছুমান চৰো বৰপেটা জিলাৰ অন্তৰ্গত। এই জিলাৰ কিছু অংশ বৰ্তমান বি.টি.চি.ৰ বাগ্‌চা জিলাৰ অন্তৰ্ভুক্ত হৈছে। ভৌগোলিকভাৱে জিলাখনক তিনিটা ভাগত ভাগ কৰিব পাৰি। ভূটান পাহাৰৰ নামনিৰ ওখ অঞ্চল, মধ্য অঞ্চল আৰু দক্ষিণৰ দ অঞ্চল। জিলাখন উত্তৰৰ পৰা দক্ষিণলৈ ক্ৰমাৎ এঢলীয়া। উত্তৰ অংশটো এটা সময়ত প্ৰাকৃতিক হাবি-বননিৰে ভৰপূৰ আছিল। কিন্তু বৰ্তমান ইয়াৰ বেছিভাগ অংশতে মানুহৰ বসতি স্থাপন হৈছে। এই অংশতে বিখ্যাত মানস অভয়াৰণ্য অৱস্থিত। মানাহ, বেকী, পহুমৰা, কালদিয়া, পল্লা, চাউলখোৱা আদি বিভিন্ন উপনদী উত্তৰে হিমালয় পৰ্বতমালাৰ পৰা ওলাই জিলাখনৰ সমভূমি অঞ্চলৰ মাজেৰে বৈ গৈ ব্ৰহ্মপুত্ৰ নদত পৰিছে। জিলাখনৰ মধ্য আৰু দক্ষিণৰ দ অঞ্চলত বানপানীৰ প্ৰকোপ খুব বেছি। জিলাখনৰ মাটি ধান, মৰাপাট, কুঁহিয়াৰ, ধনিয়া, কল আৰু বিভিন্ন ৰবি শস্যৰ বাবে উপযোগী। বাৰিষাকালি প্ৰচুৰ বৰষুণ হয়। ২০০৫ চনত জিলাখনত গড় বছৰেকীয়া বৰষুণৰ পৰিমাণ আছিল ১৯০৯.১ মি.মিটাৰ।

বৰপেটা জিলাখনৰ মুঠ মাটিকালি হ'ল ৩২৪৫ বৰ্গ কি.মি. ইয়াৰে ৩২১২.৬৭ বৰ্গ কি.মি. গাঁৱলীয়া অঞ্চল আৰু বাকী ৩২.৩৩ বৰ্গ কি.মি. নগৰীয়া অঞ্চল[১]। এনেদৰে জিলাখনৰ প্ৰায় ৯১ শতাংশ ঠাই গাঁৱত অৱস্থিত। জিলাখনৰ দক্ষিণ মূৰত অৱস্থিত বাঘবৰ, ফুলৰা আৰু চতলা নামৰ তিনিটা টিলাত বাহিৰে বাকী অংশ সমভূমি। ব্ৰহ্মপুত্ৰ নদৰ মাজৰ কিছুমান সৰু-বৰ চৰ আছে। চৰ সমূহৰ মুঠ সংখ্য হ'ল ৪২ টা। ইয়াৰে কিছুমান চৰ স্থায়ী আৰু বাকীবোৰ অস্থায়ী। বাৰিষা ব্ৰহ্মপুত্ৰ নদত পানী বাঢ়িলে বেছিভাগ চৰেই পানীত

বুৰ যায়। এই চৰসমূহ ঊনবিংশ শতিকাৰ শেষভাগলৈকে জনশূন্য আছিল আৰু এইবোৰ নল, খাগৰি, খেৰ আদিৰে ভৰ্তি আছিল। কিন্তু ঊনবিংশ শতিকাৰ শেষৰ দশক মানৰ পৰা এই চৰসমূহত পূৰ্ববঙ্গৰ (অধুনা বাংলাদেশ) পৰা অহা ভূমিহীন খেতিয়কসকলে স্থায়ীভাৱে বসবাস কৰিবলৈ আৰম্ভ কৰে। বৰ্তমান এই চৰসমূহত যথেষ্ট পৰিমাণে জনবসতি স্থাপন হৈছে। চৰ সমূহৰ মুঠ মাটিৰ পৰিমাণ হ'ব প্ৰায় ১৩০০০ হেক্টৰ[২]। জিলাখনত থকা ভূমিৰ পৰিমাণ তলত দিয়া ধৰণৰ—

| | |
|---|---|
| ১। মুঠ মাটিৰ পৰিমাণ | ৩,২৪,৫০০ হেক্টৰ |
| ২। হাবি-বননি | ৮৬,৫৩৮ হেক্টৰ |
| ৩। কৃষিবহিৰ্ভূত কামত ব্যৱহৃত | ২০,১৯১ হেক্টৰ |
| ৪। বন্ধ্যা ভূমি | ১৪,১৫১ হেক্টৰ |
| ৫। কৃষিযোগ্য ভূমি[৩] | ২০,৩৬২০ হেক্টৰ |

জিলাখনত মুঠ জনসংখ্যা বৰ্তমান ১৬,৪৭,২০১ জন। (২০০১ চনৰ লোক পিয়ল মতে) আৰু ইয়াৰ বিপৰীতে মুঠ কৃষিযোগ্য ভূমিৰ পৰিমাণ হ'ল ২,০৩,৬২০ হেক্টৰ। জিলাখনত যে মাটিৰ তীব্ৰ নাটনি হৈছে সেই কথা এই পৰিসংখ্যাৰ পৰাই বুজিব পাৰি।

২০০১ চনৰ লোকপিয়ল অনুসৰি জিলাখনৰ মুঠ জনসংখ্যা হ'ল ১৬,৪৭,২০১ জন। ১৯৯১ চনৰ লোকপিয়ল মতে এই সংখ্যা আছিল ১৩,৮৫,৬৫৯ জন। গতিকে জিলাখনত দশকটোৰ ভিতৰত জনসংখ্যা বৃদ্ধি হৈছিল ২,৬১,৫৪২ জন। দশকীয় বৃদ্ধিৰ হাৰ ১৮.৮৭%। আনহাতে গোটেই অসম ভিত্তিত এই বৃদ্ধিৰ হাৰ আছিল ১৮.৯২%। ১৯৯১ চনৰ লোকপিয়ল মতে শিক্ষিতৰ হাৰ মাত্ৰ ৪৩.২১%। ২০০১ চনত ৫৬.২৪% ভাগলৈ বৃদ্ধি পায়। তথাপি কব লাগিব যে জিলাখন শিক্ষাৰ ক্ষেত্ৰত তুলনামূলকভাৱে পিছপৰা। গোটেই অসম ভিত্তিত শিক্ষিতৰ হাৰ হ'ল ৬৩.২৫%। জনসংখ্যাৰ ঘনত্ব প্ৰতি বৰ্গ কিলোমিটাৰত ৫০৮ জন। ধৰ্মৰ ভিত্তিত হিন্দুৰ সংখ্যা ৬,৬২,০৬৬ জন। ই মুঠ জনসংখ্যাৰ ৪০,১৯ ভাগ ; আনহাতে মুছলমানৰ সংখ্যা হ'ল ৯,৭৭,৯৪৩ জন আৰু ই মুঠ জনসংখ্যাৰ ৫৯.৩৭ ভাগ[৪]।

জিলাখনত নগৰৰ সংখ্যা মাত্ৰ ৭ খন। ইয়াৰ বিপৰীতে গাঁৱৰ সংখ্যা ১,০৫০ খন। গতিকে ই এখন গাঁৱপ্ৰধান জিলা। মুঠ পৰিয়ালৰ সংখ্যা ২,৯০,৪৯৮ টা। ইয়াৰে ২,৬৬,৫২৪ টা পৰিয়াল গাঁৱত আৰু বাকী ২,৩৯,৭০ টা পৰিয়াল নগৰত থাকে। গাঁৱত বাস কৰা লোকৰ সংখ্যা ১৫,২০,৩৩৩ জন আৰু ইয়াৰ বিপৰীতে নগৰত বাস কৰা লোকৰ সংখ্যা ১,২৬,৮৬৮ জন। গাঁও অঞ্চলত মুঠ জনসংখ্যাৰ প্ৰায় ৯২.৩ ভাগ লোক বাস কৰে[৫]। জিলাখনত মুঠ কৰ্মৰত মানুহৰ সংখ্যা ৫,১৭,০৮৮ জন। ই হ'ল মুঠ জনসংখ্যাৰ শতকৰা ৩১.৩৩ ভাগ। কৰ্মৰত মানুহখিনিৰ হিচাপ হ'ল তলত দিয়া ধৰণৰ —

| | |
|---|---|
| ১। মুঠ কৰ্মৰত মানুহৰ সংখ্যা — | ৫,১৭,০৮৮ জন |
| ২। কৃষক — | ২,০৯,৮৩৪ জন |
| ৩। কৃষি বনুৱা — | ৮১,৯২৯ জন |
| ৪। কুটীৰ শিল্পী — | ২৭,৪৩৫ জন |
| ৫। অন্যান্য[৬] — | ১,৯৭,৮৯০ জন |

মুঠ জনসংখ্যাৰ ভিতৰত ২,৬৮,৩৪৪ জনে চৰ অঞ্চলত বাস কৰে। বৰপেটা জিলাৰ চৰ অঞ্চলত থকা গাঁৱৰ সংখ্যা হ'ল ২৭৭ খন[৭]।

উত্তৰ ওখ ভূমি আৰু মাজ খণ্ডৰ সমান পলসুৱা ভূমিক বাদ দিলে দক্ষিণৰ ব্ৰহ্মপুত্ৰৰ পাৰলৈ যি ভূমি ভাগ আছে সেয়া অতি দ অঞ্চল আৰু সেয়েহে এই অঞ্চলসমূহৰ এটা প্ৰধান সমস্য হ'ল বানপানীৰ সমস্যা। বাৰিষাকালি ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উপনৈসমূহ, যেনে,— বেকী, মানাহ, চাউলখোৱা ইত্যাদি নদীৰ পানীয়ে বিশাল অঞ্চল বুৰাই পেলায়। বৰ্তমান ই এটা স্থায়ী সমস্যাত পৰিণত হৈছে। বানপানীৰ লগতে আন এটা ডাঙৰ সমস্যা হৈছে গৰাখহনীয়াৰ সমস্যা। বিশেষকৈ ব্ৰহ্মপুত্ৰৰ নদৰ গৰাখহনীয়াই প্ৰতিবছৰে বহু ঠাই খহাই হাজাৰ হাজাৰ কৃষকক গৃহহাৰা কৰে। বৰপেটা জিলাৰ অকল চেঙা আঞ্চলিক উন্নয়ন খণ্ডৰ এলেকাধীন ব্ৰহ্মপুত্ৰৰ পাৰৰ ঠাইসমূহত ২০০১ চনৰ গৰাখহনীয়াই মুঠতে ৫,১১০ হেক্টৰ ভূমি খহাই পেলাইছে আৰু ২৭,৮৫৮ জন মানুহক গৃহহাৰা কৰিছে[৮]।

বৰপেটাৰ উপৰিভাগ আগতে ইমান দ নাছিল। নদীবিলাকো আজিকালিৰ নিচিনাকৈ তৰাং নাছিল। বেছিভাগ ঠায়ে হাবি-বননিৰে ভৰা আছিল। গতিকে বানপানীৰ উৎপাত আজিৰ দৰে নাছিল। বৰপেটা আৰু পাটবাউসীৰ মাজৰ ঠাই হাবি-বননিৰে ভৰি আছিল আৰু এইবোৰত নানা হিংস্ৰ জীৱ-জন্তু পোৱা গৈছিল। সেই সময়ত শ্ৰীশ্ৰীমাধৱদেৱে গণককুছি থানৰ পৰা সদায় তেখেতৰ গুৰু শ্ৰীশ্ৰীশঙ্কৰদেৱক সেৱা জনাবলৈ পাটবাউসীলৈ গৈছিল। এবাৰ হেনো এটা বনৰীয়া ম'হে তেওঁক বাট আগছি ধৰিছিল। এই কথা জানিব পাৰি শ্ৰীমন্ত শঙ্কৰদেৱে তেওঁৰ শিষ্য মাধৱদেৱৰ গুৰুগৃহলৈ যাতে অহা-যোৱাত কোনো অসুবিধা নহয় তাৰ বাবে শ্ৰীৰাম নামৰ আলধৰা এজনক তেওঁৰ লগত দিছিল। পিছত এই শ্ৰীৰামে শ্ৰীৰাম আতা নামেৰে বিখ্যাত হয়।

১৮৯৭ চনৰ ১২ জুন তাৰিখে আবেলি সময়ত প্ৰবল ভূমিকম্পৰ জোকাৰণি অনুভব হয়। এই ভূমিকম্পত আটাইতকৈ ক্ষতিগ্ৰস্ত হয় কামৰূপ আৰু গোৱালপাৰা জিলা। বৰপেটাৰ দক্ষিণ অঞ্চল বিশেষকৈ হাউলী অঞ্চলৰ পৰা দক্ষিণে ব্ৰহ্মপুত্ৰৰ পাৰলৈ বিস্তৃত অঞ্চল ঠাই বিশেষে ৫/৬ ফুটৰ পৰা ১০/১২ ফুটলৈ বহি যায় আৰু নদীবিলাকৰ তলি ওপৰলৈ উঠি আহে। তেতিয়াৰ পৰাই প্ৰবল বানপানী হ'বলৈ ধৰে। ফলস্বৰূপে এই অঞ্চলসমূহৰ পৰা মানুহে উত্তৰৰ ওখ ঠাইবোৰলৈ আহে[৯]। এইবোৰ ঠাই জনশূন্য হৈ পৰে

আৰু বাঘ-ভালুক সৰীসৃপ ইত্যাদি হিংস্ৰ জন্তুৰ বাসভূমি হয়। পৰৱৰ্তী সময়ত এই দ ঠাইবোৰলৈ তেতিয়াৰ পূৰ্ববঙ্গ আৰু বৰ্তমানৰ বাংলাদেশৰ মৈমনসিং, ঢাকা ইত্যাদি জিলাৰ পৰা ভূমিহীন মুছলমান কৃষকসকল আহি বৰপেটাৰ দক্ষিণ অঞ্চলত আৰু ব্ৰহ্মপুত্ৰ নদৰ চৰ সমূহত বসবাস কৰিবলৈ লয়। এই কামত সেই সময়ৰ বৃটিছ চৰকাৰৰ সহযোগিতা আছিল আৰু স্থানীয় অসমীয়া ৰাইজেও হিংস্ৰ জীৱ-জন্তুৰ উৎপাত কমিব— এই ভাবি এনে কাৰ্য্যক সমৰ্থন জনাইছিল।

কুৰি শতিকাৰ আগলৈকে জিলাখনৰ জনসংখ্যা আছিল অতি কম। হাণ্টাৰ চাহাবৰ "A statistical Handbook of Assam". ত লিখা তথ্য অনুসৰি ১৮৭১-৭২ চনৰ লোকপিয়ল অনুসৰি বৰপেটা জিলাৰ জনসংখ্যা আছিল তলত দিয়া ধৰণৰ—

| থানা | জনসংখ্যা | গাঁৱৰ সংখ্যা |
|---|---|---|
| ১। বজালী | ৬৪,২৪০ জন | ১৫৩খন |
| ২। বৰপেটা | ৬৩,০৬৩ জন | ১৭১খন |
| ৩। ৰহা (বৰনগৰ) | ১৮,৯১৫ জন | ১০খন |
| | ১,৪৬,২১৮ জন | ৩৩৪খন |

গতিকে ১৮৭১-৭২ চনত বৰপেটা জিলাৰ মুঠ জনসংখ্যা আছিল মাত্ৰ ১,৪৬,২১৮ জন আৰু গাঁও ৩৩৪ খন। ১৯৫১ চনৰ লোকপিয়ল মতে এই সংখ্যা ৫,৩৯,৪২৩ জনলৈকে বৃদ্ধি পায়। ১৯৭১ চনৰ লোকপিয়লত এই সংখ্যা ৯,৭১,৭৩৭ জনলৈ; ১৯৯১ চনৰ লোকপিয়লত ১৩,৮৫,৬৫৯ জনলৈ বৃদ্ধি পায়। মাজতে ১৯৮১ চনত অসম আন্দোলনৰ বাবে লোকপিয়ল হোৱা নাছিল। ২০০১ চনত হোৱা লোকপিয়লৰ তথ্য অনুসৰি জিলাখনৰ মুঠ জনসংখ্যা ১৬,৪৭,২০১ বৃদ্ধি পায়। বৰ্তমান মুঠ গাঁৱৰ সংখ্যা ১০৭৩ খন। ২০০১ চনৰ লোকপিয়লমতে মুঠ জনসংখ্যাৰ ভিতৰত ৬,৬২,০৬৬ জন হিন্দু আৰু ৯,৭৭,৯৪৩ জন ইছলাম ধৰ্মাৱলম্বী লোক। খৃষ্টিয়ান, শিখ ইত্যাদি ধৰ্মাৱলম্বী লোক আছে যদিও তেওঁলোকৰ সংখ্যা নগণ্য। শতকৰা হিচাপত হিন্দুলোক ৪০,১৯ শতাংশ আৰু আনহাতে মুছলীম লোক ৫৯.৩৭[১০]।

১৭৩৫ খৃষ্টাব্দৰ স্বৰ্গদেউ শিৱসিংহৰ প্ৰদত্ত তামৰ ফলিত বৰপেটা সত্ৰৰ ভকত আৰু পাইক মুঠতে ২৯৭ ঘৰ বুলি উল্লেখ আছে[১১]। সেই হিচাপে জনসংখ্যা ১৫০০ বেছি হ'ব নেলাগে। ১৮৪০ চনত বৰপেটাত মহকুমাৰ সদৰ স্থাপন কৰা হয়। সেই হিচাপে বৰপেটা মহকুমা অসমৰ এটি পুৰণি মহকুমা। গুৱাহাটীত কামৰূপ জিলাৰ সদৰ স্থাপনৰ প্ৰায় সমসাময়িকভাৱেই বৰপেটাতো মহকুমাৰ সদৰ স্থাপন কৰা হৈছিল। সেই হিচাপে বৰপেটা নগৰৰ বিকাশৰ গতি অতি মন্থৰ। ইয়াৰ অৱশ্যে বিভিন্ন কাৰণ আছে। সেইবোৰ স্থানান্তৰত আলোচনা কৰা হ'ব। মহকুমাৰ সদৰ স্থাপন কৰা সময়ত বৰপেটাৰ জনসংখ্যা আছিল

৩০০০ জন[১২]। ১৯৭১ চনত নগৰৰ মুঠ অধিবাসী আছিল ২৬,৪৭৯ জন। ২০০১ চনত এই সংখ্যা ৪১,০৩৮ জনলৈ বৃদ্ধি পায়[১৩]। অৱশ্যে বৰপেটাৰ আশে-পাশে থকা গাঁও অঞ্চলসমূহত নগৰৰ মানুহে উঠি আহি বসতি স্থাপন কৰাৰ ফলত বৰ্তমান ৰায়তপাৰা, গণককুছি, মেটুৰাকুছি, সনকুছি কলোনী, উত্তৰ বৰপেটা, বুদুৰুৰটুপ ইত্যাদি গাঁৱসমূহো বৰপেটা নগৰৰ অন্তৰ্ভুক্ত হোৱা বাবে নগৰৰ পৰিসৰ যথেষ্ট বৃদ্ধি পাইছে আৰু সেই হিচাপে জনসংখ্যা এক লাখৰো বেছি হ'ব লাগে।

বৰপেটা জিলাখনৰ জনগাঁঠনিলৈ লক্ষ্য কৰিলে দেখা যায় ইয়াত হিন্দু ধৰ্মাৱলম্বী আৰু ইছলাম ধৰ্মাৱলম্বী লোকৰ সংখ্যাই সৰহ। শতকৰা ৭.৮৭ ভাগ লোক খৃষ্টান, ০.১০ ভাগ জৈন আৰু ০.০২ ভাগ লোক বৌদ্ধ। ১৯৭১ চনৰ লোকপিয়লৰ পিছৰ পৰাই জনগাঁঠনিৰ ক্ষেত্ৰত এক পৰিৱৰ্ত্তনে দেখা দিয়ে আৰু ইছলাম ধৰ্মীয় সম্প্ৰদায়ৰ লোকৰ জনসংখ্যা হিন্দুতকৈ বেছি হ'বলৈ আৰম্ভ কৰে। জনগাঁঠনিৰ এই পৰিৱৰ্ত্তনে জিলাখনৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত সুদূৰপ্ৰসাৰী পৰিৱৰ্তন অনাৰ সম্ভাৱনা আছে।

বৰপেটা নগৰ হ'ল বৰ্তমানৰ বৰপেটা জিলাৰ সদৰ ঠাই। বৰপেটা নগৰৰ নাম অনুসৰি জিলাখনৰ নাম বৰপেটা হৈছে। ঠিক কেতিয়াৰ পৰা বৰপেটা অঞ্চলত মানুহৰ বসতি আৰম্ভ হৈছিল সেই বিষয়ে সঠিককৈ কোৱা টান। তথাপি অনুমান কৰিব পাৰি যে খৃষ্টীয় পঞ্চম বা ষষ্ঠ শতিকা মানৰ পৰাই এই অঞ্চলত মানুহৰ বসতি স্থাপন হৈছিল। সেই সময়ত বৰ্মন বংশৰ ৰজাসকলে কামৰূপত ৰাজত্ব কৰিছিল। এই বংশৰ আটাইতকৈ উল্লেখযোগ্য ৰজাজন আছিল ভাস্কৰ বৰ্মন। এই অঞ্চলৰ মানুহৰ শৰীৰৰ ৰং, দেহৰ গঠন, মুখমণ্ডলৰ আকৃতি ইত্যাদিৰ প্ৰতি লক্ষ্য ৰাখি কব পাৰি যে জনবসতি আছিল মিশ্ৰিত। ইয়াত প্ৰথমতে মঙ্গোলীয়, দ্ৰাবিড়, অষ্ট্ৰিক আদি জনজাতিৰ লোকসকলেহে বাস কৰিছিল। ৰজা কুমাৰ ভাস্কৰ বৰ্মন আছিল মঙ্গোলীয় জনজাতিৰ লোক। ইয়াৰ মূল নিবাসী আছিল মঙ্গোলীয় জনগোষ্ঠীৰ তিব্বতী-বাৰ্মা লোকসকল। বৰ্তমানৰ খাছী সম্প্ৰদায়ৰ লোকসকল হ'ল অষ্ট্ৰিক গোষ্ঠীৰ। এওঁলোকে তামোল-পান, গছ-গছনিৰ বাৰী পাতি লৈ বসবাস কৰে। বৰ্তমান অসমীয়া লোকসকলেও এইদৰে বাৰী পাতিলৈহে ঘৰ বান্ধে। এয়া অষ্ট্ৰিক সভ্যতাৰ দান বুলি ক'ব পাৰি। আনহাতে নদীৰ দাঁতিকাষৰীয়া আৰু মাছধৰা বৃত্তিৰ লগত যুক্ত লোকসকল হ'ল দ্ৰাবিড় বংশোদ্ভৱ। এওঁলোকৰ গাৰ বৰণ সাধাৰণতে ক'লা। পৰৱৰ্ত্তী সময়ত আৰ্য বংশোদ্ভৱ লোকসকলো চামে চামে আহি ইয়াত বসতি কৰিবলৈ আৰম্ভ কৰে। এইটো নিঃসন্দেহে ক'ব পাৰি যে পুৰণি কামৰূপ ৰাজ্যত জাতিৰ বান্ধোন সিমান কটকটীয়া নাছিল। পশ্চিমৰ পৰা অহা আৰ্য বংশোদ্ভৱ লোকসকলে এই অঞ্চলৰ আদিম জনজাতি সমূহৰ লগত বৈবাহিক সম্পৰ্ক কৰিছিল। এই বিয়া-বাৰুসমূহৰ মাজেদি কিছুমান মিশ্ৰিত জাতিৰো সৃষ্টি হৈছিল। আনকি এই অঞ্চলৰ ভাষাও এক মিশ্ৰিত ভাষা। বৰপেটাৰ ওচৰে-পাজৰে থকা গাঁৱসমূহৰ নামবোৰলৈ লক্ষ্য কৰিলে ধৰিব পাৰি যে এইবোৰ নাম আৰ্য

ভাষা সম্ভূত নহয়। উদাহৰণ স্বৰূপে— বাৰাদি, সুন্দৰীদিয়া, কনৰা, চচৰা, ভেৰা ইত্যাদি নামবোৰ আৰ্য নাম নহয়। কুমাৰ ভাস্কৰ বৰ্মাৰ ৰাজত্ব কালত কামৰূপ ৰাজ্যলৈ অহা চীনা পৰিব্ৰাজক হিউৱেন চাঙৰ মতে এই ৰাজ্যৰ মানুহবিলাক সৰল, সাধু, চুটি-চাপৰ, পীত বৰ্ণৰ, পৰিশ্ৰমী আৰু বিদ্যোৎসাহী আছিল। এওঁলোকৰ ভাষা মধ্য ভাৰতৰ ভাষাৰ পৰা অলপ বেলেগ আছিল[১৪]। আৰ্য হিন্দু প্ৰভাৱৰ ফলত এই অঞ্চলৰ ৰজাসকল মঙ্গোলীয় মূলৰ হ'লেও হিন্দু ধৰ্মত দীক্ষিত হৈছিল আৰু আৰ্য দেৱ-দেৱীৰ পূজা-অৰ্চনা কৰিছিল। কিন্তু সাধাৰণ জনগোষ্ঠীয় প্ৰজাসমূহৰ মাজত পুৰণা মেজিকধৰ্মী বিশ্বাস আৰু ৰীতি-নীতিবোৰ প্ৰবল আছিল। আৰ্য প্ৰভাৱ বৃদ্ধি পোৱাৰ লগে লগে কিছুমান জনগোষ্ঠীয় দেৱ-দেৱীক আৰ্যীকৰণ কৰি লোৱা হৈছিল। নীলাচল পাহাৰত অৱস্থিত কামাখ্যা দেৱী এনেকুৱা আৰ্যীকৃত দেৱী বুলি ক'ব পাৰি। এই অঞ্চলৰ মূল ভাষা অসমীয়া ভাষাও এক মিশ্ৰিত ভাষা। ই আৰ্য সংস্কৃতমূলীয় হ'লেও ইয়াৰ ভিতৰত প্ৰচুৰ পৰিমাণে জনগোষ্ঠীয় ভাষাসমূহৰ শব্দ সোমাই আছে।

অতীজৰ এই অঞ্চলসমূহ প্ৰাগজ্যোতিষপুৰ বুলি খ্যাত আছিল। পৰৱৰ্ত্তী কালত ই কামৰূপ নাম পাইছিল। বৰপেটা অঞ্চলটো কামৰূপ ৰাজ্যৰে এটা অঞ্চল আছিল। এই অঞ্চলৰ মাটি আৰ্দ্ৰ হোৱা বাবে আৰু বৰষুণৰ পৰিমাণ বেছি হোৱা বাবে বিবিধ খেতিৰ উপযোগী আছিল। সেয়েহে অতীত কালৰ পৰা মানুহ এই অঞ্চললৈ আকৰ্ষিত হৈছিল। কোচ ৰজাৰ দিনত বৰপেটা অঞ্চলটো কোচ ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল আৰু ই বাউসী পৰগনা হিচাপে জনাজাত আছিল। মহাৰাজ নৰনাৰায়ণৰ শাসন কালত তেওঁৰ ভাতৃ চিলাৰায়ে দিল্লীত বিজয় সিং চৰ্দাৰ নামৰ ৰাজপুত এজনক লগ পাই কোচ ৰাজ্যলৈ আনিছিল[১৫]। বিজয় সিং চৰ্দাৰে বৰপেটাৰ ওচৰৰ সুন্দৰীদিয়াত বসবাস কৰিছিল। তেওঁ ওচৰ পাজৰৰ গাঁৱবোৰ দখল কৰি নিজকে ভূস্বামী হিচাপে প্ৰতিষ্ঠা কৰিছিল। বিজয় সিং চৌধুৰীৰ বংশধৰসকলে আহোম যুগলৈকে বাউসী পৰগনা শাসন কৰিছিল আৰু তাৰ পিছতো ইংৰাজৰ ৰাজত্ব কালত তহচিলদাৰ হৈছিল। মৌজাদাৰ স্বৰূপে বিভিন্ন ঠাইত শাসন কাৰ্য্য চলাইছিল। এতিয়াও বিজয় সিং চৰ্দাৰৰ বংশধৰসকলে বৰপেটা, গুৱাহাটীকে আদি কৰি বিভিন্ন ঠাইত আছে। এই বংশৰ এজন প্ৰখ্যাত লোক হ'ল অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি প্ৰয়াত প্ৰসন্নলাল চৌধুৰী।

বিভিন্ন কাৰণত বিভিন্ন সময়ত পশ্চিমৰ পৰা অসমলৈ জন প্ৰব্ৰজন ঘটিছিল। গংগা উপত্যকাত ঠাইৰ নাটনিৰ ফলত এই প্ৰব্ৰজন ঘটিব পাৰে। ইয়াৰ উপৰিও অতীতত ৰাজদ্ৰোহ, মাৰিমৰক ইত্যাদিৰ ফলতো জন প্ৰব্ৰজন ঘটিছিল। অনেক সময়ত কোচবিহাৰ আৰু অসমৰ ৰজাই বিভিন্ন বিষয়ৰ কাৰিগৰ নাইবা ৰাজকাৰ্য্য চলাব পৰা শিক্ষিত লোককো বাহিৰৰ পৰা অনাইছিল। প্ৰায় বৃটিছ শাসনৰ আগলৈকে ব্ৰহ্মপুত্ৰ উপত্যকাৰ বেছিভাগ ঠায়ে আছিল অতি ঘন জঙ্গলেৰে আবৃত আৰু বাঘ, ভালুক, হাতী আৰু বিভিন্ন সৰীসৃপেৰে ভৰপূৰ। এই অঞ্চলৰ আদিম অধিবাসী জনজাতীয় গোষ্ঠীৰ লোকসকল আছিল খাদ্য সংগ্ৰহকাৰী

আৰু চিকাৰী। তেওঁলোকে অস্থায়ীভাৱে কোৱেৰে সামান্য পৰিমাণে খেতি-বাতিও কৰিছিল। পৰৱৰ্তীকালত ইয়ালৈ অহা উত্তৰ ভাৰতৰ লোকসকলে ইতিমধ্যে নাঙল আৰু গৰুৰ সহায়ত উন্নত পদ্ধতিত খেতি কৰিবলৈ জানিছিল। গতিকে নতুনকৈ অহা এই লোকসকলে অৰণ্য ভাঙি উন্নত পদ্ধতিত খেতি-বাতি আৰম্ভ কৰিলে। কৃষি উৎপাদন বাঢ়িল আৰু কৃষিত উদ্বৃত্তৰ সৃষ্টি হ'ল। নতুনকৈ অহা লোকসকলৰ জনসংখ্যা দ্ৰুতগতিত বাঢ়িল। এওঁলোকৰ কিছুসংখ্যকে স্থানীয় লোকৰ লগত বিয়া-বাৰু কৰাৰ ফলতো জনসংখ্যা বৃদ্ধি হ'ল। ইয়াৰ ফলস্বৰূপে নতুন উৎপাদন পদ্ধতিৰ লগত খাপ খাব নোৱাৰা এই অঞ্চলত বসবাস কৰি থকা জনজাতীয় লোকসকলে উত্তৰ ফালৰ ভূটানৰ সীমান্ত অঞ্চলৰ পাহাৰ আৰু জঙ্গলসমূহলৈ ক্ৰমান্বয়ে পিছ হুঁহকিবলগীয়া হ'ল। এই প্ৰক্ৰিয়া বন্ধ কৰাৰ বাবে আৰু জনজাতীয় লোকসকলক ভূমি আৰু বাসস্থানৰ সুৰক্ষা দিয়াৰ বাবে বৃটিছ শাসন কালত আইনৰ মাধ্যমেদি ট্ৰাইবেল বেল্ট, ব্লকৰ সৃষ্টি কৰিবলগীয়া হৈছিল। কৃষিৰ ক্ষেত্ৰত উদ্বৃত্ত সৃষ্টিয়ে জনজাতীয় ব্যৱস্থাৰ পৰা সামন্ত ব্যৱস্থালৈ সমাজৰ উত্তৰণত সহায় কৰিলে।

নতুনকৈ অহা আৰ্য বংশোদ্ভৱ লোকসকলে সেই সময়ৰ উত্তৰ ভাৰতত প্ৰচলিত সমাজ ব্যৱস্থাৰ আৰ্হিৰে সমাজ সংগঠন কৰিলে। এই ব্যৱস্থাত প্ৰতিখন গাঁৱেই আছিল উৎপাদনৰ একো একোটা স্বতন্ত্ৰীয়া গোট। একেখন গাঁৱত কৃষকসকলে বসবাস কৰাৰ উপৰিও গাঁৱত আছিল কমাৰ, কুমাৰ, মুখি, হীৰা, তেলী, ধোবা, তাঁতী, চমাৰ, ব্ৰাহ্মণ, কায়স্থ ইত্যাদি বিভিন্ন সম্প্ৰদায়ৰ লোক। তেওঁলোকে উৎপাদন কৰা বিভিন্ন সামগ্ৰী আৰু সেৱা গাঁৱৰ ভিতৰতে বিনিময় হৈছিল। মুদ্ৰাৰ ব্যৱহাৰ নোহোৱাকৈয়ে সামগ্ৰীৰ জৰিয়তে ইয়াক আদায় দিয়া হৈছিল। কাৰ্লমাৰ্ক্সে এই সমাজক 'এচিয়াটিক চোচাইটি' হিচাপে আখ্যা দিছিল। বৃটিছসকলে ভাৰতবৰ্ষলৈ অহাৰ আগলৈকে এই ব্যৱস্থা অক্ষত আছিল। নামনি অসমৰ বিশেষকৈ অবিভক্ত গোৱালপাৰা আৰু কামৰূপ জিলাৰ সমাজ সংগঠনত এতিয়াও এই বৈশিষ্ট্যসমূহ কিছু পৰিমাণে দেখা যায়। উজনি অসমত জনজাতীয় সমাজব্যৱস্থাৰ প্ৰভাৱ বেছি থকা হেতুকে নামনি অসমত এই সমাজ সংগঠন দেখা নাযায়।

উত্তৰ ভাৰতৰ পৰা অসমলৈ প্ৰব্ৰজন হোৱা এটা উল্লেখযোগ্য সম্প্ৰদায় আছিল কায়স্থ সম্প্ৰদায়। এওঁলোক প্ৰধানকৈ আছিল কৃষক আৰু অসমৰ বিভিন্ন অঞ্চলত বিস্তৃত পৰিমাণৰ ভূমি দখল কৰি লৈ চাকৰ-নাকৰৰ সহায়ত খেতিবাতি কৰিছিল। ইয়াৰ উপৰিও এওঁলোক আছিল প্ৰশাসক। বিভিন্ন অঞ্চলত ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্য পাতি এওঁলোকে শাসন চলাইছিল। এওঁলোক ভূঞা নামে খ্যাত আছিল। অসমত কায়স্থ জাতিৰ ভূঞাৰ উপৰিও কলিতা জাতিৰ ভূঞাও আছিল আৰু কালক্ৰমত কায়স্থ ভূঞাসকলৰ লগত কলিতা ভূঞাসকলৰ বিয়া-বাৰুও হৈছিল। ড° সূৰ্যকুমাৰ ভূঞাৰ' কামৰূপৰ বুৰঞ্জী'ৰ মতে কামৰূপ জিলাৰ ভূমি ৰাজস্ব ব্যৱস্থাত কেইবাখনো গাঁও লগলাগি একো একোখন 'চাকলা' গঠিত হৈছিল। প্ৰতিখন চাকলাৰ শাসনকৰ্ত্তা হিচাপে একোজন ভূঞা আছিল। স্থানীয়ভাৱে এওঁলোকক

ৰজা বোলা হৈছিল। ভূঞাসকলৰ মাজত আছিল এজন শিৰোমণি ভূঞা। এই ভূঞাসকলৰ কোনো বিশেষ সৈন্য বাহিনী নাছিল। যুদ্ধৰ সময়ত সাধাৰণ প্ৰজাই যুদ্ধৰ সৈনিক হৈছিল। ভূঞাসকলৰ নিজা কাৰখানাত যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ কৰা হৈছিল।

দিগম্বৰ দাসৰ "বৰপেটাৰ বুৰঞ্জী" মতে "নামনি অসমৰ আন অঞ্চলৰ দৰে বৰপেটা অঞ্চলতো প্ৰথমতে কনৌজ, গৌড় আদি ৰাজ্যৰ পৰা অহা ভূঞাসকলে বসতি কৰিছিল। সেই খণ্ড ঠাইৰ নাম আছিল ক্ষেত্ৰী। পৰৱৰ্ত্তী কালত ক্ষেত্ৰী পৰগনা ভাঙি সৰুক্ষেত্ৰী, বৰক্ষেত্ৰী আৰু চেঙা নামৰ তিনিখন মৌজা হৈছিল।...কোচ আৰু আহোম যুগত শাসক ভূঞাসকলে ৰজাৰ অধীনত নানা বিষয়বাব খাইছিল। ভূঞাসকলৰ বংশধৰসকলে বৰপেটা জিলাত ঘাইকৈ বৰপেটা নগৰ, গণককুছি, সুন্দৰীদিয়া, বামুনা, চেঙা, সৰ্থেবাৰী, নামশলা, কাপ্‌লা, নসত্ৰ, সৰভোগ আদি ঠাইত বাস কৰি আছে"[১৬]।

ভূঞাসকলৰ বিষয়ে কিছু উল্লেখ কৰাৰ কাৰণটো হ'ল এই যে এওঁলোকৰ অসমৰ কৃষি-অৰ্থনীতিৰ বিকাশ সাধনত থকা প্ৰভূত অৰিহণাৰ উপৰিও এওঁলোক আছিল বিদ্যোৎসাহী আৰু অসমত শিক্ষা সম্প্ৰসাৰণৰ ক্ষেত্ৰত এওঁলোকৰ যথেষ্ট বৰঙণি আছিল। এই বংশৰে উজ্জ্বল ৰত্ন যি একেধাৰে দক্ষ প্ৰশাসক, কলাকাৰ, সাহিত্যিক, নৱ-বৈষ্ণৱ আন্দোলনৰ পুৰোধা ব্যক্তি, সমাজ-সংস্কাৰক আৰু এক কথাত কবলৈ গ'লে অসমীয়া জাতিৰ জনক আছিল ; তেৰা হল শ্ৰীশ্ৰীশংকৰদেৱ।

দেখা গৈছিল যে সেই সময়ৰ অসমৰ বিভিন্ন অঞ্চলত পশ্চিমফালৰ পৰা আহি নিগাজীকৈ অসমত বসবাস কৰিবলৈ লোৱা ব্ৰাহ্মণ, কায়স্থ, কলিতা, কেওট ইত্যাদিৰ উপৰিও আদিম জনজাতিসমূহৰ বংশধৰসকলৰ মাজত মিলা-মিছাৰ জৰিয়তে এখন আহল-বহল সমাজ তৈয়াৰ হৈছিল। এই প্ৰক্ৰিয়াক নৱ-বৈষ্ণৱ আন্দোলনৰ উদাৰনৈতিক ধাৰাটোৱে ত্বৰান্বিত কৰিছিল। এই প্ৰক্ৰিয়া পঞ্চদশ শতিকাৰ আগৰে পৰা অৰ্থাৎ প্ৰায় দশম-একাদশ শতিকা মানৰ পৰাই আৰম্ভ হৈছিল। ব্ৰাহ্মণ্য হিন্দু ধৰ্ম, শৈৱ, শাক্ত আৰু লগতে বিভিন্ন জনজাতীয় দেৱ-দেৱীৰ পূজা-অৰ্চনা চলিছিল। শক্তিৰ পীঠস্থান আছিল গুৱাহাটীৰ নীলাচল পাহাৰত অৱস্থিত কামাখ্যা মন্দিৰ। এটা সময়ত অসমৰ বিভিন্ন ঠাইত বৌদ্ধ ধৰ্মৰো প্ৰভাৱ আছিল।

কোচ বংশৰ ৰাজত্ব কালচোৱাক বৰপেটাৰ বুৰঞ্জীৰ সোণালী যুগ বুলি ক'ব পাৰি। এই সময়তে মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু তেৰাৰ প্ৰধান শিষ্য শ্ৰীশ্ৰীমাধৱদেৱ, শ্ৰীহৰিদেৱ, শ্ৰীদামোদৰদেৱ আৰু তেৰাসৱৰ নিয়োজিত ধৰ্মাচাৰ্য্যসকলে বৰপেটা অঞ্চলত আৰু তাৰপৰা অসমৰ বিভিন্ন ঠাইত একশৰণ ভাগৱতী বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিল[১৭]। সেই সময়তে বৰপেটা অঞ্চলৰ বিভিন্ন ঠাইত থান-সত্ৰ ইত্যাদি প্ৰতিষ্ঠিত হৈছিল। সত্ৰসমূহত মানুহৰ বসতি বৃদ্ধি পাইছিল। কোনো লোক সত্ৰৰ ভকত হ'লে তেওঁ বাধ্যতামূলক শ্ৰমদান আৰু পাইক প্ৰথাৰ পৰা অব্যাহতি পাইছিল। ইয়াৰ ফলত বহুতো লোক সত্ৰৰ ভকত হৈছিল।

এনেদৰে বিকাশ লাভ কৰা সমাজৰ মূল ভিত্তি আছিল কৃষি। ব্ৰহ্মপুত্ৰ উপত্যকাৰ মাটি সাৰুৱা হোৱা বাবে আৰু বৰষুণৰ পৰিমাণ বেছি হোৱা বাবে ধান, মাহ, সৰিয়হ, কুঁহিয়াৰ, ধনিয়া ইত্যাদি শস্য যথেষ্ট পৰিমাণে হোৱাৰ উপৰিও আম, জাম, লেতেকু, পনিয়ল, কল ইত্যাদি বিবিধ ফলো মানুহে উৎপাদন কৰিছিল। বৰপেটা অঞ্চলত উৎপাদিত শস্যৰ এটা অংশ বেপাৰীসকলে ভাটিৰ ফালে নি বিক্ৰি কৰিছিল। কৃষিৰ লগতে বিভিন্ন বৃত্তিৰো বিকাশ ঘটিছিল। সপ্তদশ শতিকাৰ অসমৰ ভূমিদানৰ ফলিবোৰত যেনেকৈ কিছুমান বৃত্তিয়ালৰ নাম পোৱা যায়, তেনেদৰে চৰিতপুথি আদিয়ে বেহাবেপাৰ আৰু মুদ্ৰা প্ৰচলনৰ ইংগিত দিয়ে। সেই সময়ৰ ৰজাক দিবলগীয়া কিছুমান কৰ হ'ল— কৰ-কাটল, বেগাৰ, জলকৰ, যৱক্ষাৰ, চোৰ, ধুমুছি, ছিনালা, ঘামেশা ইত্যাদি[১৮]। আহোম ৰজাসকলে সত্ৰ, দল, দেৱালয় ইত্যাদিত বিস্তৰ পৰিমাণে ভূমিদান কৰিছিল। এই ভূমিসমূহ আছিল দেৱোত্তৰ, ধৰ্মোত্তৰ অথবা ব্ৰহ্মোত্তৰ। এনেকুৱা ভূমি আছিল নিস্কৰ। পৰৱৰ্ত্তী সময়ত বেছিভাগ সত্ৰতে এই ভূমি সত্ৰাধিকাৰ অথবা দল, দেৱালয়ৰ পুৰোহিত শ্ৰেণীৰ কুক্ষিগত হৈছিল। এই ক্ষেত্ৰত ব্যতিক্ৰম হ'ল বৰপেটা সত্ৰ। বৰপেটা সত্ৰৰ সম্পত্তি পৰিচালনা আৰু প্ৰশাসনৰ ক্ষেত্ৰত ভকতসকলৰহে অধিকাৰ থাকে। এই সত্ৰৰ সত্ৰাধিকাৰ পুৰুষাণুক্ৰমিকভাৱে নহৈ সমূহভকতৰ দ্বাৰা নিৰ্বাচিত হয়। এই গণতান্ত্ৰিক পৰম্পৰা এতিয়াও অব্যাহত আছে।

আহোম ৰাজত্বকালত কিছুমান সত্ৰৰ সত্ৰাধিকাৰৰ হাতত যথেষ্ট পৰিমাণ সা-সম্পত্তি থুপ খায় আৰু তেওঁলোক অতি ক্ষমতাশালী হৈ উঠে। শিৱসিংহ ৰজাৰ দিনত ৰজাই মায়ামৰীয়া মহন্তক মাতি নি অপমান কৰাৰ এটা কাৰণ হ'ল এওঁলোকৰ বাঢ়ি অহা ক্ষমতা। সত্ৰসমূহ ধৰ্মপ্ৰচাৰৰ কেন্দ্ৰ হোৱাৰ উপৰিও বেহা-বেপাৰৰো কেন্দ্ৰ হৈ পৰে[১৯]। বৰপেটা সত্ৰৰ হাটিয়াৰ পুঁজি গঠন এই ক্ষেত্ৰত তাৎপৰ্য্যপূৰ্ণ। সমাজবিজ্ঞানী পণ্ডিত অমলেন্দু গুহই তেওঁৰ "বৈষ্ণৱবাদৰ পৰা মায়ামৰীয়া বিদ্ৰোহলৈ" নামৰ গ্ৰন্থখনত সত্ৰসমূহৰ বৰ্দ্ধিষ্ণু অৰ্থনৈতিক তাৎপৰ্য্য সম্পৰ্কে এনেদৰে লিখিছে—"আধা খেতিয়ক, বেপাৰী, কাৰিকৰসকলৰ লগত সত্ৰবোৰৰ সম্পৰ্কটো মন কৰিবলগীয়া। অকল বাটৰুৱা জীৱনৰ আশ্ৰয় স্থল হিচাপেই নহয়, শিল্পজাত পণ্যৰ গ্ৰাহক হিচাপেও গুৰুত্ব আছিল এই সত্ৰবোৰৰ। গুৰুকৰ বুলি গোটোৱা কৃষিৰ আৰু কুটীৰ শিল্পৰ যি উদ্বৃত্ত বয়-বস্তু সত্ৰবোৰত থুপ খাইছিল, তাৰে এটি বুজন অংশৰ কিনোতাও আছিল এই বেপাৰী কাৰিকৰসকল। এওঁলোকৰ যোগেদিয়ে এই বস্তুবোৰে বজাৰ পাইছিলগৈ। কোনো কোনো সত্ৰৰ গোঁহাই-মহন্তসকল আছিল নিজেই বেপাৰী আৰু কাৰিকৰ আৰু বেপাৰীসকললৈ পুঁজিৰো যোগান ধৰিছিল[২০]।

বৰপেটাৰ পুৰণি নাম আছিল তাঁতীকুছি। এসময়ত হেনো শিৱসাগৰ জিলাত অৱস্থিত খনাখোকোৰা নামৰ গাঁও এখনৰ পৰা কিছুমান তাঁতী মহামাৰীৰ প্ৰকোপত পৰি ইয়ালৈ আহে। এওঁলোকে বসবাস কৰা বাবেই ঠাইখনৰ নাম তাঁতীকুছি হয়গৈ। পৰৱৰ্ত্তী সময়ত ইয়াত থান-সত্ৰ গঢ় লৈ উঠে। মহাপুৰুষ মাধৱদেৱৰ ইচ্ছা অনুসৰি মথুৰাদাস বুঢ়াআতাই

ৰাম লাডুৱা বুঢ়াৰ বাৰীৰ এচুকৰ হাবি-জঙ্গলেৰে ভৰা এডৰা মাটি লৈ তাতেই সত্ৰ স্থাপন কৰে। পৰৱৰ্ত্তী সময়ত আহোম ৰজা স্বৰ্গদেউ শিৱসিংহই সত্ৰত মাটি দান কৰে। বৰপেটা সত্ৰৰ তামৰ ফলি মতে এই মাটিৰ সীমা-পূবে বৰপেটা বিলৰ পূব পাৰ, পশ্চিমে গলয়া বিল, দক্ষিণে হাড়িজান আৰু উত্তৰে চুণপোৰা ভিঠি।

সেই সময়ৰ বৰপেটা আজিৰ দৰে নাছিল। খাল, বিল, জঙ্গলেৰে ই ভৰপূৰ আছিল। বৰপেটা আৰু পাটবাউসীৰ মাজত আছিল অটব্য জঙ্গল। মহাপুৰুষ মাধৱদেৱে এদিন তেখেতৰ গুৰু পাটবাউসীত থকা শঙ্কৰদেৱৰ ওচৰলৈকে যাওঁতে কেনেকৈ বনৰীয়া ম'হে আগচি ধৰিছিল সেই সম্পৰ্কে আগতে উনুকিওৱা হৈছে। মানুহৰ বসতি আছিল কম। ইয়াৰ এটা প্ৰধান কাৰণ হ'ল মানৰ আক্ৰমণ। মানসকলে অসম এবাৰ নহয়, দুবাৰ নহয়, তিনিবাৰ পৰ্য্যন্ত আক্ৰমণ কৰিছিল। এই আক্ৰমণত অসমৰ অৰ্থনীতি ভাঙি পৰিছিল। অসমৰ গাঁৱলীয়া সমাজখন ছেদেলি-ভেদেলি হৈ গৈছিল আৰু বহুতো মানুহে পলাই গৈ উত্তৰ বঙ্গ, কাছাড় ইত্যাদিত আশ্ৰয় লৈছিল। ইয়াৰ উপৰিও কলেৰা, বসন্ত আদি মহামাৰীসমূহেও সংহাৰ মূৰ্ত্তি ধৰি বহুতো লোকৰ প্ৰাণ হানি কৰিছিল।

এইটো সহজে অনুমেয় যে সেই সময়ত খেতি-বাতি কৰাৰ বাবে মাটিৰ অভাৱ নাছিল আৰু মানুহে সঘনে ঠাই সলাই ফুৰিছিল। বানপানী আৰু বন্য জন্তুৰ উৎপাত আৰু কলেৰাৰ নিচিনা মহামাৰীৰ ফলতো মানুহে এঠাইৰ পৰা আন ঠাইলৈ উঠি গৈছিল। ১৮৯৭ চনত হোৱা বৰভূঁইকঁপৰ পিছত বৰপেটা অঞ্চলৰ বিভিন্ন ঠাই বহি গৈ জলাহত পৰিণত হোৱাৰ পিছত সেই ঠাইৰ মানুহ ভাগি বিভিন্ন ঠাইত বসতি কৰিছিল। বৰপেটাৰ কনৈৰাপাৰাত বসতি কৰা মানুহসকল অতীতত কনৰা সত্ৰৰ লোক আছিল। বৰভূঁইকঁপৰ পিছত ইয়ালৈ উঠি আহে। সত্ৰ স্থাপন হোৱাৰ পিছৰ পৰা মানুহে সত্ৰবোৰক কেন্দ্ৰ কৰি স্থায়ীভাৱে বসবাস কৰিবলৈ আৰম্ভ কৰে। ইয়াৰ ফলতে কৃষিৰ লগতে অন্যান্য শিল্প কাৰ্য্যৰ সমৃদ্ধি ঘটে। ৰজাই সত্ৰবোৰক মাটি-বৃত্তি দান কৰা ইও এটা কাৰণ হ'ব পাৰে। কৃষি আৰু শিল্প কাৰ্য্যৰ বিস্তাৰৰ ফলত পণ্য অৰ্থনীতি গঢ় লৈ উঠে। বৰপেটাৰ পুৰণি নাম তাঁতীকুছিয়ে প্ৰমাণ কৰে যে এই অঞ্চলটো সেই সময়ত বয়ন শিল্পৰ বাবে বিখ্যাত আছিল। প্ৰথম অৱস্থাত শিৱসাগৰৰ পৰা বৰপেটালৈ ১২০ ঘৰ তাঁতী উঠি আহিছিল। গোপাল দাস, যিজন লোক পৰৱৰ্ত্তী সময়ত মথুৰাদাস বুঢ়া আতা হিচাপে খ্যাত হৈছিল আৰু যিজন আছিল বৰপেটা সত্ৰৰ প্ৰথম সত্ৰাধিকাৰ তেওঁ নিজে এজন তাঁতী আছিল আৰু তাঁতীসকলৰ মোড়ল আছিল। এওঁৰ তত্ত্বাবধানতে বৰপেটাৰ তাঁতীসকলে বিখ্যাত বৃন্দাবনী বস্ত্ৰ তৈয়াৰ কৰিছিল। "মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ মহাপ্ৰতিভাৰ অপূৰ্ব অদ্ভুত সৃষ্টি বৃন্দাবনী-বস্ত্ৰ প্ৰাচীন অসমৰ তাহানিৰ বৰপেটাৰ উন্নত বয়ন শিল্পৰ বিশিষ্ট নিদৰ্শন। সেই সময়ত এই অঞ্চলটো বস্ত্ৰ-শিল্পত আগবঢ়া আছিল। তেতিয়া ইয়াত হেনো ছয়কুৰি তাঁতী আছিল। তাঁতীকুছিত বয়নশিল্পৰ এটি 'কাৰষণা' বা কাৰখানা আছিল। শ্ৰীমন্ত শঙ্কৰদেৱে বয়ন শিল্পত

সিদ্ধহস্ত গোপাল তাঁতী প্ৰমুখ্যে তাঁতীকুছিৰ তাঁতীসকলৰ সহায়-সহযোগত আপুৰুগীয়া বৃন্দাবনী-বস্ত্ৰ নিৰ্মাণ কৰি উলিয়াই কোচ ৰজা নৰনাৰায়ণক উপহাৰ দিছিল। বস্ত্ৰ দেখি নৰনাৰায়ণ আৰু চিলাৰায় অভিভূত হৈছিল[২১]।" মহাপুৰুষ দুজনাৰ দ্বাৰা প্ৰৱৰ্ত্তিত বৈষ্ণৱ ধৰ্মই বিভিন্ন জাত-সম্প্ৰদায়ৰ কৃষক শ্ৰেণীক আকৃষ্ট কৰাৰ উপৰিও বিশেষকৈ বৰপেটা অঞ্চলত ব্যৱসায়ী আৰু বিভিন্ন কাৰিকৰ শ্ৰেণীকো আকৰ্ষণ কৰিছিল। গুৰুজনৰ প্ৰধান শিষ্য ভবানন্দ যি পিছত নাৰায়ণদাস ঠাকুৰ আতা হিচাপে খ্যাত হৈছিল ; তেওঁ জীৱনৰ প্ৰথম কালছোৱাত ব্যৱসায়ীহে আছিল আৰু বিভিন্ন ঠাইত নাৱেৰে বনিজ কৰি ফুৰিছিল। অতীতত বৰপেটাত থকা অন্যান্য কাৰিকৰসকল আছিল—কমাৰ, কুমাৰ, হীৰা, সোণাৰী (বনিয়া), মিস্ত্ৰি, ধোবা, মুখি, হাতীৰ দাঁতৰ পৰা বিভিন্ন বস্তু তৈয়াৰ কৰা শিল্পী ইত্যাদি।

অসমৰ সমাজ সংগঠনলৈ লক্ষ্য কৰিলে দেখা যায় যে বিশেষকৈ নামনি অসমত গাঁৱবোৰ সংগঠিত হৈছিল জাতিগত সম্প্ৰদায়ৰ ভিত্তিত। একেখন গাঁৱতে বিভিন্ন বৃত্তিয়াল লোকসকলে বাস কৰিছিল আৰু সৰল শ্ৰম বিভাজন প্ৰথাৰে বিভিন্ন বস্তু তৈয়াৰ কৰি নিজৰ নিজৰ চাহিদা গাঁৱৰ ভিতৰতে পূৰণ কৰি লৈছিল। গতিকে গাঁৱবোৰ প্ৰায় স্বয়ংসম্পূৰ্ণ আছিল বুলি কব পাৰি। বৰপেটা সত্ৰৰ সমাজ-সংগঠনৰ ৰূপটোও আছিল এনেকুৱা। এইটো আছিল সেইসময়ৰ পূৰ্বভাৰতত প্ৰচলিত সমাজ সংগঠনৰ ৰূপ। এই অঞ্চলত বাস কৰা লোকসকলৰ পূৰ্বপুৰুষসকল প্ৰধানকৈ পূৰ্ব-ভাৰতৰ পৰা অহা বাবেই ইয়াতো তেওঁলোকে পূৰ্বে বাস কৰা ঠাইৰ সমাজ-সংগঠন প্ৰতিষ্ঠা কৰিছিল। উজনি অসমত জনজাতীয় সমাজৰ প্ৰাধান্য থকা বাবে তাত এনেকুৱা সমাজ গঢ়ি উঠা নাছিল। এই কথাটোৰ ওপৰত প্ৰখ্যাত সমাজবিজ্ঞানী অনিল ৰায়চৌধুৰীদেৱে তেওঁৰ গ্ৰন্থ "নামনি অসমৰ মধ্যশ্ৰেণীত" আলোকপাত কৰিছে।

বৰপেটাৰ সমাজ সংগঠন একপ্ৰকাৰে চাবলৈ গ'লে সত্ৰকেন্দ্ৰিক আছিল আৰু বিভিন্ন বৃত্তিধাৰীলোকসকলৰ সত্ৰৰ লগত জড়িত কিছুমান বিশেষ বিশেষ কাম আছিল। এই বৈশিষ্ট্যটো অসমৰ আন কিছুমান সত্ৰৰ ক্ষেত্ৰতো দেখা যায়। সত্ৰই মানুহৰ সাংস্কৃতিক, সামাজিক দিশৰ লগতে অৰ্থনৈতিক দিশতো প্ৰভাৱ পেলাইছিল। বৰপেটা সত্ৰত অতীজৰে পৰা প্ৰৱৰ্ত্তিত হাটীয়াৰ পুঁজিৰ বিষয়টো এই ক্ষেত্ৰত প্ৰণিধানযোগ্য। সাহিত্যিক গোকুল পাঠকে তেওঁৰ গ্ৰন্থ "বৰপেটা সত্ৰৰ ইতিহাস"ত হাটীয়াৰ পুঁজি সম্পৰ্কে এইদৰে লিখিছে "বিচক্ষণ বুদ্ধিসম্পন্ন বুঢ়াআতাই (মথুৰা দাস) গোটেই সত্ৰখনকে বাইশখন হাটীত ভাগ কৰিয়ে নেৰিলে, তেওঁ হাটীৰ অৰ্থনৈতিক অৱস্থা উন্নতিৰ কামনাৰে প্ৰত্যেক হাটীতে একোটাকৈ ধনভড়াঁল প্ৰতিষ্ঠা কৰিলে।...... বিভিন্ন হাটীৰ ধনভড়াঁলৰ পৰা মানুহে সুবিধা পাবলৈ ধৰিলে। টকা-পইচা আদান প্ৰদানত যাতে কোনো অসুবিধাৰ সৃষ্টি নহয় তাৰ কাৰণে বুঢ়া আতাই এনে কিছুমান নিয়ম বান্ধি থৈ যায় যে আজিও সত্ৰৰ হাটীৰ ধনভঁড়ালৰ পৰা দুখীয়া লোকসকলে যথেষ্ট সহায় পায়।" হাটীৰ ধনভঁড়ালে বৰপেটাৰ ব্যৱসায়ী

আৰু বৃত্তিয়াল শ্ৰেণীবোৰক এনেদৰে সহায় কৰি অৰ্থনীতি সজীৱ কৰি ৰাখিছিল। অনিল ৰায়চৌধুৰীৰ মতে ১৯৩০ চন মানত বৰপেটাৰ সমুদায় হাটীয়াৰ পুঁজিবোৰত প্ৰায় ৮০ হেজাৰ টকাৰ অধিক আছিল। হাটীয়াৰ পুঁজি হ'ল গণতান্ত্ৰিক পদ্ধতিৰে চলা সমূহ বা সমাজৰ (হাটীৰ) উমৈহতীয়া ধনৰ ভড়াঁল[২২]। এই পুঁজি হাটীৰ বাহিৰৰ মানুহকো সময়ে সময়ে দিয়া হৈছিল ; কিন্তু সুতৰ হাৰ বেছি আছিল।

অতীতত বৰপেটাৰ অৰ্থনীতি একপ্ৰকাৰে চাবলৈ গ'লে সৰল পণ্য উৎপাদনকাৰী অৰ্থনীতি আছিল। সামাজিক শ্ৰম বিভাজন আছিল সীমিত। মুদ্ৰাৰ সীমিত প্ৰচলনৰ ফলত টকা-পইচা থকা মানুহৰ সংখ্যা আছিল কম। বেপাৰ-বাণিজ্য তথা উৎপাদনৰ কামত টকা-পইচাৰ প্ৰয়োজন। টকা-পইচাৰ অভাৱৰ ফলত বেপাৰ বাণিজ্যৰ পৰিসৰ তেনেই ঠেক আছিল। মানুহে বেছিভাগ বস্তু বিনিময় কৰি লৈ তাৰ মাজেদি তেওঁলোকৰ চাহিদা পূৰণ কৰিছিল। কেৱল বৈদেশিক-বাণিজ্যৰ ক্ষেত্ৰতহে টকা-পইচাৰ প্ৰয়োজন হৈছিল। এই সীমিত গণ্ডীৰ ভিতৰতে বৰপেটাত এটা বেপাৰী শ্ৰেণী গঢ় লৈ উঠিছিল। বৰপেটাৰ চাৰিওফালে নদী থকা বাবে প্ৰাক্ বৃটিছ কালত নাৱেৰে অহা যোৱা কৰাটো সুচল আছিল। আনকি বৃটিছ শাসনৰ আদি কালছোৱাতো, বিশেষকৈ ৰেল লাইন হৈ নুঠালৈকে অসমত নদীবোৰেই আছিল যাতায়তৰ পথ। "নামনিলৈ অসমত জলপথৰ ব্যৱস্থা অতি সুচল আছিল। মূল নদ ব্ৰহ্মপুত্ৰৰ বহু উপনদী উত্তৰ-ভূটান পাহাৰৰ নামনি আৰু দক্ষিণে গাৰোপাহাৰৰ নামিনলৈ নাও চলাচলৰ উপযোগী (বিশেষকৈ বাৰিষা কালত) আছিল। সেইবোৰেদি বেহাবেপাৰ চলিছিল। ...উত্তৰ কামৰূপৰ প্ৰায় কেইখন উপনদীয়ে চাউলখোৱাত পৰিছিল। চাউলখোৱা গৈ হাদিৰাচকীৰ ওচৰৰ গোৱালপাৰা-কামৰূপৰ সীমাত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে গোৱালপাৰাৰ উপৰি মানাহ নদীত লগ লাগি ব্ৰহ্মপুত্ৰত পৰিছিল। নাৱেৰে কৰা ব্যৱসায়ৰ অন্যতম কেন্দ্ৰ বৰপেটা এই চাউলখোৱাৰ পাৰত অৱস্থিত[২৩]।

Imperial Gazetter 1904 ত অসমৰ দুখন ঠাই শুৱালকুছি আৰু বৰপেটাক বাণিজ্য প্ৰধান বুলি উল্লেখ কৰা আছে। অতীতৰ পৰা বৰপেটাত কমাৰ, কুমাৰ, কহাঁৰ, হীৰা, বনিয়া (সোণাৰী), বাঢ়ৈ আদি বৃত্তিগত কাম কৰা লোক আছিল। ইয়াৰ উপৰিও ই আছিল বয়ন শিল্পৰ বাবে বিখ্যাত। প্ৰতি ঘৰে ঘৰে কাপোৰ বোৱা শাল আছিল আৰু প্ৰতিঘৰ মানুহে নিজৰ প্ৰয়োজনীয় কাপোৰ বুই উলিয়াওৱাৰ উপৰিও বিক্ৰীৰ বাবেও তৈয়াৰ কৰিছিল। এইবোৰ শিল্প সৃষ্ট বস্তু নাৱেৰে লৈ গৈ ধান, সৰিয়হ আৰু অন্যান্য প্ৰয়োজনীয় বস্তুৰ লগত সলাই লোৱা হৈছিল। এইদৰে নাওৰে কৰা ব্যৱসায় আৰম্ভ হৈছিল। "পূৰ্ববঙ্গ আৰু বৰপেটাৰ মাজত নাৱৰ বেপাৰ পোনপটিয়াকৈ চলিছিল। পূৰ্ববঙ্গৰ পৰা ভাচানীয়া বেপাৰীয়ে অন্য সামগ্ৰীৰ ভিতৰত লোণ, নাৰিকল আৰু আন আন বেলেগ সামগ্ৰী আনিছিল আৰু ইয়াৰ পৰা ধান- সৰিয়হ ইত্যাদি লৈ গৈছিল। এনে বেপাৰী মহাজনসকলৰ মাজেৰে যোগাযোগ যথেষ্ট আছিল। এনে বণিজ প্ৰক্ৰিয়াৰ মাজত দালাল শ্ৰেণী এটাৰো

সৃষ্টি হৈছিল। এই বণিজ দেশ বিভাজনৰ আগলৈকে আছিল।" "অতীতত বৰপেটাৰ কমাৰ, কুমাৰ, বনিয়া (সোণাৰীসকলে) খৰালি কাল পৰাৰ লগে লগে নিজৰ নিজৰ 'গঢ়শাল'বোৰ লৈ ভিতৰুৱা গাঁৱবিলাকত সোমাইছিল আৰু মানুহৰ প্ৰয়োজনীয় বিভিন্ন সামগ্ৰী তৈয়াৰ কৰিছিল। তেওঁলোকে তেওঁলোকৰ গঢ়শালসমূহ দৌলৰ আগে আগে উঠাই বৰপেটালৈ উভতিছিল। বিনিময়ত গাঁৱ অঞ্চলৰ পৰা ধান, সৰিয়হ আৰু অন্যান্য প্ৰয়োজনীয় সামগ্ৰী লৈ আহিছিল[২৪]।"

অষ্টাদশ শতিকাত সদৌ অসমৰ লগতে বৰপেটা অঞ্চলৰ অৰ্থনৈতিক অৱস্থা আৰু বেপাৰ-বাণিজ্য সম্পৰ্কে Welsh report ৰ পৰা কিছু আভাস পাব পাৰি। Captain T. Welsh আহিছিল মোৱামৰীয়া বিদ্ৰোহ দমনৰ বাবে আহোম ৰজাৰ আমন্ত্ৰণত। তেওঁ অনেক দিন অসমত আছিল আৰু অসমৰ অভ্যন্তৰত ঘূৰি-পকি এই দেশৰ বাণিজ্য সম্ভাৱনাৰ এটা বুজ লৈছিল। তেওঁৰ উদ্যোগতে আহোম স্বৰ্গদেউ আৰু ইষ্ট ইণ্ডিয়া কোম্পানীৰ মাজত ১৭৯৩ চনৰ ২৮ ফেব্ৰুৱাৰী তাৰিখে এখন বাণিজ্য-চুক্তি স্বাক্ষৰিত হয়[২৫]। এই চুক্তিয়ে অসমৰ লগত বাহিৰৰ যোগাযোগ বৃদ্ধি কৰে আৰু ভাটিৰ ফালৰ ব্যৱসায়ীসকলক আকৰ্ষিত কৰে। অসমৰ ঠায়ে ঠায়ে বঙালী, বিহাৰী আৰু মাৰোৱাৰী ব্যৱসায়ী আহি বেপাৰ-বাণিজ্য আৰম্ভ কৰে। Captain Welshয়ে অসম সম্পৰ্কে যি প্ৰতিবেদন যুগুত কৰিছিল তাৰ পৰা অসমৰ সেই সময়ৰ কৃষি, বাণিজ্য, শিল্প ইত্যাদি সম্পৰ্কে কিছু কথা জানিব পৰা যায়। Welsh report মতে অসমৰ মাটি, ধান, সৰিয়হ, তামোল, পাণ, জালুক, আদা, কুঁহিয়াৰ ইত্যাদি বিভিন্ন খেতিৰ বাবে অতি উপযোগী আছিল। ইয়াৰ উপৰিও হাবিবোৰত প্ৰচুৰ পৰিমাণে লা উৎপাদন হৈছিল। অসমৰ মুগাসূতা অতীজৰ পৰা বিখ্যাত আছিল আৰু অসমৰ মুগাৰ বেঙ্গল আৰু অন্যান্য ৰাজ্যত যথেষ্ট চাহিদা আছিল। Welshয়ে অসমৰ ব্ৰহ্মপুত্ৰকে আদি কৰি অন্যান্য অসংখ্য সৰু-বৰ নদীৰে বেপাৰ-বাণিজ্যৰ বিপুল সম্ভাৱনা দেখিছিল। তেতিয়াও আমাৰ দেশত ৰেলপথ হোৱা নাছিল নাইবা সুবিধাজনক ৰাস্তা-ঘাট নাছিল। বৰপেটা অঞ্চল বেপাৰ-বাণিজ্যৰ কাৰণে বিখ্যাত আছিল। এই কথা চৰিত পুথিতো পোৱা যায়। শ্ৰীশ্ৰীমাধৱদেৱৰ মুখ্য শিষ্য মথুৰাদাস বুঢ়া আতা, যি আছিল বৰপেটা সত্ৰৰ প্ৰথম সত্ৰাধিকাৰ, তাঁতীসকলৰ মোড়ল বা মুখিয়াল আছিল। ঠিক তেনেদৰে শ্ৰীমন্ত শঙ্কৰদেৱৰ এজন প্ৰধান শিষ্য ভবানন্দ (নাৰায়ণদাস ঠাকুৰ আতা) আছিল এজন ব্যৱসায়ী। চৰিত পুথি অনুসৰি—"আৰু নাঞও বেহা কৰিলে। কালিৰামঃ ধৰমঃ ৰামধনঃ ভবানন্দ (অন্য এক নামৰ এজন) ঃ ৰঙ্গ ঃ আতা (নাৰায়ণদাস ঠাকুৰ আতা) ঃ বাকলিপো ঃ ৰামে সৈতে সাতজন বেহা বণিজ কৰে চাৰিওদ্বাৰে"। এই চাৰিও দুৱাৰে অৰ্থাৎ সীমাৰ কথা উল্লেখ আছে। "অচম, গাৰো, ভোট আৰু বঙাল ৰাজ্য। অৰ্থাৎ বাণিজ্য ক্ষেত্ৰ আছিল পূবে আহোম ৰাজ্য, উত্তৰে ভোট, দক্ষিণে গাৰোপাহাৰ আৰু পশ্চিমে বঙ্গদেশ[২৬]। এই কথা নিঃসন্দেহে কব পাৰি যে সোতৰ আৰু ওঠৰ শতিকাত পুৰণি কামৰূপ জিলাৰ

বিভিন্ন ঠাই যেনে শুৱালকুছি, হাজো, ৰামদিয়া, সৰ্থেবাৰী, বৰপেটা ইত্যাদি বিভিন্ন ঠাইত এক বণিক শ্ৰেণী তৈয়াৰ হৈছিল। ১৭৯৩ চনৰ বাণিজ্য চুক্তিৰ ফলত বিভিন্ন বেপাৰ-বাণিজ্যৰ পৰিমাণ যথেষ্ট বৃদ্ধি পাইছিল। সৰ্থেবাৰীৰ কাঁহ-শিল্পত উৎপাদিত বিভিন্ন বাচন-বৰ্তনৰ অসমৰ বাহিৰতো যথেষ্ট চাহিদা আছিল। ১৯০৪ চনৰ Imperial Gazetteerত অসমৰ দুখন ঠাই শুৱালকুছি আৰু বৰপেটা বাণিজ্য প্ৰধান বুলি উল্লেখ কৰা আছে[২৭]।

১৮২৬ চনৰ ইয়ান্দাবু সন্ধিৰ পিছত অসমৰ শাসনভাৰ বৃটিছৰ হাতলৈকে আহে। বৃটিছে ইতিমধ্যে ভাৰতৰ অন্যান ঠাইত পুঁজিবাদী অৰ্থনীতি স্থাপন কৰিছে আৰু শিল্প-কাৰখানা স্থাপন কৰি বৃহৎ মাত্ৰাত উৎপাদন আৰম্ভ কৰিছে। অসমৰ বৃটিছ ভাৰতত অন্তৰ্ভুক্তিয়ে পুঁজিপতি বেপাৰীসকলৰ কাৰণে বজাৰ উন্মুক্ত কৰি দিলে। অসমৰ অন্তৰ্ভুক্তিয়ে নতুন নতুন ক্ষেত্ৰত বিনিয়োগৰ সম্ভাৱনা আনি দিলে। বৃটিছসকলে অসম অধিকাৰ কৰাৰ আগতেই জানিছিল যে অসমৰ হাবিত প্ৰাকৃতিক পৰিবেশতে চাহ গছ গজে আৰু সেয়েহে চাহ বাগিচা বুলি বাণিজ্যিকভাৱে চাহৰ উৎপাদন কৰাৰ পুৰা সম্ভাৱনা আছে। এই কথাই বৃটিছ চাহবাগিচাৰ মালিকসকলক অসমত চাহ বাগানত বিনিয়োগ কৰাৰ কাৰণে উৎসাহী কৰিলে। অসমৰ উজনি ভাগত এই বৃটিছসকলে নাম মাত্ৰ খাজনাত বিস্তৰ পৰিমাণে মাটি লৈ চাহবাগিচা খোলা আৰম্ভ কৰিছিলে। মানৰ আক্ৰমণৰ পিছত অসমত মানুহৰ বসতি তেনেই সেৰেঙা হৈ পৰিছিল। কলেৰা, বসন্ত, কলাজ্বৰ আদিত পৰিও যথেষ্ট মানুহৰ মৃত্যু হৈছিল। গতিকে ঠাইবোৰত জনবসতি প্ৰায় নোহোৱাৰ নিচিনাই আছিল। বৃটিছ চাহখেতিয়কসকলৰ লগতে কিছু অসমীয়ালোকেও চাহ বাগিচা খোলাৰ উদ্যোগ লৈছিল। তেনেকুৱা এজন লোক হ'ল মণিৰাম দেৱান। চাহবাগিচা খোলাৰ লগে লগে মজুৰ হিচাপে এইবোৰত কাম কৰিবৰ বাবে উৰিষ্যা, বিহাৰ, উত্তৰপ্ৰদেশ, মধ্যপ্ৰদেশ আদিৰ পৰা জনজাতীয় লোকসকলক লৈ আহিছিল। চাহ-শিল্পই অসমৰ অৰ্থনীতিৰ ওপৰত যথেষ্ট প্ৰভাৱ পেলায়। চাহ-শিল্পৰ লগে লগে উজনি অসমত কয়লা, চাহৰ পেটি আৰু ৰেলৰ লাইন সজোৱাৰ বাবে কাঠ উদ্যোগ গঢ় লৈ উঠে। কিছুমান ভাটিৰ ফালৰ ব্যৱসায়ীয়ে অসমৰ জঙ্গলত অগৰ তৈয়াৰ কৰা কাৰখানা খোলে। অসমৰ হাবি-বননিবোৰত প্ৰচুৰভাৱে পোৱা শালকাঠ, চেগুন, গামেৰি আদি মূল্যবান কাঠ ঘৰ সজা আৰু চকী-মেজ, পালেং আদি তৈয়াৰ কৰা কামত ব্যৱহৃত হ'বলৈ ধৰে। এইবোৰৰ লগে লগে বেহাবেপাৰ গঢ় লৈ উঠে। চাহবাগিচাবোৰক কেন্দ্ৰ কৰি চাহ শ্ৰমিকৰ চাহিদা পূৰণ কৰাৰ বাবে কাপোৰকানিৰ পৰা আৰম্ভ কৰি বিভিন্ন পণ্য সামগ্ৰী বিক্ৰী কৰা দোকানবোৰ গঢ়ি উঠে।

বৃটিছসকলে ইংলেণ্ডত ৰেল লাইন প্ৰৱৰ্ত্তন কৰাৰ ঠিক পিছতেই ভাৰতবৰ্ষতো ৰেল ব্যৱস্থা চালু কৰে। ১৮৫৩ চনত পোন প্ৰথমবাৰৰ বাবে বোম্বে আৰু থানেৰ (Thane) মাজৰ ৩০ কি.মি. ৰেল লাইনত ৰেল গাড়ী চলোৱা হয়। ইয়াৰ পিছতে গোটেই দেশতে বিভিন্ন বৃটিছ কোম্পানীয়ে ৰেল লাইন বহুওৱা কাম আৰম্ভ কৰে যাৰ ফলস্বৰূপে উনবিংশ

শতিকাৰ শেষ পৰ্যায়ত গোটেই দেশতে ৫৩,৬০০ কি.মি. ৰেল লাইন গঢ়ি উঠে।

অসমত ইংৰাজ চৰকাৰে চাহ-বাগিচাসমূহত উৎপাদিত চাহপাত নিজ দেশলৈ ৰপ্তানি কৰাৰ স্বাৰ্থতে ৰেললাইন প্ৰতিষ্ঠা কৰিছিল। সেয়েহে প্ৰথমতে চৰকাৰে অসমৰ চাহ-বাগিচাসমূহক চট্টগ্ৰামৰ বন্দৰৰ লগত সংযুক্ত কৰাৰ কাৰণে ৰেল লাইন খুলিছিল। পিছত অৱশ্যে চট্টগ্ৰামৰ ঠাইত কলিকতা বন্দৰেহে বেছি গুৰুত্ব লাভ কৰে। অসমত প্ৰথম ৰেল লাইনটো আছিল ডিব্ৰুগড়ৰ পৰা জয়পুৰলৈ। এই ৰেল লাইনৰ মুখ্য উদ্দেশ্য আছিল চাহবাগিচাৰ বাবে প্ৰয়োজনীয় কয়লা পৰিবহন কৰা। ১৯০১ চনত কলিকতা আৰু ধুবুৰীৰ মাজত ৰেল সংযোগ হয়। ১৯১০-১১ চনত এই লাইন আমিনগাঁৱলৈ সম্প্ৰসাৰিত হয়। ১৯৬৪ চনৰ আগলৈকে ব্ৰহ্মপুত্ৰ নদত কোনো দলং নাছিল। ১৯৬২ চনত চীনৰ লগত হোৱা যুদ্ধৰ ফলত অসমৰ পৰিবহন ব্যৱস্থা কিমান দুৰ্বল সেই কথাটো ওলাই পৰে। ইয়াৰ পিছতেই ততাতৈয়াকৈ এই দলঙৰ ব্যৱস্থা কৰা হয়।

ৰেল লাইন স্থাপন আৰু ইয়াৰ সম্প্ৰসাৰণে অসমৰ উন্নতিত বিপুলভাৱে অৰিহণা যোগায়। নিয়োগ বৃদ্ধিৰ বাট মুকলি হয় আৰু বেপাৰ-বাণিজ্যৰ সমৃদ্ধি ঘটে। চৰকাৰী দপ্তৰসমূহত নতুন কামৰ সৃষ্টি হয়। কিন্তু প্ৰথম অৱস্থাৰ এই চাকৰি-বাকৰিৰ সুবিধা অসমৰ স্থানীয় যুৱকে ল'ব নোৱাৰিলে। এই দপ্তৰসমূহত বঙালীসকলেহে চাকৰিত নিয়োগৰ সুবিধা লাভ কৰিছিল। ইয়াৰ মূল কাৰণ আছিল অসমীয়া মানুহৰ মাজত আধুনিক শিক্ষাৰ প্ৰতি থকা অনীহা। বঙ্গদেশ অসমতকৈ বহুত আগতে বৃটিছ সাম্ৰাজ্যভুক্ত হোৱা বাবে আৰু সেই ৰাজ্যত আধুনিক শিক্ষা ব্যৱস্থা অসমতকৈ বহুত আগতে প্ৰতিষ্ঠা হোৱা বাবে বহুতো বঙালী যুৱকে আধুনিক শিক্ষাত শিক্ষিত হৈ ওলাইছিল। তদুপৰি সেই সময়ত বঙ্গদেশৰ চিলেট জিলা অসমৰ অন্তৰ্ভুক্ত হৈ থকা বাবে সেই জিলাৰ শিক্ষিত যুৱকচামেহে চাকৰি-বাকৰিৰ ক্ষেত্ৰত অধিক সুবিধা পাইছিল।

ৰেল লাইনৰ সম্প্ৰসাৰণ, চাহ, কয়লা, কাঠ আদিৰ বাণিজ্যিক ভিত্তিত উৎপাদন, আধুনিক বেহা-বেপাৰ আৰু মুদ্ৰা-অৰ্থনীতিয়ে অসমৰ অৰ্থনীতিৰ বিপুলভাৱে পৰিবৰ্ত্তন আনে। বৃটিছ চৰকাৰে অনাবাদী আৰু পতিত মাটিসমূহত পট্টন দিয়াৰ বাবে পূৰ্ববঙ্গৰ মুছলমান খেতিয়কসকলক অসমলৈ আহিবলৈ উদ্‌গনি দিয়ে। সেই সময়ত পূৰ্ববঙ্গ জমিদাৰী ব্যৱস্থাৰ অধীনত থকা বাবে সাধাৰণ খেতিয়ক প্ৰজাৰ হাতত মাটি নাছিল। তদুপৰি সাধাৰণ কৃষক প্ৰজা নানাবিধ শোষণ-অত্যাচাৰৰ বলি হ'বলগীয়া হৈছিল। ঊনৈশ শতিকাৰ শেষ ভাগৰ পৰাই এই কৃষক প্ৰজাসকলৰ প্ৰব্ৰজন আৰম্ভ হৈছিল যদিও কুৰি শতিকাৰ প্ৰথম চাৰিটা দশকত প্ৰব্ৰজনৰ পৰিমাণ আছিল আটাইতকৈ বেছি। এই মানুহখিনিয়ে বৰ্তমান ব্ৰহ্মপুত্ৰৰ চৰ-চাপৰি অঞ্চলত বসতি স্থাপন কৰিছে। অসমৰ কৃষি-অৰ্থনীতি এই মুছলীম কৃষকসকলে প্ৰধানকৈ গঢ় দিয়া বুলি ক'ব পাৰি। এওঁলোকৰ জনসংখ্যা বৃদ্ধিৰ ফলত এওঁলোকে অসমৰ বিভিন্ন জিলাত ব্ৰহ্মপুত্ৰৰ চৰ-চাপৰি অঞ্চলৰ বাহিৰেও ভিতৰুৱা অঞ্চলতো মাটি-বৃত্তি

কিনি বসতি স্থাপন কৰা দেখা গৈছে। এই অভিবাসী মুছলমানসকলৰ বসতি প্ৰধানকৈ ধুবুৰী, বৰপেটা, মঙ্গলদৈ আৰু নগাঁও জিলাত বুলি কব পাৰি; যদিও বৰ্তমান লক্ষীমপুৰ জিলাতো এওঁলোকৰ বসতি বৃদ্ধি হোৱাটো পৰিলক্ষিত হৈছে।

প্ৰথম অৱস্থাত অসমীয়া মধ্যবিত্ত মানুহে অভিবাসী মুছলমানসকল অসমলৈ অহা কথাটোত সমৰ্থন কৰিছিল। কাৰণ এইলোকসকলৰ বসতিৰ ফলত হাবি-জঙ্গল ফৰকাল হ'ব আৰু বিভিন্ন বেমাৰ-আজাৰৰ উপদ্ৰৱ কমিব। কিন্তু এই লোকসকলৰ জনসংখ্যা বৃদ্ধিৰ লগে লগে স্থানীয় লোকসকলৰ লগত মাটি-বৃত্তিকে আদি কৰি বিভিন্ন বিষয়ত বিৰোধ বৃদ্ধি হ'বলৈ ধৰে। এই বিৰোধ আৰু বেছিকৈ বৃদ্ধি নাপায় তাৰবাবে চৰকাৰে লাইন প্ৰথাৰ ব্যৱস্থা কৰে।

২০০১ চনৰ লোকপিয়ল মতে অসমত মুছলমান লোকৰ সংখ্যা ৮২,৪০,৬১১ জন আৰু ই অসমৰ মুঠ জনসংখ্যাৰ শতকৰা ৩০,৯২ শতাংশ। বৰপেটা জিলাৰ মুঠ জনসংখ্যা ১৬,৪৭,২০১ৰ বিপৰীতে ৯,৭৭,৯৪৩ জন মুছলমান আৰু ই মুঠ জনসংখ্যাৰ ৫৯.৩৭ শতাংশ। কিন্তু ১৯৭১ চনৰ লোকপিয়লৰ সময়লৈকে জিলাখনত হিন্দুধৰ্মীয় লোকৰ সংখ্যা মুছলমানলোকৰ সংখ্যাতকৈ কম নাছিল। এই বৃদ্ধি ব্যাপক প্ৰব্ৰজনৰ ফলত হোৱা বুলি কোনো কোনো মহলে আশংকা প্ৰকাশ কৰে। ১৯৮০ ৰ দশকৰ পৰা অসমত বিদেশী বিতাড়নৰ নামত চলা আন্দোলনৰ মূল কাৰণো এইটোৱেই। ব্ৰহ্মপুত্ৰ আৰু বেকী নদীৰ চৰ-চাপৰি অঞ্চলত চলা ব্যাপক গৰাখহনীয়া আৰু বানপানীৰ ফলত এই অঞ্চলসমূহত বাস কৰা লোকসকলে সততে ঠাই সলাই ফুৰিবলগীয়া হোৱা বাবে এওঁলোকৰ আলাই-আথানিৰ অন্ত নাইকিয়া হৈছে। এওঁলোকৰ বহুতেই বৰ্তমান অসমৰ বিভিন্ন নগৰত গৈ ঠেলা, ৰিক্সা চলোৱাৰ পৰা আৰম্ভ কৰি অন্যান্য সৰু-সুৰা কাম কৰি জীৱিকা নিৰ্বাহ কৰিবলগীয়া হৈছে। এওঁলোকৰ কিছুমানে কামৰ সন্ধানত আনকি কলিকতা, দিল্লী ইত্যাদি চহৰলৈও প্ৰব্ৰজন কৰিছে।

বৃটিছ ৰাজত্বকালত অসমত কলিকতা (কলকাতা) চহৰৰ পশ্চাৎভূমি হিচাপে ব্যৱহাৰ কৰা হৈছিল। অসমৰ বিভিন্ন ঠাইত উৎপাদিত সামগ্ৰীসমূহ কলিকতা বন্দৰেদি দেশৰ বাহিৰলৈকে পঠোৱা হৈছিল। এনেকুৱা ৰপ্তানিজাত সামগ্ৰীবোৰ আছিল প্ৰধানকৈ চাহ আৰু মূল্যবান কাঠ। বৰপেটা জিলাৰ দ অঞ্চলসমূহ মৰাপাট খেতিৰ কাৰণে বিখ্যাত আছিল। এইবোৰ মাটিত উৎকৃষ্ট মৰাপাট উৎপাদন হৈছিল আৰু এইবোৰ কলিকতালৈ ৰেল, জাহাজ ইত্যাদিৰে পঠোৱা হৈছিল। কলিকতাত থকা জুট মিলসমূহত এই মৰাপাটৰ পৰা বস্তা-মোনা ইত্যাদি তৈয়াৰ কৰা হৈছিল। এটা সময়ত এই সামগ্ৰীসমূহৰ পৃথিৱীজোৰা চাহিদা আছিল। কিন্তু বৰ্তমান বিকল্প সামগ্ৰী উদ্ভাৱন হোৱাৰ ফলত মৰাপাটৰ সামগ্ৰীৰ চাহিদা কমি গৈছে। এটা সময়ত বৰপেটা জিলাৰ তাৰাবাৰী আছিল মৰাপাট বিক্ৰি কৰা বিখ্যাত কেন্দ্ৰ। মৰাপাট কিনাৰ বাবে কেইবাটাও মাৰোৱাৰীৰ বৃহৎ গোলা আছিল। কিন্তু

বৰ্তমান মৰাপাট বিক্ৰিৰ এই কেন্দ্ৰটোৰ চিনচাব নাইকিয়া হৈছে। আনহাতে মৰাপাটৰ দাম কমি যোৱাৰ ফলত মৰাপাট খেতি কৰাটো এতিয়া লোকচানজনক হৈ পৰিছে। এসময়ত মৰাপাট উৎপাদনৰ ক্ষেত্ৰত জিলাখনৰ নাম বৈ বৈ যোৱা আছিল যদিও ইয়াত কোনো মৰাপাটৰ কাৰখানা স্থাপন নোহোৱাটো লক্ষণীয় বিষয়। এটা সময়ত সৰভোগ চহৰৰ ওচৰৰ গুৱাগাছাত সমবায়খণ্ডত মৰাপাট কল স্থাপন কৰাৰ যো-জা চলালেও আৰু তাত আধাৰশিলা স্থাপন কৰা হ'লেও এই উদ্যোগে পোহৰৰ মুখ দেখা নেপালে।

বৃটিছ শাসনৰ কালছোৱাত অসমৰ অন্যান্য ঠাইৰ নিচিনাকৈ বৰপেটাতো এটা মধ্যবিত্ত শ্ৰেণী তৈয়াৰ হয়। এই মধ্যবিত্ত শ্ৰেণীৰ ভিতৰত আছিল চৰকাৰী আমোলা, শিক্ষক, উকীল, তৰুণী, ব্যৱসায়ী, ঠিকাদাৰ আদি লোক। বৰপেটা নগৰৰ লগত নাৱেৰে বেপাৰ-বাণিজ্য কৰা সুচল কাৰণে অতীজৰে পৰা এই নগৰত এটা ব্যৱসায়ী শ্ৰেণী আছিল যিসকলে ভাটিৰ ফালে ঢাকা, চট্টগ্ৰাম, কলিকতা ইত্যাদি চহৰৰ লগত বেপাৰ কৰিছিল। এই বেপাৰী শ্ৰেণীটোৱে আছিল বিভিন্ন পৰিৱৰ্তনৰ বাৰ্তাবাহক। অতি সামান্যসংখ্যক লোকে সৰু-সুৰা উদ্যোগ প্ৰতিষ্ঠা কৰাৰ চেষ্টাও কৰিছিল। ১৮৮০-৮১ চন মানতে স্বৰ্গীয় গোবিন্দৰাম চৌধুৰীয়ে (তহচিলদাৰ) কপাহৰ পৰা গুটি উলিওৱা (Cotton ginning factory) প্ৰতিষ্ঠান এটা স্থাপন কৰিছিল। পণ্ডিত প্ৰবৰ স্বৰ্গীয় নাৰায়ণ দেৱ মিশ্ৰই 'শাস্ত্ৰ প্ৰকাশ প্ৰেছ' নাম দি এটা প্ৰেছ স্থাপন কৰিছিল। আনকি তেখেতে কেইজনমান অংশীদাৰ গোটাই লৈ মটৰ গাড়ীও চলোৱাৰ ব্যৱস্থা কৰিছিল। স্বৰ্গীয় বলভদ্ৰ পাঠক, ঁৰামচৰণ মেধি, ঁগজেন ব্ৰহ্মচাৰী, ঁমনমোহন দাস, ঁহংসৰাম চৌধুৰী ইত্যাদি আছিল মটৰ-বাছ উদ্যোগটোৰ বাটকটীয়া। এটা সময়ত বৰপেটাত এই উদ্যোগটোৱে ঠন ধৰি উঠিছিল। বাছ গাড়ীৰ বোডি (Body) তৈয়াৰ কৰাৰ ক্ষত্ৰত বৰপেটাৰ কেইখনমান প্ৰতিষ্ঠানৰ যথেষ্ট সুনাম আছিল আৰু অসমৰ বিভিন্ন ঠাইৰ পৰা অৰ্ডাৰ পাইছিল। কিন্তু বৰ্তমান বিভিন্ন কাৰণত এই উদ্যোগটোৰ অৱস্থা পৰি আহিছে। ইয়াৰ উপৰিও এটা সময়ত বৰপেটাৰ হাতী দাঁতৰ শিল্প অতি নাম কৰা আছিল। কিন্তু বৰ্তমান হাতী মৰা নিষিদ্ধ হোৱাৰ পিছত হাতীদাঁত পাবলৈকে নাইকিয়া হৈছে আৰু এই উদ্যোগটো এতিয়া এটা মৃত উদ্যোগত পৰিণত হৈছে। অতীজৰে পৰা বৰপেটা আতচ্‌বাজী তৈয়াৰ কৰাৰ কামত বিখ্যাত আছিল আৰু এতিয়াও এই নগৰৰ কেইবাটাও পৰিয়ালে বিভিন্ন আতচ্‌বাজীৰ সামগ্ৰী তৈয়াৰ কৰে আৰু এইবোৰৰ অসমৰ বিভিন্ন ঠাইত, আনকি অসমৰ বাহিৰতো যথেষ্ট নাম আছে।

স্বাধীনতাৰ পৰৱৰ্ত্তী কালছোৱাত ভাৰতে পুঁজিবাদী বিকাশৰ পথ গ্ৰহণ কৰিলে। পুঁজিবাদী ব্যৱস্থাত দেশৰ কিছুমান ঠাইতহে পুঁজিপতিসকলে শিল্পৰ বিকাশ ঘটায়। বৃটিছ শাসন কালত ভাৰতবৰ্ষৰ ৰাজধানী আছিল কলিকতা। সেয়েহে কলিকতাক কেন্দ্ৰ কৰি শিল্প আৰু ব্যৱসায়-বাণিজ্য গঢ়ি উঠিছিল। সেই সময়ত অসম আছিল কলিকতাৰ বাণিজ্যিক কেন্দ্ৰৰ পশ্চাৎভুমি। স্বাধীনতাৰ পিছৰ কালছোৱাত ভাৰতৰ পুঁজিপতি শ্ৰেণীয়ে মুম্বাই,

দিল্লী, চেন্নাই, বাঙ্গালোৰ আদি ঠাইতহে শিল্প গঢ়ি তোলাত গুৰুত্ব দিয়ে। সেয়েহে উদ্যোগীকৰণৰ ক্ষেত্ৰত পূৰ্ব ভাৰতৰ লগতে পূৰ্বোত্তৰ ভাৰতৰো গুৰুত্ব যথেষ্ট পৰিমাণে কমি যায়। অসমত থলুৱা কেঁচামালৰ ভিত্তিত তেল শোধনাগাৰ, গেচ ভিত্তিক উদ্যোগ ইত্যাদি গঢ় লৈ উঠিছে। অসম চুক্তি অনুযায়ী অসমত গেচ ক্ৰেকাৰ প্ৰতিষ্ঠা কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা স্বত্বেও এতিয়ালৈকে ই কাৰ্য্যত পৰিণত হোৱা নাই। অসম প্ৰাকৃতিক সম্পদৰ ক্ষেত্ৰত যথেষ্ট চহকী। এই সম্পদসমূহ কামত খটুৱাই বিভিন্ন উদ্যোগ গঢ়ি তোলাৰ সম্ভাৱনা আছে। বৰপেটা জিলাৰ মাটি যথেষ্ট সাৰুৱা আৰু এই মাটিত ধান, মাহ, সৰিয়হ, নেমুটেঙা, কুঁহিয়াৰ ইত্যাদি প্ৰচুৰ পৰিমাণে উৎপাদন কৰিব পাৰি। এই সামগ্ৰীবোৰৰ ভিত্তিত বিভিন্ন উদ্যোগো গঢ়ি তুলিব পাৰি।

ইয়াৰ উপৰিও জিলাখনত মাছ উৎপাদনৰ বাবে প্ৰচুৰ সম্ভাৱনা আছে। অসমে বছৰত প্ৰায় ২০০ কোটি টকাৰ মাছ অন্ধ্ৰপ্ৰদেশৰ পৰা কিনে; কিন্তু বৰপেটা জিলাখনত যিমান জলসম্পদ আছে তাক সঠিকভাৱে কামত লগালে অসমত মাছৰ ক্ষেত্ৰত বৰ্তমান যি ঘাটি আছে সেয়াতো নাইকিয়া হ'বই ; আনকি অসমৰ বাহিৰলৈও মাছ ৰপ্তানি কৰিব পৰা যাব। বৰপেটা জিলাত বৰ্তমান ২৩ টা পঞ্জীকৃত বিল আৰু ১৫টা নদী ফিছাৰী আছে[২৮]। ইয়াৰ উপৰিও জিলাখন প্ৰচুৰ খাল, বিল ইত্যাদিৰে ভৰ্ত্তি। বৰ্তমান জিলাখনত কেবাহাজাৰো লোকে নিজা মাটিত পুখুৰী খান্দি মাছ উৎপাদন কৰি আছে। মাছ পোহাটো এটা অতি লাভজনক ব্যৱসায় আৰু জিলাখনৰ শিক্ষিত নিবনুৱা যুৱকসকলে যদি এই লাভজনক ব্যৱসায়ত হাত দিয়ে তেনেহ'লে নিজে স্বাৱলম্বী হোৱাৰ উপৰিও নিয়োগৰ সুবিধা সৃষ্টি কৰি অইন দহজনকো কৰ্মসংস্থান দিব পাৰিব। মাছ উৎপাদনৰ ক্ষেত্ৰত ৰাজ্যখনৰ উজ্জ্বল ভৱিষ্যত আছে বুলি ক'ব পাৰি। এই ক্ষেত্ৰত অতি প্ৰয়োজনীয় কথা হ'ল Positive frame of mind গঢ়ি তোলা আৰু দ্বিধাদ্বন্দ্ব কাটি আগুৱাই যোৱা।

বৰ্তমানৰ বিশ্বায়ন প্ৰক্ৰিয়াই দিয়া সা-সুবিধাবোৰ গ্ৰহণ কৰি আমি আগুৱাই যোৱাৰ সম্ভাৱনা প্ৰবল। আমাৰ দৰে দেশত শ্ৰমৰ মজুৰি কম হোৱা বাবে আৰু ইউৰোপীয় দেশবোৰৰ তুলনাত মূল্যস্তৰ যথেষ্ট নিম্ন হোৱা বাবে জহা চাউল, বিভিন্ন শাক-পাচলি ইত্যাদি বিদেশলৈ ৰপ্তানি কৰিব পৰা যায়। ইতিমধ্যে অসমৰ বাঁহ-বেতৰ বিভিন্ন কামে ইউৰোপৰ বজাৰত সমাদৰ লাভ কৰিছে। অসমৰ মুগাৰো সাম্প্ৰতিক কালত বিশ্বৰ বিভিন্ন দেশত চাহিদা বৃদ্ধি পাইছে। নতুন প্ৰযুক্তি বিদ্যাৰ সহায়ত মুগা পুহি আৰু উন্নত পদ্ধতিৰে কাপোৰ বুই বিদেশত ৰপ্তানি কৰিব পৰা যায়। বৰ্তমান অসমৰ যুৱকসকলে নিৰাশাবাদী হৈ হাত সাবটি বহি থকাতকৈ এই সুযোগবোৰ গ্ৰহণ কৰাৰ বাবে আগবাঢ়ি অহা উচিত। বৰপেটাবাসীয়ো এই ক্ষেত্ৰত সচেষ্ট হোৱা উচিত। এনে কৰিলেহে বৰপেটাৰ পৰি অহা অৰ্থনীতিয়ে গা কৰি উঠিব আৰু সমাজৰ সামগ্ৰিক উন্নয়নৰ বাট মুকলি কৰি দিব।

## প্ৰাসঙ্গিক টোকা

১. Statistical Handbook of Assam. 2006

২. "Impact of Bank Erosion on the Socio-Economic life of the people in the Brahmaputra Flood plain"— by K. Goswami And A.C.

৩. Statistical Handbook of Assam, Goswami, 2006

৪. Do–2006

৫. Do–2006

৬. Do–2006

৭. Socio-Economic life of the Char people, Assam – Edited by Ismail Hussain (Sr) Chief Editor-Page-93

৮. Impact of Bank Erosion on Socio-Economic Life – K Goswami & A.C. Goswami.

৯. বৰপেটাৰ বুৰঞ্জী—দিগম্বৰ দাস পৃঃ ৬

১০. Statistical Handbook of Assam, Page-32

১১. বৰপেটাৰ বুৰঞ্জী — দিগম্বৰ দাস পৃঃ ১৪

১২. ঐ — " পৃঃ ১৪

১৩. Statistical Handbook of Assam 2006 পৃঃ ১৪

১৪. বৰপেটাৰ বুৰঞ্জী — দিগম্বৰ দাস পৃঃ ১৮

১৫. ঐ — " পৃঃ ২৭

১৬. ঐ — " পৃঃ ২২

১৭. ঐ — " পৃঃ ৩১

১৮. অসমৰ সমাজ ইতিহাসত নৱবৈষ্ণৱবাদ — অনিল ৰায়চৌধুৰী - পৃঃ ১১৮

১৯. ঐ

২০. অনিল ৰায়চৌধুৰীৰ 'অসমৰ সমাজ ইতিহাসত নৱ বৈষ্ণৱবাদ'গ্ৰন্থৰ পৰা, পৃঃ ১২০

২১. শ্ৰীশ্ৰীমথুৰাদাস বুঢ়া আতাৰ ৫১৮তম জয়ন্তীত প্ৰকাশিত স্মৰণিকাত শ্ৰীঅক্ষয় কুমাৰ মিশ্ৰদেৱে লিখা প্ৰবন্ধ 'আত্মতত্ত্বদৰ্শী পুৰুষ শ্ৰীশ্ৰীমথুৰাদাস বুঢ়া আতা'ৰ পৰা উদ্ধৃত।

২২. নামনি অসমৰ মধ্যশ্ৰেণী — অনিল ৰায়চৌধুৰী — পৃঃ ১৬৮

২৩. ঐ — " — পৃঃ ১৬৮

২৪. ঐ — " — পৃঃ ১১৭

২৫. ঐ — " — পৃঃ ১১১

২৬. ঐ — " — পৃঃ ১১৫

২৭. ঐ — " — পৃঃ ১১৭

২৮. Statistical Hand Book, Assam 2006



# বৰপেটাৰ বৌদ্ধিক পৰিমণ্ডল ঃ শিক্ষা

**জগন্নাথ দাস**

## আগকথা

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ, শ্ৰীশ্ৰী মাধৱদেৱ, গুণী-জ্ঞানী শিষ্য-ভকত সমন্বিতে উজনিৰ পৰা ব্ৰহ্মপুত্ৰৰে ভটিয়াই আহি বৰপেটা, পাটবাউসী, গণককুছি, সুন্দৰীদিয়া, বাৰাদি আদিত বহু বছৰ স্থায়ীভাৱে থিতাপি লোৱাটো গোটেই অঞ্চলটোৰ বাবে এটি যুগান্তকাৰী পৰিঘটনা।

শ্ৰীমন্ত শংকৰদেৱ প্ৰবৰ্ত্তিত একশৰণ হৰিনাম ধৰ্ম-সংস্কৃতিত শৰণাপন্ন হোৱা সমাজখনৰ সামাজিক, আধ্যাত্মিক, আচাৰ-নীতি, শিক্ষা-দীক্ষা সকলো দিশতে নতুনত্ব আহিছিল। প্ৰাক-শংকৰী যুগৰ এইবোৰ ঠাইত প্ৰচলিত তন্ত্ৰ-মন্ত্ৰ, জৰাফুকা, বলিবিধান, যাগ-যজ্ঞ আদিৰো অন্ত পৰিছিল ।

শংকৰী যুগৰ (খৃঃ ১৪৬৮-১৮২৬) ধৰ্মৰ আধাৰত ৰচিত শাস্ত্ৰবোৰৰ ধ্যান- ধাৰণা আৰু সত্ৰ-সংস্কৃতিৰ প্ৰভাৱ শিক্ষা ব্যৱস্থাত প্ৰতিফলিত হৈছিল। সত্ৰৰ চৌহদতে সত্ৰ-সংস্কৃতিৰ লগে লগে ভাষা, ব্যাকৰণ, হিচাপ আদিৰো শিক্ষাদানৰ ব্যৱস্থা আছিল।

ইংৰাজৰ শাসন কালত বৰপেটাত বৃটিছ আৰ্হিৰ প্ৰাথমিক আৰু মাধ্যমিক বিদ্যালয় স্থাপন হৈছিল উনৈশ শতিকাৰ শেষৰ ফালে। ইয়াৰ প্ৰাক-কালৰ বৰপেটাৰ মানুহৰ শিক্ষা সম্পৰ্কে ১৮৫১ চনত প্ৰকাশিত তেতিয়াৰ কামৰূপৰ প্ৰশাসনিক দায়িত্বত থকা কেপ্তেইন ই. টি. ডেলটনৰ টোকাত এনেদৰে আছে— 'শিক্ষাৰ ক্ষেত্ৰত বৰপেটাত আখৰ পঢ়িব জনা আৰু লিখিব জনা মানুহৰ সংখ্যা, জনসংখ্যা অনুপাতে আন অসমীয়াতকৈ যথেষ্ট বেছি। নতুন প্ৰজন্মৰ সকলোৱে অক্ষৰজ্ঞান সম্পন্ন যেন লাগে'[১]।

### শ্ৰীশ্ৰী শংকৰদেৱে বৰপেটাত কেইজনমান ছাত্ৰক দেখা পাইছিল ঃ

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ প্ৰথম পদ স্পৰ্শৰে ধন্য বৰপেটা বিলৰ পালেংদি বৰি। ১৪৬৮ শকত নাৱেৰে গয়াজানেৰে সোমাই এই ঠাইত পাঁচটি শুভচিন দেখি নাও চপাইছিল।

১। দলাহাটী নিম্ন বুনিয়াদী স্কুলৰ শতবৰ্ষোত্তৰ ৰূপালী জয়ন্তী স্মৃতিগ্ৰন্থ, শ্ৰীঅনিল ৰায়চৌধুৰী

এই শুভচিন কেইটাৰ এটি আছিল হাতত ফলিপুথিলৈ স্কুললৈ যোৱা কেইজনমান ছাত্ৰ।

**মথুৰাদাস বুঢ়াআতাই ইচ্ছাকুছিত আদি পাঠ শিকিছিল ঃ**

বৃন্দাবনী বস্ত্ৰ সৃষ্টিকেন্দ্ৰ তাঁতিকুছিৰ দক্ষিণফালে ইচ্ছাকুছিত এখন ছাত্ৰশালা আছিল আৰু তাতেই সনাতন কাইথ নামৰ পণ্ডিত এজনৰ পৰা গোপাল তাঁতীয়ে বুজন বয়সত শিক্ষা গ্ৰহণ কৰিছিল[২]।

**ৰমানন্দক শ্ৰীমাধৱদেৱে মজিন্দাৰী শিকাইছিল ঃ**

শ্ৰীমন্ত শংকৰদেৱৰ বৰপুত্ৰ ৰমানন্দই শ্ৰীমাধৱদেৱৰ পৰা সকলোখিনি "পৰলোক বিত্ত" শিকিবুজি লয় আৰু লগতে মজিন্দাৰী বিদ্যা শিকি চিলাৰায় দেৱানৰ অধীনত মজিন্দাৰ কৰ্মত কিছুদিন কাৰ্যনিৰ্বাহ কৰে। চৰিত-পুথিত পোৱা যায় মহাপুৰুষ মাধৱদেৱে বাণ্ডুকাত মজিন্দাৰী বিদ্যা শিকিছিল ঃ

বাণ্ডুকা নামত স্থান সুশোভন
ধৱলা নদীৰ তীৰে।
সি স্থানত বহি মজিন্দাৰ কৰ্ম
ৰাজাৰ আছিলা কৰি।। ৪৯৪ ।।
বিশেষত তেহো ভূঞা একজন
নাম ছিল মহোদৰ।
দীঘল পুৰিয়া আৰৱ গোবিন্দ
বৰকণা নামধৰ।।

... ... ...

দামোদৰ নামে তাহাৰ তনয়
ৰজাঘৰে নিয়োজিলা।

... ... ...

ভাতৃক দেখিয়া দামোদৰ মহামতি
মজিন্দাৰ কৰ্মে তাঙ্ক নিয়োজিলা তৈতি[৩]।।

মহাপুৰুষ শ্ৰীমাধৱদেৱৰ পিতৃ গোবিন্দগিৰী বাণ্ডুকাত ৰজাৰ মজিন্দাৰ কৰ্ম কৰিছিল। তেওঁৰ বৰপুত্ৰ দামোদৰেও পিতৃৰ পদতে ৰাজঘৰৰ মজিন্দাৰ আছিল। পৰৱৰ্তী কালত দামোদৰে ভাতৃ মাধৱক মজিন্দাৰী বিদ্যা শিকাই ৰজাৰ মজিন্দাৰ কৰ্মত কিছুদিন কাম কৰাইছিল।

চৰিত-পুথি অনুসৰি চক্ৰপাণি মজিন্দাৰ নামৰ পণ্ডিত এজনেও এই অঞ্চলত তেতিয়াৰ দিনত তেওঁৰ পাঠশালাত অন্যান্য বিষয়ৰ লগতে ছাত্ৰক মজিন্দাৰী শিক্ষাও দিছিল।

---

২। মহাপুৰুষীয়া ধৰ্মৰ পঞ্চৰত্ন — অৰ্জুন চন্দ্ৰ দাস।
৩। বৰচৰিত—দীননাথ বেজবৰুৱা, পৃঃ ৪০, ৪৩, ৬২

## উনবিংশ শতিকাত আৰম্ভ হোৱা নিম্ন বুনিয়াদী মজলীয়া আৰু হাইস্কুল ঃ

### ১নং দলাহাটী নিম্ন বুনিয়াদী বিদ্যালয় ঃ

· বৰপেটাত মহাপুৰুষ শ্ৰীশ্ৰী মাধৱদেৱে ১৫৮৩ চনত নামঘৰ প্ৰতিস্থা কৰে আৰু সেই সময়তে এখন পঢ়াশালিও স্থাপন কৰে। এই পঢ়াশালিত ভকতসকলক সাঁচিপতীয়া আছমা (অসমীয়া) আখৰ পঢ়া-লিখাৰ ব্যৱস্থা কৰে। সম্ভৱতঃ এইখনেই বৰপেটাত প্ৰথম পঢ়াশালি। এটা সময়ত এই বিদ্যালয়ৰ শিক্ষক নমল (নিৰ্মল) আতৈ বুঢ়া ভকতৰ দিনত এই সত্ৰৰ পঢ়াশালিত সত্ৰ-সংস্কৃতিৰ গীত-মাত আৰু অক্ষৰ লিখা, পঢ়া শিকি শিক্ষিত হোৱা জিমল সূত্ৰধাৰ, পৰশুৰাম সূত্ৰধাৰ, ধনীৰাম বেপাৰী, বলোৰাম বায়ন আদি লোকৰ নাম শুনা যায়।

"বৃটিছৰ আমোলত বৰপেটাত বৃটিছৰ আৰ্হিৰ প্ৰথমখন স্কুল ১৮৮১ চনত স্থাপিত হয়। এই স্কুলখন বিভিন্ন কাৰণত ক্ৰমে মাজৰ হাটীৰ হাটীয়াৰ ঘৰ, ফাটা- হাটী আকৌ মাজৰ হাটী আৰু শেষত দলাহাটীত বৰ্তমানৰ (হেমিল বেপাৰী আৰু বলভদ্ৰ পাঠকে দান কৰা) মাটিত এই বিদ্যালয় চলি আছে। সত্ৰৰ ভিতৰৰ সত্ৰীয়া সংস্কৃতিৰ শিক্ষালয়খনেই কালক্ৰমত বৃটিছৰ আৰ্হিতে স্থাপিত ১৮৮১ চনৰ বিদ্যালয়খন বুলিও কিছুমানে কয়।

এই স্কুলৰ ১৮৮১ চনৰ ৩৫জন ছাত্ৰৰ ঠিকনাৰ পৰা অনুমান কৰিব পাৰি যে বৰপেটাৰ ২২ খন হাটীৰ ১১খন হাটীৰ পৰা ছাত্ৰ আহি ইয়াত শিক্ষা গ্ৰহণ কৰিছিল। ২০০৮ চনত এই বিদ্যালয়ৰ শতবৰ্ষোত্তৰ ৰূপালী জয়ন্তী পালন কৰিছে।

বৰপেটাৰ প্ৰথম এই বিদ্যালয়খনে শিক্ষাৰ পোহৰেৰে জন্মক্ষণৰে পৰা অনেক জ্ঞানী, মানী ব্যক্তিৰ জন্ম দিছে। ধৰ্ম, শিক্ষা, প্ৰশাসন, স্বাস্থ্য, সাহিত্য, সংস্কৃতি সকলোদিশতে মুখ্য ভূমিকা পালন কৰি খ্যাতি অৰ্জন কৰা ব্যক্তি এই বিদ্যালয়ৰে প্ৰাক্তন ছাত্ৰ। দুজন ধৰ্ম গুৰু, তিনিজন বিশ্ববিদ্যালয়ৰ উপাচাৰ্য, মুখ্য ন্যায়াধীশ, মুখ্য অভিযন্তা, মুখ্য সচিব, লোকসেৱা আয়োগৰ অধ্যক্ষ, চিকিৎসা মহাবিদ্যালয়ৰ মুৰব্বী অধ্যাপক, বোলছবি নিৰ্মাতা, গণিতজ্ঞ, শিল্পী, সাহিত্যিক, সঙ্গীতজ্ঞ ইত্যাদি সকলো দিশতে এইখন স্কুলৰ অৱদান আছে।

### ২ নং আমোলাপট্টি প্ৰাথমিক বিদ্যালয় ঃ

স্থানীয় লোকৰ পৰা শুনামতে ১৮৯০ চনৰ আগৰে পৰা ইয়াত এখন পাঠশালা আছিল। বৰপেটাৰ গভৰ্ণমেন্ট হাইস্কুলৰ পৰা অৱসৰ পোৱা শিক্ষক 'ৰঘুনাথ' নামৰ লোক এজনে বৃদ্ধ কালত কেইজনমান ছাত্ৰ গোটাই পঢ়াইছিল আৰু সেই সূত্ৰেই আমোলাপট্টি স্কুলখনো বুঢ়াৰ স্কুল বুলিয়ে কৈছিল[৪]।

১৮৪০ চনত বৰপেটা সদৰ হিচাপে বৰপেটা মহকুমা হয়। চাকৰি সূত্ৰে বৰপেটাৰ

৪। কিছুসংখ্যক লোকে পাটবাউসী নিবাসী এই স্কুলৰ বৃদ্ধ শিক্ষক দধিপণ্ডিত (বুঢ়া)ৰ স্কুল বুলিও কয়।

বাহিৰৰ কৰ্মচাৰী ইয়ালৈ আহে আৰু পৰিয়ালসহ কাচাৰিৰ ওচৰতে এই অঞ্চলত থাকে। আমোলা-বিষয়াসকল থাকিবলৈ লোৱা এই ঠাইখিনি কালক্ৰমত আমোলাপট্টি নামে জনাজাত হয়। স্কুলখনো আমোলাপট্টি প্ৰাইমাৰী স্কুল হয়।

এইখিনিতে উল্লেখ কৰিব পাৰি যে বৰপেটা মহকুমাৰ মহকুমা বিষয়া (চাব এছিষ্টেণ্ট) হিচাপে আনন্দৰাম ঢেকিয়াল ফুকন ডাঙৰীয়াই এটা সময়ত কাৰ্যনিৰ্বাহ কৰিছিল। ফুকনদেৱে স্থানীয় শিক্ষিত লোকক শিক্ষাৰ প্ৰসাৰ আৰু অসমীয়া মাধ্যমৰ স্কুল স্থাপনৰ বাবে উৎসাহ দিছিল।

কুৰি শতিকাৰ ৫০ৰ দশকৰ পৰা ৮০ৰ দশকলৈ এই স্কুলৰ জয়জয় ময়ময় অৱস্থা। ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ক-শ্ৰেণীৰ পৰা তৃতীয় শ্ৰেণীলৈ ৫০০ৰো অধিক। আটাইকেইটা শ্ৰেণীতে ভৰপূৰ ছাত্ৰ-ছাত্ৰীৰে দুটাকৈ শাখা। প্ৰতি বছৰে প্ৰাথমিক বৃত্তি লাভ। কোনো বছৰ ৮/১০ জনলৈকে বৃত্তি পাইছিল। সেই সোণালী যুগতে ১৯৪০ চনৰ আগে-পিছে ইয়াৰ ছাত্ৰ সংখ্যা বৃদ্ধি হোৱাত, এটা অংশ বিদ্যাপীঠত ৰাতিপুৱাৰ ভাগত বহিছিল। সেই সময়ছোৱাত এই বিদ্যালয়ৰ খ্যাতনামা কেইজনমান শিক্ষক— দধি পণ্ডিত, ধৰ্ম ৰায়, নৰেশ্বৰ পণ্ডিত, ভীম বাবু, মহানন্দ চৌধুৰী, গিৰিশ দাস, হৰনাথ শৰ্মা, যাদৱ দাস আদি আৰু অনেকজনৰ 'চেকনিৰ আগত বিদ্যা'হে সফল হৈছিল।

এই স্কুলৰ অনেকজন প্ৰাক্তন কৃতী ছাত্ৰ-ছাত্ৰী আছে ঃ গণিতজ্ঞ ৰাধাকান্ত দাস, স্বাধীনতা সংগ্ৰামী, সমাজ-সেৱক অক্ষয় কুমাৰ দাস; সৰ্বভাৰতীয় খ্যাতিসম্পন্ন ৰেলৰ (জিপি) ব্ৰেক উদ্ভাৱন কৰা ইঞ্জিনিয়াৰ গুৰুপ্ৰসাদ দাস, সাগৰ নেদেখাকৈ 'সাগৰ দেখিছা' কবিতাৰ কবি দেবকান্ত বৰুৱা ইত্যাদি। ১৯৪৬ চনত মেট্ৰিক পৰীক্ষাত কলিকতা বিশ্ববিদ্যালয়ত সপ্তম স্থান অৰ্জন কৰা বনজিৎ কুমাৰ তালুকদাৰ আৰু অনেকজন।

**গভৰ্ণমেণ্ট হাইস্কুল ঃ**

বৰপেটাত আনুষ্ঠানিক স্কুলৰ শিক্ষা আজিৰ পৰা প্ৰায় ডেৰশ বছৰ পুৰণি। তেতিয়া ছোৱালীৰ কথাই নাই, স্কুলত পঢ়া ল'ৰাৰ সংখ্যাও হতাশজনক আছিল। বৰপেটাৰ মিউনিচিপালিটিৰ অধীনৰ একমাত্ৰ মাইনৰ স্কুলখনত ১৮৬৫ চনত ৭ম শ্ৰেণী খুলি হাইস্কুলৰ পাতনি মেলা হৈছিল। তাত দুই চাৰিজন মাইনৰ পাছ কৰা ল'ৰা মাতি আনি নাম ভৰ্ত্তি কৰাই কিছুদিনলৈ চলোৱাৰ পিছত ধনৰ অভাৱত আৰু ছাত্ৰ কমি যোৱাত আকৌ পিচুৱাই মাইনৰ স্কুল হিচাপে বৰ্ত্তি থাকে।

১৮৭২ চনত পুনৰ হাইস্কুলৰ বাবে চেষ্টা কৰিহে মাইনৰ স্কুলখন ক্ৰমে ক্ৰমে ৭ম শ্ৰেণীৰ পৰা আগবাঢ়ি হাইস্কুল হয়। এইখনেই বৰপেটা জিলাৰ (তেতিয়াৰ মহকুমাৰ) একমাত্ৰ হাইস্কুল। এই স্কুলৰে প্ৰথম কেইজনমান ছাত্ৰই (লোহিত চন্দ্ৰ নায়ক, কমলাকান্ত দাস, ৰাম প্ৰসাদ দাস আদি) কলিকতালৈ গৈ প্ৰাইভেট পৰীক্ষাৰ্থী হিচাপে এনট্ৰেন্স পৰীক্ষাত

বহিছিল। সেইসময়লৈ অসমত কোনো পৰীক্ষা কেন্দ্ৰ নাছিল। পৰীক্ষা কলিকতা বিশ্ববিদ্যালয়ে চলাইছিল। বঙ্গদেশৰ উপৰিও অসম, উৰিষ্যা, বিহাৰ, ব্ৰহ্মদেশ আদি ৰাজ্যসমূহো কলিকতা বিশ্ববিদ্যালয়ৰ অধীন আছিল।য

এই স্কুলৰ পৰা ১৯০১ চনত এনট্ৰেঞ্চ পৰীক্ষা দি ভাৰত চন্দ্ৰ দাসে প্ৰথম বিভাগত উত্তীৰ্ণ হৈছিল। সেই বছৰ প্ৰথম বিভাগত উত্তীৰ্ণ হোৱা অসমৰ ৩ জন ছাত্ৰৰ দাসো আছিল এজন।

প্ৰায় ৬০ বছৰ কাল এইখন স্কুলেই তেতিয়াৰ উচ্চ শিক্ষাৰ একমাত্ৰ অনুষ্ঠান আছিল। বজালী, টিহু, সৰ্থেবাৰী, ভবানীপুৰ, সৰুপেটা আৰু বৰনগৰৰ পৰা ছাত্ৰ আহি হোষ্টেলত থাকি পঢ়িছিল। মুষ্টিমেয় স্থানীয় শিক্ষকৰ উপৰিও দূৰ ঠাই বিশেষকৈ চিলেট, কাছাৰ আদিৰ পৰা বঙালী ভদ্ৰলোক আহি ইয়াত শিক্ষকতা কৰিছিল। এইখিনিতে উল্লেখযোগ্য কথা এই যে সেইকালত বৰপেটাত বহুসংখ্যক কলিকতা, ঢাকা, চিঙ্গাপুৰ আদিত পঢ়ি অহা শিক্ষিতলোক আছিল। কিন্তু তেওঁলোকে চাকৰি যাচি দিলেও নকৰি স্বাধীনভাৱে ওকালতিহে কৰিছিল। বৰপেটাৰ প্ৰতিখন হাটীতে একাধিক ওকালতি পাছ কৰা ব্যক্তি আছিল। এওঁলোকেই বৰপেটাৰ সমাজখনৰ নেতৃত্ব দিছিল। কুৰি শতিকাৰ ৫০ৰ দশকলৈকে স্কুল, কলেজ, লাইব্ৰেৰী, নাট্যমঞ্চ আদি সামাজিক অনুষ্ঠান প্ৰতিষ্ঠাত আগভাগ লৈছিল বৰপেটাৰ এইসকল শিক্ষিত লোকে।

বৰপেটাৰ হাইস্কুলখনত স্থানীয় শিক্ষক উমাকান্ত দাস, গণিতত বিশেষ ব্যুৎপত্তি থকা লোক আৰু দেবীবাপু আছিল ইংৰাজী, ভুগোলৰ ভাল শিক্ষক। বৰপেটাত সুখ্যাতিৰে ২৪ বছৰ কাল প্ৰধান শিক্ষকৰ দায়িত্ব পালন কৰিছিল কালীমোহন সেনগুপ্তই। এওঁৰ দিনতে ১৯১৪ চনত এইখন স্কুল চৰকাৰে লয়। এইখনেই বৰ্তমানৰ চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়।

**এই বিদ্যালয়ৰ গৌৰৱ ঃ**

১৯১১ চনত এই বিদ্যালয়ৰ ছাত্ৰ বাণীকান্ত কাকতি আৰু কামেশ্বৰ দাসে এনট্ৰেন্স পৰীক্ষাত অসম উপত্যকাত ক্ৰমে প্ৰথম আৰু দ্বিতীয় স্থান অৰ্জন কৰে। ৰাধাকান্ত দাসে ১৯১৩ চনত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ প্ৰতিযোগিতামূলক বৃত্তি পায়। ১৯৪৬ চনত কলিকতা বিশ্ববিদ্যালত ৭ম স্থান আৰু অসমত ১ম স্থান লাভ কৰি উত্তীৰ্ণ হয় বনজিত কুমাৰ তালুকদাৰে। ইয়াৰ পৰৱৰ্ত্তী কালত কেবাজনো কৃতী ছাত্ৰই কলিকতা, গুৱাহাটী বিশ্ববিদ্যালয় আৰু SEBAৰ পৰীক্ষাত ১ম দহ জনৰ ভিতৰত স্থান লাভ কৰিছে। ১৯৯১ চনত হাইস্কুল শিক্ষান্ত পৰীক্ষাত অসমৰ ভিতৰত প্ৰথম স্থান অৰ্জন কৰে এই স্কুলৰ ছাত্ৰ গৌৰাঙ্গ লাল দাসে।

শতবৰ্ষৰ ডেওনা চেৰাই এই বিদ্যালয়খনে আজি ১৩৭ বছৰত খোজ দিছে। এই স্কুলৰ অলেখ প্ৰাক্তন ছাত্ৰই বিভিন্ন ক্ষেত্ৰত কৃতিত্ব অৰ্জন কৰিছে। মুখ্য অভিযন্তা, মুখ্য সচিব, মুখ্য ন্যায়াধীশ, উপাচাৰ্য্য, ৰাজনৈতিক নেতা, প্ৰশাসনীয় মুৰব্বী, লোকসেৱা আয়োগৰ

অধ্যক্ষ, উচ্চ শিক্ষানুষ্ঠান, IIT আদিৰ মুৰব্বী, শিল্পী, সাহিত্যিক, মুক্তি যুজাঁৰু আদি সকলোক্ষেত্ৰতে এই অনুষ্ঠানৰ প্ৰাক্তন ছাত্ৰই দেশ-বিদেশত খ্যাতি অৰ্জন কৰি এই স্কুললৈ গৌৰব কঢ়িয়াই আনিছে।

১৯৬৬চনৰ পৰা উচ্চতৰ মাধ্যমিক স্কুল হিচাপে এই স্কুলখনে বিজ্ঞান আৰু কলা শাখাত পাঠদান কৰি আছে। ২০০৭ শিক্ষাবৰ্ষৰ পৰা চৰকাৰৰ অনুমোদন মৰ্মে এই স্কুলৰ হাইস্কুল শাখাত ছাত্ৰীও ভৰ্তি কৰা হৈছে। ঊনৈশ শতিকাত কোনো মজলীয়া বিদ্যালয় স্থাপন হোৱা নাই। কিন্তু অনুসন্ধান কৰি জনা গৈছে যে, ১৯০৭ চনত এখন সদৰ বালিকা মজলীয়া বিদ্যালয় স্থাপন হৈছে। আৰু ১৯০৭ চনটোতে বৰপেটাৰ ৩নং দক্ষিণ হাটী নিম্ন বুনিয়াদী বিদ্যালয়খনো স্থাপিত হৈছে।

**৩ নং দক্ষিণহাটী নিম্ন বুনিয়াদী বিদ্যালয় ঃ**

চৰকাৰী নথি-পত্ৰ অনুসৰি ১৯০৭ চনত স্থাপিত হোৱা বুলি ধৰা হৈছে যদিও স্কুলখন ঊনৈশ শতিকাতে স্থাপিত হোৱাটো খাটাং, কাৰণ ১৮৮৫ চনত অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীৰ জন্ম আৰু তেওঁ প্ৰাইমাৰী শিক্ষা লাভ কৰিছে এইখন বিদ্যালয়তে। যি কি নহওক ২০০৮ চনত এই বিদ্যালয়ৰ জন্ম শতবৰ্ষ উৎসৱ উদ্‌যাপিত হৈছে। এই স্কুলে, এই এশ বছৰে বৰপেটা কীৰ্তন ঘৰৰ গোটেই দক্ষিণ অঞ্চলৰ গণককুছি, ন-সত্ৰকে সাঙুৰি দক্ষিণ হাটী, দ-হাটী, ভকতপাৰা, ৰায়তপাৰা, ইচ্ছাপুৰ হাটী বোগলামাৰী আদিৰ বালক-বালিকাসকলৰ আদিপাঠৰ একমাত্ৰ পাঠশালা। এই সমগ্ৰ অঞ্চলটোৰ সমাজৰ শিক্ষাগত, বৃত্তিগত, আচাৰ-বিচাৰ আনকি মাতকথাৰো বৈচিত্ৰ্য মন কৰিবলগীয়া, আৰু এই বৈচিত্ৰ্যৰ মাজতে একতাৰ ডোলেৰে সকলোকে ভাই ভাই কৰি ৰাখি আছে এই স্কুলখনে। শতবৰ্ষ উৎসৱতো এই একতাৰ প্ৰকট প্ৰতিফলন ৰাইজে উপলব্ধি কৰিছে। উৎসৱ উপলক্ষে প্ৰকাশিত স্মৰণিকাখনত এই স্কুলৰ ছাত্ৰ, অছাত্ৰ, এই অঞ্চলৰ সকলো প্ৰয়াত স্মৰণীয় ব্যক্তিৰে 'চমু পৰিচয়' শিতানটোৱে দোহাৰিছে 'আমি একেখন নাৱৰে যাত্ৰী', অঞ্চলটোৰ বালক-বালিকা ডেকা-গাভৰু, বৃদ্ধ-বৃদ্ধা সকলোৱেই ভাগ লৈছিল নাম-কীৰ্তনত, গাইছিল, নাচিছিল, সমদলৰ বাজনাৰ ফাকে-ফাকেউচ্চাৰিত হৈছিল সমস্বৰে "৩নং দক্ষিণহাটী বুনিয়াদী বিদ্যালয় জিন্দাবাদ"।

**১৯০৭ চনত স্থাপিত সদৰ বালক মজলীয়া বিদ্যালয় ঃ**

বৰপেটাৰ স্থানীয় লোকে 'ছাত্ৰবৃত্তি' বুলি কোৱা এই স্কুলখনে শতবৰ্ষ উৎসৱ উদ্‌যাপনৰ যো-যা কৰি আছে। এই অঞ্চলটোৰ বিদ্যানুৰাগী লোকসকলে এটি খেৰী ঘৰত পোন প্ৰথমে এই স্কুল স্থাপন কৰে। বজাৰৰ পৰা কীৰ্তন ঘৰলৈ যোৱা পথৰ দাঁতিত বৰ্তমান কেবাটাও শ্ৰেণী কোঠাৰে U আকাৰৰ উত্তৰা-দক্ষিণা স্কুল ঘৰটোৰ মাজডোখৰত বহল ৰ'দ ঘাই লনখন। আৰম্ভণিৰ পৰা বহু বছৰলৈ এই স্কুলত ৪ৰ্থ শ্ৰেণীৰ পৰা ৬ষ্ঠ শ্ৰেণীলৈ তিনিটা শ্ৰেণী আছিল। ইয়াত ইংৰাজী পঢ়োৱা নহৈছিল। হাইস্কুলৰ পাঠ্যক্ৰমতকৈ ইয়াৰ পাঠ্যক্ৰম

গধুৰ আছিল। ওখ গণিত, ওখ সাহিত্য আদি বিষয়ো আছিল। ইয়াৰপৰা পাছ্ কৰা ছাত্ৰ এজনে হাইস্কুলৰ ৫ম শ্ৰেণীতহে নাম ভৰ্ত্তি কৰিব পাৰিছিল। বৰ্তমান ইয়াত নাৰ্চাৰীৰ পৰা ৭ম শ্ৰেণীলৈ ৯টা শ্ৰেণীত মুঠ ছাত্ৰ-ছাত্ৰী ১৭৫জন। শিক্ষক শিক্ষায়ত্ৰী ১৭গৰাকী।

**চকচকা এম ভি স্কুল ঃ**

বৰনগৰ এলেকাৰ চক্‌চকা এম ভি স্কুলখন ১৮৮৯চনতে স্থাপিত হয়। এটা বিস্তৃত এলেকাত শিক্ষাৰ পোহৰ বিলোৱা এই অনুষ্ঠানটিয়ে এটা সময়ত আগশাৰীৰ বিদ্যালয় হিচাপে দূৰ-দূৰণিৰ ছাত্ৰ-ছাত্ৰীক আকৰ্ষণ কৰিছিল। চক্‌চকা এম ভি পাছ অনেক জনে যোৰহাট নৰ্মালত গুৰু ট্ৰেইনিং প্ৰশিক্ষণ লৈ হাইস্কুলৰ শিক্ষক হৈছিল। আজিও 'তেতিয়াৰ নৰ্মাল পাছ্ শিক্ষক' বুলি ৰাইজে বখানে।

**চৌখুটি এম ভি স্কুল ঃ**

ঊনৈশ শতিকাৰ আন এখন নাম থকা প্ৰাচীন মজলীয়া চৌখুটি এম ভি স্কুলখনে বজালী অঞ্চলত প্ৰভূত বৰঙণি আগবঢ়াইছিল। এইখন স্কুলেই বৰ্তমান উচ্চমানৰ চৌখুটি উচ্চ মাধ্যমিক বিদ্যালয়।

**মাধৱ চৌধুৰী মহাবিদ্যালয় ঃ (স্থাপিত ঃ ১৪ জুলাই, ১৯৩৯ খৃষ্টাব্দ)**

সেই সময়ৰ অসমৰ চতুৰ্থখন কলেজ 'মাধৱ চৌধুৰী কলেজ'।

বৰপেটাৰ দক্ষিণহাটীৰ বাসিন্দা মাধৱ চৌধুৰী এজন মিতব্যয়ী লোক আছিল। পেছাত নাজিৰ। সহধৰ্মিনী জীৱনলতা চৌধুৰী। এই কলেজৰ জন্মৰ প্ৰাক্‌কাল এই পৰিয়ালৰ চৰম দুৰ্যোগৰ সময়। দুটা বছৰৰ ব্যৱধানত কটন কলেজত আই এ পঢ়ি থকা ২২ বছৰীয়া একমাত্ৰ পুত্ৰ সতীশৰ আকস্মিক বিয়োগ, পুত্ৰ শোকসন্তপ্ত স্বামীৰ পৰলোক, জ্যেষ্ঠ জোঁৱায়েকৰ মৃত্যু। পাঁচজনী ছোৱালী বুকুত সাৱটি অসহায় অন্ধকাৰত ডুব গৈছিল জীৱনলতা চৌধুৰী। এই বিপদৰ সময়ত এই পৰিয়ালৰ শুভাকাংক্ষী সহৃদয় ব্যক্তি গিৰীশচন্দ্ৰ চৌধুৰী, যাদৱ চন্দ্ৰ দাস (১), ঘনশ্যাম দাস (কবিৰাজ) আদি সমাজৰ নেতৃস্থানীয় ব্যক্তিসকলৰ পৰা পোৱা সান্ত্বনা, সহানুভূতি, অনুপ্ৰেৰণা আৰু সদুপদেশত অংকুৰিত হৈছিল মাধৱ চৌধুৰী কলেজৰ বীজ, জীৱনলতা চৌধুৰীৰ পৰা পোৱা দহ হাজাৰ টকাৰ যুগজয়ী দানেৰে[৫]।

মাধৱ চৌধুৰী কলেজৰ প্ৰতিস্থাপক অধ্যক্ষ স্বনামধন্য শিক্ষাবিদ, স্বাধীনতা সংগ্ৰামী, সমাজসেৱক কামেশ্বৰ দাস। বাণীকান্ত কাকতিৰ সহপাঠী কামেশ্বৰ দাসে বৰপেটা হাইস্কুলৰ পৰা ১৯১১ চনত কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত এনট্ৰেঞ্চ পৰীক্ষা দি অসমভেলীত ২য় স্থান লাভ কৰে। ১ম স্থানত বাণীকান্ত কাকতি। ১৯১৬ চনত গণিত বিষয়ত (M Scত) প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ সোণৰ পদক লাভ কৰা কামেশ্বৰ দাস আছিল কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰথমজন অসমীয়া ছাত্ৰ। অতিকে তাৎপৰ্যপূৰ্ণ কথা যে, শিশু কালত আনৰ গৰু, ম'হ চাৰি ভাত মোকোলোৱা গৰখীয়া কামেশ্বৰৰ হাতৰ পৰা গৰখীয়া এচাৰি গুচাই

৫। এই টকা দহ হেজাৰ ট্ৰাষ্ট কৰি ট্ৰেজাৰীত ৰখা হৈছিল।

তুলি দিছিল ফলি পুথি, প্ৰাইমাৰী শিক্ষক সন্তোৰাম চৌধুৰীয়ে।

১৯৩৯ চনত কলেজত ভৰ্তি হৈছিল ৩০ জন। ছোৱালী এজনীও নাছিল। বৰপেটা বিদ্যাপীঠত ৰাতিপুৱা ৬ বজাৰ পৰা ১০ বজালৈ কলেজৰ পাঠদান হৈছিল ১৯৪৫ চনলৈ। IA Final পৰীক্ষা অনুষ্ঠিত হৈছিল লোকেল বোৰ্ড কাৰ্যালয়ৰ এটি হলত। এই পৰীক্ষাত কেবাজনেও প্ৰথম বিভাগত উত্তীৰ্ণ হৈছিল।

কলেজৰ প্ৰথম কেইবছৰৰ অধ্যাপকসকল হ'ল ঃ

(১) চিদানন্দ দাস
(২) পদ্মনাথ বৰুৱা
(৩) ক্ষেত্ৰধৰ বৰুৱা
(৪) সৰোজ কুমাৰ ভট্টাচাৰ্য
(৫) অনিল ৰঞ্জন মজুমদাৰ
(৬) ভোলাৰাম দাস
(৭) জিতেন্দ্ৰ নাথ ভট্টাচাৰ্য
(৮) হংসধৰ ভট্টাচাৰ্য
(৯) কান্তি কুমাৰ চৌধুৰী
(১০) দেৱীদাস ভট্টাচাৰ্য
(১১) অশ্বিনী কুমাৰ দেৱনাথ
(১২) ৰজনীকান্ত চক্ৰৱৰ্তী

শিক্ষকৰ নাটনি হ'লে সত্যেন্দ্ৰ নাথ বৰকটকীয়ে (Sr. EAC) ইংৰাজী পঢ়াইছিল। আতোৱাৰ ৰহমানে পঢ়াইছিল বুৰঞ্জী। কামেশ্বৰ দাস, চিদানন্দ দাস আৰু পদ্মনাথ বৰুৱাই কেইবছৰমান অবৈতনিক হিচাপে কাম কৰিছিল। কাৰ্যালয়ৰ একমাত্ৰ সহায়কজন প্ৰমোদ পাঠক। সৎ, নিষ্ঠাৱান আৰু কৰ্মদক্ষ পাঠকৰ ওচৰত কলেজ সম্বন্ধীয় সৰু, ডাঙৰ সকলো প্ৰশ্নৰে উত্তৰ আছিল।

মাননীয় গোপীনাথ বৰদলৈদেৱে উদ্বোধন কৰা এই কলেজখন ১৯৪৬ চনৰ পৰা নিজ ভৱনত স্থাপিত হয়। আৰ্থিক দান-বৰঙণি আৰু সহায় সাহায্যৰে নিজ ভৱন নিৰ্মাণ কৰাত বৰপেটাৰ বিদ্যোৎসাহী ব্যৱসায়ীসকলৰ উপৰি চণ্ডীচৰণ কাকতি আৰু বৰপেটা ৰোডৰ হৰিৰাম বাগাৰিয়া স্মৰণযোগ্য।

এইটো উল্লেখযোগ্য কথা যে কলেজ স্থাপনৰ সুদীৰ্ঘ ছয় বছৰ পিছতহে শিৱসাগৰৰ অবলা গোহাঁয়ে নাম লিখে প্ৰথম বাৰ্ষিকৰ প্ৰথম শ্ৰেণীত। এওঁ এম চি কলেজৰ প্ৰথমজনী ছাত্ৰী। (অফ্ পিৰিয়দত এওঁক অধ্যক্ষৰ কোঠাতে বহিবলৈ দিছিল। কলেজৰ ছাত্ৰ সভাই অধ্যক্ষ চিদানন্দ দাসদেৱে যাবলৈ নিদিছিল, কৈছিল— 'এওঁ যাব নালাগে দিয়া তোমালোকৰ সিদ্ধান্তই এওঁৰো সন্মতি থকা বুলি ধৰি ল'বা।') ১৯৪৭ চনত ভৰ্তি হোৱা গলিয়াহাটীৰ

বিমলা বালা তালুকদাৰ প্ৰথম গৰাকী স্থানীয় ছাত্ৰী। অসমীয়াত অনাৰ্চ (মেজৰ) সহ বি এ পাছ কৰা এই কলেজৰ প্ৰথমগৰাকী ছাত্ৰী ফুলকুমাৰী বায়ন (কলিতা)। ১৯৫৪ চনত অনুষ্ঠিত IA পৰীক্ষাত চতুৰ্থ স্থান পোৱা বনমালী কাকতি এই কলেজৰে ছাত্ৰ। এই কলেজৰ পৰা পৰীক্ষা দি ডিষ্টিংচন সহ B.Sc. পাছ কৰা প্ৰথম ছাত্ৰ দুজন বনমালী নাথ আৰু জ্যোতিৰ্ময় দাস। অকল এয়ে নহয় এই কলেজৰ প্ৰাক্তন ছাত্ৰসকলৰ বুজন সংখ্যকে বিভিন্ন কৰ্মক্ষেত্ৰত খ্যাতি অৰ্জন কৰিছে। চাকৰি কৰি যিদৰে উচ্চ পদস্থ বিষয়া হৈছে তেনেদৰে ব্যৱসায়, সাহিত্য, ৰাজনীতিৰ ক্ষেত্ৰটো উচ্চস্থান দখল কৰিছে।

স্বাধীনতাৰ পিছত অধ্যক্ষ কামেশ্বৰ দাস লোকসেৱা আয়োগৰ চেয়াৰমেন পদত শ্বিলঙলৈ যায়। চিদানন্দ দাস নৱগঠিত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পঞ্জীয়ক হিচাপে জালুকবাৰীলৈ গৈ কাৰ্মনিৰ্বাহ কৰে। পদ্মনাথ বৰুৱা দেৱেই কলেজৰ অধ্যক্ষ হিচাপে কাৰ্যভাৰ বহন কৰে।

প্ৰতিষ্ঠা কালৰ পৰা বৰ্তমানলৈ এই কলেজৰ অধ্যক্ষসকল ঃ

(১) কামেশ্বৰ দাস
(২) চিদানন্দ দাস
(৩) পদ্মনাথ বৰুৱা
(৪) গুণগোবিন্দ দাস
(৫) ৰাধাকান্ত দাস
(৬) প্ৰাণজিৎ কুমাৰ তালুকদাৰ
(৭) হৰেন্দ্ৰ নাথ দাস
(৮) অৰ্জুন চন্দ্ৰ দাস
(৯) ড° কিৰণ চন্দ্ৰ বায়ন
(১০) ড° হলধৰ গোস্বামী

অধ্যক্ষ প্ৰাণজিৎ কুমাৰ তালুকদাৰে সবাতোকৈ সৰহ কাল, ২২ বছৰ অধ্যক্ষতা কৰে। এওঁৰ দিনতে ১৯৫৯ চনত এই কলেজত বিজ্ঞান শাখাৰ আৰম্ভ হয়। ২০০৮ চনত ড° কিৰণ চন্দ্ৰ বায়নৰ কাৰ্যকালত কমাৰ্চ শাখাও খোলা হৈছে। সুখৰ বিষয় যে ১৯৩৯ চনৰে পৰা আজিলৈ এম চি কলেজে থমকি ৰ'ব লগা হোৱা নাই। সবল সুঠাম বিস্তীৰ্ণ ঠাল-ঠেঙুলিৰে এজোপা সু-বৃহৎ বটগছৰ দৰে ই বৰপেটা আৰু দাঁতিকাষৰীয়া ঠাইসমূহৰ শিক্ষাৰ পৰিবেশ গঢ়ি তুলিছে। ৭ জন অধ্যাপক আৰু ৩০ জন ছাত্ৰৰে আৰম্ভ কৰা এম চি কলেজৰ বৰ্তমান ৭০ গৰাকী অধ্যাপকে ১৬ টা বিভাগত প্ৰায় দুহেজাৰ ছাত্ৰ-ছাত্ৰীক পঢ়াই আছে। মনকৰিবলগা কথা যে বৰ্তমান ছাত্ৰতকৈ ছাত্ৰীৰ সংখ্যা বেছি। অধ্যক্ষ হলধৰ গোস্বামী সহ এই কলেজৰ ডক্টৰেট প্ৰবক্তা ১৫ গৰাকী। কলা আৰু বিজ্ঞান বিভাগৰ প্ৰতিটো বিষয়তে মেজৰৰ ব্যৱস্থা আছে। যুগৰ চাহিদা অনুসৰি ইয়াত নকৈ কম্পিউটাৰৰ ডিগ্ৰী আৰু স্নাতকোত্তৰ P.G.D.C.A পাঠ্যক্ৰমত ছাত্ৰ-ছাত্ৰীয়ে শিক্ষাগ্ৰহণ কৰি আছে। সু-

সজ্জিত পুথিভঁৰাল, তথ্য প্ৰযুক্তি ভৱন, শৰীৰ চৰ্চা বিভাগ, ছাত্ৰ আৰু ছাত্ৰীৰ হোষ্টেল, কেণ্টিন আদি সকলোখিনি ব্যৱস্থা ইয়াত আছে। আইল বহল সু-পৰিকল্পিত 'অক্ষয় কুমাৰ দাস' প্ৰেক্ষাগৃহটোৰ কিছু কাম বাকী আছে যদিও ইয়াত সভা-সমিতি অনুষ্ঠিত হৈ আছে।

## বৰপেটাৰ ওচৰৰ কেইখনমান ঠাইত শিক্ষাৰ বিস্তাৰ ঃ

**হাউলী ঃ** শিক্ষাৰ দিশত চকু-ফুৰালে হাউলীখন শিক্ষক প্ৰশিক্ষণৰ কেন্দ্ৰ হিচাপেহে প্ৰথমে মনলৈ আহে। চৰকাৰী নৰ্মাল, বেচিক প্ৰশিক্ষণ আৰু DILT এই তিনিওখন শিক্ষক প্ৰশিক্ষণৰ চৰকাৰী অনুষ্ঠান হাউলীত অৱস্থিত। ১৯৪৪ চনতে স্থাপিত হালাপাকুৰী হাই মাদ্ৰাছাখনো অসমৰ এখন পুৰণি মাদ্ৰাছা শিক্ষাৰ কেন্দ্ৰ। হাউলী হাইস্কুল, হাউলী ছোৱালী বিদ্যালয়কে ধৰি ইয়াত প্ৰায় ১০ খন হাইস্কুল আৰু এখন জুনিয়ৰ কলেজ আছে। B.H কলেজখনে হাউলী, বৰপেটা ৰোডকে সাঙুৰি এটি বৃহৎ অঞ্চলত উচ্চ শিক্ষাৰ পোহৰ বিলাই আছে ১৯৬৬ চনৰে পৰা।

**বৰপেটাৰোড ঃ** বৰপেটাৰোড বা আঠিয়াবাৰী অঞ্চল সুচল যাতায়াত ব্যৱস্থা, বেপাৰ-বাণিজ্য, কৃষিজাত সামগ্ৰী, ৰবিশস্যৰ উৎপাদন, মিশ্ৰিত জন গাঁঠনি আদি কেইবাটিও দিশত অনন্য। শিক্ষাৰ ক্ষেত্ৰটো আগবঢ়া। প্ৰায় ৭০ বছৰ পূৰ্বেই ইয়াত ইংৰাজী মাধ্যমৰ স্কুল স্থাপিত হৈছে। ১৯৮৩ চনতে স্থাপিত চেণ্ট জোচেফকে ধৰি চেণ্ট মেৰীজ আৰু মেৰিয়ান এই তিনিখন ইংৰাজী মাধ্যমৰ শিক্ষানুষ্ঠান আছে। মিশ্ৰিত অথচ সহাৱস্থান কৰি বসবাস কৰা বিভিন্ন ভাষা-ভাষীৰ চাহিদা অনুসৰি ইয়াত অসমীয়া, বঙালী, হিন্দী, নেপালী, বড়ো আদি মাধ্যমৰ বিদ্যালয় আছে। ৰজনীকান্ত, গোপীনাথ বৰদলৈ, কন্দৰ্প কুমাৰ আৰু হিন্দী হাইস্কুল পুৰণি শিক্ষানুষ্ঠান। B.H কলেজৰ উপৰি B.L.C কলেজ, দ্ৰোণাচাৰ্য জুনিয়ৰ কলেজ আৰু এখন সংস্কৃত টোল আছে।

**সৰভোগ ঃ** বৰনগৰ অঞ্চলৰ মাজ-মজিয়া সৰভোগত ১৯৩৬ চনতে স্থাপিত জুৰোৰাম পাঠক (JRP) উচ্চতৰ মাধ্যমিক বিদ্যালয়খনে অকলে প্ৰায় দুটি যুগজুৰি গোটেই অঞ্চলটোৰ শিক্ষাৰ দায়িত্ব বহন কৰিছিল ১৯৪৯ চনলৈ। ১৯৪৯ আৰু ১৯৫৮ চনত ক্ৰমে পশ্চিম বৰনগৰ আৰু ৰূপসী হাইস্কুল স্থাপিত হয় আৰু ১৯৬০ চনত স্থাপিত হয় বৰনগৰ ছোৱালী উচ্চতৰ মাধ্যমিক বিদ্যালয়। বৰ্তমান সৰভোগ আৰু ওচৰে-পাঁজৰে বিদ্যা মন্দিৰ, গৰখীয়া গোসাঁই, শংকৰদেৱ শিশু নিকেতন, চন্দ্ৰ শৰ্মা হাইস্কুল আদি কেইবাখনো হাইস্কুল স্থাপিত হৈছে। ঊনৈশ শতিকাত (১৮৯৮) স্থাপিতচক্-চকা এম ভি অসমৰ এখন প্ৰাচীন চৰকাৰী অনুষ্ঠান। বৰনগৰ কলেজ, B. Ed. কলেজৰ উপৰিও নৱোদয় বিদ্যালয় এখনো স্থাপিত হৈছে সৰভোগত।

**বজালী ঃ** বজালী মহকুমা বৰপেটা জিলাৰ অকল শস্যৰ ভঁড়ালেই নহয় বৰ্তমান এই অঞ্চল বিদ্যায়তনিক দিশটো আগবাঢ়ি আছে। চৰকাৰী তথ্য অনুসৰি এই মহকুমাত ৬৪খন উচ্চ, উচ্চতৰ মাধ্যমিক, ৩৭ খন মধ্য ইংৰাজী আৰু ২৪৯খন প্ৰাথমিক স্কুল আছে।

এই অঞ্চলত শিক্ষা বিস্তাৰৰ মূলতে বজালী উচ্চতৰ মাধ্যমিক বিদ্যালয়, চৌখুটি হাইস্কুল, পাটাছাৰকুছি উচ্চতৰ মাধ্যমিক, বিদ্যাভৱন উচ্চতৰ মাধ্যমিক বিদ্যালয় আৰু বজালী কলেজৰ অৱদানেই অধিক। বিগত দহ বছৰ মানৰ ভিতৰত ব্যক্তিগত খণ্ডত স্থাপিত অত্যাধুনিক সা-সুবিধাৰে কৃষ্ণকান্ত সন্দিকৈ, আনন্দ ৰাম বৰুৱা, বজালী একাডেমী অৱ এক্সেলেঞ্চ, জ্ঞানপীঠ জাতীয় বিদ্যালয় আদি কেবাখনো শিক্ষানুষ্ঠানে পৰীক্ষাৰ ফলেৰে বাইজৰ দৃষ্টি আকৰ্ষণ কৰিছে। উত্তৰ কামৰূপ, কিষাণ, নিৰ্মল হালৈ আদি কলেজবোৰ নতুন।

আনন্দ বজাৰৰ 'গিৰীশ বিদ্যাপীঠ' জাতীয় ভাবধাৰাৰ, শিশুৰ সৰ্বাঙ্গীন বিকাশৰ লক্ষ্যৰে গুৰুকুল আৰ্হিৰে পৰিচালিত এখন ব্যক্তিগত উচ্চ পৰ্যায়ৰ আবাসিক শিক্ষানুষ্ঠান।

**পশ্চিমাঞ্চল ঃ** কুৰি শতিকাৰ দ্বিতীয়াৰ্ধৰ পৰা বৰপেটাৰ পশ্চিমাঞ্চলত অতি ক্ষিপ্ৰভাৱে অনেক শিক্ষানুষ্ঠান স্থাপিত হৈছে। কলগাছিয়া, জনীয়া, কাদং, মন্দিয়া আদিৰ পুৰণি হাইস্কুলৰ উপৰিও কেবাখনো উচ্চ মাধ্যমিক আৰু জুনিয়ৰ কলেজ স্থাপিত হৈছে। পশ্চিম বৰপেটা, গৰৈমাৰী আৰু কলগাছিয়াত কলেজ আছে।

এইখিনিতে উল্লেখ কৰিব পাৰি যে উপৰোক্ত বৰনগৰ, বজালী, সৰ্থেবাৰী, ভবানীপুৰ আদিৰ পৰা ছাত্ৰ আহি ১৮৭২ চনত স্থাপিত বৰপেটা চৰকাৰী হাইস্কুলত পঢ়া অনেকজন শিক্ষিত লোকে বিভিন্ন ক্ষেত্ৰত খ্যাতি অৰ্জন কৰিছিল। সেই কালত বৰপেটা চৰকাৰী হাইস্কুলখনেই সমগ্ৰ অঞ্চলটোৰ একমাত্ৰ উচ্চশিক্ষাৰ অনুষ্ঠান আছিল।

## বৰপেটা নগৰৰ শিক্ষানুষ্ঠানৰ পৰিসংখ্যা
## (৩০-৫-২০০৯ পৰ্যন্ত)

| অনুষ্ঠান | ছোৱালীৰ | উভয়ৰে | মুঠ |
|---|---|---|---|
| **(ক) ৰাজহুৱা খণ্ডৰ** | | | |
| (১) প্ৰাথমিক | | ৩১ | ৩১ |
| (২) মধ্য ইংৰাজী | | ৮ | ৮ |
| (৩) উচ্চ ইংৰাজী | ৪ | ১৪ | ১৮ |
| (৪) উচ্চতৰ মাধ্যমিক | | ২ | ২ |
| (৫) স্নাতক মহাবিদ্যালয় | ১ | ২ | ৩ |
| (৬) স্নাতকোত্তৰ মহাবিদ্যালয় | | ২ | ২ |
| (৭) আই টি আই | | ১ | ১ |
| (৮) জিলা কম্পিউটাৰ কেন্দ্ৰ | | ১ | ১ |
| (৯) সংস্কৃত টোল | | ১ | ১ |
| **(খ) ব্যক্তিগত খণ্ডৰ** | | | |
| (১) মধ্য ইংৰাজী | | | ৬ |

(২) হাইস্কুল (অসমীয়া মাধ্যমৰ) ৩
(৩) হাইস্কুল (ইংৰাজী মাধ্যমৰ) ৫
(৪) জুনিয়ৰ কলেজ ৫
(৫) সত্ৰীয়া-সাংস্কৃতিক শিক্ষা কেন্দ্ৰ ৪
(৬) কলা বিদ্যালয় ৩
(৭) পেৰামেডিকেল ১
(৮) কাঠ শিল্পৰ ১
(৯) ব্যক্তিগত কম্পিউটাৰ শিক্ষা কেন্দ্ৰ[৬] ২

## বৰপেটা জিলাৰ প্ৰাথমিক, মজলীয়া, হাইস্কুল আৰু উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰিসংখ্যা

**(বিটিচি গঠন হোৱাৰ পিছত ৪-১২-২০০৮ পৰ্যন্ত)**

### (ক) বৰপেটা মহকুমা

| Blocks | LP | | | MEM/ME/MV/SrBasic | | | | | HS/HSS |
|---|---|---|---|---|---|---|---|---|---|
| | Govt | prov | Total | Madrasa | ME | MV | Sr Basic | Total | |
| DI বৰপেটা | 2 | 62 | 64 | 1 | 10 | 7 | 0 | 18 | 114 |
| BEEO ” | – | 212 | 212 | 12 | 28 | 5 | 0 | 45 | |
| ” ভবানীপুৰ | – | | 225 | 22 | 21 | 1 | 0 | 44 | |
| ” চেঙা | – | | 203 | 13 | 12 | 9 | 0 | 34 | |
| ” ৰূপসী | – | | 205 | 27 | 23 | 2 | 1 | 53 | |
| ” মন্দিয়া | – | | 305 | 37 | 15 | 1 | 0 | 55 | |
| ” গোবৰ্ধনা | – | | 56 | 3 | 9 | 1 | 0 | 13 | |
| **সৰ্বমুঠ** | **2** | **274** | **1270** | **117** | **118** | **26** | **1** | **262** | **114** |

### (খ) বজালী মহকুমা

| Blocks | LP | | MEM/ME/MV/SrBasic | | | | | HS/HSS |
|---|---|---|---|---|---|---|---|---|
| | prov | Total | | ME | MV | Sr Basic | Total | |
| DI বজালী | | 9 | – | -- | 1 | – | 1 | 64 |
| BEEO ” | | 190 | 3 | 22 | 3 | – | 28 | |
| ” জালাহ | | 50 | 0 | 6 | 1 | 1 | 8 | |
| | **সৰ্বমুঠ** | **249** | | | | | **37** | **64** |

৬। সহায় লোৱা নথি - D.I; D.E.E O. বিদ্যালয় পৰিদৰ্শকৰ কাৰ্যালয়।

**বৰপেটা জিলাখনৰ মুঠ—**

| | |
|---|---|
| (ক) প্ৰাথমিক স্কুল | 1270 + 249 = 1519খন |
| (খ) মজলীয়া স্কুল | 262 + 37 = 299খন |
| (গ) উচ্চ আৰু উচ্চতৰ মাধ্যমিক | 114 + 64 = 178খন |

## সত্ৰীয়া সংস্কৃতিৰ প্ৰশিক্ষণ

শ্ৰীশ্ৰী মাধৱদেৱে বৰপেটা সত্ৰ প্ৰতিষ্ঠা কৰি, সত্ৰৰ নিত্য-নৈমিত্তিক নাম প্ৰসঙ্গকে আদি কৰি সত্ৰীয়া সংস্কৃতিসমূহ পালন কৰা বাবে আতাপুৰুষ, ভকত, সেৱকসকলৰ উপৰিও দাঁতি কাষৰীয়া ঠাইৰ গুণী ব্যক্তিসকলক সকলোখিনি শিকাই বুজাই বৰপেটা সত্ৰৰ কাষতে ৰাখিছিল। মথুৰাদাস বুঢ়াআতাই গুৰুজনাৰ সন্নিধ্যত থাকি গীত-পদ, নাট-ভাওনা, ঘোষা-কীৰ্তন, ব্যাস-কীৰ্তন, প্ৰসঙ্গ-পাঠ আদি সকলোখিনি সত্ৰীয়া সংস্কৃতি আয়ত্ত কৰিছিল। বুঢ়া আতাই বৰপেটা সত্ৰত চৈধ্য প্ৰসঙ্গৰ প্ৰচলন কৰি সেইবোৰ আউল নলগাকৈ পালন কৰি থকাৰ মানসে উপযুক্ত লোকক গায়ন, বায়ন, ভাগৱতী, পাঠক, ওজা, সূত্ৰধাৰ, নাম-কীৰ্তনীয়া, ঘোষা-কীৰ্তনীয়া, ব্যাহ-কীৰ্তনীয়া, সেৱাৰ-কীৰ্তনীয়া আদি বিষয় বাব বিতৰণ কৰে। এই ব্যৱস্থা বৰপেটাৰ বংশৰা, হাটীগোটৰ গুণী ব্যক্তিসকলে নিজ নিজ সেৱাইত দায়িত্ব শ্ৰদ্ধা-ভক্তি সহকাৰে পুৰুষানুক্ৰমে আজিও পালন কৰি আছে। এই কৃষ্টিসমূহৰ প্ৰশিক্ষণ নিজ নিজ বংশৰ গুণীজনে অনুজসকলক দি পৰম্পৰা ৰক্ষা কৰি আছে।

**শংকৰদেৱ কলাক্ষেত্ৰ ঃ বৰপেটা**

কুৰি শতিকাৰ মাজ ভাগলৈ সত্ৰীয়া সংস্কৃতিসমূহ বংশৰাসকলৰ নিজ সম্পদ সেৱাৰ বস্তু ৰূপে নিজৰ মাজতে আবদ্ধ আছিল। ১৯৪৭ চনত স্থাপিত 'সত্ৰীয়া নৃত্য কলা প্ৰচাৰ সমিতি'ৰ কেইগৰাকীমান উদাৰপন্থী সদস্যৰ প্ৰচেষ্টাত সত্ৰীয়া কৃষ্টিসমূহ সকলোৰে মাজত প্ৰচাৰ কৰে। এই অনুষ্ঠানেই কালক্ৰমত বৰ্তমানৰ 'শংকৰদেৱ কলাক্ষেত্ৰ বৰপেটা'।

শংকৰদেৱ কলাক্ষেত্ৰই জন্ম লগ্নৰে পৰা বৰগীত, খোলবাদ্য, পাঠ-প্ৰসঙ্গৰ উপৰি কৃষ্ণ-নৃত্য, দশাৱতাৰ নৃত্য, পিছলৈ ভোৰতাল-নৃত্য, পাৰিজাত হৰণ, ৰামবিজয় আদি অংকীয়া নাট আৰু দধিমথন, স্যমন্তক হৰণ, কালীয় দমন আদি নৃত্য-নাটিকাৰ প্ৰশিক্ষণ দি প্ৰচাৰ কৰি আছে। ২০০০ চনত এই অনুষ্ঠানৰ সোণালী জয়ন্তী উৎসৱ বৰ গাম্ভীৰ্যপূৰ্ণভাৱে পালন কৰা হৈছে। এই উৎসৱৰ স্মৰণিকা 'সোণালী মালিতা'[৭]খন কলাক্ষেত্ৰৰ দলিল স্বৰূপে ৰাইজে আদৰি লৈছে। এই অনুষ্ঠানত প্ৰশিক্ষণ লব্ধ ছাত্ৰ-ছাত্ৰীসকলে ভাৰতৰ প্ৰান্তে প্ৰান্তে আমাৰ সত্ৰীয়া কৃষ্টিসমূহ প্ৰদৰ্শন কৰি প্ৰচাৰ কৰি আছে। ওপৰোক্ত নৃত্যসমূহ, অংকীয়া নাট আৰু নৃত্য-নাটিকাৰ উপৰি প্ৰয়াত মহানন্দ সূত্ৰধাৰে সৃষ্টি কৰা ভোৰতাল নৃত্যই দেশ-বিদেশৰ পৰা প্ৰশংসা কঢ়িয়াই আছে এই অনুষ্ঠানলৈ, বৰপেটালৈ[৮]।

এই অনুষ্ঠানৰ অনেক ছাত্ৰ-ছাত্ৰীয়ে 'সত্ৰীয়া সংগীত' বিষয়সহ হাইস্কুল শিক্ষান্ত পৰীক্ষা সুখ্যাতিৰে উত্তীৰ্ণ হৈছে। গুৱাহাটী, ওদালগুৰি আদি ঠাইত ইয়াৰে প্ৰাক্তন ছাত্ৰ-ছাত্ৰীয়ে সত্ৰীয়া সংস্কৃতিৰ প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন কৰি প্ৰচাৰ কৰি আছে।

**শংকৰী সত্ৰীয়া-সংস্কৃতি মহাবিদ্যালয় ঃ**

বৰপেটা সত্ৰৰ প্ৰাক্তন বুঢ়াসত্ৰীয়া প্ৰভু গদাধৰ দাসদেৱৰ সভাপতিত্বত ২০০১ চনত, সত্ৰৰ ভাওনা গৃহত, অনুষ্ঠিত ৰাজহুৱা সভাত শংকৰী সত্ৰীয়া সংস্কৃতি মহাবিদ্যালয় এখন স্থাপনৰ সিদ্ধান্ত হয়। এইসভাতে বৰপেটাৰ সত্ৰীয়া সংস্কৃতিৰ সৈতে জড়িত কলা-কুশলী ব্যক্তি কেইজনমানক লৈ এখন প্ৰস্তুতি তথা পাঠ্যক্ৰম প্ৰস্তুত কৰা সমিতি গঠন কৰা হয়। এই সমিতিয়ে সদ্যহতে বৰগীত, খোল আৰু সত্ৰীয়া নৃত্যৰ এখন ৫ বছৰীয়া পাঠ্যক্ৰম যুগুত কৰে। ২০০২ চনৰ ডিচেম্বৰ মাহৰ পৰা কলেজৰ শুভাৰম্ভ হয়। বৰ্তমান তিনিওটা বিষয়তে বিগত ২০০৭-৮ আৰু ২০০৮-৯ বৰ্ষত কেইবাজনো প্ৰশিক্ষাৰ্থীয়ে চূড়ান্ত পৰীক্ষা দি কৃতকাৰ্য হৈছে।

সদ্যহতে সত্ৰৰ ভাওনাগৃহতে প্ৰশিক্ষণ দি থকা হৈছে যদিও সত্ৰৰ বাহিৰত নিজ অস্থানৰ ব্যৱস্থা হ'লে সকলো শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীয়ে ইয়াত শিকাৰ সুবিধা পাব। যথা সমযত পাঠ-প্ৰসঙ্গ, ওজাপালি, ঘোষা-কীৰ্তন, ব্যাহ-কীৰ্তন আদি অনেক বিষয়ৰ পাঠ্যক্ৰম ভিত্তিক প্ৰশিক্ষণ দিয়াৰ পৰিকল্পনা আছে বুলি উদ্যোক্তাসকলে আশা ৰাখিছে।

**পুখুৰীৰ পাৰৰ বাহা ঃ**

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ সময়ৰ পৰাই এইখন ভকতৰ বাহত বন্তিপ্ৰজ্বলন, নাম-প্ৰসঙ্গ, চৰিত্ৰপাঠ, শৰণ-ভজনৰ শিক্ষা প্ৰাক্তন বুঢ়াসত্ৰীয়া মোহনৰাম আতৈৰ দিনলৈকে (১১ পীৰি) চলি আছে। প্ৰায় ৪৫ বছৰ ধৰি ইয়াত সত্ৰীয়া সংস্কৃতিৰ চৰ্চা হৈছিল উক্ত আতৈৰ দিনত।

বৰ্তমান এই বাহাত কোনো ভকত নাই যদিও সংস্কৃতি কেন্দ্ৰটো শ্ৰীমহানন্দ দাস বায়নে চলাই আছে।

**বৰগীত বিদ্যালয় ঃ** (সঙ্গীত সত্ৰ পৰীক্ষা পৰিষদৰ অন্তৰ্গত)

স্থাপিত ২০০৩ চন।

এই অনুষ্ঠানৰ পাঠ্যক্ৰম ৭ বছৰীয়া। প্ৰাক প্ৰাথমিক ১ বছৰীয়া, প্ৰাথমিক ১ বছৰীয়া, প্ৰথমা ১ম বৰ্ষ, ২য় বৰ্ষ, মধ্যমা ১ বছৰীয়া, কুশল ১ বছৰীয়া আৰু গুণীন ১ বছৰীয়া।

বৰ্তমান খোলৰ বাজনা, বৰগীত, নৃত্যৰ লগতে ভোৰতাল নৃত্যৰ প্ৰশিক্ষণ দি থকা হৈছে।

---

৭) কলাক্ষেত্ৰৰ জন্মলগ্নৰে পৰা জীৱনৰ অন্তিম দিনলৈকে বিভিন্ন পদবীত কাৰ্যনিৰ্বাহ কৰা মহানন্দ সূত্ৰধাৰ, সত্ৰীয়া সংস্কৃতিৰ পুৰোধা ব্যক্তি।

৮) সোণালী মালিতা মহাদেৱ বায়নদেৱৰ প্ৰবন্ধৰ সহায়ত।

## বে-চৰকাৰী শিক্ষানুষ্ঠান ঃ

### (ক) অসমীয়া মাধ্যম

বৰপেটা নগৰ আৰু দাঁতিকাষৰীয়া কিছুমান গাঁৱত 'শংকৰদেৱ শিশু নিকেতন' আৰু 'অসম জাতীয় বিদ্যালয়' দুই ধৰণৰ জাতীয় ভাৱধাৰাৰ শিক্ষানুষ্ঠান কুৰি শতিকাৰ শেষ দশকৰ পৰা গঢ় লৈ উঠিছে।

### শংকৰদেৱ শিশু নিকেতন ঃ

ভাৰতীয় সংস্কৃতিৰ ওপৰত ভিত্তি কৰি বিদ্যাভাৰতীৰ অন্তৰ্ভুক্ত আৰু অসম শিশু শিক্ষা-সমিতিৰ দ্বাৰা পৰিচালিত বৰপেটা শংকৰদেৱ শিশু নিকেতন ১৯৯০ চনত স্থাপিত হয়। ইয়াত অংকুৰ শ্ৰেণীত নাম ভৰ্ত্তি কৰা হয় ৩ বছৰ ৩ মাহ বয়সৰ শিশুসকলক। অইন বিদ্যালয়তকৈ ইয়াত নিয়ম-নীতি কিছু পৃথক। সৰৱ আৰু নীৰৱ প্ৰাৰ্থনা, ভক্তিমূলক-দেশপ্ৰেমমূলক গীত-মাত, সৰস্বতী বন্দনা, নিয়মানুৱৰ্তিতা, সংযত আচাৰ-ব্যৱহাৰ, স্বাস্থ্যৰ যতন আদি কেতবোৰ অংকুৰ শ্ৰেণীৰ পৰাই ছাত্ৰ-ছাত্ৰীয়ে পালন কৰাটো বাধ্যতামূলক। আচাৰ্য, আচাৰ্যাসকলৰ প্ৰশিক্ষণত শিক্ষাদৰ্শন, মনোবিজ্ঞান, পাঠযোজনা, পাঠদান কৌশল আদি বিভিন্ন দিশ সামৰা হয়। অংকুৰৰ পৰা ৪ৰ্থ শ্ৰেণীলৈ বিষয়বোৰৰ পাঠ্যপুথিসমূহ শিশু শিক্ষা সমিতিৰ দ্বাৰা সংকলন কৰা হয়।

বৰপেটাৰ এই বিদ্যালয়খনে ৪৫ জন ছাত্ৰ-ছাত্ৰীৰে আৰম্ভ কৰি ক্ৰমে ক্ৰমে ৰাইজৰ আস্থাভাজন হৈ উঠিছে। বৰ্তমান অংকুৰৰ পৰা দশম শ্ৰেণীলৈ মুঠ ছাত্ৰ-ছাত্ৰী ৯৮১ জনা, আচাৰ্য-আচাৰ্যা ৫১ গৰাকী।

### জাতীয় বিদ্যালয় ঃ

অসম জাতীয় বিদ্যালয় সংগঠনৰ অধীনত বৰপেটাত ১৯৯৭ চনত স্থাপন হৈছে 'অসম কেশৰী জাতীয় বিদ্যালয়'। বৰপেটাৰ 'সচেতন গণমঞ্চ' নামৰ সমাজসেৱী সংগঠন এটাৰ উদ্যোগত স্থানীয় 'মিলন মন্দিৰ'ৰ ওচৰত এই বিদ্যালয়খন পুৰণি মাছ বজাৰৰ গৃহৰ লগতে ঘৰ, শ্ৰেণীকোঠা সাজি চলি আছে। কমসংখ্যক ছাত্ৰ-ছাত্ৰী হ'লেও ২০০৮ বৰ্ষৰ হাইস্কুল শিক্ষান্ত পৰীক্ষাত ৮ জন ছাত্ৰ অৱতীৰ্ণ হৈ এশ-শতাংশ উত্তীৰ্ণ হৈছে। দুজনে ডিষ্টিংছন আৰু এজনে ষ্টাৰ নম্বৰ লাভ কৰিছে। বৰ্তমান অংকুৰ শ্ৰেণীৰপৰা ১০মলৈ মুঠ ছাত্ৰ-ছাত্ৰী ২০৩ জন।

বৰপেটাত "নবোদয় জাতীয় বিদ্যালয়" আৰু "বৰপেটা জাতীয় বিদ্যালয়" নামৰ আৰু দুখন জাতীয় বিদ্যালয় আছে যদিও দুয়োখনে আশানুৰূপ অগ্ৰগতি এতিয়ালৈ লাভ কৰা নাই।

এইবোৰৰ উপৰি ব্যক্তিগতভাৱে "তুতিৰাম হাইস্কুল" আৰু "অনাথ মিচন" নামে অসমীয়া মাধ্যমৰ দুখন হাইস্কুল আছে।

### (খ) ইংৰাজী মাধ্যমৰ স্কুল (ব্যক্তিগত) ঃ

একৈশ শতিকাৰ প্ৰথম দশকত ইংৰাজী মাধ্যমৰ স্কুল স্থাপনৰ যেন প্ৰতিযোগিতাহে হৈছে। এচাম শিক্ষিত পিতৃ-মাতৃৰ ইংৰাজী মাধ্যমৰ স্কুলৰ প্ৰতি আগ্ৰহৰ মুখ্য কাৰণটো হ'ল — "আমি ইমান পঢ়িও ইংৰাজীতে কথা এষাৰ ক'ব নোৱাৰি হীনমন্যতাত ভুগিছো, সেয়ে আমাৰ ল'ৰা-ছোৱালীয়ে যাতে তেনে অসুবিধাত নপৰে।"

বৰ্তমান R.T. মডেল, বাণীকান্ত গ্ৰীণলেণ্ড, কেন্দ্ৰীয় বিদ্যালয়, চেণ্ট টেৰেছা আৰু মেৰিয়ান নামৰ স্কুল কেইখনে ছাত্ৰ- ছাত্ৰী পঢ়াই আছে।

আগেয়েও ইয়াৰ ল'ৰা-ছোৱালী বৰপেটা ৰোডলৈ গৈ ইংৰাজী মাধ্যমত চেণ্ট মেৰীজ, জোছেফ আদি স্কুলত পঢ়িছিল। বৰপেটাত "R T Model" আটাইতকৈ পুৰণি ইংৰাজী মাধ্যমৰ স্কুল। তথাপি বাহিৰৰ Convent, Donbosco educated লোকৰ দ্বাৰা পৰিচালিত স্কুলবোৰলৈহে এচাম অভিভাৱকৰ আকৰ্ষণ বেছি।

### ST. Teresa's ঃ

তামিলনাডুৰ শিক্ষাবিদ Mr. John T.Gয়ে স্থানীয় লোকৰ সহযোগত ২০০২ চনত উত্তৰ বৰপেটাত নিজা মাটি-ঘৰত এই স্কুলখন স্থাপন কৰিছে। আৰম্ভণিৰে পৰা এইখন স্কুলে ৰাইজক আকৰ্ষণ কৰিছে। মুঠ ২০জন শিক্ষক-শিক্ষয়িত্ৰীৰ সৰহসংখ্যক তামিলনাডুৰ। নাৰ্চাৰী শাখাৰ পৰা ৯ম শ্ৰেণীলৈ মুঠ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ৫৩৬। অতি কম সময়তে অতি খৰতকীয়াকৈ এই স্কুলখন আগবাঢ়ি আছে।

### কেন্দ্ৰীয় বিদ্যালয় ঃ

সৰ্বভাৰতীয় কেন্দ্ৰীয় বিদ্যালয় সংগঠনৰ দ্বাৰা নিয়ন্ত্ৰিত আৰু পৰিচালিত এই বিদ্যালয়খন ২০০৩ চনত স্থাপিত হয়। বৰপেটাৰ স্থানীয় লোকৰ অভূতপূৰ্ব সহাৰি লাভ কৰা এই স্কুলখন পুৰণি চিভিল হস্পিতেলত, তাৰ পিছত বৰপেটা আইন মহাবিদ্যালয়ত অস্থায়ীভাৱে থাকি, ২০০৯ চনত অস্থায়ী ঘৰ-দুৱাৰ সাজি নিজা মাটিত থিতাপি লৈছে মৰানদীৰ উত্তৰ পাৰে। এইখিনি সময়ৰ ভিতৰতে স্কুলখনে দোপতদোপে আগবাঢ়ি এই বছৰ ১০ম শ্ৰেণী পাইছে। ১ম শ্ৰেণীৰ পৰা ১০ম শ্ৰেণীলৈ মুঠ ১৫টা শাখাত ছাত্ৰ-ছাত্ৰী প্ৰায় ৬০০জন। এই স্কুলৰ সৰহ সংখ্যক শিক্ষক-শিক্ষয়িত্ৰী উত্তৰপ্ৰদেশ, বিহাৰ আদি ৰাজ্যৰ।

### মেৰীয়ান স্কুল ঃ

ছিষ্টাৰ শ্ৰীমতী নিৰ্মলা মাথুৰ নামৰ কেৰেলা ৰাজ্যৰ 'Nun' এগৰাকীয়ে ২০০৫ চনত বৰপেটাৰ বিলৰতাৰি হাটীত ভাৰা ঘৰত ইংৰাজী মাধ্যমৰ এই স্কুলখন স্থাপন কৰিছে। শ্ৰীমতী মাথুৰ প্ৰায় কুৰি বছৰ ধৰি বৰপেটাৰোডত বাস কৰি আছে। 'চেণ্টমেৰীজ স্কুল'ৰ শিক্ষয়িত্ৰী এই চিষ্টাৰ গৰাকীয়ে পিছলৈ নিজকে বৰপেটাৰোডত মেৰীয়ান হায়াৰ চেকেণ্ডাৰী স্কুল এখন কেবা বছৰৰ পৰা চলাই আছে। বৰপেটাৰ এইখন স্কুলত নাৰ্চাৰী শাখাৰ পৰা

৭ম শ্ৰেণীলৈ মুঠ ছাত্ৰ-ছাত্ৰী ২২২গৰাকী।

**বাণীকান্ত গ্ৰীনলেণ্ড একাডেমী ঃ**

বৰপেটা সঙ্গীত কলাকেন্দ্ৰ প্ৰাঙ্গণত ২০০৩ চনত এই স্কুল স্থাপিত হয় কেইগৰাকীমান সমাজসেৱী উৎসাহী ডেকাৰ দ্বাৰা। অতি আহল-বহল মুকলি পৰিবেশত এই স্কুলখনে মাত্ৰ ৬০জন ছাত্ৰী-ছাত্ৰীলৈ চলি আছে। বৰ্তমান এই স্কুলৰ অধ্যক্ষকে সামৰি মুঠ ১৪ গৰাকী স্থানীয় শিক্ষক-শিক্ষয়িত্ৰী আছে।

**ৰমা টেম্পাৰ মডেল স্কুল ঃ** এইখন বৰপেটাৰ ১৯৮৪ চনতে স্থাপিত আটাইতকৈ পুৰণি ইংৰাজী মাধ্যমৰ বিদ্যালয়। বৰপেটা আইন মহাবিদ্যালয়ৰ গাতে লগা নিজা মাটি-ঘৰত বৰ্তমান চলি আছে। ছাত্ৰ-ছাত্ৰীৰ সংখ্যা দুশৰ ওপৰ। ব্যক্তিগত দানেৰে স্থাপন কৰা স্কুলখন বৰ্তমান পৰিচালনা সমিতিয়ে চলাই আছে।

**বৰপেটাৰ কাৰিকৰী শিক্ষাৰ প্ৰতিষ্ঠান ঃ**

এটা সময়ত ঔদ্যোগিক নগৰী বুলি খ্যাত বৰপেটাত ঘৰে ঘৰে কুটীৰ শিল্প আছিল। হাতীদাঁতৰ নানা আ-অলংকাৰ তৈয়াৰ কৰা শিল্পীয়ে এতিয়া কাঠেৰে 'গুৰুআসন' গঢ়ে। উত্তপ্ত লোহা হাতুৰীৰে পিটি পিটি দা, কুঠাৰ দুই এঘৰতহে তৈয়াৰ হয়। নাদৰ পাত তৈয়াৰ কৰা কুমাৰ নাই। হাতেৰে হীৰামাটি কোবাই কোবাই টেকেলি, চৰু, বেইৰা সজা মাত্ৰ এখন ঘৰৰহে মহিলা আছে। পুৰণি বহি যোৱা চাপৰ ঘৰ দাণ্ডি ওখ কৰিব পৰা চিদা বায়ন, কালীয়া মিস্ত্ৰি নাই। কীৰ্তন ঘৰৰ বেৰত কৃষ্ণলীলা খোদিত কৰা কাঠমিস্ত্ৰি নাই। উজনিৰ বেলগুৰিৰ পৰা কোচবিহাৰ মধুপুৰলৈকে মঠ-মন্দিৰ দৌল সজা শংকৰ মিস্ত্ৰিও নাই। আছে, সকলো আছে, কিন্তু বৰপেটীয়াৰ হাতত নাই। তাঁতীকুছিত তাঁতশাল নাই। 'বৃন্দাবনী বস্ত্ৰ' আজিৰ প্ৰজন্মৰ কাৰণে সাধুকথা। সেই তাঁতীকুছিত ছোৱালীয়ে দ'তৈনি, গৰকা, ফুলচেৰী, শৰকাঠি কি বস্তু বুজি নাপায়, বৰ্তমান বৰপেটাৰ লেডিজ টেইলাৰিংবোৰত চিলাই কাম কৰে বেতনভোগী ছাজিদা, জাহানাৰা, মনোৱাৰাই। আমাৰ আতা-পিতাৰ বৃত্তি অবজ্ঞা কৰি, শিক্ষিত নিবনুৱা হৈ চিঞৰিছোঁ— 'আমাক কাৰিকৰী শিক্ষাৰ প্ৰতিষ্ঠান দিয়া।'

**কাৰিকৰী (ITI) প্ৰশিক্ষণ অনুষ্ঠান ঃ**

বৰপেটাৰ এই চৰকাৰী অনুষ্ঠান ১৯৬৪ চনত স্থাপিত হৈছে যদিও বহু বছৰ ধৰি গুৱাহাটী ITIখনৰ লগতে আছিল। নিজ ঘৰ-দুৱাৰ, শ্ৰেণীকোঠা, প্ৰয়োগশালা নিৰ্মাণ কৰাৰ পিছতহে বৰপেটাত প্ৰশিক্ষণৰ ব্যৱস্থা হৈছে। একমাত্ৰ এই কাৰিকৰী অনুষ্ঠানত মুঠ ১১টা বিভাগত এনেদৰে প্ৰশিক্ষণ দি আছে ঃ

| | বিভাগ | আসনৰ সংখ্যা | প্ৰশিক্ষণৰ কাল(বছৰ) |
|---|---|---|---|
| 1. | Electrician | ৩২ | ২ |
| 2. | Fitter | ৩২ | ২ |

| | | | |
|---|---|---|---|
| 3. | Wireman | ৩২ | ২ |
| 4. | Motor Vehicle | ৩২ | ২ |
| 5. | Welder | ২৪ | ১ |
| 6. | Stenography | ১৬ | ১ |
| 7. | Cutting & Tailoring (কেৱল ছোৱালীৰ বাবে) | ১৬ | ১ |
| 8. | Computer (COPA) | ১৬ | ১ |
| 9. | Electronics Mechanics | ১৬ | ২ |
| 10. | R & AC (Refrigirator & Air Conditioning) | ১৬ | ২ |
| 11. | Hair & Skin care (কেৱল ছোৱালীৰ বাবে) | ১৬ | ১ |

নামভৰ্তিৰ বাবে ছাত্ৰ-ছাত্ৰীৰ ন্যূনতম অৰ্হতা H.S.L.C যদিও H.S.S.L.C., স্নাতক পৰ্যন্ত আগ্ৰহী। বৰ্তমান ইয়াৰ প্ৰতি ছাত্ৰ-ছাত্ৰীৰ আগ্ৰহ বৃদ্ধি পাইছে। আসনৰ অভাৱত অনেকজনক বিমুখ কৰিব লগা হৈছে। ইয়াত মুঠ ১৮ গৰাকী প্ৰশিক্ষকে কাম কৰি আছে।

**National College of Paramedical Science (NCPS) :**

বৰপেটা-জনীয়া ৰোডত 'ব্ৰহ্মপুত্ৰ শিক্ষা সন্থা' নামৰ (ব্যক্তিগত) সন্থা এটাই অৰ্থৰ যোগান ধৰা ডাক্তৰী বিদ্যাৰ এই অনুষ্ঠানটো ২০০৫ চনত স্থাপিত হৈছে। ইয়াৰ M.D ডা° এছ আই চৌধুৰী, অধ্যক্ষ শ্ৰীবনমালী দাস আৰু উপাধ্যক্ষ শ্ৰীমুকুট ৰঞ্জন দাস। চৰকাৰৰ দ্বাৰা অনুমোদিত পাঠ্যক্ৰম অনুসৰি ইয়াত উল্লেখ কৰা বিষয়সমূহৰ প্ৰশিক্ষণ হৈ আছেঃ

(১) যোগ ঃ (এবছৰীয়া, সনাতন গুৰুকুলৰ পাঠ্যক্ৰম)।

(২) নাৰ্ছিং ঃ (কেৱল ছোৱালীৰ বাবে।
ডেৰ বছৰীয়া পাঠ্যক্ৰমৰ ৬ মাহ প্ৰেক্টিকেল ট্ৰেইনিং)।

(৩) Spoken English (৩ মাহৰ পাঠ্যক্ৰম)।

(৪) লেব'ৰেটৰী টেক্নিচিয়ান (নামভৰ্তিৰ ন্যূনতম অৰ্হতা HSSL (Sc) এবছৰীয়া)।

(৫) ফাৰ্মাচিষ্ট (Advanced Medicine আৰু Laboratory, এবছৰীয়া)।

অধ্যক্ষ শ্ৰীদাসে জনোৱা মতে ওপৰত উল্লেখ কৰা আটাইকেইটা বিভাগতে আশানুৰূপ সঁহাৰি পোৱা গৈছে। আগলৈ আৰু অধিক বিষয় সামৰি লোৱাৰ পৰিকল্পনা আছে। ওপৰঞ্চিভাৱে Internet ৰ সহায়ত দূৰ-দূৰণিৰ শিক্ষা প্ৰতিস্থানৰ সকলো খা-খবৰ সংগ্ৰহ কৰি বৰপেটাৰ আগ্ৰহী অভিভাৱক আৰু ছাত্ৰ-ছাত্ৰীক যোগান ধৰি, সমাজ সেৱাৰ (Councelling) মানসিকতাৰে (বিনা খৰচে) কিছু কাম কৰি আছে।

**জিলা কম্পিউটাৰ শিক্ষাকেন্দ্ৰ (চৰকাৰী) ঃ**

আমট্ৰনৰ অধীনৰ জিলা কম্পিউটাৰ শিক্ষা কেন্দ্ৰ এটা ২০০৮ চনত স্থাপিত হৈছে স্থানীয় চৰকাৰী উচ্চতৰ মাধ্যমিক স্কুল চৌহদত। ইয়াত এক মহীয়া আৰু তিনি মহীয়া চাৰ্টিফিকেট আৰু এবছৰীয়া ডিপ্লোমা পাঠ্যক্ৰমৰ প্ৰশিক্ষণ দি থকা হৈছে। তদুপৰি উচ্চ মাধ্যমিক আৰু উচ্চতৰ মাধ্যমিক পাঠ্যক্ৰমৰ পাঠদানৰ ব্যৱস্থাও আছে।

**বৰপেটা কলা একাডেমী ঃ**

১৯৯৪ চনত বৰপেটা 'কলা বিদ্যালয়' নামেৰে স্থাপিত এই বিদ্যালয়খনে ভালেকেইবছৰ বিদ্যাপীঠত শিক্ষা দান কৰিছিল শিল্পী ভগৱান চন্দ্ৰ পাঠক দেৱৰ তত্ত্বাৱধানত। সেই কালৰ যশস্বী শিল্পী হৰেন খন্তি (হৰেন ৰায়চৌধুৰী), মধুসূদন দাস আৰু শিল্পী থিৰেশ্বৰ দাস, দেৱৰাজ ডেকা আৰু অনেক উৎসাহী ব্যক্তিসকল ইয়াৰ সৈতে জড়িত আছিল। বৰ্তমান 'বৰপেটা কলা একাডেমী' নামেৰে স্থানীয় ছাত্ৰবৃত্তি স্কুলত ই কাৰ্যনিবাহ কৰি আছে। ইয়াত VI, VII স্তৰৰ ছাত্ৰ-ছাত্ৰীৰ বাবে প্ৰাৰম্ভিক, VIII স্তৰৰ ছাত্ৰ-ছাত্ৰীৰ বাবে Bridge Course আৰু IX, X স্তৰৰ ছাত্ৰ-ছাত্ৰীৰ বাবে SEBA ৰ "Fine Art"ৰ পাঠ্যক্ৰম অনুসৰি প্ৰশিক্ষণ দিয়া হয়। ইয়াৰ পৰা হাইস্কুল শিক্ষান্ত পৰীক্ষাত কলা বিষয় ঐচ্ছিক হিচাপে পৰীক্ষা দি কৃতকাৰ্য হোৱা কেইবাজনো শিক্ষাৰ্থীয়ে লেটাৰ নম্বৰ লাভ কৰি উত্তীৰ্ণ হৈছে। প্ৰশিক্ষকসকলৰ মতে বৰ্তমান এচাম অভিভাৱক কলাৰ প্ৰতি আগ্ৰহী হৈছে আৰু ছাত্ৰ-ছাত্ৰীৰ সংখ্যাও বাঢ়িছে। বৰ্তমান মুঠ শিক্ষাৰ্থী ২০৯জন। প্ৰশিক্ষক ৭গৰাকী।

**Wood Carving কেন্দ্ৰ ঃ**

হাতীদাঁতৰ শিল্পৰ সৈতে জীৱিকাৰ পাতনি মেলা, অশীতি বৰ্ষীয়ান শ্ৰীটিকেন বায়নে বৰ্তমান কাঠৰ গুৰু আসন, সত্ৰৰ দুৱাৰ, কাপেলি আদি বৰপেটা সত্ৰৰ আৰ্হিৰে মূৰ্ত্তি, লতাপাত শিল্পীসুলভ দৃষ্টিৰে মনোগ্ৰাহীকৈ খোদিত কৰি ধৰ্মপ্ৰাণ ৰাইজক আকৰ্ষিত কৰিছে। এটা সময়ত চৰকাৰে জলপানিৰ ব্যৱস্থা কৰি এই বিদ্যা শিকাৰ সুবিধা দিছিল, কিন্তু কৃতকাৰ্য নহ'ল।

অসমৰ কেইবাখনো সত্ৰৰ গুৰু আসন, দুৱাৰ, কাপেলী আদিত শ্ৰীবায়নৰ শিল্পীসত্তা বৰ্তি আছে। 'নাম ঘৰৰ দুৱাৰত ছয় ভক্তৰ (হনুমান, জাম্বৱন্ত, বিভীষণ, উদ্ধৱ, বিদুৰ আৰু মৈত্ৰীয়) মূৰ্তি খোদিত কৰা দিনকেইটাত সেই ভক্তবৃন্দৰ সঙ্গসুখ অনুভৱ কৰো।' এয়া বায়নৰ মানসিক তৃপ্তি।

বৰপেটাত গুৰু-আসন সজা কাঠশিল্পৰ অনুষ্ঠান আৰু আছে। চাৰু-কাৰু কলা বিদ্যালয়ো আছে।

## সামৰণি

**শিক্ষাৰ গুণগত মান সম্পৰ্কে মন্তব্য আৰু ভৱিষ্যতৰ কাৰণে নিৰ্দেশনা ঃ**

শিক্ষাৰ গুণগত মান সম্পৰ্কে মতামত দিবলৈ যাওঁতে শিক্ষাৰ উদ্দেশ্যৰ কথা মনলৈ আহে। যুগৰ পৰিৱৰ্তনৰ সৈতে সামাজিক ধ্যান-ধাৰণাৰ সলনি হয়। সমাজৰ চাহিদাও একে নাথাকে। সমাজৰ উপাদান ব্যক্তি। ব্যক্তিক সমাজে বিচৰা ধৰণে গঢ় দিয়াই শিক্ষাৰ উদ্দেশ্য। ইয়াৰ ভিতৰত ব্যক্তিৰ বৌদ্ধিক বিকাশ সাধন কৰাটো মুখ্য। কিন্তু বৰ্তমান সমাজৰ মুষ্টিমেয় লোকেহে এই কথা উপলব্ধি কৰে। সৰহসংখ্যকৰে ধাৰণা— চাকৰিৰ

বাবেহে যেন পঢ়া-শুনা। গতিকে শিক্ষাৰ উদ্দেশ্য বিঘ্নিত হৈছে। আনুষ্ঠানিক শিক্ষা হৈ পৰিছে চাকৰিৰ পাৰ-পত্ৰ যোগাৰ কৰা আহিলা। বৰ্তমান হাইস্কুল শিক্ষান্ত পৰীক্ষা ঐচ্ছিক কৰিব খোজাৰ দৰে যদি, কোনো সময়ত ‘Degree to be de-linked with job’ নীতি গ্ৰহণ কৰা হয়, তেন্তে বৰ্তমানৰ হাজাৰখন স্কুল-কলেজৰ ৯৯৯খনেই ছাত্ৰৰ অভাৱত হয়তো বন্ধ হৈ যাব। কাৰ বৌদ্ধিক বিকাশ? ক'ত হ'ব? শান্তি, শৃংখলা, সমাজৰ প্ৰতি দায়বদ্ধতা, নীতি-নিয়ম? So what?

শিক্ষা ক্ষেত্ৰৰ সংস্কাৰৰ প্ৰয়োজন ৰাইজে অনুভৱ কৰিছে। কিন্তু সংস্কাৰ সাধন কৰিব পৰা বৰ্তমান মহাশক্তিমান কাৰকটো হৈছে চৰকাৰ; চৰকাৰে অনতিপলমে এই কামত আন্তৰিকতাৰে দৃঢ় পদক্ষেপ ল'ব লাগিব। বৰ্তমান আমাৰ ৯০ শতাংশৰ অধিক মেধাসম্পন্ন ছাত্ৰ-ছাত্ৰীৰ বাঙ্গালুৰু, চেন্নাই আদিলৈ শিক্ষা গ্ৰহণৰ বাবে সোঁত বৈছে। শিক্ষাৰ অন্তত সেইবোৰ ঠাইত নিয়োগৰ সুবিধাৰ বাবেই এই সোঁত। অসমত তেনে নিয়োগ নিশ্চিত শিক্ষানুষ্ঠান স্থাপিত হ'লে অভিভাৱকসকলৰ লাখ লাখ টকাৰ বোজা পাতলিব। শিক্ষান্ত পৰীক্ষাত ব্যক্তিগত খণ্ডৰ শিক্ষানুষ্ঠানবোৰে তুলনামূলকভাৱে চৰকাৰী শিক্ষানুষ্ঠানবোৰতকৈ ভাল ফল আৰু অন্যান্য সা-সুবিধাৰে ছাত্ৰ-ছাত্ৰীক আকৰ্ষণ কৰিব পাৰিছে। চৰকাৰী শিক্ষা অনুষ্ঠানবোৰৰ শিক্ষাৰ মানদণ্ড উন্নীত কৰিবলৈ কেতবোৰ দিশত সংস্কাৰ সাধন কৰিব লাগিব। মুখ্যতঃ কেইটামান উল্লেখ কৰা হ'ল ঃ

(১) বছৰ বছৰ ধৰি ভাৰপ্ৰাপ্ত মুৰব্বীৰ দ্বাৰা প্ৰশাসন ক্ষতিকাৰক।

(২) মেধা ভিত্তিত শিক্ষক নিযুক্তি হ'ব লাগে।

(৩) স্কুলৰ পৰিচালনা সমিতিবোৰে শৈক্ষিক দিশতো পৰামৰ্শ দিব পৰাকৈ অধিক সক্ৰিয় হ'ব লাগে।

(৪) স্কুল পৰিদৰ্শনত গুৰুত্ব দিয়া উচিত।

(৫) নতুন পাঠ্যপুথিৰ আধাৰত শিক্ষক-প্ৰশিক্ষণৰ ব্যৱস্থা কৰিব লাগে।

(৬) শিক্ষক কোনো ৰাজনৈতিক দলৰ সক্ৰিয় সদস্য হ'ব নালাগে।

ব্যক্তিগত খণ্ডৰ শিক্ষানুষ্ঠানবোৰত চৰকাৰৰ নিয়ন্ত্ৰণ থাকিব লাগে আৰু এনে অনুষ্ঠানৰ পৰিচালনা সমিতিবোৰত চৰকাৰৰ মনোনীত ব্যক্তি সদস্যভুক্ত হ'ব লাগে।



# স্বাধীনতা আন্দোলনৰ ৰ'দ কাঁচলিত বৰপেটা

ভূপেন্দ্ৰ ৰায়চৌধুৰী

## আলাপ

### (এক)

ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলনৰ ঘাই উদ্দেশ্য আছিল ইংৰাজ চৰকাৰৰ শাসনৰপৰা দেশক মুক্ত কৰা। ইংৰাজৰ পূৰ্বে মোগল, মাৰাঠা, শিখ আৰু বিভিন্ন দেশীয় ৰজা-নবাবসকলে ভাৰতবৰ্ষৰ বিভিন্ন অংশ শাসন কৰিছিল। ৰাজ্য বিস্তাৰৰ কাৰণে বিভিন্ন আভ্যন্তৰীন ৰণ হৈছিল কিন্তু দেশজুৰি কোনো ৰাজনৈতিক বিপ্লৱ সংঘটিত হোৱা নাছিল। মধ্যকালত ভাৰতবৰ্ষজুৰি হোৱা 'ভক্তি আন্দোলন' কেৱল ধৰ্ম- সংস্কৃতিৰ ক্ষেত্ৰতে সীমাবদ্ধ হোৱা কাৰণে ইয়ে ব্যাপকভাৱে সামাজিক জীৱন চুই গৈছিল। কিন্তু ঊনবিংশ শতিকাৰপৰা দেশত এক ৰাজনৈতিক বিপ্লৱৰ আৰম্ভণি হৈছিল আৰু বিংশ শতিকাৰ প্ৰায় পূৰ্বাৰ্দ্ধ দেশজুৰি ব্যাপি স্বাধীনতাৰ হকে তীব্ৰ আন্দোলন চলিছিল। সমগ্ৰ দেশজুৰি হোৱা স্বাধীনতাৰ আন্দোলনৰ মুখ্য কাৰণ আছিল ইংৰাজৰ শোষণ আৰু অত্যাচাৰ। ইয়ে ভাৰতীয় জনতাক ইংৰাজৰ প্ৰতি মোহভঙ্গ কৰাইছিল আৰু একত্ৰিত হৈ স্বতন্ত্ৰতা সংগ্ৰামত ব্ৰতী হ'বলৈ উদ্বুদ্ধ কৰিছিল।

ইংৰাজসকলে বেহা কৰিবলৈ বণিক হিচাপে ভাৰতবৰ্ষলৈ আহিছিল। পোন্ধৰ শ শতিকাত মোগল সম্ৰাটৰ আজ্ঞা সাপেক্ষে ইংৰাজসকলে ভাৰতত বণিজৰ পাতনি মেলিছিল। এই ইংৰাজৰ পূৰ্বে ভাৰতলৈ আহিছিল পৰ্তুগীজসকল। তেওঁলোকে ভাৰতীয়লোকক অত্যাচৰ কৰিছিল। বলপূৰ্বকভাৱে খৃষ্টান কৰিছিল। ইয়াৰ পিছত ক্ৰমান্বয়ে আহিল ডাচ, ইংৰাজ আৰু ফৰাচীসকল। প্ৰথমতে বণিজ কৰাৰ উদ্দেশ্যে অহা ইংৰাজসকলে ভাৰতৰ আভ্যন্তৰীন দুৰ্বলতাৰ সুযোগ লৈ ইয়াত ৰাজত্ব কৰাৰ সিদ্ধান্ত ল'লে। অন্য বিদেশীসকলতকৈ ইষ্ট ইণ্ডিয়া কোম্পানীৰ নামত অহা ইংৰাজসকলে ছলে-বলে কৌশলে ভাৰতৰ বিভিন্ন অঞ্চল দখল কৰিবলৈ ষড়যন্ত্ৰ কৰিছিল। এনে ষড়যন্ত্ৰৰ প্ৰথম চিকাৰ হৈছিল বংগৰ নবাব চিৰাজুদ্দৌলা। ১৭৫৭ খৃঃত পলাচীৰ যুদ্ধ হৈছিল। ইংৰাজ সেনাপতি ক্লাইবে চিৰাজুদ্দৌলাৰ সেনাপতি মীৰ জাফৰক হাত কৰি কেৱল ৩,২০০ সেনাৰে নবাবক পৰাজিত কৰিছিল। অথচ বংগৰ চুলতান

চিৰাজুদ্দৌলাৰ পদাতিক সেনা আছিল ৫০,০০০ আৰু অশ্বাৰোহী ৩০,০০০। বংগ অধিকাৰ কৰাৰ পিছত ইংৰাজৰ শক্তি বাঢ়ি গ'ল। ১৭৬৪ খৃঃত বক্সাৰৰ যুদ্ধত মোগল সম্ৰাটৰ পৰাজয় হ'ল, ১৭৬৫ খৃঃত কড়াৰ যুদ্ধত ইংৰাজে মোগল শাসনৰ ৰাজহাড় ভাঙি পেলালে। ফলত মোগল সম্ৰাটে বংগ, বিহাৰ আৰু উৰিষ্যাৰ শাসন ইংৰাজক গতাই দিলে। ইংৰাজে সামন্তীয় ব্যৱস্থাৰ সলনি পুঁজিবাদী শাসনৰ সমৰ্থন কৰিছিল, কাৰণ খাজনাৰ নামত তেওঁলোকে সোনকালে অধিক ধন লাভ কৰিছিল। সেইকাৰণে লৰ্ড কৰ্ণৱালিচে ১৭৯৩ খৃঃত বংগ, বিহাৰ আৰু উৰিষ্যাত জমিদাৰী প্ৰথা বাহাল কৰিলে। পৰৱৰ্তী সময়ত এই ব্যৱস্থা বোম্বাই (মুম্বাই), উত্তৰ প্ৰদেশ আৰু মধ্যপ্ৰদেশৰ অঞ্চল বিশেষলৈ বিয়পিল। ১৮২০ খৃঃত চাৰ টমাচ মুনৰোই মাটিক ব্যক্তিগত সম্পত্তিৰ অধীনলৈ নিয়াৰ বন্দোবস্ত কৰিলে। ১৭৯৩ খৃঃত কলিকতালৈ খৃষ্টান মিছনাৰীৰ দল এটা আহিল আৰু ধৰ্মান্তৰণৰ কাম আৰম্ভ কৰিলে।

দেশৰ পশ্চিম খণ্ডত ১৭৫৭ খৃঃলৈ মাৰাঠাসকলৰ শক্তিশালী ৰাজ্য আছিল। পশ্চিমোত্তৰ খণ্ডত শিখসকলে প্ৰভুত্ব বিস্তাৰ কৰিছিল। সেয়ে এই খণ্ডৰ শাসন বিশেষকৈ মাৰাঠাসকল আৰু শিখসকল ইংৰাজৰ মূৰ কামোৰণি হৈ পৰিছিল। ইংৰাজে ষড়যন্ত্ৰৰ আশ্ৰয় লৈ ৰাজ্যৰ দুৰ্বল অংশত আঘাত কৰিছিল। ১৭৭২ খৃঃত মাধৱৰাও পেশৱাৰ মৃত্যুৱে ইংৰাজৰ অভিলাসৰ বাট মুকলি কৰি দিছিল, কাৰণ পেশৱাৰ শিন্দে, হোলকৰ, ভোসলে আদি চৰ্দাৰবোৰৰ মাজত মনোমালিন্য বাঢ়িছিল। মাৰাঠা সাম্ৰাজ্যৰ পতন ঘটাই ইংৰাজে ১৮১৮ খৃঃত ইয়াক দখল কৰে। ৰণজিৎ সিংহই শিখ হিন্দুৰ ৰাজ্য প্ৰতিষ্ঠা কৰাৰ উদ্দেশ্যে লাহোৰ দখল কৰি ১৮০২ খৃঃত অমৃতসৰ অধিকাৰ কৰিলে। ১৮০৬ খৃঃত সতলজ নদীৰ পাৰৰ লুধিয়ানা দখল কৰাৰ পিছত সতলজৰ দক্ষিণৰ প্ৰধান শিখবোৰে ৰণজিৎ সিংহৰ বিৰুদ্ধে ইংৰাজৰ সহায় গ্ৰহণ কৰিলে। কিন্তু ৰণজিৎ সিংহক আফগানবোৰৰ পৰা কাশ্মীৰ আৰু পঞ্জাব অংশ দখল কৰাত বাধা দিব নোৱাৰিলে। সেয়ে ইংৰাজে ৰণজিৎ সিংহৰ ৰাজ্য নাশৰ কাৰণে নানান চেষ্টা কৰিও বিফল হ'ব লগাত পৰিল। অৱশ্যে ৰণজিৎ সিংহৰ মৃত্যুৰ (১৮৩৯ খৃঃ) দহ বছৰ পিছত (১৮৪৯ খৃঃ) ইংৰাজে সেই ৰাজ্য অধিকাৰ কৰিলে। দক্ষিণ ভাৰতৰ মহীশূৰত হায়দৰ আলীয়ে এক ন মুছলমান ৰাজ্য স্থাপন কৰিছিল যদিও তেওঁৰ নিজাম আৰু মাৰাঠাসকলৰ লগত ঘটা বিবাদৰ সুযোগ লৈ ইংৰাজে সেই ৰাজ্য দখল কৰিছিল। অসম অঞ্চল বহুদিনলৈ ইংৰাজৰ অধীনলৈ যোৱা নাছিল। ১৭৯২ খৃঃত পোন প্ৰথমবাৰ অসমত ইংৰাজৰ আগমন হৈছিল যদিও সেই সময়ত তেওঁলোক নাথাকিল। কিন্তু আহোম স্বৰ্গদেৱ আৰু বৰফুকনৰ মাজত হোৱা কন্দলৰ পৰিণতিত অসমক তিনিবাৰ মান সেনাই আক্ৰমণ কৰে। মান সেনাৰপৰা নিস্তাৰ পাবলৈ আহোম ৰাজশাসনে ১৮২৬ খৃঃত ইয়াণ্ডাবু সন্ধি কৰি অসমত ইংৰাজৰ কাৰণে বৰ পীৰা পাৰি দিছিল।

ভাৰতত ইংৰাজৰ শাসনক চিৰস্থায়ী কৰাৰ কাৰণে শিক্ষা-ব্যৱস্থাৰ পছিমীয়াকৰণ কৰা

এক উল্লেখযোগ্য ঘটনা। ১৮৩৪ খৃঃত লৰ্ড মেকালে নৱ ৰাষ্ট্ৰবাদৰ কাৰণে ভাৰতীয় পুৰণি শিক্ষা ব্যৱস্থাক নিৰুৎসাহিত কৰি ইউৰোপীয় পদ্ধতিৰ শিক্ষা ব্যৱস্থাৰ আৰ্হি প্ৰস্তুত কৰিলে। লৰ্ড বেণ্টিঙে মেকলেৰ শিক্ষা প্ৰণালী গ্ৰহণ কৰিলে। ফলত ইংৰাজী মাধ্যমত শিক্ষাৰ প্ৰচলন হ'ল। প্ৰচাৰ কৰা হ'ল যে ইংৰাজীৰ অবিহনে আন কোনো ভাষাই জ্ঞান-বিজ্ঞানৰ পৰিধি ঢুকি নাপায়। মেকালেৰ যুক্তি হ'ল — পছিমীয়া ভাষাবোৰৰ ভিতৰত আমাৰ ইংৰাজী ভাষা সৰ্বোত্তম। যিজনে এই ভাষা আয়ত্ত কৰিব, তেওঁ সংসাৰৰ অপাৰ জ্ঞান ভাণ্ডাৰৰ সন্ধান পাব। পুব ফালৰ সমুদ্ৰবোৰৰ ই বাণিজ্যিক ভাষা হোৱাৰ সম্ভাৱনাই বেছি। ফলত দুই-চাৰি শ্ৰেণী পঢ়া লোকে চৰকাৰী চাকৰি পাবলৈ ধৰিলে। পৰম্পৰাগত শাস্ত্ৰী, আচাৰ্য, মহামহোপাধ্যায়ৰ দৰে উপাধিবোৰ অপ্ৰাসংগিক হৈ পৰিল। মেকালেৰ বিশ্বাস আছিল যে ইংৰাজী শিক্ষাৰ ফলত ভাৰতীয়সকলে নিজৰ দেশৰ স্বাভিমান এৰি ইংৰাজৰ কথাবোৰকেই শ্ৰেষ্ঠ বুলি ভাবিব। ভাৰতীয়সকলক বিভ্ৰান্ত কৰাৰ উদ্দেশ্যে নানান সাহিত্য ৰচনাৰ কাৰ্য চলিল। ১৭৭৩ খৃঃত কলিকতাত ইতিহাস অধ্যয়ন কৰাৰ কাৰণে 'ৰয়েল এচিয়াটিক চচাইটি'ৰ স্থাপনা কৰা হৈছিল। এই সংস্থাৰ সকলো খৰচ ইষ্ট-ইণ্ডিয়া কোম্পানীয়ে একেৰাহে সত্তৰ বছৰ দিছিল। বিশাল ভাৰতত নিজৰ শাসন নিয়াৰিকৈ চলাবলৈ চাকৰিয়াল সৃষ্টিৰ উদ্দেশ্যে ইংৰাজে ঊনৈশ শকিতাৰ আৰম্ভণিৰেপৰা ইংৰাজী ভাষা শিকোৱা বিদ্যালয়বোৰ স্থাপন কৰিবলৈ ধৰিলে। ১৮৬১ খৃঃত কলিকতা, বোম্বাই আৰু মাদ্ৰাজ বিশ্ববিদ্যালয় স্থাপিত হ'ল।

১৭৫০ খৃঃত ইংলণ্ডত উদ্যোগ বিপ্লৱ আৰম্ভ হ'ল। এই বিপ্লৱৰ পৰা লাভ পাবলৈ ইংলণ্ডক মূলধন, কেঁচা সামগ্ৰী আৰু উৎপাদিত সামগ্ৰী বিক্ৰীৰ কাৰণে বজাৰৰ প্ৰয়োজন হৈছিল। সেয়ে পলাছীৰ যুদ্ধত বিজয় লাভৰ পিছত ভাৰতীয় প্ৰজাৰ খাজনা বৃদ্ধি কৰি আৰু তেওঁলোকক নিৰ্যাতন দি আহৰণ কৰা কোটি কোটি টকাৰ মূলধন ভাৰতৰ পৰা ইংলণ্ডলৈ পঠিওৱা হৈছিল। ১৮৪৯ খৃঃলৈ জনসংখ্যা বহুল ভাৰতবৰ্ষ তেওঁলোকৰ অধীনলৈ গ'ল। ইয়াত তেওঁলোকে ইংলণ্ডত উৎপাদিত সামগ্ৰী বিক্ৰী কৰিব খুজিছিল। ইংলণ্ডত সূতা আৰু ঊণৰ কাপোৰ তৈয়াৰ হৈছিল। ভাৰতত উৎপাদিত উচ্চ মানৰ মখমল কাপোৰৰ চাহিদা বিদেশত আছিল। ইংলণ্ডত উৎপাদিত কাপোৰ নিকৃষ্ট মানৰ আছিল। ইংৰাজে মখমল কাপোৰ তৈয়াৰ কৰা কাৰীকৰৰ বুঢ়া আঙুলি কাটি পেলাইছিল। ইংলণ্ডৰ কাপোৰ অৱশ্যে ভাৰতৰ তাঁতশালৰ কাপোৰতকৈ ভাল হৈছিল। তেওঁলোকে ইংলণ্ডৰ পৰা ভাৰতলৈ আমদানি কৰা মালবোৰত কম কৰ লগাইছিল, কিন্তু ভাৰতৰ পৰা ৰপ্তানি হোৱা মালবোৰত অধিক কৰ লগাই বিদেশত ভাৰতীয় সামগ্ৰীৰ বজাৰৰ সৰ্বনাশ কৰিছিল। ফলত ভাৰতত দৰিদ্ৰতা বাঢ়িল আৰু বহু লোক অনাহাৰত মৰিবলৈ ধৰিলে। সেই কাৰণে অনেক ভাৰতীয়ই পৰতন্ত্ৰতা আৰু আৰ্থিক শোষণৰ পৰা মুক্ত হ'বৰ কাৰণে নানান ধৰণৰ চিন্তা কৰিবলৈ ধৰিলে।

লাহে লাহে ইংৰাজৰ ভেদ-নীতি আৰু চল-চক্ৰান্ত পোহৰলৈ আহিবলৈ ধৰিলে। যিসকল

দেশীয় ৰজাক অপদস্থ কৰা হৈছিল, সেইসকল আৰু নিঃসন্তান হ'লে দত্তক পুত্ৰক উত্তৰাধিকাৰ কৰিব নোৱাৰাৰ নিয়মত আন বহুতো ৰজা অসন্তুষ্ট হৈছিল। সেয়ে মাৰাঠাসকলৰৰ অন্তিম পেশৱা দ্বিতীয় বাজীৰাৱৰ পুত্ৰ নানাসাহাবে এই অসন্তুষ্ট ৰজাসকলক লৈ গোটেই দেশতে সুন্দৰ সংগঠন কৰিলে, ইংৰাজৰ চাকৰি কৰা চিপাহীও ইয়াত অন্তৰ্ভুক্ত হৈছিল। এনে আঁচনি যুগুতোৱা হ'ল যে ৩১ মে' ১৮৫৭ খৃঃত একেলগে যাতে ইংৰাজক আক্ৰমণ কৰা হয়। কিন্তু কিছুলোকে নিজৰ উৎসাহ ৰোধ কৰিব নোৱাৰি ১০ মে' তাৰিখেই মীৰাটত যুদ্ধ আৰম্ভ কৰিলে। ফলত ইংৰাজে একৈশ দিন আগতে ইয়াৰ বিষয়ে গম পাই সচেতন হ'ল আৰু বিদ্ৰোহ দমন কৰাত উঠি পৰি লাগিল। ভাৰতৰ প্ৰথম স্বতন্ত্ৰতা সংগ্ৰাম বিফল হ'ল। ইয়াকেই ইংৰাজে 'চিপাহী বিদ্ৰোহ' আখ্যা দিলে। অসমতো মণিৰাম দেৱান, পিয়লী বৰুৱা আদিয়ে ফাঁচিকাঠত ওলমিব লগাত পৰিল। এই স্বতন্ত্ৰতা সংগ্ৰামৰ পিছত ইংৰাজসকল সুসংগঠিত হ'ল। বৃটিছ শাসনে ইষ্ট ইণ্ডিয়া কোম্পানীৰ শাসনৰ বিলুপ্তি ঘটাই ভাৰতবৰ্ষৰ শাসন নিজৰ হাতলৈ নিলে। ১৮৫৮ খৃঃত ৰাণী ভিক্টোৰিয়াই ভাৰতবাসীৰ ওচৰত ক্ষমা খুজি এখন ঘোষণা-পত্ৰ জাৰি কৰিলে। বৃটিছ শাসনৰ তিতা ফল অসমেও ভুগিব লগাত পৰিছিল। খাজনা বৃদ্ধিৰ কাৰণে অসমৰ কেবা ঠাইতো 'ৰাইজৰ মেল', 'কৃষক মেল' হৈছিল। পথৰুঘাটৰ ৰণ ইয়াৰ এক জ্বলন্ত চানেকি। অধিক মুনাফাৰ কাৰণে ইংৰাজে অসমত চাহপাতৰ খেতি আৰম্ভ কৰিছিল। ইয়াত বনুৱাৰ কাম কৰিবলৈ কোল-মুণ্ডা আদিৰ জনজাতিসকলক ভাৰতবৰ্ষৰ আন ৰাজ্যৰপৰা আমদানি কৰিছিল। অলপ বেতন দি তেওঁলোকক শাসন কৰিছিল। অসমত কানি বৰবিহ মেলি দি আয়ৰ এক সুগম পথ উলিয়াই লৈছিল। ফলত সাধাৰণ শ্ৰেণীৰ ৰাইজ সুদখোৰ মহাজনৰ ধৰুৱা হৈ খেতি-মাটি সকলো হেৰুৱাই নিঃস্ব হৈ পৰিছিল।

## (দুই)

ভাৰতবৰ্ষক ইংৰাজে কেতিয়াও নিজৰ দেশ বুলি ভবা নাছিল। তেওঁলোকে ভাৰতৰ প্ৰয়োগ ইংলণ্ডৰ লাভৰ কাৰণে কৰিব বিচাৰিছিল। সেয়ে প্ৰথম স্বাধীনতাৰ ৰণ বিফল হোৱাৰ পিছতো সৰু-সুৰা ক্ৰান্তিকাৰী দল গঠিত হৈ ইংৰাজ শাসনৰ বিৰুদ্ধে নানান কুটাঘাতমূলক কাৰ্য কৰিছিল। ১৮৯৬ খৃঃত পুণাত প্লেগ বিয়পি পৰাৰ সময়তে কালেক্টৰ বেণ্ডক হত্যা কৰা হৈছিল। ফলত ইংৰাজ সৈনিকে প্ৰজাৰ ওপৰত অত্যাচাৰ চলাইছিল। বংগত 'অনুশীলন সমিতি', মহাৰাষ্ট্ৰত সাৱৰকৰৰ দ্বাৰা 'অভিনৱ ভাৰত' নামৰ ক্ৰান্তিকাৰী দল গঠিত হ'ল। ১৯০৫ খৃঃত বংগ-ভঙ্গৰ সময়ত কেবাটাও দল গঠন কৰা হ'ল। নাসিকত জেকসনক, লণ্ডনত কৰ্ণেল ৱায়লী আদিক হত্যা কৰা হ'ল। ১৯১১ খৃঃত লণ্ডনত গঠিত হ'ল 'গদৰ পাৰ্টি'। এই দলে অস্ত্ৰ-শস্ত্ৰ আৰু টকা সংগ্ৰহ কৰি ভাৰতলৈ পঠিয়াইছিল। ভগত সিংহে ১৯৩১ খৃঃত বিধান সভাত বম পেলালে। অসমতো অম্বিকাগিৰী ৰায়চৌধুৰীৰ নেতৃত্বত 'এনাৰ্কিষ্ট দল' গঠন হ'ল। গুৱাহাটীৰ দীঘলী পুখুৰীৰ উত্তৰফালে থকা চাহাব-

মেমৰ প্ৰমোদ গৃহ 'আনন্দ বাংলা'টো জুইৰে পুৰি ইয়াৰ কাৰ্য আৰম্ভ কৰিলে।

সশস্ত্ৰ ক্ৰান্তিৰ পথ স্বীকাৰ নকৰি দেশৰ স্বাধীনতা প্ৰাপ্তিৰ কাৰণে ১৮৫১ খৃঃত দেবেন্দ্ৰ নাথ ঠাকুৰে বঙ্গত 'বৃটিছ ইণ্ডিয়া এছোচিয়েচন' স্থাপন কৰিলে আৰু সুৰেন্দ্ৰ নাথ বেনাৰ্জীয়ে 'ইণ্ডিয়ান এছোচিয়েচন'। মহাৰাষ্ট্ৰত ন্যায়মূৰ্তি ৰনাডেৰ 'সাৰ্বজনিক সভা', মাদ্ৰাজত সুব্ৰহ্মণ্য আয়াৰৰ 'মাদ্ৰাজ মহাজন সভা', বোম্বাইত 'ফিৰোজশাহ মেহতাৰ 'বোম্বে প্ৰেসিডেন্সী এছোচিয়েচন' আদি গঠিত সংস্থাবোৰে বিভিন্ন জন-জাগৃতিৰ কাম কৰিবলৈ ধৰিলে। সেইদৰে অসমতো মাণিক চন্দ্ৰ বৰুৱা, গৌৰীপুৰৰ ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা আদিৰ উদ্যোগত ১৯০৩ খৃঃত 'আসাম এছোচিয়েচন' গঠিত হয়। অসমৰ এই এছোচিয়েচনে ১৯০৪ চনৰ ১৪ ফেব্ৰুৱাৰী তাৰিখে স্মাৰক পত্ৰ দি 'বংগ ভঙ্গ'ৰ বিৰোধিতা কৰিছিল। ১৯০৫ খৃঃৰ ২২ এপ্ৰিলৰপৰা ২৬ এপ্ৰিললৈ ডিব্ৰুগড়ত ইয়াৰ প্ৰথম আৰু ১৯০৭ খৃঃত ধুবুৰীত দ্বিতীয় অধিবেশন অনুষ্ঠিত হয়।

দেশৰ বিভিন্ন অংশত সৃষ্টি হোৱা ক্ৰান্তিকাৰী দলবোৰক নিৰুৎসাহিত কৰাৰ উদ্দেশ্যে ইংৰাজে আঁচনি গ্ৰহণ কৰিলে। তেনে উদ্দেশ্যেৰে ১৮৮৫ খৃঃৰ ২৮ ডিচেম্বৰ তাৰিখে এলেন অক্টোভিয়ান হিউম নামৰ এজন ইংৰাজৰ উদ্যোগত স্থাপিত হয় জাতীয় কংগ্ৰেছৰ। বোম্বাইত স্থাপিত হোৱা জাতীয় কংগ্ৰেছৰ প্ৰথম সভাপতি হয় মেধাবী ব্যক্তিত্বৰ উমেশচন্দ্ৰ বন্দোপাধ্যায়। ইয়াৰ প্ৰথম তিনিখন অধিবেশনক ইংৰাজ চৰকাৰে সহায় কৰিছিল। অহিংস পথেৰে জনজাগৃতি আনিব খোজা সংস্থাবোৰে কংগ্ৰেছৰ লগত মিলি কাম কৰিবলৈ ধৰিলে। কংগ্ৰেছে থিৰ কৰা দাবীসমূহ ইংৰাজ চৰকাৰৰ আগত দাঙি ধৰা হৈছিল। চৰকাৰে কোনবোৰ দাবী মানিলে, কোনবোৰ নামানিলে সেইবোৰ জনসাধাৰণৰ আগত প্ৰচাৰ কৰা হৈছিল। ১৮৯৬ খৃঃত হোৱা দুৰ্ভিক্ষৰ সময়ত কংগ্ৰেছে চৰকাৰৰ দ্বাৰা দুৰ্ভিক্ষ পীড়িতসকলক সাহায্য প্ৰদান কৰাইছিল।

প্ৰচাৰৰ দৃষ্টিৰে 'অমৃতবাজাৰ পত্ৰিকা', 'কেশৰী', 'মাৰাঠা' আদি বাতৰি কাকতৰ আৰম্ভ হৈছিল। পিছলৈ 'যুগান্তৰ', 'সন্ধ্যা', 'বন্দেমাতৰম' আদি নতুন বাতৰি কাকত ইংৰাজী আৰু প্ৰাদেশিক ভাষাত আৰম্ভ হৈছিল। প্লেগৰ সময়ত ইংৰাজে চেলু উলিয়াই ৰাইজক কৰা অত্যাচাৰৰ কথা মহাৰাষ্ট্ৰৰ বালগঙ্গাধৰ তিলকে সবিস্তাৰে লিখিছিল। সেইবাবে তেওঁক ওঠৰ মাহ কাৰাবাস দিয়ে। তিলকে 'স্বৰাজ্য আমাৰ জন্মস্বত্ব অধিকাৰ'ৰ বাণী দি দেশবাসীক স্বাধীনতা আন্দোলনৰ বাবে উদ্বুদ্ধ কৰি তুলিছিল। তেওঁ মহাৰাষ্ট্ৰত 'গণেশ উৎসৱ' আৰু 'শিৱাজী উৎসৱ'ৰ প্ৰচলন কৰি জনজাগৰণ আনিবলৈ প্ৰয়াস কৰিছিল। 'বংগ-ভঙ্গ' আন্দোলনক কংগ্ৰেছে বিৰোধ কৰি দেশজুৰি প্ৰদৰ্শন কৰিলে। দেশত নানান ক্ৰান্তিকাৰী দল গঠন হ'ল। তিলকক সাত বছৰ কাৰাবাস দিয়া হ'ল।

ইংৰাজে ভাৰতীয় লোকসকলৰ ঐক্য বিচৰা নাছিল। সেয়ে হিন্দু আৰু মুছলমানৰ মাজত

ভেদভাব সৃষ্টি কৰিলে। মুছলমানসকলৰ দাবী কিছুমান মানি লৈ ১৯০৭ খৃঃত মোৰ্লে-মিণ্টো সংস্কাৰ আইন গৃহীত কৰা হ'ল। ভাৰতবৰ্ষজুৰি হোৱা বিৰোধিতাৰ কাৰণে অৱশেষত ইংৰাজে ১৯১১ খৃঃত বংগ-ভংগ আইন খাৰিজ কৰে। ১৯১৮ খৃঃত ইংৰাজে প্ৰৱৰ্তন কৰা ৰাওলাট আইন অনুযায়ী বিনা বিচাৰে যিকোনো লোককে বন্দী কৰিব পৰা যাব। মহাত্মা গান্ধী আৰু লোকমান্য তিলকে এই আইনৰ তীব্ৰ বিৰোধিতা কৰিলে। দেশজুৰি চলিল হৰতাল, সভা, বিক্ষোভ। ১৯১৯ খৃঃৰ ১২ এপ্ৰিল তাৰিখে সৈন্য বাহিনীৰ সেনানায়ক ৰূপে দায়িত্বভাৰ গ্ৰহণ কৰিয়েই জেনেৰেল ডায়াৰে আদেশ জাৰি কৰিলে যে ক'তো লোক গোট খাব বা সভা-সমিতি পাতিব নোৱাৰিব। ১৩ এপ্ৰিলৰ দিনাখন আবেলি ৪.৩০ বজাৰপৰা জালিয়ানাৱালাবাগত অনুষ্ঠিত হোৱা জনসভাত ডায়াৰে সৈন্যসকলৰ সহায়ত নিৰ্বিচাৰে গুলী চলালে। এই নিৰ্মম হত্যাকাণ্ডত প্ৰায় চাৰিশ মান লোক নিহত হ'ল। জালিয়ানৱালাবাগৰ হত্যাকাণ্ডই গোটেই দেশ জ্বলাই তুলিলে। পৰৱৰ্তী সময়ত চৰ্দাৰ উধম সিংহে চাৰ মাইকেল ডায়াৰক গুলীয়াই এই হত্যাৰ পোতক তুলিলে। ইংৰাজ চৰকাৰৰ এনে পাশৱিক অত্যাচাৰৰ প্ৰতিবাদত কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে ইংৰাজ প্ৰদত্ত 'নাইট' উপাধি পৰিত্যাগ কৰে।

দক্ষিণ আফ্ৰিকাৰপৰা ভাৰতলৈ প্ৰত্যাৱৰ্তন কৰা মহাত্মা গান্ধীৰ কংগ্ৰেছত যোগদান আছিল এক ঐতিহাসিক ঘটনা। গান্ধীজীয়ে অহিংসা, অসহযোগ আন্দোলনৰ মাজেৰে স্বাধীনতাৰ ৰণ কৰিব বিচাৰিছিল। স্বাৱলম্বিতাৰ নিদৰ্শন স্বৰূপে 'চৰখা'ৰ প্ৰচলন, নিজে সূতা কটা, হাতে বোৱা কাপোৰ পিন্ধা, বিলাতী কাপোৰ বৰ্জন কৰা, অস্পৃশ্যতা বৰ্জন কৰা, হিন্দু-মুছলমানৰ মাজত ঐক্য স্থাপন কৰা ইত্যাদি কামবোৰত বিশেষ গুৰুত্ব আৰোপ কৰিলে। কংগ্ৰেছত গান্ধীজীৰ নেতৃত্বত নৰমপন্থী দলৰ আৰু তিলক, লাজপত ৰায়, নেতাজী সুভাষ চন্দ্ৰ বসু আদিৰ নেতৃত্বত গৰম দলৰ সৃষ্টি হৈছিল। নেতাজীয়ে শক্তিৰে স্বাধীনতা ল'ব বিচাৰিছিল। খিলাফৎ আন্দোলন, মণ্টেগু-চেমচফোৰ্ড সংস্কাৰ, চাইমন কমিছন আদিৰ কাৰ্যক্ৰমণিকাৰ মাজত কংগ্ৰেছৰ সক্ৰিয়তা বৃদ্ধি পাইছিল। ১৯২০ খৃঃত কলিকতাত পঞ্জাৱ কেশৰী লালা লাজপত ৰায়ৰ সভাপতিত্বত বহা কংগ্ৰেছৰ অধিবেশনত অসহযোগ আন্দোলন, কাউন্সিল বৰ্জন আদিৰ প্ৰস্তাব গৃহীত হয়। ফলত বহুতো ছাত্ৰই শিক্ষালয় পৰিত্যাগ কৰে, উকীলে ওকালতি এৰে, চৰকাৰী চাকৰিয়ালে চাকৰি ইস্তফা দিয়ে, বিদেশী বস্তু বৰ্জন কৰে, ব্যাপক আইন অমান্য আন্দোলন আৰম্ভ হয়। গান্ধীজী, দেশবন্ধু চিত্তৰঞ্জন দাস প্ৰমুখ্যে দেশনেতাসকলক ইংৰাজে কাৰাৰুদ্ধ কৰে।

১৯২১ খৃঃত আহমেদাবাদত অনুষ্ঠিত কংগ্ৰেছ অধিবেশনৰ সভাপতিত্ব কৰে হাকিম আজমল খানে। সত্যাগ্ৰহৰ প্ৰস্তাৱ লোৱা হয়। বৰদৌলিৰ চৌৰীচোৰা গাঁৱত পুলিচৰ কাৰ্যত উত্তেজিত হৈ থানাত জুই দি এবৈশজন পুলিচক হত্যা কৰে। গান্ধীজীয়ে এই ঘটনাত মৰ্মাহত হৈ পাঁচ দিন অনশন কৰে। 'ইয়ং ইণ্ডিয়া'ত প্ৰবন্ধ লিখা কাৰণে গান্ধীজীৰ ছবছৰ ফাটেক হয়।

১৯২২ খৃঃত দেশবন্ধু চিত্তৰঞ্জন দাস ফাটেকৰ পৰা ওলায়। তেওঁ গয়াত অনুষ্ঠিত কংগ্ৰেছ অধিবেশনৰ সভাপতি হয়। দেশবন্ধুৱে কংগ্ৰেছ এৰি 'স্বৰাজ দল' গঠন কৰে। ইয়াৰ সম্পাদক হয় পণ্ডিত জৱাহৰলাল নেহৰু। অসুস্থতাৰ কাৰণে গান্ধীক খালাচ দিয়ে। ১৯২৪ খৃঃত বেলগাঁৱত হোৱা কংগ্ৰেছৰ অধিবেশনত গান্ধীজী সভাপতি আছিল। দুৰ্ভাগ্যবশতঃ ১৯২৫ খৃঃত চিত্তৰঞ্জন দাসৰ বিয়োগ হয়। ১৯২৯ খৃঃত কংগ্ৰেছৰ অধিবেশন পঞ্জাৱৰ ৰাৱী নদীৰ পাৰৰ লাহোৰত হৈছিল। এই অধিবেশনতে সম্পূৰ্ণ স্বৰাজ্যৰ সংকল্প গ্ৰহণ কৰা হয়। লোণ আইন অমান্য কৰি গান্ধীজীয়ে ১৯৩০ খৃঃৰ ১২ মাৰ্চ তাৰিখে ঐতিহাসিক দাণ্ডী যাত্ৰা কৰে। এই সময়তে পণ্ডিত মতিলাল নেহৰুৱে এলাহাবাদত থকা তেওঁৰ আনন্দ ভৱনটো কংগ্ৰেছক দান দিয়ে ঃ ই হয় 'স্বৰাজ ভৱন'। এই সময়ত ভাৰত জুৰি হোৱা আন্দোলনত ৫৪,০৪৯ জনৰ কাৰাদণ্ড হয়, ১০১ জন নিহত হয়, ৪২৭ জন আহত হয়। এই ব্যাপক আন্দোলনত ভয় খাই ইংৰাজে গান্ধীজীক ঘূৰণীয়া মেজ মেললৈ মাতে। ১৯৩০ খৃঃত ইংলণ্ডত হোৱা ঘূৰণীয়া মেজ মেলত গান্ধীজীৰ প্ৰস্তাৱ নৰজিল। পুনৰ ১৯৩১ চনত হোৱা দ্বিতীয় ঘূৰণীয়া মেজ মেল হ'ল আৰু ইয়াত গৃহীত গান্ধীজী-আৰউইনৰ চুক্তি অনুসৰি সকলো বন্দীকে মুক্তি দিয়া হ'ল। হিন্দু-মুছলমানৰ মাজত বিবাদ লগোৱাত ইংৰাজ সফল হ'ল। এই দ্বিতীয় ঘূৰণীয়া মেজ মেলতে ড° ভীমৰাও আম্বেদকাৰে মুছলমানৰ দৰে হৰিজনসকলৰ কাৰণেও সুকীয়া প্ৰতিনিধিত্ব বিচাৰিলে। আম্বেদকাৰৰ প্ৰস্তাৱ গৃহীত হ'ল। দ্বিতীয় ঘূৰণীয়া মেজ মেলৰ পৰা উভতি অহাৰ পিছত গান্ধীজী আৰু আন নেতাসকলক আটক কৰা হ'ল। গান্ধীজীয়ে আমৰণ অনশন কৰিলে।

চাইমন কমিছনৰ পৰামৰ্শ অনুসৰি ১৯৩৫ খৃঃত বৃটিছ-ভাৰত আইন অনুসাৰে প্ৰদেশবোৰক প্ৰাদেশিক স্বায়ত্বতা দিয়া হ'ল। এইচোৱা সময়তে ব্ৰহ্মদেশক ভাৰতৰপৰা পৃথক কৰা হ'ল। সিন্ধ আৰু উত্তৰ-পশ্চিম সীমান্তত এনে ধৰণৰ দুখন মুছলমান বসতি প্ৰধান প্ৰদেশ স্থাপিত কৰা হৈছিল যাতে দেশখন সম্পূৰ্ণ এক হৈ নাথাকে।

১৯৩৮ খৃঃত হৰিপুৰ কংগ্ৰেছ মহাসভাত নেতাজী সুভাষ চন্দ্ৰ বসু সভাপতি হয়, কিন্তু মতৰ অমিল হোৱাত কংগ্ৰেছ এৰি 'ফৰৱাৰ্ড ব্লক দল' গঠন কৰে। ১৯৩৯ খৃঃত দ্বিতীয় মহাসমৰ হয়। গান্ধীজীয়ে এই যুদ্ধত বৃটিছক সহায় নকৰাৰ সিদ্ধান্ত লয়। যুদ্ধৰ শেষত ভাৰতক স্বায়ত্ব শাসন দিয়া হ'ব বুলি বৃটিছ দূত চাৰ ষ্ট্যাফোৰ্ড ক্ৰিপচ ভাৰতলৈ আহিল। গান্ধীজী ইয়াত সন্মত নোহোৱাত দেশজুৰি সত্যাগ্ৰহ আন্দোলন চলিল।

১৯৪১ খৃঃত স্বগৃহত নজৰবন্দী হৈ থকা অৱস্থাত নেতাজী সুভাষ চন্দ্ৰ বসুৱে ভাৰতৰপৰা গৈ জাপানত 'আজাদ হিন্দ ফৌজ' গঠন কৰে। জাপানৰ যুদ্ধত এই সেনা দলে যুদ্ধ কৰি অসমত উপস্থিত হৈছিল কিন্তু আমেৰিকাৰ বোমাবৰ্ষণৰ কাৰণে জাপানৰ পৰাজয় হৈছিল আৰু এই সেনাৰ অভিযানো বিফল হৈছিল।

১৯৪২ চনৰ ৮ আগষ্টত নিখিল ভাৰত কংগ্ৰেছে 'ভাৰত ত্যাগ' আন্দোলনৰ প্ৰস্তাৱ ল'লে। ভাৰত জুৰি সত্যাগ্ৰহ আন্দোলন তীব্ৰ হ'ল। গান্ধীজী, নেহৰু, ৰাজেন্দ্ৰ প্ৰসাদ আদি নেতাসকলক ইংৰাজে বন্দী কৰিলে। অসমতো এই বিপ্লৱৰ বহ্নি জ্বলি উঠে। অসমত মঃ তৈয়বুল্লা, গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি আদি নেতাসকল কাৰাৰুদ্ধ হয়। অসুস্থতাৰ কাৰণে ১৯৪৪ খৃঃৰ ৫ মে' তাৰিখে গান্ধীজীক মুকলি কৰি দিয়া হয়।

১৯৪৫ খৃঃত ভাইচৰয় ৱেভেলে চিমলাত ভাৰতীয় নেতাসকলৰ লগত একত্ৰিত ৰূপত ভাৰতক স্বাধীনতা দিয়াৰ বিষয়ে কৰা আলোচনা বিফল হ'ল। ইয়াৰ পিছত ইংলণ্ডৰপৰা আলেকজেণ্ডাৰ লৰেন্স আৰু ক্ৰিপছ আহিল। তেওঁলোকৰ প্ৰচেষ্টা স্বত্বেও কংগ্ৰেছ, মুছলীম লীগ আৰু দেশীয় ৰাজ্যবোৰৰ মাজত কোনো ঐক্যমত নহ'ল। ৱেভেলে ভাবিছিল হিন্দু-মুছলমানৰ মাজত ঐক্যমত নহ'লে ভাৰতত স্বাধীনতা পালেও ৰক্তপাত হ'ব। সেয়ে তেওঁ ইংৰাজে সোনকালে ভাৰত এৰিব নালাগে বুলিও যুক্তি দৰ্শাইছিল। কিন্তু পৰিস্থিতিৰ বুজ লৈ ইংলণ্ডৰ প্ৰধানমন্ত্ৰী এটলীয়ে ১৯৪৭ চনৰ ২০ ফেব্ৰুৱাৰী তাৰিখে ঘোষণা কৰিলে যে জুন, ১৯৪৮ খৃঃৰ আগতে ভাৰতক স্বাধীনতা দিয়া হ'ব। সেই উদ্দেশ্যেৰে ২৪ মাৰ্চ, ১৯৪৭ খৃঃৰ দিনাখন ভাইচৰয় হৈ লৰ্ড মাউণ্টবেটেন ভাৰতলৈ আহিল। মাউণ্টবেটেনে দিল্লীৰ একজিউকিউটিভ কাউন্সিলত গৃহমন্ত্ৰী থকা চৰ্দাৰ বল্লভভাই পেটেলক দেশ বিভাজনৰ আঁচনিৰ বিষয়ে জনালে। কেৱল চাৰি-পাঁচ দিনৰ ভিতৰতে পেটেল আৰু নেহৰুৱে এই বিভাজনৰ প্ৰতি সমৰ্থন জনালে। গান্ধীজীয়ে বিভাজনৰ বিৰোধিতা কৰিছিল। মাউণ্টবেটেনে ১৯৪৭ খৃঃৰ মে' মাহত ইংলণ্ডলৈ গৈ বিভাজনৰ বিষয়ে খৰচি মাৰি আলোচনা কৰি ৩০ মে'ৰ দিনাখন ভাৰতলৈ উলটিল। তেওঁ ১৯৪৭ খৃঃৰ ৩ জুন তাৰিখে ভাৰত, পাকিস্তান আৰু প্ৰায় ৬০০ দেশীয় ৰাজ্যৰ হিন্দুস্তানখন খণ্ড-খণ্ডকৈ ভাগ কৰাৰ কথা ঘোষণা কৰিলে। ১৯৪৭ খৃঃৰ ১৪ জুন তাৰিখে অনুষ্ঠিত কংগ্ৰেছৰ কাৰ্যনিৰ্বাহকত বিভাজনৰ পক্ষে পেটেল, নেহৰু আৰু গোবিন্দবল্লভ পন্তে সকলোকে বুজাবলৈ চেষ্টা কৰিলে যদিও কাৰ্যনিৰ্বাহকত বিৰোধিতা হ'ল। অৱশেষত ভোট গ্ৰহণ কৰাত বিভাজনৰ পক্ষে ২৯জনে আৰু ২৫জনে বিপক্ষে ভোট দিলে। কংগ্ৰেছে বিভাজনৰ পক্ষে সন্মতি দিয়াত ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনাখন ভাৰত দ্বিখণ্ডিত হৈ স্বাধীন হ'ল। ভাৰত আৰু পাকিস্তান দুখন ৰাষ্ট্ৰ হ'ল। বল্লভভাই পেটেলৰ যত্নত দেশীয় ৰাজ্যবোৰ ভাৰতৰ লগ লাগিল।

## অসমত স্বাধীনতা আন্দোলনৰ ৰেঙনি

১৯২০ খৃঃৰ ডিচেম্বৰ মাহত নাগপুৰত চি. বিজয়ৰাঘবাচাৰিয়াৰ সভাপতিত্বত অনুষ্ঠিত হোৱা ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিবেশন আৰু তেজপুৰত বহা অসম এছোচিয়েচনৰ বছৰেকীয়া অধিবেশনত অসহযোগৰ প্ৰস্তাৱ গৃহীত হোৱাত কেইজনমান উকীলে আদালত

বৰ্জন কৰিলে, কিছুমান ছাত্ৰই পঢ়াশালি এৰি অসহযোগ আন্দোলনৰ কামত ব্ৰতী হ'ল। ১৯২১ খৃঃৰ জুলাই মাহত গুৱাহাটীত অসম প্ৰাদেশিক কংগ্ৰেছৰ প্ৰথম অধিবেশন বহিছিল। ভাৰতীয় জাতীয় কংগ্ৰেছৰ নাগপুৰ অধিবেশনত গৃহীত প্ৰস্তাৱ মতে অসমে ব্ৰহ্মপুত্ৰ উপত্যকাক সামৰি এখন সুকীয়া প্ৰদেশ কংগ্ৰেছ সমিতি লাভ কৰিলে। ইয়াৰ পূৰ্বে অসম বংগীয় প্ৰাদেশিক সমিতিৰ অন্তৰ্গত আছিল। অসম প্ৰাদেশিক কংগ্ৰেছ সমিতিৰ প্ৰথম অধিবেশনতে মহাত্মা গান্ধীক অসমলৈ নিমন্ত্ৰণ কৰাৰ প্ৰস্তাৱ গৃহীত কৰা হ'ল। এই উদ্দেশ্যে অসমৰ প্ৰতিনিধি হৈ যোৱা দেশভক্ত তৰুণৰাম ফুকন, কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, চন্দ্ৰনাথ ফুকন আৰু কুলধৰ চলিহাই গৈ গান্ধীজীক অসমলৈ নিমন্ত্ৰণ কৰিলে। ১৯২১ চনৰ আগষ্ট মাহত গান্ধীজীয়ে অসম পৰিভ্ৰমণ কৰি নেতাসকলক অনুপ্ৰাণিত কৰাৰ উপৰি ৰাইজৰ মনত অসহযোগ আন্দোলনৰ বীজ সিঁচি দিলে। মহাত্মা গান্ধীৰ লগত অহা দলটোত আছিল আলি ভাতৃদ্বয় মৌলনা মহম্মদ আলী, মহম্মদ চৌকত আলী, যমুনাদাস গান্ধী, প্ৰভুদাস গান্ধী, কৃষ্ণ দাস, আব্দুল হায়াট, মৌলনা আজাদ দোভালী, যমুনালাল বাজাজ আদি। দেশভক্ত ফুকন, কৰ্মবীৰ বৰদলৈ আৰু কুলধৰ চলিহাই অসমত অসহযোগ আন্দোলন চলাই যোৱাৰ দায়িত্ব ল'লে। তৰুণ ফুকনৰ ঘৰৰ চৌহদতে গান্ধীজীয়ে বিলাতী কাপোৰৰ দমত জুই জ্বলাই দিলে। এই আন্দোলন চৰকাৰে কঠোৰ হাতেৰে দমন কৰাৰ উদ্দেশ্যে প্ৰায় চাৰি হেজাৰ লোকক বন্দী কৰি কাৰাগাৰত ৰাখিলে। তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ, ৰোহিণীকুমাৰ চৌধুৰী, মঃ তৈয়বুল্লা আদি নেতাসকলক বন্দী কৰা হ'ল।

১৯২৬ খৃঃৰ ডিচেম্বৰ মাহত গুৱাহাটীৰ পাণ্ডুত পোন প্ৰথমবাৰৰ কাৰণে ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিবেশন বহে। কংগ্ৰেছপ্ৰাণ ৰোহিণীকান্ত হাতীবৰুৱাৰ আমন্ত্ৰণ ক্ৰমে অনুষ্ঠিত এই ৪৬তম অধিবেশনত সভাপতিত্ব কৰে শ্ৰীনিবাস আয়েঙ্গাৰে। অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু সম্পাদক আছিল ক্ৰমে তৰুণৰাম ফুকন আৰু নবীনচন্দ্ৰ বৰদলৈ। এই অধিবেশনতে অম্বিকাগিৰী ৰায়চৌধুৰী ৰচিত 'আজি বন্দো কি ছন্দেৰে সমাগত বিৰাট নৰ-নাৰায়ণ ৰূপ' সমবেত গীতটো পৰিবেশন কৰা হয়। এই কংগ্ৰেছ অধিবেশনলৈ গান্ধীজী আহিছিল। ই আছিল তেওঁৰ দ্বিতীয় অসম ভ্ৰমণ। ১৯৩৪ খৃঃত গান্ধীজী তৃতীয় বাৰলৈ অসমলৈ আহিছিল আৰু দহ দিনজুৰি ধুবুৰী, সৰভোগ, বৰপেটা ৰোড, বৰপেটা, ৰঙিয়া, তেজপুৰ, গুৱাহাটী, চাপৰমুখ, ৰহা, ডিমৌ, ফুলগুৰি, বেবেজীয়া, নগাঁও, গোলাঘাট, যোৰহাট, শিৱসাগৰ, ডিব্ৰুগড়, তিনিচুকীয়া আদি ঠাই ভ্ৰমণ কৰি অসমবাসীৰ প্ৰাণত স্বাধীনতা আন্দোলনৰ কাৰণে প্ৰাণ সঞ্চাৰ কৰিছিল। ১৯৪৬ চনৰ ৯ জানুৱাৰী তাৰিখে গান্ধীজী চতুৰ্থবাৰৰ কাৰণে গুৱাহাটী পায়হি। এয়ে আছিল গান্ধীজীৰ অন্তিম অসম ভ্ৰমণ।

সেই সময়ৰ স্বাধীনতা আন্দোলনত অসমীয়া ৰাইজৰ যোগদানৰ এক জীৱন্ত চিত্ৰ প্ৰথিতযশা বুৰঞ্জীবিদ বেণুধৰ শৰ্মাৰ লেখাত এইদৰে পোৱা যায় ঃ

'২১ চনত পুৰুষৰ, '৩০ চনত মহিলাৰ আৰু '৩২ চনত ছাত্ৰৰ জাগৰণ— এই তিনিটা উধান হোৱাদি হ'ল আৰু স্বাধীনতা আন্দোলন জুই-থালিটো তাৰ মূৰতেই বহুৱাই দিয়া হ'ল। সেই উধানত বহি থালিটোৱেই ক্ৰমান্বয়ে উমি উমি জ্বলি ১৯৪২ চনৰ আগষ্ট মাহত নিৰস্ত্ৰ যুদ্ধ ৰূপে দেখা দিলেগৈ আৰু ইতিহাস চিৰস্মৰণীয় কৰি পেলালে। এই চনৰ এই মাহতে সমস্ত অসমৰ নৰ-নাৰী টিঙিৰ তুলা হৈ উঠিল। ল'ৰা-বুঢ়া, জীয়াৰী-বোৱাৰী, বাঁৰী দুখুনী, বুঢ়ী-থেৰী সকলোৱেই উন্মত্ত হৈ পৰিল। সকলোৰে একমাত্ৰ চিন্তা হ'ল — কেনেকৈ বিদেশী শাসনৰ ওৰ পেলাব পাৰি; কেনেকৈ ক্ৰিপছ্ আদি মন্ত্ৰীসকলৰ প্ৰতিশ্ৰুতি ভঙ্গ কৰি তাৰ পোতক তুলিব পাৰি, কেনেকৈ ভুৰুকিৰা কথাৰ প্ৰতিশোধ ল'ব পাৰি। কেৰ্কেটুৱাৰ বাঁহ পাতেই ভেঁটি স্বৰূপ যি যেনেকৈ পাৰে তেনেকৈয়ে নিৰুপদ্ৰৱী অস্ত্ৰ লৈ মুক্তি সংগ্ৰামত প্ৰবৃত্ত হ'বলৈ ধৰিলে।

(অসমত স্বাধীনতা আন্দোলন শীৰ্ষক প্ৰবন্ধ)

মহাত্মা গান্ধীৰ নেতৃত্বত ১৯৩০ চনৰ পৰা ১৯৩৪ চনলৈ হোৱা আইন অমান্য আন্দোলনত অসমে যোগদান কৰিছিল। অসম প্ৰদেশ কংগ্ৰেছ সমিতিৰ সভাপতি বিষ্ণুৰাম মেধিয়ে অমিয় কুমাৰ দাস, হেমচন্দ্ৰ বৰুৱা আদি কংগ্ৰেছ নেতাসকলৰ সহযোগত আন্দোলনৰ গুৰি ধৰি সবল নেতৃত্ব প্ৰদান কৰিছিল। ভাৰতজুৰি হোৱা এই আইন অমান্য আন্দোলনৰ পিছত বৃটিছ চৰকাৰে ১৯৩৫ চনত এখন নতুন আইনৰ দ্বাৰা প্ৰদেশবোৰক স্বায়ত্ত শাসন প্ৰদান কৰে। ১৯৩৭ খৃঃৰ ১ এপ্ৰিলৰ পৰা এই আইন বলবৎ হয় যদিও ইয়াত সাম্প্ৰদায়িক নিৰ্বাচনৰ ব্যৱস্থা থকাত তীব্ৰ বিৰোধিতা হয়। এই আইনমতে অসমত মুছলীম লীগৰ নেতা ছাৰ চৈয়দ মঃ ছাদুল্লাই প্ৰথম মন্ত্ৰীসভা গঠন কৰে। কিন্তু অলপ দিনৰ পিছতে গোপীনাথ বৰদলৈয়ে এই মন্ত্ৰীসভাৰ পতন ঘটাই অন্যান্য দলৰ সহযোগত 'কংগ্ৰেছ কোৱালিচন মন্ত্ৰীসভা' গঠন কৰে। এই মন্ত্ৰীসভাত বৰদলৈয়ে ১৯৩৮-৩৯ চনত প্ৰধানমন্ত্ৰী হয়। ১৯৩৯ খৃঃত দ্বিতীয় মহাসমৰ আৰম্ভ হোৱাৰ লগে লগে কংগ্ৰেছৰ নিৰ্দেশত সমগ্ৰ ভাৰতৰ লগতে অসমতো বৰদলৈয়ে পদত্যাগ কৰে।

১৯৪২ খৃঃৰ ৯ আগষ্টৰ পৰা আৰম্ভ হোৱা 'ভাৰত ত্যাগ' আন্দোলন অসমতো তীব্ৰ হৈ পৰে। গোপীনাথ বৰদলৈ, কংগ্ৰেছ সভাপতি মঃ তৈয়বুল্লা, সিদ্ধি নাথ শৰ্মা, ফখৰুদ্দিন আলী আহমেদ, বিষ্ণুৰাম মেধি, দেৱেশ্বৰ শৰ্মা প্ৰভৃতি নেতাক কাৰাৰুদ্ধ কৰা হয়। কিছু বিদ্ৰোহীয়ে ৰেল ষ্টেচন, থানা, ডাকঘৰ আদি জ্বলাই দিয়ে। অসমৰ বহু বীৰ-বীৰঙ্গণা শ্বহীদ হয়। গহপুৰ থানাত পতাকা উত্তোলন কৰিবলৈ যোৱাত চৈধ্য বছৰীয়া কনকলতা আৰু মুকুন্দ কাকতি পুলিচৰ গুলীত শ্বহীদ হয়। সৰু পথাৰৰ ৰেল দুৰ্ঘটনাৰ কাৰণে

মিছ্ৰাকৈ কুশল কোঁৱৰক ফাঁচি দিয়ে। ভোগেশ্বৰী ফুকননী, ঠগীৰাম সুত, মদন চন্দ্ৰ বৰ্মন, ৰাউতাৰাম কোচ, তিলক ডেকা, লক্ষ্মী হাজৰিকা আদি অনেকে আত্মবলিদান কৰে। ইংৰাজ চৰকাৰে বৰ কঠোৰ হাতেৰে এই বিপ্লৱ দমন কৰিলে। দ্বিতীয় মহাসমৰৰ সময়তে ১৯৪৫ চনত নেতাজীৰ আজাদ হিন্দ ফৌজ ব্ৰহ্মদেশৰ পথেৰে মণিপুৰ আৰু অসম সীমান্তত উপনীত হৈছিল। সেই সময়ত যুদ্ধৰ অৱসান হোৱাত নেতাজীৰ অভিযান ব্যৰ্থ হয়। অৱশেষত ভাৰত ব্যাপি হোৱা স্বাধীনতাৰ যুঁজত ব্ৰিটিছ চৰকাৰৰ বেলি মাৰ যায় আৰু ১৯৪৭ খৃঃৰ ১৫ আগষ্ট তাৰিখে দেশত স্বতন্ত্ৰতাৰ ত্ৰিৰঙ্গা পতাকা উৰে।

## বৰপেটা মহকুমাত স্বাধীনতা আন্দোলন

অসমৰ আন আন অঞ্চলৰ দৰে বৰপেটা মহকুমাতো স্বাধীনতা আন্দোলনে ইয়াৰ ৰাইজক উত্তাল কৰি তুলিছিল। বৰপেটা সদৰৰ উপৰি ইয়াৰ দাঁতি কাষৰীয়া গাঁও-অঞ্চলবোৰতো স্বাধীনতা আন্দোলনৰ বা বৈছিল। সেই সময়ৰ নেতাসকলৰ আহ্বান ক্ৰমে সাধাৰণ ৰাইজ আন্দোলনত জপিয়াই পৰিছিল। বৰপেটা মহকুমাৰ অন্তৰ্গত বিভিন্ন অঞ্চলত স্বাধীনতা আন্দোলন যিদৰে পৰিচালিত হৈছিল সেই বিষয়ে নানা পুথি আৰু প্ৰবন্ধপাতি প্ৰকাশ পাইছে। সীমিত পৰিসৰৰ এই লেখাটোত কেৱল এক ৰেঙণি দিয়াৰহে প্ৰয়াস কৰা হৈছে।

### বৰপেটা

জাতিৰ পিতা মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতজুৰি হোৱা স্বাধীনতা আন্দোলনৰ প্ৰভাৱ বৰপেটাত পৰিছিল। এই আন্দোলন তিনিটা পৰ্যায়ত হৈছিল — (ক) ১৯২০-২১ চনৰ প্ৰথম অসহযোগ আন্দোলন, (খ) ১৯৩০ চনৰ অহিংসা অসহযোগ আন্দোলন আৰু (গ) ১৯৪২ চনৰ 'ভাৰত ত্যাগ' আন্দোলন।

বৰপেটাৰ কেইজনমান দূৰদৃষ্টিসম্পন্ন ব্যক্তি আৰু সেই সময়ত কটন কলেজত পঢ়ি থকা ছাত্ৰৰ উদ্যোগত বৰপেটাৰ কীৰ্তন ঘৰৰ চোতালত দুখন সভা হয়। এই সভাতে মহাত্মা গান্ধীৰ আদৰ্শ, অহিংস আৰু অসহযোগ আন্দোলনৰ বিষয়ে বিশদ আলোচনা হয়। পৰৱৰ্তী কীৰ্তন ঘৰ প্ৰাঙ্গনত হোৱা সভাত তৰুণৰাম ফুকন, নবীন চন্দ্ৰ বৰদলৈ, গৌৰীকান্ত তালুকদাৰ, নিধিৰাম মুক্তাৰ, ৰোহিণী কুমাৰ চৌধুৰী প্ৰমুখ্যে নেতাসকলে বৰপেটাৰ ৰাইজক স্বাধীনতা আন্দোলনৰ কাৰণে উৎসাহিত কৰি ভাষণ দিয়ে; লগতে অস্পৃশ্যতা বৰ্জন, বিদেশী বস্ত্ৰবৰ্জন, বিদ্যালয় মহাবিদ্যালয় ত্যাগ, মাদক দ্ৰব্য ত্যাগ আদি কংগ্ৰেছে গ্ৰহণ কৰা নীতিৰ বিষয়ে সদৰি কৰে। ইয়াতে অনুপ্ৰাণিত হৈ প্ৰত্যেকে নিজ নিজ ঘৰত থকা মূল্যবান বিদেশী সাজপাৰ কীৰ্তন ঘৰৰ সমুখত দম কৰিলে। দেশভক্ত তৰুণৰাম ফুকনে তাত জুই লগাই দিলে। বৰপেটাত কংগ্ৰেছ সমিতি গঠিত হ'ল। উমেশ চন্দ্ৰ ব্ৰহ্মচাৰী হ'ল ইয়াৰ সভাপতি আৰু ধনীৰাম তালুকদাৰ

সম্পাদক হ'ল। সদস্যসকলৰ ভিতৰত আছিল — গণেশ লাল চৌধুৰী, দেবেন্দ্ৰ নাথ উজীৰ, অক্ষয় কুমাৰ দাস, বংশীধৰ চৌধুৰী, নন্দমোহন মজুমদাৰ, গোলোক পাঠক, সোণাৰাম চৌধুৰী, বিশ্বনাথ দাস, প্ৰাণেশ্বৰ দাস, ডাঃ মিনাৰাম দাস আদি। জিলা সমিতি গঠিত হোৱাত বৰপেটাত স্বাধীনতা আন্দোলনৰ এক নতুন জোঁৱাৰ আহিল। চাৰিওফালে 'বন্দে মাতৰম্', 'ভাৰত মাতা কী জয়', 'মহাত্মা গান্ধী কী জয়', স্বাধীন ভাৰত কী জয়'ৰ ধ্বনিৰে বৰপেটাৰ আকাশ-বতাহ নিনাদিত হৈ উঠিল।

ধনীৰাম তালুকদাৰ, কুমুদৰাম বৰা আৰু দেবেন্দ্ৰ নাথ উজীৰে ওকালতি এৰিলে। ভাৰত চন্দ্ৰ দাসে বৰপেটাৰ চৰকাৰী বিদ্যালয়ৰ উপ-পৰিদৰ্শকৰ চাকৰি ইস্তফা দিলে। হৰিপ্ৰসাদ দাসে উপ-আয়ুক্ত সমাহৰ্তাৰ (S.D.C) পদ ত্যাগ কৰি গাঁৱে-ভূঁয়ে স্বাধীনতাৰ বাণী প্ৰচাৰ কৰিবলৈ ধৰিলে। ১৯২০ খৃঃত কলিকতাত পঞ্জাৱ কেশৰী লালা লাজপত ৰায়ৰ সভাপতিত্বত অনুষ্ঠিত কংগ্ৰেছৰ অধিবেশনত উমেশচন্দ্ৰ ব্ৰহ্মচাৰী আৰু প্ৰাণেশ্বৰ দাসে বেঙ্গল কংগ্ৰেছৰ পৰা প্ৰতিনিধিৰ টিকট সংগ্ৰহ কৰি যোগদান কৰা প্ৰথম বৰপেটাবাসী। এই অধিবেশনত অসহযোগ আন্দোলন, স্কুল বৰ্জন আদি কেবাটাও গুৰুত্বপূৰ্ণ প্ৰস্তাৱ গৃহীত হয়। 'কৰিম কিম্বা মৰিম' প্ৰতিজ্ঞাৰে কংগ্ৰেছ কৰ্মীসকল আগুৱান হ'ল। ১৯২১ খৃঃৰ আগষ্ট মাহত গান্ধীজী গুৱাহাটীলৈ অহাত তৰুণৰাম ফুকনৰ ঘৰত আলহী হয়। বৰপেটাৰ ধনীৰাম তালুকদাৰে গান্ধীজীৰ পৰা দুই হাত দূৰত বহি গান্ধীজীৰ সভা শুনিছিল। উমেশচন্দ্ৰ ব্ৰহ্মচাৰীৰ পিছত ধনীৰাম তালুকদাৰ বৰপেটাৰ কংগ্ৰেছ সমিতিৰ সভাপতি আৰু বসন্ত কুমাৰ দাস সম্পাদক হয়। পোনতে কিছুদিন গণেশলাল চৌধুৰীয়ে তালুকদাৰক সহায় কৰিছিল যদিও পিছলৈ চৌধুৰীয়ে নিজকে আন্দোলনৰ পৰা আঁতৰাই নিয়ে।

বংগ-ভঙ্গ আন্দোলনৰ সময়ত গুৱাহাটীত অসহযোগ সংগঠনত লাগি থকা, 'এনাৰ্কিষ্ট দল' গঠন কৰা বৰপেটাৰ সু-সন্তান অম্বিকাগিৰী ৰায়চৌধুৰীক বৃটিছ চৰকাৰে কেবাবাৰো বৰপেটাত নজৰ বন্দী কৰি ৰাখিছিল। ১৯২০-২১ চনত প্ৰথম ফাটেকলৈ যোৱা বৰপেটাৰ স্বেচ্ছাসেৱক হৈছে বাসুদেৱ দাস। বজালীৰ কালদিয়া নদীৰ নাওশালী ঘাটত মূৰত গান্ধী টুপি পিন্ধি নাও এখনত বহি থকা দেখি ইংৰাজ বিষয়া পচিয়ে তেওঁক গ্ৰেপ্তাৰ কৰি ফাটেক দিয়ে। এই সময়তে অম্বিকাগিৰী ৰায়চৌধুৰীৰো ফাটেক হয়। সেই বিষয়ে তেওঁ নিজৰ আত্মজীৱনী 'মোৰ জীৱন ধুমুহাৰ এছাটি'ত বিস্তৃতভাৱে লিখিছে। এই বৰ্ণনাৰ ৰেঙনি এটা এনেধৰণৰ ঃ

> বৃটিছ শাসনৰ বিৰুদ্ধে কংগ্ৰেছৰ অহিংস তয়াময়া সংগ্ৰাম আৰম্ভ হ'ল। পুলিচে সকলো কংগ্ৰেছ কৰ্মীক এজন এজনকৈ বন্দী কৰিবলৈ আৰম্ভ কৰিলে। বৰপেটাৰ পৰা মোৰ ডাক পৰিল। মই বৰপেটালৈ গৈ বিৰাট সভা পাতি কংগ্ৰেছৰ অহিংস আইন অমান্য সংগ্ৰামৰ ৰূপ ব্যাখ্যা কৰি

ৰাইজক শুনালোঁ। ৰাইজ উত্ৰাৱল হৈ উঠিল। দক্ষিণহাটীৰ হাৰিজানত বিলাতী কাপোৰ, বিলাতী সূতাৰে তাঁতশালত লগোৱা কাপোৰৰ বিৰাট দ'ম পৰ্বতাকাৰ হৈ গোট খালে। তাত আমাৰ স্বাধীনতা সংগ্ৰামত ৰাইজৰ উপস্থিত কৰণীয় কামৰ তালিকা ব্যাখ্যা কৰি সেই বিলাতী কাপোৰৰ পূঁজিত অগ্নি সংযোগ কৰিলোঁ। তেজপুৰ নে যোৰহাটৰপৰা অহা মিলিটাৰী মহকুমাধিপতি মিঃ বেঞ্জামিন চাহাবে অস্ত্ৰ-শস্ত্ৰ সজ্জিত দুশজনীয়া গুৰ্খা চিপাহীৰ দল এটা লৈ সেই দৃশ্য চাই আছিল। একো বিপত্তি জন্মোৱা নাছিল। পিছদিনা পুৱাতে বেঞ্জামিনৰ পৰোৱা লৈ চিন্তাহৰণ নামৰ চি আই ডিয়ে কেইজনমান পুলিচৰ সৈতে মোৰ ঘৰত আহি মোক গ্ৰেপ্তাৰ কৰি নি বৰপেটাৰ হাজোতত সুমুৱাই দিলে। অভয়াপুৰীৰৰ হবিবৰ ৰহমান নামৰ ডেকা এজনে আগদিনাখন কীৰ্তন ঘৰৰ আগত বহা ৰাজহুৱা সভাত মোৰ লগতে বক্তৃতা দিয়া বাবে তাকো গ্ৰেপ্তাৰ কৰি নি একেলগে থৈ দিলে। তেতিয়া ডাঃ ভুবনেশ্বৰ বৰুৱা বৰপেটাৰ মেডিকেল অফিচাৰ আছিল, আৰু তেওঁৰ হাততে হাজোত আৰু জেলৰ কয়েদীবিলাকৰ তত্বাৱধানৰ ভাৰ আছিল। তেওঁ তেওঁৰ ঘৰৰ পৰা ভাত পঠিয়াই দি ৰাতি মোক আৰু সেই মুছলমান ডেকাজনক হাজোততে খুৱালে। পিছদিনা পুৱা আঠটামান বজাতে আমাক দুয়োকো বেঞ্জামিনৰ আদালতত পুলিচে নি হাজিৰ কৰিলে। বেঞ্জামিনে এনে কাম আৰু নকৰিম বুলি লিখি দি ওলাই যাবলৈ ক'লে। মই তেনে অপমানজনক কথা নক'বলৈ বেঞ্জামিনক দাবী দি ক'লোঁ। বেঞ্জামিনে ৰাজনৈতিক অসহযোগীসকলৰ শাস্তিৰ বাবে নিৰ্দ্ধাৰণ কৰা ১০৮ ধাৰা আৰু ১৭ (বি) ধাৰাত মোক এবছৰ এবছৰকৈ সশ্ৰম জেল আৰু ১০০ টকা জৰিমনা বিহিলে। জেল দুয়োটা বছৰ এবছৰতে কটা যোৱাৰ আৰু জৰিমনা শ টকা নিদিলে ছয় মাহ ফাটেকৰ ৰায় দিলে। উক্ত হবিবৰ ৰহমান ডেকাজনকো এক বছৰ সশ্ৰম জেল দিলে। দুয়োকো হাত-বেড়ী লগাই ১৬ মাইল খোজ কঢ়াই নি সৰভোগত ৰেলত তুলি গুৱাহাটী জেললৈ পঠাবলৈ বন্দোবস্ত কৰিলে। .... বাটতে চাউলখোৱা ঘাটত দাৰ্শনিক কোহিৰাম দাস, জনাৰ্দন দাস, অক্ষয় দাস আদি কেইজনামান কংগ্ৰেছ কৰ্মীয়ে আমাক মালা পিন্ধাই সম্বৰ্দ্ধনা জনালে। বাটত বেকী নদীৰ ঘাটত জগদীশ মেধিৰ নেতৃত্বত গাঁৱে-গাঁৱে কংগ্ৰেছৰ বাণী প্ৰচাৰ কৰি ফুৰা স্বেচ্ছাসেৱকৰ দল এটায়ো আমাক লগ পাই জয় মহাত্মা গান্ধী ধ্বনিৰে আমাক অভিনন্দন দিলে। গধুলি গৈ সৰভোগ থানাৰ হাজোতত

মূৰ সুমুৱালোঁ। .... পুৱাতে পুলিচ দুজনে আমাক লৈ গৈ হাত বেড়ীৰে সৈতে ৰেলত তুলিলে। সৰভোগৰ স্বনামধন্য কংগ্ৰেছ আৰু সমাজ-সেৱক হলীৰাম মহন্ত, নন্দেশ্বৰ মজুমদাৰ, সৰ্বেশ্বৰ দাস আদিয়ে ৰেলৰ ওপৰতে মালা পিন্ধাই সম্বৰ্ধনাৰে বিদায় দিলে। ১২ টা মান বজাত গৈ গুৱাহাটী পালো আৰু জেলত সোমালোঁ।

মোৰ বিচাৰৰ দিনটো আছিল ১২-২-২১ ইং। এই তাৰিখটোকেই আইনৰ ধাৰা দুটা সৈতে চাৰি কোণীয়া কাঠ এচটাত ক'লা চিয়াঁহীৰে চাব মাৰি লোৰ তাঁৰ এডালত গাঁঠি মোৰ ডিঙিত আঁৰি দিয়া হৈছিল। কাৰণ, মোৰ আছিল সশ্ৰম কাৰাবাস, ৰাজনৈতিক বন্দী হ'লেও সাধাৰণ দগধা কয়েদীৰ দৰেই। সেই সময়ত বৃটিছ শাসনত সেয়ে ব্যৱস্থা আছিল।

(অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, পৃঃ ৭১৭-১৮)

কংগ্ৰেছৰ বাণী, গান্ধীজীৰ নীতি-আদৰ্শ বৰপেটা আৰু ইয়াৰ দাঁতি-কাষৰ ঠাইবোৰত ঘূৰি ফূৰি বুজাবলৈ চেষ্টা কৰা স্বাধীনতাপ্ৰেমী সংগ্ৰামীসকল আছিল ধনীৰাম তালুকদাৰ, বসন্ত কুমাৰ ওজা, জগন্নাথ দাস (উকীল), উমেশচন্দ্ৰ ব্ৰহ্মচাৰী, জনাৰ্দন দাস, অচ্যুতানন্দ দাস, ভগৱান দাস, নন্দমোহন মজুমদাৰ, গুৰুপ্ৰসাদ দাস, খগেন দাস, উপেন ওজা, জগন্নাথ দাস, অপূৰ্ব ভূঞা, সূৰ্য বায়ন, দীনবন্ধু সূত্ৰধৰ, গৰ্গনাৰায়ণ দাস, প্ৰাণেশ্বৰ দাস, ডাঃ যাদৱ চন্দ্ৰ দাস, নবীন সৰকাৰ, ৰাজিন ওজা, বাসুদেৱ দাস, কৰ্ণৰাম দাস, ভবেন্দ্ৰ কৈৱৰ্ত, গিৰীশ শৰ্মা, গিৰীশ দাস, গিৰিধাৰীলাল দাস, চন্দ্ৰকান্ত ওজা, বিশ্বনাথ পাঠক, ধৰণীধৰ খাটনিয়াৰ, কুমুদ দাস, কন্দৰ্প দাস, যোগেন্দ্ৰ নাথ দাস, জগবন্ধু দাস, মহেশ মিস্ত্ৰি, আদ্যনাথ দাস আদি। বৰ্তমানৰ শংকৰ হলৰ পুথিভঁৰালটো তেতিয়া কংগ্ৰেছৰ কাৰ্যালয় আছিল। স্বাধীনতা আন্দোলনৰ কামত ব্ৰতী হৈ থকা অনেক কংগ্ৰেছীৰ ফাটেক হৈছিল। ধনীৰাম তালকুদাৰ, বসন্ত কুমাৰ ওজা, কৰ্ণৰাম দাস, নন্দমোহন মজুমদাৰ আদিক কাৰাদণ্ড দিয়া হৈছিল। ১৯২১চনত চৰকাৰী বিদ্যালয় বৰ্জন কৰা ছাত্ৰসকলে পঢ়াৰ কাৰণে উমেশ চন্দ্ৰ ব্ৰহ্মচাৰীয়ে মেটুৱাকুছিত থকা তেওঁৰ এডোখৰ মাটিত এটা জাতীয় বিদ্যালয় সাজি দিয়ে। জনাৰ্দন দাস, প্ৰাণেশ্বৰ দাস, নবীন চন্দ্ৰ দাস প্ৰমুখ্যে শিক্ষকসকলে এই বিদ্যালয়ত বিনা বেতনে শিক্ষকতা কৰিছিল।

ভাৰতবৰ্ষজুৰি হোৱা স্বাধীনতা আন্দোলনৰ ফলত উত্তৰ প্ৰদেশৰ গোৰখপুৰত চৈধ্যজন পুলিচক জীৱন্তে পুৰি মৰা কাৰণে গান্ধীজীয়ে অহিংস আন্দোলন হিংসাৰ ফালে গতি কৰা বুলি আন্দোলন স্থগিত কৰিলে। দেশবন্ধু চিত্তৰঞ্জন দাসে ১৯১২ খৃঃত 'স্বৰাজ দল' গঠন কৰিলে। অসমৰ তৰুণৰাম ফুকন আদিয়ে এই স্বৰাজ দলত যোগ দিলে। বৰপেটাৰ ধনীৰাম তালুকদাৰ আদিও এই দলৰ সদস্য হ'ল। বৰপেটাত আন্দোলনৰ গতি মন্থৰ হোৱাত ৰাইজক সজাগ কৰি ৰাখিবৰ কাৰণে প্ৰচাৰ-পত্ৰ ছপোৱাৰ প্ৰয়োজন হ'ল। সেই

সময়ত বৰপেটাত প্ৰেছ নোহোৱা কাৰণে বৰপেটা চৰকাৰী উচ্চ মাধ্যমিক বিদ্যালয়ৰ একমাত্ৰ লিথ্নু মেচিনটোকেই বসন্ত কুমাৰ ওজা আদিয়ে চুৰি কৰি কংগ্ৰেছৰ বাণী ছপাই গাঁৱে-ভূঁয়ে গোপনীয়ভাৱে প্ৰচাৰ কৰিবলৈ ধৰিলে। ১৯২৮ চনত চাইমন কমিছন বৰ্জন কৰাৰ কাৰণে বৰপেটাত পূৰ্ণ হৰতাল পালন কৰা হ'ল।

স্বাধীনতা আন্দোলনৰ লগত সংগতি ৰাখি ১৯২৯ চনত বৰপেটা চৰকাৰী উচ্চ বিদ্যালয়ৰ প্ৰধান শিক্ষক গিৰীশ চন্দ্ৰ ৰায়চৌধুৰীয়ে 'মাদক দ্ৰব্য বৰ্জন' আন্দোলনৰ গুৰি ধৰিছিল। চৰকাৰী চাকৰিয়াল আছিল যদিও ৰায়চৌধুৰী মহাত্মা গান্ধীৰ প্ৰকৃত শিষ্য আছিল। তেওঁ নিজে খদ্দৰৰ কাপোৰ পৰিধান কৰিছিল, যঁতৰত সূতা কাটিছিল, মহাত্মা গান্ধীৰ 'ইয়ং ইণ্ডিয়া' আৰু 'মডাৰ্ণ ৰিভিউ' নিয়মিতভাৱে পঢ়িছিল। নিজে মাছ-মাংস নাখাইছিল। নিজৰ কাপোৰ-কানি নিজে ধুই লৈ স্বাৱলম্বিতাৰ পৰিচয় দিছিল। স্বদেশী মাষ্টৰ বুলি জনাজাত ৰায়চৌধুৰীয়ে দেওবাৰে স্কুলীয়া ছাত্ৰসকলক লৈ বৰপেটাৰ পৰা বাৰাদি, কেওটকুছি, পাটবাউসী, হাউলী আদি ঠাইলৈ শোভাযাত্ৰা কৰি গৈ মাদক দ্ৰব্য বৰ্জন, চাফাই কাম আদিৰ যোগেৰে এক শক্তিশালী আন্দোলন গঢ়ি তুলিছিল। ফলত বৰপেটাত চিগাৰেট বৰ্জন সফল হৈছিল। বৰপেটাত দোকানীসকলে স্বইচ্ছাৰে চিগাৰেট আদি উলিয়াই দিছিল। এই সময়ত ভাগ লোৱা স্বেচ্ছাসেৱসকলৰ ভিতৰত সতীশ চন্দ্ৰ শৰ্মা, গুৰু প্ৰসাদ দাস, নাৰায়ণ চন্দ্ৰ গায়ন, হৰেকৃষ্ণ পাঠক, গুৰু প্ৰসাদ ওজা, ৰামচৰণ দাস, বৈদ্যনাথ দাস, তিলক দাস, দীনবন্ধু ওজা, মদনদাস (মদন গান্ধী) আদিয়েই প্ৰধান আছিল।

১৯২৯ খৃঃত জৱাহৰলাল নেহৰুৰ সভাপতিত্বত লাহোৰত অনুষ্ঠিত সভাত কংগ্ৰেছৰ অধিবেশনত গান্ধীজীয়ে স্বাধীনতা আন্দোলনৰ কাৰণে আহ্বান জনালে। ৩১ ডিচেম্বৰ তাৰিখে গৃহীত হোৱা প্ৰস্তাৱ অনুসৰি পূৰ্ণ স্বাধীনতাৰ লক্ষ্যত উপনীত হ'বলৈ আইন অমান্য কৰি ১৯৩০ চনৰ ২৬ জানুৱাৰীৰ দিনাখন স্বাধীনতা দিবস ৰূপে পালন কৰিবলৈ আহ্বান জানোৱা হ'ল। তদনুসৰি ভাৰতবৰ্ষৰ অন্যান্য ঠাইৰ লগতে বৰপেটাতো প্ৰথমবাৰৰ বাবে স্বাধীনতা দিৱস পালন কৰা হয়। বৰপেটাক কেন্দ্ৰ কৰি সেইদিনা দাঁতিকাষৰীয়া গাঁওবোৰতো সমদল যাত্ৰা, যঁতৰ সম্বলিত ত্ৰিৰঙ্গা পতাকা উত্তোলন কৰা হয়। ছাত্ৰ আৰু আয়তীসকলে উলিওৱা সমদলত সংগঠক উদয়নাথ শৰ্মাই ডিণ্ডিত খোল এটা লৈ স্বৰাজৰ গীত গাই বৰপেটা অভিমুখে আহে। তেওঁৰ লগত যোগ দিয়ে পূব বৰপেটাৰ ভেল্লা, বাতিকুৰিহা বৰবিলা আদি গাঁৱৰ ডেকাসকলে। 'মহাত্মা গান্ধী কী জয়', 'ভাৰত মাতা কী জয়' ধ্বনিৰে আকাশ-বতাহ মুখৰিত হৈ পৰে। এই সমদলে মৰা নদীৰ পুলিচ থানাৰ আগেদি বৰবাজাৰৰ মাজেৰে গৈ বৰপেটাৰ আদালতৰ সন্মুখত মেঘৰ গৰ্জনৰ দৰে গৰ্জিছিল। সেইদনা বৰপেটাৰ কীৰ্তন ঘৰৰ সন্মুখত হোৱা বিৰাট জনসভাত অক্ষয় কুমাৰ দাস, মহেন্দ্ৰ মোহন চৌধুৰী, মধুসূদন দাস আদিয়ে উদাত্ত কণ্ঠে ভাষণ দিছিল, আয়তীসকলে

উৰুলি দিছিল। স্বাধীনতা দিৱস পালনৰ লগে লগে বৰপেটা মহকুমাত এক ন উৎসাহৰ ঢল বৈ গ'ল। নিষ্ঠাৱান কৰ্মীসকলে গান্ধীজীৰ বিভিন্ন কাৰ্যসূচী ৰূপায়ণ কৰিবলৈ গাঁৱে-ভূঁয়ে সোমাই পৰিল। এই অহিংস-অসহযোগ-আন্দোলন পৰিচালনা কৰোঁতাসকলৰ ভিতৰত অক্ষয় কুমাৰ দাস, মহেন্দ্ৰ মোহন চৌধুৰী, মধুসূদন দাস, উপেন্দ্ৰ চন্দ্ৰ দাস, নৰনাৰায়ণ গোস্বামী, দেবেন্দ্ৰ নাথ শৰ্মা, কবিৰাজ ঘনশ্যাম দাস, চন্দ্ৰপ্ৰভা শইকীয়ানী ইত্যাদি আছিল। এইসকল নেতাক ইংৰাজ চৰকাৰে কাৰাবন্দী কৰিছিল।

স্বাধীনতাৰ আন্দোলনত ছাত্ৰ-ছাত্ৰীসকলে ভাগ লোৱাটো চৰকাৰৰ কাৰণে উদ্বেগৰ কাৰণ আছিল। সেয়ে তেতিয়াৰ অসমৰ শিক্ষাধিকাৰ কানিংহাম চাহাবে এখন পৰিপত্ৰ (Circular) উলিয়ালে যে ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকসকলে কংগ্ৰেছৰ আন্দোলনত যোগ নিদিওঁ বুলি প্ৰতিজ্ঞা-পত্ৰ লিখি দিলেহে ছাত্ৰ-ছাত্ৰীক চৰকাৰী বিদ্যালয়ত পঢ়িবলৈ দিয়া হ'ব। এই পৰিপত্ৰত ক্ষুব্ধ হৈ ছাত্ৰসকলে বৰপেটা চৰকাৰী উচ্চ মাধ্যমিক বিদ্যালয়ৰ সন্মুখত ধৰ্ণা দিলে, চৰকাৰৰ মাদক দ্ৰব্যৰ দোকানবোৰৰ আগত বিক্ষোভ প্ৰদৰ্শন কৰিলে। ফলত চৰকাৰে ছাত্ৰসকলক অপৰাধী সাব্যস্ত কৰি জেল-জৰিমনা, বেত্ৰাঘাত আদি দিবলৈ ধৰিলে। ছাত্ৰ-নেতাসকলৰ ভিতৰত প্ৰথমে কাৰাবাস খটা ব্যক্তিসকলৰ ভিতৰত মহেন্দ্ৰ চন্দ্ৰ পাঠক, গুৰু প্ৰসাদ দাস, ভোলাৰাম দাস, গুৰু প্ৰসাদ ওজা, ৰাজেন্দ্ৰ নাথ ডেকা, দীনবন্ধু ওজা, ৰাজেশ্বৰ শীল, আনন্দ বায়ন, ৰাজেন্দ্ৰ নাথ দাস, অচ্যুতানন্দ দাস, হৰেকৃষ্ণ দাস, প্ৰহ্লাদ চন্দ্ৰ দাস, আনন্দ বায়ন, ৰবিচৰণ দাস, ডাঃ বৈদ্যনাথ দাস, হৰি দাস, প্ৰমোদ শৰ্মা, শ্যামা চৰণ শৰ্মা আদি প্ৰধান। বৰপেটা মহকুমাত প্ৰায় তিনিশমান ছাত্ৰ গ্ৰেপ্তাৰ হ'ল।

কানিংহাম পৰিপত্ৰক অৱজ্ঞা কৰি বৰপেটাৰ বিদ্যোৎসাহী লোকসকলে ছাত্ৰৰ ভৱিষ্যতৰ কথা চিন্তা কৰি ১৯৩০ খৃঃৰ ২৮ তাৰিখত **বৰপেটা বিদ্যাপীঠ** নামেৰে এখন জাতীয় বিদ্যালয় স্থাপন কৰে। এই বিদ্যালয় আৰম্ভ হৈছিল দুই নং দক্ষিণ হাটীৰ 'মিলন মন্দিৰ'ৰ কাষৰ পদ্মনাথ বায়নৰ ঘৰত। যাদব চন্দ্ৰ দাস (উকীল ১ নং), জানকী মোহন শৰ্মা, ধনীৰাম তালুকদাৰ, ঘনশ্যাম দাস (কবিৰাজ), বনমালী দাস, আদিৰ যত্নত এই অনুষ্ঠানটি গঢ় লৈ উঠে। পিছলৈ বৰপেটাৰ অসামৰিক চিকিৎসালয়ৰ সন্মুখৰ এডৰা আহল-বহল মাটি বৰপেটা সত্ৰই প্ৰদান কৰে। ইয়াৰ প্ৰথম প্ৰধান শিক্ষক আছিল বিখ্যাত আইনবিদ জগদীশ চন্দ্ৰ মেধি ডাঙৰীয়া।

ছাত্ৰনেতাসকল বন্দী হৈ থকাত সতীশ চন্দ্ৰ শৰ্মা (আমবাৰীহাটী), কনক চন্দ্ৰ দাস (ইচ্ছাপুৰহাটী), উপেন্দ্ৰ নাথ দাস (গলিয়াহাটী) প্ৰমুখ্যে উপনেতাসকলে ছাত্ৰ-আন্দোলন সঞ্চালন কৰি ফাটেক খাটে।

১৯৩৪ খৃঃৰ ১১ এপ্ৰিলৰ দিনটো বৰপেটাৰ কাৰণে পৰম পবিত্ৰ ঐতিহাসিক দিন ৰূপে পৰিগণিত হৈ থাকিব। অসমলৈ তৃতীয়বাৰৰ কাৰণে মহাত্মা গান্ধীয়ে সিদিনা প্ৰায়

তিনিমান বজাত ৰেলেৰে আহি বৰপেটাৰোড ষ্টেচন পায়। বৰপেটাৰ পৰা যোৱা কৰ্মীসকলে তেওঁক আদৰি আনিলে। তেওঁ বৰপেটাৰ পূবে নখান্দা নদীৰ পাৰৰ মুকলি পথাৰত (গান্ধী ময়দান ৰূপে প্ৰখ্যাত) হিন্দীতে এটা সুন্দৰ ভাষণ দি সকলোকে উদ্বুদ্ধ কৰিছিল। গান্ধীজীয়ে হৰিজনসকলৰ কল্যাণৰ কাৰণে এটা পুঁজি সংগ্ৰহ কৰিছিল। গান্ধীজীৰ লগত ৰাজকুমাৰী অমৃত কৌৰ আহিছিল। গান্ধীজীৰ আহ্বানত সহাৰি জনাই উপস্থিত থকা মহিলাসকলে গাৰ পৰা একোপাত অলংকাৰ খুলি হৰিজন সেৱক সংঘৰ কাৰণে উছৰ্গা কৰিছিল। স্বেচ্ছাসেৱকসকলে মোহনলাল চৌধুৰীৰ পৰিচালনাত দেশপ্ৰেমৰ গীত পৰিবেশন কৰিছিল। এই সভাৰ পিছত গান্ধীজীয়ে আমোলাপট্টিত থকা ইন্দ্ৰসেন পাঠকৰ এড়ী, মুগা, খাদী কাপোৰৰ 'বস্ত্ৰ শিল্প' প্ৰতিষ্ঠান দৰ্শন কৰি পৰম তৃপ্তি লভিছিল। সমগ্ৰ বৰপেটা উৎসৱমুখৰ হৈ পৰিছিল। গধূলি ঘৰে ঘৰে বন্তি প্ৰজ্বলন কৰিছিল। নিশা আঠমান বজাত বাপুজী আগৰ যাত্ৰাৰ নিমিত্তে বৰপেটাৰোডলৈ ঘূৰি গ'ল আৰু তেওঁৰ বাবে ৰেল কৰ্তৃপক্ষই দিয়া সুকীয়া ডবাটোত বিশ্ৰাম কৰিলে। বৰপেটাৰ ভ্ৰমণ সম্বন্ধে ২১ এপ্ৰিল, ১৯৩৪ খৃঃৰ 'সাদিনীয়া অসমীয়া'ত এই বিৱৰণ প্ৰকাশিত হ'ল ঃ

> সৰভোগ এৰি মহাত্মাই বৰপেটা অভিমুখে ৰাওনা কৰি বৰপেটাৰোড ষ্টেচন পায়হি। মহাত্মাক স্বাগতম জনাবলৈ প্ৰায় ৮ হেজাৰ নৰ-নাৰী ষ্টেচনত উপস্থিত আছিল। বৰপেটাত ৰাইজৰ তৰফৰপৰা মহাত্মাক অভিনন্দন-পত্ৰ আৰু ৫০০ টকাৰ এটি ধনৰ মোনা উপহাৰ দিয়ে। প্ৰায় ২৫ হেজাৰ লোকৰ এক বিৰাট জনসভাত মহাত্মাই অস্পৃশ্যতা বৰ্জনৰ বিষয়ে হিন্দীতে এটা মৰ্মস্পৰ্শী বক্তৃতা দিয়ে। হীৰা, বণিয়া আৰু কৈৱৰ্ত সম্প্ৰদায়ৰ পৰাও একোটা ধনৰ মোনাৰে সৈতে একোখন অভিনন্দন-পত্ৰ দিয়া হয়।
>
> ইয়াৰ পিছত মহাত্মাজী শ্ৰীযুত ইন্দ্ৰসেন পাঠকৰ সূতা কটা আৰু তাঁতবোৱা প্ৰদৰ্শনী চাবলৈ যায় আৰু তাত শ্ৰীযুত পাঠক ডাঙৰীয়াই ৩০০ টকাৰ ধনৰ মোনা এটি মহাত্মাৰ হাতত অৰ্পণ কৰে। ইয়াৰ পিছত ৭-৮ হেজাৰ লোক গোট খোৱা এখন মহিলা সভাত মহাত্মাক অভিনন্দন জনোৱা হয়। এই সভাত মহাত্মাই হৰিজনৰ কামৰ বাবে ভিক্ষা খোজাত মহিলাসকলৰপৰা বহুতো সোণৰ অলংকাৰ পায়। মুঠতে অকল বৰপেটাত মহাত্মাই ১১৯৭।।২ অনা পায়।
>
> বৰপেটাৰ সত্ৰাধিকাৰসকলে মহাত্মাক এটি ধনৰ মোনা দি সম্বৰ্ধনা জনাবলৈ উৎসুক হৈছিল। কিন্তু মহাত্মাই যেতিয়া জানিলে যে হৰিজনসকলক আন আন হিন্দুসকলৰ দৰে সমান অধিকাৰ দিয়া নহয়, তেতিয়া সত্ৰাধিকাৰসকলে পতা সভালৈ যাবলৈ অসম্মত হয়।

ভাৰতীয় স্বাধীনতা আন্দোলনৰ সময়ত বৃটিছৰ 'ভাগ কৰা আৰু শাসন কৰা' নীতি কাৰ্যকৰী হৈছিল। গান্ধীজী আৰু সমকালীন নেতাসকলৰ বুজনি সত্ত্বেও মহম্মদ আলি জিন্নাই 'মুছলীম লীগ' গঠন কৰি সুকীয়া পাকিস্তানৰ দাবী তুলিছিল। অসমতো ইয়াৰ প্ৰতিফলন হৈছিল। সাম্প্ৰদায়িক ভিত্তিত চাৰ চাদুল্লাই ১৯৩৭ খৃঃত গঠন কৰা অসম মন্ত্ৰী সভাই অসমত মুছলমানসকলৰ জনবসতি বঢ়োৱাৰ আঁচনি ল'লে। অসমত মুছলীম লীগৰ শাখা গঠন কৰাৰ পিছত ৰংপুৰ মৈমনসিংহ আদি এলেকাৰপৰা মুছলমান লোকসকলক আমদানি কৰিবলৈ ধৰিলে। ফলত ১৯৩৭ চনৰ পৰাই বৰপেটাৰ দক্ষিণ, পূব, পশ্চিম অংশ আৰু ব্ৰহ্মপুত্ৰৰ চৰ এলেকাসমূহ উৎকট সাম্প্ৰদায়িকতাবাদী মুছলীম লীগৰ ঘাটিস্বৰূপ হৈ পৰিল। বৰপেটাৰ বাঘবৰ আদি অঞ্চলত মৈমনচিঙীয়াৰ প্ৰব্ৰজন আগৰপৰাই হৈছিল। ১৯২৯ খৃঃত বৰপেটালৈ এছ.ডি.ছি. হৈ অহা নিজৰা কবি শৈলধৰ ৰাজখোৱাই নিজৰ আত্মজীৱনী 'অতীতৰ সোঁৱৰণী'ত এইদৰে লিখিছে ঃ

> মই বৰপেটা চাৰ্কোলৰ চাৰ্জ লোৱাৰ কিছুদিনৰ পিছত গুৱাহাটীৰ ডেপুটী কমিছনাৰ কংগ্ৰেভ চাহাব গ'ল মোৰ অফিচ চাবলৈ। অফিচৰ কাগজপত্ৰ চাই শেষ কৰি তেওঁ মোক ক'লে —'তোমাৰ চাৰ্কোলত দ' পতিত মাটি বহুত আছে। অসমীয়া মানুহে তেনেকুৱা দ' মাটিত খেতি কৰিব নাজানে। এতিয়া ভাটীৰ মৈমনসিংহ জিলাৰপৰা বহুত মুছলমান মানুহ আহি সেইবিলাক পতিত মাটি দখল কৰি বিনা খাজনাত খাই আছে। ....'
> ...মৈমনসিংহৰপৰা অহা এই মুছলমানবিলাক পৰিশ্ৰমী মানুহ। পাঁচ-ছহাতমান পানীত বুৰি থকা দ' ঠাইবোৰত ওখ ভেটীৰ ওপৰত সৰু সৰু পঁজাঘৰবিলাক সাজি তাতে সপৰিয়ালে থাকে।... মৈমনচিঙীয়াবিলাক বৰপেটালৈ আহি প্ৰথমতে ব্ৰহ্মপুত্ৰৰ চৰবিলাকতে উঠিলহি। সেইকাৰণে বৰপেটাৰ মানুহে তেওঁবিলাকক চৰুৱা বোলে।...

(পৃষ্ঠা ১১৭-১৮)

বৃহত্তৰ পূৰ্ববংগৰ পৰিকল্পনাৰে মুছলীম লীগে চাৰ চাদুল্লাৰ সহযোগত পূৰ্ব-বংগৰ ৰংপুৰ, মৈমনসিংহ আদিৰ জিলাবোৰৰ পৰা 'সৰহ শস্য উৎপাদন আঁচনি'ৰ (Grow more food campaign) অধীনত লাখ লাখ খেতিয়ক লোকক অসমলৈ মাতি আনি হাবি-বন-ৰিজাৰ্ভ ভাঙি বহুৱাবলৈ ধৰিলে। ফলত কামৰূপ, গোৱালপাৰা, দৰং, নগাঁও জিলাৰ হেজাৰ হেজাৰ বিঘা পতিত মাটি এই পমুৱাসকলৰ দখললৈ গ'ল। মুছলীম লীগৰ সদস্যসকলে ভাৰতৰ স্বাধীনতাৰ পৰিৱৰ্তে 'আল্লাহু আকবৰ', 'পাকিস্তান জিন্দাবাদ' ধ্বনিৰে সমগ্ৰ বৰপেটা মহকুমাত ত্ৰাসৰ সৃষ্টি কৰিলে। বৰপেটাৰ কংগ্ৰেছ নেতাসকলে সাম্প্ৰদায়িক প্ৰীতিৰ বাবে ঠায়ে ঠায়ে সভা-সমিতিৰ আয়োজন কৰিলে। অৱশ্যে নেতাজী

সুভাস চন্দ্ৰ বসুৰ উদ্যোগত লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ নেতৃত্বত গঠিত মন্ত্ৰীসভাই অসমক সাম্প্ৰদায়িক বিষবাষ্পৰ পৰা কিছু সকাহ দিলে।

১৯৩৭ খৃঃত সৰ্বভাৰতীয় লোকপ্ৰিয় নেতা পণ্ডিত জৱাহৰলাল নেহৰু বৰপেটালৈ আহিল। তেওঁক চাবলৈ হিল-দল ভাঙি ৰাইজ আহিল। বৰপেটাৰ পৌৰসভাৰ খেল পথাৰত নেহৰুৱে উদাত্ত ভাষণ দিলে। নেহৰুক স্বাগতম জনোৱাৰ উদ্দেশ্যে চাউলখোৱা নদীৰ ওপৰৰ দলঙৰ মূৰত কপাহৰ গুটিৰে অশ্বাৰোহী নেহৰুৰ আকৃতি সজা হৈছিল। ধনীৰাম তালুকদাৰে তেওঁৰ মটৰগাড়ীৰে নেহৰুক আগবঢ়াই থৈছিল।

১৯৩৯ খৃঃৰপৰা দ্বিতীয় বিশ্বযুদ্ধ আৰম্ভ হ'ল। কিন্তু ভাৰতীয়ই নিজৰ সত্যাগ্ৰহ আন্দোলন নেৰিলে। বৰপেটাত অক্ষয় কুমাৰ দাস, মহেন্দ্ৰ মোহন চৌধুৰী, ঘনশ্যাম দাস (কবিৰাজ), মধুসূদন দাস, বসন্ত কুমাৰ ওজা, উপেন্দ্ৰ চন্দ্ৰ দাস (বাবুলাল উকীল), পৰমানন্দ পাঠক আদিৰ নেতৃত্বত আন্দোলনে গতি লাভ কৰিলে। এইসকল নেতাই সত্যাগ্ৰহ কৰি জেললৈ যোৱাৰ পিছতো আন এচাম ডেকাই আন্দোলনৰ নেতৃত্ব ল'লে। পৰমানন্দ পাঠকে 'অহিংস বিপ্লবী সংঘ' প্ৰতিষ্ঠা কৰিলে। দীনেশ চন্দ্ৰ দাস (কুমাৰহাটী), গণেশ চন্দ্ৰ দাস (মেটুৱাকুছি), ৰাধাকান্ত তালুকদাৰ (দক্ষিণহাটী), ৰজনীকান্ত মুদৈ (মাজৰহাটী), কৰ্ণ শইকীয়া (সুন্দৰীদিয়া) আদিয়ে নেতৃত্ব দি কাৰাবাস খাটিছিল।

মহম্মদ আলী জিন্নাৰ সভাপতিত্বত ১৯৪০ খৃঃত লাহোৰত অনুষ্ঠিত মুছলিম লীগৰ অধিবেশনত মুছলমানসকলৰ কাৰণে সুকীয়া ৰাষ্ট্ৰ পাকিস্তান গঠনৰ প্ৰস্তাৱ গ্ৰহণ কৰা হ'ল। এই দাবী ভাৰতৰ সকলো মুছলমানৰ দাবী বুলি লীগে চৰকাৰক জনাই দিলে। ফলত বৰপেটাৰ পমুৱা মুছলমানসকলেও যাঠি-জোং লৈ সমদল যাত্ৰা কৰি ধ্বনি দিলে— 'হবে-হবে পাকিস্তান, কায়ম হবে পাকিস্তান'। এনে বিষম পৰিস্থিতিত বৰপেটাৰ নেতৃবৰ্গ কিছু থমকি ৰ'লেও কংগ্ৰেছৰ নতুন নতুন কাৰ্যসূচীয়ে তেওঁলোকক সত্যাগ্ৰহৰ আন্দোলনক আগুৱাই নিবলৈ অনুপ্ৰাণিত কৰিলে। হাতত একতাৰা, দোতাৰা লৈ তেওঁলোকে জনতাক চৈতন্য কৰি তুলিলে—

যঁতৰ ঘূৰাও যঁতৰ
নাইকো খদৰ
স্বৰাজ আমাৰ কৰতলে.....

১৯৪২ খৃঃৰ ৮ আগষ্ট তাৰিখে মাজ নিশা কংগ্ৰেছে 'ভাৰত ত্যাগ' (Quit India) প্ৰস্তাৱ গৃহীত কৰিলে। জিন্নাই ক'লে— 'বিভক্ত কৰি ভাৰত ত্যাগ কৰা' (Divide and Quit)। এই বিপ্লৱৰ মূল মন্ত্ৰ আছিল 'কৰা বা মৰা', 'কৰিম কিম্বা মৰিম'। সেয়ে বৰপেটাত এই আন্দোলনে তীব্ৰ ৰূপ ধাৰণ কৰিলে। তেতিয়াৰ আগশাৰী নেতাসকলে এই আন্দোলনৰ গুৰি ধৰিছিল; সেইসকলৰ ভিতৰত অক্ষয় কুমাৰ দাস, কামেশ্বৰ দাস, মহেন্দ্ৰ মোহন চৌধুৰী,

ঘনশ্যাম দাস (কবিৰাজ), মধুসূদন দাস আদি প্ৰধান। 'বন্দে মাতৰম্'"গীতটো সেই সময়ত অতি লোকপ্ৰিয় হৈ পৰিছিল। নেতাজীৰ ১৯৪৩ খৃঃত গঠন কৰা আজাদ হিন্দ ফৌজে শ্লোগান দিলে— 'চলো চলো দিল্লী চলো, লালকিল্লা দখল কৰো'। অম্বিকাগিৰী, জ্যোতিপ্ৰসাদ, নবীন চন্দ্ৰ বৰদলৈৰ গীতবোৰে সংগ্ৰামী সত্যাগ্ৰহীসকলক দেশৰ মুক্তি যুদ্ধৰ কাৰণে নতুন শৌৰ্য প্ৰদান কৰিলে। আজাদ হিন্দ ফৌজৰ এই গীত কেউপিনে নিনাদিত হৈ পৰিল—

কদম কদম বঢ়ায়ে যা
খুশীসে গীত গায়ে যা
ইয়ে জিন্দেগী হ্যায় কৌম কী
তু কৌম মে লুটায়ে যা।...

(কদম— খোজ আগবঢ়াই যোৱা, আনন্দেৰে গীত গাই আগবাঢ়ি যোৱা। এই জীৱনটো হৈছে দেশৰ কাৰণে, ইয়াক দেশৰ বাবেই উছৰ্গা কৰি যোৱা।)

১৯৪৪ খৃঃৰ ৭ আৰু ৮ এপ্ৰিল তাৰিখে বৰপেটাৰ চাউলখোৱা নদীৰ পাৰত অসম প্ৰাদেশিক মুছলীম লীগৰ দুদিনীয়া অধিবেশন উত্তৰ প্ৰদেশৰ মুছলীম লীগৰ সৰ্বভাৰতীয় নেতা চৌধুৰী খালিকুদ জামানৰ সভাপতিত্বত অনুষ্ঠিত হৈছিল। এই সভাত ভাচানীৰ চৰৰ মৌলনা চাহাবে উদ্দীপ্ত ভাষণ দি মুছলীমসকলৰ মাজত সাম্প্ৰদায়িক উত্তেজনা বৃদ্ধি কৰিছিল। চাৰ চৈয়দ মহম্মদ ছাদুল্লা আৰু তেওঁৰ মন্ত্ৰীসভাৰ সদস্যসকলে ভাষণ দিছিল। অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল বৰপেটাৰ আইনজীৱী চৈয়দ আব্দুল ৰৌফ। সভাপতি আৰু ছাদুল্লা চাহাবক হাতীৰ ওপৰত তুলি লৈ পাকিস্তানী পতাকা উৰুৱাই ধ্বনি দিছিল — 'আল্লাহু আকবৰ', 'পাকিস্তান জিন্দাবাদ'। বাৰ-চৈধ্য হেজাৰমান মুছলমানে হাতত যাঠি-জোং, দা, তৰোৱাল লৈ সমদলত যোগ দিছিল। সেই সময়ৰ ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত 'দি আসাম ট্ৰিবিউন' কাকতত এই সভাৰ বাতৰি ওলাইছিল।

দিগম্বৰ দাসৰ 'বৰপেটাৰ বুৰঞ্জী'ত ১৯২১-১৯৩০ আৰু ১৯৪২ খৃঃত বৰপেটাৰ ৰাজনৈতিক নিৰ্যাতিত লোকৰ পৰিসংখ্যা এইদৰে দিছে — ১৯২১ খৃঃত (৫৪ গৰাকী), ১৯৩০ (৬২) আৰু ১৯৪২ (৬৫) — সৰ্বমুঠ ১৮১ গৰাকী।

## বৰনগৰ (সৰভোগ)

বৰপেটাৰ দৰে বেকী নদীৰ পাৰৰ বৰনগৰ বা সৰভোগতো ১৯২১ খৃঃৰ পৰাই স্বাধীনতা আন্দোলনৰ বা বলিছিল। বৰনগৰৰ নন্দমোহন মজুমদাৰ আৰু চকা-বাউসীৰ হলিৰাম মহন্ত ঠাকুৰ এই আন্দোলনৰ প্ৰাণ-শক্তি আছিল। নৰ্মাল শিক্ষক মজুমদাৰে আৰম্ভণিৰপৰা শেষলৈ স্বাধীনতা আন্দোলনৰ কামত দেহে-কেহে লাগি থাকিল, ফাটেক খাটিলে। এইজনা মজুমদাৰৰ ঘৰতেই ১৯২১ খৃঃত দেশভক্ত তৰুণৰাম ফুকন ডাঙৰীয়াই

'বৰনগৰ কংগ্ৰেছ সমিতি' গঠন কৰে। প্ৰথমতে এই সমিতিখন গুৱাহাটীৰ প্ৰাদেশিক সমিতিৰ অন্তৰ্গত আছিল। পিছত সেই বছৰতে কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈয়ে বৰনগৰলৈ আহি বৰনগৰ কংগ্ৰেছক বৰপেটা জিলা কংগ্ৰেছৰ লগত লগ লগাই দিয়ে। তেতিয়াৰ পৰা বৰপেটাৰ অক্ষয় কুমাৰ দাস, উমেশ চন্দ্ৰ দাস (ব্ৰহ্মচাৰী), ধনীৰাম তালুকদাৰ, মহেন্দ্ৰ মোহন চৌধুৰী আদি বৰপেটাৰ নেতাসকলৰ লগত মজুমদাৰ অন্তৰঙ্গ হৈ পৰে আৰু যুটীয়াভাৱে অনেক সিদ্ধান্ত লৈ কাৰ্যকৰী কৰে।

বৰনগৰত কংগ্ৰেছৰ সংগঠন সুদৃঢ় কৰা কাৰণে আগমন হৈছিল চন্দ্ৰনাথ শৰ্মা, ৰোহিণী কুমাৰ চৌধুৰী, নিধিৰাম মুক্তাৰ, তৰুণ ভট্টাচাৰ্য আদি। বৰনগৰ এম ই স্কুলৰ প্ৰাঙ্গনত এখন ডাঙৰ সভা হ'ল। সভাপতি হ'ল চন্দ্ৰনাথ শৰ্মা, নিৰ্দিষ্ট বক্তা হ'ল ৰোহিণী কুমাৰ চৌধুৰী। নিধিৰাম মুক্তাৰ আৰু তৰুণ ভট্টইও উদাত্ত ভাষণ দি ৰাইজক স্বাধীনতা আন্দোলনৰ কাৰণে মতলীয়া কৰি তুলিলে। নন্দমোহন মজুমদাৰক ১৯২১ চনৰ অসহযোগ আন্দোলনৰ সময়তে গ্ৰেপ্তাৰ কৰিছিল।

১৯২১ খৃঃৰ আগষ্ট মাহত মহাত্মা গান্ধীয়ে পোন প্ৰথমবাৰৰ বাবে অসমলৈ ৰেলেৰে আহোতে সৰভোগ ষ্টেচনত বিপুল জনসাধাৰণে সম্বৰ্ধনা জনাইছিল। সভাখন হৈছিল ষ্টেচনৰ কাষতে থকা পকী নাদটোৰ কাষত। ইয়াত এখন মঞ্চ সাজি ওপৰত এখন মেজ আৰু এখন বেতৰ চকী ৰখা হৈছিল। সভাৰ কামত সহায় কৰিবলৈ গুৱাহাটীৰ পৰা বিষ্ণুৰাম মেধি আৰু বৰপেটাৰপৰা উমেশ চন্দ্ৰ ব্ৰহ্মচাৰী গৈছিল। মেজখন এখন এৰিয়া চাদৰেৰে ঢাকি দিয়া হৈছিল। গান্ধীজীৰ লগত অহা মৌলনা মহম্মদ আলিয়েও ভাষণ দিছিল। গান্ধীজীয়ে মেজৰ ওপৰত থিয় দি হিন্দীতে ভাষণ দিছিল। নবীন চন্দ্ৰ বৰদলৈয়ে সেই ভাষণ অসমীয়ালৈ ভাঙি দিছিল। ৰাইজক উদ্দেশ্যি গান্ধীজীয়ে কৈছিল — 'মোৰ মতে কাম কৰিব পাৰিলে আমাৰ স্বাধীনতা লাভ কৰিবলৈ সৰহ সময় নালাগিব। আপোনালোকে দেশৰ বাবে আপোন স্বাৰ্থ বলিদান দি নিৰ্ভীকভাৱে জাতীয় যুঁজত আগভাগ লওক। অসহযোগ আন্দোলন কৰক।'

(এৰি অহা দিনবোৰ, নন্দমোহন মজুমদাৰ)

১৯২১ খৃঃত গুৱাহাটীৰ ফাটেকলৈ আহি নন্দমোহন মজুমদাৰে কেবাজনো স্বাধীনতা যুঁজাৰুক জেলত লগ পাইছিল; সেইসকলৰ ভিতৰত অম্বিকাগিৰী ৰায়চৌধুৰী, উমেশ চন্দ্ৰ বৰদলৈ, ত্যাগবীৰ হেম বৰুৱা, গঙ্গাধৰ চৌধুৰী, কেশৱ ফুকন ইত্যাদি। ৰাষ্ট্ৰীয় যুঁজত যুজিবলৈ বৰনগৰৰ মজুমদাৰক অনুপ্ৰাণিত কৰিছিল।

নন্দমোহন মজুমদাৰ, হলিৰাম মহন্ত ঠাকুৰ আদিৰ প্ৰচেষ্টাত বৰনগৰত মাদক দ্ৰব্য বৰ্জন আন্দোলন হ'ল। লিখাৰাম নাথ, চতুৰানম, শিলোৰাম দাস, সৰ্বেশ্বৰ আদি স্বেচ্ছাসেৱীসকলে এই আন্দোলনত যোগ দি গ্ৰেপ্তাৰ হয়।

কংগ্ৰেছৰ সংগঠনৰ কাম কৰিবলৈ তৰুণৰাম ফুকন, নবীন চন্দ্ৰ বৰদলৈ, বিষ্ণুৰাম মেধি, কামাখ্যাৰাম বৰুৱা, গোলোকেশ্বৰ গোস্বামী অহাত কানীয়াবাথানত এক বিশাল সভা হয়। কৰ্মবীৰ বৰদলৈ, দেশভক্ত ফুকনৰ তেজস্বী বক্তৃতাত ৰাইজৰ প্ৰাণত স্বাধীনতাৰ অনল জ্বলি উঠিল। এই সভাতে বিদেশী বস্ত্ৰ দমাই ফুকন আৰু বৰদলৈয়ে জুই জ্বলাই দিলে। সেই সময়তে গঠিত হোৱা মহিলা কংগ্ৰেছ সমিতিৰ সভানেত্ৰী হৈছিল নন্দমোহন মজুমদাৰৰ পত্নী গুণেশ্বৰী মজুমদাৰিণী।

১৯২৬ খৃঃৰ ডিচেম্বৰ মাহত গুৱাহাটীৰ পাণ্ডুত অনুষ্ঠিত জাতীয় কংগ্ৰেছৰ অধিবেশনত বৰনগৰীয়া সত্যাগ্ৰহীয়ে বিপুল সংখ্যাত ভাগ লৈছিল। গান্ধীজী, শ্ৰীনিবাস আয়েঙ্গাৰ, মদনমোহন মালব্য, মতিলাল নেহৰু আদি সৰ্বভাৰতীয় নেতাই ভাষণ দি অসমৰ স্বাধীনতা প্ৰেমী ৰাইজক উদ্বুদ্ধ কৰিছিল। গান্ধীজীৰ তৃতীয় অসম ভ্ৰমণৰ সময়ত ১৯৩৪ খৃঃৰ ১১ এপ্ৰিলৰ দিনা সৰভোগ ৰেল ষ্টেচনৰ পৰা প্ৰায় এমাইল দূৰৈত এখন বিশাল জনসভা হয়। ইয়াৰ বাতৰি ১৯৩৪ খৃঃ ৰ ২১ এপ্ৰিলৰ 'সাদিনীয়া অসমীয়া'ত প্ৰকাশ হৈছিল ঃ

> সৰভোগৰ ৰাইজে মহাত্মাক অভ্যৰ্থনা জনাবলৈ আগৰ পৰাই আয়োজন কৰি ৰাখিছিল। সৰভোগ ষ্টেশ্যনৰ পৰা প্ৰায় এমাইল দূৰত সাজি থোৱা সভামণ্ডপলৈ মহাত্মাক আদৰি নিয়া হয় আৰু প্ৰায় দুহেজাৰ লোকৰ এখন জনসভাত তেখেতক অভিনন্দন পত্ৰেৰে সৈতে ৫০০ টকাৰ এটা ধনৰ মোনা দিয়া হয়।

বৰনগৰীয়া স্বাধীনতাৰ যুঁজখনত এক নতুন মাত্ৰা যোগ হয় মঞ্চ শিল্পী, ভ্ৰাম্যমাণ থিয়েটাৰৰ আগৰণুৱা ব্ৰজনাথ শৰ্মাৰ যোগদানৰ ফলত। এই বিষয়ে তেওঁ বিস্তৃতভাৱে তেওঁৰ 'বিপ্লৱী' গ্ৰন্থত লিখিছে ঃ

> ১৯৩৫ চনত মই সক্ৰিয় হিচাপেই কংগ্ৰেছত যোগদান কৰোঁ।.... ১৯৩৫ চনত চক্‌চকা বজাৰত কংগ্ৰেছৰ সাধাৰণ অধিবেশন বহে। সেই অধিবেশনতেই বৰনগৰ কংগ্ৰেছৰ কাৰ্যকৰী কমিটিৰ সভ্য হিচাপে মোক প্ৰথমে স্থান দিয়ে। সভাপতি শ্ৰীনন্দমেহান মজুমদাৰ আৰু সম্পাদক শ্ৰীজীৱন চন্দ্ৰ দাস যথাক্ৰমে মনোনীত হয়। ১৯৩৬-৩৭ চনতো উক্তভাৱেই কাৰ্যকৰী কমিটি চলি থাকে। ১৯৩৭ চনত কমিটিৰ সালসলনি হয়। সম্পাদক শ্ৰীজীৱন চন্দ্ৰ দাসে নিজৰ ব্যৱসায়ত ক্ষতি হোৱা অজুহাতত সম্পাদকৰ বাব ল'বলৈ অক্ষমতা প্ৰকাশ কৰে। গতিকে সম্পাদকৰ বাব শ্ৰীখগেন্দ্ৰ নাথ শৰ্মাৰ ওপৰত ন্যস্ত হয়। সভাপতি শ্ৰীনন্দমোহন মজুমদাৰেই থাকি গ'ল। সহকাৰী সভাপতি মোকেই মনোনীত কৰা হ'ল।
>
> (বিপ্লৱী, পৃঃ ২)

১৯৩৭ খৃঃত সৰ্বভাৰতীয় নেতা জৱাহৰলাল নেহৰুৱে বৰপেটালৈ অহা পথত সৰভোগত সম্বৰ্ধিত হয়। নেহৰুৱে বৰনগৰবাসীক উৎসাহিত কৰিছিল। কংগ্ৰেছৰ পুঁজিলৈ বৰনগৰে এশ টকাৰ ধনৰ টোপোলা এটা আগবঢ়াইছিল।

১৯৩৯ খৃঃৰ পৰা দ্বিতীয় বিশ্বযুদ্ধৰ জুই জ্বলিছিল। ইয়াৰ প্ৰভাৱ বৰনগৰতো পৰিছিল। যুদ্ধৰ প্ৰস্তুতিৰ উদ্দেশ্যে বৃটিছ চৰকাৰে বেকী নদীৰ পাৰত বিমান কোঠ নিৰ্মাণৰ প্ৰস্তুতি চলালে। দক্ষিণ গণকগাড়ী, উত্তৰ গণকগাড়ী, সাপনা আমগুৰি আদি জনবহুল গাঁওবোৰৰ পৰা ৰাইজক উচ্ছেদ কৰি বিমান ঘাটি স্থাপন কৰা হ'ল। ডেকাৰবৰী, জাকুৱাপাৰা, মাদুলীঝাৰ আদি অঞ্চলত মিলিটাৰীৰ দপদপনি বাঢ়িল। বহুতো পঢ়াশালি মিলিটাৰীৰ ক্লাব-ঘৰ হ'ল। পথাৰবোৰ উছন হোৱাত সাধাৰণ কৃষকে দুটকাত বিমান-কোঠ, আলি-পদূলিৰ নিৰ্মাণৰ কামত দুটকীয়া বনুৱা হ'ব লগাত পৰিল। সৰভোগ উচ্চ মাধ্যমিক বিদ্যালয়খন গেৰিচন ইঞ্জিনিয়াৰৰ ঘাই কাৰ্যালয় হ'ল।

ঠিক বিশ্বযুদ্ধৰ আগে আগে বৰনগৰত ১৯৩৮ খৃঃত 'বৰপেটা জিলা ভলণ্টিয়াৰ কেম্প' হৈছিল। চতিয়াৰ কেপ্টেইন বাপাৰাম গগৈয়ে দহ-বাৰজন স্বেচ্ছাসেৱকৰ লগত আহি বৰনগৰত উপস্থিত হৈছিল। প্ৰায় তিনিমাহ স্বেচ্ছাসেৱকসকলক শিক্ষা দিয়া হৈছিল। কেম্পৰ দুৱাৰ মুকলি কৰিবলৈ আমন্ত্ৰণ জনাই লোকপ্ৰিয় গোপীনাথ বৰদলৈক অনা হৈছিল। কংগ্ৰেছ কৰ্মকৰ্তা ব্ৰজনাথ শৰ্মাই এই শিবিৰ সম্বন্ধে বৰ্ণনা কৰিছে এইদৰে ঃ

> ১৯৩৮ চনত 'বৰপেটা জিলা' ভলণ্টিয়াৰ কেম্প বৰনগৰতেই পাতিবলৈ যো-জা চলিল। জিলা কংগ্ৰেছৰপৰা যিমান সময়ৰ ভিতৰত কেম্প প্ৰস্তুত কৰাৰ নিৰ্দেশ দিয়া হৈছিল, ৰাতি-দিনে কাম কৰিও তাক সমাধা কৰাত প্ৰায় এসপ্তাহ পলম হ'ল। ইপিনে দহ-বাৰজন ভলণ্টিয়াৰ লৈ চতিয়াৰ কেপ্টেইন শ্ৰীবাপাৰাম গগৈ আহি উপস্থিত হ'ল। অৱস্থা আয়ত্তলৈ আনিব নোৱৰাত মোৰ ঘৰতেই আটাইবোৰকে স্থান দিবলৈ বৰনগৰ কংগ্ৰেছে সিদ্ধান্ত কৰিলে। চাউলপাত, খৰিখেৰৰ একো যোগাৰ নথকাত সাময়িকভাৱে মযে তেওঁলোকৰ অৱস্থা অনুপাতে অভ্যৰ্থনা কৰিলোঁ।... আমাৰ দক্ষিণ গণকগাড়ী, টেঙাগাঁও, মাদুলীঝাৰ আদি গাঁৱৰ ৰাইজে গোট খাই গগৈদেৱৰ আঁচনি মতে অফিচ ঘৰ, ভলণ্টিয়াৰ থকা ঘৰ, ৰান্ধনি ঘৰ আদি আটাইবোৰ সুন্দৰভাৱে সজাই তুলিলে। জিলা কমিটিয়ে চেঙা, বহৰি, শিলা, বৰপেটা আৰু বৰনগৰৰপৰা প্ৰায় ৩০/৩৫জনমান ভলণ্টিয়াৰ শিক্ষা গ্ৰহণৰ কাৰণে গোট খুৱালে। কেম্পৰ দুৱাৰ মুকলি কৰিবলৈ মাননীয় প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈদেৱক আহ্বান জনোৱা হ'ল।.... যথা সময়ত দুই তিনিটা বেণ্ডপাৰ্টিৰ সহযোগত বিৰাট শোভাযাত্ৰা

কৰি বৰদলৈদেৱক ষ্টেচনৰ পৰা আদৰি অনা হ'ল। .... চাৰি হেজাৰ দৰ্শকৰ বন্দে মাতৰম্ ধ্বনিৰ মাজত থিয় দি বৰদলৈদেৱে 'বৰপেটা জিলা' ভলণ্টিয়াৰ কেম্পৰ দুৱাৰ মুকলি কৰিলে। লগে লগে এই চাৰি-পাঁচ হেজাৰ দৰ্শকে দুবৰিৰ ওপৰতেই বহি বৰদলৈদেৱক সভাপতি পাতি, সভাৰ কাম আৰম্ভ কৰিলে। সন্ধ্যা প্ৰায় সাতটামান বজালৈ সভাৰ কাম চলি আছিল। চেঙা, তাৰাবাৰী, বহৰি, শিলা, নগাঁও, বৰপেটা, বজালী, ভৱানীপুৰকে আদি কৰি নানা ঠাইৰ কৰ্মীসকলৰ বিৰাট সমাগম হৈছিল।... শ্ৰীবাপাৰাম গগৈদেৱে হিন্দী কুচ-কাৱাজেৰে ভলণ্টিয়াৰসকলক প্ৰশিক্ষণ দিবলৈ ধৰিলে, শিক্ষাৰ পদ্ধতি প্ৰায় সামৰিক ধৰণৰ। অনুমান দুই-তিনি মাহ শিক্ষা দিয়াৰ পিছত তেখেতৰ কৰ্তব্য সম্পন্ন হ'ল।

(ব্ৰজনাথ শৰ্মা, বিপ্লৱী, পৃঃ ২,৩,৪)

১৯৪০ খৃঃত ৰামগড়ত আবুল কালাম আজাদৰ সভাপতিত্বত অনুষ্ঠিত জাতীয় কংগ্ৰেছৰ অধিবেশনত পদ্মধৰ চলিহা, গঙ্গাধৰ বৰমেধি আৰু মহেন্দ্ৰ নাথ হাজৰিকাৰ সৈতে বৰনগৰৰ নন্দমোহন মজুমদাৰেও যোগদান কৰিলে।

১৯৪২ খৃঃৰ 'ভাৰত ত্যাগ' আন্দোলনৰ ঢৌৱে বৰনগৰকো বাৰুকৈয়ে জোকাৰি গৈছিল। এই আন্দোলন আছিল 'কৰিম' বা 'মৰিম' পৰ্যায়ৰ। সেইকাৰণে স্বাধীনতা সংগ্ৰামীসকলে এই আন্দোলন সফল কৰাৰ কাৰণে প্ৰাণটাকি যুঁজিছিল। ব্ৰজনাথ শৰ্মা আদি কৰ্মকৰ্তাসকলৰ উদ্যোগ ২৬ আগষ্টৰ দিনা জাকুৱাপাৰাৰ তিনি আলিত হেজাৰ হেজাৰ আন্দোলনকৰ্মী গোট খালে। এইসকল দুটা দলত বিভক্ত হৈ এটা দলে বিমান ঘাটিৰ সকলো সা-সঁজুলি, ঘৰ দুৱাৰ জ্বলাই দিলে আৰু আনটো দলে আৰক্ষী থানা, চৰকাৰী ডাক-বঙলা, ডাকঘৰ, মিলিটাৰীয়ে সজা কিছু ঘৰ পুৰি শেষ কৰি পেলালে। অথচ নন্দমোহন মজুমদাৰে এনে সৰ্বনাশী ঘটনাৰ ভু নাপালে। ইয়াৰ সোঁৱৰণী মজুমদাৰে এইদৰে কৰিছেঃ

ৰাতিপুৱা গা-পা ধুই চাহপানী খাই উঠিছো মাত্ৰ এনেতে ব্ৰজ শৰ্মা মাদুলীঝাৰৰ ফালে যাবলৈ আহি মোৰ ঘৰত সোমাল। তেওঁ ঘটনাৰ আদ্যোৎপান্তি ক'লে। এনেতে হলিৰাম মহন্ত ঠাকুৰে মোৰ ঘৰলৈ আহিল। বাহিৰৰ পৰাই মাত লগালে— 'নন্দ, নন্দ, আছানে?' তেখেত মোৰ ল'ৰালিকালৰ শিক্ষক আছিল। মই ওলাই অহাৰ লগে লগে চকুপানী টুকি মোৰ মূৰত হাত ফুৰাই ক'বলৈ ধৰিলে — 'বাচা! কোনোবাই ঘাটি পুৰিলে। পিছে তোমাৰ গাতহে লাগিবগৈ। ঈশ্বৰে তোমাৰ কল্যাণ কৰক।' তেওঁ বিদায় ল'লে। মহন্তদেৱৰ যোৱাৰ পিছতেই মহেন্দ্ৰ চৌধুৰী আহিল। তেওঁৰ অলপ পিছতে হৰেশ্বৰ গোস্বামী, ডাঃ ভুবনেশ্বৰ বৰুৱা, অক্ষয় কুমাৰ

দাস আহি পালেহি। হৰেশ্বৰ গোস্বামীয়ে মোৰ বিচনাত বহি ধেমালি কৰি মোক সুধিলে মই তেখেতক চিনি পাইছোনে নাই। তাৰ পিছত ক'লে যে বৰপেটাৰপৰা এছ.ডি.অ', পুলিচ আৰু মিলিটাৰী আহিব ধৰিছে মোক গ্ৰেপ্তাৰ কৰিবলৈ। নানা আশ্বাস দি তেওঁলোক গ'লগৈ। তেতিয়া ব্ৰজনাথ শৰ্মাই মোক সুধিলে তেওঁ পুলিচৰ হাতত ধৰা দিবনে নিদিয়ে। শেষত তেওঁ ধৰা নিদিয়াটোকে ঠিক কৰিলে আৰু মাদুলিঝাৰৰ পিনে গুচি গ'ল। কিছু সময় পিছত পুলিচ-মিলিটাৰী সহ এছ.ডি.অ' পালেহি। মোক এৰেষ্ট কৰিলে। মহেন্দ্ৰ মোহন চৌধুৰীক পাই তেওঁকো এৰেষ্ট কৰিলে। তাৰ পিছত সৰভোগলৈ গৈ ৰত্নধৰ দাসক এৰেষ্ট কৰিলে। বৰপেটাৰপৰা অক্ষয় কুমাৰ দাস আদিকো এৰেষ্ট কৰিলে। পিছত সকলোবিলাককে নি পাঠশালাত লগ কৰি গুৱাহাটীলৈ লৈ গ'ল। আমাৰ বনগৰৰ পিনৰ পৰা গৰ্গেশ্বৰ দাস, খগেন্দ্ৰ নাথ শৰ্মা, ৰমেশ চন্দ্ৰ শৰ্মা, জন্মেজয় দাস, মহীৰাম দাস, সনাৰাম নাথ, নৱদ্বীপৰঞ্জন পাটগিৰি, নিধিৰাম দৰ্জি, ভূষণ চন্দ্ৰ দাস (কমাৰ), ৰত্নেশ্বৰ মিস্ত্ৰি, সৰ্বেশ্বৰ মেম্বৰ, লক্ষেশ্বৰ শৰ্মা, ভকতৰাম মজুমদাৰ, ধনীৰাম পণ্ডিত, কণ্ঠীৰাম দাস, হৰ্ষৰাম দাস, খৰ্গেশ্বৰ নাথ, ভবেন্দ্ৰ নাথ শৰ্মা, চিকশৰাম নাথ, কৃষ্ণকান্ত সাউ, ভবেন্দ্ৰ নাথ সাউ, উদ্ধৱ মালি আদি বহুতকে জেললৈ ধৰি নিয়ে। হৰেশ্বৰ গোস্বামী, ডাঃ ভুবনেশ্বৰ বৰুৱা, জগদীশ চন্দ্ৰ মেধি, জয়চন্দ্ৰ চৌধুৰীকো আনি আমাৰ লগতে ৰাখিছিল।

('সেই দিনবোৰ মনত পৰে' শীৰ্ষক প্ৰবন্ধ)

ব্ৰজনাথ শৰ্মাই কিছুসময় আত্মগোপন কৰিলেও তেৰোঁ গ্ৰেপ্তাৰ হয়। গুৱাহাটীৰ নিৰ্জন কাৰাবাসত তেওঁক ৰখা হয়। গুৱাহাটীৰ চিলেট জেইল আৰু তেজপুৰ জেইলত বন্দী জীৱন কটাই তেজপুৰত মুক্তি লাভ কৰে।

বৰনগৰ বিমান ঘাটি, চৰকাৰী কাৰ্যালয় আদি স্বাধীনতা সংগ্ৰামীসকলে পোৰাৰ পিছত বৃটিছ চৰকাৰে কেইজনমান নেতা-কৰ্মীক বন্দী কৰিয়েই ক্ষান্ত নাথাকিল, গাঁওবিলাকত সোমাই পাইকাৰী জৰিমনা কৰিলে। যিবিলাক লোকে জৰিমনা দিব নোৱাৰিলে তেওঁলোকৰ গৰু-গাই, কাঁহী-বাটি, লোটা আদি সকলো ঘৰুৱা সামগ্ৰী ক্ৰোক কৰি লৈ যায়। ঘৰত পোৱা ছুটকেছ, কাপোৰ-কানি, তিৰোতাৰ হাতৰ-কাণৰ গহনা আদি লৈ যায়। এইবোৰৰ নিলাম কৰি ৩৫,০০০ মান টকা পালে। নন্দমোহন মজুমদাৰ, ব্ৰজনাথ শৰ্মা আদিৰ নেতাৰ ঘৰত অধিক অত্যাচাৰ হ'ল। আনকি ঘৰ এৰি দিয়াৰ কাৰণেও আদেশ হ'ল। বৰনগৰৰ তিনিখন মৌজাৰ হিন্দু-মুছলমান লোকক নানান প্ৰলোভন দেখুৱাইয়ো চৰকাৰে কোনো সাক্ষী উলিয়াব নোৱাৰিলে। দেশ স্বাধীন হোৱাৰ পিছত চৰকাৰে সেই নিলামৰ টকা ঘূৰাই

দিয়াত তাৰে বৰনগৰীয়া ৰাইজে স্বাধীনতাৰ সোঁৱৰণিস্বৰূপে 'গান্ধী হল' নামেৰে এটা স্মৃতিভৱন নিৰ্মাণ কৰে।

বৰনগৰৰ ১৯২১ খৃঃত ফাটেক খটা লোকৰ সংখ্যা ১৯জন, ১৯৩০ খৃঃত ১০জন আৰু ১৯৪২ খৃঃত ১৩১জন আছিল।

## হাউলী

বৰপেটা নগৰৰ উত্তৰে হাউলী অৱস্থিত। অলপ আগত বৰপেটা-ৰোড, বৰপেটাৰ পৰা হাউলীৰ দূৰত্ব হৈছে বাৰ কিলোমিটাৰ। ১৮৯৭ খৃঃৰ ভূমিকম্পৰ পিছত ভিন ভিন ঠাইৰ পৰা লোক আহি ইয়াত বসতি কৰিবলৈ ধৰে। নমাটি (মৈৰামাৰ), হাউলী গাঁও, দলাগাঁও, পোড়াভাড়াল, খাটালপাৰা, মাজৰগাঁও, মাদুলীঝাৰ, মৌটু পুৰী, হালংপাকুৰী আৰু কালঝাৰ আদি কেইখনমান গাঁৱৰ ই মাথোঁ সমষ্টি আছিল। ন পমুৱা মুছলমানসকলে এইবোৰ গাঁৱত বসতি কৰিছিল।

১৯২১ খৃঃত বৰনগৰৰ জ॰ এয় নেতা নন্দমোহন মজুমদাৰ আৰু সৰ্বেশ্বৰ দাসে আহি হাউলীত স্বাধীনতা আন্দোলনৰ সূত্ৰপাত কৰে। দুয়োজন নেতাক মাল্যদান কৰি গৰুৰ গাড়ীত উঠাই সমদল কৰি নমাটি নামঘৰলৈ নিয়া হয়। তাত বিৰাট ৰাজহুৱা সভাৰ আয়োজন কৰা হয়। দুয়োজন নেতাৰ উদ্যোগত বিলাতী বস্ত্ৰৰ বৰ্জনৰ কাৰ্যসূচীও লোৱা হয়। দলাগাঁও নিবাসী দীনবন্ধু দাসৰ নেতৃত্বত হাউলীত স্বাধীনতা আন্দোলন আৰম্ভ হয়। হাতে হাতে টাকুৰীত সূতা কাটি, মহাত্মা গান্ধীৰ জয়ধ্বনি দি, গাঁৱে-গাঁৱে সংকীৰ্তন কৰি ৰাইজক স্বাধীনতা সংগ্ৰামৰ কাৰণে জাগৃত কৰাৰ চেষ্টা কৰা হৈছিল।

১৯৩৪ খৃঃত মহাত্মা গান্ধী বৰপেটাৰোডৰ পৰা বৰপেটালৈ যাওঁতে হাউলী চাৰিআলিত সভা পাতি সম্বৰ্দ্ধনা জনোৱা হয় আৰু তেওঁক ধনৰ টোপোলা এটাও দিয়া হয়। জৱাহৰলাল নেহৰুকো দুবাৰ হাউলীত সম্বৰ্দ্ধনা জনোৱা হৈছিল।

১৯৩৫ খৃঃত হাউলীত ভালদৰে কংগ্ৰেছ সমিতি গঠন হৈছিল। হাউলীত স্থাপিত হোৱা মৌজা কংগ্ৰেছৰ সভাপতি আছিল কেশৱৰাম দাস (সৰকাৰ) আৰু সম্পাদক যোগেশ চন্দ্ৰ দাস। সম্পাদকৰ প্ৰধান সহায়ক আছিল কেশৱ চন্দ্ৰ দাস (মহাজন) আৰু চুফি ৰিয়াজুদ্দিন আহমেদ। কংগ্ৰেছৰ এগৰাকী সক্ৰিয় কৰ্মী আছিল বিশ্বনাথ দাস। আন কিছু নিষ্ঠাবান কৰ্মী আছিল— নিকুঞ্জবিহাৰী সাহা, কামেশ্বৰ বায়ন, ফটিক চন্দ্ৰ নাথ, গজেন চন্দ্ৰ সৰকাৰ, শ্ৰীকান্ত সৰকাৰ, মোঃ হাবিলউদ্দিন, জমীদাৰ বড়ো, শুকোৰাম খাটনিয়াৰ, পবন চন্দ্ৰ পাঠক, মহাৰথ চৌধুৰী, যাদব চন্দ্ৰ দাস আদি।

১৯৪১ চনৰ 'ভাৰত ত্যাগ' আন্দোলন হাউলীতো তীব্ৰতৰ হৈ পৰে। ২৬ আগষ্ট তাৰিখে বৰনগৰত বিমান ঘাটি, চৰকাৰী কাৰ্যালয় আদি জ্বলোৱাৰ অপৰাধত হাউলীৰ পৰাও পাইকাৰী জৰিমনা আদায় কৰা হয়। তদু॰ ৰি ধৰণীধৰ পাঠক, নৰেশ্বৰ দাস পণ্ডিত,

বলাই সাহা আদি ব্যক্তিকো গ্ৰেপ্তাৰ কৰি ফাটেক দিয়ে।

ন-পমুৱা মুছলমানসকলৰ বসতি প্ৰধান অঞ্চলবোৰত মুছলীম লীগৰ কাৰ্যকলাপ বঢ়াত হাউলী ইয়াৰ ঘাটিস্বৰূপ হৈ পৰিল। ফলত কংগ্ৰেছ কৰ্মকৰ্তাসকল সজাগ হৈ উঠিল। মুছলীম লীগৰ আন্দোলন প্ৰতিৰোধ কৰাৰ উদ্দেশ্যে স্বাধীনতা আন্দোলনৰ সমৰ্থক জমিয়েট উল উলেমাৰ এটা শাখা গঠন কৰা হ'ল। উলেমা পন্থী লোকসকলক লৈ এটা শোভাযাত্ৰা কৰা হ'ল। ১৯৪৬ চন। বুধবাৰৰ হাটৰ দিনাখন এফালে কংগ্ৰেছ আৰু উলেমা দলৰ সমদল আৰু আনফালে মুছলীম লীগ পন্থীৰ সমদল। দুয়োটা সমদলে বজাৰমুখে নিজৰ নিজৰ ধ্বনি দি আহি আছিল। বজাৰ আহি পোৱাৰ লগে লগে দুয়ো দলৰ ভেটাভেটি হ'ল, খেদা-খেদি, হতাহতিও হ'ল। লীগ দলৰ নেতৃত্বত আছিল বৰপেটা মহকুমাৰ বিখ্যাত নেতা কৰ্দুশ খাঁৰ এজন আত্মীয়। উত্তেজনাৰ বশৱৰ্তী হোৱাত তেওঁৰ মূৰত কোব পৰাত ৰক্তাক্ত হৈ অচেতন হ'ল। সাম্প্ৰদায়িক সংঘৰ্ষ হোৱাৰ ভয় বাঢ়িল। এই ঘটনাৰ কিছুদিন পিছতে বিশিষ্ট শিক্ষাবিদ হুমায়ুন কবীৰ অসমলৈ অহাত তেওঁক নিমন্ত্ৰণ কৰি হাউলীত এখন ৰাজহুৱা সভা পতা হ'ল। বজাৰ প্ৰাঙ্গণত হুমায়ুন কবীৰ চাহাবৰ সভা পতা দেখি আনফালে মুছলীম লীগৰো প্ৰতিদ্বন্দ্বিতামূলক সভা হ'ল।

দুয়োখন সভা সুকলমে অনুষ্ঠিত হ'ল যদিও কংগ্ৰেছ দলে মুছলমানসকলৰ মাজত থকা ভ্ৰান্তি আঁতৰাবলৈ জমিয়েট উল উলেমাৰ সৰ্বভাৰতীয় নেতা হজৰত মাদানি চাহাবক আমন্ত্ৰণ জনালে। তেওঁৰ ভাষণে মুছলীম লীগ পন্থীৰ সন্দেহ দূৰ কৰিলে। তেতিয়াৰপৰা এই পন্থৰ লোকসকলৰ বৈৰিতা কমিল আৰু প্ৰীতি ভাবেৰে কাম কৰিবলৈ ধৰিলে। ফলত হিন্দু-মুছলমানৰ মাজত সম্প্ৰীতি স্থাপন কৰি স্বাধীনতা আন্দোলনত হাউলীয়ে এক সোণালী স্বাক্ষৰ ৰাখিবলৈ সক্ষম হ'ল।

**বৰপেটাৰোডৰ** মথুৰা মোহন হিতৈষী আৰু বিপ্লৱী কৃষক নেতা মোহনলাল চৌধুৰীয়ে স্বাধীনতা আন্দোলনত সক্ৰিয়ভাৱে জড়িত হৈ পৰিছিল। তেওঁলোকে শান্তি সেনা শিবিৰৰ পৰিচালানাত থাকি স্বেচ্ছাসেৱকসকলৰ প্ৰশিক্ষণৰ ব্যৱস্থা কৰিছিল। প্ৰশিক্ষণৰ দায়িত্ব গ্ৰহণ কৰিছিল বিষ্ণুৰাম পাঠক আৰু গোবিন্দ শৰ্মাই। তেওঁলোকৰ সহায়ক হৈছিল ৰমণী পাঠক। আন নিষ্ঠাবান কৰ্মী আছিল দীননাথ চৌধুৰী, বসন্ত কুমাৰ চৌধুৰী, ফটিক চন্দ্ৰ তালুকদাৰ আদি। গান্ধীজীয়ে ১৯৩৪ খৃঃত বৰপেটালৈ অহাৰ পথত প্ৰায় আঠ হেজাৰ পুৰুষ-মহিলাই বৰপেটাৰোড ষ্টেচনত সমবেত হৈ সম্বৰ্দ্ধনা জনাইছিল।

## পূব বৰপেটা

পূব বৰপেটাই বাৰাদি, কেওটকুছি, পাটবাউসী, শিলা, ভেল্লা, নগাঁও, চেঙা, তাৰাবাৰী, বহৰি আদি বৃহত্তৰ অঞ্চলক সামৰি ল'লেও ইয়াৰ কেন্দ্ৰস্থল আছিল চেঙা। চেঙাৰ ধনীৰাম তালুকদাৰ, বহৰিৰ ৰামচৰণ মড়ল আৰু নগাঁৱৰ বলোৰাম তালুকদাৰৰ নেতৃত্বত ১৯২১

খৃঃৰ পৰাই স্বাধীনতা আন্দোলনৰ সূত্ৰপাত হয়। বিদেশী বস্তু বৰ্জন, স্বদেশী গ্ৰহণ নীতি কাৰ্যকৰী কৰা হয়। তালুকদাৰে বৰপেটাতো অতি সক্ৰিয় ভূমিকা গ্ৰহণ কৰিছিল।

দেশৰ আহ্বানত বহৰিৰ ৰামচৰণ মড়ল আৰু নগাঁৱৰ বলোৰাম তালুকদাৰে জীৱিকাৰ কথা চিন্তা নকৰি মণ্ডলৰ চাকৰি ইস্তফা দিছিল আৰু কাৰাবৰণ কৰিছিল। আন্দোলনত আগ ভাগ লোৱা আন নিষ্ঠাবান কৰ্মী আছিল চেঙাৰ মাণিক চন্দ্ৰ তালুকদাৰ, তাৰাবাৰীৰ বিশিষ্ট ব্যৱসায়ী বলোৰাম দাস, বিষ্ণুপুৰৰ কেশৱ চন্দ্ৰ দাস, নগাঁৱৰ ১৩/১৪বছৰ বয়সীয়া কিশোৰ মহেন্দ্ৰ মোহন চৌধুৰী, যিজন পৰৱৰ্তী কালত অসমৰ মুখ্যমন্ত্ৰী আৰু পঞ্জাৱৰ ৰাজ্যপাল হৈছিল।

১৯৩০ খৃঃৰ ২৬ জানুৱাৰী তাৰিখে স্বাধীনতা দিৱসৰ কাৰ্যসূচী কংগ্ৰেছৰ পতাকা উত্তোলন কৰি, 'বন্দে মাতৰম' ধ্বনিৰে, 'বিজয়ী বিশ্ব ত্ৰিৰঙ্গা পিয়াৰা, ঝণ্ডা উচাঁ ৰহে হমাৰা' গীতেৰে মুখৰিত কৰি পালন কৰা হৈছিল। ইয়ে পূব বৰপেটাবাসীক মতলীয়া কৰি তুলিছিল। আন্দোলনৰ কোনো কাৰ্যসূচী থমকি ৰোৱা নাছিল। আন্দোলনক সক্ৰিয়ভাৱে নেতৃত্ব দিয়া স্বাধীনতা যুঁজাৰুসকল আছিল চেঙাৰ গোলোক চন্দ্ৰ পাঠক, খগেন পাঠক, গজেন ডেকা, অৰ্জুন ৰায়, দুলাল চন্দ্ৰ পাটোৱাৰী, নীৰেন তালুকদাৰ, সাগৰ চন্দ্ৰ ডেকা, মহম্মদ গোলোক চান্দ কাদেৰ বৰুৱা, নগাঁৱৰ হৃদয়ানন্দ চৌধুৰী, শিলাৰ উদয় চন্দ্ৰ শৰ্মা, পাটবাউসীৰ দীনবন্ধু দাস (ডাক্তৰ), চন্দ্ৰকান্ত দাস, ধৰম চন্দ্ৰ ওজা ইত্যাদি।

১৯৩৯ খৃঃৰ ১ চেপ্তেম্বৰ তাৰিখে আৰম্ভ হোৱা দ্বিতীয় মহাসমৰত ইংৰাজ চৰকাৰক সহায় কৰাৰ বিৰুদ্ধে সিদ্ধান্ত হৈছিল। ১৯৪০ চনৰপৰা পুনৰ সত্যাগ্ৰহ আৰম্ভ হৈছিল। অশোকাষ্টমীৰ সময়ত তাৰাবাৰী হাটৰ ব্ৰহ্মপুত্ৰ নদৰ পাৰৰ লোকে লোকাৰণ্য হৈ পৰিছিল। এই সমাবেশত গোলোক চন্দ্ৰ পাঠক ডাঙৰীয়াই গান্ধীজীৰ 'বৃটিছক ধন বা জনেৰে সহায় কৰা অন্যায়'ৰ বাণী সফলতাৰে প্ৰচাৰ কৰিছিল।

১৯৪২ খৃঃৰ আগষ্ট মাহৰ 'ভাৰত ত্যাগ' আন্দোলনৰ পৰিপ্ৰেক্ষিতত পূব বৰপেটাৰ স্বাধীনতা আন্দোলনকাৰীয়ে তাৰাবাৰী জাহাজ ঘাটৰ পৰা বৰপেটালৈ সৈন্যবাহিনী আহিব নোৱৰাৰ ব্যৱস্থা কৰিছিল। তাৰাবাৰী আৰক্ষী চকী পোৰাৰ ষড়যন্ত্ৰও কৰা হৈছিল, কিন্তু চকীৰ ভাৰপ্ৰাপ্ত বিষয়াৰ তৎপৰতাৰ কাৰণে সি সম্ভৱ নহ'ল। বিয়াল্লিছৰ গণ আন্দোলনত সক্ৰিয়ভাৱে ভাগ লোৱা কিছুসংখ্যক প্ৰধান আন্দোলনকাৰী হৈছে— ভাৰত চন্দ্ৰ দাস, বহৰিৰ ভোলাৰাম দাস, বিষ্ণুপুৰৰ তাৰানাথ ভট্টাচাৰ্য, শিলাৰ বিষ্ণুৰাম পাঠক, চেঙাৰ ৰমণী মোহন পাঠক ইত্যাদি। পুলিচে আটক কৰি ফাটেকলৈ পঠিওৱা ব্যক্তিসকল হ'ল— কেওটকুছিৰ পৰ্বানন্দ দাস, অনন্ত দাস, আনন্দ ৰাম দাস, ৰতিকান্ত দাস, সদানন্দ দাস, বৈকুণ্ঠ শৰ্মা; শিলাৰ হৰেশ্বৰ গাঁওবুঢ়া, গিৰীশ চন্দ্ৰ দাস; নগাঁৱৰ হৃদয়ানন্দ চৌধুৰী, দামোদৰ ডেকা; বিষ্ণুপুৰৰ খৰ্গেশ্বৰ দাস; তাৰাবাৰীৰ বলোৰাম দাস আৰু বহৰিৰ ভাৰত চন্দ্ৰ পাঠক।

সৰুক্ষেত্ৰী মৌজাখন বৰপেটাৰ পূব দিশত। বৰ্তমানৰ নলবাৰী জিলাৰ পশ্চিম প্ৰান্তত অৱস্থিত। স্বাধীনতা সংগ্ৰামী ৰাজেন্দ্ৰ নাথ ডেকাই 'সৰুক্ষেত্ৰী' নামৰ উৎপত্তি সম্বন্ধে এইদৰে বিৱৰণ দিছেঃ

> প্ৰচলিত প্ৰবাদ অনুসৰি এই অঞ্চলত নৱ-বৈষ্ণৱ যুগত মহাপুৰুষসকল শ্ৰীশ্ৰীশঙ্কৰদেৱ, শ্ৰীশ্ৰীমাধৱদেৱ, দামোদৰদেৱ, হৰিদেৱ, জগন্নাথদেৱ, মনোহৰদেৱ, ভট্টদেৱ আদি গুৰুসকলৰ এই অঞ্চললৈ শুভাগমন আৰু তেওঁসকলৰ প্ৰচাৰিত ভাগৱত ধৰ্মৰ সৰু বৰ ক্ষেত্ৰস্থান— ব্যাসকুছি, কাপলা, বাউসী, বণিয়াকুছি, লচিমা, হালধীবাৰী, শিংৰা, নসত্ৰ, গোমুৰা, কাৰাকুছি নামশালা, সৰ্থেবাৰী, পল্লা, আমৃখোৱা আদি এই অঞ্চলত সিঁচৰতি হৈ থকা হেতুকে এই ঠাইৰ নাম সৰুক্ষেত্ৰী হোৱা স্বাভাৱিক আৰু যুক্তিসংগত বুলি ভবাৰ থল আছে।
>
> ('স্বাধীনতা সংগ্ৰামত সৰুক্ষেত্ৰীৰ অৱদান' শীৰ্ষক প্ৰবন্ধ)

সৰুক্ষেত্ৰী অঞ্চলত বৃটিছ চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহৰ জুই জ্বলি উঠে ১৮৯২ খৃঃত। খাজনা বৃদ্ধিৰ লগে লগে লাটমণ্ডলে চক্ৰান্ত কৰি কৃষকক বঞ্চিত কৰি সুবিধাবাদী কিছু লোকৰ নামত মাটিৰ পট্টা দিব ধৰাত সৰ্থেবাৰীত 'ৰাইজ মেল' অনুষ্ঠিত হয়। উল্লেখযোগ্য যে চামতা, বেলশৰ, নলবাৰী, ৰঙিয়া আদি অঞ্চলৰপৰাও চহুৱা লোক আহি সমবায় ভিত্তিত সৰুক্ষেত্ৰীৰ বিভিন্ন ঠাইত খেতি কৰে আৰু খেতি চপাই মাঘ মাহত শইচ লৈ নিজ নিজ ঘৰলৈ যায়। এতিয়া লাটমণ্ডলৰ চক্ৰান্তত সেই সুবিধাৰো মুদা মৰিল। ৰাইজে চৰকাৰী খাজনা নিদিওঁ বুলি উঠাই দিয়াত সেই সময়ৰ বৰপেটাৰ মহকুমাধিপতি মাধৱ চন্দ্ৰ বৰদলৈ সৰ্থেবাৰীৰ ৰাইজ মেললৈ আহে। পানাগাঁৱৰ টুপত অনুষ্ঠিত হোৱা এই মেললৈ সৰ্থেবাৰী, গোমুৰা, কাৰাকুছি, নামশলা, পল্লা, লছিমা, আমৃখোৱা, বণিয়াকুছি, হালধিবাৰী, ব্যাসকুছি আদি কৰি সৰুক্ষেত্ৰী মৌজাৰ লোকসকলৰ উপৰিও ৰঙিয়া, নলবাৰীৰ ফালৰ চহুৱাসকলো আহি উপস্থিত হৈছিল। মণ্ডল, মৌজাদাৰ আদিক লগত লৈ বৰদলৈ ডাঙৰীয়া সভাত বহিল। তেওঁ নিজৰ ভাষণত ৰাইজক তুচ্ছ-তাচ্ছিল্য কৰি কথা ক'লে আৰু সত্ৰীয়া গোঁসাই যোগেশ্বৰ গোস্বামীকো অপমান কৰিলে। ফলত ৰাইজ জঁকি উঠিল। সভাৰ মাজৰপৰা দুজন ডেকা উঠি ইয়াৰ প্ৰতিবাদ কৰিলে আৰু হাকিমৰ পাঁচ টকা দণ্ড কৰিলে। এওঁলোকৰ এজন হ'ল পুষ্পৰাম কঁহাৰ আৰু আনজন হ'ল কাণকটা মেলকী। হাকিমে উপায়ন্তৰ হৈ পাঁচ টকা দণ্ড দিলে যদিও তেওঁৰ মনত প্ৰতিশোধৰ ভাব জাগি উঠিল। হাকিমে বৰপেটালৈ ঘূৰি গৈ পিছদিনাখনেই সশস্ত্ৰ পুলিচ বাহিনী সৰ্থেবাৰীলৈ পঠালে। পুলিচে ৰাইজক নিৰ্মম অত্যাচাৰ কৰিলে। যাদুৰাম চৌধুৰী মৌজাদাৰৰ নেতৃত্বত,

ব্যাসকুছিৰ যোগেশ্বৰ গোস্বামীৰ পৰামৰ্শ মতে ৰাইজেও বিদ্ৰোহ আৰম্ভ কৰিলে আৰু খাজনা নিদিয়াৰ সিদ্ধান্ত কৰিলে। লাটমণ্ডল হলিৰাম মণ্ডল আৰু দাসৰাম চৌধুৰীক এঘৰীয়া কৰিলে। মুখ্য আন্দোলনকাৰীসকল আছিল— পুষ্পৰাম কঁহাৰ, মুলুং, কাণকটা মেলকী, গজেন্দ্ৰ চৌধুৰী, মঙ্গলৰাম বৈশ্য, অভয় মেলকী, ঘুটলে, জনকী কঁহাৰ ইত্যাদি। আন্দোলনত সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰা সকলৰ ভিতৰত আতাথেৰ ভবনাথ সদাগৰ, তালুকদাৰথেৰ জিনা মণ্ডল, কাজিথেৰ সিন্ধুমল বৰপাঠক, কতিয়াথেৰ ভকতৰাম মেম্বৰ, বহতীয়াথেৰ নাৰায়ণমল চৌধুৰী, চখু পাটোৱাৰী, শালা কাঠিয়াথেৰ জপমল পাটোৱাৰী, নামশলাৰ বিষ্ণু পাটোৱাৰী, আমৃখোৱাৰ নামলী মণ্ডল, চা না পণ্ডিত, কালামণি সাৰাহ; ব্যাসকুছিৰ ৰামচন্দ্ৰ তালুকদাৰৰ পিতৃ, ন-সত্ৰৰ বন্ধুৰাম অধিকাৰী, কাৰাকুছিৰ সভাৰাম চৌধুৰী; নীলো ঢুলীয়া, শ্বেৰ আলি ঠিকাদাৰ আদিৰ নাম উল্লেখযোগ্য। আন্দোলনকাৰীৰ ধৰ-পাকৰ তীব্ৰভাৱে চলিল। কিছুমানে হাবিত লুকালে, কিছুমানে গাঁও এৰি আত্মগোপন কৰিলে। যিসকলক পুলিচে পালে তেওঁলোকক নানান নিৰ্যাতন দিলে; আমৃখোৱাৰ চানাৰাম পণ্ডিত, আত্মাৰাম তালুকদাৰ, লছিমাৰ জীৱন মহৰী উল্লেখযোগ্য নিৰ্যাতিত। তদুপৰি সৰ্থেবাৰীৰ পুষ্পৰাম কঁহাৰৰ ছয় বছৰ, গজেন্দ্ৰ চৌধুৰীৰ তিনি মাহ; ব্যাসকুছিৰ মঙ্গলৰাম বৈদ্যৰ তিনি মাহ, নামশলাৰ বিষ্ণুৰাম পাটোৱাৰীৰ এমাহকৈ ফাটেক হ'ল। পুষ্পৰাম কঁহাৰক গুৱাহাটীৰ কাৰাগাৰত ৰখা হৈছিল। কাৰাগাৰতে কঁহাৰে কিছুমান সুন্দৰ বাটি তৈয়াৰ কৰে যিবোৰ 'জেল-বাটি' বুলি খ্যাত। কঁহাৰে এখন বিচিত্ৰ জাঁত-কাঁহী তৈয়াৰ কৰিলে, যি কাঁহীৰ চাৰিওফালে ধাতুৰ পুতলাবোৰে হাতে হাতে বাটি, পিৰিচ, খৰিকাদানী আদি লৈ বিচিত্ৰ ভঙ্গীত থিয় দি থাকে। কমিচনাৰ ডব্লিউ ই ওৱাৰ্ডে পুষ্প কঁহাৰৰ এই অদ্ভুত শিল্প নৈপুণ্য দেখি মুগ্ধ হ'ল আৰু ছবছৰৰ ঠাইত ছমাহতে তেওঁক মুক্তি দিয়া হ'ল। পুষ্প কঁহাৰৰ বিচিত্ৰ 'জাঁত-কাঁহী'খনে বৃটিছ মিউজিয়ামৰ শোভা বৰ্দ্ধন কৰিলে।

১৯২১ খৃঃৰ পৰাই সৰুক্ষেত্ৰী অঞ্চলত স্বাধীনতা আন্দোলনৰ শুভাৰম্ভ হয়। ব্যাসকুছিৰ ৰামোৰাম বৈশ্য, আমৃখোৱাৰ কামেশ্বৰ দাফাদাৰ, নামশলাৰ উগ্ৰমল পাটোৱাৰী, সৰ্থেবাৰীৰ গদাধৰ ঠাকুৰীয়া আদিৰ নেতৃত্বত আন্দোলনে গা কৰি উঠে। স্বেচ্ছাসেৱকসকলে ঘৰে ঘৰে গৈ বিলাতী বৰ্জন, স্বদেশীৰ প্ৰচলনৰ উদ্দেশ্যে ঘৰে ঘৰে কপাহ যোগান ধৰা উল্লেখযোগ্য আছিল। ফলত ঘৰে ঘৰে নেওঠাৰ কুনকুননি, যঁতৰৰ ঘুন-ঘুননিয়ে গোটেই অঞ্চল মুখৰিত কৰি তুলিছিল। দেশভক্ত তৰুণৰাম ফুকনৰ প্ৰিয়পাত্ৰ ভুবনেশ্বৰ ভূঞাই (কঁহাৰ কাই) গাত খদ্দৰৰ সাধাৰণ পোছাক, মূৰত বগা গান্ধী টুপী, কান্ধত এখন জোলোঙা আৰু লাঠি এডাল লৈ স্বৰাজৰ বাণী প্ৰচাৰ কৰিছিল।

১৯৩০ খৃঃৰ আইন অমান্য আন্দোলন এই অঞ্চলত সফল হৈছিল। আন্দোলনকাৰীসকলে নানান দুখ-লাঞ্চনা ভোগ কৰিও আইন অমান্য আন্দোলন সফল

কৰি তুলিছিল। হালধীবাৰীৰ কিশোৰ প্ৰভাত গোস্বামীয়ে বৃটিছ্ পতাকা নমাই ভাৰতীয় কংগ্ৰেছৰ ত্ৰিবৰ্ণ পতাকা উৰুৱাইছিল। আইন অমান্য আন্দোলনত ভাগ লৈ কাৰাবাসলৈ যোৱা সংগ্ৰামীসকল হ'ল — আমৃখোৱাৰ ৰাজেন্দ্ৰ নাথ ডেকা, পল্লাৰ ৰজনীকান্ত গোস্বামী এড্‌ভোকেট, কাৰাকুছিৰ দেবেন্দ্ৰ নাথ শৰ্মা, ভকুৱাটেপাৰ কমলাকান্ত শৰ্মা, হালধীবাৰীৰ প্ৰভাত চন্দ্ৰ গোস্বামী, শ্যামাচৰণ শৰ্মা আৰু বৰশলাৰ গোলোক চন্দ্ৰ ভূএগ। ৰাজেন্দ্ৰনাথ ডেকাই কানিংহাম পৰিপত্ৰৰ বিৰোধিতাত পঢ়া-শুনা বাদ দি সক্ৰিয়ভাৱে আন্দোলনৰ কামত লাগে আৰু বৰপেটা জিলা কংগ্ৰেছ স্বেচ্ছাসেৱক বাহিনীৰ দলপতি হৈ নেতৃত্ব দিয়ে।

১৯৪২ খৃঃৰ 'ভাৰত ত্যাগ' আন্দোলন আৰু দ্বিতীয় বিশ্বযুদ্ধৰ পৰিপ্ৰেক্ষিতত আন্দোলন তীব্ৰ হৈ পৰিছিল। স্বেচ্ছাসেৱকসকলে যুদ্ধৰ সামগ্ৰী কঢ়িওৱা পথৰ, দলঙৰ অনিষ্ট সাধন কৰিছিল। সৰুক্ষেত্ৰী অঞ্চলৰ যাতায়াতী পথ— লাছিমা খাৰসথাৰ দলংবোৰ ধ্বংস কৰি বাহিৰৰ লগত যোগাযোগ বিচ্ছিন্ন কৰি পেলাইছিল যাতে যুদ্ধৰ বাবে সংগ্ৰহ কৰা বয়-বস্তু কঢ়িয়াব নোৱাৰে। যুদ্ধৰ বাবে গোটোৱা কাঠ-বাঁহ, খেৰ-নৰাও জ্বলাই দিয়া হৈছিল। দুৰ্গেশ্বৰ ভূএগৰ মাতৃ মাণিকবালা ভূএগৰ নেতৃত্বত এদল স্বেচ্ছাসেৱিকাই স্বাধীনতা আন্দোলনৰ বিভিন্ন কাৰ্যসূচীত সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰিছিল।

## ভৱানীপুৰ

১৯২১ খৃঃৰ পৰাই ভৱানীপুৰত স্বাধীনতা আন্দোলনৰ সূত্ৰপাত হয়। গোপীনাথ চৌধুৰীয়ে নেতৃত্বত আগ ভাগ লয়। তেওঁৰ দুজন সহায়ক ভগৱান চন্দ্ৰ চৌধুৰী আৰু ধনীৰাম তালুকদাৰ আছিল। ১৯২০ খৃঃত স্বৰ্গীয় হোৱা লোকমান্য তিলকৰ স্মৃতিৰ উদ্দেশ্যে স্থাপিত হোৱা স্বৰাজ ফাণ্ডলৈ ভৱানীপুৰৰ ভালেমান ৰাইজে স্বতঃস্ফুৰ্তভাৱে আগবাঢ়ি আহি এটকাকৈ বৰঙণি আগবঢ়াইছিল। স্বেচ্ছাসেৱকসলে গাঁৱে গাঁৱে ঘূৰি বিদেশী কাপোৰ বৰ্জন আৰু স্বদেশীৰ প্ৰচলনৰ হকে প্ৰচাৰ কাৰ্য আৰম্ভ কৰিছিল। ফলত নতুনকৈ যঁতৰ আদি তৈয়াৰ কৰি সূতা কটাৰ এটা অপূৰ্ব পৰিবেশৰ সৃষ্টি হৈছিল। এই আন্দোলনৰ সময়তে মাদক দ্ৰব্য বৰ্জনৰ কাৰ্যসূচী ফলপ্ৰসূ হৈছিল। সেই সময়ত সমাজৰ দন-খৰিয়ালবোৰ আঁতৰোৱাৰ উদ্দেশ্যে একোখনকৈ পঞ্চায়ত সমিতি গঠিত হৈ ৰাইজৰ উপকাৰ সাধিছিল।

১৯৩০ খৃঃৰ আইন অমান্য আন্দোলনৰ কাৰণে কিছু বছৰ স্তিমিত হৈ থকা আন্দোলন তীব্ৰ হৈ পৰে। ধৰণীধৰ চৌধুৰী, বসন্ত কুমাৰ চৌধুৰী, দীননাথ চৌধুৰী, ফটিক চন্দ্ৰ তালুকদাৰ আদি সংগ্ৰামী নেতাই আইন অমান্য আন্দোলন কৰি দুমাহকৈ ফাটেকলৈ যাব লগা হয়।

১৯৪২ খৃঃৰ 'ভাৰত ত্যাগ' আন্দোলনতো ভৱানীপুৰৰ যোগদান উল্লেখযোগ্য। আন্দোলন কৰা স্বেচ্ছাসেৱসকলে 'বন্দে মাতৰম্', 'ভাৰত মাতা কী জয়', 'মহাত্মা গান্ধী কী জয়'ৰ ধ্বনিৰে গোটেই অঞ্চল মুখৰিত কৰি তুলিছিল। বহুতো স্বেচ্ছাসেৱকক গ্ৰেপ্তাৰ কৰা হ'ল যদিও অলপীয়া শাস্তি দি এৰি দিলে। ৰামচৰণ ডেকা, টিকেন্দ্ৰজিৎ চৌধুৰী

আদি নেতাৰ ফাটেক হৈছিল। ভৱানীপুৰৰ বংশীধৰ চৌধুৰীয়ে বৰপেটাত থাকি 'ভাৰত ত্যাগ'ৰ আদৰ্শ প্ৰচাৰ কৰি সমদল আদিত ভাগ লৈ ছমাহ কাৰাবাস খাটিছিল।

## বজালী

বৰপেটাৰ উত্তৰ-পুব অংশত অৱস্থিত বজালীৰ সদৰ স্থান হৈছে পাটাছাৰকুছি। ৬২০ বৰ্গ কিলোমিটাৰৰ এই ভুখণ্ড সময়ে সময়ে ভিন ভিন নামেৰে পৰিচিত হৈ আহিছে। বজালী চকলা, বজালী পৰগনা, বজালী তহচিল, বজালী চক্ৰ ইত্যাদি। বজালী তিনিটা চক্ৰত বিভক্ত— বজালী চক্ৰ, সৰুপেটা চক্ৰ আৰু জালাহ চক্ৰ। ইয়াৰ উত্তৰ অংশই ভূটান আৰু ভাৰতৰ আন্তৰ্জাতিক সীমা চুইছে, দক্ষিণ সীমাত পাকা মৌজা, পুব সীমাত আছে নমাটি আৰু বাক্‌সা মৌজা আৰু পশ্চিম সীমাত অৱস্থিত ভৱানীপুৰ আৰু গোৱৰ্দ্ধনা মৌজা। স্বাধীনতা আন্দোলনত বজালীৰ ভূমিকা অতি প্ৰশংসনীয় আৰু ঐতিহাসিক বুলি ক'ব পাৰি।

খাজনা বৃদ্ধিৰ প্ৰতিবাদত বজালীত ১৮৬৯ খৃঃ আৰু ১৮৯৪ খৃঃত দুখন ৰাইজ মেল হৈছিল। প্ৰথমখন ৰাইজ মেল অনুষ্ঠিত হৈছিল গোবিন্দপুৰ গাঁৱত। এইখন ৰাইজ মেলত উপস্থিত হোৱা ৰাইজক নিয়ন্ত্ৰণ কৰিব নোৱাৰা কাৰণে পাটাছাৰকুছি আৰক্ষী চকীৰ দাৰোগা দেবেন্দ্ৰ নাথ শৰ্মাৰ চাকৰি গৈছিল। ১৮৯৩ খৃঃত অসমৰ মুখ্য আয়ুক্ত চাৰ উইলিয়াম বাৰ্দে খাজনাৰ নতুন হাৰ ৭০-৮০% ভাগ বৃদ্ধি কৰাত অসমৰ ৰাইজ জকি উঠিছিল। ৰঙিয়া, নলবাৰী, বৰমা আদি ঠাইৰ দৰে বজালীৰ বামাখাটা, যোগদলা, হেলনা আদি গাঁৱত ৰাইজ মেল অনুষ্ঠিত হৈছিল। বজালীত চৰকাৰী বিষয়া হৰেশ্বৰ তহচিলদাৰ আৰু তেওঁৰ সঙ্গীসকলৰ সহায়ত ৰাইজক নিৰ্যাতন আৰু ফাটেক দিয়াৰ পৰ্ব চলিছিল। ফাটেক খোৱা লোকসকল আছিল— অভিৰাম চৌধুৰী (বামাখাটা), চমৰ বায়ন (কালজিৰাপাৰা), মঞ্জুৰা চৌধুৰী, মেৰমেৰিয়া চৌধুৰী (বাং), জয়চন্দ্ৰ শৰ্মা, সুকৰু তালুকদাৰ (ভোগপুৰ), ধনুৰাম মহাজন (গহেপাৰা), যজ্ঞেশ্বৰ গোস্বামী (আনন্দপুৰ) ইত্যাদি। সেই সময়ত গাঁৱে-ভূঁয়ে প্ৰচাৰিত হৈছিল কিছুমান মুখৰোচক গীত। এটা গীতৰ নমুনা —

শুনছানে আপীগিলা খাজনা বাঢ়েইছি।
দিবা নল্লি নিবো ধৰি পিয়াদা লগাইদি।।

বজালীত স্বাধীনতা আন্দোলনৰ বা অসহযোগ আন্দোলনৰ পূৰ্বে লাগিছিল। ১৯১৩ খৃঃত চৌখুটীত 'বজালী বান্ধৱ সন্মিলন' নামৰ এটা ছাত্ৰ সংগঠন গঠিত হৈছিল যি ১৯১৭ খৃঃত 'বজালী ছাত্ৰ সন্মিলন'লৈ ৰূপান্তৰিত হয়। ইয়াৰ সভাপতি আছিল কামেশ্বৰ দাস আৰু সম্পাদক সোণাপতি দেৱশৰ্মা। এই ছাত্ৰ সন্মিলনে বজালীৰ স্বাধীনতা আন্দোলনত মহত্বপূৰ্ণ ভূমিকা নিৰ্বাহ কৰিছিল।

১৯২১ খৃঃত গান্ধীজীৰ অসম ভ্ৰমণে স্বাধীনতাৰ আন্দোলনৰ কাৰণে অসমৰ ৰাইজক

উদ্দীপ্ত কৰাৰ সময়তে দেশভক্ত তৰুণৰাম ফুকন, কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, কামাখ্যাৰাম বৰুৱাৰ লগত ধনীৰাম তালুকদাৰ, জগদীশ মেধি, বসন্ত কুমাৰ ওজা আদি নেতাসকলে আহি বজালীৰ বিভিন্ন অঞ্চল পৰিভ্ৰমণ কৰি সভা-সমিতি পাতি ফুৰিছিল। চৌখুটী আৰু ৰিহাবাৰীত দুখন বিৰাট ৰাজহুৱা সভা হৈছিল। এই সভাতে 'বিদেশী বস্ত্ৰ দাহ যজ্ঞ' অনুষ্ঠিত হৈছিল। ৰাইজে স্বেচ্ছাই বিদেশী বস্ত্ৰ বৰ্জন কৰি জুই লগাই দিছিল। স্বদেশীৰ প্ৰচলন হ'ল। ভালেমান ছাত্ৰই স্কুল এৰিলে, সিসকলৰ ভিতৰত গঙ্গাৰাম চৌধুৰী, লক্ষ্মীকান্ত দাস, হলিৰাম দাস, কান্তেশ্বৰ চৌধুৰী, ৰামনাথ শৰ্মা, কেশৱ চন্দ্ৰ দাস, জল্পেশ্বৰ পাঠক আদি উল্লেখযোগ্য। বজালীৰ কঁহাৰপাৰা গাঁৱত ধনেশ্বৰ মহাজনৰ ঘৰত কংগ্ৰেছৰ কাৰ্যালয় আৰম্ভ হ'ল। কংগ্ৰেছ সমিতিৰ সম্পাদক হ'ল ভোগপুৰ গাঁৱৰ লক্ষ্মীকান্ত দাস। গাঁৱে-গাঁৱে স্বেচ্ছাসেৱক দল গঠিত হ'ল। পিপলা, যোগদলা, নাওশালী, ৰিহাবাৰী, কালজিৰাপাৰা, বনগাঁও, পাঠশালা পাটাৰকুছিত শিবিৰ স্থাপিত হোৱাত ৰাইজৰ মনত স্বাধীনতা আন্দোলনৰ দকৈ প্ৰভাৱ পৰিল। সূতা কটা, খদ্দৰ পৰিধান, মাদক দ্ৰব্য বৰ্জন আদি কাৰ্যসূচী চলিল। দেশভক্ত ফুকন আৰু কৰ্মবীৰ বৰদলৈক লৈ ৰচিত গীত তিৰোতাসকলৰ মাজত প্ৰচলিত হৈ পৰিল —

তৰুণ ফুকন নবীন দলে।
গাঁৱে গাঁৱে মিটিং কৰে।।
মিটিং কৰি ঘিটিং মাৰে।
তিৰী চলি পাছত ঘূৰে।।...

ৰাইজৰ মাজত স্বতঃস্ফূৰ্ত জনজাগৰণ দেখি চৰকাৰ বিপাঙত পৰিল। ধৰ-পাকৰ, নিৰ্যাতন চলিল। ১৯২১ খৃঃৰ আন্দোলনত বজালীৰ ৪৫জন ব্যক্তিৰ ফাটেক হয়। ইয়াৰে কিছু উল্লেখযোগ্য ব্যক্তি হ'ল — সুখনৰাম দাস, হলিৰাম দাস, গঙ্গাৰাম চৌধুৰী, হৰকান্ত তালুকদাৰ, ঘনশ্যাম চৌধুৰী, কেশৱলাল দাস, দেৱকুমাৰ শৰ্মা, কেশৱ চন্দ্ৰ গোস্বামী, পীতাম্বৰ ডেকা, কেশৱ চন্দ্ৰ দাস, গোপীকান্ত ডেকা, কান্তেশ্বৰ চৌধুৰী, ৰামনাথ শৰ্মা, কেশৱ লহকৰ, মহেন্দ্ৰ নাথ দাস, গোলোক পাঠক, পানীমল বেপাৰী, দশৰথ পাঠক ইত্যাদি। স্বাধীনতা আন্দোলনৰ আহ্বানত সাদেৰীৰ বীৰ-ৰমণী চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে চাকৰি বাদ দি আন্দোলনৰ কামত জপিয়াই পৰিছিল আৰু তেওঁৰ উদ্যোগতে ধুবুৰীত ১৯২৬ খৃঃত জন্ম হয় 'অসম মহিলা সমিতি'ৰ। এই বছৰতে জাতীয় কংগ্ৰেছৰ পাণ্ডু অধিবেশনত অসমৰ আন স্বেচ্ছাসেৱকসকলৰ লগত বজালীৰ কৰ্মকৰ্তাসকলেও অংশ গ্ৰহণ কৰি গান্ধীজীৰ ভাষণৰ দ্বাৰা উদ্বুদ্ধ হৈছিল আৰু বিভিন্ন ৰচনাত্মক কাৰ্য কৰিবলৈ প্ৰেৰণা লভিছিল।

১৯৩০ খৃঃৰ আইন অমান্য আন্দোলনৰ প্ৰভাৱ বজালী অঞ্চলতো পৰিছিল। কংগ্ৰেছ কৰ্মীসকলে ত্ৰিৰঙ্গ পতাকাৰ তলত সমবেত হৈ এইদৰে প্ৰতিজ্ঞা কৰিছিল—

যেতিয়ালৈকে ভাৰতৰ আৰ্থিক, ৰাজনৈতিক, সাংস্কৃতিক আৰু ধাৰ্মিক

মনোভাব ধ্বংসকাৰী বৃটিছ চৰকাৰৰ হাতৰপৰা মুক্ত হ'ব পৰা নাযায় সিমান দিনলৈ মই অহিংস-অসহযোগ সংগ্ৰামত সক্ৰিয়ভাৱে কাম কৰি থাকিম।

এই আন্দোলনৰ সময়ত কামেশ্বৰে দাসে কিছুদিন ওকালতি ত্যাগ কৰিলে আৰু মহেন্দ্ৰ নাথ দাস, অক্ষয় কুমাৰ দাস, মহেন্দ্ৰ মোহন চৌধুৰী আদিৰ লগত লগ হৈ বজালীৰ বিভিন্ন অঞ্চলত সংগঠন আৰু আন্দোলনৰ কাম শক্তিশালী কৰি তুলিলে। মুগুৰিয়া গাঁৱৰ সুৰেন্দ্ৰ নাথ শৰ্মাই কলিকতাৰ পৰা আহি সেই গাঁৱতে নৰনাৰায়ণ গোস্বামীৰ লগত আন্দোলনৰ কামত জপিয়াই পৰিল। পুলিচৰ চোৰাংচোৱাই শৰ্মাক কলিকতাৰ বিদ্ৰোহী সংগঠনৰ লগত সম্বন্ধ থকা বুলি সন্দেহ কৰি ৪ ছেপ্টেম্বৰ তাৰিখে মুগুৰীয়া গাঁও ঘেৰাও কৰি সুৰেন্দ্ৰ নাথ শৰ্মা আৰু নৰনাৰায়ণ গোস্বামীক বন্দী কৰি ফাটেক দিয়ে। 'মুগুৰীয়া ভাতৃ সংঘ'ৰ সদস্যসকলে দুয়োকো সাদৰেৰে থানালৈ আগবঢ়াই দিয়ে। তেতিয়াৰ হাইস্কুলৰ ছাত্ৰ প্ৰমোদ চন্দ্ৰ শৰ্মা, প্ৰিয়নাথ শৰ্মা আৰু মোহিনী মোহন শৰ্মাই গুৱাহাটীলৈ গৈ পিকেটিং কৰাত ফাটেক খাটিবলগীয়া হয়। জালাহৰ দেবেন্দ্ৰ বিজয় সিংহই গাজা আৰু কানিৰ দোকানত পিকেটিং কৰাত কাৰাবৰণ কৰিব লগা হয়। এইদৰে ১৯৩০ চনৰ আন্দোলনত বজালীৰ ১১জন ব্যক্তিয়ে ফাটেকলৈ যাব লগাত পৰে। বজালীত কোনো চৰকাৰী হাইস্কুল নথকাত 'কুখ্যাত কানিংহাম চাৰ্কুলাৰ'ৰ প্ৰত্যক্ষ প্ৰভাৱ নপৰিল যদিও এই পৰিপত্ৰৰ বিৰোধিতা কৰি বৰপেটাৰ প্ৰতিবাদ শোভাযাত্ৰাত ছাত্ৰসকলে অংশ গ্ৰহণ কৰে।

দ্বিতীয় মহাসমৰৰ ধামখুমীয়াৰ মাজত ১৯৪০ খৃঃত বজালীত সত্যাগ্ৰহ আন্দোলন আৰম্ভ হ'ল। এই সত্যাগ্ৰহত কামেশ্বৰ দাসে বৰপেটা মহকুমাৰ প্ৰথম সত্যাগ্ৰহী ৰূপে কাৰাবৰণ কৰে। কাৰাৰুদ্ধ হোৱা আন ব্যক্তিসকল হ'ল — ডাঃ জিনাৰাম দাস, ডাঃ কেশৱ চন্দ্ৰ দাস আৰু ডাঃ প্ৰিয়নাথ শৰ্মা। কিছু সত্যাগ্ৰহীক পুলিচে গ্ৰেপ্তাৰ নকৰিলে যদিও ছমাহলৈ ঘৰলৈ অহাত নিষেধাজ্ঞা আৰোপ কৰিলে। তেনে কিছু সত্যাগ্ৰহী হ'ল — সৰ্বেশ্বৰ পাটগিৰী, ৰজনীকান্ত দেৱ চৌধুৰী, গোপীনাথ ডেকা, শৰৎ চন্দ্ৰ বৰ্মন, ধৰ্মকান্ত চৌধুৰী, গুণেশ্বৰ দাস, অভিৰাম ডেকা, ভক্তিৰাম চৌধুৰী, লক্ষ্মীকান্ত তালুকদাৰ, ৰবিৰাম ডেকা ইত্যাদি। গঠনমূলক কামৰ কাৰণে পাঠশালা, বদনকুছি, জালাহ, কালজিৰাপাৰা আদি ঠাইত 'শান্তিসেনা শিবিৰ' স্থাপন কৰা হয়। চন্দ্ৰপ্ৰভা শইকীয়ানী আৰু ধৰণী দাসৰ উদ্যোগত 'আই ৰচুল খাদী প্ৰতিষ্ঠান'ৰ যোগেৰে দুখীয়া শিপিনীসকলক সূতা আদি যোগান ধৰি সাহাৰ্য প্ৰদান কৰা হৈছিল। ১৯৪০ খৃঃৰ মে' মাহত চন্দ্ৰপ্ৰভা শইকীয়ানী, ধৰণীধৰ দাস আৰু গৌৰীকান্ত শৰ্মাৰ প্ৰচেষ্টাত পাঠশালাত স্থাপিত হয় 'বজালী প্ৰগতি সংঘ'।

১৯৪২ খৃঃৰ ৮ আগষ্ট তাৰিখে ভাৰতীয় জাতীয় কংগ্ৰেছে 'ভাৰত ত্যাগ' আন্দোলনৰ কাৰ্যসূচী গ্ৰহণ কৰাৰ পিছতে গান্ধীজী, নেহৰু, আজাদ, চৰ্দাৰ বল্লভ ভাই পেটেল আদিক গ্ৰেপ্তাৰ কৰি কাৰাদণ্ড দিয়ে। অসমতো বৰদলৈ, ফুকন আদি নেতাসকল কাৰাৰুদ্ধ হয়।

ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাই জেলত সোমোৱা নাছিল। তেওঁ ৰুগ্ন শৰীৰেৰে স্বাধীনতা আন্দোলনৰ নেতৃত্ব দিলে। কংগ্ৰেছ সমিতিবোৰ ভঙ্গ কৰি সৰ্বাধিনায়কৰ নেতৃত্বত আন্দোলন পৰিচালনাৰ নিৰ্দেশ আহিল। বজালীত গঠিত 'কৰ্ম পৰিষদ'ৰ সৰ্বাধিনায়ক (Dictator) পতা হ'ল ডাঃ কেশৰ চন্দ্ৰ দাসক আৰু নৰকান্ত দাসক সম্পাদক। পৰিষদৰ আন সদস্যসকল হ'ল — ডাঃ জিনাৰাম দাস, মহেন্দ্ৰ নাথ দাস, চন্দ্ৰপ্ৰভা শইকীয়ানী, ধৰণীধৰ দাস, ভবানন্দ দাস, মাণিক তালুকদাৰ, সদানন্দ চৌধুৰী, ফটিক ডেকা, ৰামচৰণ তালুকদাৰ, সূৰ্যকান্ত চৌধুৰী, গুণেশ্বৰ দাস, সৰ্বেশ্বৰ পাটগিৰী, জয়ৰাম পাটগিৰী, গুণেশ্বৰ শৰ্মা, গোপীনাথ ডেকা, মণিকান্ত স্বৰ্গীয়াৰী, লক্ষ্মীকান্ত তালুকদাৰ, শান্তিৰাম মেধি, ডাঃ অনন্ত মোহন দাস, নগেন শৰ্মা, চৈবাৰীৰ গুণেশ্বৰ দাস আৰু গৌৰীকান্ত শৰ্মা। ১০ আগষ্ট তাৰিখে পাটাছাৰকুছিৰ প্ৰিয়নাথ দেৱচৌধুৰীৰ হোমিওপ্যাথিক চিকিৎসালয়ত নিশা ন বজাত ধৰণীধৰ দাসৰ নিৰ্দেশ মতে প্ৰিয়নাথ চৌধুৰী, হোমেশ্বৰ দেৱ চৌধুৰী, ডাঃ উপেন শৰ্মা, ৰজনী শৰ্মা, বিশ্বেশ্বৰ দেৱচৌধুৰী আৰু প্ৰভাত শৰ্মাই জ্বলি থকা চাকি হাতত লৈ প্ৰতিজ্ঞা কৰিলে যে জয় কিম্বা মৃত্যু পণ লৈ আন্দোলনৰ কাম কৰিব। এই আন্দোলনত সক্ৰিয়ভাৱে ছাত্ৰসকলে যোগদান কৰাত ই প্ৰাণ পাই উঠিল। বজালীত ভবানন্দ দত্তক অধিনায়ক আৰু সূৰ্যকান্ত চৌধুৰীক সহকাৰী অধিনায়ক নিযুক্ত কৰা হৈছিল। পৰিষদে সপ্তাহত এবাৰ বা দুবাৰকৈ গোপনীয় ঠাইত বহি ওপৰৰ পৰা অহা আন্দোলনৰ নিৰ্দেশাৱলী মৰ্মে পাঠশালা, চৌখুটী, লেচেৰা, জালিখাটা, গহিনপাৰা, কলৰগুৰি, সৰুপেটা, চৈবাৰী, বৰশিয়নী, গোবিন্দপুৰ, বৰবাংগ, মুগুৰীয়া, জালাহ, দৈশিংৰী, নিত্যানন্দ, বালাপাৰা, বদনকুছি, পাতলা, চৰেমাৰী, সাদেৰী, দাওধৰা, গৰেমাৰী, পাটাছাৰকুছি, ভালুকী, নাথকুছি আদি ঠাইত শিবিৰ পাতি আন্দোলনৰ কাৰ্যসূচী তীব্ৰ কৰি তুলিলে। গুৱাহাটীৰপৰা হৰেশ্বৰ গোস্বামী, ডাঃ ভুবনেশ্বৰ বৰুৱা, বৰপেটাৰপৰা মহেন্দ্ৰ মোহন চৌধুৰী আদি নেতাসকলে আহি পাঠশালা আদি ঠাইত ভাষণ দিয়ে। এই নেতাসকলে বৃটিছ কৰ্মচাৰী, পুলিচ-চিপাহী আদিক যাতে কোনেও খাদ্যবস্তু বিক্ৰী নকৰে আৰু যুদ্ধত যাতে কোনেও সহায় নকৰে তাৰ কাৰণে পৰামৰ্শ দিয়ে। ইয়াৰ লগতে পাঠশালাৰ দায়িত্ব ৰজনী দেৱ চৌধুৰী, ধৰ্মকান্ত চৌধুৰী, কেশৱলাল দাস, গৌৰীকান্ত শৰ্মা আৰু পাটাছাৰকুছিৰ দায়িত্ব হোমেশ্বৰ দেৱ চৌধুৰী, ৰজনী শৰ্মাৰ ওপৰত ন্যস্ত কৰে।

আন্দোলনৰ আৰম্ভণিতে পাঠশালা কংগ্ৰেছ কাৰ্যালয়ৰ সন্মুখৰ পৰা বিৰাট শোভাযাত্ৰা উলিওৱা হয়। শোভাযাত্ৰাৰ আগে আগে দীঘলীয়া বাঁহত জাতীয় পতাকা আঁৰি লৈ আগবাঢ়িছিল পাহুৱাল ডেকা ধৰ্মেশ্বৰ ডেকা আৰু গুণেশ্বৰ দাসে। দেশ-প্ৰেমৰ গীত গাইছিল অভিৰাম ডেকা, ৰজনী চৌধুৰী, ৰজনী শৰ্মা আদিয়ে। দুই-তিনি হেজাৰমান ব্যক্তিৰ এই শোভাযাত্ৰাত ডেকা-বুঢ়া, ছাত্ৰ আদিৰ সমাবেশ ঘটিছিল। পাঠশালা কংগ্ৰেছৰ কাৰ্যালয়ত পুলিচৰ আতিশয্য বৃদ্ধি হোৱাত চৌখুটীলৈ ইয়াৰ কাৰ্যালয় স্থানান্তৰ কৰা হয়।

বজালীত ছেপ্টেম্বৰ মাহত জাতীয় চৰকাৰ গঠন হ'ল। ছাত্র আৰু যুৱকসকলে এই চৰকাৰৰ পৰিচালনাৰ ক্ষেত্রত অগ্রণী ভূমিকা ল'লে। সেই উদ্দেশ্যে গাঁৱে-গাঁৱে 'জাতীয় শান্তি সেনা' আৰু 'স্বেচ্ছাসেৱক বাহিনী' গঠিত হ'ল। গাঁও পঞ্চায়তত উদিত হোৱা বিবাদবোৰৰ নিষ্পত্তিৰ কাৰণে 'বজালী কেন্দ্রীয় পঞ্চায়ত' পতা হ'ল। এই পঞ্চায়তৰ সভাপতি হ'ল কাশীচন্দ্র গোস্বামী, সম্পাদক মহেন্দ্র নাথ উকীল আৰু সদস্যসকল হ'ল— ডাঃ কেশৱ চন্দ্র দাস, মাণিক তালুকদাৰ, মণিকান্ত স্বৰ্গীয়াৰী তথা গৌৰীকান্ত শৰ্মা। এই পঞ্চায়তে সকলো বিবাদ নিষ্পত্তি কৰিছিল।

বজালীৰ জাতীয় চৰকাৰে বিভিন্ন ঠাইত ২৭টা শিবিৰ স্থাপন কৰিলে। প্ৰতিটো শিবিৰত এজন নায়কৰ অধীনত ১২জনকৈ প্ৰশিক্ষণপ্ৰাপ্ত স্বেচ্ছাসেৱক আছিল। এই শিবিৰবোৰে বজালীৰ বস্তু-বাহানি বাহিৰলৈ যোৱা, বৃটিছৰ আজ্ঞাবাহী চৰকাৰী কৰ্মচাৰী আৰু বেপাৰীৰ হাতলৈ যোৱা বন্ধ কৰিছিল। ঘাটি পৰা অঞ্চলবোৰত ৰাইজৰ কাৰণে ধান-চাউল, পাণ-তামোল আদি যোগান ধৰাৰ কাৰণে অধ্যক্ষৰ অনুমতি প্ৰদান কৰা হৈছিল। এই উদ্দেশ্যে স্থাপিত হৈছিল প্ৰতি গাঁৱত 'সমবায় ভঁৰাল' আৰু কেন্দ্ৰীয়ভাৱে 'ৰাষ্ট্ৰীয় পুঁজি'ৰ। লক্ষ্মী তালুকদাৰে ৰাষ্ট্ৰীয় পুঁজিৰ ধন-ভঁৰালী আছিল। পৰিষদে আইন-কানুন, বিধি-বিধান নিৰ্ধাৰণ কৰি বিভিন্ন পঞ্চায়ত আৰু শিবিৰবোৰৰ মাজেৰে প্ৰচাৰ চলাইছিল। চৰকাৰক দিয়া সকলো প্ৰকাৰৰ খাজনা বন্ধ কৰি দিছিল। বাটে-ঘাটে, কালদিয়া গোমাৰা নদীত স্বেচ্ছাসেৱকসকলে দিনে-ৰাতি পহৰা দিছিল। চোৰাং কাৰবাৰী, লাভখোৰ মজুতকাৰীৰ ওপৰত নজৰ ৰাখিছিল। ইয়াৰ ফলত চিপাহী আৰু ৰাজ-কৰ্মচাৰীৰ কাৰণে হাট-বজাৰ বন্ধ হ'ল। প্ৰয়োজনীয় সামগ্ৰীৰ অভাৱ ঘটিল। ধান-চাউলৰ দাম পৰিষদে সময়ে সময়ে নিৰ্ধাৰণ কৰি দিছিল। বজালীৰ ৰাইজৰ এনে মিলা-প্ৰীতি দেখি পুলিচৰ অত্যাচাৰ বাঢ়িল। আন্দোলনৰ কৰ্মী, স্বেচ্ছাসেৱকৰ ওপৰত তেওঁলোকৰ নানান নিপীড়ন-যাতনা চলিল। জাতীয় পতাকা ফালি বুট জোতাৰে গছকিলে। পুলিচৰ অত্যাচাৰত মূৰত আঘাত পাই নাৰদ চন্দ্ৰ তালুকদাৰ, গংগাৰাম তালুকদাৰ আদিৰ মৃত্যু হ'ল।

বিয়াল্লিছৰ গণ আন্দোলনৰ ২৫ ছেপ্টেম্বৰ তাৰিখটো অতি স্মৰণীয় দিন হিচাপে ইতিহাসৰ পাতত লিখা থাকিব। সিদিনাখন পৰিষদে 'নগাঁও দিৱস' হিচাপে পালনৰ সিদ্ধান্ত ল'লে কাৰণ নগাঁৱৰ বেবেজীয়াত তিলক ডেকা আৰু তেওঁৰ ছজন সহযোগী পুলিচ-মিলিটাৰীৰ গুলীত শ্বহীদ হৈছিল। ইয়াৰ পূৰ্বে গহপুৰ থানাত কুমাৰী কনকলতা আৰু মুকুন্দ কাকতি; ঢেকীয়াজুলিত ফুলেশ্বৰী শ্বহীদ হৈছিল। বামুণকুছি, চৌখুটী আৰু নিত্যানন্দত সুকলমে সভাৰ কাম শেষ হ'ল। জালাহ্‌ৰ সভাত কেইবা হেজাৰো লোক সমবেত হৈছিল। পুলিচে নিৰীহ জনতাক আক্ৰমণ কৰি শূন্যত গুলী চলাই সভা ভাঙি পেলালে। নিত্যানন্দৰ সভাত ভাৰত চন্দ্ৰ গোস্বামী, চৌখুটীৰ সভাত নৰকান্তদাস আৰু জালাহ্‌ৰ সভাত সভাপতিত্ব কৰিছিল গিৰীশচন্দ্ৰ চৌধুৰীয়ে।

১৪৪ ধাৰা জাৰী কৰা সত্ত্বেও সভা পতা কাৰণে পাটাছাৰকুছি আৰক্ষী চকীৰ দাৰোগা তুলাৰাম কেওটে তেওঁৰ সহকৰ্মী শম্ভু আৰু চালামত কনিষ্টবলৰ সহযোগত জালাহৰ সভাৰ সভাপতি গিৰীশচন্দ্ৰ চৌধুৰী আৰু বক্তাদ্বয় ৰজনীকান্ত শৰ্মা আৰু ভদ্ৰেশ্বৰ দাসক গ্ৰেপ্তাৰ কৰি ঘোঁৰা আৰু চাইকেলত উঠাই পাটাছাৰকুছি আৰক্ষী চকীলৈ আনে। গ্ৰেপ্তাৰৰ বাতৰি বিয়পাৰ লগে লগে এই তিনিজন প্ৰিয় নেতাৰ সপক্ষে বিক্ষোভ প্ৰদৰ্শন কৰিবলৈ ৰিহাবাৰী আৰু নিত্যানন্দত ৰাইজ সমবেত হৈছিল। প্ৰতিবাদী ৰাইজক দেখি টিঙিৰি তুলা হৈ পৰা তুলাৰাম দাৰোগাই ৰাইজৰ উদ্দেশ্যেৰে গুলী চলালে। ইয়াৰ ফলত ৰিহাবাৰীত ভোগপুৰ গাঁৱৰ বলীৰাম বৰ্মনৰ একমাত্ৰ পুত্ৰ মদন বৰ্মন আৰু সাদেৰী গাঁৱৰ বিধবা ভাবে কোচৰ একমাত্ৰ পুত্ৰ ৰাউতা কোচৰ মৃত্যু হয়। পমেৰাম দাসে কঁকালত আঘাত পাই চিৰকালৰ কাৰণে খোৰা হৈ জীয়াতু ভুগিব লগাত পৰে। ৰিহাবাৰীৰ অৰ্জুন শৰ্মা, নৃপেন শৰ্মা, অভয় শাস্ত্ৰী আদি ৮/১০ জনমান ব্যক্তি আঘাতপ্ৰাপ্ত হয়। নিত্যানন্দৰ মেমেৰা ভড়ালীয়ে আঠুত আঘাত পাই কিছুদিন পিছত মৃত্যু বৰণ কৰে। শ্বহীদ মদনই ৰাউতাৰ আত্ম-বলিদানে বজালীৰ ৰাইজৰ মনোবল ভাঙিব নোৱাৰিলে বৰং দুগুণ উৎসাহেৰে সকলোৱে বিয়াল্লিছৰ 'ভাৰত ত্যাগ' আন্দোলনত জপিয়াই পৰিল। মহিলাসকলো বহি নাথাকিলে। চন্দ্ৰপ্ৰভা শইকীয়ানীৰ নেতৃত্বত ১৪৪ ধাৰা ভঙ্গ কৰি ১০ অক্টোবৰৰ দিনাখন খুটাৰগুৰিত বিৰাট মহিলাৰ সভা অনুষ্ঠিত হয়। ১২ অক্টোবৰৰ দিনাখন লক্ষ্মীমোহন দত্তৰ নেতৃত্বত প্ৰায় তিনি হেজাৰ মহিলাই বজালীৰপৰা শোভাযাত্ৰা কৰি পাটাছাৰকুছি আৰক্ষী চকীত পিকেটিং কৰে। 'বন্দে মাতৰম্'ৰ নিনাদত আকাশ-বতাহ মুখৰিত হৈ পৰে। পুলিচে মহিলাসকলৰ ওপৰত লাঠী চালনা কৰাত চাৰিগৰাকী মহিলা আঘাতপ্ৰাপ্ত হয়। বজালীত মহিলাৰ ওপৰত পুলিচৰ এয়ে প্ৰথম অত্যাচাৰ। বিয়াল্লিছৰ আন্দোলনত বজালীৰ ১২১ জন ব্যক্তিয়ে কাৰাবৰণ কৰিছিল।

১৯৪৩ খৃঃৰ ২৬ জানুৱাৰীৰ 'স্বাধীনতা দিৱস'ৰ কাৰ্যসূচী বজালীৰ প্ৰতিখন গাঁও-পঞ্চায়ত আৰু শিবিৰবোৰত উলাহ-উদ্দীপনাৰে পালন কৰা হয়। মুগুৰীয়া আৰু পাঠশালাৰ বাহিৰে আন ঠাইলৈ পুলিচ যোৱা নাছিল। মুগুৰীয়াত ৰাতিপুৱা পতাকা উত্তোলন কৰি থকাৰ সময়ত অকস্মাতে পুলিচৰ দল এটাই সভাথলী ঘেৰি লৈ গৌৰীকান্ত শৰ্মা, অমৃত চন্দ্ৰ তালুকদাৰ, হৰেন্দ্ৰ নাথ শৰ্মা, ভাৰত চন্দ্ৰ শৰ্মা, তাৰক চন্দ্ৰ শৰ্মা, উমেশ গোস্বামী, উমেশ শৰ্মা, নগেন শৰ্মা আৰু নৰেন শৰ্মাক গ্ৰেপ্তাৰ কৰে। দুপৰীয়া পাঠশালাৰ হৰিমন্দিৰ প্ৰাঙ্গণত দেশৰ মঙ্গলৰ উদ্দেশ্যে আয়োজন কৰা নাম-প্ৰসংগৰ থাপনাৰ গাজি-প্ৰসাদ পুলিচে ভৰিৰে গছকি নষ্ট কৰাৰ উপৰিও সভাৰ সভানেত্ৰী চন্দ্ৰপ্ৰভা শইকীয়ানীক চোঁচৰাই নি গ্ৰেপ্তাৰ কৰে। গধূলি থানাৰ লগআপত সোমোৱা শইকীয়ানীক এ.এছ.আইজনে গালত এটা চৰ সোধায়। পিছদিনা গ্ৰেপ্তাৰ হোৱা আটাইকেইজন বন্দীকে পাঠশালা ষ্টেচনলৈ নি বৰপেটালৈ চালান দিয়ে।

নেতাজী সুভাষ চন্দ্ৰ বসুৰ 'আজাদ হিন্দ ফৌজ'ত অসমৰ তিনিজন সেনা আছিল। ইয়াৰ

ভিতৰত অন্যতম আছিল পাটাছাৰকুছিৰ উমেশ চন্দ্ৰ চৌধুৰী। তেওঁ ১৯৪০ খৃঃত ইংৰাজ সৈন্য বিভাগৰ কেৰাণী হৈ চিঙ্গাপুৰলৈ যায় আৰু তাতেই 'আজাদ হিন্দ ফৌজ'ত যোগ দিয়ে।

বৰপেটা-নগাঁৱৰ বিশিষ্ট কংগ্ৰেছ কৰ্মী মহেন্দ্ৰ মোহন চৌধুৰীয়ে ১৯৪০ খৃঃৰ পৰাই বজালীলৈ মাজে মাজে আহি বজালীৰ কংগ্ৰেছ কৰ্মীসকলক উৎসাহ যোগায়, দিহা-পৰামৰ্শ দিয়ে। আন্দোলনৰ সংগঠনৰ কামত অহা মহেন্দ্ৰ মোহন চৌধুৰী, ইষ্টদেৱ নবিশ, মদন চন্দ্ৰ দাস, মোহন চন্দ্ৰ ভকত আৰু শ্ৰীৰাম চন্দ্ৰ চৌধুৰীক কলৰগুৰি আশ্ৰমৰ পৰা ১৯৪৪ খৃঃৰ ২৬ জানুৱাৰী তাৰিখে গ্ৰেপ্তাৰ কৰে। বৰনগৰৰ নাট্যশিল্পী ব্ৰজনাথ শৰ্মাইও মাজে-সময়ে বজালীলৈ আহি আন্দোলনৰ পৰিচালনাত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল।

## সামৰণি

অৱশেষত তিনি দশকজোৰা স্বাধীনতা আন্দোলনৰ ফলস্বৰূপে অখণ্ড ভাৰত দ্বিখণ্ডিত হৈ ১৯৪৭ খৃঃৰ ১৫ আগষ্টৰ দিনাখন স্বাধীন হয়। এই স্বতঃস্ফূৰ্ত আন্দোলনত স্বাধীনতা আকাংক্ষী নিৰ্যাতিত-নিপীড়িত ৰাইজৰ ত্যাগ, সেৱা, আত্মবলিদানৰ কাহিনী চিৰদিন সোণালী আখৰেৰে লিখা থাকিব। অসমৰ আন আন ঠাইৰ দৰে বৰপেটা মহকুমাৰ বিশিষ্ট যোগদানো স্বাধীনতা আন্দোলনৰ যুগমীয়া পটন্তৰ হৈ যে ৰ'ব, সি ধ্ৰুৱ।

## সহায়ক গ্ৰন্থপঞ্জী


অমিয় কুমাৰ দাস : অসমত মহাত্মা
অম্বিকাগিৰী ৰায়চৌধুৰী : মোৰ জীৱন ধুমুহাৰ এছাটি
দণ্ডীৰাম দত্ত : কংগ্ৰেছ মহাসভাৰ চমু বুৰঞ্জী
দিগম্বৰ দাস : বৰপেটাৰ বুৰঞ্জী
বেণুধৰ শৰ্মা : বুৰঞ্জীৰ সঁফুৰা
ব্ৰজনাথ শৰ্মা : বিপ্লৱী
ভূপেন্দ্ৰনাথ শৰ্মা (সম্পাদক) : বজালী দৰ্পণ (স্মৃতিগ্ৰন্থ ঃ অসম সাহিত্য সভা)
ৰমেশ দাস (সম্পাদক) : স্বাধীনতাৰ ৰূপালী জয়ন্তী বৰপেটা মহকুমা (স্মৃতিগ্ৰন্থ)
ৰাম সাঠে : ভাৰতীয় ইতিহাসত এভুমুকি (ভূপেন্দ্ৰ ৰায়চৌধুৰী অনূদিত)
শৈলধৰ ৰাজখোৱা : অতীতৰ সোঁৱৰণী
সতীশ চন্দ্ৰ শৰ্মা : স্বাধীনতা সংগ্ৰামত বৰপেটা
হেমন্ত কুমাৰ শৰ্মা (সম্পাদক) : অসম গৌৰৱ (কটন কলেজ, অসমীয়া বিভাগ)




# বৰপেটাৰ নাট আৰু অভিনয় পৰম্পৰা

বাদল চৌধুৰী

## অৱতৰণিকা

নাট আৰু অভিনয়ৰ পৰম্পৰাৰ উৎস আৰু বিকাশৰ সৈতে মধ্যযুগৰ বৰপেটাৰ জীৱনধাৰাৰ একাত্মবোধ মন কৰিবলগীয়া। এই একাত্মবোধেৰে পৰম্পৰাৰ ছবিখন দাঙি ধৰিবলৈ ইয়াৰ ঐতিহাসিক পটভূমি উল্লেখনীয়, যিয়ে নেকি পৰম্পৰাগতভাৱে নাটকীয় আৰু অভিনয় অনুবৃত্তি প্ৰদান কৰিছে।

দৰাচলতে এখন সংগঠিত সমাজৰ জীৱন আৰু জীৱন-পদ্ধতি ব্যক্তিৰ বিভিন্ন বস্তুনিষ্ঠ বিৱৰণযুক্ত সামাজিক অনুষ্ঠানৰ সংযোগত মূৰ্ত হৈ উঠে। এই অনুষ্ঠানৰ লগত সংগতি ৰক্ষা কৰি মানুহে বসবাস কৰি আহিছে। ঐতিহাসিক সূত্ৰেই বোধগম্য যে সংস্কৃতিৰ ভেটিকান হ'ল সমাজ বিকাশৰ অনুগমন সাপেক্ষ। সমাজ বিকাশৰ লগে লগে সংস্কৃতিৰ বিকাশ ঘটে আৰু সমাজ পৰিৱৰ্তন সাধনৰ উপকৰণসমূহ সংস্কৃতিৰ মাজতে নিহিত হৈ থাকে। নাটকীয়তা আৰু অভিনয় এই সমাজ-সংস্কৃতিৰ বুকুৰ পৰাই নিঃসৃত হয় আৰু সুকুমাৰ মনে ইয়াক আপডাল কৰে।

বৰপেটা সত্ৰ প্ৰতিষ্ঠা হোৱাৰ আগতে বৰপেটা ঠাইখন লেখত লব'লগীয়া নাছিল। সেই সময়ত ইয়াৰ দক্ষিণ-পশ্চিমফালে 'লেহিডঙৰা' গাঁওখন উন্নত আৰু প্ৰখ্যাত আছিল। এইখনেই অসমীয়া সাহিত্যৰ আদি যুগৰ কবি ডাক পুৰুষৰ জন্মস্থান ঃ

লেহিডঙৰা ডাকৰ গাঁও।
সাতশ সাতোটা পুখুৰীৰ নাৱ।।
লেহিৰ তিৰী পঞ্চৰাগ বুজে।
ভইদাৰ দামৰাই বিনা শিঙে যুঁজে।।

লেহিডঙৰাৰ কুমাৰণীৰ গৰ্ভত ডাক পুৰুষৰ জন্ম। মূল কৈৱৰ্ত সম্প্ৰদায়ৰ অন্তৰ্গত বৰপেটাৰ কুমাৰ মানুহকে ধৰি আন জাতিকুলৰ মানুহ বেছিভাগেই লেহিডঙাৰ পৰা অহা। তদুপৰি ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ মানুহ কিছুমান ভাগি আহি জীৱিকাৰ পথ বিচাৰি এই

বৰপেটা অঞ্চলত বৈ যায়। প্ৰকৃতপক্ষে তেওঁলোক বৰপেটা অঞ্চলৰ 'ভকতপাৰা', 'ৰায়তপাৰা' আৰু 'মাজৰমখা'ত বসতি কৰিবলৈ লয়। এই তিনি অঞ্চলৰ মূলনাম হ'ল 'যোগনীয়াৰমখা' বা 'যোগনীয়াৰ পাৰা'। ইয়াৰ মানুহখিনিয়েই হ'ল কৈৱৰ্ত সম্প্ৰদায়ৰ। ৰায়তপাৰাত বৰপেটা সত্ৰৰ বাবে ওঠৰ ঘৰ 'পাইক' আনি ৰাখিছিল। তেওঁলোকক নৰনাৰায়ণৰ নাতি ৰজা বীৰনাৰায়ণে আনে।

মধ্যযুগৰ সময়ৰ বৰপেটাৰ ভৌগোলিক পৰিবেশৰ প্ৰতিচ্ছবি দাঙি ধৰিলে সম্ভেদ পাওঁ নদী-বিলৰ লগত ওতপ্ৰোতভাৱে জড়িত এক জীৱনধাৰা। নদীয়েই আছিল সেই সময়ৰ জীৱনযাত্ৰাৰ নিৰৱধি ৰূপ। সেই সময়ৰ বৰপেটা নদী-বিল, জান-ডোবাৰে বিধৌত জলভূমি। পুৰণি বিল 'গলয়া'ৰ পাৰত পুৰণি বৰপেটা তাঁতীকুছি গাঁও আৰু 'বৰপেটা' বিলৰ পাৰে পাৰে জনবসতি অঞ্চল। খৰালি কালত পথৰুৱা বাটেৰে আৰু বাৰিষা কালত জানজুৰি আৰু নদীৰ সৈতে যুক্ত আছিল 'ধেনুখন্দা জান', 'কোটাজান', 'হাৰিজান', গয়াজান', খটখটিৰ জান', 'চাউলখোৱা', 'কালদিয়া', 'পোকোলা' — পিছলৈ যাক কোৱা হ'ল 'নখন্দা', এইবোৰেৰে চলিছিল ব্ৰহ্মপুত্ৰলৈ অহাযোৱা। জীৱিকা নিৰ্বাহৰ বাট মোকলোৱাৰ বাবে এই জলপথত নাৱেই আছিল মূল পৰিবহণ। 'ভেনিচ চহৰ'ৰ নিচিনা বৰপেটা অঞ্চল পানীত যেন আছিল ওপঙি। ধানৰ বেপাৰী আৰু মাটিৰ মহাজনসকলৰ আছিল একাখনকৈ দীঘল দীঘল নাও। এই নাৱেৰে নখন্দা-ব্ৰহ্মপুত্ৰ হৈ যোৰহাট, কোচবিহাৰ আৰু পূৰ্ববংগলৈ কৰিছিল বেপাৰ-বাণিজ্য। সেই সময়ৰ বৰপেটাৰ এয়াই আছিল এক অৰ্থ-ব্যৱস্থাৰ প্ৰণালী। এই অৰ্থ ব্যৱস্থাৰে পূৰ্ববংগৰ হিন্দু আৰু মুছলনমান উভয় সম্প্ৰদায়ৰ মাজত স্থাপন হৈছিল বৰপেটাৰ বেপাৰীসকলৰ সৈতে সুকুমাৰ মনৰ মধুৰ সম্পৰ্ক। ফলস্বৰূপে বৰপেটাৰ 'নাওখেলৰ গীত'ত সোমাই পৰিছিল পূৰ্ববংগৰ লোকসাধু 'মলুৱা'। সৃষ্টি হৈছিল ৰাৰ-ৰাগ আৰু বঞ্চনাৰ প্ৰেক্ষাপটৰ প্ৰতিবাদী কণ্ঠস্বৰ। ইয়াৰ পিছত জনসংস্কৃতিৰ আলি দোমোজাত ধৰ্মীয় চিন্তানুভূতিৰে পৰিশীলিত হৈ লাচত উঠিছিল বৈষ্ণৱ-সংস্কৃতিৰ কৃষ্ণকেন্দ্ৰিক চিন্তা-ভাৱনা ঃ

বাছা নন্দেৰ দুলাল।
এত ৰাতি ধেনু ছাৰে কাৰ ঘৰৰ ছাৱাল।।

## অভিনয়ৰ ৰসানুভূতিত নাটকীয় অনুবৃত্তি

নাৱেৰে বাণিজ্য কৰিবলৈ যোৱা যৌথ শ্ৰম-প্ৰক্ৰিয়াৰ পৰাই উদ্ভৱ হোৱা আনন্দ, উৎসাহ আৰু কৰ্মপ্ৰেৰণাৰে সৃষ্টি হয় নাওখেলৰ গীত, বিভিন্ন ছন্দ, নৃত্য আৰু অভিনয়ৰ স্বাভাৱিক ভংগিমা। নদীৰ বুকুত অংকুৰণৰ সাক্ষৰ পোৱা যায় 'থিয়নাম'ৰ। এই গীতানুষ্ঠানৰ পদ-চালন ভংগিমাৰে পৰিলক্ষিত হৈ আছে অভিনয়সুলভ ৰসানুভূতি। মানুহৰ জীৱনধাৰণৰ বাবে শ্ৰম আৰু সংগ্ৰামৰ সৈতে সম্পৰ্কিত জড়িত কিছুমান স্বাভাৱিক ছন্দোময় অভিব্যক্তিয়ে সভ্যতাৰ

ক্ৰম-বিকাশৰ লগে লগেই লোক-শিল্পকলা ৰূপে বিশিষ্ট ৰূপত উদ্‌যাপিত হৈছে। এই ছন্দোময় অভিব্যক্তিতে বিকাশ লভে 'নৃত্যকলা' আৰু 'অভিনয়কলা'। ইয়াৰ মাজেদিয়ে বিন্যাস ঘটে 'আংগিক অভিনয়' আৰু 'বাচিক অভিনয়'ৰ। আন এক নিৰীক্ষামূলক কথা হ'ল— আদিম জনগোষ্ঠীৰ মাজত হাবি-বননিত কাম কৰা আদিম মানৱে আনন্দত, ক্ৰোধত, ভয়ত, দুঃখত আৰু জন্তুধৰা অংগি-ভংগিৰে জপিয়াই জপিয়াই মনৰ ভাব প্ৰকাশ কৰিছিল। এই সকলো বিৱৰ্তনৰ মাজেদি 'লোকশিল্প' ৰূপে ৰূপায়িত হোৱা দেখা যায়। বৰপেটাৰ বৈশিষ্ট্যপূৰ্ণ লোকায়ত অনুষ্ঠান 'থিয়নাম'তে এনেধৰণৰ নাটকীয় অভিব্যক্তি বিদ্যমান। থিয়নামৰে আন এটি ঠাল বিশেষ 'জুনানাম'ত যি বিলাপৰ ৰাগ গোৱা হয় সেয়া 'ট্ৰেজেদী'ৰে অভিব্যক্ত মাথোন। এইখিনিতে উল্লেখনীয় 'থিয়নাম' বৰপেটাৰ সত্ৰীয়া অথবা শংকৰী সংস্কৃতিৰ অন্তৰ্ভুক্ত হয় নে নহয় ই অৱশ্যে বিতৰ্কমূলক তথা বিচাৰ-সাপেক্ষ। কিন্তু সত্ৰত নিতৌ হোৱা নাম-প্ৰসংগ, ঘোষাকীৰ্তন, ব্যাসকীৰ্তন, সেৱাৰ-কীৰ্তন আৰু সূত্ৰধাৰী-নৃত্য ভংগিমাই যে প্ৰভাৱ পেলাইছে ইও অনস্বীকাৰ্য। বংগৰ হৰি-সংকীৰ্তনৰ সৈতেও মিল দেখিবলৈ পোৱা 'থিয়নাম'ৰ আন এটি নাম 'বীৰনাম'। বীৰনাম কোৱাৰ কাৰণটো হ'ল — ভাগৱতৰ মতে 'বলী'ৰ ৰাজসভাত বলীয়ে দৈত্যসকলৰ সৈতে জপিয়াই জপিয়াই নাচি নাচি গীত গাইছিল। সেয়েহে দৈত্যসকলে গোৱাৰ আৰ্হিত থিয়নামৰ আন এটি নাম 'বীৰনাম'।

অলপ লক্ষ্য কৰিলে অনুমান কৰিব পৰা যায় যে আনন্দ-উৎসৱৰ লগত মানসিক আৰু শাৰীৰিক সম্পৰ্কৰ মাজেৰে যি উল্লাস আৰু উদ্দীপনাৰ প্ৰকাশ ঘটে তাৰ মাজতে নাটকীয়সুলভ অভিনয়-অভিব্যক্তি বিদ্যমান। সত্ৰীয়া জীৱনৰ ভেটিখিনিতো ইয়াৰ সম্বন্ধ পৰিলক্ষিত হয়। এই অন্তৰংগ সংহতি আৰু সংগতিৰ পৰাই আহৃত কৰি 'পৰিবেশ্য কলা' (পাৰফ ৰমিং আৰ্ট)ক 'শিল্প' হিচাপে গণ্য কৰিব পাৰি। জীৱন আৰু জীৱিকাৰ সন্ধানত কৰা আচৰণমূলক ছন্দ আৰু গীতবোৰত এক অভিনয়সুলভ ভংগিমাৰ অৱকাশ নথকা নহয়। পলো, জাকৈ আৰু খালৈৰে মাছধৰা গীতৰ ভংগিমা কিছুমানত ছন্দময় নৃত্যাভিনয়ৰ লক্ষণ পোৱা যায়। তেনে দুটি গীতৰ নমুনা —

(১)

শিংৰাৰ মায়েক জাপ্ৰামুৰী
তই হলি মাছৰ পুৰী
ধৰ-ধৰ শিংৰা ধৰ
একে টুপ তল কৰ
মই মাৰি দেউ
তই বামতে পৰ।

(২)

ধৰ ধৰ কৰে ধৰ
তই নহয় পৰ
মোৰ কুঁকিটোৰ
মুখক লগিন্ ভৰ।

ঠিক তেনেদৰে আঘোণ মাহৰ পূৰ্ণিমা তিথিত বৰপেটাৰ হাটীয়ে হাটীয়ে ভোজভাত খোৱাৰ বাবে মানুহৰ চোতালে চোতালে 'ভাউল হোল' দিয়াৰ মাৰ্জোদ পৰিলক্ষিত হয় অভিনয়সুলভ উদ্দাম-হাবিয়াস। পূৰ্ববংগৰ 'ভাল্লা-ভুলা' উৎসৱৰ সৈতে ইয়াৰ সম্পৰ্ক পোৱা যায়। গোৱালপাৰাত এই উৎসৱক 'এউৰী' আৰু 'সোণাৰায় পূজা' বোলে। মহ'হোৰ অন্তৰ্গত এই অনুষ্ঠানটো পণ্ডিতসকলৰ মতে চীন-তিব্বত-ধৰ্মী জনগোষ্ঠীৰ পৰা অসমলৈ অহা।

এই 'ভাউল হোল' তথা মহো-হো উৎসৱক বাঘ খেদা উৎসৱ বোলে। নলবাৰী অঞ্চলত মহ খেদা উৎসৱক 'ভাল ভোল্কা' খেলা উৎসৱ কয়। খেতিপথাৰৰ পৰা জন্তু খেদিবৰ বাবে এই উৎসৱ পতা হয়। অসমীয়া ভাষাত 'খেদা' বড়োৰ অনুৰূপ সমাৰ্থক পদ 'হো'। 'ভাউল হোল' সম্ভৱ 'ভাল্লা-ভুলা' আৰু 'হো'ৰ সম্পৰ্কত গঢ় লোৱা। মানুহৰ চোতালে চোতালে সৰু ল'ৰাৰ সৰু সৰু দলে হাতত দীঘল দীঘল বাঁহৰ লাখুটিৰে (টোকন— এয়া বাঘ খেদাৰ প্ৰতীক। মাটিবৃত্তিৰে ঐশ্বৰ্যশালী বিশিষ্ট ব্যক্তিৰ চোতালত যেন 'প্ৰহৰী' হৈ ল'ৰাজাক আহি চোতালত থিয় হয়হি) আৰু বাঘ-ভালুকৰ মুখা কিছুমান পিন্ধি নাচি নাচি সাংকেতিক উপস্থাপনৰে পৰিবেশন কৰা গীতানুষ্ঠানত অভিনয়সুলভ অভিব্যক্তি প্ৰকাশ পায়। লাখুটিবোৰেৰে মাটিত খুন্দিয়াই তাল ধৰি গায় —

(১)

আইছু ভকত মা ৰছু খুটি
নেদা যদি নাযং গুচি
হেইও ভায়া
ভকতৰ ছোলি (ল'ৰা) আইছে
বিদায় দিয়া।

(২)

আওৰি মহো-হো
মহ খেদবা টকন্ লো
মহ গেল মামেক্‌থেক্
হিদলি গাছোত বাগন্তে
হিদলি বাইও

তেপল খুন্দা খাইও
তেপলিত নহল নুন্
চাউল কাৰে দোণ দোণ
চাউল দি নিলু খোৰি
আতাৰ ঘৰ লাৰি চাৰি
আবুও মই বিয়া খাউ
বাঘ মাৰ্‌বা ৰণক যাউ।
... ... ...
বাঘ কাকা হানিয়া
মুইহ্ কাকা জিনিয়া।
... ... ...
মুইহোৰ শিং হেকাৰ বেকাৰ
তাতে পৰিল মাছৰোকা
মাছৰোকাৰ দীঘল ঠুট্
কুবে মাৰু ঢাপঢুপ।
... ... ...
কলৰ চুচ্‌নি বাঁহৰ দৈ
বাঘ ভালুকা নাচন দেই।

এয়া কোনো কলা-ৰীতিত আবদ্ধ হৈ থকা নাই। কিন্তু এইবোৰত নাটকীয় বিষয় আহৃত কৰাৰ আৰু অভিনয়ৰ অনুভূতিৰ উপাদান নিহিত হৈ আছে। কোনো কোনো ঠাইত কলৰ শুকান চোঁচনি মুৰত পিন্ধি ভালুকৰ ৰূপ লয়। লাখুটি (টোকান)ৰ ব্যৱহাৰৰ সংক্ৰান্তত ইয়াৰ গুণাত্মক দিশৰ পৰা অৰ্থ কৰে— যথা, ই অকলশৰীয়াৰ সংগী, সাঁপ মৰা লাঠি বিশেষ, নৈ পাৰ হ'লে পানীৰ জোখ চোৱা হয়, কুকুৰ খেদা মাৰি, শত্ৰু প্ৰতিৰোধ কৰা অস্ত্ৰ ইত্যাদি।

বৰপেটাৰ 'হোলী' বা 'সুঁৱেৰি' উৎসৱত 'বাঁহভঙা' অনুষ্ঠানটোৱে গোসাঁইৰূপী কৃষ্ণৰ প্ৰতীক বিগ্ৰহ লৈ যোৱা সমদল যাত্ৰাটোত গীত গাই, নাচি নাচি আৰু পূৰ্বনিৰ্ধাৰিত নোহোৱা তাৎক্ষণিক উক্তি সমূহেৰে পৰিবেশ্য কলাত নাটকীয়ত্ব আৰু অভিনয় ভংগিমাৰ উপাদান নিহিত হৈ আছে। পিছৰ পৰিচ্ছেদ এটিত ইয়াৰ আলোচনা কৰা হৈছে।

প্ৰাচীন ভাস্কৰ্য শিল্পকৃতিকে ধৰি আন নৃত্যছন্দৰ অংগি-ভংগিয়ে অভিনয়কলাত প্ৰভাৱ পেলাইছে; য'ত পৰিস্ফুট হৈছে মানৱ জীৱনৰ ছন্দোময় ৰূপৰ আংগিক অভিনয়। বৰপেটা সত্ৰত কৃষ্টিৰ ৰ'দকাচলিৰে বিকাশ লভা বিভিন্ন নৃত্যছন্দৰ অংগি-ভংগি আৰু জীৱনধাৰণৰ প্ৰক্ৰিয়াৰে উদ্ভৱ হোৱা বাচিক শৈলীয়ে যাত্ৰাভিনয়ৰ শিল্পত গুৰুত্বপূৰ্ণ প্ৰভাৱ পেলাইছে।

## পৰম্পৰাগত নাট্যাভিনয়ৰ পটভূমি

বৰপেটাৰ পুৰণি নাম আছিল তাঁতীকুছি গাঁও। বাউসী পৰগনাৰ অন্তৰ্গত বৰপেটাৰ আন নাম 'পোৰভিঠি'। বৰপেটাৰ দহটা নাম। সেই সময়ত বৰপেটাত 'গলয়া বিল' আৰু 'বৰপেটা' নামেৰে দুটা প্ৰধান বিল আছিল। গলয়া বিলৰ পাৰত তাঁতীকুছি। এই তাঁতীকুছি গাঁৱৰে বিখ্যাত সংগীত নৃত্যকলা বিশাৰদ মথুৰাদাস বুঢ়াআতা। বুঢ়াআতাৰ কালছোৱা আছিল পঞ্চদশ-সপ্তদশ শতিকাৰ। তেওঁৰ অচল নাম আছিল গোপাল তাঁতী। তেওঁৰ উপৰিপুৰুষ শিৱসাগৰ জিলাৰ খনাখোকোৰা গাঁৱৰ।

মহাপুৰুষ মাধৱদেৱে বৰপেটাক 'মথুৰা' সদৃশ যেন জ্ঞান কৰি বৰপেটা সত্ৰৰ সকলো ভাৰ বুঢ়াআতাৰ হাতত অৰ্পণ কৰিলে। বুঢ়াআতাইও আত্মনিবিষ্ট মনেৰে গুৰুৰ বচন শিৰোধাৰ্য কৰিলে। তেওঁৱে আছিল বৰপেটাৰ সত্ৰৰ প্ৰথম সত্ৰাধিকাৰ। মাধৱদেৱ আৰু বুঢ়াআতাৰ যুটীয়া প্ৰচেষ্টাত সেই সময়ৰ বিখ্যাত ভূ-স্বামী ৰামচন্দ্ৰ বুঢ়া (ৰাম লাডুৱা নামেৰেও জনাজাত) নামৰ এগৰাকী ধৰ্মপ্ৰাণ ব্যক্তিৰ বৃহৎ চোমনি বাৰী এখনত বৰপেটা কীৰ্তন-ঘৰ স্থাপন কৰিলে। ১৫০৫ শকত বৰপেটা সত্ৰ স্থাপিত হ'ল। ৰাম লাডুৱাই আছিল বৰপেটাৰ সত্ৰৰ প্ৰথম শৰণীয়া ভকত। উল্লেখযোগ্য যে ১৬৫৭ শকৰ আহাৰৰ চাৰি তাৰিখে স্বৰ্গদেউ শিৱসিংহই তামৰ ফলিৰে বৰপেটা সত্ৰলৈ মাটি দান দি ৰাইজৰ স্নেহাস্পদ হৈ পৰিছিল। আহোম ৰজা জয়ধ্বজ সিংহৰ পৰাই বৈষ্ণৱ সন্ত-মহন্তসকলে আৰু সত্ৰ সমাজে মাটি-বৃত্তি লাভ কৰি ধৰ্ম আৰু সংস্কৃতি-চৰ্চাৰ এটা অনুকুল পৰিবেশো লাভ কৰিছিল।

'ডাঙৰ ডাঙৰ চোমগছেৰে ভৰা ঠাইখিনি কৌশল জনা বুঢ়াআতাই অন্যান্য ভকতসকলৰ সৈতে পৰিষ্কাৰ কৰাত লাগি গ'ল। চোমগছেৰে ভৰা ভয়ভীত লগা বাৰীখন ৰম্যস্থানত পৰিণত হ'ল। ভকতসকলৰ উৎসাহ-উদ্দীপনা আৰু গুৰুৰ ইচ্ছাত তাত ভাওনাৰ আখৰা চলিবলৈ ধৰিলে। শ্ৰীশ্ৰীমাধৱদেৱে ভাওনাৰ মুখা তৈয়াৰ কৰাই আৰু সেইবোৰ বুঢ়াআতাৰ হতুৱাই নানা ৰঙেৰে বোলাই চকুত লগা কৰি তুলিলে। ভকতসকলৰ সহযোগত তাত এটি ৰভাঘৰ সাজি 'কোটোৰা যাত্ৰা' নামেৰে অংকীয়া নাটৰ ভাওনা পাতিলে। বৰপেটা সত্ৰৰ এইখনে প্ৰথম অংকীয়া নাটৰ ভাওনা। কোটোৰা যাত্ৰা ভাওনাই ওচৰে পাজৰে থকা শ শ মানুহৰ মন আকৰ্ষণ কৰিলে। এয়াই আছিল বৰপেটাত প্ৰথম আনুষ্ঠানিক অভিনয়-কলাৰ বিকাশ। 'কোটোৰা যাত্ৰা' ভাওনা কৰা ৰভাঘৰখনেই বৰপেটা সত্ৰৰ কীৰ্তনঘৰ। কীৰ্তনঘৰত ৰঙিয়ালগৃহ স্থাপন কৰাৰ পিছত নাট-ভাওনা, গীত-পদ, বাদ্য-নৃত্যৰ মাজেৰে লোকসমাজৰ মন ধৰ্মৰ ফালে আকৰ্ষিত কৰিব ধৰিলে। সেই সময়ত সমাজ বুলিলে ধৰ্ম-বিশ্বাসেই আছিল মূলকথা। সত্ৰীয়া গীত-মাত, ভাওনা, কীৰ্তন, পাঠ কৰা আদি গুণী লোকসকলক বিশিষ্ট বিষয়বাবৰ দায়িত্ব দি গায়ন-বায়ন, ওজা, পাঠক, সূত্ৰধাৰ সৃষ্টি কৰিলে। এনেকৈয়ে ক্ৰমে গঢ়ি উঠিল সত্ৰত 'বংশৰা'; যথা— সূত্ৰধাৰ বংশ,

গন্ধিয়া বংশ, পাঠক বংশ, আঘোণা বংশ, ভীমা বায়ন বংশ, গলিয়াহাটী বায়ন বংশ, ওজা বংশ ইত্যাদি। গীত-পদ গোৱা বেছিভাগ পাঠক আছিল প্ৰথম অৱস্থাত কৈৱৰ্ত সম্প্ৰদায়ৰ অন্তৰ্গত। বুঢ়াআতাই শংকৰদেৱৰ আদৰ্শেৰে তেওঁলোকক উচ্চ স্থান দি আঁকোৱালি লৈছিল।

'অমিয় ৰস ভকতে মাগে মাথোঁ এক বিন্দু। এনেহেন বিন্দুত সিন্ধু থকা ভকতিয়েই সত্ৰৰ প্ৰাণ, সত্ৰ-ৰথৰ মহাৰথী— সাৰবস্তু। কিঞ্চিৎ সূক্ষ্ম দৃষ্টিৰে লক্ষ্য কৰিলেই উপলব্ধি কৰা যায় যে এই কাম জগতগুৰু, মহাপুৰুষ আৰু আতাপুৰুষসকলে গীতেৰে, নৃত্যৰে, নাট-ভাওনাৰে, ধেমালি-নান্দী সূত্ৰৰে, কীৰ্তন-দশম ঘোষাৰে, চিত্ৰৰে, ভাস্কৰ্যৰে কৰিছে।' (ৰত্ন ওজা ঃ 'সত্ৰৰ ভকতি ৰসাত্মক দৃশ্যকলা', দেওবৰীয়া চ'ৰা, দৈনিক অসম, ৩ জুন ২০০৯)

## অংকীয়া ভাওনা

**ভাওনাৰ উদ্ভৱ ঃ** 'জন্মলগ্নতেই যুৱা তথা চিৰযুগমীয়া পৰিবেশ্য দৃশ্যকলা 'চিহ্ন যাত্ৰা' ভাওনাৰে সৰ্বগুণাকাৰ কলানিধি শ্ৰীমন্ত শংকৰদেৱে জনসাধাৰণক সনাতন ধৰ্মৰ অধ্যাত্ম-মুকুটৰ ভক্তি মুকুতাৰ সন্ধান দিয়া কথা পূৰ্বোত্তৰ ভাৰতৰ নাট্য-পৰম্পৰা বিজ্ঞবৃন্দই জানে। সেই পৰম্পৰা ৰক্ষা কৰিয়েই ভাওনাক ভক্তিৰস উদ্ৰেকৰ বাহনৰূপে ওপজা বৰ্ষ ১৪৬৮ খৃষ্টাব্দৰ পৰা বৰ্তমানলৈ ব্যৱহাৰ কৰি আছে পন্থা-সংহতি নিৰ্বিশেষে আমাৰ সত্ৰসমূহে। অসমীয়া সমাজত ভাওনা সৰ্বোত্তম পৰিবেশ্য দৃশ্যকলাৰূপে পৰিগণিত হৈ আছে। কিন্তু ইয়াৰ লগতে আন দৃশ্যকলায়ো দৰ্শকৰ বুদ্ধিগম্য হৃদি সৰসিত ভক্তি-কমল বিকশোৱাত নীৰৱে অৰিহণা যোগাইছে। এই সন্দৰ্ভত চিত্ৰকলা আৰু ভাস্কৰ্যৰ অৰিহণা বিশেষভাৱে উল্লেখযোগ্য।

শ্ৰীমন্ত শংকৰদেৱে চিত্ৰকলাৰ প্ৰয়োগ, চৰিত্ৰ পুথি মতে, প্ৰথম ভাওনা 'চিহ্নযাত্ৰা'তেই কৰিছিল। সেইটো কৰিছিল 'তুলাপাত' আৰু বিশাল শুভ্ৰবস্ত্ৰত কাপ-তুলিৰে হেঙুল হাইতাল বোলাই ভাওনাৰ কাহিনীৰ প্ৰাসংগিক পটভূমি পৰিচায়ক দৃশ্যপট অংকনেৰে। কাঠতো খোদিত কৰিছিল দৃশ্যকলা। ভাওনাৰ আহাৰ্যৰ লগতে মনোৰঞ্জনৰ বাবেও সজালে চৌ-মুখ। পোনতে সম্ভৱতঃ বিবিধ ৰসৰ প্ৰতীক তথা উদ্ৰেকৰূপে চৌ আৰু মুখাৰ সৃষ্টি কৰা হৈছিল। সেইবোৰৰ উপাদান মুখ্যতঃ আছিল কাঠ, বাঁহ, বেত, হীৰামাটি, কুমাৰ মাটি প্ৰভৃতি। থলুৱা ফুল-কলৰ ৰসেৰে তৈয়াৰী ৰঙো ব্যৱহাৰ কৰিছিল। ভাওনাৰ ভিন ভিন চৰিত্ৰৰ, যেনে — চতুৰ্ভূজ নাৰায়ণ, দশমুণ্ড ৰাৱণ, চৰ্তুমুখ ব্ৰহ্মা, শিৱ ত্ৰিনয়ন আদি দৰ্শকৰ সমুখত দাঙি ধৰিবলৈ সেই সেই চৰিত্ৰই প্ৰতিনিধিত্ব কৰা ৰস প্ৰকাশক মুখা সজোৱা হৈছিল। ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰৰ মুখাৰে, হনুমান, গৰুড়, জাম্বৱন্ত আদিৰ প্ৰতিমূৰ্তিৰে ভাওনাৰ চৰিত্ৰায়ণ কৰা হৈছিল। সাধাৰণ দৃষ্টিতো সেইবোৰে যাতে জনমানসত ভক্তিৰস সিঁচিব পাৰে, সেই দিশতো সেই সময়ৰ ধৰ্মপ্ৰাণ কলাকাৰসকলে দৃষ্টিপাত কৰিছিল।' (সত্ৰৰ ভকতি ৰসাত্মক দৃশ্যকলা)।

অতীতত নট-নটীসকলে ৰজাঘৰীয়া ভূ-সম্পত্তি খাই থকাৰ বিনিয়মত দেহাৰে খাটি

দিছিল বিহু, ফাকুৱা উৎসৱ উপলক্ষে। কেতিয়াবা তেওঁলোকে ৰজাঘৰীয়া উৎসৱ আৰু ধৰ্মোৎসৱত নৃত্য-গীত পৰিৱেশন কৰিব লগা হৈছিল বিনোদনৰ বাবে। বৈষ্ণৱীয় সংস্কৃতি ৰজাঘৰীয়া লোকৰ পৰিতৃপ্তি সাধনৰ বাবেহে উদ্ভৱ আৰু বিকাশ ঘটিছিল। ধৰ্মীয় চিন্তাৰে এক উপৰিসৌধৰ প্ৰভাৱেৰে ৰীতিগতভাৱে এক বিশেষ শ্ৰেণী-সংস্কৃতিধাৰাত ই বিকাশ ঘটিল। এয়াই আছিল সত্ৰীয়া গীত-নাট-ভাওনাৰ ' গ্ৰেট ট্ৰেডিচন'। বৰপেটা কীৰ্তনঘৰ প্ৰতিষ্ঠাৰ পৃষ্ঠপোষকতা কৰা স্বৰ্গদেউ শিৱসিংহ ৰজাই যিগৰাকী ফুলেশ্বৰী আইদেউৰ পাণি গ্ৰহণ কৰিছিল, তেওঁ আছিল শিৱদ'লৰ এগৰাকী নটী।

'প্ৰাক্‌শংকৰী যুগৰে পৰা লৌকিক গীত পদৰ পৰা ঢুলীয়া, ওজাপালি আদি নাটকীয় অনুষ্ঠানবিলাকৰ পৰাও কম-বেছি পৰিমাণে অংকীয়া নাট, ভাওনাত প্ৰভাৱ পেলাইছে।'

'গাঁৱলীয়া লোকৰ দ্বাৰা গাঁৱৰ পৰিবেশত অনুষ্ঠিত হোৱা বাবে অন্ততঃ পৰিবেশন ৰীতি আৰু গণসংযোগৰ দিশৰ পৰা ভাওনাক লোকনাট্যৰ শ্ৰেণীত নিশ্চয় ধৰিব পাৰি। তথাপি ইয়াকো মানি ল'ব লাগিব যে আদৰ্শ অংকীয়া ভাওনা পূৰ্ণপৰ্যায়ৰ লোকনাট্য নহয়: অংকীয়া ভাওনাৰ সংলাপ, গীত আৰু নৃত্যক শংকৰ-মাধৱৰ সুসংকৃত নাট্যভাৱনাই পৰিমাৰ্জিত কৰি লোককলাৰ শাৰীৰ পৰা উন্নীত কৰি শাস্ত্ৰীয় বা মাৰ্গীয় কলাৰ ৰূপ প্ৰদান কৰিছে।'

**কোটোৰা খেলা (কোটোৰা যাত্ৰা) ভাওনা আৰু উদ্দেশ্য ঃ** বৰপেটাত আগৰে পৰা ওজাপালিৰ প্ৰচলন আছিল। বুঢ়াআতাই ওজাপালি নৃত্য কৰা তথা 'ব্যাস-কীৰ্তন' কৰাত পটু আছিল। এইগৰাকী শিল্পীৰ নেতৃত্বত মাধৱদেৱ ৰচিত অংকীয়া নাটৰ প্ৰথমখন ভাওনা অনুষ্ঠিত হয়। 'কোটোৰা' শব্দৰ আভিধানিক অৰ্থ 'লাও' বা 'নাৰিকলৰ কোটোৰা'। আনহাতে কোটোৰা এবিধ প্ৰাচীন খেল। আখৈ, লাৰু আদি কাপোৰত দলিয়াই কৰা খেল। কোটোৰা খেলত 'মাৰৰ পৈ' বুলি কোৱা বচন গ্ৰাম্যজীৱন যাত্ৰাৰ মূৰ্ত প্ৰকাশ। এই ভাওনাখনিত কিন্তু জনজীৱনৰ প্ৰতিচ্ছবিও পৰিস্ফুট হৈ আছে। বিষয়বস্তুগতভাৱে যমুনাৰ পাৰ আৰু গৰখীয়া বালকসকলে কৰা খেল-ধেমালি আৰু ৰাধা-গোপীসৱৰ হাতে হাতে দধি ভাণ্ড লৈ উপস্থাপন কৰা ইত্যাদিত। এই নাটখনিৰ অভিনয় বিপুলভাৱে সমাদৃত হৈ আৰু ভক্তিধৰ্মৰ প্ৰতি আকুল হাবিয়াসৰ বাবে বৈষ্ণৱ ধৰ্মাৱলম্বী ৰাইজৰ অনুৰোধত মাধৱদেৱে পুনৰ এখন 'শ্ৰীৰামচন্দ্ৰ'ৰ চৰিত্ৰক কেন্দ্ৰ কৰি 'ৰামযাত্ৰা' নামেৰে নাট লিখি ভাওনা প্ৰদৰ্শন কৰিলে।

অংকীয়া ভাওনা কৰাৰ মূল উদ্দেশ্য আছিল, ভাগৱতী বৈষ্ণৱধৰ্ম প্ৰচাৰ আৰু সিদ্ধিৰ। মাধৱদেৱে ইয়াৰ ব্যাপক প্ৰচলনৰ বাবে নাট লিখা আৰু কলা-কৌশলেৰে জনগণক আকৰ্ষিত কৰাৰ বাবে শিল্পী বুঢ়াআতাৰ ওপৰত দায়িত্ব অৰ্পণ কৰিছিল। এই ধৰ্মীয় উদ্দেশ্য হ'ল— চতুবৰ্গ-ফলপ্ৰাপ্তি, অৰ্থাৎ ধৰ্ম-অৰ্থ-কাম-মোক্ষ লাভ। আৰু এয়া যেন শ্ৰৱণ-কীৰ্তনৰ জৰিয়তেহে সম্ভৱ। মাধৱদেৱে 'চোৰধৰা' নাটত ব্যক্ত কৰিছে; 'ইহাক শ্ৰৱণ কীৰ্তন কৰিয়ে সব লোক সংসাৰ ঘোৰ নিকাৰ তৰব।'

**দোমাহী, কীৰ্তন আৰু 'দেউল'ত ভাওনা ঃ** আগতে উল্লেখ কৰাৰ দৰে বৰপেটা সত্ৰত ভাওনা তথা নাট্য-সংস্কৃতিৰ গুৰি ধৰে সত্ৰৰ লগত জড়িত বংশৰা তথা হাটীসমূহে। আনে কৰিলেও এই বংশৰাৰ নামতহে কৰিব পাৰে।

**(১) দোমাহী ঃ** দোমাহীক (অৰ্থাৎ বিহু) স্থানীয় ভাষাত 'দহমি' বুলি কয়; বৈহাগৰ দমহি (ব'হাগৰ দোমাহী) আৰু 'মাগোৰ দমহি' (মাঘৰ দোমাহী)। আগতে মাঘৰ দোমাহীত পাঁচদিন ধৰিয়েই ভাওনা অনুষ্ঠিত হৈছিল। ব'হাগৰ দোমাহীতো ছয়দিন ভাওনা হৈছিল। এতিয়া ভাওনাৰ ঠাইত যাত্ৰাভিনয় হ'বলৈ ধৰিলে। ব'হাগৰ দোমাহীৰ শেষৰ দিনা অনুষ্ঠিত হয় বুঢ়াআতাই সৃষ্টি কৰা বাইশখন হাটীৰ সমন্বয়ৰে সূত্ৰধাৰ, গায়ন, বায়ন, পাঠক সৰে মিলি পৰিবেশিত নাগেৰা আৰু হাত চাপৰিৰ মিশ্ৰণৰ উদাত্ত সুৰ ভংগিমাৰ গীতানুষ্ঠান 'থিয়নাম'। এই থিয়নামক 'বীৰনাম' বুলিও কোৱা হয়।

**(২) কীৰ্তন-উৎসৱ ঃ** শ্ৰীমন্ত শংকৰদেৱ, মাধৱদেৱ আৰু বুঢ়াআতাৰ 'তিৰোধান তিথি'কে বোলা হয় কীৰ্তন-উৎসৱ। কৃষ্ণই বৈকুণ্ঠ প্ৰয়াণ কৰাৰ নিচিনা শ্ৰেষ্ঠ আৰু মহত্ত্বৰ গুণ থকা মহাপুৰুষসকলৰ মৃত্যুকো 'তিৰোধান' বুলি কোৱা হয়। ভাদ মাহত শংকৰদেৱ আৰু মাধৱৰেদৰ কীৰ্তন আৰু আহিনত বুঢ়াআতা ৰ কীৰ্তন উৎসৱ হয়।

এই উৎসৱত প্ৰথমদিনা ৰাতি গায়ন-বায়নে সেৱাৰ কীৰ্তন কৰে আৰু বৰধেমালি— অংকীয়া নাট-ভাওনা মহা উলাহেৰে পালন কৰা হয়। শংকৰদেৱৰ কীৰ্তনত 'সীতা সয়ম্বৰ', মাধৱদেৱৰ কীৰ্তনত 'ৰুক্মিণী হৰণ' আৰু 'পাৰিজাত হৰণ' আৰু বুঢ়াআতাৰ কীৰ্তনত দৈতাৰি ঠাকুৰ ৰচিত 'হিৰণ্যক্ষ বধ' আৰু ৰামচৰণ ঠাকুৰ ৰচিত 'কংসবধ' ভাওনা তিনিওটা কীৰ্তনত গুৰু আসনৰ সন্মুখত মাধৱদেৱৰ 'ভোজন বিহাৰ' নামৰ ঝুমুৰাখনহে পৰিবেশন কৰে। 'ঝুমুৰা' শব্দটো 'ঝুমুৰ'ৰ পৰাই আহিছে। ঝুমুৰ মানে গীতৰ অৰ্থকে বুজায়। পণ্ডিতসকলে চাওঁতাসকলৰ গীতৰ পৰাই 'ঝুমুৰ' শব্দৰ উৎপত্তি হোৱা বুলি কয়। মাধৱদেৱৰ এই 'ঝুমুৰ' ভাওনাখনো গীত আৰু নৃত্যৰে ভৰপুৰ।

**(৩) দেউল বা দৌলোৎসৱ ঃ** স্থানীয় ভাষাত দৌলোৎসৱক বোলে 'দেউল'। 'দেউলযাত্ৰা' বা 'দৌলযাত্ৰা' শ্ৰীকৃষ্ণৰ দৌলযাত্ৰাৰ ধাৰাবাহিকতা। কীৰ্তনপুথিৰ 'ঘুনুচা' আৰু 'ওড়েষা বৰ্ণন' মতে দৌলযাত্ৰা উদ্‌যাপিত হয়। 'ওড়েষা'ৰ বৰ্ণনা ঃ

ফাগুনীত গোবিন্দক তুলিয়া দোলাত।
দৌল যাত্ৰা কৰে মহোৎসৱে সি বেলাত।।

এই উৎসৱতো (ফাগুন আৰু চ'ত মাহত ক্ৰমে চাৰিদিন আৰু তিনিদিন ধৰি পালন কৰা হয়।) ৰাতিৰ ভাগত সেৱাৰ কীৰ্তন কৰে আৰু ভটিমা, গুণমালা গাই বৰধেমালি বজাই ভাওনা আদি কৰে। চুলীয়া ভাওনা (চাৰ্কাচ), ওজাপালি আদিও হয়। হাটী আৰু বংশৰাৰ ফালৰ পৰা হোৱা অংকীয়া ভাওনাৰ ঠাইত 'যাত্ৰাভিনয়' হ'বলৈ ধৰে। 'দেউল'ৰ শেষৰ

দিনটোক বোলে 'হোলী' বা 'সুৱেৰি'। এই 'হোলী'ত অনুষ্ঠিত হয় 'বাঁহ ভঙা' অনুষ্ঠান এটি। সুন্দৰীদিয়া সত্ৰতো কীৰ্তন, দোমাহী, তিথি-পৰ্বত অংকীয়া ভাওনা কৰা প্ৰথা আছে। উল্লেখযোগ্য যে মহাপুৰুষ মাধৱদেৱে এই সত্ৰ স্থাপন কৰি তাত চৈধ্য বছৰ ছয় মাহ কাল আছিল আৰু 'চোৰধৰা', 'পিম্পৰা গুচোৱা', 'ভোজন বিহাৰ', 'ভূমি লেটোৱা' আদি অংকীয়া নাট ইয়াতে ৰচনা কৰিছিল। ৰামচৰণ ঠাকুৰৰ 'নৃহিংস যাত্ৰা' আৰু 'স্যমন্ত হৰণ' ভাওনা এই সত্ৰত কীৰ্তন-দোমাহীত অভিনীত কৰা প্ৰথা আছিল। সুন্দৰীদিয়া সত্ৰত ভাওনাৰ ছোঁ, মুখা, মুকুট, কিৰীটি, ধেনু-গদা চাৰি হাটীৰ ভকতসকলেহে নিজে সজাই লৈ ভাওনা প্ৰদৰ্শন কৰিছিল।

**ভাওনাৰ আঙ্গিক পৰিৱেশন ঃ** গায়ন বায়নে বহি 'হৰিধ্বনি' দিয়ে। অৰ্থাৎ 'মঙ্গলাচৰণ' আৰম্ভ কৰে। তাৰপিছত 'খোল'ত ঘাট মাৰে। 'নান্দ্যন্তে সূত্ৰাধাৰঃ' বুলি গায় বৰধেমালি, সৰুধেমালি, নাটধেমালি, ঘোষাধেমালি আদি। ধেমালিত যি ভটিমা গীত-পদ গোৱা হয় সেয়া সাধাৰণতে যিখন অংকীয়া ভাওনা পৰিৱেশন কৰিব তাৰ পৰাও লোৱা হয়। ভাওনা চাবলৈ বিশেষ আসনত সত্ৰাধিকাৰ বহি থাকিলে 'গুৰু ঘাট' মাৰে। তাৰপিছত সূত্ৰধাৰে 'সূত্ৰধাৰী নৃত্য' কৰে। এই নৃত্যৰ পিছত 'নান্দীপাঠ' কৰি 'মূল ভাওনা'খনিৰ বিষয়বস্তুৰ সূচনা কৰি লগে লগে গায়ন-বায়নৰ প্ৰস্থান ঘটে। আৰম্ভ হয় মূল নাট-ভাওনা। মূল ভাওনাৰ সমাপ্তি হোৱাত পুনৰ গায়ন-বায়নৰ দলে 'মুক্তিমঙ্গল ভটিমা' গাই গোটেই ভাওনাৰ অনুষ্ঠানটোৰ যৱনিকা পেলায়। 'ধেমালি'ক সংস্কৃত নাটকত পূৰ্বৰঙ্গ বোলে আৰু ই গ্ৰীক নাটকৰ 'কোৰাছ' সদৃশ। ধেমালিক অংকীয়া ভাওনাৰ সপ্তৰসৰ এবিধ ৰস বুলি কোৱা হয়।

**গায়ন-বায়নৰ দল ঃ** সাধাৰণতে সাত-আঠজনমানেৰে গঠিত এই দল। মূলজনক বোলে 'সূত্ৰধাৰ'। তেওঁলোকৰ কোনো কোনোজনৰ হাতত 'খোল' আৰু কোনো কোনোজনৰ হাতত থাকে আকাৰত 'বৰতাল'তকৈ অলপ সৰু 'তাল'বিশেষ— 'পাতিতাল'। তেওঁলোকে 'ধুৰা'ও গায়। 'ধুৰা', 'ধেমালি'ৰ একাদিক্ৰমে শেষৰ ছোৱাখিনিক কোৱা হয়। এই 'ধুৰা' গালে— (বিশেষতঃ যাত্ৰাভিনয়ত পৰিৱেশিত) সূত্ৰাধাৰজনৰ হাতত থাকে 'চোঁৱৰ' (হুয়িস্ক)।

গায়ন-বায়ন সম্বন্ধে ড° ভূপেন্দ্ৰ ৰায়চৌধুৰীৰ দৃষ্টিকোণ এনেধৰণৰ ঃ

> গায়ন-বায়ন হৈছে শকংৰী সংস্কৃতিৰ অনুপম অৱদান। মহাপুৰুষ শংকৰদেৱে নিজে বায়ন আৰু ৰামৰাম গুৰুৱে গায়নৰ ভূমিকা গ্ৰহণ কৰিছিল বৰদোৱাত পতা দৌল উৎসৱৰ সসময়ত ঃ ডেকাগিৰি খোল লৈল (বায়ন), গুৰুৱে গায়ন ভৈল, কেতাই দোহাৰে খোল লৈল (গুৰু চৰিত)। নাট-ভাওনাতো গায়ন-বায়নে গুৰুত্বপূৰ্ণ ভূমিকা নিৰ্বাহ কৰিব লাগে।

মথুৰাদাস বুঢ়াআতা আৰু তেওঁৰ সংগীসকলে মাধৱদেৱ গুৰুৰ পৰাই গীত-বাদ্যৰ প্ৰশিক্ষণ পাইছিল। এই গায়ন-বায়নৰ চৰ্চা যাতে নিৰন্তৰ থাকি

যায় তাৰ কাৰণে মথুৰাদাস বুঢ়াআতাই বৰপেটা সত্ৰৰ নিত্য প্ৰসংগত ইয়াক অনিবাৰ্য কৰি ৰাখিলে; তেওঁ গায়ন আৰু বায়ন উপাধি দি প্ৰশিক্ষণ দিয়ালে। ফলত বৰপেটাৰ 'গায়ন' আৰু 'বায়ন' বংশৰাৰ লোকে এতিয়াও সত্ৰত নিজৰ দায়িত্ব পবিত্ৰ কৰ্তব্যৰূপে পালন কৰি আহিছে।

গায়ন-বায়নৰ কথা ওলালেই বৰপেটাৰ তিথিৰাম বায়ন, বিক্ৰিৰাম পাঠক বায়ন, চক্ৰৱৰ্তী (ভোখৰা) গায়ন, মহাৰাম গায়ন, চৈতন্য বায়ন, ৰমাকান্ত বায়ন, কমলেশ্বৰ বায়ন, বলোৰাম বায়ন, মহেশ্চন্দ্ৰ গায়ন, কাছেৰীয়া সূত্ৰধাৰ, কানীয়াৰাম বায়ন, হৰিৰাম বায়ন ইত্যাদি কৃতবিদ্য শিল্পীসকলৰ নাম মনলৈ আহে। ... শ্ৰীশ্ৰী মথুৰাদাস বুঢ়াআতাই বৰপেটাত হাটীৰ বিভাজন কৰাৰ সময়ত এখন সুকীয়া হাটী পাতিছিল ঃ গায়ন হাটী।

অংকীয়া ভাওনা আৰু ঢুলীয়াৰ সংমিশ্ৰণত শেহৰাম বাপুৱে (লক্ষ্মীকান্ত ৰাজমেধি) ১৮৮৭ খ্ৰীঃ মনত এক নতুন ভাওনাৰ সৃষ্টি কৰেঃ খুলীয়া ভাওনা। এই ভাওনাৰ মুখ্য বাদ্য হ'ল খোল আৰু তাল। সূত্ৰধাৰ লেখীয়াকৈ বায়নে ইয়াত মুখ্য ভূমিকা গ্ৰহণ কৰে। পালিসকলে খোল-তাল বজাই অভিনয় কৰে। 'সাগৰ মন্থন', 'জয়দ্ৰথ বধ' 'সীতা বনবাস' আদি নাট খুলীয়া ভাওনাৰে পৰিবেশন কৰা হৈছিল। এই ক্ষেত্ৰত শেহৰাম বায়নক সহায় কৰিছিল চেনাৰাম তহসিলদাৰে। দুয়োয়ে ১৮৯১ খ্ৰীঃত কমলাবাৰীলৈ গৈ খুলীয়া ভাওনাৰ প্ৰশিক্ষণ দিছিল। এই খুলীয়া ভাওনাৰ অন্যতম আকৰ্ষণ হৈছে নটুৱা নাচ, সূত্ৰধাৰী নৃত্য, খুলীয়াৰ নৃত্য ইত্যাদি। 'ধুৰা ভাওনা'ও বৰপেটা সত্ৰৰ অন্যতম অৱদান।

(বৰপেটা সত্ৰৰ ইতিবৃত্ত, পৃষ্ঠা ১৩৪)

ভাওনা তথা নাট ভাওনাৰ সম্পৰ্কত ড° ৰায়চৌধুৰীয়ে পুনৰ এইদৰে কৈছেঃ

মহাপুৰুষ শংকৰদেৱে বৰদোৱা নিবাস কালত 'চিহ্নযাত্ৰা' ভাওনাৰে অসমত নাট-ভাওনাৰ পাতনি মেলিছিল। ইয়াৰ পূৰ্বে পুতলা নাচ, ওজাপালি আদিহে পৰিদৃশ্য কলা আছিল। তেৰাই 'চিহ্নযাত্ৰা'ত পোনতে পট ব্যৱহাৰ কৰিছিল, প্ৰয়োজনীয় ছবি আঁকিছিল, দৃশ্য পৰিকল্পনা কৰিছিল, ভাৱৰীয়াসকলক তালিম দি পাৰ্গত কৰিছিল, প্ৰয়োজনীয় বাদ্য সজাইছিল-বজাইছিল আৰু নিজে অভিনয় কৰি এক ইতিহাস ৰচনা কৰিছিল।

জগতগুৰুৱে চুণপোৰাত আহি থিতাপি লোৱাৰ পিছতেই শ্ৰীশ্ৰীমাধৱদেৱৰ মাতৃৰ শৰাধৰ সময়ত বাৰাদিত 'পত্নীপ্ৰসাদ নাট' মঞ্চস্থ

কৰা হয়। সম্ভৱতঃ গুৰুজনাই নিজেই অভিনয় কৰিছিল।

স্বৰ্দ্ধপাৰ্থত বৰপেটা অঞ্চলতেই দুয়োজনা মহাপুৰুষ গুৰুৰ নাটৰ ৰচনা আৰু মঞ্চায়ন অনুষ্ঠিত হয়। পাটবাউসী নিবাস কালত জগতগুৰু শংকৰদেৱে খুড়াতু ভাতৃ শ্ৰীৰাম ৰায়ৰ উৎসাহতে চাৰিখন নাট ৰচনা আৰু মঞ্চস্থ কৰে। নাটকেইখন হ'ল ঃ ৰুক্মিণী হৰণ নাট, কালিদমন নাট, কেলিগোপাল নাট আৰু পাৰিজাত হৰণ নাট। ...নক'লেও হ'ব যে এই চাৰিওখন নাট পাটবাউসীতে মঞ্চস্থ কৰা হৈছিল আৰু সম্ভৱতঃ অন্যান্য ভাওৰীয়াৰ লগত দুজনা গুৰুৱে ভাও লৈছিল। ...মহাপুৰুষ মাধৱদেৱে জগতগুৰুৰ বৰ্তমানত এখন নাটকহে ৰচনা কৰিছিল। সম্ভৱতঃ গণককুছি নিবাস কালত ৰচনা কৰা 'অৰ্জুন ভঞ্জন' নাটো পাটবাউসীতে মঞ্চস্থ কৰিছিল। সুন্দৰীদিয়া আৰু বৰপেটা সত্ৰত থকা সময়ত তেৰাই আটাইকেইখন ঝুমুৰা ৰচনা কৰে। ...গুৰুজনে বৰপেটা সত্ৰত থকা সময়ত জগতগুৰুৰ ভাদ মাহৰ কীৰ্তনত দিনত 'ভোজন ব্যৱহাৰ' আৰু নিশালৈ 'দধিমথন' পাতিছিল। মহাপুৰুষ মাধৱদেৱে ৰচা ঝুমুৰাবোৰৰ নাট্যাভিনয় তেৰাৰ সুন্দৰীদিয়া আৰু বৰপেটা নিবাস কালত অনুষ্ঠিত হৈছিল। সেইকাৰণে মথুৰাদাস বুঢ়াআতাই গুৰুদুজনাৰ নাট-ভাওনাৰ পৰম্পৰা অব্যাহত ৰখাৰ কাৰণে কীৰ্তন, দৌল আৰু ব'হাগৰ দোমাহীত বৰপেটা সত্ৰত ইয়াক অনুষ্ঠিত কৰাটো নিয়ম কৰি দিছিল। ইয়াৰ ফলত বৰপেটাৰ বিভিন্ন বংশৰাৰ (গন্ধিয়া, বায়ন, সূত্ৰধাৰ আদি) লোকক নাট-ভাওনা কৰাৰ দায়িত্ব দিয়াত ইয়াৰ পৰিশীলন চলি থাকিল।

দুজনা গুৰুৱে যি নাটৰ আৰ্হি দেখুৱাই থৈ গ'ল, সেই আৰ্হি অৱলম্বন কৰি মাধৱদেৱৰ স্নেহধন্য শিষ্য শ্ৰীশ্ৰী গোপাল আতাই 'জন্ম-যাত্ৰা', 'নন্দোৎসৱ' বা 'বোকা-যাত্ৰা' আৰু 'গোপী উদ্ধৱ সংবাদ' নাট ৰচনা কৰে। গুৰুজনাৰ ভাগিন ৰামচৰণ ঠাকুৰে 'কংস বধ'; ভাগিন-নাতি দৈত্যাৰি ঠাকুৰে 'নৃসিংহ-যাত্ৰা' আৰু 'স্যমন্ত হৰণ'; ঠাকুৰ আতাৰ স্নেহ-ধন্য দ্বিজ ভূষণে 'অজামিল উপাখ্যান' নাট ৰচনা কৰে। বৰপেটা সত্ৰত মাধৱদেৱ মহাপুৰুষে কৰোৱা 'ৰাম-যাত্ৰা' ভাওনা সাতদিনলৈ অনুষ্ঠিত হৈছিল আৰু ইয়াক চাবলৈ ভক্তপ্ৰাণ ৰাইজৰ হেন্দোলদোপ লাগিছিল।'

(বৰপেটা সত্ৰৰ ইতিবৃত্ত, পৃষ্ঠা ১৩০-১৩৩)

**ভাওনাৰ স্থান ঃ** বংশৰাসকলে ভাওনা কীৰ্তনঘৰৰ গুৰু আসনৰ সন্মুখত কৰিছিল। তাৰ পিছত দেউল-দোমাহীত মুকলি আকাশৰ তলৰ 'মঠৰ চোতাল'ত আৰু কীৰ্তনঘৰৰ দুৱাৰমুখৰ

সন্মুখভাগৰ কেলিকদম গছৰ তলত 'টুপৰ চোতাল'ত হৈছিল, য'ত এতিয়া যাত্ৰাভিনয় হয়।

**অপৰ্যাপ্ত ৰূপত অংকীয়া ভাওনা ঃ** বৰপেটা তথা কামৰূপ অঞ্চলতে উদ্ভৱ হোৱা আৰু প্ৰসাৰ লাভ কৰা অংকীয়া ভাওনা উজনিলৈ গ'ল। উজনি অঞ্চলত অংকীয়া ভাওনাৰ চৰ্চা আৰু পৰিবেশন উল্লেখনীয় হৈ আছে। বৰপেটাকে ধৰি কামৰূপতে অংকীয়া ভাওনা প্ৰায় লোপ পোৱাৰ দৰে হৈছে। ইয়াৰ কাৰণ সম্ভৱতঃ যাত্ৰাগানৰ প্ৰভাৱ আৰু ভাটীৰ ফালৰ সৈতে 'যোগাযোগ'ৰ মাজেদি অহা অৰ্থনৈতিক বাতাবৰণ আৰু এই বাতাবৰণতে স্বতঃস্ফূৰ্তভাৱে আউজি অহা সাংস্কৃতিক সম্পৰ্কৰ বাবে। সংগীতৰ ক্ষেত্ৰতো উল্লেখ কৰিব পাৰি বহু গীত-মাত 'স্থানীয়'ৰ ৰূপ সলনি হৈ নতুন ৰূপত ধৰা দিছেহি।

'সাংগীতিক দিশৰ পৰা কামৰূপ অঞ্চলৰ বহু গীতৰ সুৰৰ লগত গোৱালপৰীয়া গীতৰ সুৰৰ গাঁথনি ভালেখিনি সাদৃশ্যপূৰ্ণ।' অৰ্থনৈতিক আৰু সামাজিক উৎসসমূহৰ লগত একত্ৰিত হৈ সমাজ মানসৰ দ্ৰুত পৰিৱৰ্তনৰ লগে লগে 'সাংস্কৃতিক পৰম্পৰা'ৰ পৰিৱৰ্তনো অৱশ্যম্ভাৱী। এইটো অনস্বীকাৰ্য যে একো একোটা পৰম্পৰা তথা আনুষ্ঠানিক ৰীতি-নীতি সামাজিক উৎস আৰু শ্ৰেণীচেতনাৰ সৈতে সম্পৰ্কিত হৈ উদ্ভাৱন হয়। 'সংস্কৃতিৰ ৰূপান্তৰো এটা জাতিৰ জীৱনী শক্তিৰ লক্ষণ'। সেয়েহে সমাজ-ব্যৱস্থাৰ সংহত প্ৰতিচ্ছবিখন প্ৰতিফলিত হয় — পৰিৱৰ্তনৰ মাজেদি বিকাশ ঘটা এক প্ৰাকৃতিক সত্য ৰূপেহে।

# নাটকীয়া লক্ষণবিশিষ্ট অনুষ্ঠান

## (১)

## ব্যাস কীৰ্তন ঃ সত্ৰীয়া ওজাপালি

অসমৰ বিভিন্ন অঞ্চলতে ওজাপলি অনুষ্ঠান প্ৰচলিত আছে। ওজাপলিকো ভিন্নধৰণে পোৱা যায়— মাৰৈ গোৱা, ৰামায়ণ গোৱা ওজাপালি আৰু মহাভাৰত, পুৰাণ আদিৰ পৰা গীত, পদ, আখ্যান আহৃত কৰি গোৱা 'ব্যাহৰ ওজাপালি'। বংগদেশতো কথকতাৰ মাজেদি পৰিবেশিত বৰ্ণনাত্মক গীত-পদ আছে। তাক বোলা হয় পাচাঁলী। ওজাপালি সাহিত্যকো পাচাঁলী সাহিত্য বেলে। পাচাঁলী শব্দৰ অৰ্থ পাঞ্চালী বা পুতলা। এই শব্দটোৱে নাটকীয় ভংগিমা দান কৰা 'পুতলা নাচ'ৰ কথাকে বুজাইছে। পুতলা নাচৰ সূত্ৰধাৰে অংগি-ভংগি কৰাৰ নিচিনাকৈ ওজাপালিৰ ওজাই কথিত ভাষাৰে জনসমাজত ৰামায়ণ, মহাভাৰত, পুৰাণৰ পৰা একোটা আখ্যান বৰ্ণনা কৰে। ইয়াত থাকে সংলাপ, ৰাগ, দিহা, বাণী আৰু থোকা।

বৰপেটাৰ ওজাপালি সত্ৰীয়া পৰম্পৰাৰে পৰিবেশিত হয়। এই ওজাপালিকে কোৱা হয় 'ব্যাস-কীৰ্তন'। 'ব্যাস-কীৰ্তন' শঙ্কৰদেৱ-মাধৱদেৱৰ দ্বাৰা প্ৰৱৰ্তিত। পৰৱৰ্তীকালত ওজাপালিক সত্ৰীয়া আবেষ্টনীত ৰখাৰ নিচিনাকৈ যাত্ৰাভিনয়কো সত্ৰীয়া আবেষ্টনীত ৰাখি-

থোৱা হ'ল। সত্ৰীয়া কৃষ্টিত অন্তৰ্ভুক্ত কৰাই ভাগৱতী বৈষ্ণৱধৰ্মৰ মতবাদৰ ওপৰত ভিত্তি কৰি অংকীয়া ভাওনাকো এক সুসংস্কৃত নাট্যভাওনা কৰি লোৱাৰ নিচিনাকৈ ৰীতি আৰু নীতিগতভাৱে ওজাপালিৰ দৰে লোককলা বিশিষ্ট অনুষ্ঠানকো সত্ৰীয়া আচাৰ-অনুষ্ঠানৰ মাজত আবদ্ধ কৰি ৰখা হৈছিল। আন ওজাপলিৰ সৈতে বৰপেটাৰ সত্ৰীয়া ওজাপালিৰ পাৰ্থক্যখিনি হ'ল— কিছু কিছু ক্ষেত্ৰত হস্তমুদ্ৰাত আৰু সুৰৰ গতি আৰু উত্থান-পতনৰ লগত। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে প্ৰৱৰ্তন কৰা এই ব্যাস-কীৰ্তন শংকৰী সংস্কৃতিৰ অন্তৰ্গত কৰাৰ পিছত তেওঁৰ শিষ্য আতাসকলে বৰপেটা সত্ৰৰ চৈধ্য প্ৰসংগৰ সেৱায়িত কৰ্মৰ অন্তৰ্গত কৰি সত্ৰত হোৱা তিনি পৰ্ব, উৎসৱ আদিত সত্ৰৰ গুৰু আসনৰ সন্মুখত, মঠৰ চোতালত আৰু যোগমোহন গৃহত গোৱাৰো প্ৰথাগতভাৱে প্ৰচলিত হৈ আছে।

মহাপুৰুষ মাধৱদেৱ বৰপেটা সত্ৰত প্ৰায় সাত বছৰ ছয় মাহ কাল থকা সময়তে শংকৰী সংগীত আৰু নৃত্যকলাৰ বিবিধ কৌশলৰ শিক্ষা লাভ কৰি ঘোষা-কীৰ্তন কৰাৰ লগতে প্ৰৱৰ্তিত কৰিলে সত্ৰত ব্যাসৰ-কীৰ্তন বা সত্ৰীয়া ওজাপালি। মহাপুৰুষ মাধৱদেৱৰ অনুগ্ৰহতে বৰপেটা সত্ৰৰ প্ৰথম সত্ৰাধিকাৰ, সুনিপুণ শিল্পী আৰু সংগীত নৃত্যকলাবিশাৰদ মথুৰাদাস বুঢ়াআতাই সত্ৰীয়া গীত-পদ-ৰাগ, সুৰ-লয়, তাল-মান, নাট-ভাওনা, বাদ্য-নৃত্য, ঘোষা-কীৰ্তন, সেৱাৰ কীৰ্তন, ব্যাস কীৰ্তন আদি সত্ৰীয়া কলাকৃষ্টিৰ সকলো বিষয় আয়ত্ত কৰি সিদ্ধহস্ত হব পাৰিছিল। মহাপুৰুষীয়া ধৰ্ম গ্ৰহণ কৰাৰ বহু আগৰে পৰা বুঢ়াআতাই লৌকিক গীত-মাত আৰু ওজাপালি গোৱাত পাকৈত আছিল। সত্ৰৰ ভকত-সজ্জনক এইবোৰ শিক্ষা দি বুঢ়াআতাই সৃষ্টি কৰি থৈ গ'ল সত্ৰত 'বংশৰা'। গায়ন-বায়ন, পাঠক, সূত্ৰধাৰ আদি কৰি ব্যস-কীৰ্তন অথবা সত্ৰীয়া ওজাপালি গোৱাৰ ভাৰ অৰ্পণ কৰিছিল 'ওজাবংশ'ৰ ওপৰত।

ব্যাসৰ কীৰ্তন তথা সত্ৰীয়া ওজাপালিত মহাপুৰুষ শংকৰদেৱ আৰু মাধৱদেৱে ৰচনা কৰা কীৰ্তন, দশম, বৰগীত আৰু নামঘোষা আদিৰ পুথিৰ পদবোৰহে গায়, য'ত মাথোঁ বেদান্তৰ ঈশ্বৰৰ লীলামালাৰ বৰ্ণনা থাকে। এই সত্ৰীয়া ওজাপালিৰ এটি বৈশিষ্ট্য হ'ল যি পদত কৃষ্ণ চৰিত্ৰ নাই, অথচ আন দেৱ-দেৱীৰ উপসনা কৰা বা গুণৰ বৰ্ণনা থাকে সেই পদ ব্যাহ বা ব্যাসৰ কীৰ্তন অৰ্থাৎ সত্ৰীয়া ওজাপালিত গোৱা নহয়। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু মাধৱদেৱে অংকীয়া ভাওনাক সত্ৰীয়া কৃষ্টিত অন্তৰ্ভুক্ত কৰাৰ নিচিনাকৈ ৰীতি আৰু নীতিগতভাৱে ওজাপালিৰ দৰে লোকনাট্যকলা বিশিষ্ট অনুষ্ঠানটোক ব্যাহ-কীৰ্তন তথা ব্যাহৰ ওজাপালি হিচাপে সত্ৰীয়া আচাৰ-অনুষ্ঠানৰ মাজত অন্তৰ্ভুক্ত কৰিছিল।

**উপস্থাপন ঃ** মূল শিল্পীজনক বোলে ওজা। পিছতে স্থান পায় ডাইনা পালিয়ে। ওজা-ডাইনাই বচন বিনিময় কৰে। বাকী প্ৰায় দহৰ পৰা ওঠৰলৈকে পালি থাকে। প্ৰথম অৱস্থাত সকলো শিল্পীয়ে অৰ্ধবৃত্তকাৰে থিয় হৈ গীত-পদ জোৰে। আৰম্ভণিতে ওজাজনে 'ওৰা' ভংগিমাত থিয় হয়।

এই গীতানুষ্ঠান পৰিবেশন কৰা স্থিতিখিনিক ‘ওৰা’ ভংগিমাৰ প্ৰস্তুতি মুহূৰ্ত বুলি কোৱা হয়। থিয় হোৱা এই স্থিতিখিনি ইংৰাজী ‘ইউ’ (U) আখৰটোৰ নিচিনা। ‘ওৰা’ হ’ল হস্তমুদ্ৰা প্ৰকাশ কৰাৰ মৌলিক অৱস্থা। ইয়াত দুয়ো ভৰিৰ পতাৰে স্থিতি লোৱা হয়। ইয়াৰ প্ৰচলন ভাৰতীয় আন নৃত্যতো আছে। ‘ইউ’ আকৃতিৰ ‘ওৰা’ ভংগিমাত থিয় হোৱা এই স্থিতিখিনিৰ প্ৰাৰম্ভণিক কোৱা হয় ‘দোহাৰ’। বাঁওহাতত লোৱা খুঁটিতালে সোঁহাতৰ তালৰ ওপৰত উপস্থাপিত দুয়োহাতৰ আঙুলি মেলি ৰখা হয়। দুয়োহাতৰ কিলাকুটি বাঁও-সোঁফালে বুকুৰ সমান ওপৰত সমান্তৰালভাৱে ৰাখে। লগে লগে মৃদুভাৱে ‘আ-তা-না-না’ ৰাগ বিশিষ্টৰে দিহা আৰম্ভ কৰে। ইয়াৰ পিছতে নান্দীশ্লোক গায়। নান্দীশ্লোকৰ পিছত বৰগীত গায়। তাৰ পিছতে দশমৰ পদ গায়। দশমৰ পদৰ ভিতৰত থাকে দিহা, বাণী, (স্থানীয় ভাষাত ‘বাণা’ কয়, ই ৰাগৰে এটি ভাগ মাথোঁ।) মাজে মাজে ‘জুনা’ গায়। ইয়াৰ পিছত থোকা দিয়ে আৰু সুৰ-তাল-নৃত্য সমন্বিতে ‘নিশি’ গায়। ‘বাণা’ৰ প্ৰতি দোহাৰিত সুৰৰ পৰিৱৰ্তন ঘটে ৰাগ অনুযায়ী। ‘নিশি’য়ে শেষৰ ‘বাণা’ৰ সুৰৰ উপস্থাপন কৰে। সাধাৰণতে ভাগৱতৰ দশম, কীৰ্তনৰ পৰাই গীত-পদবোৰ লোৱা হয়। কিন্তু ৰামায়ণত গীত-পদবোৰ মাথোঁ গুৰু আসনৰ সন্মুখতে গোৱা হয়। ওজা আৰু ডাইনাই বচন নিক্ষেপণ কৰে এনেধৰণে— ‘বাৰু ওজা, মা যশোদাইনু, কি বুলি গীত গাই দধি মথছে?’ ‘বাৰু কৰা যাৱক’ বুলি ওজাই কৈ সমৰ্থনসূচকভাৱে গীত জোৰে। পৰিশেষত অৰ্ধবৃত্তাকাৰে আঁঠুকাঢ়ি বহি লয়। বহা সময়ছোৱাতো ‘থোকা’ জোৰে আৰু গোটেই শেষত কীৰ্তন গাই অনুষ্ঠানটোৰ সামৰণি পেলায়।

ওজাপালিত যি মুদ্ৰাভংগিমা দিয়া হয় (মৎস্যমুদ্ৰা, কুৰ্মমুদ্ৰা আদি) তাক হস্তমুদ্ৰা বোলে। আনহাতে ‘মহামুদ্ৰা’, ‘পতাহস্তা’ আদি হস্তমুদ্ৰাবোৰো দিয়া হয়। বচন বিনিময় কৰোঁতেও হস্তমুদ্ৰা ভংগিমা কৰা হয়। গীতপদৰ ভাবপ্ৰকাশৰ লগত নৃত্যভংগিমাৰে চকু-মুখৰ অভিব্যক্তিও প্ৰকাশ হয়। পালিসকলে মাথোঁ গীত-পদৰ সুৰক অনুসৰণ কৰে। এই গীতানুষ্ঠানটোত গোৱা পদৰ সুৰবোৰ হ’ল ‘দিহা’, ‘জুনা’, ‘কথন’, জুমুৰি’, ‘থমক’, ‘থকা’, ‘ঘোষা’ইত্যাদি। ব্যাহৰ ওজাপলিত ‘মালগাৰা’, বিহাগৰা’, ‘পতমঞ্জৰী’ ‘আশোৱাৰী’, ‘সাৰংগ’, ‘ললিত’ আদি কৰি মুঠ ৪১টা ৰাগৰ প্ৰৱৰ্তন আছে বুলি জনা যায়।

নাটকীয়, লক্ষণবিশিষ্ট এই গীতানুষ্ঠানটোৰ নাট্য-কাহিনী পৰিবেশন কৰাৰ কাৰণে সত্ৰত গোৱা ‘পালা’বোৰ হ’ল, যথা— কংস বধ, বালীবধ পৰ্ব, পুতনা বধ, দশমৰ দধিমথন, কালীয় দমন আৰু কীৰ্তনৰ নাৰায়ণৰ দশৱতাৰ আদি। সত্ৰীয়া ব্যাহৰ কীৰ্তনৰ এক অপৰিহাৰ্য অংগ হ’ল নাৰায়ণৰ দশাৱতাৰ নৃত্য। বৰপেটাৰ দৌল-উৎসৱত পৰম্পৰাগতভাৱে দশাৱতাৰ গোৱাটো অপৰিহাৰ্য। নাৰায়ণী দশাৱতাৰ নৃত্য ভিন ভিন দিহাৰ ভিন ভিন সুৰত পোৱা যায়।

**তালৰ ব্যৱহাৰ ঃ** ইয়াত ব্যৱহাৰ কৰা তালবোৰক খুটিতাল বোলে। কোনো কোনোৱে ইয়াক ‘মঞ্জিৰা’ বুলিও কয়। এই তাল কাঁহ ধাতুৰে নিৰ্মিত। তালৰ লগত সংলগ্ন চুটি ৰছী

দুডাল দুয়োহাতৰ তৰ্জনী আঙুলিত পকাই লোৱা হয়। ৰাগৰ আৰম্ভণিৰে পৰা সুৰৰ লগে লগে তাল বজোৱা হয়। শব্দ নিক্ষেপণ কৰা হয়ঃ ৰিং-কিলিং, খপ-ঘপ, ধ্বনিৰে।

**ৰিং ঃ** তালযোৰ ওলোটাই (ওপৰ ভাগ তল কৰি) লোৱা হয়। বাঁওহাতৰ তাল সম্পূৰ্ণ ওলোটা আৰু সোঁহাতৰ তাল অৰ্ধেক ওলোটা অৱস্থাত।

**কিলিং ঃ** বাঁওহাতৰ তালে সোঁহতৰ তালক কোব মাৰে। (পালটভাৱে)।

**খপ্ ঃ** বাঁওহাতৰ তালক সোঁহাতৰ তালে কোবাই দিয়ে।

**ঘপ্ ঃ** 'খপ'ৰ নিচিনাকৈ, কিন্তু শব্দটো প্ৰতিধ্বনি যেন নহয়, বৈ যায়।

তালৰ অৰ্থ অনুযায়ী গীতৰ স্বৰৰ আঘাত দিয়ামতে ইয়াক কোৱা হয়, 'একডাল', 'দোতাল', 'থুকতাল' আৰু 'চোতাল'। ওজাপালিৰ গীতৰ ছন্দে ছন্দে তাল বজাই সুৰক অনুকৰণ কৰি তালৰ 'ঘাট' বা তালৰ 'পৰিৱৰ্তন' ওজাজনৰ নিৰ্দেশতে হয়।

**সাজসজ্জা ঃ** প্ৰতিগৰাকী শিল্পীয়ে থোৰ মাৰি বগা চুৰিয়া পিন্ধে। গাত বগা চাপকন আৰু মূৰত সত্ৰীয়া পাগুৰি মাৰে। কান্ধত থাকে 'উত্তৰীয়'; হাতত পিন্ধে গামখাৰু, কাণত কুণ্ডল, ভৰিত নেপূৰ, কপালত চন্দনৰ ফোঁট আৰু ডিঙিত তুলসীৰ মালা। ওজাপালিক 'আংগিক একক অভিনয়' বুলি ক'ব পৰা যায়। কাৰণ প্ৰয়োগশীলতাৰ পিনৰ পৰা কেৱল হস্তমুদ্ৰাই একমাত্ৰ নহয়। যিবোৰ গীত-পদ গোৱা হয় সেইবোৰত ব্যৱহাৰ হোৱা শব্দ আৰু ভাবাৰ্থ শৰীৰৰ অংগ-প্ৰত্যংগ আৰু উপাংগৰ প্ৰয়োগেৰে বৰ্ণিত কাহিনীৰ হৈ উঠে অতি ৰসাল আৰু আকৰ্ষণীয়। দশাৱতাৰ নৃত্যৰ প্ৰৱৰ্তক, প্ৰখ্যাত নৃত্যবিদ উদয়শংকৰৰ পৰা প্ৰশংসা বুটলিবলৈ সক্ষম হোৱা স্বৰ্গীয় গুৰুপ্ৰসাদ ওজা আছিল ওজাপালি নৃত্য-গীতৰ অপূৰ্ব শিল্পী। মহাপুৰুষ শকংৰদেৱ আৰু মাধৱদেৱৰ আদৰ্শৰ বাটেৰে আগবাঢ়ি বৰ্তমান বৰপেটাৰ লক্ষণা ওজাৰ বংশধৰসকলেহে সত্ৰত ওজাপালি গীতি-নৃত্যানুষ্ঠানটো আজি পৰ্যন্ত জীয়াই ৰাখিবলৈ সক্ষম হৈছে।

ওজাপালিৰ নৃত্য ভংগিমাই সূত্ৰধাৰী নৃত্য-ভংগিমাত প্ৰভাৱ পেলাইছে বুলি ধাৰণা কৰিব পাৰি। বৰেপটাৰ উল্লেখযোগ্য থিয়নামতো ইয়াৰ প্ৰভাৱ পৰিছে।

## (২)
## পচতি

**উৎস ঃ** মাটিৰ উৰ্বৰতা বৃদ্ধিৰ লগত প্ৰত্যক্ষ আৰু পৰোক্ষভাৱেই সম্পৰ্কিত সকলো আনুষ্ঠানিক ক্ৰিয়াকলাপবোৰ মানুহৰ বংশবৃদ্ধি অৰ্থাৎ নৱজাতকৰ উপলক্ষে অনুষ্ঠিত ক্ৰিয়াকলাপৰ অনুকৃতি। অৰ্থনৈতিক জীৱনত নাৰীৰ স্থান অনুসৰি সমাজে নিজৰ স্থান নিৰ্ণয় কৰে। তদুপৰি মুনিহ-তিৰোতাৰ মিলনৰ লগত খেতিৰ ফচলৰ সম্পৰ্ক আছে। কৃষ্ণ কৃষ্টিৰ 'কৃষি'।

কৃষ্ণ জন্মৰ লগত সম্পৃক্ত হৈ সত্ৰসমূহত উদ্‌যাপিত হ'বলৈ ধৰে 'পচতি' অনুষ্ঠান আৰু 'পেকযাত্ৰা ভাওনা' অনুষ্ঠান। কাতি মাহত হোৱা এই অনুষ্ঠানটো কাতিপূজাৰ লগতো জড়িত আছে বুলি ক'ব পৰা যায়। লোকবিশ্বাস মতে 'কাতি' পুত্ৰসন্তানদাতা আৰু শস্যদাতাও। গতিকে পচতিকো এই উৰ্বৰতা আচাৰ (ফাৰটিলিটি ৰাইট)ৰ লগত (আনহাতে নাৰীৰ উৰ্বৰতাৰ সৈতেও) অংগীভূত কৰিব পৰা যায়। কেৱল নাৰীসকলৰ দ্বাৰা অনুষ্ঠিত এই অনুষ্ঠানটোত প্ৰজনন ভাবনাৰে পুষ্ট বুলিও ক'ব পৰা যায়। এই পচতি অনুষ্ঠানৰ লগত (অইন কিছুমান নাট্য উপকৰণ যুক্ত অনুষ্ঠানো) কামৰূপ, দৰং, গোৱালপাৰা তথা উত্তৰবংগৰ বহু সাংস্কৃতিক অনুষ্ঠানৰ সম্পৰ্ক অনুধাৱন কৰিব পাৰি।

'পচতি' শব্দটো সংস্কৃত পঞ্চপদৰ পৰা বিকাশ হৈছে বুলি পণ্ডিতসকলে কয়। 'পচতি', 'পঞ্চতি' আদি শব্দ পচতি শব্দৰ সমাৰ্থক পদ। জন্ম বৃত্তৰ লগত জড়িত বিভিন্ন কৃত্য সন্তান জন্ম হোৱাৰ পাঁচ দিন, এঘাৰ দিন আৰু ত্ৰিশ দিনত উদ্‌যাপিত হয়। পচতিৰ আন এটি অৰ্থ হ'ল পাঁচতীয়া; অৰ্থাৎ অৱশিষ্টখিনি।

'শিশুলীলা'ক কেন্দ্ৰ কৰি তাত বৰ্ণিত গৰ্গ ঋষিয়ে কৃষ্ণৰ গণনা কাৰ্য সম্পন্নৰে কৃষ্ণৰ চাৰিত্ৰিক বৈশিষ্ট্য লৈ পচতি অনুষ্ঠান পতা হয়।

**পৰিবেশন ঃ** বৰপেটা সত্ৰতো এই অনুষ্ঠান কেৱল তিৰোতাসকলৰ দ্বাৰাই অনুষ্ঠিত হয়। কেৱল গীত আৰু নৃত্যসুলভ ভংগিমাৰে হাল বায়, মাটি চহায়, কান্ধত দধি-দুগ্ধৰ ভাৰলৈ যমুনাৰ পাৰলৈ যোৱা মুকাভিনয়ভিত্তিক অভিনয় ভংগিমা কৰে।

বৰপেটা কীৰ্তনঘৰৰ দক্ষিণৰ ফালৰ 'বদলা আতাৰ ভিঠি'ৰ বাসগৃহৰ সমুখভাগত চাৰিকোণত চাৰিডাল বাঁহৰ খুঁটি পোতে। এয়া হ'ল কল্পিতৰূপৰ 'গৰখীয়া ঘৰ'। তিৰোতাসকলৰ মাজৰ পৰা এগৰাকীয়ে কান্ধত দুগ্ধ-ভাৰলৈ (বাঁহৰ বাউকাত দুইমূৰে দুটি মাটিৰ পাত্ৰ লৈ) সেই কল্পিত গৰখীয়া ঘৰৰ চাৰিওফালে (কেতিয়াবা 'বদলা আতাৰ ভিঠি'ৰ বাসগৃহৰ চাৰিওফালে) সাতোবাৰ প্ৰদক্ষিণ কৰে। তাৰপিছত আন এটি পৰ্যায়ত কাল্পনিক যমুনাৰ পাৰলৈ যায় আৰু গীত গায় ঃ

ললু-এ দধিৰে ভাৰ
কানাই যমুনাকে যায়। (ললু - ললো, যমুনাকে - যমুনাৰ পাৰলৈ)

নৈৰ ঘাটতে থিয় হৈ পুনৰ গায় ঃ

কানাই পাৰ কৰা-হে
বেলিৰ দিকে চাৱা
নষ্ট হৈলো দুধেৰ ভাণ্ড
বাজাৰ হৈবো বয়া। (হৈবো - হ'ব, বাজাৰ - বজাৰ)

ইয়াৰ পিছত দুগৰাকী তিৰোতাই 'গৰু' হোৱা ভংগিমা কৰে। এগৰাকীয়ে হাতত নাঙল

লোৱাৰ ভংগিমাৰে হাল বায়। হালবোৱা পৰিচ্ছেদটোতে অনুষ্ঠানটোৰ পৰিসমাপ্তি ঘটাই বৈষ্ণৱীয় ভক্তি-পৰম্পৰাৰে নাৰীসকলৰ প্ৰসংগ কৰা আছুতীয়া স্থানত প্ৰসংগ কৰি গোটেই অনুষ্ঠানটো সামৰণি পেলায়।

সুন্দৰীদিয়া সত্ৰতো এই অনুষ্ঠানটো যেন গোপনভাৱেহে পালন কৰে। পুতনাই মুখত পিঠাগুড়ি সানি, শিশু বিচাৰি থকা অৱস্থাতে হাঁহি-খিকিন্দালি কৰি থকা এজাক ল'ৰাৰ গালৈ পিঠাগুড়ি ছটিয়ায় আৰু ল'ৰাজাকে ছন্দোময় হাত চাপৰিৰে গায় ঃ

ধিত্ ধেইকা হাপা নাচে
ধিত্ ধেইকা কাল্লা নাচে।

এয়া যেন নন্দ ৰজাই কংসৰ ভয়তে গোপনভাৱে পালন কৰা উৎসৱৰ প্ৰতিৰূপ।

বৰপেটা সত্ৰৰ গাতে লাগি থকা 'বাৰাদি সত্ৰ'ত এই অনুষ্ঠানটো আকৰ্ষণীয়। ইয়াত কৃষ্ণৰ গণনা কৰিবৰ বাবে গৰ্গঋষিৰ ৰূপ দিয়া শিল্পীগৰাকীক কীৰ্তনঘৰৰ বাটচ'ৰাৰ পৰা আদৰে ঃ

'আহিলা গৰ্গ ঋষি, ভাল পালো আমি।'

এনেদৰে গীত গাই তেওঁক হাত-ভৰি ধুৱায়। তিৰোতাসকলৰ কীৰ্তনঘৰৰ আছুতীয়া স্থানত তেওঁক বহিবলৈ দি গায় ঃ

'দক্ষিণোৰ কাঁথিতে গণনা পাতিলা
সিখিনি ভাগৰে মাটি।' (সিখিনি-সেইখিনি)

এগৰাকীয়ে যশোদা চৰিত্ৰৰ ৰূপ দিয়ে। তেওঁৰ কোলাত থাকে এটি পুতলা (কৃষ্ণ-পুতলা); কিন্তু যিগৰাকীয়ে যশোদাৰ ৰূপ দিব তেওঁ হ'ব লাগিব অকুমাৰী। এগৰাকীয়ে চিকিৎসক হৈ কেঁচুৱা কৃষ্ণক যেন চিকিৎসা কৰে। তাৰপিছত, এটি কলহ আৰু নাৰিকল লৈ গোপিনী হোৱাসকলে কীৰ্তনঘৰৰ চাৰিওফালে তিনিবাৰ প্ৰদক্ষিণ কৰে। বালক-গোপীসকলে নাৰিকল চোৰ কৰি খায়। তেওঁলোকে পিতলৰ চৰিয়াত যমুনা নৈ সজায় প্ৰতীকি অৰ্থত। কান্ধত দুগ্ধভাৰ লৈ মথুৰাঘাটলৈ যোৱাৰ অভিনয় ভংগিমা কৰে। বালকসকলে দধি-দুগ্ধ থাপ মাৰি খায়। দুগ্ধভাৰ লৈ যোৱা বাটছোৱাত ৰাতিপুৱাৰ বৰগীত গায়। গণনা কাৰ্য শেষ হোৱা সময়ছোৱাতে কোলাত লালায়িত কৃষ্ণ ডাঙৰ হৈ শিশু হয়। এই শিশু কৃষ্ণই সাতোপাক ঘূৰি ঘূৰি বাঁহী বজাই নাচে। তিৰোতাসকলে গীত গায় ঃ

'হে গোপাল গোৱালিপাৰতে নাচে।'

পুনৰ গীত গায় ঃ

ভাল কোৰি নাচ ভাল কৰি নাচ বাপু যদুমণি
হাতে দিয়া তাল খোল গলাই দিয়া মালা মণি। (কোৰি- কৈ, গলাই - ডিঙিত)

তাৰ পিছত বলোৰামৰ সৈতে যেন হাল বাই দুখ-ভাগৰ গুচোৱাৰ অৰ্থত ৰসপূৰ্ণভাৱে 'ঘিলা-ধেমালি' কৰে। গোটেই শেষত যমুনাৰ পাৰত ৰাধা-কৃষ্ণৰ সম্পৰ্ক

উপস্থাপিত কৰি অনুষ্ঠানটোৰ সামৰণি পেলায়। এই অনুষ্ঠানটোৰ কোনো গীতত বাঁহী, খুটিতাল আৰু নিচেই সৰু খোল বজাই গীতৰ লগে লগে নৃত্য ভংগিমা কৰে। ৰাতিপুৱাৰ প্ৰসংগ শেষ হোৱাৰ পিছতেই আৰম্ভ কৰি বেলি ভাটীৰ প্ৰসংগত বিৰতি দি পুনৰ শেষ পৰ্যায়খিনি কৰি লৈ সামৰণি পেলায়। মন কৰিবলগীয়া যে গোটেই অনুষ্ঠানটোৰ গীতৰ বাহিৰে অভিনয় ভংগিখিনি মূকাভিনয় ভিত্তিক।

এয়া কোনো স্বয়ংসিদ্ধ শিল্প বিশেষ অৱশ্যে নহয়। নাটকীয় উপকৰণযুক্ত হ'লেও ঐক্য আৰু গতিৰ সংহত প্ৰকাশো চকুত নপৰে। কিন্তু নাটকীয়ত্বৰ প্ৰাসংগিকতা আৰু আয়তীসকলৰ সুকুমাৰ মনৰ নিষ্ঠা আৰু ঐকান্তিকতা যে প্ৰকাশ হয়, সি ধ্ৰুৱপ।

## (৩)
## পেকযাত্ৰা ভাওনা

কৃষ্ণ জন্মৰ লগত সম্পৃক্ত আন অনুষ্ঠান হ'ল 'পেকযাত্ৰা'।

দুয়োটি অনুষ্ঠান উৎসৱ ঋতুকালীন। এই পেকযাত্ৰা ভাওনা— 'পেক-ভাওনা' বুলি অসমৰ অন্য অঞ্চলতো প্ৰচলিত আছে। শ্ৰীকৃষ্ণৰ জন্মোৎসৱৰ দিনাখনক 'জন্মাষ্টমী' বুলি কোৱা হয়। সেইদিনাখন বৰপেটা সত্ৰৰ কীৰ্তনঘৰৰ গাতে লাগি থকা 'পাটচাং'ৰ (এই 'পাটচাং'খনক হেনো কংসৰ 'পাটচাং' সদৃশ জ্ঞান কৰা হয়) ওপৰত বালকবৃন্দই শ্ৰীকৃষ্ণই কংসক বধ কৰা সদৃশ ধেমালি কৰে, অৰ্থাৎ ভাও দেখুৱায়। জন্মষ্টমীৰ পিছৰ দিনটোকে বোলা হয় নন্দোৎসৱ। সেইদিনাই অনুষ্ঠিত হয় 'পেকযাত্ৰা ভাওনা'। মাটিৰ উৰ্বৰতা তথা কৃষিকৰ্মৰ সগত সম্পৃক্ত হৈ আছে এই পেকযাত্ৰা ভাওনা। সেয়েহে ইয়াত মাটিপানীৰে জীপাল লৌকিক 'কৃষ্ণ'ৰ অন্বেষণৰ থল আছে। পেকযাত্ৰা 'ভাওনা'ৰে প্ৰভাৱান্বিত। গুৰু আসনৰ সন্মুখত প্ৰথম দিনা নিশা গায়ন বায়নে নাট-ধেমালি কৰে। কৃষ্ণৰ প্ৰতিমূৰ্তি কীৰ্তনঘৰৰ 'ভাঁজঘৰ'ৰ মূল থাপনাৰ পৰা গায়ন-বায়নে খোলতাল বজাই লৈ আনি গুৰু আসনৰ সন্মুখত থয়। ভাগৱতৰ দশম স্কন্ধত বৰ্ণনা কৰা মতে কৃষ্ণৰ জন্ম কাহিনী উপস্থাপন কৰা হয় নাট-ধেমালি কৰি। কৃষ্ণ জন্ম হোৱাৰ পিছৰ পৰা দ্বিতীয় পৰিচ্ছেদটো পিছদিনা 'পেকযাত্ৰা'ৰ মাজেৰে পৰিবেশন কৰা হয়। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ কৃত 'শ্ৰীমদ্ভাগৱত'ৰ দশম স্কন্ধত উল্লেখ আছেঃ

হালধিৰ গুণ্ডি তৈল পানী মিসলাই।
অন্যো অন্যে সিঞ্চে গোবিন্দৰ গুণ গাই।।
বাইল বাদ্য বিচিত্ৰ মিলিল মহোৎসৱ।
নন্দৰ ব্ৰজত যেৱে জন্মিলা মাধৱ।।
হৃষ্ট-পুষ্ট গোপগণে খেলৈ ৰঙ্গে খেড়ি।

সিঞ্চে দধি-দুদ্ধক আউৰক আউৰে বেঢ়ি।।
গাৱে মুখে ঘসে ঘৃত ঘোলে মাৰৈ চাটি।
খেলে দলি যুদ্ধ লৱনুৰ পিণ্ড বাটি।।

অষ্টমীৰ নিশা কৃষ্ণ নন্দৰজাৰ গৃহলৈ আহিলত, তাৰপিছত নন্দৰজাৰ সহযোগত ৰজাঘৰীয়া লোকে কৃষ্ণৰ গুণানুকীৰ্তন কৰি বিভিন্ন বাদ্য বজাই, নাচি, গাই, গা-মুখে ঘৃত-ঘোল ঘঁহি, লৱনুৰ পিণ্ড দলিয়াই মহোৎসৱ পাতিছিল। দৰাচলতে ই আছিল এক অভিজাত শ্ৰেণীৰ উৎসৱ। কিন্তু নন্দোৎসৱৰ এই বিকল্প ৰূপ এটিহে দেখিবলৈ পোৱা যায় পেকযাত্ৰাত।

ৰাতিপুৱা গায়ন-বায়ন সমন্বিতে খোল-তাল বজাই সেই নাট্যানুষ্ঠানৰে গীত পৰিবেশন কৰে ভাটিয়ালী ৰাগত হ্ৰস্ব একতালিত। গণকে কৃষ্ণ-গণনা ৰাইজক পঢ়ি শুনায় কীৰ্তন-ঘৰৰ পূব দুৱাৰমুখৰ সন্মুখৰ 'মঠৰ চোতাল'ত। কীৰ্তনঘৰৰ পশ্চিম দুৱাৰ মুখৰ সন্মুখৰ কেলিকদম গছৰ তলৰ 'টুপৰ চোতাল'ত তেল বোকা মিহলাই তাত বাগৰি এক নৱ উল্লাস আৰু উদ্যমেৰে হৃষ্ট-পুষ্ট লোকে মালযুঁজ কৰে। বোকামাটি গাত লৈ কৃষ্ণৰ গুণানুকীৰ্তন কৰি ভোৰতাল বজাই কীৰ্তন-ঘৰৰ চাৰিওফালে সাতবাৰ প্ৰদক্ষিণ কৰে বাবে পথৰ সংগীত হিচাপে ইয়াক 'পেকযাত্ৰা' বোলা হয়। 'যাত্ৰা'ৰ ক্ষেত্ৰত আগতেই উল্লেখ কৰা হৈছে যে গীত নৃত্য-বাদ্য সমন্বিতে কৰা ই সমদল যাত্ৰা (প্ৰচেছন) স্বৰূপ। নন্দোৎসৱত যি উৎসৱ পাতিছিল অনুৰূপভাৱে ইয়াক 'ভাও' কৰি দেখুৱায় বাবে পেকযাত্ৰাক ভাওনা বোলা হয়। ইয়াত অৱশ্যে নাটকীয় সন্ধি অনুপস্থিত।

সত্ৰীয়া ৰীতি-নীতিৰে পৰিবেশিত এই অনুষ্ঠানটোৰ গুৰি ধৰে সাধাৰণতে সত্ৰৰ লগত জড়িত 'পাঠক বংশ'ৰ লোকে। ভৰ দুপৰীয়া এই অনুষ্ঠানটোৰ পৰিসমাপ্তি ঘটে।

ৰজাঘৰীয়া অভিজাত উৎসৱ হিচাপে চিহ্নিত হৈ থকা 'নন্দোৎসৱ' আৰু 'পেকযাত্ৰা'ৰ মাজত পাৰ্থক্য বিৰাজমান। এই পেকযাত্ৰাত লোকসংস্কৃতিৰে পুষ্ট এক প্ৰাকৃতিক ৰূপ পৰিলক্ষিত হৈ আছে। ৰাজতন্ত্ৰৰে ঠন ধৰি উঠা সামন্তীয় ধ্যান-ধাৰণাৰ বিপৰীতে পেকযাত্ৰাত এক বিষয়বাসনা-বিহীন গণসংস্কৃতিৰ আভাস দেখিবলৈ পোৱা যায়, যি উৎসৱত ঘিউ, ঘোল সানি লৱনুৰ পিণ্ড দলিয়াইছিল, তাৰ পৰিৱৰ্তে পেক (বোকা) গা-মুখে সানি ল'লৈ কিয় ?

কৃষ্ণ আছিল কৃষ্টিৰ আকাৰ। অন্তৰীক্ষ শূন্য পথাৰ কৰ্ষণ কৰোঁতা তথা বাস্তৱ জীৱন সংগ্ৰামৰ জীৱনযাত্ৰাৰ বাস্তৱ উদ্দেশ্য সিদ্ধিৰ মুক্তিৰ পথ প্ৰদৰ্শক আৰু ভূমি কৰ্ষণৰ জড়িয়তে 'দুষ্কৃতি বিনাশক'— সংস্কৃতিৰ পোহৰৰ গান গোৱা কৃষ্টিৰ আকাৰ— 'কৃষ্ণ' মহাপুৰুষ।

সাধাৰণতে এই সময়তে (ভাদ মাহত) কৃষি কাৰ্য আৰম্ভ কৰা হয়। হাল, কোৰ, নাঙলেৰে মাটি চহাই পথাৰত ভূঁই ৰোৱা হয়। নৈৰ পাৰত, পথাৰত কৃষকসকলে বোকা খচে। পৃথিৱীক শস্যশ্যামলা কৰি তোলাৰ বাবে ভূমি কৰ্ষণ কৰে। 'কৃষ্ণ বিষয়ক' কৃষ্টি অৰ্থাৎ কৰ্ষণেৰে কৃষ্টি কৰা হয়। কৃষ্ণৰ জন্মলগ্নও ঠিক এইটো সময়তে। 'কৃষ্ণ' ধাতু 'ক্তি' প্ৰত্যয়

কৃষ্টিৰ তাৎপৰ্য্যও এইখিনিতে। তদুপৰি বলোৰামো আছিল নাঙলধাৰী। এয়া হ'ল মাটি-পানীৰে জীপাল জনজীৱনৰ স্বাক্ষৰ। পেকযাত্ৰা ভাওনা চহা আৰু কৃষিজীৱী মানুহৰ এক লোকবিশ্বাসযুক্ত অনাড়ম্বৰ আৰু অকৃত্ৰিম অনুষ্ঠান।

## (৪)

## প্ৰথম বাটৰ নাট ঃ বাঁহভঙা অনুষ্ঠান

১৯১৮ চনৰ ৰাছিয়াত অক্টোবৰ বিপ্লৱৰ প্ৰথম বাৰ্ষিকী পালন কৰিবলৈ হাজাৰ হাজাৰ জনতাৰ সন্মুখত দেখুওৱাৰ কাৰণে কবি আৰু নাট্যকাৰ মায়াক'ভস্কিৰ 'মিষ্ট্ৰি বুফে' নাটখনত বিপ্লৱৰ কবিতা, চাৰ্কাছ আৰু আন কিছুমান লোকায়ত শিল্পকলাৰ উপাদান আহৰণ কৰি এক অভিনৱ নাট্য-কৌশল প্ৰয়োগ কৰিছিল—যাক পৰৱৰ্তী অৱস্থাত এই নাট্য-কৌশলেই 'বাটৰ নাট' হিচাপে স্বীকৃত হয়। এয়া আধুনিক বাটৰ নাটৰ জন্মৰ ইতিহাস। বৰপেটাৰ ফাকুৱা বা হোলী উৎসৱৰ জনজীৱনৰ সাংস্কৃতিক পৰম্পৰাৰে 'বাইঁভঙা' অনুষ্ঠান এটিক বাটৰ নাট হিচাপে চিহ্নিত কৰাৰ প্ৰয়াস কৰি আলোচনা আগবঢ়োৱা হ'ল ঃ

> পদ্মপুৰাণ মতে পোনপ্ৰথমে দৌল সভা বা দোলন যাত্ৰা ইন্দ্ৰদ্যুম্ন ৰজাই কৃত্ৰিম বৃন্দাবনত পাতিছিল। এই বিষয়ত অন্যান্য পুৰাণাদি নিমাত। বৈষ্ণৱ সম্প্ৰদায়ে এই উৎসৱ অদ্যাপি ৰাসোৎসৱ আৰ্হিৰে সততে পতা দেখা যায়, ফাগুন মাহত পতা হয় কাৰণে ইয়াক ফল্গুৎসৱ বোলে। শ্ৰীকৃষ্ণই বৃন্দাবনত প্ৰৱৰ্তোৱা দৌলোৎসৱ বা দোলনযাত্ৰা বা ফল্গুৎসৱ বা ফাকুৱা পূজা শ্ৰীকৃষ্ণৰ পূজাৰ্থে তেওঁৰ পৰৱৰ্তী ইন্দ্ৰদ্যুম্ন ৰজাই পোনপ্ৰথমে বৃন্দাবনৰ আৰ্হি লৈ পাতিছিল আৰু তেওঁৰ আৰ্হি লৈয়ে সেই পূজা অদ্যাপি চলিব লাগিছে। ৰাসপূজাৰ প্ৰৱৰ্তন আৰু উদ্দেশ্যৰে সৈতে এই পূজাৰ প্ৰৱৰ্তন, প্ৰচলন আৰু উদ্দেশ্যৰ বিশদ সাদৃশ্য আছে।
>
> শ্ৰীকৃষ্ণ ৰং-ধেমালি, আনন্দ-উৎসৱাদি নিজৰাৰ নিচিনা। যি সময়ত যেনে ধৰণৰ ৰং-ধেমালিয়ে জনসমাজৰ মনত ৰং লগাই দুখ-ভাগৰ পাহৰাব পাৰে, তেনে ধৰণৰ ৰং-ধেমালি উদ্ভাৱন আৰু প্ৰৱৰ্তন কৰাত তেওঁ বৰ পাকৈত। যিবোৰ আনন্দ উৎসৱে মানৱ হিয়াত সহজে শান্তি সঞ্চাৰ কৰিব পাৰে, সেইবোৰ আনন্দ-উৎসৱ পতাত তেওঁ বৰ কাজুৱা।
>
> ফাকুৱা খেলত এইবুলি এটা হোলী-নাম গোৱা অদ্যাপি শুনা যায়, যেনে— 'গৰখীয়া ল'ৰা তই ৰজাৰ জীয়াৰী মই, কিয় চকুত মাৰিলি ফাকু।' এনে হোলীগীতে ইয়াকে সংকেত দিয়ে যে দৌলযাত্ৰা প্ৰৱৰ্তাই শ্ৰীকৃষ্ণই সাম্য ভাব বিস্তাৰৰ উদ্দেশ্যে মুনিহ-তিৰোতা, ল'ৰা-ছোৱালী,

সৰু-বৰ, একেলগে সকলোৱে সৈতে সমানে ফাকু খেলিছিল। 'গৰখীয়া ল'ৰা' বুলি বৃন্দাবনৰ শ্ৰীকৃষ্ণক লক্ষ্য কৰা হৈছে। গীতটো আধুনিক হেতুকে তাত 'ৰজাৰ জীয়াৰী'ৰ অভিমান ফুটি ওলাইছে। দোলন-যাত্ৰাৰ উৎসৱ দুদিন ব্যাপি চলে— প্ৰথম দিনৰ আৰু ৰাতিৰ। দ্বিতীয় দিনা সকলোৱে মিলি হোলীগীত গাই আৰু লগেভাগে ফাকু মৰা ধেমালি আদিৰে সৈতে বৃন্দাৱন ভ্ৰমণ কৰি, আবেলি গৰু-গাই চপাবৰ বেলিকা কোলাকুলি-চুমাচুমিৰে সৈতে পৰস্পৰে আনন্দ-বিদায় লোৱালুইকৈ ঘৰাঘৰি হয়।

(শ্ৰীকৃষ্ণ, পদ্মনাথ গোহাঞিবৰুৱা)

দেউল উৎসৱৰ শেষৰ দিনটোক বোলে 'হোলী' বা 'সুঁৱেৰি'। এই হোলীৰ দিনাখনে অনুষ্ঠিত হয় বাঁহভঙা অৰ্ধনাটকীয় অনুষ্ঠানটো। বাঁহকৃত্যৰ তাৎপৰ্যও মনকৰিবলগীয়া।

**বাঁহকৃত্য আৰু দেউলৰ তাৎপৰ্য ঃ** বাঁহকৃত্যক প্ৰজননৰ প্ৰতীক হিচাপেও গণ্য কৰা হয়। গোৱালপাৰা জিলাৰ উত্তৰ অঞ্চলত বাঁশ (বাঁহ) পূজাৰ লগত 'ভঠেলি উৎসৱ'ৰ মিল দেখা যায় (ভঠেলিৰ প্ৰধান কৃত্য বাঁহপূজন)। বজালী অঞ্চলত পাৰৱা, উৎসৱৰো প্ৰধান কৃত্য বাঁহ-পূজন। নলবাৰী অঞ্চলত ভঠেলিক 'ভঠলী', 'ভঠালি' বোলে। 'পাৰৱা' বা পূজা কৰা বাঁহ দুডালক বোলে 'পাৰ'। গোটেই বহাগ মাহটো জুৰি ভঠেলি অনুষ্ঠান হয় বিভিন্ন ঠাইত। ঠিক তেনেদৰে দেউলোৎসৱ বা সুঁৱেৰি (হোলী) বাঁহৰ ওপৰত গুৰুত্ব দিয়া হয়। 'দেউল'ৰ ওপৰত বাঁহৰ চেকনিও পতা হয়। সমালোচকসকলৰ মতে সংস্কৃত 'দেৱদল' শব্দৰ পৰা দেউলৰ বিকাশ হৈছে। দৰঙ জিলাৰ অন্তৰ্গত পলাহগড়ত (ঝাৰগাঁও) ব'হাগ মাহৰ ৬ষ্ঠ দিনাখন বিভিন্ন ৰঙৰ কাপোৰেৰে সুসজ্জিত কৰি আনুষ্ঠানিকভাৱে দুজোপা বাঁহৰ বিয়া পাতে।

দেউলোৎসৱত (ফাগুনৰ উতলা বাই মন উতলা কৰা দিনত) বিয়া-বাৰুৰ ভূমিকাও মন কৰিবলগীয়া। অনেক ক্ষেত্ৰত ভাবী পত্নী আৰু ভাবী স্বামীক চোৰা-মেলা কৰাৰ সুবিধাও এই উৎসৱতে দিয়া হয়।

বৰপেটাৰ হোলী উৎসৱত গোটেই দিনটোৱে হোলীৰ 'ৰং' লগায়। বসন্ত কালৰ প্ৰকৃতিৰ দোলনিৰ লগত এক সহজাত আনুগত্যৰে প্ৰকাশ পায় জনজীৱনৰ অন্তঃস্থলীৰ পৰা ওলোৱা এক অভিন্ন উচ্ছাস আৰু উল্লাসধৰ্মী মানসিকতা। এই মানসিকতা পৰম্পৰা সেতুৰে বাগৰে।

একশৰণ নামধৰ্মেৰে দীক্ষিত সুধী-সজ্জনৰ আনন্দ বৰ্ধনৰ হেতু আৰু ধৰ্মীয় বিশ্বাস জনসাধাৰণৰ মনত প্ৰবল কৰাৰ হেতু সামন্তধৰ্মী আৰ্থ-সামাজিক অনুশাসনাধিষ্ঠিত ৰজাঘৰীয়া পৃষ্ঠপোষকতাত ঠন ধৰি উঠা সত্ৰৰ নামঘৰবোৰেই আছিল নাট-ভাওনা-গীত-নৃত্য-বাদ্যৰ অনুশীলনৰ ক্ষেত্ৰ। সত্ৰৰ নামঘৰবোৰেই অসমীয়া নাট্যসংস্কৃতিৰ জাতীয় নাট্যশালা (নেশ্বনেল থিয়েটাৰ) ৰূপে স্বাক্ষৰ বহন কৰিছে বুলি ড° বিৰিঞ্চি কুমাৰ বৰুৱাই কৈ গৈছে।

বৰপেটাৰ দেউল বা হোলী উৎসৱ ৰূপ লৈছে সেই সময়ৰ সামন্ত আৰু অৰ্ধসামন্ত স্তৰৰ ক্ৰমবিৱৰ্তনৰ মাজেৰে বাগৰি অহা লোকউৎসৱ হিচাপে। বুঢ়াআতাৰ আৰু বৈষ্ণৱধৰ্মৰ অনুগামী সৰু সৰু বৃত্তিয়াল, ক্ষুদ্ৰ বাণিজ্যিক ব্যৱসায়ী আৰু কায়িক শ্ৰমজীৱী জনসাধাৰণেই আছিল এই উৎসৱৰ গুৰি ধৰোঁতা। তেওঁলোকে এই বাঁহভঙা অনুষ্ঠানটোৰো গুৰি ধৰিছিল। এতিয়া যেনিবা ইয়াৰ গুৰি ধৰে সত্ৰীয়া সংস্কৃতিৰ পৃষ্ঠপোষক সমন্বিতে গীত-নাট-ভাওনাৰ একান্তসেৱক গায়ন, বায়ন, ওজা, সূত্ৰধাৰকে আদি কৰি এই উৎসৱেৰে জড়িত নিম্ন মধ্যবিত্তৰ লোক, সৰু ব্যৱসায়ী শ্ৰেণী আৰু ইয়াৰ প্ৰচ্ছায়াতে জীৱন চলাই থকা সাধাৰণ জনগণই। এই বাঁহভঙা অনুষ্ঠানৰ জৰিয়তে প্ৰকাশি আছে জীৱনক সৰলভাৱে বুজাৰ এক সমধৰ্মী তথা সমভোগী আৰ্থ-সামাজিক উচ্ছাসধৰ্মী জনবিশ্বাস। 'দৌল-যাত্ৰা'ৰ লগত সংগতি উপস্থাপনেৰে এই নাটকীয় লক্ষণবিশিষ্ট অনুষ্ঠানটো পৰিবেশন কৰা হয়।

বাঁহভঙা দৃশ্যানুষ্ঠানটোত মেলোচ (সংগীত) আৰু ড্ৰামাৰ (য'ত তাৎক্ষণিক 'স্বাভাৱিক উক্তি' প্ৰকাশ কৰা হয়) সুন্দৰ সমন্বয় ঘটে। সুঠাম বাহুবলী ডেকাসকলে গোসাঁইৰ দোলা কান্ধত লৈ আহে। গোসাঁইৰূপী কৃষ্ণৰ প্ৰতীক বিগ্ৰহ লৈ গায়ন-বায়নে ঢোল, খোল, তাল বজাই 'প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱহে' আদিৰে বিভিন্ন গীত গাই সমদল যাত্ৰা কৰে মহাপুৰুষ দুজনাৰ আদৰ্শৰ আৰ্হিৰে স্থাপন কৰা কনৰীয়া-পাৰা সত্ৰলৈ। এয়ে হ'ল কৃষ্ণই ঘুনুচাৰ গৃহলৈ যোৱা।

তাত কৃষ্ণই লক্ষ্মীৰ বিনা অনুমতিত ঘুনুচাৰ সৈতে বিহাৰ কৰে আৰু কৃষ্ণক 'হেক্টা' (হেকতীয়া মাহ—এবিধ বন মাহ) খুৱায়। এই সমদল যাত্ৰা পুনৰ বৰপেটা সত্ৰৰ কীৰ্তনঘৰলৈ উভতি আহোঁতে যৌৱনোদ্দীপ্তৰে ফাকুগুড়ি সিঁচি ডেকাসকলে আনন্দত মতলীয়া হৈ পথৰ দুয়োকাষে পোতা কলগছবোৰ বগৰাই দি যোৱাটোত এক নাটকীয় কাৰ্যৰে প্ৰতিফলন হয়। গোপনে কৃষ্ণই ঘুনুচাৰ গৃহলৈ যোৱা বাবে কীৰ্তন-ঘৰৰ পশ্চিম দুৱাৰমুখৰ সন্মুখত লক্ষ্মীপক্ষই কৃষ্ণ পক্ষক কৈফিয়ৎ তলব কৰি হেঙাৰ পাতে চাৰিডাল দীঘল বাঁহেৰে, (উল্লেখযোগ্য এই হেঙাৰ পতা বাঁহ চাৰিডাল মথুৰাদাস বুঢ়াআতাৰ দিনৰ পৰাই প্ৰচলিত। এই বাঁহ চাৰিডাল যোগানধাৰী হ'ল— দুডাল উত্তৰহাটীৰ আৰু বাকী দুডাল নহাটী আৰু দক্ষিণহাটীৰ ফালৰ পৰা।) এই বাঁহ ভাঙি সমদলযাত্ৰাত ভাগ লোৱা বিপুল জনসাধাৰণে কৃষ্ণ-বিগ্ৰহ সহিতে লক্ষ্যস্থানলৈ আগবাঢ়ে। ইতিমধ্যে কৃষ্ণৰ বিগ্ৰহ লৈ সমদল-যাত্ৰীয়ে কীৰ্তনঘৰৰ চাৰিওফালে সাতবাৰ প্ৰদক্ষিণ কৰে। ইয়াৰ সাংকেতিক অৰ্থ হ'ল লক্ষ্মীগৃহৰ বন্ধ হৈ থকা দুৱাৰ ঘূৰি ঘূৰি চোৱা। তাৰ পিছত, দ্বিতীয় পৰিচ্ছেদত এক নাটকীয় অভিব্যক্তিৰে কীৰ্তনঘৰৰ মঠৰ চোতালত বিচাৰ আৰম্ভ হয়। ইয়াত 'বোলবোলন' নামেৰে এটি নাটকীয় বিতৰ্ক হয়। এটা সময়ত নাটকীয় বাদানুবাদেৰে 'দৰ' (জৰিমনা) দি বাঁহ চাৰিডাল ভাঙি কৃষ্ণক লৈ যাত্ৰা কৰা সমদলটোৱে পুনৰ লক্ষ্মীগৃহত প্ৰৱেশ কৰেহি। ('বোলবোলন' নাটকীয় বিতৰ্কটোৰ সম্পৰ্কত বৰপেটাৰ

শেহৰাম বাপুৰ বিষয়ে 'যাত্ৰাভিনয়' পৰিচ্ছেদটোত উল্লেখ কৰা হৈছে।)

এই দৃশ্যানুষ্ঠানটোৰ গঠনকাৰ্য আৰু উপস্থাপনৰ ফালৰ পৰা লোকনাট্য পৰ্যায়ত অন্তৰ্ভুক্ত। কাৰণ ইয়ে মগজুতকৈ দেহ, মন আৰু প্ৰাণত আবেগৰ সঞ্চাৰ আৰু অনুকম্পনৰ সৃষ্টি কৰে। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ দূৰদৃষ্টিসম্পন্ন অৱতাৰ ৰূপী পৰমপুৰুষ কৃষ্ণতকৈ এই অনুষ্ঠানৰ মাজেৰে বিচাৰি পোৱা যায় সংস্কৃতিপ্ৰয়াসী মাটি-পানীৰে জীপাল লৌকিক কৃষ্ণকহে। বাস্তৱত এয়ে লোকবিশ্বাস। সাংস্কৃতিক 'চেতনা'ৰ গভীৰ তাৎপৰ্যও এইখিনিতে। প্ৰকৃত নাট্যগঠন কাৰ্যমতে আখ্যানভাগৰ স্তৰৰ সংগতিপূৰ্ণতা আৰু নাটকীয় বৃত্ত ৰচনাৰ পঞ্চসন্ধি সমন্বিত কাৰ্য এই অনুষ্ঠানটোত অৱশ্যে অনুপস্থিত। কেৱল এটা কথা মন কৰিলে দৃশ্যৰূপটো হৃদয়ঙ্গম কৰিব পাৰি— সেয়া হৈছে, কিঞ্চিতভাৱে পৰিলক্ষিত হোৱা ঐক্যনীতি। পূৰ্বনিৰ্ধাৰিত নোহোৱা তাৎক্ষণিক উক্তিসমূহত (ইম্প্ৰম্পটিউ ডায়লগ), পৰিস্থিতিত আৰু পৰিবেশ চিত্ৰণতো নাটকীয়ত্ব প্ৰকাশ পায় যৌৱনৰ ফাকুগুড়ি ছটিয়াই হোলীৰ ৰঙেৰে ৰঙাই তোলা দিনজোৰা গোটেই হোলী উৎসৱটোত!

এই অৰ্ধনাটকীয় অনুষ্ঠানটোৰ লগত প্ৰত্যক্ষভাৱে জড়িত সাধাৰণ জনগণৰ জীৱনক জয় কৰি তোলাৰ মানসিকতাৰ এক কৃচ্ছ্ৰসাধনৰ পৰিচয় পোৱা যায়। পাশ্চাত্য দেশৰ আনুষ্ঠানিক অভিনয়ৰ জন্ম হৈছিল গ্ৰীচ দেশৰ ডাইনুচিৱচ্ দেৱতাৰ মন্দিৰত। ডাইনুচিৱচৰ গুণানুকীৰ্তনেৰে 'ডিথিৰাম্ব' গীত গাই, নাচি, বাঁহী বজাই তেওঁৰে বিগ্ৰহ লৈ অতি সমাৰোহে শোভাযাত্ৰা কৰি ফুৰিছিল ডাইনুচিৱচৰ পূজা উপলক্ষে। আমাৰ অসমৰ বৰপেটাৰ হোলী উৎসৱৰ বাঁহভঙা দৃশ্যানুষ্ঠানটোত কৃষ্ণৰ বিগ্ৰহ লৈ 'প্ৰকৃতি-পুৰুষ দুইৰো নিয়ন্তা মাধৱহে' বুলি তেওঁৰে গুণানুকীৰ্তন কৰি সমদল যাত্ৰা কৰা হয়। আধুনিক দৃষ্টিভংগীত এই বাঁহভঙা অনুষ্ঠানটোৱে অসমৰ প্ৰথম বাটৰ নাট। সমবেত বিপুল জনসাধাৰণ আৰু দূৰণিৰ পৰা 'দেউল' চাবলৈ অহা যাত্ৰী-আলহীসকলেও এই বাটৰ নাটৰ দৰ্শক আৰু অভিনেতা হয়গৈ। বাটৰ নাট প্ৰতিবাদৰ নাট। শাসক আৰু শোষক শ্ৰেণীৰ বিৰুদ্ধে উপযুক্ত ৰাজনৈতিক শিক্ষাৰে জনসাধাৰণক উদ্বুদ্ধ কৰি সচেতন কৰি তোলাটোৱে বাটৰ নাটৰ উদ্দেশ্য আৰু লক্ষ্য। সেয়েহে ধৰ্মীয়-সাংস্কৃতিক পৰম্পৰাৰে বাট-পথত পথৰ গীতেৰে সমৃদ্ধ একোটা অৰ্ধনাটকীয় অনুষ্ঠানক বাটৰ নাট হিচাপে বুলি ক'বলৈ কোনোৱে হয়তো অস্বীকাৰ কৰিবও পাৰে; কিন্তু জ্ঞানলব্ধ মানুহৰ মনত সদায় অন্তহীন চিন্তা-স্ৰোত প্ৰৱাহিত হৈ থাকে— সেয়া হ'ল সন্দিহান আৰু আৱিষ্কাৰৰ অনুসন্ধিৎসা। মাৰ্ক্সীয় দৰ্শন চিন্তাৰ ই Determinist Philosophyৰ অন্তৰ্গত।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ গণিত বিভাগৰ অধ্যাপক ড° খনিন চৌধুৰীয়ে 'বিৱৰ্তনৰ বাটেৰে বাটৰ নাট' (দৈনিক অগ্ৰদূত, ১৬ মে' ২০০৫) শীৰ্ষক লেখা এটিত মনোজ্ঞ কথা উল্লেখ কৰিছে। সেয়া হ'ল— 'ষ্ট্ৰীট শব্দৰ আভিধানিক অৰ্থ হ'ল এফালে বা দুয়োফালে ঘৰ-দুৱাৰ থকা চহৰ, গাঁও বা মহানগৰ এখনৰ ৰাজহুৱা অহা-যোৱা কৰাৰ বাবে থকা

খোলা ঠাই। সেয়েহে বাটৰ নাট ৰোড ড্ৰামা নহয়।'

ড° চৌধুৰীয়ে আকৌ উল্লেখ কৰিছে— 'কি আধুনিক কি পুৰণি বাটৰ নাটৰ কাৰ্য হ'ল জনতাক উদ্বুদ্ধ কৰা। পৃথিৱীৰ বিভিন্ন প্ৰান্তৰ বাট-পথত উদ্‌যাপিত পৰম্পৰা জড়িত উৎসৱসদৃশ প্ৰায়বোৰ অনুষ্ঠানেই বাটৰ নাটৰে একোটা সংস্কৰণ। বিভিন্ন জনগোষ্ঠীৰ বিভিন্ন সাংস্কৃতিক মূল্যৰ নতুন যুগৰ বাটৰ নাটৰ ন-সংস্কৰণবোৰ হ'ল একোটা সাৰ্বজনীন আবেদনযুক্ত প্ৰতিবাদী বচনৰে প্ৰতিধ্বনি।' স্ৰষ্টা আৰু দ্ৰষ্টা মহাপুৰুষ শংকৰদেৱৰ শিল্প-কলা-সংস্কৃতিৰ সৃষ্টিৰ মুখ্য উদ্দেশ্য আছিল জনতাক উদ্বুদ্ধ কৰি তোলা। জনতাৰ হৃদয়ৰ আঁহ ফালি টানি অনা তেওঁৰ সংগ্ৰামী সত্তাটো আছিল প্ৰতিবাদী মনেৰে পৰিপূৰ্ণ।

মূল বাঁহভঙা দৃশ্যানুষ্ঠানটো পৰিবেশন কৰা হয় বেলি ভাটি দিয়াৰ সময়ছোৱাত। এন্ধাৰ নামি অহাৰ লগে লগে মুখৰিত হয় ছাঁ-পোহৰৰ এক নৈসৰ্গিক দৃশ্য-মুহূৰ্ত। প্ৰতিচ্ছবিৰূপে প্ৰতিফলিত হয় প্ৰতীক্ষাত থকা দিয়া-নিয়াৰ প্ৰাণৰ ফল্গু আৰু এক অনাবিল সুষমা— পাৰম্পৰিক সামাজিক বিশ্বাস।

উল্লেখযোগ্য যে এই দেউলোৎসৱতে জনজীৱনৰ অন্য এক স্বাক্ষৰ পোৱা যায়। প্ৰতিঘৰ মানুহৰ চোতালত বা 'আগৰ ঘৰ'ত বা 'কাঁথি'ত (পিৰালিত) দূৰণিৰ পৰা দেউল চাবলৈ অহা যাত্ৰী-আলহীক 'বাহা' দিয়া হয় (আশ্ৰয় দিয়া হয়)। লগতে দিয়া হয় একো একোটা 'সিধা' (ৰান্ধি খাবৰ কাৰণে কেঁচা সামগ্ৰী)। আলহীসকলে চোতালত মাননীবিহীনভাৱে গীত-নৃত্য কৰে তথা ধেনুকাঁড় লৈ আৰু কঁপালত 'মুৰাৰি' লৈ খণ্ড-দৃশ্যাভিনয় কৰে। আপোন-সত্বাৰে আপোনপাহৰা হৈ পাৰস্পৰিক মানৱীয় সম্পৰ্কত যাত্ৰী-আলহী আৰু আশ্ৰয়দাতা গিৰীহঁতৰ মাজৰ সুখ-দুখৰ মেল বহে। কেতিয়াবা 'মাইটু কাৰ?' (ছোৱালীজনী কাৰ?) বুলি কইনা চোৱাৰ সুবিধা হয়। বিয়া-বাৰুৰ ভূমিকাই দেখা দিয়ে। নিমিষতে 'আতা-আবু জেঠা-জেঠীৰে' সম্বন্ধ হয়। জাত-কুলৰ বিচাৰ নেথাকে। সম্প্ৰীতিৰ বান্ধোন কটকটীয়া হয়। 'দেউল' শেষ হয়। আলিৰ সংস্কৃতি আলিতে নোহোৱা হয়। যাত্ৰী-আলহী উভতি যায়। তেওঁলোকৰ গচকত ধূলিয়ৰি চোতাল-কাঠি নিজম পৰে। চকু সেমেকি উঠে। মাথো ৰৈ যায় একো একোটা সাংস্কৃতিক খোজৰ 'ইমেজ'। এতিয়া যেনিবা যাতায়তৰ সুবিধাৰ বাবে 'যাত্ৰী' দিনে আহি দিনে গুচি যায়।

## যাত্ৰাভিনয়

**যাত্ৰা ঃ** ধৰ্মবিশ্বাস আৰু উৎসৱ সংক্ৰান্তত 'যাত্ৰা' শব্দৰ উদ্ভৱ হৈছে বুলি অনুমান কৰা হয়। তদুপৰি 'গমন' অৰ্থত 'যা' ধাতুৰ পৰাও ইয়াৰ উদ্ভৱ। গ্ৰহ, নক্ষত্ৰ, চন্দ্ৰ আৰু সূৰ্যৰ পৰিৱৰ্তনে— অৰ্থাৎ এটা কক্ষৰ পৰা আন এটা কক্ষলৈ যোৱাত মানৱজাতিৰ মাজত মনত আনন্দ উদয় হোৱাত উৎসৱ অনুষ্ঠিত কৰিছিল। তেনেদৰে হৈছিল 'সূৰ্য্য উপাসনা'।

বংগদেশ আৰু উৰিষ্যাতো এই উৎসৱ অনুষ্ঠিত হৈছিল। জগন্নাথ বা শ্ৰীকৃষ্ণৰ 'ৰথযাত্ৰা'ৰ দৰে ফল্গুৎসৱত বৈষ্ণৱী সমাজতো শ্ৰীকৃষ্ণৰ 'দ'লযাত্ৰা', 'ঘুনুচা যাত্ৰা'ৰ প্ৰচলন আছে। এনেদৰে পাওঁ চৈতন্য-যাত্ৰা, বিদ্যাসুন্দৰ যাত্ৰা, ৰাস-যাত্ৰা, সনাইযাত্ৰা (গোৱালপাৰা)। মাদ্ৰাজত কোনো অঞ্চলত 'যাত্ৰা' নামৰ গ্ৰাম্যদেৱতাৰ উৎসৱ হয়। ছোটনাগপুৰত 'ওৰাওঁ নামে প্ৰাচীন' দ্ৰাবিড় জাতীয় মানুহ কিছুমান আছে। যাত্ৰা নামৰ তেওঁলোকৰ উৎসৱ এটিও আছে। পণ্ডিতসকলৰ মতে 'যাত্ৰা' শব্দটোও দ্ৰাবিড়ী। ধৰ্মবিশ্বাসৰ ফালৰ পৰাই শংকৰদেৱৰ প্ৰথম নাট দুখনৰ নাম 'চিহ্ন-যাত্ৰা' আৰু 'কালীয়দমন যাত্ৰা'। ধৰ্মবিশ্বাসৰ মাজেৰে অনুষ্ঠিত উৎসৱসমূহে কিন্তু কোনো নাট্য-গুণ থকা অভিনয়ক বুজোৱা নাই। 'সমদল যাত্ৰা' শব্দৰো প্ৰচলন উৎসৱ আদিৰ মাজেৰেই অহা। ইয়াৰ সংগতিৰে পাওঁ যাত্ৰা একপ্ৰকাৰ 'পথৰ সংগীত' হিচাপে। পাৰিবাৰিক জীৱনতো পোৱা যায় 'মংগলে যাত্ৰা বুধে পাও, যাহা খুচি তাহা যাব', 'গংগাৰো যাত্ৰা আইৰো বাৰ্তা'।

সমালোচসকৰ মতে সংস্কৃত নাটকবোৰৰ আদৰ কমাৰ লগে লগে আঞ্চলিকতাৰ চাপ থকাকৈ 'অভিনয় ৰূপ'ৰ অনুষ্ঠান গঢ় লৈ উঠিল নিৰ্দিষ্ট স্থান বিশেষত। এই সকলো ধৰ্মীয় বিশ্বাসেৰে অনুষ্ঠিত হোৱা উৎসৱসমূহৰ লগত সম্পৰ্ক বিৰাজমান। এনেদৰে আৰম্ভ হ'ল— অভিনয় উপযোগী যাত্ৰা। (এইখিনিতে মন কৰিবলগীয়া কথা যে অংকীয়া নাটৰ 'ভাওনা', 'যাত্ৰা' আৰু 'নাটক' সমাৰ্থক)

বিভিন্ন ঠাই ফুৰা পৰিব্ৰাজক ভাণ্ড (Bhand) আৰু ধদি (Dhadi) সকলে নাটকীয় ধেমালি কৰি ফুৰিছিল মৌলিক ৰচনাৰ ওপৰত ভিত্তি কৰি। এই নাটকীয় ধেমালিত অংকীয়া ভাওনাৰ 'ধেমালি'ৰ, (নাট-ধেমালি) কথাৰ লগত থকা সম্পৰ্কও মন কৰিবলগীয়া।

বংগদেশত সোতৰ শতিকামানতে অলিখিত 'যাত্ৰা' কিছুমান সঘনে অভিনীত হৈছিল। ইয়াৰ লগত 'চণ্ডীযাত্ৰা' (দেৱী চণ্ডীক লৈ) আৰু কৃষ্ণযাত্ৰা হ'বলৈ ধৰে। এনেকৈয়ে লাহে লাহে বংগদেশত যাত্ৰানাটৰ সৃষ্টি হয়। আধুনিক ৰংগমঞ্চত কৰিলে সেয়া হয় নাটক (বা থিয়েটাৰ) আৰু মুকলি মঞ্চত কৰিলে হয় 'যাত্ৰা' বা 'যাত্ৰাগান'।

'গান' শব্দক গীতৰ অৰ্থত ব্যৱহাৰ কৰিলেও নাট্যানুষ্ঠানৰ ক্ষেত্ৰতো 'গান' বোলা হয়। এইখিনিতে যাত্ৰাক পথৰ সংগীত বুলি কোৱা আখ্যালৈ নিব পৰা যায়। তদুপৰি গীতৰ সুৰেৰে সৃষ্টি হোৱা 'গান' কিছুমানত (গীত, পদ, দোহাৰ) একো একোটা আখ্যান বা কাহিনী ছেগাচোৰোকাকৈ হ'লেও আছে গোৱালপাৰা অঞ্চলৰ 'কুশান গান', 'দোতৰা গান', 'ভাৰি গান' আদিত। সেয়েহে 'গান' শব্দটো মাৰ নগ'ল। যাত্ৰা বা যাত্ৰাভিনয়তো 'ভাওনা'ৰ প্ৰভাৱ মন কৰিবলগীয়া।

বৰপেটাৰ প্ৰখ্যাত নাট্য-সংস্কৃতিকৰ্মী শেহৰাম বাপুৰ বিষয়ে ড° ভূপেন্দ্ৰ ৰায়চৌধুৰীৰ বক্তব্য উল্লেখযোগ্য ঃ

**শেহৰাম বাপু (১৮৫১-১৯২৬ খ্ৰীঃ)** ঃ বৰপেটা সত্ৰত দৌল-দোমাহীৰ সময়ত মঞ্চস্থ কৰাৰ কাৰণে বিভিন্ন নাটকৰ ৰচনা হ'ল। 'ৰামায়ণ', 'মহাভাৰত', 'পুৰাণ'ৰ কাহিনীৰ আলমত ৰচিত নাটবোৰ বিভিন্ন পালাত প্ৰদৰ্শন কৰা হৈছিল। বৰপেটাত শেহৰাম বাপুৰ নাটকবোৰ বৰ জনপ্ৰিয় আছিল। তেওঁ ৰচিত কিছু নাটক হ'ল ঃ 'দুঃশাসনৰ ৰক্তপান', 'জৰাসন্ধ বধ', 'জয়দ্ৰথ বধ', 'অভিমন্যু বধ', 'তৰণীসেন বধ', 'অতিকায় বধ', 'ৰাৱণ বধ', 'অশ্বকৰ্ণ বধ', 'দুৰ্যোধনৰ উৰুভংগ', 'শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ', 'প্ৰহ্লাদ চৰিত্ৰ', 'উষা হৰণ', 'স্যামন্ত হৰণ', 'সীতা হৰণ', 'সীতা পৰীক্ষা', 'লঙ্কা দাহন', 'ৰাম অশ্বমেধ', 'ইন্দ্ৰজিতৰ দ্বিতীয় যুদ্ধ', 'নাগপাশ বন্ধন', 'অঙ্গদ পৰাজয়', লক্ষ্মণৰ শক্তিশেল', 'লক্ষ্মণ বৰ্জন' ইত্যাদি। শেহৰাম বায়নৰ অন্য এক কীৰ্তি হ'ল ঃ **বোলবোলনৰ** প্ৰচলন। দৌলৰ সুৱেৰিৰ দিনাখন ক'লীয়া ঠাকুৰ ঘুনুচাবাৰীৰ পৰা ঘূৰি অহাৰ পিছত লক্ষ্মী-মন্দিৰত প্ৰৱেশ কৰিবলৈ যোৱাৰ সময়ত লক্ষ্মী আৰু ঠাকুৰৰ পক্ষৰ লোকৰ মাজত বাদ-বিবাদ ঘটে। শেহৰাম বায়নে সুন্দৰ পোছাক-পৰিচ্ছদ পিন্ধি নিজে লক্ষ্মীৰ হৈ পদ্য-ছন্দ বচন— বোল বলে আৰু এইদৰে ঠাকুৰৰ হৈও এজনে বচন মাতে। ঘুনুচা-কীৰ্তনৰ আধাৰত বচনৰ ৰচনা কৰিছিল শেহৰাম বায়নে (লক্ষ্মীকান্ত ৰাজমেধি)। ই এক খণ্ড নাটকৰ দৰে উপভোগ্য হৈ পৰে। এই আৰ্হিত তেওঁৰ পুত্ৰ বাসুদেৱ শৰ্মা ৰাজমেধিয়ে (লক্ষ্মীৰ ফালৰ) নাৰায়ণ চন্দ্ৰ গায়নৰ লগত (ঠাকুৰ পক্ষৰ) সুন্দৰ অভিনয় কৰি 'বোলবোলন' অনুষ্ঠিত কৰিছিল। আজি কিছু বছৰৰ পৰা শ্ৰীজগন্নাথ বায়ন (কৃষ্ণ পক্ষৰ) আৰু শ্ৰীবুবুল কাকতীয়ে (লক্ষ্মী পক্ষৰ) এই অনুষ্ঠান কৰি আহিছে।

(বৰপেটা সত্ৰৰ ইতিবৃত্ত, পৃষ্ঠা ১৩৩)

ধৰ্মীয় বিশ্বাসৰ পৰা যাত্ৰাৰ উদ্ভৱ হ'লেও জনজীৱনৰ লগত জড়িত আৰু ব্যাপক অৰ্থত গণমাধ্যম হিচাপে বিশিষ্ট কলা-কৌশলেৰে পুষ্ট সাধাৰণ শ্ৰেণীৰ পৰা অহা কলা-কুশলীসমাজ এখনে দিনটোৰ পৰিশ্ৰমৰ অন্তত দুখ আৰু ভাগৰৰ পৰা সকাহ পাবলৈ তাক দূৰৈত ঠেলি দি মনৰ খাদ্য যেন উপযোগী (Utilize) কৰি তুলিছিল এই লোক-আংগিকধৰ্মী যাত্ৰাগান শিল্পকৃতিটোৱে। বংগদেশৰ পৰা অহা সোঁতে (বিশেষকৈ নামনি অসমৰ কামৰূপ অঞ্চলত) সৌহাৰ্দ্যপূৰ্ণভাৱে একেধৰণৰ সামাজিক বিশ্বাস, একে অৰ্থনৈতিক জীৱনৰ অনাখৰী বা চহাজীৱনৰ মাটিৰ লগত সংলগ্ন শাৰীৰিক আৰু মানসিক এক সহজাত আনুগত্যৰ ব্যৱে অসমীয়া মানুহৰ মনত উদয় হ'ল— পাৰস্পৰিক সম্পৰ্কত যাত্ৰাগানৰ প্ৰতি প্ৰেম। মানৰ আক্ৰমণৰ পিছত ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধি অনুসৰি অসম ইংৰাজৰ হাতলৈ যোৱাত শাসনযন্ত্ৰ

চলাবলৈ ইংৰাজৰ লগত আহিল বঙালী আমোলাৰ সৈতে বাংলা ভাষা, নাচগান আৰু বঙালী যাত্রা থিয়েটাৰৰ দল। অসম-প্ৰবাসী বঙালীসকলেও অবিভক্ত বংগদেশৰ পৰা বঙালী যাত্রাদলসমূহ আমন্ত্ৰণ কৰি আনিছিল। তেওঁলোকে নামনি অসমতে (বিশেষকৈ কামৰূপ অঞ্চলত) যাত্রাদল গঠন কৰাৰ ক্ষেত্ৰত অধিক প্ৰেৰণা পাইছিল। কামৰূপৰ মানুহেও শেষত ভাওনা-সবাহবোৰতকৈ যাত্রাগানৰ প্ৰতিহে মন মেলিলে। এই যাত্রাগানেই বৰপেটাত খোপনি পুতি বহিল। এই যাত্রাগানকে আঁকোৱালি লৈ আৰু ইয়াৰ ব্যাপকতাৰ মূল্য বুজি জনগণৰ বাবে এই বিশিষ্ট লোক-আংগিকধৰ্মী শিল্পনুষ্ঠানটোক (গণমাধ্যমৰ পিছৰ পৰা শংকৰদেৱে যি অৰ্থত অংকীয়া ভাওনা মেলিছিল) বৈষ্ণৱ সমাজৰ সত্ৰীয়া আবেষ্টনীৰ ধৃতি-নীতিৰে উপযোগী (Utilize) কৰি লৈ নতুন ৰূপত প্ৰচলিত হ'ল সত্ৰত যাত্রাভিনয় ৰূপে। বিষয়বস্তুৰ ক্ষেত্ৰতো এক নিৰ্দিষ্ট মানেৰে ভক্তি-মাৰ্গীয় কৰি তুলিলে।

১৮৬০-৬৫ চনমানত বৰপেটাত প্ৰথমে তিথিৰাম বায়নৰ নেতৃত্বত বঙালীতে 'যাত্রাদল এটি গঠন কৰিলে। তাৰ পিছত মনহৰি দাস নামৰ এগৰাকী শিল্পী-প্ৰাণ ব্যক্তিয়েও বঙালীতে এটা যাত্রাদল গঠন কৰি কিছু বছৰ চলাই আছিল। এই দলটোত দৰ্জী মানুহ বেছি আছিল। হৰিচৰণ বায়ন নামৰ নাট্যশিল্পী এগৰাকীয়েও ভ্ৰাম্যমাণ নাট্যদল গঠন কৰিছিল।

'বৰপেটা সত্ৰৰ ইতিবৃত্ত'ত বৰপেটাৰ বিখ্যাত তিথিৰাম বায়নৰ বিষয়ে এই বিৱৰণ পোৱা যায় ঃ

> ১৮২৬ খ্ৰীঃ মানত ওপজা বৰপেটাৰ তিথিৰাম বায়নৰ নাম নল'লে বৰপেটাৰ নাট্যজগতৰ সংবাদ অসম্পূৰ্ণ হৈ ৰয়। সেই সময়ত অসমত বঙালী ভাষাৰ প্ৰাদুৰ্ভাৱ বাঢ়িছিল। ইষ্ট ইণ্ডিয়া কোম্পানীৰ শাসনে (পিছলৈ ব্ৰিটিছ শাসন) অসমক হস্তগত কৰি লোৱাৰ পিছত কলিকতাৰ (কলকাতা) পৰা আমদানী কৰোৱা বঙালী কৰ্মচাৰীৰৰ আধিপত্যত অসমীয়া ভাষা-সাহিত্যৰ বন্তি নিৰ্বাপিত নোহোৱাকৈ মাথো জ্বলিহে থাকে। দুজনা গুৰুৰ পূত চৰণ ৰেণুৰে অভিষিক্ত বৰপেটাও এই সংক্ৰমণৰ পৰা ৰক্ষা নপৰিল। সেয়ে ১৮৬০ খ্ৰীঃত তিথিৰাম বায়নে বৰপেটাত স্থাপন কৰা 'বঙালী যাত্রা গানৰ দল' বঙালী নাট্য প্ৰদৰ্শনৰ কাৰণে প্ৰখ্যাত হৈ পৰিল। বৰপেটাৰ গোবিন্দৰাম চৌধুৰীয়ে বঙালীত লিখি দিয়া 'ৰাম বনবাস' আৰু 'ৰাধিকাৰ মান-ভঞ্জন' নাটক দুখনক মূল সম্পদ ৰূপে লৈ বায়নে বিভিন্ন ঠাইত যাত্রাদলৰ অভিনয় অনুষ্ঠিত কৰিছিল। তেওঁ নাৱেৰে উজাই গৈ লখিমপুৰ, শিৱসাগৰ আদিতো নাটক অনুষ্ঠিত কৰিছিল। শিৱসাগৰৰ স্মৃতি সুঁৱৰি সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই লিখিছে—'আমি শিৱসাগৰলৈ যোৱাৰ কিছুদিনৰ আগতে হেনো বৰপেটাৰ বিখ্যাত তিথিৰাম বায়নে তেওঁ বঙলা

যাত্ৰা-গানৰ পালা লৈ উজনি দিগ্বিজয় কৰি ফুৰিছিল'। আকৌ ১৯১৯ খ্ৰীঃৰ ২৭ ডিচেম্বৰ তাৰিখে বৰপেটাত অনুষ্ঠিত আসাম এচোচিয়েচন কনফাৰেঞ্চৰ ষোড়শ অধিবেশনৰ সভাপতিৰ আসনৰ পৰা ৰায়বাহাদুৰ পদ্মনাথ গোহাঞিবৰুৱাই এইদৰে সুঁৱৰিছিল— 'গান-বাদ্য আদিৰ চৰ্চাতো বৰপেটীয়া ৰাইজক অসমত বাট লগাওঁতা (pioneer) বুলিব পাৰি। আধুনিক প্ৰথাৰে যাত্ৰাদল গঠন কৰা কাৰ্যত বৰপেটা আটাইতকৈ আগ বুলিলে বোধকৰো মিছা কোৱা নহয়, কাৰণ আমাৰ ল'ৰাকালত যেতিয়া প্ৰয়াত তিথিৰাম ওজাৰ যাত্ৰাদলে উজনি অসমকো বিমোহিত কৰিছিলগৈ, সি আজি দুকুৰিমান বছৰৰ আগৰ কথা তেতিয়া অসমৰ আন আন ঠাইত এই বিষয়ক চৰ্চা আছিল যদি আমি গম পোৱা নাছিলো।' বৰপেটাক বঙালী নাটকৰ উৎপাতৰ পৰা বচাবলৈ অম্বিকাগিৰী ৰায়চৌধুৰীয়ে ১৯১১ খ্ৰীঃত দক্ষিণহাটী যাত্ৰাপাৰ্টীৰ দ্বাৰা স্বৰচিত 'জয়দ্ৰথ বধ' নাট মঞ্চস্থ কৰি অসমীয়া নাটৰ সোৱাদ দিয়াইছিল। ই আছিল বৰপেটাৰ কাৰণে এক ঐতিহাসিক ঘটনা।

(বৰপেটা সত্ৰৰ ইতিবৃত্ত, পৃষ্ঠা ১৩৩)

# সত্ৰত যাত্ৰাভিনয়

**অংকীয়া ভাওনাৰ পৰম্পৰা ঃ** সত্ৰত ভাওনা কৰাৰ লেখিয়াকৈ যাত্ৰাভিনয়ো নিবেদন কৰিব পাৰে মাথোঁ বংশৰা আৰু হাটীয়ে। আনে কৰিলেও এই বংশৰা তথা হাটীৰ জৰিয়তেহে কৰিব পাৰে। বঙালীতে যাত্ৰাদল গঠন কৰা তিথিৰাম বায়নে উৎসৱ-পৰ্বত কীৰ্তন-ঘৰত অংকীয়া ভাওনাও কৰিছিল। আজিৰ পৰা প্ৰায় ছয়ষষ্ঠি বছৰ আগতে কীৰ্তন-ঘৰৰ কেলিকদম গছৰ তলৰ 'টুপৰ চোতাল'ত মাটিত সতৰঞ্চি পাৰি আৰু পানীলাওৰ খোলাত মহলা জ্বলাই বাংলা গান আৰু যাত্ৰানাট হৈছিল। ভাওনাৰ থলিতে (গুৰু আসনৰ সন্মুখৰ বাহিৰে) যাত্ৰাভিনয় হ'বলৈ ধৰে দেউল আৰু দোমাহীত। সত্ৰত হোৱা আৰু আন ঠাই বিশেষতো 'যাত্ৰা'ক 'পালা' বা 'গান' বুলিও কোৱা হয়। স্থানীয় ভাষাত এই যাত্ৰাগানক 'গাহন' বুলিও কয়। 'আজি কাৰ গাহন আছে' বা 'কাৰ পালা আছে' বুলিও সোধা হয়। সত্ৰত হোৱা 'যাত্ৰাভিনয়' আৰু 'যাত্ৰাগান' একেটা মুদ্ৰাৰে দুটা পিঠি মাথোঁ। বংগীয় যাত্ৰাগানৰ প্ৰভাৱো অপৰিসীম।

সত্ৰত হোৱা যাত্ৰা বৈষ্ণৱীয় মতবাদৰ ওপৰত গুৰুত্ব দি সনাতনধৰ্মী ভক্তিমাৰ্গীয় হোৱা বাঞ্ছনীয়। সম্ৰাট জৰ্জৰ ৰাজ-অভিষেক উৎসৱৰ ফলস্বৰূপে 'সনাতন সংগীত সমাজ' নামৰ এটা নাট্যদল গঠন কৰিলে অম্বিকাগিৰী ৰায়চৌধুৰীয়ে। তেওঁ ৰচনা কৰা 'জয়দ্ৰথ বধ' এই

নাট্যখনি যদিও মহাভাৰতৰ কাহিনী আধাৰিত, সংলাপৰ মাজেৰে স্বদেশপ্ৰীতি আৰু এক বৈপ্লৱিক মনোবৃত্তিৰ পৰিচয় আছেঃ 'ধৰ্মৰাজৰ স্থান হ'ব শ্মশানত? দেখাচোন বাৰু কোন হয় অভিষিক্ত ভাৰতৰ সম্ৰাট পদত?' এই নাটখনিয়ে সত্ৰত যাত্ৰাভিনয় কৰি বিপুল সমাদৰ অৰ্জন কৰিবলৈ সক্ষম হ'ল। তেওঁৰ একনিষ্ঠ প্ৰচেষ্টাৰে গঠিত হ'ল 'দক্ষিণহাটীৰ যাত্ৰা দল'। দক্ষিণহাটীৰ উল্লেখযোগ্য যাত্ৰাভিনয় আছিল 'জয়দ্ৰথ বধ', 'পণমুক্তি', 'ৰজা বিক্ৰমাদিত্য' আৰু 'ৰক্ষ কুমাৰ'। অম্বিকাগিৰী ৰায়চৌধুৰীয়ে একাণপতীয়াকৈ লিখিলে 'ভক্ত গৌৰৱ', 'কল্যাণময়ী' আৰু 'শিখিধবজৰ দান পৰীক্ষা'। স্বৰ্গীয় উমাকান্ত দাস (সূত্ৰধাৰ) 'সূত্ৰধাৰ বংশ'ৰ পৰা দেউল উৎসৱত প্ৰথম 'অভিমন্যু বধ' নামৰ নাট এখন বঙালীৰ পৰা অনুবাদ কৰি যাত্ৰাভিনয় কৰিলে। 'গন্ধিয়া বংশ'ৰ উল্লেখযোগ্য যাত্ৰাভিনয় 'অম্বৰিষ ৰাজা', 'হৰিশ্চন্দ্ৰ উপাখ্যান' আৰু 'উষাহৰণ'। গায়ন, বায়ন, কাকতি, ভূঞা বংশ মিলি 'গন্ধিয়া বংশ' গঠিত হৈছে। কমাৰহাটী, গলিয়াহাটী আৰু নহাটীও এই বংশৰ লগত জড়িত হয়। উল্লেখযোগ্য যাত্ৰাভিনয় 'অভিমন্যু বধ' কৰা 'সূত্ৰধাৰ বংশ'ৰ লগত জড়িত হয় বৰহাটী আৰু আমবাৰীহাটী। 'গলিয়াহাটী বায়ন বংশ'ৰ উল্লেখনীয় যাত্ৰাভিনয় 'নিয়তি'। যাত্ৰাভিনয় কৰা আন এটি উল্লেখযোগ্য বংশ হ'ল 'আঘোণা বংশ'।

**আংগিক পৰিবেশন ঃ** অংকীয়া ভাওনা অনুষ্ঠিত কৰাৰ নিচিনাকৈ গায়ন-বায়নৰ দলে গুৰু আসনমুখী হৈ হৰিধবনি দি 'মঙ্গলাচৰণ' আৰম্ভ কৰে। তাৰপিছত বৰধেমালি, সৰুধেমালি, নাট-ধেমালি আদি গাই বৰগীত গায়। ইয়াৰ পিছতে মূল যাত্ৰাভিনয়ৰ থলিত 'ধুৰা' গায়। 'ধুৰা'ৰ পিছতে সেই থলিত 'কৃষ্ণনৃত্য' হয়। 'গায়ন-বায়নে কৃষ্ণক আদৰি আনিব, দৰ্শকে হৰিধ্বনি দিব। কৃষ্ণই ত্ৰিভংগ ললিত অংগে নাচিব। ৰামৰ কাহিনীৰ নাটক হ'লেও কৃষ্ণ নাচ যাত্ৰাৰ মূল নাটৰ পূৰ্বে থাকিবই।' কৃষ্ণ চৰিত্ৰৰ যিগৰাকীয়ে ৰূপ দিয়ে, তেওঁক সত্ৰীয়া ৰীতিৰে মান-কাপোৰ দিয়া হয়। এই কৃষ্ণ নৃত্যৰ অন্তত সূত্ৰধাৰে সূচনা কৰে। ইয়াতে 'পূৰ্বৰঙ্গ'ৰ পৰিসমাপ্তি ঘটে। আৰম্ভ হয় মুল নাটৰ যাত্ৰাভিনয়। যাত্ৰাভিনয়ৰ পৰিসমাপ্তিত 'মুক্তিমঙ্গল ভটিমা' গাই গোটেই নাট্যানুষ্ঠানৰ পৰিসমাপ্তি ঘটে।

**ধুৰা ঃ** ধেমালিৰ ক্ৰম অনুসৰি (অলপ বিৰতি লৈ) মূল যাত্ৰাভিনয় হোৱা থলিত 'ধুৰা' গোৱা হয়। 'ধুৰা'ৰ আভিধানিক অৰ্থ গীত-পদ বা দোহাৰ। সংস্কৃতত 'ধ্ৰুৱা'। বঙালীত 'ধুয়া' কয়। স্থানীয় ভাষাত ধেমালিক 'ধৈমেলি' বোলে। ধুৰাকো তেনেদৰে 'ধৈমেলি' কয়।

ধুৰাই নাটকৰ বিষয়বস্তুৰ আভাস দিয়ে— গায়ন-বায়নৰ লগত থকা সূত্ৰধাৰজনৰ হাতত থাকে এডাল চোঁৱৰ (হুয়িস্ক)। চোঁৱৰক স্থানীয় ভাষাত (উচ্চাৰণৰ ফালৰ পৰা) 'চৰ্' বোলে। হাতত লোৱা এই চোঁৱৰডালৰ যাত্ৰাভিনয় উপভোগ কৰা উপস্থিত সমাজখনৰ সৈতে এটা মানসিক (চাইকীক) সম্পৰ্ক উপস্থাপিত হৈ আছে। 'চোঁৱৰডাল' প্ৰায় এক ফুটমান দীঘল মাৰি এডালৰ এটা মূৰত এমুঠিমান দীঘল চুলিৰে বন্ধা। সূত্ৰধাৰে সেইডাল

নচুৱাই 'ধুৰা' গায়। এইখিনিৰে মনৰ কলুষিত ভাব আঁতৰাই পৱিত্ৰ কৰি 'সংস্কৃত' কৰাৰ প্ৰচেষ্টা বিশেষ। প্ৰথমে কৰে বন্দনা। তাৰপিছত শ্লোক গায়। 'জয় কৃষ্ণ বোল-হৰি বোল' বুলি একপ্ৰকাৰৰ স্তুতিমূলক গীত। কোনোৱে আকৌ 'আৰি-ও' বুলি ধুৰাৰ স্তুতি আৰম্ভ কৰে। প্ৰকৃততে সূত্ৰধাৰী নৃত্য কৰিহে ধুৰা গোৱা হয়। ধুৰাত গীত আৰু বাদ্য একেলগে উপস্থাপন কৰে। ধুৰাত এনেধৰণৰ উক্তিও কৰা হয— 'শুনা শুনা সভাসদ, আমাৰ নিবেদন অম্বৰিষ উপাখ্যান কৰিব বৰ্ণন।' ই দৰ্শক-সমাজৰ লগত সংযোগ স্থাপনৰ এটি দিশ। ধুৰাত বাদ্য হিচাপে মাথোঁ খোল আৰু 'পাতি তাল' ব্যৱহাৰ কৰা হয়।

আগতে 'ধুৰা' বঙালীতে গাইছিল। এই 'ধুৰা'ৰ ওজাপালিৰ গীত গোৱাৰ লগতো সম্পৰ্ক দেখা পোৱা যায়।

বঙালী ভাওনাৰ লগতো ইয়াৰ সম্পৰ্ক আছে। এই ভাওনা অংকীয়া ভাওনা আৰু ওজাপালিৰ সংমিশ্ৰণত উপস্থাপন কৰে। সূত্ৰধাৰজনক বোলে ওজা। চাৰিজনৰ পৰা দহজনলৈ থাকে পালি। ওজাপালি গীত গোৱাৰ দৰে তেওঁলোকে ধুৰা আৰু পদ গায়। ভাওনাৰ দৰে তেওঁলোকে নৃত্য কৰি প্ৰৱেশ কৰে আৰু প্ৰস্থান হয়। ওজাজনৰ হাতত থাকে এডাল চোঁৱৰ। এইডাল চুঁৱৰী-নেজৰ চুলিৰে তৈয়াৰী। বাদ্য হিচাপে মজলীয়া ধৰণৰ খোল বজায়। শেষত বৃত্তাকাৰে ঘূৰি ঘূৰি মুক্তিমঙ্গল ভটিমা গাই ইয়াৰ সামৰণি পেলায়।

ধুৰা গোৱা উপস্থাপনখিনিৰ অভিব্যক্তিৰ সৈতে গোৱালপাৰাৰ ভাৰীগানৰ সম্পৰ্কও লক্ষ্য কৰিবলগীয়া। তাতো হাতত চোঁৱৰ লৈ অংগি-ভংগি কৰে। দৰং জিলাত ধুৰা ভাওনা আছে। তাতো হাতত চোঁৱৰ লৈ ওজা আৰু পালিসকলে ঘূৰি ঘূৰি নাচে।

**ৰংগভূমি আৰু প্ৰথা ঃ** কীৰ্তনঘৰৰ পশ্চিম দুৱাৰমুখৰ সমুখভাগৰ কেলিকদম গছৰ তলৰ টুপৰ চোতালত আঢ়ে ফুটমানৰ ওখ উপযোগী অনুযায়ী বৰ্গক্ষেত্ৰ আকাৰৰ কাঠৰ গদি (চাং) পাতে। তাৰ ওপৰত আহল বহলকৈ চন্দ্ৰতাপ (ত্ৰিপাল) টানে। গদিৰ ওপৰত দলিচা পাৰে। ষ্টেজৰ চাৰিওদিশ মুকলিকৈ ৰখা হয়। তেতিয়া চাৰিওফালে দৰ্শকসমাজে নাট্যানুষ্ঠান উপভোগ কৰে। এইখিনিতে উল্লেখযোগ্য যে কেতিয়াবা কীৰ্তনঘৰৰ সমুখভাগত যাত্ৰানাট মেলিলে ত্ৰিকোণ পদ্ধতিত সজাই লোৱা দেখা যায়। বহা আসন হিচাপে মাটিৰ ওপৰতে থাকে ঢাৰি-পাটী বা সতৰঞ্চি। অৱশ্যে সত্ৰাধিকাৰে নাট্যানুষ্ঠান উপভোগ কৰিলে মাটিৰ ওপৰতে বিশিষ্টভাৱে 'কঠ' পাৰি দিয়া হয়। ইয়াত চকী-মেজ পাৰি নাট্যানুষ্ঠান চাব নোৱাৰে। দেউল-দোমাহীত কিবা কাৰণত বংশৰা বা হাটীয়ে যাত্ৰানাট নেমেলিলে সত্ৰত জৰিমনা দিব লাগে। তথাপি মূল নাটখন নহ'লেও ধেমালিখিনি গালেও ইয়াৰ পৰা ৰেহাই পায়।

**সুন্দৰীদিয়া সত্ৰত যাত্ৰাভিনয় ঃ** মহাপুৰুষ মাধৱদেৱে স্থাপন কৰা সুন্দৰীদিয়া সত্ৰতো দেউল-দোমাহীত যাত্ৰাভিনয় হয়। বৰপেটা সত্ৰত যেনেকৈ বংশৰা আৰু হাটীৰ দ্বাৰা যাত্ৰাভিনয় হয় ঠিক তেনেকৈ এই সত্ৰতো হাটীসমূহে দেউল-দোমাহীত যাত্ৰাভিনয় কৰে।

এই সত্ৰতো দোমাহীত পানীলাওৰ খোলাত শলিতা জ্বলাই যাত্ৰাভিনয় কৰিছিল। এই সত্ৰতো বঙালীতে প্ৰথমতে যাত্ৰাভিনয় হৈছিল। বৰপেটাৰ বাসুদেৱ পাঠকে 'সুৰথ উদ্ধাৰ' নাট এই সত্ৰত বঙালীতে কৰিছিল। বৰগীতৰ ওজা স্বৰ্গীয় দয়াল চন্দ্ৰ সূত্ৰধাৰৰ বিয়াতো এই নাটখন কৰিছিল আৰু সূত্ৰধাৰে নিজে অভিনয় কৰিছিল। সত্ৰত যাত্ৰা কৰিবলৈ হ'লে সত্ৰৰ পৰা তামোল-পাণৰ শৰাই দি হাটীসমূহক আমন্ত্ৰণ জনায়। ইয়াতো কোনোৱে যাত্ৰা নকৰিলে সত্ৰক টকাৰে জৰিমনা ভৰা প্ৰথা আছে।

এই সত্ৰত বিয়াৰ আগদিনাখন অৰ্থাৎ 'শুইন'ৰ দিনাখন বিয়াৰ ৰভাতলিত নাট্যাভিনয় প্ৰদৰ্শন কৰাৰ এটা দস্তুৰ আছিল। এই সত্ৰত উত্তৰ হাটীৰ 'সুৰথ উদ্ধাৰ' আৰু পূব হাটীৰ 'মান্ধাতা'ই বিখ্যাত পালা হিচাপে বিপুল সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছিল। এই সত্ৰত 'বুঢ়া দল' নামেৰে এটা যাত্ৰাদলে বহুদিনলৈকে যাত্ৰানাট কৰিছিল। এই 'বুঢ়াৰ দল'টোৰ ভিতৰত 'বৈঠকী' গাই ফুৰা বৈঠকী দলো আছিল। শ্ৰীযুত গিৰীশ চন্দ্ৰ শৰ্মাই 'নহুচ উদ্ধাৰ' নাট অসমীয়ালৈ অনুবাদ কৰি আৰু পশ্চিমহাটীৰ হৰিদয়াল পাঠকে 'সুভদ্ৰা হৰণ' আৰু 'জৰাসন্ধ বধ' মৌলিক যাত্ৰা-নাট লিখি সত্ৰৰ চৌহদত অভিনীত কৰিছিল। ১৯৩৭ চনত শ্ৰীকিৰণ দাসে 'পণ মুক্তি' নাট অনুবাদ কৰি সুন্দৰীদিয়া সত্ৰত আৰু বৰপেটা সত্ৰত অভিনীত হৈ আজিলৈকেও নাটখনে ৰাইজৰ অন্তৰঙ্গতা স্থাপন কৰিবলৈ সক্ষম হৈছে।

সুন্দৰীদিয়াত উল্লেখযোগ্য যাত্ৰাভিনয় আছিল—'বৃত্ৰাসুৰ বধ', 'ৰামায়ণ', 'পণমুক্তি'। ইয়াত ত্ৰিকোণ পদ্ধতিৰে নাট্যাভিনয় হয়। হালধি বটি, ডালিমৰ বাকলি, সেন্দূৰ আৰু চূণেৰে ৰং তৈয়াৰ কৰি ৰূপসজ্জা কৰি লৈছিল আৰু সেইবোৰেৰে কোনো নাটকৰ ক্ষেত্ৰত দৃশ্যপটো আঁকি লৈছিল। সুন্দৰীদিয়া সত্ৰত সহ-অভিনয় হোৱা বুলি জানিব পৰা যায়। বৰপেটা সত্ৰত সহ-অভিনয় কৰা অৱশ্যে সত্ৰীয়া প্ৰচলিত ৰীতি-নীতিৰ বাবে নিষেধ আছে। সুন্দৰীদিয়া সত্ৰত জনসাধাৰণৰ সেয়া ঐকান্তিক আৰু গণতান্ত্ৰিক প্ৰচেষ্টাৰ নিদৰ্শন।

সুন্দৰীদিয়া সত্ৰৰ গাতে লাগি থকা বামুণা গাঁৱতো দেউল আৰু দোমাহীত যাত্ৰাভিনয় হয়। কিন্তু ইয়াত 'বালী বধ' শীৰ্ষক ভাওনাক যাত্ৰাভিনয় হিচাপেও কৰিছিল। বৰপেটা সত্ৰত যাত্ৰা-নাটৰ 'সুচনা' কৰে সূত্ৰধাৰে। কিন্তু সুন্দৰীদিয়াত যাত্ৰাভিনয়ৰ বিষয়বস্তুৰ আভাস পুতলা-সদৃশ দুজন 'ঘেচ্‌ৰা-ঘেচ্‌ৰি' মুখেৰে কয়। সেয়া চাৰ্কাচৰ জোকাৰৰ নিচিনা। বাৰাদি সত্ৰতো যাত্ৰভিনয়ৰ প্ৰচলন আছে।

**আৰু যাত্ৰাগান ঃ** আগতে উল্লেখ কৰা হৈছে যে যোগাযোগৰ মাজেৰে আৰু এক সহজাত আনুগত্যৰ বাবেই অসমীয়া মানুহৰ মনত উদয় হ'ল পাৰস্পৰিক সম্পৰ্কত যাত্ৰাগানৰ প্ৰতি প্ৰেম।

উৎসৱ, তিথি-পাৰ্বনত সময়ত সত্ৰত যাত্ৰাভিনয় কৰাৰ উপৰিও ইয়াৰ আগৰে পৰাই বৰপেটাত যাত্ৰাগান অনুষ্ঠিত হৈছিল। সেইমতেই বিয়া-সবাহত যাত্ৰাভিনয় কৰা আৰু

'বৈঠকী' অনুষ্ঠিত কৰাৰ প্ৰবল হাবিয়াস আছিল। আচলতে এয়া প্ৰথমতে বিশিষ্ট লোকৰ ('ভাল মানুহ' বুলি সমাজত চিহ্নিত) বিয়াসবাহত অনুষ্ঠিত কৰা এটা দস্তুৰ আছিল। এই পৰম্পৰা অসমৰ বিভিন্ন ঠাইত প্ৰচলিত আছিল আৰু লিখিত যাত্ৰাগান কৰাৰ পূৰ্বে বিয়াঘৰ কিছুমানত আজৰি সময়ত বিয়াঘৰীয়া মানুহক মনোৰঞ্জন দিবৰ বাবে হাতে হাতে ধেনুকাঁড় লৈ অভিনয়সুলভ ভাওনা পাতিছিল। জানিব পৰা মতে প্ৰায় ১৮৪০ খৃষ্টাব্দত জখলাবন্ধা সত্ৰৰ গোঁহাই চন্দ্ৰকান্ত অধিকাৰীৰ ঘৰত হেনো হৈছিল। অসমৰ কামৰূপ অঞ্চলতো কন্যা সম্প্ৰদানৰ লগত দৰা-ঘৰীয়া লোকক নাট্যাভিনয় দেখুৱাই আপ্যায়িত কৰা এটা প্ৰথা আছিল। অসমৰ মৰ্যাদাসম্পন্ন ব্যক্তিৰ ঘৰত বিয়াসবাহ আৰু তিথিসমূহত বৰধেমালি নাটধেমালি কৰা প্ৰথা আছিল বুলিও জনা যায়। ঠিক এনেদৰেই বৰপেটাত বিয়াঘৰত যাত্ৰাগান (কিছু আধুনিক থিয়েটাৰ সুলভ) প্ৰচলিত আছিল। ১৯২৩ চনত দহাটীৰ স্বৰ্গীয় গিৰিশ চন্দ্ৰ চৌধুৰীৰ ভায়েকৰ বিয়াত এখন উল্লেখযোগ্য নাট্যাভিনয় হৈছিল। সেয়া আছিল 'দেৱলাদেৱী'ৰ নাট্যাভিনয়। 'দেৱলাদেৱী'ৰ ভূমিকাত আছিল বৰগীত ওজা দয়ালচন্দ্ৰ সূত্ৰধাৰ, স্বনামধন্য শিল্পী ব্ৰজ শৰ্মা আছিল 'কাফুৰ খাঁ' আৰু নাটৰ পৰিচালক মহেশ পাটোৱাৰী 'কমলাদেৱী', মোহনলাল চৌধুৰী 'লক্ষ্মী বাই' আৰু প্ৰসন্নলাল চৌধুৰী আছিল 'কৰুণ সিংহ'। দয়ালচন্দ্ৰ সূত্ৰধাৰৰ বিয়াতো হৈছিল 'সুৰথ উদ্ধাৰ' নাট আৰু সূত্ৰধাৰে নিজে অভিনয়ো কৰিছিল।

**ব্ৰজ শৰ্মা ঃ** অসমৰ নাট্য-জগতৰ কৰ্ণধাৰ সৈনিক-শিল্পী ব্ৰজ শৰ্মাৰ জন্ম হৈছিল শিলাত। কিন্তু ১৯১৪-১৮ চনত বিশ্ব মহাসমৰৰ পিছত বৰনগৰ (সৰভোগ) অঞ্চলৰ মাদুলীঝাৰত ঘৰদুৱাৰ বান্ধি স্থায়ীভাৱে বসবাস কৰিবলৈ লয়। ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ সময়ত তেওঁ আছিল কংগ্ৰেছৰ কৰ্মী। মহাসমৰত তেওঁ 'সৈনিক'ৰ কাম কৰিছিল। বাগদাদ আৰু বছোৰাত বঙালী বন্ধুৰ সৈতে নাটক মঞ্চস্থ কৰিছিল। পিছত ১৯২২ চন মানত তেওঁ যাত্ৰাপাৰ্টী খোলে শিলাত, কিন্তু ১৯২৪ চনত যাত্ৰাপাৰ্টী ভাঙি যোৱাত বৰনগৰলৈ আহি 'আসাম কহিনুৰ অপেৰা' খোলে। এই অপেৰাতে তেওঁ অসমত প্ৰথম 'সহ-অভিনয়'ৰ (নাৰী চৰিত্ৰৰ বাবে অভিনেত্ৰী লগত লৈ) পাতনি মেলে। তেওঁ 'পালা'ৰ গানত বিবেকৰ গানো গাইছিল। স্বাধীনতাপিপাসু ব্ৰজ শৰ্মাই ভাৰতৰ স্বাধীনতা সংগ্ৰামত অংশ লৈ বৰনগৰৰ বেকী নদীৰ পাৰৰ বৃটিছৰ বিমানঘাটিত জুই জ্বলাইছিল ১৯৪২ চনৰ ২৬ আগষ্টত। ব্ৰজশৰ্মাৰ বাংলা যাত্ৰা 'বাচস্পতি মিশ্ৰ' উল্লেখযোগ্য আছিল।

এনেকৈয়ে বৰপেটাত বিশিষ্ট লোকৰ ঘৰৰ চোতালৰ পৰা বাগৰি আহি অপ্ৰত্যাশিতভাৱেই বাজনাৰ লগত তাল মিলোৱাৰ নিচিনাকৈ 'যাত্ৰা-থিয়েটাৰ' আৰু 'বৈঠকী' নিম্ন-মধ্যবিত্তৰ ঘৰৰ বিয়াসবাহৰ চোতালতো শোভা পাইছিল। কিন্তু এইটো ঠিক যে 'বৈঠকী'ৰ গীতবোৰৰ মাজেৰে নিভাঁজ জনজীৱনৰ প্ৰতিচ্ছবি ফুটি উঠিছিল আৰু সংগীতৰ প্ৰতিও মানুহৰ অনুৰাগ বঢ়াইছিল। আনহাতে উল্লেখিত যাত্ৰা-গানৰ পৰাই কিছুমান উল্লেখযোগ্য অভিনেতাৰ জন্মও হয়।

বৰপেটাৰ আশে-পাশে থকা বিলপাৰা, কলবাৰী, মৰোৱা, বৈনাকুছিৰ যাত্ৰা-গান পাৰ্টিয়ে বৰপেটা সত্ৰৰ কীৰ্তনঘৰৰ চৌহদৰ সন্মুখত যাত্ৰাভিনয় কৰিছিল। মৰোৱাৰ যাত্ৰাদল অৰ্থাৎ মৰোৱাৰ পাৰ্টি বুলিলে অৰুণ বৈশ্যই আৰম্ভ কৰা 'উৰোৰ পাৰ্টি'ৰ কথাই মনলৈ আহে। এতিয়া তাত ভাগ্যদেৱীৰ নামফলক আছে। এই যাত্ৰাদলৰ যাত্ৰাভিনয় সত্ৰীয়া পৰম্পৰাৰ বাহিৰত। এই যাত্ৰাদলবোৰক 'বন্দোবস্তি' কৰি অনাৰ বাবে মানুহৰ মুখে মুখে ইয়াক 'কিনা গাহন' বুলি কয়। আজি প্ৰায় তিয়াল্লিছ বছৰ আগতে কীৰ্তনঘৰৰ চৌহদৰ সন্মুখতে বদনে অসমলৈ মান অনা বিষয়বস্তুৰে 'মান সিংহ' নামেৰে এখন যাত্ৰাভিনয় কৰিছিল পদ্মৰাম বায়নৰ দলে— 'আঘোণা বংশ'ৰ সহযোগত। ইয়ে দৰ্শকৰ ওপৰত বাৰুকৈয়ে প্ৰভাৱ পেলাইছিল। আচলতে এই যাত্ৰাগানবোৰ আৰু বিয়া-সবাহত কৰা যাত্ৰাভিনয়বোৰ বৈষ্ণৱীয় মতবাদৰ সনাতনধৰ্মী নহয়, পৰিবেশন-আঙ্গিকো সত্ৰীয়া পৰম্পৰাৰ পৰা সম্পূৰ্ণ দূৰত।

**সংগীত সম্পৰ্কত ঃ** সংগীত তথা আৱহ সংগীতৰ স্ৰষ্টাসকলৰ মতে মণিপুৰী লোকজীৱনৰ লগত জড়িত যাত্ৰাগানৰ আৱহসংগীতৰ বঙালী আৱহসংগীতৰ সৈতে সম্পৰ্ক বিদ্যমান। অসমত তথা বৰপেটাতো যি কনছাৰ্ট সংগীত ব্যৱহাৰ কৰা হয় ই বঙালী সংগীতৰ পৰা অহা। সাধাৰণতে কনছাৰ্ট সংগীতত হিন্দুস্থানী সংগীতৰ ৰাগৰ ভিত্তিত জনপ্ৰিয় গীতৰ সুৰ বজায়। সেয়ে থলুৱা বাদ্যযন্ত্ৰৰ লগত ইয়াৰ ব্যৱহাৰ দেখা যায় — হাৰমনিয়াম, বিকুল, কাৰাক্কা, ডামাঢোল, ক্লেৰিওনেট আদিৰ। বৰপেটা সত্ৰত যাত্ৰাভিনয়ৰ আৱহ সংগীতত বাদ্য ব্যৱহাৰ হয় — খোল, তাল, নাগেৰা। কিন্তু পৰৱৰ্তী কালছোৱাত হাৰ্মনিয়াম, তবলা, ঢোলক, ব্যৱহাৰ কৰা দেখা যায়। উদাহৰণস্বৰূপে বিবেক হিডাপে গোৱা ঃ

ক'ত আ-ছা প্ৰাণৰ হৰি
দেখা দিয়া এবাৰ দয়া ক'ৰি—

জাতীয় গীতত হাৰ্মনিয়াম আৰু তবলা ব্যৱহাৰ হৈছিল। তদুপৰি একে সময়ছোৱাতে গোৱা 'হে জয় ৰঘুৰ নন্দন হে ৰাঘৱ' গীতত মাথোঁ খোল আৰু তালহে ব্যৱহাৰ হৈছিল। সত্ৰীয়া পৰম্পৰাৰ বাহিৰত থকা যাত্ৰাগানত দেখিবলৈ পোৱা গৈছিল ছোকৰাৰ গীত তথা নৃত্য। তেনে এটি ছোকৰাৰ গীত বিয়াসবাহৰ 'বৈঠকী' অনুষ্ঠানতো পৰিবেশিত হৈ জনপ্ৰিয় হৈ উঠিছিল। গীতটোৰ ৰচনা আছিল দয়ালচন্দ্ৰ সূত্ৰধাৰৰ। গীতটো উল্লেখ কৰা হ'ল ঃ

হুকা চিলিমযোৰা
গাজাকুটা পীৰা
যতনে ৰাখিবি দে
শাৰী চেমেজ চোলা
মলিয়া পৰিছে
নিকাই আনিবি দে

ধেৎতেৰিকা ধেৎতেৰিকা
ধেৎতেৰিকা ধেৎতেৰিকা
কিনো হল কাজ
মেখ্‌লাখেন ধুৰন্তে
কিনো লাগে লাজ
আটাল খাইটি হাড়ীত খাইটি
লমগ নাকি চব
তই বুঢ়া হলি মই বুঢ়ী হলু
কোল্লু ধৰফৰ[১]।

এই গীতৰ মাজেৰে জন-উল্লাসপূৰ্ণ মধুৰ শিল্পভাৱনা প্ৰকাশ হৈছে। এনেধৰণৰ গীতৰ ছোক্‌ৰা-নৃত্য চাই দৰ্শক ৰাইজ উৎফুল্ল হৈ তথা কোনো সুদক্ষ অভিনেতাৰ অভিনয়ৰ সাফল্য হোৱা দেখিলেও (আনকি সত্ৰৰ ভিতৰত হোৱা অভিনয়ৰ সাফল্য হোৱা দেখিলেও) 'বাহাৰ' দিয়ে[২]। 'বাহাৰ'বোৰ এনেধৰণৰ— 'এংকোৰ-এংকোৰ', 'বাৰে-ব্বা', 'ঘূৰি ঘূৰি' ইত্যাদি। ছোক্‌ৰাগীত আৰু নৃত্যবোৰৰ ব্যৱহাৰিক অৰ্থ আছিল একঘেয়ামী আৰু গতানুগতিকতাক ভাঙি দৰ্শকৰ মনত আনধৰণে মনোৰঞ্জন দি আৰু বিশ্ৰাম দি পুনৰ ঘটনাক্ৰমলৈ দৰ্শকক লৈ যোৱাটো। আনহাতে 'বিবেক'ৰ ক্ষেত্ৰত কিন্তু যাত্ৰাভিনয়ৰ বিষয়বস্তুৰ ক্ৰমৰ সৈতে দৰ্শকৰ অন্তঃস্থলীত চাৰিত্ৰিক ভাবৰ গাম্ভীৰ্য আৰু বেদনাহত ৰূপখিনি ৰেখাপাত কৰাৰ চেষ্টা চলোৱা হয়। 'বিবেক'— দৰ্শক আৰু নাটৰ চৰিত্ৰৰ সৈতে একীভূত কৰা প্ৰক্ৰিয়াৰ এক ৰোমন্থনৰ উপাদান। এই বিবেক গাঁৱলীয়া সমাজজীৱনৰ সাধাৰণ মানুহক ভবাই তোলাৰ আৰু বিষয়বস্তুলৈ আকৰ্ষিত কৰাৰো অতি সহজ উপায় আছিল। ব্ৰেখ্‌টীয় থিয়েটাৰৰ alienation (বিচ্ছেদীকৰণ) ইয়াতেই অনুভৱ হয়। লাহে লাহে কিন্তু ছোক্‌ৰা গীতত ফিল্মীয় গানৰো প্ৰভাৱ পৰিছিল। (যথা ঃ 'দম্ দম্ দিগা দিগা মৌসম্ ভিগা ভিগা' ইত্যাদি) এয়া আছিল জনজীৱনৰ শিল্প মাধ্যমত প্ৰত্যক্ষভাৱে পৰা

---

১। গীতটোত স্থানীয় শব্দৰ ব্যৱহাৰ হৈ আছে ঃ হকা-হোঁকা, ধোঁৱা খোৱা এবিধ পাত্ৰ; মেখলাখেন— মেখলাখন, আটাল — ঘৰৰ চতিৰ ওপৰত গড় পাৰি সজা চাং, ই কাঠেৰে আৰু বাঁহেৰে নিৰ্মিত; ইয়াত ঘৰ এখনৰ প্ৰয়োজনীয় ডাঙৰ সামগ্ৰী (ঐতিহ্যমণ্ডিত) আৰু খাদ্যবস্তুৰ ডাঙৰ সম্ভাৰ তুলি থৈ দিয়া হয়। হাৰীত — নোহোৱা কৰা, ওপৰতে নোহোৱা কৰা। এতেকে — 'আটাল খাইতি হাড়ীত খাইতি' গোপনে থৈ দিয়া বস্তু আৰু খাদ্যসামগ্ৰী লোভৰ বশৱৰ্তী হৈ নোহোৱা কৰি থোৱা। হলু — হলো। কোল্লু — কৰিলো।

২। বাহাৰ — 'বা ঃ বা ঃ'। সাফল্য আৰু নিপুণতাৰ বাবে হাতচাৰিৰে দিয়া প্ৰশংসাসূচক শব্দোক্তি। 'বাহাৰ' সংগীতৰ (গীতৰ) গতিক আগবঢ়াই নিয়া বা সুৰৰ উত্থান-পতনৰ সৈতে সম্পৰ্কিত ছন্দোময় তাল বিশেষ।

ধনতান্ত্ৰিক প্ৰভাৱ। সুন্দৰীদিয়া সত্ৰৰ যাত্ৰাভিনয়ৰ স্বৰ্গীয় কাইলা ওস্তাদ (কাঠৰ মিস্ত্ৰী) কনছাৰ্ট সংগীত সৃষ্টি কৰাত আছিল ওস্তাদ। আন কেইগৰাকীমান হ'ল — ঁমাধৱ তালুকদাৰ (বৰদলৈ), ঁভবেন পাঠক, ঁচন্দ্ৰমোহন দাস (বেফাই) আৰু ঁবিশ্বনাথ মেধি। বামুণা গাঁৱৰ হেমচন্দ্ৰ দাসে (হেমেল) যাত্ৰাগানৰ বাবে এটা সময়ত কনছাৰ্ট পাৰ্টি এটা গঢ়ি তুলিছিল।

**যাত্ৰাভিনিয়ৰ শিল্পী ঃ** সত্ৰীয়া জীৱনধাৰাত নিস্তৰংগ বিলৰ পানীত আবদ্ধ হৈ থকাৰ দৰে জীৱননিৰ্বাহ কৰি থকা মানুহখিনিয়ে মুঠি মাৰি ৰাখিছে লোকসংস্কৃতি আৰু লোককলা। বংশৰাসকলৰ সহিতে হাটীসমূহে যাত্ৰাভিনয় কৰা তথা যাত্ৰাগানৰ 'পালা' আৰু ভাওনা কৰা শিল্পী-মানুহখিনি (আৰু সত্ৰীয়া, পাইকৰ ভিতৰত থাকি কীৰ্তনঘৰত নামলগোৱা, বন্তি জ্বলোৱা, ভোৰতাল বজোৱা, খোল বজোৱা, দেউলোৎসৱত গোসাঁইৰ দোলা সজোৱা কিম্বা অলংকৃত কৰা) তথা আন যাত্ৰাগানৰ শিল্পী মানুহখিনি হ'ল সাধাৰণভাৱে জীৱন নিৰ্বাহ কৰি থকা মানুহ। অম্বিকাগিৰী ৰায়চৌধুৰীৰ যাত্ৰাদল, মনহৰি দাসৰ যাত্ৰা পাৰ্টি, সুন্দৰীদিয়া আৰু বামুণাগাঁৱৰ যাত্ৰা কৰা দলত জড়িত আছিল সাধাৰণ বৃত্তিধাৰী দোকানী, দৰ্জি, মিস্ত্ৰী, সাধাৰণ বেপাৰী আৰু খেতি-বাতি কৰি জীয়াই থকা মানুহ। প্ৰশিক্ষণ আৰু উচ্চ ডিগ্ৰী নোহোৱা এইখিনি মানুহে নাট অনুবাদ কৰিছিল, পৰিচালনা কৰিছিল, অভিনয় কৰিছিল, গীত ৰচিছিল, সুৰ দিছিল, কনছাৰ্ট পাৰ্টি সৃষ্টি কৰিছিল। সজ অৰ্থত জনগণৰ নাট্যানুষ্ঠানৰ গুৰি ধৰিছিল। সুন্দৰীদিয়াৰ যাত্ৰা কৰা খেতিয়ক মানুহখিনিয়ে বাৰ মাইল দূৰৰ পৰা পামত কাম কৰি আহি নিশা যাত্ৰাভিনয়ৰ আখৰা অতি হেঁপাহেৰে কৰে। বৰপেটাৰ ৰামো ৰাজাই (ৰামোৰাম তালুকদাৰ) অশেষ কষ্টৰ মাজেৰে যাত্ৰাৰ আখৰাত উপস্থিত হৈছিল। যাত্ৰাভিনয়ৰ মৰ্মে এই পুৰণি লোককলা আংগিকটোক সাধাৰণ মানুহখিনিয়ে (খাটি-খোৱা) গাঁৱে-ভূঞে তথা চহৰ অঞ্চলতো জীয়াই ৰাখিবলৈ যত্ন চলাই আছে। স্বভাৱ কবি নিংনি ভাৰৰীয়াও আছিল যাত্ৰাভিনয়ৰ এগৰাকী ৰসিক ভাৰৰীয়া।

বৰপেটা সত্ৰৰ 'টুপৰ চোতালত' হোৱা দক্ষিণহাটীৰ যাত্ৰাগানৰ কেইগৰাকীমান শিল্পীৰ নাম উল্লেখনীয়। তেওঁলোক হ'ল— ৰাধাকান্ত তালুকদাৰ, প্ৰয়াত মনোৰঞ্জন দাস (গেৰু মাষ্টৰ), প্ৰয়াত ধৰণীধৰ চৌধুৰী, প্ৰয়াত হেমন্ত চৌধুৰী, জ্ঞানৰঞ্জন দাস, খৰ্গধৰ দাস, প্ৰয়াত দেবেন দাস, প্ৰয়াত খগেন ভূঞা, প্ৰয়াত কমলোচন দাস (ৰাঙা), প্ৰয়াত গণেশ দাস, বিবেকা ৰঞ্জন ৰায়চৌধুৰী, অজয় বায়ন, ব্ৰজেন ৰায়চৌধুৰী, দয়াময় দাস আৰু অজিত ভূঞা। মনোৰঞ্জন দাসে সত্ৰৰ তিথি-পৰ্ব উৎসৱত গায়ন-বায়নৰ দলত খোল আৰু তাল বজাইছিল। তেওঁ এজন সুখ্যাত তবলা বাদকো। তেওঁৰ পৰিয়ালখনত সংগীত-চৰ্চাৰ চানেকি পোৱা যায়। ব্ৰজেন ৰায়চৌধুৰীয়ে যাত্ৰাগানত 'বিবেক'ৰ চৰিত্ৰত অৱতীৰ্ণ হৈ গান গাইছিল। তদুপৰি ৰায়চৌধুৰী আৰু দয়াময় দাসে (প্ৰয়াত প্ৰহ্লাদ চন্দ্ৰ দাস মাষ্টৰৰ দ্বিতীয় পুত্ৰ) 'লৱ-কুশ' নাটকত ক্ৰমে 'লৱ' আৰু 'কুশ'ৰ চৰিত্ৰাভিনয়ত সুন্দৰ অভিনয় কৰিছিল। জানিব পৰামতে ধৰণী

চৌধুৰীয়ে 'পণমুক্তি' নাটকত বাসুকীৰ চৰিত্ৰত মৰ্মস্পৰ্শী অভিনয় কৰিছিল। ৰাধাকান্ত তালুকদাৰক যাত্ৰাভিনয়ত এইকাৰণেই ভাল লাগিছিল— তেওঁৰ অভিনয় ভংগিমাই যাত্ৰাসুলভ। দক্ষিণহাটীৰ যাত্ৰাভিনয়ৰ পৰিচালক ৰূপে প্ৰয়াত মুনীন্দ্ৰ নাথ বায়নৰ বিশেষ খ্যাতি আছিল।

## যাত্ৰাত ব্যৱহৃত বাদ্যযন্ত্ৰ

**খোল ঃ** মৃদঙৰ অনুৰূপ। দৈৰ্ঘ্যৰ ফালৰ পৰা মৃদঙতকৈ অলপ সৰু। খোলৰ দুইমূৰ মাটিৰে তৈয়াৰী। কিন্তু বাকী অংশ কাঠেৰে নিৰ্মিত। 'কথাগুৰু চৰিত'ত খোলৰ জোখ দিয়া আছে। ইয়াৰ মতে বাঁওহাতৰ পৰিমাণ তেৰ আঙুল, কিন্তু সোঁহাতৰ পৰিমাণ সাত আঙুল। খোলৰ সোঁ আৰু বাঁওৰ আঘাত স্থানৰ জোখ হ'ল ক্ৰমে ন আঙুল আৰু তেৰ আঙুল।

**তাল ঃ** তাল তিনি প্ৰকাৰৰ। বৰতাল (বা ভোৰতাল), পাতিতাল আৰু খুটিতাল। তাল অৱশ্যে বিভিন্ন প্ৰকাৰৰ পোৱা যায়। ই কাঁহেৰে নিৰ্মিত। থিয়নাম (আৰু জুনানাম)ত আৰু আনধৰণৰ নাম-কীৰ্তনত বৰতাল ব্যৱহাৰ কৰা হয়। পাতিতাল ভাওনা আৰু সেৱাৰ কীৰ্তন কৰিলে ব্যৱহাৰ কৰা হয়। খুটিতাল ওজাপালিত ব্যৱহাৰ কৰা হয়। খুটিতালক বড়োসকলে 'জোথা' বোলে।

**নাগেৰা ঃ** স্থানীয় ভাষাত নাগৰা বোলে। ই এবিধ আনদ্ধ যন্ত্ৰ। দেখিবলৈ তবলাটোৰ নিচিনা যদিও পিছ ফালে আংশিক জোঙামুখী। ইয়াক যোৰে সৈতে এফুটমান দীঘল দুডাল মাৰিৰে বজোৱা হয়। সাধাৰণতে থিয়নাম, জুনানাম আৰু ভোৰতাল নৃত্যত ব্যৱহাৰ কৰা হয়।

**ঢোলক ঃ** ইও এবিধ আনদ্ধ যন্ত্ৰ। ই দেখিবলৈ ঢোলৰ নিচিনা। ঢোলকক 'ঢুলকী'ও বোলে। স্থানীয় ভাষাত 'ঢুলুক' বুলিও কয়। বড়োসকলে ইয়াক 'খাম' বোলে। এই ঢোলক সাধাৰণতে হোলী গীতত ব্যৱহাৰ কৰে।

**ডামাঢোল, বেনা, ক্লেৰিওনেট আৰু বিকুল ঃ** এই বাদ্যযন্ত্ৰবোৰ সাধাৰণতে বাহিৰৰ পৰা অহা দলৰ যাত্ৰাগানত দেখিবলৈ পোৱা যায়। 'বেনা' হ'ল একতাঁৰ বিশিষ্ট যন্ত্ৰ। ইয়াক ৰেপনি দি বজোৱা হয়। উজনিৰ বীণখনকে হেনো বেনা বোলে। ইয়াৰ বাহিৰেও বাঁহৰ বাঁহীৰ ব্যৱহাৰো (বৰপেটাৰ যাত্ৰাভিনয়তো) দেখা যায়।

**সাজ-পোছাক ঃ** ভাওনা কৰা গায়ন-বায়ন আৰু সূত্ৰধাৰে মাটিত ওলমি থকাকৈ থোৰ মাৰি চুৰিয়া পিন্ধে। ভাওনাৰ সূত্ৰধাৰ আৰু ধেমালি গোৱা সূত্ৰধাৰে কঁকালৰ গাঠিৰ সৈতে সংলগ্ন হৈ থকাকৈ বাচোৱোল নামৰ সাজ পিন্ধে। মূৰত নৌকা আকৃতিৰ পাগুৰি মাৰে। তুলনামূলকভাৱে পিছফালতকৈ সমুখভাগৰ ওপৰৰ পিনে জোঙাকৈ ৰখা হয়। সমালোচক পণ্ডিতসকলৰ মতে সূত্ৰধাৰৰ পাগুৰিৰ পাগৰ সৈতে ৰাজপুত সেনানীৰ পাগ আৰু মোগল সম্ৰাটৰ পাগৰ সাদৃশ্য আছে। সূত্ৰধাৰে হাতত পিন্ধে গামখাৰু, ভৰিত জুনুকা।

ওজাপালিৰ সূত্ৰধাৰে ডিঙিত পিন্ধে তুলসীৰ মালা। সূত্ৰধাৰে কান্ধত লয় এখন উত্তৰীয় (এই উত্তৰীয়া কায়স্থ গোসাঁইসকলৰ বিশেষ সাজ)। যাত্ৰাভিনয় আৰু ভাওনাত সৈন্য-সামন্তসকলৰ পোছাক-পৰিচ্ছদবোৰ আটিলকৈ পিন্ধা হয়। কৃষ্ণৰ চৰিত্ৰৰ বাবে মূৰত পিন্ধে কিৰীটি। কিৰীটিৰ ওপৰত ময়ূৰৰ পাখি লগোৱা থাকে। তিৰোতাৰ চৰিত্ৰ ৰূপ দিয়া ডেকা ল'ৰাই মূৰত পিন্ধে দীঘল 'উয়িগ'।

**অভিনয়ৰ বাবে প্ৰয়োজনীয় সামগ্ৰী ঃ** যাত্ৰাভিনয় আৰু ভাওনাত ব্যৱহাৰ কৰা 'অভিনয়-সামগ্ৰী হ'ল — ধেনু-কাঁড়, ঢাল-তৰোৱাল, যাঠি, গদা, শংখ, চক্ৰ আদি। কেতিয়াবা দৈত্য-পিশাচ আৰু পশু-পক্ষী চৰিত্ৰৰ কৰে 'মুখা'ৰ ব্যৱহাৰো হয়।

**পোহৰ ঃ** আগতে ভাওনা আৰিয়া জ্বলাই কৰা হৈছিল। যাত্ৰাভিনয়ো এনেদৰে কৰা হৈছিল। কেতিয়াবা পানীলাউৰ খোলাত শলিতা জ্বলাইছিল। কেতিয়াবা দীঘল দীঘল বাঁহৰ কাঠি কৰি তাৰে এমূৰত এৰাঁসূতাৰ ডাঙৰকৈ জুমুঠি বান্ধি মিঠাতেলত জুবুৰিয়াই জুই লগাই পোহৰৰ ব্যৱস্থা কৰা হৈছিল। গুৰু আসনৰ সন্মুখত ভাওনা কৰিলে মাটিৰ চাকি আৰু বন্তি জ্বলাইও ভাওনা কৰিছিল। ইয়াৰ পিছত যাত্ৰাভিনয় হ'বলৈ ধৰে 'হেজ্চক লাইট' আৰু 'দে-লাইট'ৰ পোহৰেৰে। তাৰ পিছত এতিয়া বিজুলী চাকিৰ পোহৰ আহিল।

## আধুনিক নাট্যাভিনয়

আধুনিক নাট্যাভিনয় বুলি কওঁতে প্ৰসেনিয়াম বা ক্লোজ থিয়েটাৰকে বুজোৱা হৈছে। ঊনবিংশ শতিকাৰ শেষচোৱামানৰ পৰা অসমৰ বিভিন্ন ঠাইত পাশ্চাত্যৰ আৰ্হিত ৰঙ্গমঞ্চ গঢ়ি উঠিল। বঙ্গদেশৰ প্ৰভাৱেৰে আধুনিক থিয়েটাৰ আৰম্ভ হয়। গুণাভিৰাম বৰুৱাৰ 'ৰাম নৱমী' নাটকত আধুনিক চিন্তাৰ প্ৰথম প্ৰতিফলন ঘটে। 'যুগৰ দাবী মানি যাত্ৰা আৰু ভাওনা কৰা সংঘইও মঞ্চত অভিনয় কৰে আৰু থিয়েটাৰ কৰা সকলেও দৰকাৰ অনুযায়ী মুকলি মঞ্চতো অভিনয় কৰে।' পাশ্চাত্য তথা কলিকতীয়া ৰঙ্গমঞ্চৰ আদৰ্শ আৰু অনুকৰণত অসমৰ বিভিন্ন ঠাইত নাট্যদল আৰু মঞ্চ গঢ়ি উঠাৰ লগতে বৰপেটাতো নাট্যদল আৰু ৰঙ্গমঞ্চ গঢ়ি উঠে। জীৱন-নিৰ্বাহ কৰাটোৱে একমাত্ৰ যেতিয়া চিন্তাৰ কাৰণ আছিল তেতিয়াই অসমীয়া সমাজ জীৱনত, দ্বিতীয় মহাযুদ্ধৰ মাজেৰে অহা 'বিয়াল্লিছৰ মুক্তি সংগ্ৰামৰ বিয়োগান্ত পৰিণতিতে'ই নৱজীৱনৰ সপোনে আধুনিক চিন্তাৰ জন্ম দিয়ে। শিক্ষিত সমাজেও ৰামধেনুৰ বৰ্ণবৈচিত্ৰ্যৰ দৰে বিভিন্ন বৰ্ণৰ অস্তিত্ব অনুভৱ কৰিলে। গতিকে মানসিক অপৰিতৃপ্তিৰ ফলস্বৰূপেই অংকীয়া ভাওনা, যাত্ৰাভিনয় আদিকে ধৰি সংস্কৃতিৰ পৰম্পৰাক শ্ৰদ্ধাৰ ভিতৰত ৰাখি থৈ জীৱনৰ মূল্য আনধৰণে বিচাৰি যুক্তিবিজ্ঞানৰ ভেটিত স্বাভাৱিকতে মন মেলিলে আধুনিক থিয়েটাৰী কলাকৌশলৰ প্ৰতি। বাস্তৱবাদৰ ঢৌতে মানুহৰ চিন্তা-চেতনাই আন ধৰণে গতি কৰিলে। পাশ্চাত্যৰ আৰ্হিৰে সৃষ্টি হ'ল

আঁৰকাপোৰ (ড্ৰপস্ক্ৰিন), দৃশ্যপট (প্ৰিণ্টেড স্ক্ৰিন), পাৰ্শ্বপট (উয়িংচ), অৰ্কেষ্টা আদিৰ। সৃষ্টি হ'ল পোহৰৰ বিভিন্ন ৰঙৰ কলাকৌশল, নেপথ্য সংলাপ, ঘোষকৰ সূত্ৰপাত, মেলোড্ৰামাটিক সংলাপ আৰু আৱহ সংগীতৰ। কিন্তু এই কথাও স্বীকাৰ্য যে যাত্ৰাগানৰ আৱহ সংগীতেও অসমীয়া থিয়েটাৰত যথেষ্ট প্ৰভাৱ পেলাইছে। ইয়াৰ ফলত লোকসংগীতৰ বাদ্যযন্ত্ৰ আৰু আধুনিক থিয়েটাৰৰ আৱহ সংগীতৰ মাজত এটা সমন্বয় স্থাপন হৈছে।

মধ্যযুগৰ সাংস্কৃতিক পৰম্পৰাৰে পিছলৈ দেউল, দোমাহী আৰু বিয়াসৱাহত হোৱা যাত্ৰাগানৰ মাজেৰে বাট বুলি বৰপেটাতো আধুনিক থিয়েটাৰৰ প্ৰতি এচাম শিক্ষিত লোকৰ মন আকৃষ্ট হয়। মানুহৰ চোতালে চোতালে নাট নিবেদন কৰি পুঁজি সংগ্ৰহ কৰিব ধৰিলে স্থায়ী প্ৰেক্ষাগৃহ আৰু ৰঙ্গমঞ্চ নিৰ্মাণৰ বাবে।

## মিলন মন্দিৰ ঃ মিলন মন্দিৰ নাট্য সমাজ

শিক্ষিত লোক আৰু চৰকাৰী চাকৰিয়ালে লগ হৈ গঠন কৰিলে 'বান্ধৱ নাট্য সমিতি'। তেওঁলোকে এটি ৰঙ্গমঞ্চ থিয় কৰালে। বৰ্তমান সেইখিনি ঠাইত বৰপেটা বিদ্যাপীঠ উচ্চতৰ মাধ্যমিক বিদ্যালয়। ১৯১৬-১৭ চনত 'ফ্ৰেণ্ডছ্ ড্ৰামাট্ৰিক ক্লাব' গঠন হয়। ই সেই বান্ধৱ নাট্য সমিতিৰে নব্যৰূপ। তেওঁলোকে মাজৰহাটীত অৱস্থিত 'শংকৰ হল'ৰ পূবমূৰৰ সৰু কোঠালি এটিকে মঞ্চ কৰি লৈছিল। প্ৰয়াত গণেশলাল চৌধুৰী আৰু প্ৰয়াত গিৰিশ চৌধুৰীয়ে সবিনয়ৰে টকা ধাৰত আনি নাট মেলিছিল। ১৯২৩ চনত বৰপেটাৰ সেই সময়ৰ এগৰাকী সন্মানীয় ব্যক্তি আৰু নেতৃস্থানীয় উকিল প্ৰয়াত যাদৱ চন্দ্ৰ দাসৰ উদ্যোগত আৰু তেখেতৰ এক উৎসাহপূৰ্ণ আহ্বানত তেওঁৰ নিজৰ ঘৰতে অংকুৰিত হ'ল 'মিলন মন্দিৰ নাট্য সমাজ'। এই 'মিনল মন্দিৰ নাট্য সমাজ'ৰে স্থায়ী ৰঙ্গমঞ্চ হ'ল 'মিলন মন্দিৰ ৰঙ্গমঞ্চ'। এই মিলন মন্দিৰৰ প্ৰতিখন নাট্যভিনয়ৰ আঁৰকাপোৰ উঠাৰ আগতে এটি উদ্বোধনী গীত আছে। গীতটোৰ ৰচনা প্ৰসন্নলাল চৌধুৰীদেৱৰ ঃ

মিলন মন্দিৰ উঠে ছানি
জাগা অনুপম জাগা বাণী
ৰূপ-ৰস ছানি
নি সা গা ৰে পা পা
নি নি পা নি নি পা
নিসা গামা পাপা
নিনিপা নিনিপা মাপা
গামাপানি সাসা
সানি ধাপা মাগা ৰেসা
মৃদু মধু মৃদঙ্গ মঞ্জিৰ বোলে

মানস কমল দল মধুপ দোলে
কমল কলা জাগা ভুৱন ৰাণী
জাগা অনুপম জাগা বাণী।

বিদ্রোহী কবি প্রসন্নলাল চৌধুৰীদেৱৰ 'নীলাম্বৰ' নাটৰ গুৰি ধৰোঁতা, 'অমৰ পাঠকৰ 'ইণ্টাৰভিউ' আৰু 'আৰিমত্ত' নাটৰ গুৰি ধৰোঁতা, 'পিয়লি ফুকন', বেউলা', 'অভিমান', 'কালপুৰুষ', 'মৰ্জিয়ানা', 'কাৰেঙৰ লিগিৰী', 'উৰুখা পঁজা', 'বৃত্রাসুৰ', 'ৰজনী বিদূৰ' আৰু 'জুয়ে পোৰা সোণ' নাটেৰে সর্বভাৰতীয় খ্যাতি লাভ কৰা এই 'মিলন মন্দিৰ'। বহু নাটকত মৰ্মস্পৰ্শী অভিনয় কৰা ফুলকুমাৰী বায়নৰ দৰে প্রতিভাসম্পন্ন অভিনেত্রীৰ সৃষ্টিৰ গুৰি মঞ্চ হ'ল মিলন মন্দিৰ ৰঙ্গমঞ্চ।

**নীলাম্বৰ ঃ** ১৯২১ চনত ৰচিত এই নাটখনিত অসম বুৰঞ্জীৰ কমতাপুৰ ধ্বসংৰ কাহিনী বৰ্ণিত হৈছে। খেন বংশৰ ৰজা নীলাম্বৰৰ ৰাণীৰ সৈতে ব্রাহ্মণ মন্ত্রী শচীপাত্রৰ পুত্র মনোহৰৰ গুপ্ত প্রণয়ৰ কাহিনী আৰু পাল বংশৰ শেষ ৰজা নন্দৰ প্রতিশোধপৰায়ণতাৰ মাজেৰে কমতাপুৰ ধ্বংসৰ কাহিনীয়ে 'নীলাম্বৰ' নাটৰ প্রতিপাদ্য বিষয়। নাটখনি বহুবাৰ বিভিন্ন মঞ্চত হোৱাৰ লগতে নাট্যকাৰ চৌধুৰীদেৱে 'শচীপাত্র'ৰ ভূমিকাত অৱতীৰ্ণ হৈ উচ্চস্তৰৰ অভিনয়েৰে ৰাইজৰ মনত সাঁচ বহুৱাব পাৰিছিল। নাটখনি প্রথম মঞ্চস্থ হয় প্রায় ১৯৫৪ চনত।

**আৰিমত্ত ঃ** কামৰূপৰ ৰাজপাট খোৱা ধৰ্মপালৰ পৰিণতি মহাৰাজ ৰামচন্দ্রৰ পুত্র আৰিমত্তৰ জীৱন বৃত্তান্ত আৰু শেষত পুত্রৰ হাতত পিতাকৰ অকাল মৃত্যুৰ কাহিনী লৈ লিখা এখন বুৰঞ্জীসফল মঞ্চনাট। অৱশ্যে নাটখিনিত ৰামচন্দ্র, চন্দ্ৰপ্ৰভা, জিতাৰি আৰু আৰিমত্তৰ চৰিত্র কেইটাৰ বাহিৰে বাকী চৰিত্রসমূহ নাট্যকাৰৰ কল্পনপ্রসূত। নাটখনি উপস্থাপনাৰ ক্ষেত্ৰত আধুনিক ৰুচিৰ পৰিচয়ো আছে।

**বেউলা ঃ** কেইবাবাৰো বৰপেটা আৰু অসমৰ বিভিন্ন মঞ্চত মঞ্চস্থ হোৱা প্রথমবাৰ একেৰাহে বাইশ নিশা 'মিলন মন্দিৰ ৰঙ্গমঞ্চ'ই সফল মঞ্চনিবেদন আগবঢ়োৱা 'বেউলা' নাটখনি মঞ্চ উপযোগী পাণ্ডুলিপি প্রস্তুত কৰি লোৱা হৈছিল কামাখ্যা নাথ ঠাকুৰ ৰচিত 'বেউলা' নাটখনিৰ ভিত্তিত। আকৰ্ষণীয় দৃশ্যসজ্জা, মেলোড্রামাটিক সংলাপ আৰু অভিনয়, পোহৰৰ কলাকৌশল, মঞ্চত বিয়াগীতৰ উপস্থাপন আৰু আৱহসংগীতে দৰ্শকৰ মন মোহিত কৰি ৰাখিবলৈ সক্ষম হৈছিল। এই নাটখনত ৰাজেন দাসে 'চান্দসদাগৰ'ৰ ভূমিকাত দুৰ্দান্ত অভিনয় কৰিছিল। ১৯৮২ চনত শ্বিলঙৰ 'দেৱকুমাৰ মেম'ৰিয়েল হল'ত এবাৰ মঞ্চস্থ কৰোতে প্রচাৰ পত্রিকাত উল্লেখ কৰিছিল 'Rajen Das as a Chand Sadagar will be remembered for days to come' বুলি। তদুপৰি 'লেঙাই নাৰায়ণ' চৰিত্ৰত কনক দাসৰ মৰ্মস্পৰ্শী অভিনয় আৰু 'লখিন্দৰ' চৰিত্ৰত অধ্যাপক গিৰিজানন্দ দাসৰ সুন্দৰ

ৰোমাণ্টিক আহাৰ্য অভিনয় দৰ্শকৰ মানস পটত বৈ গৈছে।

**জুয়ে পোৰা সোণ ঃ** ফণী তালুকদাৰৰ এই নাটখনিয়ে ঊনৈশ শ বাষষ্ঠি চনৰ চীন-ভাৰতৰ যুদ্ধৰ পটভূমিত স্বদেশপ্ৰীতি আৰু জাতীয় সংহতিমূলক এক উচ্চমানবিশিষ্ট নাটক হিচাপে দিল্লীত অনুষ্ঠিত সৰ্বভাৰতীয় অষ্টম নাট সমাৰোহত সৰ্বভাৰতীয় খ্যাতি অৰ্জন কৰিবলৈ সক্ষম হৈছিল। নাটখনিৰ দৃশ্যসজ্জা আৰু পোহৰৰ চমকপ্ৰদ কলাকৌশলে সাফল্য অৰ্জন কৰিছিল। যথা— 'চাইক্লোৰমা' সৃষ্টিসুলভ উপস্থাপন, মঞ্চৰ ওপৰতে 'গ্ৰিনেড' কাৰ্যৰ কলাকৌশল ইত্যাদিৰে।

## তৰুণ ফুকন ৰঙ্গমঞ্চ ঃ মিলন সংঘ

বহু অভিনেতা আৰু নাট্যশিল্পীৰ লগত জড়িত বহু শিল্পী সময়ে সময়ে ওলোৱাত প্ৰতিভা বিকাশৰ বাবেই ভালেকেইটি নাট্যদলৰো জন্ম হয়।

মিলন মন্দিৰৰ জন্মৰ পোন্ধৰ বছৰ পিছত মিলন মন্দিৰ ৰঙ্গমঞ্চৰ লগত জড়িত পুৰণি 'ইয়ং এছোচিয়েচন'ৰ পৰাই প্ৰায় ১৯৪১ চনত জন্ম পায় 'মিলন সংঘ'ই। এই নাট্যদলটোৱে বঙালীৰ পৰা অনূদিত বুৰঞ্জীমূলক নাট 'জননী জন্মভূমি'ৰে নাট্যাভিনয়ৰ পাতনি মেলে। এই নাটখনিৰ পিছতে হৰেন্দ্ৰনাথ ৰায়চৌধুৰী (খন্তি)ৰ পৰিচালনাত মঞ্চস্থ হয় বঙালীৰ পৰা অনূদিত 'কাৰাগাৰ'। 'মিলন সংঘ' গঠন কৰাত তথা 'তৰুণ ফুকন ৰঙ্গমঞ্চ' নিৰ্মাণত সক্ৰিয়ভাৱে জড়িত আছিল কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা আৰু নট্যসূৰ্য ফণী শৰ্মাদেৱ। দুয়োগৰাকী স্বনামধন্য শিল্পীয়ে প্ৰথম অভিনয় কৰে 'হাইদৰ আলি'ত। ইয়াৰ পিছত কৰে 'টিপু চুলতান'। ১৯৫৭ চনত কৰে 'ছাহজাহান'। ডিব্ৰুগড়ৰ নাট্যকাৰ প্ৰভাত শৰ্মা ৰচিত নাট মেলে ক্ৰমে ১৯৫৮ চনত 'আনাৰকলি' আৰু ১৯৫৯ চনত 'ৰাজ-নটী'। ফণী শৰ্মাদেৱে আৰু ৰাভাদেৱে পুনৰ অভিনয় কৰে শৰ্মাদেৱৰ 'কিয়'ত। তাৰ পিছত পুনৰ ফণী শৰ্মাদেৱৰ নাট মঞ্চস্থ হয় 'ভোগজৰা'। ভগৱতী দাস নামৰ এগৰাকী প্ৰথম স্থানীয় অভিনেত্ৰীয়ে এই নাটখনিত অভিনয় কৰে। ১৯৬০ চনত মঞ্চস্থ হয় শ্ৰীউত্তম বৰুৱাৰ হাতে লিখা অৱস্থাত 'জেৰেঙাৰ সতী'। ১৯৬৪ চনত ফণী শৰ্মদেৱৰ নাট মঞ্চস্থ হয় 'চিৰাজ'। ফণী শৰ্মদেৱে 'চিৰাজ' আৰু বিষ্ণু ৰাভাদেৱে ৰূপ দিছিল 'গেঠু'ৰ চৰিত্ৰ।

পুৰণি 'এড্‌ৱাৰ্ড লাইব্ৰেৰী' স্থাপিত হোৱা ঠাই এডোখৰত আঢ়ৈ কঠা মাটিত অৱস্থিত 'ফুকন ৰঙ্গমঞ্চ' স্থাপনৰ কাম আৰম্ভ হয় ১৯৫১ চনত আৰু ই সম্পূৰ্ণ হৈ উঠে ১৯৫৫ চনত।

মিলন সংঘ প্ৰযোজিত নাটক 'কাৰাগাৰৰ' উপৰিও আছিল 'ৰক্ষকুমাৰ', 'শকুনিৰ প্ৰতিশোধ'। মন্মথ ৰায়ৰ বাংলা নাটকৰ অনূদিত 'কাৰাগাৰ'ত বসুদেৱৰ চৰিত্ৰত ৰূপ দিছিল ফণী তালুকদাৰ আৰু কংসৰ চৰিত্ৰত আছিল সতীশ শৰ্মা। ঔৰংজেবৰ চৰিত্ৰৰে মঞ্চ কঁপাই অভিনয় কৰা সুখ্যাত অভিনেতা সতীশ শৰ্মা 'মিলন সংঘ'ৰ বহু নাটকৰ নাট্য পৰিচালক। এই নাটবোৰত

অভিনয় কৰা আৰু 'মিলন সংঘ'ৰ স্মৰণীয় অভিনেতা হ'ল— ঁবিপিনপাল দাস, ঁপ্ৰাণজিত তালুকদাৰ, ঁগুণজিত তালুকদাৰ, স্বৰ্গীয় চাৰু মোহন দাস, সতীন দাস। 'মিলন সংঘ'ই কেবাবছৰো নীৰৱে থকাৰ পিছত ১৯৭৭ চনত মঞ্চ নিবেদন কৰে 'মাৰীচ সংবাদ'। নাম ভূমিকাত স্বৰ্গীয় ৰাজেন দাসে অভিনয় কৰাৰ উপৰিও ৰবীন নেওগ, কুমুদ ৰায়চৌধুৰী আৰু মিলন সংঘৰ শিল্পীসকলে অভিনয় কৰে। ইয়াৰ পিছত চাৰুমোহন দাসৰ পৰিচালনাত আৰু গিৰীশ দাসৰ সংগীত পৰিচালনাত কৰে 'পিয়লি ফুকন'। মোহন ৰাকেশৰ 'আঁধে অধূৰে' আৰু শ্যামা প্ৰসাদ শৰ্মাৰ 'হে মঞ্চ বিদায়' কৰে। ১৯৮৪ চনত ৰাজ্যিক নাট সমাৰোহত ৰবীন্দ্ৰ ভৱনত মঞ্চ নিবেদন কৰে বাদল চৌধুৰীৰ 'বন্দী মাছৰ গদ্য'। তেতিয়াৰ প্ৰথম অভিনয় কৰাসকল আছিল— অধ্যাপক প্ৰসেনজিৎ তালুকদাৰ, গুণীন উজিৰ, জ্যোতিপ্ৰসাদ দাস, চিন্ময় দাস তৃপ্তিধাৰা দাস আৰু ডালিম দাস। এসময়ত ভ্ৰাম্যমাণ 'ষ্টাৰ থিয়েটাৰ'ৰ সুদক্ষ অভিনেতা আৰু নিপুণ সংগঠক হিচাপেও শ্ৰীদাসৰ পৰিচয় আছে। 'ছাঁই' নাটকৰ 'মৌৰাম'ৰূপী ডালিম দাসক পাহৰা নাই। ১৯৮৫ চনত নতুন শিল্পীৰ দ্বাৰা পুনৰ মঞ্চস্থ কৰে ফণী শৰ্মাৰ 'চিৰাজ'। চিৰাজৰ চৰিত্ৰত অভিনয় কৰে প্ৰয়াত বিপুল উজিৰে।

## শংকৰ হল

'এড্‌ৱাৰ্ড লাইব্ৰেৰী' স্থাপনৰ সময়ছোৱাত এহাল বুঢ়া-বুঢ়ীয়ে দান দিয়া মাটি এডোখৰত মাজৰহাটীৰ কেইগৰাকীমান উৎসাহী ব্যৱসায়ীৰ উদ্যোগত সৰুকৈ 'শংকৰ হল পুথিভঁৰাল' নামেৰে এটি সৰু পুথিভঁৰাল স্থাপিত হয়। সৰু কোঠালীতে স্থাপন কৰা এই পুথিভঁৰালটোৰ পুনৰ নিৰ্মাণ কৰিব লগা হ'ল। সেয়েহে কেইগৰাকীমান ব্যক্তিৰ উৎসাহ আৰু উদ্দীপনাত পুথিভঁৰালটোৰ সৈতে সংলগ্ন কৰি এখন শিশু মঞ্চও নিৰ্মাণ কৰিলে। এই মঞ্চখনতে প্ৰথম শিশু নাট মঞ্চস্থ হয় 'একলব্য'। মিলন মন্দিৰ নাট্য সমাজৰ লগত জড়িত ভালেকেইগৰাকী শিল্পীৰ উৎসাহ, উদ্দীপনা আৰু নিৰ্দেশনাই আছিল শিশু নাট্যাভিনয়খনিৰ সাফল্যৰ মূলধন। 'শংকৰ হল'ৰ এই মঞ্চখনেই হ'ল শিশুসকলৰ নাট- ভাওনা-গীত-মাত-নৃত্য আদিৰ সংস্কৃতি চৰ্চা আৰু বিকাশৰ মঞ্চস্থলী। শংকৰদেৱৰ কীৰ্তন-উৎসৱত আজিও এই 'শংকৰ হল'ত গীতমাত অনুষ্ঠিত হোৱাৰ ধাৰাবাহিকতা ৰক্ষা কৰি আছে। বৰ্তমান এই শংকৰ হলতে অসম চৰকাৰৰ অধীনস্থ 'সাংস্কৃতিক কেন্দ্ৰ' স্থাপন হৈছে।

## কেইটামান নাট্যদল

উল্লেখিত নাট্যদলৰ উপৰি আনকেইবাটাও নাট্যদল আছিল— 'সুকুমাৰ কলা সংঘ', 'তৰুণবীৰ দল', 'বৰপেটা শিল্পী সমাজ', 'ৰূপকোঁৱৰ সমাজ' (আৰ কে সমাজ) আৰু 'শংকৰ নাট্য সমাজ'।

'ৰূপকোঁৱৰ সমাজে' এগৰাকী স্থানীয় নাট্যকাৰক আগত ৰাখি নাটমঞ্চস্থ কৰিছিল।

তেওঁ হ'ল কেশৱ দাস। দাস ৰচিত নাট মঞ্চস্থ কৰিছিল 'শোণিত কুঁৱৰী', 'হৰিশ্চন্দ্ৰ' আৰু ১৯৬২ চনৰ চীন-ভাৰতৰ যুদ্ধৰ পটভূমিত লিখা 'অভিযাত্ৰী'। এই নাট্যদলটোৰ আন দুখন সফল নাট্যাভিনয় আছিল 'কাৰবালা' আৰু 'কপালকুণ্ডলা'।

১৯৬৫ চনত স্থাপন হোৱা 'শংকৰ নাট্য সমাজ'ৰ উল্লেখযোগ্য নাট্যনিবেদন আছিল 'বেউলা' (মিলন মন্দিৰ নাট্য সমাজে নিবেদন কৰা একে নাটৰে মঞ্চাভিনয় আৰু ভালেকেইগৰাকী মিলন মন্দিৰৰ লগত জড়িত থকা শিল্পী এই নাট্যদলটোৰ লগত জড়িত হৈছিল), 'মমতাময়ী হাস্পতাল' (অনূদিত) আৰু অৰূপ চক্ৰৱৰ্তীৰ 'আমি স্বপ্নাতুৰ'। জিলা ভিত্তিক নাট্য সমাৰোহত 'আমি স্বপ্নাতুৰ'ত অভিনয় কৰে ঁৰাজেন দাস, মহানন্দ শৰ্মা, ফুলেন দাস আদিয়ে। ইয়াৰ আগতে তেওঁলোকে 'মমতাময়ী হাস্পতাল' নাটো মঞ্চস্থ কৰে৭ 'মিলন মন্দিৰে' জিলাভিত্তিক নাট সমাৰোহত তৰুণ ফুকন মঞ্চত কৰে ফণী তালুকদাৰ ৰচিত আৰু মুনীন্দ্ৰ নাথ বায়ন পৰিচালিত 'ৰজনী বিদূৰ'। মিলন মন্দিৰৰ শিল্পীসকলে এই নাটখনিত অভিনয় কৰাৰ উপৰিও আমি নিজেও অভিনয় কৰিছিলোঁ। ঁমুনীন্দ্ৰ নাথ বায়ন পৰিচালিত পুনৰ মঞ্চ নিবেদন কৰে 'পি ডব্লিউ ডি'। নতুন শিল্পীৰ দ্বাৰা মঞ্চস্থ হয় ঘন হাজৰিকা ৰচিত 'বৃত্তৰ ভিতৰত যুক্তি তৰ্ক-গল্প'।

শংকৰদেৱৰ জন্মোৎসৱৰ উপলক্ষে বৰপেটাৰ দক্ষিণহাটীত 'ৰায় বৰুৱা ক্লাব' নামেৰে এটি নাট্যদলে ধৰ্মমূলক আৰু বুৰঞ্জীমূলক নাট্যনিবেদন আগবঢ়াইছিল। তেওঁলোকৰ নিবেদন আছিল 'শকুনিৰ প্ৰতিশোধ' আৰু 'ৰাণা প্ৰতাপ সিংহ'। ১৯৪৯ চনত গঠিত হোৱা এই দলটো মাথোঁ ১৯৫৫ চনলৈহে বৰ্তি আছিল। উল্লেখিত নাট্যদলকেইটা বৰ্তমান নিষ্ক্ৰিয়।

**আৰু নাট্যাভিনয়ৰ প্ৰসঙ্গৰে ঃ** অশেষ শ্ৰম আৰু টোপনি ক্ষতি কৰি থিয়েটাৰ কৰাটো মনৰ এক ইচ্ছাকৃত নিবৃত্তিকৰণৰ ফলস্বৰূপেই ১৯৫৭ চনত এটি প্ৰৱেশিকা পৰীক্ষাৰ্থী দলে নাট্যকাৰ-শিল্পী গোকুল পাঠকৰ ১৮২৪ চনৰ মানৰ শেষ আক্ৰমণৰ ভেটিত লিখা 'হাদিৰাই চকুলো টোকে'ৰ নাট্যাভিনয় কৰি যথেষ্ট সমাদৃত হৈছিল। নাটখনিৰ নামকৰণ কৰিছিল প্ৰসন্নলাল চৌধুৰীদেৱে আৰু তেওঁ এই নাটখনিৰ বাবে 'তেজেৰে বোলালি হাদিৰাৰে দুপৰতে ডুবিলে বেলি' গীত এটিও ৰচনা কৰিছিল। নাটখনিৰ পৰিচালনাৰ দায়িত্বত আছিল ৰোহিণী প্ৰসাদ দাস। বৰপেটাৰ এগৰাকী বিশিষ্ট অভিনেতা ঁৰোহিণী প্ৰসাদ দাসে চাহাবৰ চৰিত্ৰ সুন্দৰ ৰূপায়ন কৰিছিল। মিলন মন্দিৰ ৰঙ্গমঞ্চই নিবেদন কৰা অমৰ পাঠকৰ 'ইন্টাৰভিউ' নাটকত তেওঁৰ বৰুৱাৰ চৰিত্ৰাভিনয় আছিল মৰ্মস্পৰ্শী। 'সংগ্ৰাম' কথাছবিত এজন গাঁওবুঢ়াৰ চৰিত্ৰতো তেওঁ সুন্দৰ অভিনয় কৰি গৈছে।

এই নাট্যভিনয়ৰ লগত জড়িত ভালকেইগৰাকীমান নাট্যপ্ৰেমীৰ লগত আন কেইগৰাকীমান উৎসাহী ব্যক্তিৰ যৌথ প্ৰচেষ্টাত ষাঠি দশকৰ শেষ ভাগত কলিকতাৰ বিখ্যাত নাট্যদল উৎপল দত্তৰ 'লিট্‌ল থিয়েটাৰ গ্ৰুপে' 'অজেয় ভিয়েটনাম' আৰু 'মানুষেৰ

অধিকাৰ'ৰ পৌৰসভাৰ পথাৰত নাট্যনিবেদন দাঙি ধৰি একশ্ৰেণী নাট্যপ্ৰেমীৰ ওপৰত প্ৰভাৱ পেলাইছিল। সেই সময়ৰ পৰাই আৰম্ভ হৈ নাট্যচিন্তাৰ মাধ্যমেৰে এটা গণতান্ত্ৰিক শিল্প-চিন্তা-চৰ্চা অংকুৰিত হৈছিল। চেগাচেৰোগাকৈ ইয়াৰ ধাৰাবাহিকতা সত্তৰ দশকৰ 'সূৰযমুখী'লৈ বৰ্তি আছিল। জীৱনৰ বৃহত্তম প্ৰত্যাহ্বানৰ বাবে এক জৰুৰী কণ্ঠস্বৰ অসমীয়া কবিতাৰ ক্ষেত্ৰত দেখা দিয়াৰ নিচিনাকৈ পৰিপূৰকভাৱে সমগোত্ৰীয় চেতনাৰ উষ্ণতা নেথাকিলেও, অসমীয়া নাট্যাভিনয়তো ( কোনোখন মৌলিক, কোনোখন অনূদিত আৰু হয়তো কোনোখন অনুকৰণজাত) পৰিলক্ষিত হৈছিল সামাজিক মূল্যবোধক প্ৰতিফলন কৰাৰ স্পৃহা। এই বতাহ আৰু প্ৰগতিশীলতাৰ টৌৱে বৰপেটাৰ হাটীসমূহৰ চুক-কোণক স্পন্দিত কৰি তুলিছিল।

**সূৰুযমুখী ঃ** এই অনুষ্ঠানটোৱে জনগণৰ স্বাৰ্থৰ পৰিপূৰক হিচাপে নতুন শিল্পচিন্তাৰ বাট মুকলি কৰিছিল। 'সূৰুযমুখী'ৰ সৌজন্যতে, আংশিকভাৱে ডিমনষ্ট্ৰেশ্যানাল ষ্টাইল পৰিলক্ষিত হোৱা স্থানীয় নাট্যকাৰ কিৰণ দাসৰ 'ৰাম বনাম ৰাৱণ'-এ (অসমৰ বহু ঠাইত এই নাটখনি সফলতাৰে মঞ্চস্থ হয়) দৰ্শকৰ ওপৰত বাৰুকৈ প্ৰভাৱ পেলাইছিল। যিমানদূৰ সম্ভৱ এইখনেই প্ৰথম অসমীয়া এপিকধৰ্মী মৌলিক নাট (একাংকিকাধৰ্মী)। এই নাটখনিত যুগে যুগে হোৱা শোষক-শাসক আৰু শোষিতৰ দ্বন্দ্বৰ কথা ৰসধৰ্মিতাৰে, আকৰ্ষণীয় সংলাপ আৰু মাইমিং দৃশ্য পৰিকল্পনা আৰু ভংগিমাৰে নাট্যকাৰে উপস্থাপিত কৰিবলৈ যত্ন কৰিছে। 'সূৰুযমুখী' গোষ্ঠীটোৱে সৰ্বহাৰাৰ শ্ৰেণীচেতনাক উদ্দীপ্ত কৰাৰ বাবে আৰু মানুহক জীৱনৰ প্ৰতি সচেতন কৰি তুলিবৰ বাবে বৰবজাৰৰ আলিবাটৰ চাৰিআলিত এখন ব্যঙ্গ 'বাটৰ চিত্ৰ' প্ৰদৰ্শন কৰিছিল। শ্ৰেণীচেতনা আৰু খাটি-খোৱা মানুহৰ সৈতে একান্তবোধ গঢ়িবৰ বাবে 'সূৰুযমুখী'ৰে সমসাময়িক 'চাবুক'য়ে এখন মঞ্চ গঢ়াৰ প্ৰয়াস কৰিছিল আৰু বিশেষকৈ তেওঁলোকৰ 'চাবুক' নামৰ সৰু আলোচনীখনৰ মাজেৰে তাক প্ৰতিফলিত কৰাৰ প্ৰচেষ্টা চলাইছিল। 'সূৰুযমুখী'ৰ প্ৰধানকৈ গুৰি ধৰিছিল অধ্যাপক বিজনলাল চৌধুৰীয়ে। সমকালীন সমস্যাকেন্দ্ৰিক আৰু বস্তুবাদী চিন্তাধাৰা যোগান ধৰা হিচাপে তেওঁ পুনৰ দুখন বাটৰ নাট (বৰপেটাত প্ৰথম বাটৰ নাট) প্ৰদৰ্শন কৰিছিল ক্ৰমে পোস্কৰ আগষ্টত বৰবজাৰৰ চাৰি-আলিৰ চ'কত আৰু দেউল উৎসৱত কীৰ্তনঘৰৰ চৌহদৰ সমুখত। বিজনলাল চৌধুৰীয়ে 'যান্ত্ৰিক' নামৰ এখনি ৰূপকধৰ্মী অনাতাঁৰ নাটকো লিখিছিল।

**কলাবন ঃ** ১৯৭০ চনতে গঢ় লোৱা নাট্যগোষ্ঠীটোৱে মুখ্যতঃ এজন নাট্যকাৰক আগত ৰাখি নাট মেলিছিল। তেওঁ হ'ল তপোধন দাস। এই গৰাকী অমায়িক নাট্যকাৰৰ মঞ্চস্থ, হোৱা একাংকিকা নাট্যসমূহ আছিল — 'মন পোৱা জুই', 'ক'লামেঘ', 'হাফলু', 'মধুচন্দা', 'মুখ আৰু মুখা'। তেওঁৰ এখন পূৰ্ণাঙ্গ নাট হ'ল 'মুখা'। 'কলাবনে' কিৰণ দাসৰ 'ৰাম বনাম ৰাৱণ'ও নিবেদন কৰিছিল। কলাবনৰ লগত জড়িত হৈ আমি নিজে অভিনয়

কৰিছিলো 'মন পোৰা জুই'ত আৰু কিশোৰী মোহন পাঠক ৰচিত 'সৰাপাতৰ চকুলো'ত। কিশোৰী মোহন পাঠকে 'নিংনি ভাউৰা' নাটক লিখিও জনপ্ৰিয়তা অৰ্জন কৰিছে। এই দলটোৰ লগত জড়িত দুগৰাকীমান অভিনেতা হ'ল — ফুলেন দাস. বিবেক ৰায়চৌধুৰী, প্ৰবীণ বায়ন, ডিম্বেশ্বৰ দাস (সাংস্কৃতিক সঞ্চালকালয়ৰ অৱসৰপ্ৰাপ্ত যুটীয়া সঞ্চালক)। ফুলেন দাসে 'ৰাম বনাম ৰাৱণ'কে ধৰি কেবাবাৰো নাট প্ৰতিযোগিতাত শ্ৰেষ্ঠ অভিনেতাৰ সন্মান পাইছে। তেওঁৰ আধুনিক বচনভংগীত এটা ষ্টাইলিষ্টিক নিক্ষেপণ আছিল।

**অৰুণজ্যোতি কলা পৰিষদ ঃ** কেইগৰাকীমান প্ৰৱেশিকা পৰীক্ষাৰ্থীৰ উদ্যোগত ১৯৬৯ চনৰ ২৫ জুনত এই পৰিষদৰ জন্ম হৈছিল। ১৯৬৯ চনত তেওঁলোকে কৰে 'ৰাজপুত বীৰ' নামৰ নাটখনি। তাৰপিছত মঞ্চস্থ কৰে প্ৰফুল্ল বৰাৰ 'বৰুৱাৰ সংসাৰ'। সত্তৰৰ মে' মাহত গুৱাহাটীৰ 'গহ্বৰ নাট্য গোষ্ঠী'ক আমন্ত্ৰণ জনাই নিবেদন কৰে ৰত্ন ওজা ৰচিত আৰু পৰিচালিত 'গহ্বৰ' আৰু 'উবৰ্বৰ' নাট দুখন। অৰুণজ্যোতিয়ে কিৰণ দাসৰ 'ৰাম বনাম ৰাৱণ' মঞ্চস্থ কৰাৰ উপৰি তেওঁৰ আন দুখন একাংকিকা মঞ্চস্থ কৰে ক্ৰমে 'আকাশৰ ছাং' আৰু 'গ্ৰীনৰুম'। এসত্তৰৰ ১৪ আৰু ১৫ জুনত নিবেদন কৰে ক্ৰমে উত্তম বৰুৱাৰ 'বৰমানুহৰ দোলা' আৰু কিৰণ দাসৰ 'ছাই'। নাটদুখনিৰ অভিনয়াংশত আছিল— প্ৰসন্নলাল চৌধুৰী, ৰাজেন দাস, চাৰুমোহন দাস, কুমুদ ৰায়চৌধুৰী, ডালিম দাস, ৰাধাকান্ত তালুকদাৰ, অচ্যুৎ দাস, মীৰা মেধি, মনোৰঞ্জন দাস, নীলাম্বৰ দাস, হেমন্ত শৰ্মা, কমলা পাঠক আৰু দীপক বায়ন।

**'ছাই' ঃ** সামন্তীয় ব্যৱস্থাই গৰকা সমাজ এখনত এটি মধ্যবিত্ত পৰিয়াল কেনেকৈ নিঃশেষ হৈ গৈছে তাৰ এখন দলিল। নাটখনিত পুৰুষতান্ত্ৰিক সমাজৰ নাৰীৰ অৱমাননাৰ কৰুণ চিত্ৰ এখনি প্ৰতিফলিত হৈছে।

৭৫ চনত এই দলটোৱে নিবেদন কৰে কুমুদ ৰায়চৌধুৰী পৰিচালিত অৰুণ শৰ্মাৰ 'পুৰুষ'। 'পুৰুষ' নাটকৰ পাঁচ দিন ধৰি সফল মঞ্চাভিনয়ত আছিল ফুলেন দাস (শুকান্ত), বাদল চৌধুৰী (ফুটুকা ওৰফে সূত্ৰধাৰ), গব্যাঞ্জলি দাস (ৰিং মিষ্ট্ৰেছ), গুণীন চৌধুৰী (ক্লাউন) আৰু অৰুণজ্যোতিৰ অন্যান্য শিল্পীসকল। গুণীন চৌধুৰীয়ে বিৰিঞ্চি ভট্টাচাৰ্যৰ 'প্ৰেমৰ ইনজেকশ্বন'ত অভিনয় কৰি জনপ্ৰিয় হৈছিল। ৮৩ চনত অৰুণজ্যোতিয়ে শেহতীয়া নিবেদন কৰে বাদল চৌধুৰী ৰচিত আৰু পৰিচালিত 'মৰা ঘোঁৰা' নাটখন। অভিনয় কৰিছিল ডাঃ বিদ্যুৎ কুমাৰ গোস্বামী, গব্যাঞ্জলি দাস (এতিয়া সাংস্কৃতিক সঞ্চালকালয়ৰ নাটবিভাগৰ অভিনেত্ৰী), জিলমিল হাজৰিকা, মাখন পাঠক, কুলিন দাস, সত্যেন দাস, চিন্ময় দাস আৰু ভূপেন দাসে।

**নতুন নাট্যদল ঃ** সত্তৰ দশকৰ পৰা আমাৰ মনলৈ অহা নাট্যদল তথা সাংস্কৃতিক গোষ্ঠীকেইটি হ'ল— 'অগ্ৰগামী কলা পৰিষদ', 'ঋত্বিক সাংস্কৃতিক গোষ্ঠী', 'সাংস্কৃতিক বিকাশ গোষ্ঠী', 'ক্লাব পিনাক', 'ৰংঘৰ', 'ৰামধেনু', 'ভাইপাৰ সাংস্কৃতিক গোষ্ঠী' ইত্যাদি। সকলোৰে বিষয়ে আমাৰ লিখা সম্ভৱ নহয়।

**অগ্ৰগামী কলা পৰিষদ ঃ** এই দলটোৱে কেবাখনো একাংকিকাধৰ্মী নাটক মঞ্চস্থ কৰিছিল ভূপেন দাসৰ পৰিচালনাত আৰু উদ্যোগত। এটা সময়ত 'অসম নাট্য সন্মিলন'ৰ নাট প্ৰতিযোগিতাত 'অগ্ৰগামী কলা পৰিষদে' মনিৰুল হুছেইনৰ 'দুখন জেলৰ কয়দী' কৰি সুনাম ল'বলৈ সক্ষম হৈছিল। অভিনয়ত আছিল কুমুদ ৰায়চৌধুৰী, ভূপেন দাস, গঙ্গাধৰ দাস আৰু আমি নিজেও অভিনয় কৰিছিলোঁ। এই নাটখনিৰ সমালোচকৰ চৰিত্ৰ এটিত অৱতীৰ্ণ হৈ খনিন চৌধুৰীয়ে দৰ্শকৰ মনত ৰেখাপাত কৰিছিল। মিলন মন্দিৰ ৰঙ্গমঞ্চত ১৯৮৭ চনত ভূপেন দাসে দক্ষিণ আফ্ৰিকাৰ বৰ্ণ-বৈষম্যবাদী আন্দোলনৰ ভেঁটিত 'মুক্তি' নাটখন কৰি সফল হৈছে।

**ঋত্বিক সাংস্কৃতিক গোষ্ঠী ঃ** এই দলটোৱে কেবাবাৰো পূৰ্ণাঙ্গ নাট প্ৰতিযোগিতা পাতিছে। তদুপৰি এই দলটোৱে বাদল চৌধুৰী ৰচিত আৰু পৰিচালিত 'বন্দী মাছৰ গদ্য' নাটখনি বৰপেটাত নিবেদন কৰাৰ উপৰি ১৯৮৭ চনত পাটনাত অনুষ্ঠিত 'পূৰ্ব মাণ্ডলিক নাট মহোৎসৱ'ত প্ৰদৰ্শিত কৰিছে। অভিনয় কৰিছিল তৃপ্তিধাৰা দাস, হিমাংশু বায়ন, প্ৰমোদ দাস, মুকুট উজিৰ, উৎপল দাস, বিপুল উজিৰ, বশিষ্ঠ শৰ্মা, বিশ্বজিৎ কুমাৰ ওজা, প্ৰদীপ ওজা, প্ৰবীণ কুমাৰ ওজা, প্ৰদীপ ওজা, প্ৰবীণ পাঠক, অলক দাস আৰু নৃপেন গায়নে।

**সাংস্কৃতিক বিকাশ গোষ্ঠী ঃ** এই দলটোৱে এজন নাট্যকাৰক লৈ নাট নিবেদন কৰিছে। তেওঁ হ'ল লিয়াকৎ আলি। দৃষ্টি আকৰ্ষণ কৰা তেওঁ লিখা দুখন পূৰ্ণাঙ্গ নাটক হ'ল— 'মোৰে মলুৱাক কোনে মাৰিলা' আৰু 'অ' ফুল অ' ফুল নুফুলা কিয়'।

**ক্লাব পিনাক ঃ** পিনাকে বিভিন্ন মঞ্চত একাংকিকা নাটক কৰাৰ উপৰিও শিশু নাট সমাৰোহ পাতি আহিছে। কিৰণ দাসৰ 'ছাই' নাটখনিও মঞ্চস্থ কৰিছে।

প্ৰমোদ দাসে 'জনান্তিক'ৰ সৌজন্যত থলুৱা সংস্কৃতিৰ সমল লৈ 'হনুমান সাগৰ বান্ধা চাউ' নাট লিখি অসম আৰু বাহিৰৰ বিভিন্ন মঞ্চত পৰিবেশন কৰিছে। 'হনুমান সাগৰ বান্ধা চাউ'ত বুঢ়ীৰ চৰিত্ৰত সাৱলীল অভিনয় কৰিছে বীণা বৰা (দাস)ই। এইগৰাকী ভ্ৰাম্যমাণ থিয়েটাৰৰ একসময়ৰ সুপৰিচিতা অভিনেত্ৰীয়ে এতিয়া বৰপেটাৰ বিভিন্ন মঞ্চত অভিনয় কৰিছে।

**বাটৰ নাট নিবেদন ঃ** অসমৰ প্ৰথম বাটৰ নাট হিচাপে হোলী উৎসৱত পৰিবেশিত আৰু জনগণৰ সাংস্কৃতিক পৰম্পৰাৰ স্বাক্ষৰ ৰখা 'বাঁহভঙা' অনুষ্ঠানৰ আলোচনা আগবঢ়াইছো। প্ৰমোদ দাসে সত্তৰ দশকত বৰবজাৰৰ চাৰি আলিৰ চ'কত বাটৰ নাটকো কৰিছিল। বাটৰ নাটত চকুত পৰা দুগৰাকী অভিনেতা আছিল (দুখন বিজনলাল চৌধুৰীৰ) শৈলধৰ পাঠক আৰু ঘনশ্যাম দাস। ঘনশ্যাম দাসে আমাৰ লগত এবাৰ অসম নাট্য সন্মিলনৰ নাট প্ৰতিযোগিতাত 'নোকোৱা ইতিহাস'ত এটি বুঢ়াৰ চৰিত্ৰত মনোগ্ৰাহী অভিনয় কৰিছিল। উক্ত অভিনেতা দুগৰাকীক এতিয়া মঞ্চত দেখা নেযায়। এটা সময়ত নিষ্ঠাসহকাৰে

শীল কবিতা লিখা হৃষীকেশ দাসেও আমাৰ লগতে একাধিক নাটকত ৰুচিপূৰ্ণ অভিনয় কৰিছিল। প্ৰমোদ দাসে থলুৱাগন্ধী 'আৰাও' নামৰ নাট লিখিও মঞ্চস্থ কৰিছে। ১৯৯০ চনত 'ভাইপাৰ গ্ৰুপ'-এ নিবেদন কৰে নৰেন পাটগিৰিৰ 'নাটক চলিছে নাটক'। ভাইপাৰ গ্ৰুপে বৰপেটাত বাটৰ নাট প্ৰতিযোগিতাও পাতিছে বিভিন্ন স্থানত।

**ৰংঘৰ ঃ** এই দলটোৱে অসম ভিত্তিত একাংকিকা নাট প্ৰতিযোগিতা অনুষ্ঠিত কৰি আহিছে। তদুপৰি দলটোৱে মঞ্চনিবেদন কৰে ১৯৮০ চনত অৰুণ গোস্বামীৰ 'আজি'। তিনিখন অনূদিত নাট কৰে ক্ৰমে 'শতাব্দীৰ পদাৱলী', 'শাৰী শাৰী মৃতদেহ', 'সূৰ্য-সপোন'। ১৯৮৬ চনত মুনীন ভূঞাৰ 'হাতী আৰু ফান্দী', ১৯৮৭ত নটসূৰ্য ফণী শৰ্মাৰ 'ক'লাবজাৰ' আৰু 'সেই গছজোপা'; ১৯৮৮ত জ্যোতিপ্ৰসাদৰ 'লভিতা' (পৰিচালনা ভূপেন দাস) আৰু বিশ্বজিৎ কুমাৰ ওজা পৰিচালিত বাদল সৰকাৰৰ 'ৰাম, শ্যাম, যদু'। অভিনয় কৰিছিল বিশ্বজিৎ ওজা (ৰাম), নিৰ্মল দাস (শ্যাম), প্ৰমথৰঞ্জন দাস (যদু), মনজিৎ দাস (গোবিন্দ), নৃপেন পাটোৱাৰী (হৰিদেৱ), মঞ্জুলা দাস আৰু মালা কাকতিয়ে। ১৯৯৬ চনত 'সমীৰণ বৰুৱা আহি আছে' নিবেদন কৰে। নাটদলটোৱে নিজে নাট প্ৰতিযোগিতা অনুষ্ঠিত কৰাৰ উপৰিও অসমৰ বিভিন্ন নাট প্ৰতিযোগিতাত অংশগ্ৰহণ কৰি পুৰস্কৃতও হৈছে। প্ৰতিজন নাটকৰ্মীৰ নিষ্ঠা আৰু ঐকান্তিক প্ৰচেষ্টা শলাগিবলগীয়া।

**আৰু কেইখমানৰ নাট্যাভিনয় ঃ** সম্ভৱতঃ সত্তৰৰ আৰম্ভণিছোৱাতে মিলন মন্দিৰ ৰংগমঞ্চত মঞ্চস্থ হৈছিল দুখন নাট ক্ৰমে প্ৰফুল্ল বৰাৰ 'সাকোঁ' আৰু কিৰণ দাসৰ 'এটি চহী লাগে' (এতিয়া নামকৰণ 'স্বাক্ষৰ')। 'সাকোঁ'ত অভিনয় কৰিছিল ৰাজেন দাস, নাট্যকাৰ কিৰণ দাস, কুমুদ ৰায়চৌধুৰী আৰু মিলন মন্দিৰ ৰঙ্গমঞ্চৰ এটা সময়ৰ নিয়মীয়া প্ৰতিভাসম্পন্ন অভিনেত্ৰী ফুলকুমাৰী বায়নে (কলিতা)। আমাৰ কৈশোৰ কালত 'সাকোঁ'ত ড্ৰাইভাৰৰ চৰিত্ৰ এটিত মৰ্মস্পৰ্শী অভিনয় কৰা দেখিছিলোঁ এতিয়াৰ অনাতাঁৰ শিল্পী কুমুদ ৰায়চৌধুৰীক। 'এটি চহী লাগে'ত অভিনয় কৰে ৰাজেন দাস, মহানন্দ শৰ্মা, অচ্যুত দাস আদিয়ে। এবাৰ কুলিন দাসেও এই নাটখনিত মাষ্টৰৰ চৰিত্ৰত অভিনয় কৰে।

আশী দশকত দুখন উল্লেখযোগ্য নাট্যাভিনয় হয় ফুকন ৰঙ্গমঞ্চত ক্ৰমে ৰমণী বৰ্মন পৰিচালিত 'চামতা ৰূপকোঁৱৰ কলা পৰিষদ'ৰ 'চং' আৰু গোৱালপাৰা 'মিলিত শিল্পী সংঘ'ৰ ৰূপকমল হাজৰিকা ৰচিত 'মই ৰহমতে কৈছোঁ'।

সাংস্কৃতিক সঞ্চালকালয়ৰ নাটবিভাগে কৰে দুলাল ৰয় পৰিচালিত ক্ৰমে হৰেন্দ্ৰ ভূঞাৰ 'লিলি এই লিলি' আৰু 'শুনা জন্মেজয়'।

আশীদশকৰ শেষত আৰু এখন নাটক মঞ্চস্থ হৈছিল দিলীপ দাসৰ উদ্যোগত 'ফুকন ৰঙ্গমঞ্চ'ত ৰাম গোস্বামীৰ 'পিঞ্জৰা'। নতুন অভিনেতাসকল আছিল— শ্যামল দাস, শান্তনু দাস, উৎপল দাস, হিমাংশু বায়ন আদি।

এইখিনিতে আমাৰ মনলৈ আহিছে যে চৰকাৰী চাকৰি সূত্রে বৰপেটাত থকা কালছোৱাত সাহিত্যিক আৰু অমায়িক ব্যক্তি তবিউল হুছেইনক 'মিলন মন্দিৰ ৰংগমঞ্চ'ত অভিনয় কৰা দেখিছিলোঁ। বৰ্তমান গুৱাহাটী পাঞ্জাবাৰী নিবাসী শ্রী হুছেইন এজন ৰুচিৱান নাট্যৰসপ্রেমী।

## ৰঙ্গপীঠৰ যাত্রী

***বিক্রিৰাম সূত্রধাৰ ঃ** অংকীয়া গীত-নাট-ভাওনাৰ এগৰাকী যশস্বী শিল্পী। বহুবছৰ ধৰি সত্ৰত অংকীয়া ভাওনা পৰিবেশন কৰিছিল। সূত্রধাৰ 'সূত্রধাৰ বংশ'ৰ লগত জড়িত আছিল।

***বিলাস দাস (বিলাস মিস্ত্রী) ঃ** দক্ষিণহাটী যাত্ৰাদলত সক্রিয়ভাৱে দহ-বাৰ বছৰে জড়িত আছিল। তেওঁ 'পণমুক্তি'ৰ কাশ্যপ মুনিৰ চৰিত্ৰ আৰু 'ৰত্নাকৰ দস্যু'ৰ দুৰ্বাসাৰ চৰিত্ৰ সুন্দৰ ৰূপায়ণ কৰিছিল।

**উৎসৱ বায়ন ঃ** 'গন্ধিয়া বংশ'ৰ উদ্যোগ লোৱা বায়ন এগৰাকী দক্ষ নাট-পৰিচালক।

***পদ্মৰাম বায়ন ঃ** 'আঘোণা বংশ'ৰ যাত্ৰাভিনয়ৰ গুৰি ধৰিছিল। তেওঁ ঘোঁৰাৰে বৰনগৰলৈ গৈছিল যাত্ৰাভিনয়ৰ বাবে শিল্পী আনিবলৈ। ফটাহাটীৰ বিনোদ ওজাৰ (বিনোদ মাষ্টাৰ) ঘৰত বায়নৰ যাত্ৰাদলৰ প্ৰায় নিয়মিত আখৰা হৈছিল।

***বাঘা বায়ন ঃ** 'সূত্রধাৰ বংশ'ৰ এগৰাকী মুখ্য উদ্যোক্তা। কেতিয়াবা এই বংশৰ সত্ৰত যাত্ৰা থাকিলে 'বাঘা বায়নহঁত'ৰ বুলিও মুখে মুখে প্ৰচাৰিত হৈছিল।

***ৰামোৰাম তালুকদাৰ ঃ** দক্ষিণহাটীৰ যাত্ৰাদলৰ নিয়মীয়া শিল্পী তালুকদাৰ 'ৰামো ৰাজা' বুলি জনাজাত। কাৰণ তেওঁ ৰামচন্দ্ৰৰ চৰিত্ৰাভিনয় দক্ষতাৰে কৰিছিল। তদুপৰি যাত্ৰাত প্ৰায় তেওঁ 'ৰজা'ৰ চৰিত্ৰতহে অৱতীৰ্ণ হৈছিল।

***মাধৱ দাস (মাধৱ মিস্ত্রী) ঃ** গলিয়াহাটীৰ এগৰাকী উল্লেখযোগ্য মুকলি মঞ্চাভিনেতা।

*** কম্পো বায়ন (মহৰী) ঃ** বায়ন গলিয়াহাটীৰ এগৰাকী নিপুণ যাত্ৰা-নাট-পৰিচালক আছিল।

***বাসুৰাম গায়ন (বেপাৰী) ঃ** সুন্দৰীদিয়া সত্ৰৰ গায়ন-বায়নৰ দলত প্ৰধান ভূমিকা লৈ নট-ধেমলি কৰা গায়ন এগৰাকী সুনিপুণ অভিনেতাও।

***মধুৰাম ওজা ঃ** সত্ৰীয়া ওজাপালিৰ এগৰাকী ওজাশিল্পী। শাস্ত্রীয় সংগীততো এখেতৰ ব্যুৎপত্তি আছিল।

***কালীকান্ত দাস ঃ** সুন্দৰীদিয়াৰ যাত্ৰানাটত 'বিবেক'ৰ ৰূপত অৱতীৰ্ণ হোৱা এগৰাকী প্ৰতিভাসম্পন্ন শিল্পী।

***গজেন্দ্ৰ দাস ঃ** 'গজিন দালাল' নামেৰেহে পৰিচিত, দাস এগৰাকী সুনিপুণ ভাওনাৰ অভিনয় শিল্পী।

***গোবিন্দ দেৱ অধিকাৰী ঃ** সু-অভিনেতা আৰু চিত্ৰশিল্পী অধিকাৰীদেৱে সুন্দৰীদিয়া

সত্ৰত প্ৰথমতে দৃশ্যপট আঁকি থিয়েটাৰৰ প্ৰচলন কৰিছিল।

**ঁঅচ্যুত দাস ঃ** 'অচ্যুত চোকৰা' নামেৰে পৰিচিত দাস যাত্ৰাদলৰ আছিল এগৰাকী দক্ষ চোক্‌ৰা শিল্পী।

**ঁকাইলা ওস্তাদ ঃ** 'কনছাৰ্ট সংগীত'ৰ সৃষ্টি কৰি 'ওস্তাদ' নাম লোৱা, তেওঁ সত্ৰত হোৱা 'পালা'ৰ এগৰাকী পৰিচালকো।

**ভৱানন্দ গায়ন ঃ** এগৰাকী সু-অভিনেতা। সত্ৰৰ বিখ্যাত পালা 'নহুষ' যাত্ৰানাটত সাৱলীল অভিনয় কৰিছিল।

**ঁগোবৰ্দ্ধন দাস ঃ** খুহুটীয়া শিল্পী তথা কৌতুক অভিনেতা হিচাপে পৰিচিত গোবৰ্দ্ধন দাস 'টেকেলী পিঠা'ৰ গায়ক হিচাপে জনপ্ৰিয়। 'টেকেলী পিঠা', 'চুচৰা', 'পোৱালিয়ে চিঞৰে দোলাশাল মুকালমুৱা হাজো গুৱাহাটী' আদি গীত পৰিৱেশন কৰি ৰাইজৰ মন পৰশা আৰু বিষ্ণুৰাভাৰ সান্নিধ্যতো সংগীত সাধনা কৰা দাস এগৰাকী প্ৰতিভাসম্পন্ন তবলা-বাদকো।

**বশিষ্ঠ শৰ্মা ঃ** মুখ্যতঃ নাম-শিল্পী আৰু ভাগৱতৰ পাঠক হিচাপে পৰিচিত শৰ্মা এগৰাকী সফল অভিনেতাও। বিষ্ণু ৰাভাদেৱৰ লগত 'পিয়লি ফুকন' নাটকৰ 'জন্মি'ৰ চৰিত্ৰ সুন্দৰ ৰূপায়ণ কৰিছিল। বাদল চৌধুৰীৰ 'বন্দী মাছৰ গদ্য'তো অভিনয় কৰে। বৰ্তমান বৰপেটা সত্ৰৰ বুঢ়া সত্ৰাধিকাৰ।

**ঁযাদব পাঠক ঃ** সুন্দৰীদিয়া সত্ৰৰ পশ্চিমহাটীৰ যাদৱ পাঠক এগৰাকী বৰগীতৰ ওজা বুলিহে পৰিচিত যদিও তেওঁ সুনিপুণ যাত্ৰাভিনেতাও। 'বিশ্বমিত্ৰ'ৰ চৰিত্ৰৰ সুন্দৰ অভিনয়েৰে দৰ্শকক মোহিত কৰা পাঠকে যাত্ৰাভিনয়ৰ বাবে সংগীত ৰচনাও কৰিছিল।

**ঁদেবিন সোণাৰী ঃ** বৰপেটাৰ ঘোঁৰামৰা হাটীত এখেতৰ ঘৰ। তেওঁ কেইবাটাও যাত্ৰাদলৰ প্ৰায় নিয়মীয়া অভিনয় শিল্পী আছিল।

**ঁৰাজেন শীল ঃ** পাটবাউসী সত্ৰৰ লোক। শীলে বৰপেটাৰ বিভিন্ন যাত্ৰাদলৰ সৈতে জড়িত হৈ অভিনয় কৰি গৈছিল। তেওঁ এগৰাকী সুদক্ষ ৰূপসজ্জাকাৰো আছিল।

**বহুৰূপী (ঁহৰগোবিন্দ দাস) ঃ** আচল নাম হৰগোবিন্দ দাস। নহাটীৰ বাসিন্দা। জনাজাত 'বহুৰূপী' নামেৰে। সাধাৰণ দোকানদাৰী— 'মিঠৈৱালা'। গাখীৰৰ ক্ষীৰেৰে জুতিলগাকৈ বনাইছিল— 'বৰ্‌ফী'। কান্ধলৈকে ৰাখিছিল দীঘল চুলি। এয়া তেওঁৰ যাত্ৰাসুলভ ৰূপ। বছৰবছৰ সত্ৰৰ কীৰ্তনঘৰত কীৰ্তন উৎসৱত পৰিবেশিত হোৱা মাধৱদেৱৰ 'ভোজন বিহাৰ' ঝুমুৰাখনিত 'ভাওৰীয়া' চৰিত্ৰত অৱতীৰ্ণ হৈছিল।

**ঁঅম্বিকাচৰণ পাটোৱাৰী ঃ** 'মুকলি মঞ্চ, ৰংগমঞ্চ আৰু চিৰাজ বোলছবিৰ খ্যাতিমান অভিনেতা, সুৱদী কণ্ঠৰ গায়ক, অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীৰ সতীৰ্থ আৰু প্ৰাণৰ মিত্ৰ, কৃতী শিক্ষক অম্বিকাচৰণ পাটোৱাৰীৰ জন্ম হয় ১৮২৬ চনত বৰপেটা ইচ্ছাপুৰ

হাটীৰ পাটোৱাৰী বংশত। বৰপেটা সত্ৰত তিথি-উৎসৱ উপলক্ষে হোৱা যাত্ৰাভিনয়ত অম্বিকাচৰণ পাটোৱাৰী এজন নিয়মীয়া অভিনেতা আৰু সংগীত শিল্পী আছিল। অসম-কেশৰী অম্বিকাগিৰীয়ে ১৯১১ চনত বৰপেটাত সংগঠন কৰা ভ্ৰাম্যমাণ নাটদল 'সনাতন সংগীত সমাজ'ৰ তেখেত এজন সক্ৰিয় সদস্য আৰু আগশাৰীৰ অভিনেতা আৰু সংগীত শিল্পী আছিল (শ্ৰীৰাধাকান্ত তালুকদাৰ ঃ ৰংঘৰ স্মৰণিকা, ১৯৮৮ চন)'।

ঁ**নাৰায়ণ চন্দ্ৰ গায়ন ঃ** সত্ৰীয়া গীত-মাতৰ শিল্পী গায়ন হোলী উৎসৱত নাটকীয় বিতৰ্কমূলক অনুষ্ঠানটোৰ সৈতে বহুবছৰ ধৰি জড়িত আছিল। 'ভাৰত শংকৰী কলা সমিতি' আৰু 'শংকৰদেৱ কলাকৃষ্টি'ৰ লগত জড়িত হৈ অংকীয়া ভাওনা পৰিবেশনৰ বাবে মুখ্য উদ্যোগ লৈছিল।

ঁ**প্ৰসন্নলাল চৌধুৰী ঃ** 'নীলাম্বৰ' নাটেৰে অসমীয়া নাট্য সাহিত্যলৈ বিশিষ্ট অৱদান আগবঢ়োৱা প্ৰসন্নলাল চৌধুৰীৰ বিষয়ে নতুনকৈ ক'ব লগা নাই। বিদ্ৰোহী কবি বুলি পৰিচিত চৌধুৰীদেৱে অভিনেতা হিচাপেও স্বাক্ষৰ ৰাখি থৈ গৈছে — 'নীলাম্বৰ' নাটৰ শচীপাত্ৰৰ অভিনয়, 'কালাপাহাৰ'ত কালাপাহাৰৰ অভিনয় আৰু 'ছাহজাহান'ৰ অভিনয়েৰে। প্ৰসন্নলাল জীয়াই থকা অৱস্থাত শচীপাত্ৰৰ অভিনয় কোনোৱে কৰিবলৈ সাহস নকৰিছিল। যিদৰে ঁহৰেন্দ্ৰনাথ শৰ্মাৰ সন্মুখত 'নন্দ'ৰ অভিনয় কোনোৱে কৰিবলৈ সাহস নকৰিছিল। চৌধুৰীদেৱৰ 'অপেশ্বৰী' নামৰ এখন কাব্য-নাটও আছে। প্ৰসন্নলাল চৌধুৰীদেৱৰ বিষয়ে সমালোচক ডঃ হীৰেন গোহাঁইৰ মন্তব্য এযাৰি প্ৰণিধানযোগ্য— 'অকলশৰীয়া প্ৰসন্নলালেই আছিল অসম তথা ভাৰতৰ জনগণৰ মনৰ কেতবোৰ নিৰুদ্ধ স্বপ্ন আৰু অব্যক্ত আকাংক্ষাৰ মহান প্ৰতিনিধি।'

ঁ**হৰেন্দ্ৰ ৰায়চৌধুৰী ঃ** চিত্ৰশিল্পী হিচাপে খ্যাতি লাভ কৰা দক্ষিণহাটীৰ ৰায়চৌধুৰী 'হৰেন খন্তি' নামেৰে পৰিচিত। অনিন্দ্য সুন্দৰ দৃশ্যপট অঁকা ৰায়চৌধুৰীয়ে তামোলৰ পিক, এগুৱাৰ আৰু কাজলেৰে ছবি আঁকিছিল। তেওঁ অঁকা মঞ্চনাটৰ বহুতো দৃশ্যপট অসমৰ গাঁও নগৰত সিঁচৰতি হৈ আছে। 'নৰকাসুৰ' কথাছবিৰ দৃশ্যসজ্জাও তেওঁ কৰিছিল। 'নগাঁও জিলাৰ কোনো কোনো সত্ৰ নামঘৰত তেওঁ অঁকা কালীয় নাগ, ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰৰ ছবি আজিও বিদ্যমান (কাবুল পাঠক ঃ ৰংঘৰ স্মৰণিকা)'। গীত-শিল্পী হিচাপেও খ্যাতি লাভ কৰা ৰায়চৌধুৰী এগৰাকী সুদক্ষ যাত্ৰাভিনেতাও। বিশেষকৈ তেওঁৰ 'পণমুক্তি' নাটৰ বাসুকীৰ অভিনয় মৰ্মস্পৰ্শী আছিল।

ঁ**প্ৰহ্লাদ চন্দ্ৰ দাস ঃ** বৰপেটাত এসমত 'দাবানল পাৰ্টি' নামেৰে বিয়াসবাহত 'বৈঠকী' গাই ফুৰা এটা সংগীতৰ দল আছিল। দক্ষিণহাটীৰ পৰা পিছলৈ গণককুছিলৈ উঠি যোৱা প্ৰহ্লাদ চন্দ্ৰ দাস এই দাবানল পাৰ্টিৰো আছিল 'সূত্ৰধাৰ'। হোলী গীতৰ গৰাকী নিপুণ শিল্পী হিচাপেও পৰিচিত প্ৰহ্লাদ চন্দ্ৰ দাস দক্ষিণহাটীৰ যাত্ৰাভিনয় 'ৰক্ষকুমাৰ'ৰ ৰামচন্দ্ৰৰ অভিনয়

আৰু 'গণমুক্তি'ৰ তক্ষকৰ অভিনয় দৰ্শকৰ মন পৰশিব পৰাকৈ কৰিছিল। তেওঁ একাধাৰে সুৰকাৰ আৰু চিত্ৰশিল্পীও।

ঁ**মুনীন্দ্ৰ নাথ বায়ন ঃ** চিৰিঅ'কমিক অভিনেতা হিচাপে সুপ্ৰতিষ্ঠিত ঁমুনীন্দ্ৰ নাথ বায়নে ষাঠিৰ দশকৰ মাজভাগৰে পৰা মিলন মন্দিৰ ৰংগমঞ্চৰ বহু নাটকৰ নাট্য পৰিচালক হিচাপে খ্যাতি লাভ কৰিবলৈ সক্ষম হয়। ডেকা কালত তেওঁৰ অতি দক্ষতাৰে নাৰী চৰিত্ৰৰ অভিনয়ো কৰিছিল, যথা— 'আনাৰকলি'ৰ আনাৰ আৰু 'মিছ্ৰ কুমাৰী' নাটৰ নাহৰণি চৰিত্ৰ। তেওঁ স্মৰণীয় চৰিত্ৰাভিনয় হ'ল— 'টেক্সি ড্ৰাইভাৰ'ৰ টেক্সি ড্ৰাইভাৰ, 'কালপুৰুষ'ৰ এণ্টোনি, 'মৰ্জিয়ানা'ৰ আব্দুল্লা, 'আগমনি'ৰ কালু গুণ্ডা। মঞ্চ সম্পৰ্কে তেওঁৰ জ্ঞান আছিল অতি প্ৰখৰ। 'অপৰাজেয়' ছবিখনৰ 'চতুৰঙ্গ' পৰিচালনা গোষ্ঠীৰ তেওঁ আছিল এগৰাকী পৰিচালক। তেওঁৰ আন সফল অভিনয় কৰা নাটসমূহ হ'ল— 'পি ডব্লিউ ডি', 'কাৰেঙৰ লিগিৰী', 'পিয়লি ফুকন', 'ৰজনী বিদুৰ' ইত্যাদি।

ঁ**ফণী তালুকদাৰ ঃ** এসময়ত বৰপেটাৰ 'সুকুমাৰ কলা সংঘ'ৰ লগত জড়িত সাংবাদিক ফণী তালুকদাৰৰ 'জুয়ে পোৰা সোণ' নাটৰ বিষয়ে উল্লেখ কৰিছো। একেধাৰে নাট্যকাৰ, গীতিকাৰ, কবি, অভিনেতা আৰু এসময়ত আবৃত্তিকাৰ হিচাপে সুনাম থকা তেওঁৰ ৰচিত আন নাটক হ'ল— 'শিৰোনামাৰ আঁৰত' (১৯৫৭), 'ৰজনী বিদুৰ', 'আলোকযাত্ৰী' (কাব্য-নাট), 'হেমলেট' (ছেক্সপীয়েৰৰ 'হেমলেট'ৰ অনুবাদ)। একাংকিকা আৰু অনাতাঁৰ নাটৰ নিপুণ সৃষ্টিৰ পৰিচয় থকা তেওঁৰ তিনিখন উল্লেখযোগ্য অনাতাঁৰ নাট হ'ল — বৰপেটাৰ থলুৱা কাহিনীৰে সমৃদ্ধ আৰু স্থানীয় ভাষাৰে ৰচিত 'মৰা হাতী', 'আততায়ী', আৰু 'নতুন পুৱা'। 'অপৰাজেয়' চলচ্চিত্ৰৰে ক্লাচিকধৰ্মী চলচ্চিত্ৰ নিৰ্মাণৰ প্ৰয়াস কৰোঁতা ফণী তালুকদাৰে 'বিভ্ৰাট' নামৰ হাস্যমধুৰ ছবি আৰু 'মানস কন্যা' নামৰ ছবিখনিও পৰিচালনা কৰে।

ঁ**গিৰীশ দাস ঃ** নখন্দাৰ পাৰতে অফুৰন্ত শিল্পসৃষ্টিৰ মন এটি লৈ — সুৰৰ লহৰে লহৰে দৌৰি থকা সুগায়ক গিৰীশ দাস নিচেই সৰুকালিতে চোতালে চোতালে কৰা 'ধ্ৰুৱ' নামৰ এখন শিশু নাটেৰে অভিনয় কৰি ৰাইজক চমক খুৱাইছিল। 'মৰ্জিয়ানা' নাটৰ হুছেইনৰ চৰিত্ৰত সুন্দৰ ৰোমাণ্টিক অভিনয় কৰা তেওঁ পুৰুষ আৰু মহিলা দুয়োধৰণৰ ভাওতেই কৃতিত্ব দেখুৱাইছিল। 'বেউলা' নাটখনি মঞ্চোপযোগীকৈ প্ৰস্তুত কৰি উলিওৱা, মিলন মন্দিৰৰ বহু নাটৰ সম্পাদনা, সংগীত পৰিচালক, নাটৰ বিভিন্ন কলাকৌশলৰ পৰিকল্পনা, সংগীতেৰে দৃশ্যক আগবঢ়াই নিয়াৰ প্ৰচেষ্টাৰে প্ৰধান ভূমিকা লওঁতা, আঁৰপট উঠাৰ আগতেই বিয়াগীতেৰে বিবাহ-দৃশ্য আগবঢ়াই নিওঁতা (বেউলা নাটকৰ), 'সংগ্ৰাম' কথাছবিৰ অন্যতম সংগীত পৰিচালক হিচাপে 'মধুৰ মূৰতি মুৰাৰু' বৰগীতটোক 'আধুনিক জীৱনধাৰাৰ নায়কৰ মুখত' জনপ্ৰিয় কৰি তোলোতা, অনাবিল সুৰৰ সৃষ্টি, 'শোৱা, সোণ শোৱা, টোপনি নেভাঙো, আমনি নকৰো' নিচুকনি গীতৰ (বেউলা নাটৰ এই গীতটো পিছলৈ 'সংগ্ৰাম'

কথাছবিত ব্যৱহাৰ কৰা হয়) আবেদন আজিও মাৰ যোৱা নাই; 'জুয়ে পোৰা সোণ' নাটৰ এটি মধুৰ গীত 'বৈ নবৈ কান্দিলে'ৰ আৱেদন মৰ্মস্পৰ্শী কৰি তোলোতা তথা উক্ত নাটৰ এটি 'ভিক্ষুক'ৰ সফল চৰিত্ৰভিনয় কৰোঁতা এই গৰাকী স্ৰষ্টা-শিল্পী গিৰীশ দাসৰ মানুহৰ জীৱনৰ বাবে প্ৰয়োজনীয় 'স্কাউট'ৰ জ্ঞানো লেখত লবলগীয়া। অম্বিকাগিৰীৰ 'জাগ ডেকা তেজ জাগ আজি জাগ'ৰ গীতৰ সুৰ কৰোঁতা গিৰীশ দাস, প্ৰসন্নলাল চৌধুৰীৰ কেইবাটাও গীতৰ সুৰকাৰ। 'মিলন মন্দিৰে উঠে ছানি'ৰ সুৰ তেওঁৰে। গীতিকাৰ হিচাপেও পৰিচিত গিৰীশ দাসে 'শংকৰ নাট্যসমাজ' নিবেদিত 'মমতাময়ী হাস্পতাল' নাটখনি আৰু 'কুৰি শতিকা' নামৰ নাটখনিও অনুবাদ কৰি উলিয়াইছিল।

ঁ**ৰাজেন দাস ঃ** মঞ্চ আৰু কথাছবিৰ এগৰাকী যশস্বী 'ভিচুৱেল অভিনেতা'। এনে ভিচুৱেল অভিনয় ঁগিৰীশ চৌধুৰী আৰু ঁহৰেন্দ্ৰ নাথ শৰ্মাইও কৰিছিল। চন্দ্ৰকান্ত সিংহৰ 'সৎৰাম' চৰিত্ৰৰে অভিনয় জীৱনৰ পাতনি মেলা ৰাজেন দাসৰ অভিনয় প্ৰতিভা প্ৰথম কালছোৱাত প্ৰসন্নলাল চৌধুৰীদেৱৰ অনুপ্ৰেৰণাতে গঢ় লৈ উঠিছিল। চাৰি দশক ধৰি অসংখ্য নাটকৰ বিভিন্ন চৰিত্ৰৰ মাজেৰে যশ আৰু খ্যাতি লাভ কৰা ৰাজেন দাস দক্ষিণহাটীৰ 'ৰজা বিক্ৰমাদিত্য'ৰ যাত্ৰাভিনয়ত 'বিক্ৰমাদিত্য'ৰ অভিনয়েৰে দৰ্শকৰ মন মোহিত কৰিছিল। মিলন, মন্দিৰ ৰঙ্গমঞ্চই নিবেদন কৰা একেৰাহে বাইশ নিশাৰ 'বেউলা' নাটকৰ 'চান্দ-সদাগৰ'ৰ অভিনয় (পিছলৈ একেখন নাটকে 'শংকৰ নাট্য সমাজ, নিবেদনতো), 'জুয়ে পোৰা সোণ' নাটকৰ 'ণৈছেং'-ৰ চৰিত্ৰাভিনয়েৰে ব্যক্তিত্বপূৰ্ণ অভিনয় আৰু চকু-মুখৰ প্ৰকাশভংগীৰে সফল অভিনয় প্ৰদৰ্শন কৰা তেওঁৰ আন উল্লেখযোগ্য চৰিত্ৰাভিনয় হ'ল— 'বৃত্ৰাসুৰ'ৰ বৃত্ৰাসুৰ, 'নীলাম্বৰ'ৰ মানোহৰ (আন এবাৰ নীলাম্বৰ), 'মৰ্জিয়ানা'ৰ জেঙ্গিচ খাঁ, 'কালপুৰুষ'ৰ প্ৰফেচৰ, 'বৰমানুহৰ দোলা'ৰ বৰমানুহ, 'মমতাময়ী হাস্পতাল'ৰ দ্বৈতভূমিকাত ডাক্তৰ, 'আনাৰকলি'ৰ চেলিম, 'এটি চহী লাগে'ৰ টচো, 'কাৰেঙৰ লিগিৰী'ৰ সুন্দৰ কোঁৱৰ, যাত্ৰাভিনয় 'ৰক্ষকুমাৰ'ৰ বিভীষণ (এইখন চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পথাৰত হোৱা), 'বদন বৰফুকন'ৰ মিঙিমাহা তিলোৱা, 'আমি স্বপ্নাতুৰ', 'মাৰিচ সংবাদ'ৰ মাৰিচ, 'অভিমান'ৰ বৰুৱা, গুৱাহাটী 'ৰূপতীৰ্থ শিল্পী সমাজৰ' — 'বিচাৰ আৰু ৰায়' ইত্যাদি। তেওঁ অভিনয় কৰা কথাছবিসমূহ হ'ল— 'সংগ্ৰাম', 'উপগ্ৰহ', 'অপৰাজেয়', 'কাজিৰঙাৰ কাহিনী' আৰু 'সন্তান'।

ঁ**অমৰ পাঠক ঃ** 'ইন্টাৰভিউ' আৰু 'আৰিমত্ত'ৰ সফল নাট্যকাৰ অমৰ পাঠকৰ নাট্যপ্ৰেম পাঠক বংশই সত্ৰত ভাওনা কৰা দিনৰে পৰা আৰু চলচ্চিত্ৰ প্ৰেম মাটিত সতৰঞ্চি পাৰি বহি চোৱা ঘৰঘৰ শব্দৰ প্ৰোজেক্টৰেৰে চলোৱা 'বায়োস্কোপৰ দিনৰে পৰা। পাঠকৰ আন চাৰিখন মঞ্চনাট হ'ল— 'বিচাৰ আৰু ৰায়', 'প্ৰতিকাৰ', 'ভগাজেউৰা' আৰু 'বিপন্ন প্ৰহৰী'। তেওঁ কৰা অনূদিত নাটসমূহ— 'জখলা', 'নতুন পলস', পুনৰ মিলন' আৰু 'সূৰ্য চিকাৰ'। গুৱাহাটী 'ৰূপতীৰ্থ শিল্পী সমাজ'ৰ লগত জড়িত হৈ কেইবাখনো নাটৰ সুদক্ষতাৰে পৰিচালনা

কৰিছিল। 'নতুন পলস'ৰ পৰিচালনাৰেও নিপুণ পৰিচালকৰ পৰিচয় দিছিল। 'সংগ্ৰাম' আৰু 'সন্তান' তেওঁ পৰিচালনা কৰা দুখন কথাছবি। সমালোচকে 'সংগ্ৰাম' ছবিখনত বৰগীতক আধুনিক মানসিকতাৰ ইণ্ড্ৰাষ্ট্ৰীজ' বুলি মন্তব্য কৰিছিল। এই ছবিখনতে বৰগীতক আধুনিক মানসিকতাৰ সংগতিৰে চলচ্চিত্ৰ ৰূপায়ণৰ উপস্থাপনা আছিল মৰ্মস্পৰ্শী। দুয়োখন ছবিৰে তেওঁ চিত্ৰনাট্যকাৰ আৰু গীতিকাৰো।

**ৰত্ন ওজা ঃ** আনে গৰকি যোৱা বাটেৰে বাট নুবুলি স্বকীয় চিন্তা-ভাবনাৰে নতুন নাট্যচিন্তাৰ সমল যোগোৱা একাধাৰে নাট্যকাৰ, গীতিকাৰ, নাট পৰিচালক, সংস্কৃতি-সাংবাদিক, বিষ্ণু ৰাভাৰ মৃত্যুত অসমীয়া সংস্কৃতিৰ বিপৰ্যয় আৰু অনাদৰৰ প্ৰতিভূ স্বনামধন্য শিল্পী ব্ৰজ শৰ্মাৰ শিল্পী জীৱনৰ এক প্ৰতিবাদী বিষয়বস্তু লৈ দীঘলীপুখুৰীৰ পাৰত বাটৰ নাট কৰোঁতা, অসমত প্ৰথম থিয়েটাৰ আলোচনী 'বহুৱা'ৰ সম্পাদনা কৰি উলিৱাওঁতা, 'গহ্বৰ নাট্যগোষ্ঠী'ৰ গুৰিয়াল ৰত্ন ওজাৰ উল্লেখনীয় নাট্য নিবেদন হ'ল— 'গহ্বৰ', 'উৰ্বৰ', 'কবৰ', 'অস্থাবৰ', সংলাপ', 'প্ৰয়োজনীয় মহাপুৰুষ' আৰু 'পাতনি'। 'পাতনি'খনে 'থুপৰি হোৰে থুপৰি হো' নামেৰে আকাশবাণী যোগে আৰু দূৰদৰ্শনযোগে তেওঁৰ পৰিচালনাত প্ৰচাৰ হয়। তেওঁৰ আন দুখন সফল অনাতাঁৰ নাট হ'ল 'স্বাধীনতা' আৰু 'নাগৰিক'। অংকীয়া গীত-নাট-ভাওনাৰ ওপৰতো দখল থকা ৰত্ন ওজাৰ জন্ম বৰপেটা দলাহাটীৰ 'ওজা বংশ'ত।

**কিৰণ দাস ঃ** 'গাঁৱৰ ফুলনিখনি, সবাতোকৈ শুৱনি মালি হ'বা কোনে, অ' আহা, মালিবা হ'বা কোনে, অ' আহা আহা'— গীতেৰে আৰু জনজীৱনৰ চিন্তাভাৱনাৰে বৰপেটাত এক নিৰ্দিষ্ট নাট্যচিন্তাৰে নাট ৰচনা কৰা তথা গ্ৰাম্য সমাজ-জীৱনৰ বহু খুটি-নাটিলৈ আৰু গভীৰ তললৈ সোমাব পৰা এটি মনৰ অধিকাৰী, গণতান্ত্ৰিক আৰু বস্তুবাদী মানসিকতাক গঢ় দিওঁতা সুন্দৰীদিয়া সত্ৰৰ কিৰণ দাসৰ 'ৰাম বনাম ৰাৱণ'ৰ বিষয়ে আগতে উল্লেখ কৰিছোঁ। তেওঁৰ বহুবাৰ অভিনীত 'পুষ্পলতা' নাটখনিয়ে এসময়ত জনপ্ৰিয় হৈ উঠিছিল তথা আকাশবাণীৰ যোগেদিও প্ৰচাৰিত হৈছিল। তেওঁৰ আন দুখনি পূৰ্ণাঙ্গ নাট হ'ল 'ছাই' আৰু 'এটি চহী লাগে' (পিছলৈ নামকৰণ কৰে 'স্বাক্ষৰ')। এইখন এখন পাহাৰ-ভৈয়ামৰ সম্প্ৰীতিৰ দলিল। 'তুলি আৰু তৰোৱাল' নামৰ গীতি-আলেখ্য লিখা কিৰণ দাসে ভালেকেইখন যাত্ৰা-নাট আৰু মঞ্চ-নাট অনুবাদো কৰিছে। নাটলিখাৰ উপৰিও তেওঁ এজন সুৰকাৰ আৰু অভিনেতা। নিপুণ অভিনেতা হিচাপে তেওঁৰ পৰিচয় পোৱা যায় 'মৰ্জিয়ানা'ৰ 'আলিবাবা', বৃত্ৰাসুৰৰ দধিচীৰ চৰিত্ৰৰে, 'কালপুৰুষ' আৰু 'এটি চহী লাগে'ৰ মাজেৰে।

**গোকুল পাঠক ঃ** 'আইকণ এ উঠা বাপকণ, ৰাতি পোহৰে হ'ল— পুৱাৰে সুৰুযে মাৰিলে ভুমুকি, কুঁৱলী মেলিলে ফাট'— এই মধুৰ গীতেৰে শুৱলা কণ্ঠেৰে হাউচৰ গীত গোৱা জনজীৱনৰ শিল্পী ভকতপাৰাৰ গোকুল পাঠক যেন এগৰাকী 'বোহেমিয়ান'। যশস্বী শিল্পী পুৰুষোত্তম দাসে 'বহু মানুহ বহু কথা'ৰে লিখে — "জাত-বোহেমিয়ানৰ বোহেমিয়ান ৰক্ত

দুগুণে উথলি উঠে। তথাপিও মনত অফুৰন্ত উচ্ছাহ-উদ্যমেৰে ঘূৰি ফুৰে বুকুত মহাতৃষ্ণা লৈ। গীত ৰচে, সুৰ কৰে, গায়, গোৱায়, নাট লিখে, সেই নাট মঞ্চস্থ হয় বৰপেটাৰ ঐতিহ্যমণ্ডিত মিলন মন্দিৰ ৰঙ্গমঞ্চত। কেতিয়াবা আকৌ ঢাল-তৰোৱাল নোহোৱাকৈ যুদ্ধ জয় কৰিব বিচাৰে নিধিৰাম চৰ্দাৰ হৈ। কেতিয়াবা আকৌ পষেকীয়া সাপ্তাহিক বাতৰিকাকত উলিয়ায় সম্পাদক নিজে হৈ।' এইগৰাকী গোকুল পাঠকে একবাৰে মাৰ্ক্সবাদৰ পৰা শংকৰদেৱ-মাধৱদেৱলৈ আৰু কেৱল সৰু সৰু মানুহৰ সৈতেহে জীৱনৰ সম্পৰ্ক গঢ়ি তুলি, বিষ্ণুৰাভাৰ দিনৰে পৰা তেওঁৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ, বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ লগত জড়িত হৈ তিনিবাৰ কাৰাবৰণ খটা, বিয়াল্লিছত বৃটিছ সাম্ৰাজ্যবাদীৰ বেঁকী বিমান-ঘাটি পুৰি দিয়াৰ সময়ছোৱাত 'ইয়ে আজাদী ঝুঠা হ্যায়' বুলি ক'লা পতাকা উৰুৱাৰ মাজত থকা গোকুলে 'ৰাইজৰ মেল' উলিয়ায় আৰু 'ৰূপান্তৰ'ৰ মাজেৰে লোকগীত, হোলীগীতৰ ছন্দে ছন্দে জনজীৱৰ কোঁহে কোঁহে মানুহৰ সম্বাদ বিচাৰি 'আমাৰ দেশ'ৰ সাংবাদিকতা কৰে। 'বহু শ্ৰম, বহু নিষ্ঠা আৰু বিস্তৃত অধ্যয়নেৰে এইজন যাযাবৰীয়ে লিখিলে 'বৰপেটাৰ সত্ৰৰ ইতিহাস'।" তেওঁৰে গীত আৰু সুৰ বিভিন্নজনৰ কণ্ঠেৰে জনপ্ৰিয় হয়। পঞ্চাছৰ দশকত লোকগীতৰ দল এটিৰে সৈতে (মামা-ভাগিনৰ দল বুলি পৰিচিত এই দলটোত মাথোঁ তিনিগৰাকী শিল্পী—' ৰাঘৱ দাস, মহানন্দ দাস আৰু গোকুল পাঠক) লোকগীত গাই গোটেই অসমতে আলোড়নৰ সৃষ্টি কৰা গোকুল পাঠকে অভিনেতা হিচাপেও ৰাইজৰ মনত ৰেখাপাত কৰিবলৈ সক্ষম হৈছিল 'মৰ্জিয়ানা' নাটৰ 'বাবা মোস্তাফা' চৰিত্ৰৰে। তেওঁ লিখা উল্লেখযোগ্য নাট তিনিখন হ'ল— 'হাদিৰাই চকুলো টোকে', 'জীয়া নৈৰ পাৰ' আৰু 'এই বিপ্লৱ কিয়'?

## সহায় লোৱা গ্ৰন্থ আৰু নিবন্ধপঞ্জী

**গ্ৰন্থ ঃ**


১। হৰিশ্চন্দ্ৰ ভট্টাচাৰ্য ঃ অসমীয়া নাট্য সাহিত্যৰ জিলিঙনি, লয়াৰ্ছ বুক ষ্টল, পাণবজাৰ, গুৱাহাটী-১, ১৯৮৮

২। সত্যেন্দ্ৰ নাথ শৰ্মা ঃ অসমীয়া সাহিত্যৰ ইতিবৃত্ত, বাণী প্ৰকাশ, পাণ বজাৰ, গুৱাহাটী-১, ১৯৭৭

৩। বীৰেন্দ্ৰ নাথ দত্ত ঃ গোৱালপাৰাৰ লোক-সংস্কৃতি আৰু অসমীয়া সংস্কৃতিলৈ ইয়াৰ অৱদান, প্ৰকাশক-টি এন চক্ৰৱৰ্তী, অসম কলেজ শিক্ষক সন্থা, ধুবুৰী, ১৯৮২

৪। নবীন চন্দ্ৰ শৰ্মা ঃ অসমীয়া লোক-সংস্কৃতিৰ আভাস, বাণী প্ৰকাশ, পাণ বজাৰ, গুৱাহাটী-১, ১৯৮৯

৫। শিৱনাথ বৰ্মন ঃ লোককৃষ্টিৰ উৎস, অসম প্ৰকাশন পৰিষদ, ১৯৮২

৬। পদ্মনাথ গোহাঞিবৰুৱা ঃ শ্ৰীকৃষ্ণ, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী-১, ১৯৯৭

৭। Kironomoy Raha : Bengali Theatre, প্ৰকাশক সঞ্চালক, নেচনেল বুক ট্ৰাষ্ট অব ইণ্ডিয়া, এ-৫ গ্ৰীন পাৰ্ক, নতুন দিল্লী-৬

৮। গোকুল পাঠক : বৰপেটা সত্ৰৰ ইতিহাস, আমাৰ দেশ প্ৰকাশন, বৰপেটা, ২০০৩

৯। ড° ভূপেন্দ্ৰ ৰায়চৌধুৰী : বৰপেটা সত্ৰৰ ইতিবৃত্ত, ভাৰতীয় সংস্কৃতি পৰিষদ, গুৱাহাটী-৬, ২০০৭

১০। ৰংঘৰ (সম্পাদক- ধ্ৰুৱ তালুকদাৰ, গৌতমলাল মজুমদাৰ, মনজিৎ দাস) : বৰপেটা সত্ৰ আৰু সংস্কৃতি, প্ৰকাশক-সম্পাদক, ৰংঘৰ, বৰপেটা, ১৯৯৬

১১। বাদল চৌধুৰী : অসমীয়া নাট্য-সংস্কৃতিৰ এছোৱা ঃ প্ৰত্যয় আৰু প্ৰতিচ্ছবি, জ্যোতি প্ৰকাশন, গুৱাহাটী-১, ১৯৯৪

## নিবন্ধপঞ্জী ঃ

১। বীৰেন্দ্ৰ নাথ দত্ত : গোৱালপাৰাৰ লোকনাট্য 'সংলাপ', প্ৰস্তাৱনা সংখ্যা, সম্পাদক— ভবেন বৰুৱা, প্ৰকাশক— অম্বিকাপদ চৌধুৰী, পাণবজাৰ, গুৱাহাটী

২। ৰত্ন ওজা : (ক) সত্ৰীয়া যাত্ৰা ঃ অসমৰ বিশিষ্ট নাট্যধাৰা 'সাদিন', ১ ফেব্ৰুৱাৰী, ১৯৯১
(খ) সত্ৰৰ ভক্তি ৰসাত্মক দৃশ্যকলা, দেওবৰীয়া চ'ৰা, দৈনিক অসম, ৩ জুন, ২০০৭

৩। ড° খনিন চৌধুৰী : বিৱৰ্তনৰ বাটেৰে বাটৰ নাট, দৈনিক অগ্ৰদূত, ১৬ মে', ২০০৫

৪। বাদল চৌধুৰী : (ক) বৰপেটাৰ থলুৱা উৎসৱ আৰু সাংস্কৃতিক প্ৰতিচ্ছবি বৰপেটা সত্ৰ আৰু সংস্কৃতি, সম্পাদক- ৰংঘৰ, বৰপেটা
(খ) বৰপেটাৰ হোলীৰ ৰং ঃ ৰঞ্জিত হওক পৰম্পৰাৰ নতুন বাটৰ নাট, আজিৰ দৈনিক বাতৰি, ৩ মাৰ্চ, ২০০৭



# বৰপেটীয়া আঞ্চলিক উপ-ভাষা ঃ চমু অৱলোকন

বাবুল চন্দ্ৰ দাস

**অৱতৰণিকা ঃ** অসমীয়া ভাষাটো মূলতঃ মাগধী প্ৰাকৃত আৰু পৰৱৰ্তী মাগধী অপভ্ৰংশৰ পৰা জন্ম হৈছে। ভাৰতীয় আৰ্য-ভাষাৰ অন্তৰ্গত অন্যান্য নব্য ভাৰতীয় আৰ্য-ভাষাৰ দৰে অসমীয়া ভাষাৰো জন্ম দশম শতিকা বুলি কোৱা হয়। অৱশ্য সাব্যস্ত কৰিবলৈ সক্ষম নহ'লেও খৃষ্টীয় ৬ষ্ঠ-৭ম শতিকাৰ পৰাই অসমীয়া ভাষাটোৱে যে নিজস্ব ৰূপ পৰিগ্ৰহণ কৰিবলৈ লৈছিল, লেই কথা পাল বংশ আৰু বৰ্মন বংশৰ হিন্দু ৰজাসকলৰ তামৰ ফলি, শিলালিপি, হিউৱেন চাঙৰ ভ্ৰমণ টোকা, আলবিৰুনিৰ বুৰঞ্জীৰ পৰা জনা যায়। সেই সময়ৰ অসমখনৰ নাম আছিল কামৰূপ। গতিকে ইয়াৰ ভাষাটোকো বোলা হৈছিল কামৰূপী ভাষা। কামৰূপী ভাষাটোক অসমৰ কিছুমান পণ্ডিতে কামৰূপী প্ৰাকৃত আখ্যা দিছে আৰু এই কামৰূপী প্ৰাকৃতৰ পৰাই অসমীয়া ভাষাটোৰ জন্ম হোৱা বুলি ক'ব খোজে। অৱশ্যে এইটোও সত্য যে অসমৰ পশ্চিম দিশেৰে আৰ্যভাষী লোকৰ প্ৰৱেশ ঘটিছিল আৰু ক্ৰমে ক্ৰমে সেই ভাষী লোকখিনিয়ে উজনিলৈ প্ৰব্ৰজিত হৈছিল। কিন্তু ৰাজনৈতিকভাৱে উজনি অসমখন খৃষ্টীয় ত্ৰয়োদশ শতিকাৰ পৰাই আহোম শাসনৰ অধীনত আছিল আৰু নামনি অসমখন (হাজোৰ পৰা জলপাইগুৰিলৈকে) কোচ ৰজাৰ অধীনত আছিল। ৰাজনৈতিকভাৱে বেলেগ বেলেগ ভূ-খণ্ডত বসবাস কৰা আৰু সামাজিক-সাংস্কৃতিক সম্পৰ্কত বাধা থকা হেতুকে একে অসমীয়া ভাষী লোকসকলৰ মাজৰ ভাষাৰ তাৰতম্যই দেখা দিছিল। ফলত উজনি আৰু নামনিৰ ভাষাৰ মাজৰ কেতবোৰ ভাষা-তাত্ত্বিক পাৰ্থক্য পৰিলক্ষিত হৈছিল। এই পাৰ্থক্যবোৰ লক্ষ্য কৰি চাৰ জি এ গ্ৰিয়াৰছন চাহাবে অসমীয়া ভাষাটোক প্ৰধানভাৱে দুটা ঔপভাষিক অঞ্চলত ভাগ কৰিছিল— এটা উজনিৰ উপভাষা আৰু আনটো নামনিৰ উপভাষা। ড° বাণীকান্ত কাকতিয়ে আকৌ অসমীয়া ভাষাটোৰ ছটা আঞ্চলিক ৰূপৰ কথা তেখেতৰ গৱেষণা গ্ৰন্থত উল্লেখ কৰিছে। এতিয়ালৈকে প্ৰায় প্ৰতিটো আঞ্চলিক ৰূপৰ ওপৰত গৱেষণাও কৰা হৈছে। ড° উপেন্দ্ৰ নাথ গোস্বামী আছিল উপভাষাৰ বিজ্ঞানসন্মত আলোচনাৰ বাটকটীয়া। কামৰূপী উপভাষাৰ ওপৰত কৰা গৱেষণা গ্ৰন্থত তেখেতে কামৰূপী উপভাষাৰ তিনিটা আঞ্চলিক ৰূপৰ কথা আলোচনা

কৰিছে। সেই কেইটা হ'ল ঃ নলবৰীয়া, বৰপেটীয়া আৰু পলাশবৰীয়া। বৰপেটীয়া আঞ্চলিক ভাষাটোৰ ওপৰত ইতিমধ্যে গৱেষণাও হৈছে। কিন্তু সেই আঞ্চলিক ৰূপটোৰ ক্ষুদ্ৰতম অংশ বৰপেটা নগৰ তথা আশে-পাশে কোৱা ভাষাটোৰ ওপৰত সূক্ষ্ম আলোচনা এতিয়াও সম্পূৰ্ণ হোৱা বুলি ক'ব নোৱাৰি। এই আঞ্চলিক উপভাষাটোৰ ওপৰত বিজ্ঞানসন্মত আলোচনা কৰাৰ যথেষ্ট থল আছে। কিয়নো ভাষা বিজ্ঞানৰ দৃষ্টিত প্ৰতিটো ভাষাই উপভাষা। আমি যাক মান্য ভাষা বা Standard Language বুলি কওঁ, সেই ভাষাটোও মৰ্যাদাপ্ৰাপ্ত এটা উপভাষাহে। আমি যিটো ভাষাত সাহিত্য ৰচনা কৰো, যিটো ভাষা দূৰদৰ্শন-অনাতাঁৰ কেন্দ্ৰতো প্ৰচাৰ মাধ্যমৰ ভাষা হিচাপে লোৱা হয়, যিটো ভাষাৰে বাতৰিকাকত প্ৰকাশ পায়, চৰকাৰী কাম-কাজত ব্যৱহাৰ হয়, বক্তৃতা আদিত সেই ভাষাটোৱে ব্যৱহাৰ কৰা হয় আৰু অন্যান্য উপভাষাৰ ওপৃৰত প্ৰভাৱ বিস্তাৰ কৰে সেইটোৱে মান্য ভাষা। গতিকে মান্য ভাষা বোলোতে এটা উপভাষাহে। এই দৃষ্টিভংগীৰে প্ৰতিটো অঞ্চলৰ ভাষাৰে ভাষাতাত্ত্বিক মূল্য আছে। যদিও কোৱা হয় যে মান্য ভাষাটোৱে সৰ্বান্তকৰণে সকলোৱে মানি লয়, তথাপি সেই মান্য ভাষাটোকে যে প্ৰতিখন সমাজে বা প্ৰতিটো অঞ্চলতে ব্যৱহাৰ কৰিব লাগিব তেনে কথা নহয়। অঞ্চলভেদে, জাতিভেদে বা ব্যক্তিভেদেও একেটা ভাষাৰ মাজতে কিছু পৰিমাণে ভাষা তাত্ত্বিক বৈসাদৃশ্য পোৱা যায়। সেই কাৰণেই ভাষাক বিভিন্ন স্তৰত ভাগ কৰা হৈছে। সেই স্তৰসমূহ হ'ল— মৰ্যাদাপ্ৰাপ্ত উপভাষা বা মান্য ভাষা, উপভাষা, আঞ্চলিক উপভাষা, সামাজিক উপভাষা, গোষ্ঠীভাষা, বৰ্ণভাষা, গুপ্তভাষা, ব্যক্তিভাষা ইত্যাদি।

ওপৰত কৈ অহা হৈছে যে ভাষাৰ প্ৰতিটো ৰূপৰে একোটা নিৰ্দিষ্ট মূল্য আছে। বিশেষকৈ ভাষাৰ বিভিন্ন স্তৰৰ মাজত এনে কিছুমান বৈশিষ্ট্য নিহিত হৈ থাকে, যিটো বৈশিষ্ট্য অন্যান্য অঞ্চলৰ ভাষাত নাইবা মান্য ভাষাত বিচাৰি পোৱা নাযাবও পাৰে। বিশেষকৈ একে ঔপভাষিক অঞ্চলতো অঞ্চলভেদে ভাষাৰ তাৰতম্য ঘটিব পাৰে আৰু সেই প্ৰতিটো আঞ্চলিক ৰূপৰে একো একোটা বিশেষ দিশ অথবা সুকীয়া বিশেষত্ব থাকিব পাৰে। সেই বিশেষ দিশ বা সুকীয়া বিশেষত্বই সামগ্ৰিকভাৱে মান্য ভাষাটোক চহকী কৰাৰ ক্ষেত্ৰত বিশেষ অৰিহণা যোগাব পাৰে। এই কথা লক্ষ্য ৰাখিয়েই বৰপেটা অঞ্চলৰ ভাষাটোৰ বিষয়ে এটি আলোচনা আগবঢ়াব বিচৰা হৈছে।

অসমীয়া ভাষাৰ এটা আঞ্চলিক ৰূপৰ উপভাষাই হ'ল বৰপেটীয়া আঞ্চলিক উপভাষা। বহু সময়ত লক্ষ্য কৰা হৈ আহিছে যে সংস্কৃত নাটকত স্ত্ৰী চৰিত্ৰ আৰু নিম্ন খাপৰ চৰিত্ৰৰ মুখত মাগধী প্ৰাকৃত ভাষাৰ সংলাপ দিয়া হৈছিল কেৱল হাস্য ৰস সৃষ্টিৰ বাবে। বৰ্তমানৰ অসমীয়া নাটকতো একাংশ নাট্যকাৰে হাস্যৰস সৃষ্টি কৰাৰ বাবে কিছুমান নিম্নখাপৰ চৰিত্ৰৰ মুখত বৰপেটীয়া ভাষাৰ সংলাপ দিয়ে। আচলতে বৰপেটীয়া ভাষাৰ ওপৰত দখল নথকা একাংশ নাট্যকাৰ-সাহিত্যিকে কামৰূপী উপভাষাটোকে বৰপেটীয়া ভাষা বুলি চলাই

দিয়ে। কিন্তু ভাষা-বৈজ্ঞানিক দৃষ্টিৰে লক্ষ্য কৰি দেখা গৈছে যে কামৰূপী উপভাষা মানেই বৰপেটীয়া ভাষা নহয়, নাইবা নলবৰীয়া ভাষা নহয়। কামৰূপী উপভাষাৰ গৱেষক ড° উপেন্দ্ৰ নাথ গোস্বামীয়ে কামৰূপী উপভাষাৰ এটা আঞ্চলিক ৰূপতহে বৰপেটীয়া ভাষাটো ধৰিছে। বৰপেটীয়া ভাষাটোৰ আঁতিগুৰি তলত দিয়াধৰণে দেখুৱাব পাৰি ঃ




এই প্ৰকল্পত আঞ্চলিক উপভাষাৰো সংকীৰ্ণ ৰূপ বৰপেটীয়া ভাষাৰ ওপৰতহে আলোকপাত কৰা হ'ব। বৰপেটীয়া ভাষাৰ ওপৰত যে আলোচনা কৰা হ'ব তাৰ পৰিসৰ হ'ব বৰপেটা নগৰ এলেকা আৰু নগৰৰ বৰ্দ্ধিত এলেকা আৰু নগৰৰ দুই/ তিনি কিলোমিটাৰ ব্যাসাৰ্ধৰ অন্তৰ্গত পাটবাউসী, কেওঁটকুছি, বামুণা, দণ্ডৰকুছি আদি ঠাইসমূহ।

**পৰিচয় ঃ** মধ্যযুগৰ তাঁতীকুছিয়েই কালক্ৰমত নাম পাইছিল বৰপেটা। কোচ ৰজা নৰনাৰায়ণৰ ৰাজ্যৰ বাউসী পৰগনাৰ অন্তৰ্গত আছিল বৰপেটা আৰু আহোম ৰজাৰ অধীনলৈ অহাৰ

পিছত বৰপেটাকো পৰগনা হিচাপে ঘোষণা কৰা হৈছিল। শঙ্কৰদেৱ-মাধৱদেৱৰ প্ৰচাৰিত ধৰ্ম আৰু সাংস্কৃতিক কাৰ্যক্ৰমণিকাই বৰপেটাক লেখত ল'বলগীয়া অঞ্চললৈ পৰ্যবসিত কৰিছিল। বিশেষকৈ মাধৱদেৱে সত্ৰ স্থাপন কৰাৰে পৰা বৰপেটা হৈ পৰিছিল সাংস্কৃতিক কেন্দ্ৰ। ভাষা-সাহিত্য, গীত-মাত, নাট-ভাওনা, সত্ৰীয়া-উৎসৱ, নিত্য-নৈমিত্তিক প্ৰসঙ্গকে ধৰি সামগ্ৰিক সাংস্কৃতিক বিকশিত ৰূপটো আছিল বৰপেটা কেন্দ্ৰিক। এসময়ত বৰপেটীয়া ভাষা কোৱা লোকসকলৰ গোৱালপৰীয়া উপভাষা কোৱা লোকসকলৰ লগত সু-সম্পৰ্ক আছিল। কালক্ৰমত সেই সম্পৰ্ক কমি আহিল আৰু বৰপেটা কেন্দ্ৰিক এটা আঞ্চলিক উপভাষাই গঢ় লৈ উঠিল। সেই উপভাষাটো কথিত লোকভাষা হিচাপেও পৰিচিত হৈ আহিছে। অৱশ্যে অসমৰ লোক সমাজৰ মাজত ই বৰপেটীয়া ভাষা হিচাপেই পৰিচিত।

**ভাষাতাত্ত্বিক আলোচনা ঃ** যিকোনো ভাষাৰ সুকীয়াত্বৰ প্ৰমাণ পোৱা যায় ধ্বনিতত্ত্ব, ৰূপতত্ত্ব, শব্দতত্ত্ব আৰু বাক্যতত্ত্বৰ মাজত। লিখিত ভাষা বা মান্যভাষাৰ ক্ষেত্ৰত তাৰ সাহিত্যিক ৰূপৰ পৰা উপাদানবোৰ লৈ ভাষাবৈজ্ঞানিক বিশ্লেষণ কৰাটো উজু, কিন্তু কথিত ৰূপৰ পৰা বিশ্লেষণ দাঙি ধৰাটো গৱেষণাসম্ভূত। তথাপি জন্মৰে পৰা শুনা বা কোৱা ভাষাটোৰ ওপৰত নিৰ্ভৰ কৰিয়েই ভাষাতাত্ত্বিক আলোচনা আগবঢ়োৱাৰ চেষ্টা কৰা হৈছে আৰু আলোচনা সম্পূৰ্ণ ভাষাবৈজ্ঞানিক পৰিসৰতে সীমিত ৰখা হৈছে।

**ধ্বনিতাত্ত্বিক বৈশিষ্ট্য ঃ** ভাষাৰ ক্ষুদ্ৰতম অংশটো হ'ল ধ্বনি। ভাষাৰ মূলো হৈছে ধ্বনি। ধ্বনিবোৰ লগ লাগি ৰূপ হয়। গতিকে ৰূপৰ আলোচনা কৰাৰ পূৰ্বে প্ৰথমতে ধ্বনিৰ কথা আহি পৰে। বৰপেটীয়া আঞ্চলিক উপভাষাটোৰ ধ্বনিতত্ত্ব বৰ সমৃদ্ধ। মান্য অসমীয়া ভাষাটোৰ লগত তুলনা কৰিলেই স্পষ্ট দিশ উন্মোচিত হয়। যথা ঃ

১) মান্য অসমীয়া অন্ত্য অৱস্থানত থকা হ্ৰস্ব 'অ' স্বৰধ্বনি লোপ হোৱাৰ বিপৰীতে বৰপেটীয়া ভাষাৰ দুই এটা শব্দত ইয়াৰ অৱস্থিতি বিচাৰি পোৱা যায়। যেনে— বল্অ (মানুহৰ নাম), ৰাম্অ (মানুহৰ নাম)।

২) মান্য অসমীয়া ভাষাত ওচৰা-ওচৰিকৈ দুটা 'অ' ধ্বনি থাকিলে পূৰ্ববৰ্তী 'আ' 'অ' বা 'এ' হয়, কিন্তু বৰপেটীয়া ভাষাত দুটা 'আ' ধ্বনি ওচৰা-ওচৰিকৈ থাকিব পাৰে। যেনে— তাৰা, ৰাজা, চাকা, টাকা ইত্যাদি।

৩) মান্য অসমীয়াৰ উচ্চ স্বৰ 'ই' ধ্বনি বৰপেটীয়া ভাষাত নিম্ন স্বৰ 'আ' হয়। যেনে— ঢাকি(দি)> ঢাকা, বাকি (দি)> বাকা, চাকি (চা)> চাখা, ছাতি> চাতা, ঢাৰি> ঢাৰা, বালি> বালা ইত্যাদি।

৪) কিছুমান শব্দত আকৌ মান্য অসমীয়াৰ নিম্ন স্বৰধ্বনি বা নিম্ন মধ্য স্বৰধ্বনি বৰপেটীয়া ভাষাত উচ্চ স্বৰধ্বনি 'ই' বা 'উ' ধ্বনিলৈ পৰিবৰ্তিত হয়। যেনে— এন্দুৰ > ইন্দুৰ, ওপৰত > উপাৰত, ভোদা > বুদ্‌ধু ইত্যাদি।

৫) ব্যঞ্জনান্ত শব্দতো বৰপেটীয়া ভাষাত 'আ' ধ্বনি হয় আৰু অনুনাসিক ধ্বনি লোপ

পায়। যেনে— গাত > গাতা, কাঁহ > কাহা।

৬) মান্য ভাষাৰ 'অ' স্বৰধ্বনিৰ অৱস্থিতি বৰপেটীয়া ভাষাত নাই। যেনে— গ'ল > গল,ল'ৰা > লৰা/ ছলি, ব'ল > বুল। মান্যাৰ্থত ব'লক > বুলক ইত্যাদি।

৭) মান্য ভাষাৰ 'ন' আৰু 'ৰ' ধ্বনি বৰপেটীয়া ভাষাত কেতিয়াবা কেতিয়াবা 'ল' হয়। যেনে— সোণাৰু > সনলু, নহৰু > লহুৰ ইত্যাদি।

৮) কিছুমান শব্দত মান্য অসমীয়াৰ একক ব্যঞ্জন বৰপেটীয়া ভাষাত দ্বিত্ব হয়। যেনে— কেঁচী > কেচ্চী, ডবা > দাববা(ৰেলৰ) ইত্যাদি।

৯) শ্বাসাঘাত ঃ শব্দ উচ্চাৰণ কৰোতে অক্ষৰৰ ওপৰত পৰা শ্বাসাঘাত। শ্বাসাঘাতৰ তাৰতম্যৰ ফলত শব্দৰ পৰিৱৰ্তন হয়। উদাহৰণ স্বৰূপে সংস্কৃত 'ভ্ৰমৰক' শব্দটো মান্য অসমীয়াত ভোমোৰা হৈছে, কিন্তু বৰপেটীয়া ভাষাত ভম্ৰা। ইয়াৰ কাৰণ হ'ল বৰপেটীয়া ভাষাৰ শ্বাসাঘাত শব্দৰ আদি অক্ষৰত পৰে। তেনেদৰে কাক্ৰা মাক্ৰা ইত্যাদি। আকৌ বাক্ৰা (বকৰাণি), জাক্ৰা (জোকাৰণি), লদ্ৰা(লোদোৰা), কান্দ্ৰা(কান্দুৰা) ইত্যাদি।

১০) সমীভৱন ঃ দুটা বিভিন্ন ধ্বনি ওচৰা-উচৰিকৈ থকিলে কেতিয়াবা এটা ধ্বনিৰ প্ৰভাৱত আনটো ধ্বনি সেই ধ্বনিটোৰ লগত সমৰূপতা লাভ কৰাৰ নামেই সমীভৱন। বৰপেটীয়া ভাষাত সমীভূত শব্দ যথেষ্ট পোৱা যায়। যেনে— বীৰ+নাম > বীন্নাম, চাৰি +টা > চাট্টা, বৰ্+দম্হি > বদ্দম্হি, সৰু+দম্হি > সোদ্দম্হি, বদ্+জাত > বৈজ্জাত, হাড়ী+জান > হাজ্জান।

১১) ধ্বনি বিপৰ্যয় ঃ ভিন্ ভিন্ স্থানত থকা দুটা ধ্বনিৰ পাৰস্পৰিক স্থান পৰিৱৰ্তনৰ প্ৰণালীয়েই ধ্বনি বিপৰ্যয়। যেনে— সংস্কৃতৰ বাৰ্তা (বাৰ্তা) শব্দটো বৰপেটীয়া ভাষাত বাত্ৰা হয়। তেনেদৰে প্ৰভু>পৰভু, শ্ৰদ্ধা>চৰ্ধা, প্ৰফেচাৰ> পৰ্ফেচাৰ।

১২) আগম ঃ শব্দৰ আদি মধ্য, অন্ত্যৰ যিকোনো স্থানতে স্বৰ বা ব্যঞ্জন ধ্বনি একোটা উচ্চাৰিত হোৱা প্ৰথাৰ নাম আগম। বৰপেটীয়া ভাষাত ইস্কুল, ইষ্টেছন, ইছ্টুপিট।

১৩) মেলাপ্ৰপিজম ঃ মানুহে কেতিয়াবা সামান্যভাৱে ধ্বনিৰ সাদৃশ্য থকা অথচ সম্পূৰ্ণ ভিন্ন অৰ্থৰ দুটা শব্দৰ এটাৰ ঠাইত আন এটা ব্যৱহাৰ কৰে। ইয়েই হ'ল মেলাপ্ৰপিজম। বিদেশী ভাষাৰ ক্ষেত্ৰত প্ৰকৃত অৰ্থ নজনা কাৰণে মেলাপ্ৰপিজিম হোৱা দেখা যায়। বৰপেটীয়া ভাষাত কোৱা চকেটজাবাৰ, উট, ৰেক্সা আদি যথাক্ৰমে ইংৰাজী শব্দ Shock-absorber, Wood আৰু জাপানী ভাষাৰ Rickshaw শব্দৰ সলনি উচ্চাৰিত হয়। তেনে উদাহৰণ আৰু বহুত আছে।

১৪) অপিনিহিতি ঃ কোনো শব্দৰ পৰৱৰ্তী অক্ষৰত থকা 'ই' বা 'উ' স্বৰধ্বনি পূৰ্বৱৰ্তী অক্ষৰলৈ আহি সেই অক্ষৰৰ স্বৰধ্বনিৰ সৈতে লগ লাগি একেলগে উচ্চাৰিত হোৱা প্ৰথাই হ'ল অপিনিহিতি। বৰপেটীয়া ভাষাত ইয়াৰ উদাহৰণ আছে। যেনে— কন্যা > কনিআ > কইনা, জুলীয়া > জুইলা, ঢুলীয়া > ঢুইলা।

১৫) মহাপ্ৰাণী ভৱন ঃ মূল শব্দৰ অল্পপ্ৰাণ ধ্বনি উচ্চাৰণৰ হেতুকে মহাপ্ৰাণ ধ্বনিলৈ পৰিৱৰ্তিত হোৱাকে মহাপ্ৰাণী ভৱন বুলি কোৱা হয়। বৰপেটীয়া ভাষাত ইয়াৰ উদাহৰণ যথেষ্ট আছে। যেনে— শিতান > শিথান, ভটিয়া > ভাইঠা(ট > ঠ), চকু > চোখু, চক্ > চখ, ভোক > ভুখ, ঠোঁট > ঠুঠ্, ভোটা > ভঠ্ৰা।

১৬) অঘোষীভৱন ঃ মূলৰ সঘোষ ধ্বনি অঘোষ ধ্বনিলৈ পৰিৱৰ্তন হোৱাকে অঘোষীভৱন বোলে। যেনে— খেকাৰ > ঘেগাল।

**ৰূপতাত্ত্বিক আলোচনা** ঃ ধ্বনিৰ ক্ষেত্ৰত যেনেকৈ মান্য ভাষাৰ সৈতে বৰপেটীয়া ভাষাৰ পাৰ্থক্য পৰিলক্ষিত হয়, সেইদৰে ধ্বনি সমষ্টি বা ৰূপ অথবা ৰূপতত্ত্বৰ ক্ষেত্ৰতো বৰপেটীয়া ভাষাত কিছু সুকীয়াত্ব দেখা যায়। তেনে নিদৰ্শনসমূহ হ'ল ঃ

১) নিৰ্দিষ্টতাৱাচকতা ঃ কোনো বস্তুক নিৰ্দিষ্টকৈ বুজাবলৈ অসমীয়া ভাষাত ব্যৱহাৰ হোৱা কিছুমান শব্দাংশকে নিৰ্দিষ্টতাবাচক প্ৰত্যয় বুলি কোৱা হয়। সেই প্ৰত্যয়ৰ শব্দৰ লগত সংলগ্ন হোৱাটোৱে নিৰ্দিষ্টতাৱাচকতা। যেনে— টা, -টু, -ডেল, -খৰ /খৰা, -খেন, -পেত, -খিনি, -কচা, -ভৰা (যেনে— একভৰা হাগ্‌ছে) ইত্যাদি। মান্য ভাষাত প্ৰায় ৬২টা নিৰ্দিষ্টতাৱাচক প্ৰত্যয় আছে। কিন্তু বৰপেটীয়া ভাষাৰ উল্লিখিত প্ৰত্যয়কেইটাৰ এটাও মান্য ভাষাত পোৱা নাযায়।

২) বচন ঃ মান্য ভাষাত বহুবচনৰ প্ৰত্যয়,-বোৰ, -বিলাক, -হঁত, -লোক, -মখা, -সকল, -সোপা। কিন্তু বৰপেটীয়া ভাষাত, -ঠেৰ, -আহাৰ, -আহুন, -সপ্ৰা, -গিলান, -গিলাক, -মাখা, -সপা ইত্যাদি।

৩) ক্ৰিয়া বিশেষণ ঃ ক্ৰিয়া বিশেষণৰ ক্ষেত্ৰতো মান্য ভাষাৰ তুলনাত বৰপেটীয়া ভাষাৰ ক্ৰিয়া বিশেষণবোৰ এনেধৰণৰ— এতিয়া>এইথেনে, সেইকাৰণে >সিখুন্তি, এইপিনে>অহেন, সেইপিনে>সহেন, সেইফাললৈ>সেহেক্‌চুপি, কোনদিনা >কেইন্‌হি ইত্যাদি।

৪) শব্দ বিভক্তি প্ৰয়োগৰ ক্ষেত্ৰত কামৰূপী উপভাষাৰ অন্য আঞ্চলিক ৰূপৰ তুলনাত বৰপেটীয়া ভাষাত কিছু সুকীয়াত্ব ধৰা পৰে। মান্য ভাষাৰ দ্বিতীয়া বিভক্তি -ক বৰপেটীয়া ভাষাৰ সৰ্বনাম শব্দৰ ক্ষেত্ৰত ব্যৱহাৰ হয়। যেনে— তাক কোৱা>তাক কো। চতুৰ্থী বিভক্তি -লৈ দ্বিতীয়া -ক হয়। যেনে— ঘৰলৈ>ঘৰোক। পঞ্চমী -পৰা বিভক্তি -পেৰা হয়। যেনে- বাজাৰৰ পেৰা আইছে।

৫) ক্ৰিয়া বিভক্তি ঃ ক্ৰিয়া বিভক্তিৰ ক্ষেত্ৰত মান্য অসমীয়াৰ প্ৰথমা বিভক্তি 'ওঁৰ ঠাইত বৰপেটীয়া ভাষাত উঁ হয়। তেনেদৰে তৃতীয় পুৰুষত -লেৰ ঠাইত -লাক্ হয়। যেনে— খাওঁ>খাউ, খালে>খালাক।

৬) নামধাতু ঃ বৰপেটীয়া ভাষাত মান্য অসমীয়াৰ তুলনাত নামধাতুৰ প্ৰয়োগ বেছি। যেনে— ছাল গুচোৱা>চেলো, ভটিয়াই যা>ভাইঠো, গাঁঠি দি> গাইঠো।

মান্য ভাষাৰ পৰা পৃথক কিছু উপভাষাৰ শব্দাৱলী ঃ

**যুৰীয়া শব্দ ঃ** পটা-পট্, ফটাফট্, ফনা-ফন্, ভটা-ভট্ (অৰ্থ তাৰা তাৰি)

**ধ্বন্যাত্মক শব্দ ঃ** ফটফইটা, লদ-লইদা, ঢক্-ঢইকা, চট্-চইটা মত্-মইতা, লপ্-থইপা, চুৰ্-চুইৰা, ফুৰ-ফুইৰা, ভুৰ-ভুইৰা, লুৰ-লুইৰা, ঢেল্-ঢেইলা, লেৰ্-লেইৰা, ফেল-ফেইলা, থেল্-থেইলা, দক্-দইকা, গদ্-গইদা, মেঙ্-মেইঙা, পেত্-পেইতা থেপ্-থেইপা, দেক্-দেইকা, ভেত্-ভেইতা, ৰত-ৰইতা, হত্-হইতা ইত্যাদি। (বিশেষ্যৰ আগত বহি শব্দবোৰ কেতিয়াবা বিশেষনীয় বিশেষণৰ ৰূপ লয়।)

**বিশেষণ ঃ** মদৰা (মলিয়ন হোৱা), মগৰা (এলেহুৱা), ভথৰা (ভোটা), তেপৰা (চুটি-চাপৰ), থেপ্ৰা (ভোটা), পেপ্ৰা (পয়ালগা), মেদ্ৰা (ক'লা), নিকবোগ্লা (অতি ক্ষীণ), সিখুন্তি (সেইকাৰণে), হোই হেংপং (হয় হ'ব পায়) ইত্যাদি।

**অন্যান্য শব্দ ঃ** অৱহ্তেলি (অতঃপালি, শিশুৰ ক্ষেত্ৰত) অচুভ্য (অসভ্য), অপত্ চমত্কাৰে (হঠাত), আদাৰ (ঠেঁহ), আপ্ৰহ্ (পোৰণি), আচনক, আচাভুৱা (আচৰিত), আব্রা (ভোদা, স্ত্রী— আব্রি), আপা (ল'ৰা), আপি (ছোৱালী), আফ্ল-আফ্লি।

ইগ্লাখেন্ (এইবিলাক), ইবাৰ (এইবাৰ), ইসপ্ৰা (এইসোপা),

উচ্না (উহ), উৰা (গৰম চাদৰ), উলোমুলো (খেলিমেলি),

এন্কে (এনেকৈ), একধেন (এধানি), এই (এইজনী),

কচু উঠা (যৌন উত্তেজনা), কাফিন্ (কৃপণ),

খচ্চা, খচ্চৰ, খচ্ৰা, খেচাখাৱা,

গঙৰা, গাছত উঠা (দুষ্ট),

ঘৰা (দুষ্ট ছোৱালী), ঘচ্ ঘচ্ (কে কাটা), ঘচ্ মইচা,

চিকোহো (ঘৃণনীয়), চিদিল (শৃঙ্খলা), চেফ্লা, চুচ্ৰা (খজুৱতি), চলি (ল'ৰা-ছোৱালী), চেপা, চিপ্ৰা (কৃপণ),

জাখ্লা, জাপ্ৰা, জক্ৰা (পঁইতা ভাত),

তেপ্ৰা (চুটি), তেৰ্ তেইৰা, তত্ৰা (শুকাই যোৱা),

থেপ্ৰা, থোগা (ধুনিয়া), থুম (স্তম্ভ), থগ্অ, থ'গ (ভুৰুকোৱা), থেঙা (হাফ্পেন্ট), থেং (ভৰি),

দগ্ৰি (দকচি), দিমা (কণী), দেইবা (তেমা, container), দেক্ৰা, দাকাল (একেবাৰে কেঁচা), দৈইফ (দলিওৱা, দাগা (দগধা),

ধেপা, ধেমা (অতি লাহে লাহে কৰা), ধকা (চপনীয়া), ধেঙৰ (মাটিকটা বিহাৰীলোক), ধেন্দিয়া (পোৱালি জগোৱা),

নকতকৈতা (অলাগতিয়াল), নেক্নেইকা, (গধুৰ), নেউতা আঠমঙ্গলা),

পধিলা (পদ্শিলা, উল্লেখযোগ্য বস্তু), পচা (পেট কুলি), পএেহ্ (সুৰুঙা), পেমো

(শব্দ নোহোৱাকৈ ফেঁকুৰা),

ফাত্‌লামি (ফাজলামি), ফাত্‌ৰা (কথাৰ মূল্য নোহোৱা), ফাকা (মোনা), ফাইক (বেছি), ফাল্লা (একাল),

বগ্‌চা (বগা ৰংসদৃশ), বাখ্‌লা (ভোখৰ, বখলিয়া), বাগ্‌লা (পাত, কল বা কচুৰ পাত বুজাবলৈ), বোগ্‌লা (বগলী), বাঘ (এবিধ জন্তু, খঙাল), বমফোচ্ (ফিতাহি), বম্বেআলি (বৰাই কৰি কোৱা), বৈইজ্জাত (দুষ্ট),

ভঙ্‌লে (গুপ্ত কথা মুকলিকৈ কোৱা), ভঙ্-ভইঙা (পেটত কথা নৰখা লোক),

মেঙ্‌লা (অসচেতন), মেটাং (মেতেকা) ইত্যাদি।

**বাক্যতত্ত্ব ঃ** এটাতকৈ অধিক বাক্য লগ লাগি ভাবাৰ্থ প্ৰকাশ কৰাটোৱে জটিল বাক্য। এই বাক্যত আৰু অব্যয় পদেৰে দুটা পদ সংযুক্ত কৰা হয়। কোনো কোনো বাক্যত অসমাপিকা ক্ৰিয়াৰেও বাক্য দীঘলীয়া কৰা হয়। বৰপেটীয়া ভাষাত ব্যৱহাৰ হোৱা তেনেধৰণৰ কেইটামান বাক্য হ'ল ঃ

১। চেঙ্‌ৰা কালত পুহ মাইহা তেকিত উদিমুদি হোই, উপ্‌ৰা কতি বোহি জক্‌ৰা ভাত আৰু গৰে মাছ পুৰা পেৰপেৰকে এক কাহী ভিৰে দিছিলু।

২। আইতাৰ কাষৰ মোপ্‌ফলৰ তলোত বৰেৰ পুৱাই গৰুটু ধেন দিছে, ফেম্ভখিনি দাম্‌ৰি খাই নহ কচ্চে।

৩। কত বাহৰ তলোত হাঁহটুই পেৰাত কোৰি হাগি দিছে।

পৰিস্থিতি আৰু পৰিৱেশক সঠিক আৰু সক্ৰিয় ৰূপত ফুটাই তোলা বৈশিষ্ট্যযুক্ত বাক্য বৰপেটীয়া ভাষাত যথেষ্ট পৰিমাণে পোৱা যায়।

**বৰপেটীয়া ভাষাৰ সুৰ ঃ** বৰপেটীয়া ভাষাটো মূলত আৰ্য ভাষা হ'লেও ইয়াৰ কথিত ৰূপত সুকীয়া সুকীয়া সুৰ (Accentuation) লক্ষ্য কৰা যায়। অৱশ্যে চীন-তীব্বতীয় ভাষাগোষ্ঠীৰ অন্তৰ্গত চীনা ভাষা বা দেউৰী চুতীয়া ভাষাৰ সুৰৰ লগত বৰপেটীয়া ভাষাৰ সুৰৰ মিল নাই। কিন্তু কিছুমান কথা, কিবা বস্তু, কোনোধৰণৰ পৰিৱেশ-পৰিস্থিতি, আৱেগ, খং-ৰাগ, উষ্মা আদি প্ৰকাশ কৰাৰ ক্ষেত্ৰত সুৰৰ উপলব্ধি হয়। যেনে- বহুদিনৰ মূৰত দেখা কোনোবা বন্ধুক দূৰৰ পৰাই কয়, কি...এ.. বাপ্পা...ঐ, কত দিনৰ মূৰত তোক দেখ্‌লু। তেনেদৰে, থাপ্পাৰত জনপকা উৰে যাবো (খং ভাবত)।

## বৰপেটীয়া ভাষাত অলংকাৰ ঃ

বৰপেটীয়া ভাষাৰ দৈনন্দিন কথোপকথনত সুন্দৰ সুন্দৰ অলংকাৰিক বাক্যৰ প্ৰয়োগ দেখা যায়— গুৰোৰ কঠল, নৈৰাৰ গুৰিৰ দাঅ, চৈৰাৰ তিৰি, চন্দ্ৰ মকাৰ ছাতা, সেঅতৰ ভৰেত নাঅ তল যাৱা, উচিত কথাত হংসী পাগল, হৈ কলি মাহাজন নহৈ মনহৰি বায়েন, ধাৰা কাপ্‌লাই হাগ্‌বা বোইহ্‌লি মাটিৰ আঠ আউল খএ যাৱা, নখেন্দাত কাপাল ঘেচ্‌তো ইত্যাদি।

গতিকে এনেদৰে বিচাৰ-বিশ্লেষণ কৰি দেখা গ'ল যে কামৰূপী উপভাষাৰে এটা আঞ্চলিক ৰূপৰ ভাষা হিচাপে বৰপেটা অঞ্চলৰ ভাষাটোৰ মাজতো অঞ্চলভেদে একো একোটা সুকীয়া ৰূপ দেখা যায়। ওপৰৰ আলোচনাত দেখুওৱা বৰপেটা নগৰ আৰু বৰ্দ্ধিত এলেকাৰ ভাষাটোৰ ধ্বনিৰূপ, বাক্যতত্ত্ব আদিৰ চমু বিশ্লেষণত সেই কথাই ওলাই পৰিল। সেয়েহে বৰপেটাৰ এই আঞ্চলিক ৰূপটোৰ বিষয়ে গৱেষণা কৰাৰ এখন বহল ক্ষেত্ৰ সন্মুখত পৰি আছে। বিজ্ঞান সন্মত বিশ্লেষণ কৰিবলৈ গ'লে ভাষাতত্ত্বৰ বহুতো নতুন নতুন দিশ বিশেষকৈ বৰপেটীয়া ভাষাৰ সুৰৰ প্ৰয়োগ আৰু আলংকাৰিক প্ৰয়োগৰ বৈশিষ্ট্য স্পষ্ট ৰূপত দেখুৱাব পৰাৰ সম্ভাৱনাও যথেষ্ট আছে। তেনেধৰণৰ গৱেষণামূলক অধ্যয়নে বৰপেটীয়া ভাষাটোৰ স্বৰূপ দাঙি ধৰাৰ লগত অসমীয়া মান্য ভাষাটোলৈও বহুখিনি অৱদান আগবঢ়াব বুলি ভাবিবৰ অৱকাশ আছে।


Kakati, Banikanta : Assamese : Its Formation and Development.

Goswami, Upendra Nath : A Study of Kamrupi : A dialect of Assamese.

উপেন্দ্ৰ নাথ গোস্বামী ঃ অসমীয়া ভাষাৰ উদ্ভৱ, সমৃদ্ধি আৰু বিকাশ

ঃ অসমীয়া ভাষা আৰু উপভাষা

ঃ ভাষাবিজ্ঞান

ঃ অসমীয়া ভাষাৰ ৰূপকথা

ঃ অসমীয়া ভাষাৰ ব্যাকৰণ

গোলক চন্দ্ৰ গোস্বামী ঃ ধ্বনিবিজ্ঞানৰ ভূমিকা

ৰমেশ পাঠক ঃ অসমীয়া ভাষাৰ ইতিহাস

দীপংকৰ মৰল ঃ উপভাষা বিজ্ঞান

বিভা ভৰালী ঃ বৰপেটা জিলাৰ লোক ভাষা (প্ৰবন্ধ) 'বৰপেটা জিলাৰ লোক সংস্কৃতি' গ্ৰন্থত সন্নিৱিষ্ট।




# বৰপেটাৰ জনসমাজত নাম-উপনাম

হেম কাকতি

মহাপুৰুষ শ্ৰীমন্ত শংকৰ-মাধৱৰ লীলাক্ষেত্ৰ বৰপেটা অসমৰ বৈষ্ণৱ সমাজৰ বাবে বৰ আদৰ আৰু শ্ৰদ্ধাৰ স্থান। ইয়াৰ আকাশ-বতাহত অহৰ্নিশে ধ্বনিত হয় হৰিনামৰ মধুৰ মূৰ্চ্ছনা, বৰপেটাবাসীৰ চাল-চলন, আচাৰ-ব্যৱহাৰ, কথা-কোৱাৰ ধৰণ-কৰণ সহজ-সৰল আৰু সকলো ক্ষেত্ৰতে আত্মীয়তা বিৰাজমান। মানুহবোৰ গুণগ্ৰাহী, দৈনন্দিন জীৱনৰ সকলো ক্ষেত্ৰতে সুখ-দুখ, অভাৱ-অনাটন, পোৱা-নোপোৱাৰ বেজাৰ চিৰ বিদ্যমান হ'লেও বৰপেটাৰ মানুহ লগ পালে এনে লাগে— তেওঁলোকে যেন জীৱনৰ তুচ্ছতা জয় কৰিব পাৰিছে। ধনী-দুখীয়া, শিক্ষিত-অশিক্ষিত, বুঢ়া-ডেকা প্ৰতিজন মানুহৰ অন্তৰ ভৰি থাকে ৰসৰ নিজৰা আৰু সুবিধা পালেই প্ৰকাশ পায় কথা-বতৰা তথা চাল-চলনত।

ভাগৱতৰ মধ্যমণি ভগৱান শ্ৰীকৃষ্ণৰ বিভিন্ন নাম বৰপেটাৰ প্ৰতিটো পৰিয়ালৰ সদস্যৰ নামৰ লগত সংযুক্ত হোৱা এটা অনিবাৰ্য ঘটনা। প্ৰাণকৃষ্ণ, নাৰায়ণ, নিৰঞ্জন, দামোদৰ, গোৱিন্দ, গোপাল, মুকুন্দ, মুৰাৰি, গোপীনাথ, হৰিনাৰায়ণ, নীলমণি, পদ্মলোচন, যাদৱ, লক্ষ্মীকান্ত, লক্ষ্মীপতি, বনমালী, মাধৱ, চক্ৰপাণি, কমলাকান্ত, যদুপতি, জগন্নাথ, ঘনশ্যাম, চতুৰ্ভুজ, হৃষিকেশ আদি শ্ৰীমন্ত শংকৰ-মাধৱৰ ৰচনাত উল্লিখিত কৃষ্ণৰ শতনাম। ইয়াৰ মানুহে বৰ আদৰ আৰু শ্ৰদ্ধাৰে নিজৰ পুত্ৰৰ নাইবা পৰিয়ালৰ প্ৰিয়জনৰ নাম হিচাপে ব্যৱহাৰ কৰি ধন্য হয়। অজামিলে জীৱনৰ অন্তিম ক্ষণত পুত্ৰ নাৰায়ণৰ নাম স্মৰণ কৰি মুক্তি পোৱাৰ দৰে স্থানীয় মানুহেও হয়তো ভগৱানৰ নাম সততে মুখত ল'বলৈ পুত্ৰ নাইবা পৰিয়ালৰ সদস্যৰ নাম ভগৱানৰ নামেৰে অলংকৃত কৰাৰ প্ৰৱণতা থাকিব পাৰে।

পিছে এই লেখাটিত আন এটা নামৰ প্ৰশস্তি গাবলৈ ওপৰোক্ত পাতনি মেলিব লগা হ'ল। বৰপেটাৰ সমাজত বহলভাৱে প্ৰচাৰিত উপনামৰ বিষয়ে ক'ব বিচাৰিছো। বৰপেটাৰ সমাজত উপনামৰ প্ৰচলন অত্যধিক। আগতে উল্লেখ কৰা হৈছে ইয়াৰ মানুহবোৰ ৰসিক। গতিকে কোনো ব্যক্তিৰ চালচলন, আচৰণ, বল-বিক্ৰম, খোৱা-লোৱা, কথা কোৱাৰ ধৰণ, বৃত্তি আদিত ব্যতিক্ৰম পৰিলক্ষিত হ'লেই ব্যক্তিজনৰ চৰিত্ৰটো প্ৰতিফলন কৰিব পৰা এটা উপনাম প্ৰকৃত নামটোৰ পিছত গাঁঠি দিয়ে— লগে লগে সেই নামটো লগ সমনীয়া, বন্ধু-বান্ধৱৰ মাজত প্ৰচাৰ হৈ কালক্ৰমত ব্যাপক ৰূপত প্ৰকাশ পায় আৰু ব্যক্তিজনৰ পিতৃমাতৃ প্ৰদত্ত নামটো স্তিমিত হৈ পৰে। প্ৰথম অৱস্থাত ব্যক্তিজনৰ প্ৰকৃত নামটোৰ

ছত্ৰছায়াতে উপনামটোৱে শ্ৰীবৃদ্ধি লাভ কৰে। পিছলৈ ই ইমান ব্যাপক আৰু শক্তিশালী ৰূপত প্ৰকাশ পাবলৈ ধৰে যে এটা সময়ত ব্যক্তিজনৰ প্ৰকৃত নামটোকেই গ্ৰাস কৰি স্বৰূপত উদ্ভাসিত হৈ উঠে। কেতিয়াবা উপনাম ৰখাৰ প্ৰৱণতা পৰিয়ালৰ মাজতে জন্ম পোৱা দেখা যায়। অপদেৱতাৰ মুখ নালাগিবলৈ নিজৰ সন্তানৰ নাম কিম্ভূত-কিমাকাৰ কৰাও দেখা যায় কিছুমান পৰিয়ালত। বৰপেটাৰ বিখ্যাত তেনে এটা পৰিয়ালৰ পুত্ৰসকলৰ নাম উল্লেখ কৰিলোঁ। শিক্ষাবিদ্ চিদানন্দ দাসৰ ঘৰত মতা নাম আছিল 'ভেকু'। সেইদৰে তেওঁৰ ভাতৃ অসমৰ মুখ্য সচিব ধৰ্মানন্দ দাসৰ নাম আছিল 'খেদ্‌লা', বাকীকেইজন ভায়েক ক্ৰমে সদানন্দ দাসৰ নাম 'জেকু', মহদানন্দৰ নাম আছিল 'মেদ্‌লা' আৰু কনিষ্ঠ পুত্ৰ জগদানন্দ দাসৰ নাম আছিল 'কণ'। এনেকৈয়ে বৰপেটাৰ সমাজত অনেক বিদ্বান, বিভিন্ন ধৰ্মকাৰ্যত দেখুৱা সফলকাম ব্যক্তিৰ নামৰ লগত উপনাম সংযোজিত হৈ উপনামৰ পৰম্পৰা বছৰৰ পিছত বছৰ নিৰৱচ্ছিন্নভাৱে চলি আহিছে। উপনামবোৰ ইমান বহুলভাৱে ব্যৱহাৰ হয় যে উপনাম আৰোপিত ব্যক্তিজনে স্বইচ্ছাই উপনামটোকে গ্ৰহণ কৰিবলৈ বাধ্য হয়। কিছুমানে আকৌ নিজে উপনামটো লৈ গৰ্ব অনুভৱ কৰা দেখা যায়।

বৰপেটাৰ জনসমাজত এনে কিছুমান উপনাম প্ৰচলিত আছে যিবোৰ মনলৈ অহাৰ লগে লগে কিছু ব্যক্তিবিশেষৰ কথা নিজে নিজে মনৰ আগত উদ্ভাসিত হয়। এনে কিছুমান উপনাম আমি এই লেখাটিত আলোচনা কৰিবলৈ চেষ্টা কৰিম। কোনোধৰণৰ তুচ্ছ-তাচ্ছিল্যৰ উদ্দেশ্য আমাৰ মনত নাই, মাথো অতি শ্ৰদ্ধাৰে জীৱিত বা মৃত ব্যক্তিৰ নাম বিমল মনেৰে সোঁৱৰণ কৰিম। ইয়াত বঢ়া-টুটা হ'লেও আমাক খেমিব।

বৰপেটাৰ সমাজত প্ৰচলিত 'মাদা' আৰু 'ধুমা' শব্দৰ অৰ্থ শকত-আৱত থুলন্তৰ লোক। বৰপেটাত কেইবাজনো প্ৰসিদ্ধ মাদা আছিল। তাৰ ভিতৰত গৰ্গমাদা, ধনেমাদা, টেঁপামাদা আৰু ঘনোমাদা বিখ্যাত। ঘনোমাদা আছিল স্ফূৰ্তিবাজ, উচিত কথাত মাত মতা এজন শকত আৱত ব্যক্তি। বৰপেটাৰ অতি জনপ্ৰিয় মাদাজন আছিল জয়হিন্দ ক্লাবৰ সুদক্ষ খেলুৱৈ। এটা দুখজনক পৰিস্থিতিত আগৰণুৱা ঘনোমাদাৰ অকাল মৃত্যু হয়। টেঁপামাদা বিশিষ্ট মিঠাইৱালা, বৰপেটা কীৰ্ত্তন ঘৰৰ সন্মুখত তেওঁৰ মিঠাইৰ দোকানখন আছিল। গোলমুখৰ ক'লা-বৰণৰ তেওঁৰ বিশাল শৰীৰ। টেঁপা মাদাৰ দোকানৰ নিমকি বৰপেটা বিখ্যাত। টেঁপাৰ নিমকি বৰ্ত্তমান এটা ব্ৰেণ্ড। মিলন মন্দিৰত মঞ্চস্থ কৰা পিয়লি ফুকন নাটকৰ 'হেংমেন' আছিল টেঁপামাদা। সেইখন নাটকৰ পিয়লি ফুকনৰ অভিনয় কৰিছিল কবি প্ৰসন্নলাল চৌধুৰীয়ে। সেইদৰে ডাঙৰ বকাকোমোৰাৰ দৰে মূৰটোৰে বাপুধুমা আছিল বৰপেটাৰ প্ৰথমজন স্থানীয় ৰিক্সাচালক। ১৯৫৫-৫৬ চনত বিহাৰী ৰিক্সাৱালাৰ লগত ফেৰ মাৰি বাপুধুমাই বৰপেটাত ৰিক্সা চলাই চাঞ্চল্যৰ সৃষ্টি কৰিছিল। বাপুধুমাৰ পিছত 'নৰো লেমাই' ৰিক্সা চলাইছিল বৰপেটাত। তেওঁৰ ৰিক্সাখনৰ নাম আছিল 'কলিৰ কৃষ্ণ-ৰথ'।

গা-পা নোহোৱা, দীঘল খীণ শৰীৰৰ ব্যক্তিক বুজাবলৈ বিশেষণ ব্যৱহাৰ কৰিছিল— লেঙা, লেঙেৰী, লেচা ইত্যাদি— যেনে সীতা লেঙা, শ্ৰীৰাম লেঙেৰী, শিৱ লেচা।

নিজে কৰা চাকৰি নাইবা বৃত্তিটোৰ বাবে কিছুমান মানুহে বৰপেটাত নিজৰ নামৰ পিছত থকা পৰিয়ালৰ উপাধিটো হেৰুৱাব লগাত পৰিছিল। কেইটামান সুন্দৰ উদাহৰণ চাওক— হৰষ চাপ্লাই, বাসু হেমোপেথিক, নগেন কেৰাণী, ধৰণী মেকাৰ, ভদা চৰকাৰ, ভোগী চাপ্ৰাচী, সদা মহৰী, গোপাল চিয়াৰমেন, ভগী কাঁহাৰ, মনুবাখাৰ, হৰেন দালাল, শংকৰ দৰ্জ্জী ইত্যাদি।

পৰাক্ৰম আৰু বলবিক্ৰম দেখি উপনাম দিয়াত বৰপেটাৰ ৰাইজ ওস্তাদ। তেনে কেইটামান নাম শুনিব নেকি— কালি বকাসুৰ, পাশুৱ দেৱতা, চিদা পালোৱান, মথুৰা ৰাৱণ, বলো চামতা, পৰ্শু কুঠৰ, কাৰ্তিক দাবানল, চন্দ্ৰমকা; চন্দ্ৰমকা, আছিল এসময়ৰ বৰ বলবান ব্যক্তি। কথিত আছে দেশ স্বাধীন হোৱাৰ পূৰ্বে তেওঁৰ বল-বিক্ৰম প্ৰত্যক্ষ কৰি চাহাবে তেওঁক নগদ টকাৰে পুৰস্কৃত কৰিছিল। ৰাঘৱ পালোৱান আছিল বৰপেটাৰ আন এজন বলবিক্ৰম আৰু শৰীৰ-চৰ্চা কৰা ব্যক্তি যিজনে ৰয়েল বেংগল চাৰ্কাছত পালোৱান হিচাপে কাম কৰি গোটেই ভাৰতবৰ্ষত চমক খুৱাইছিল। বৰপেটাৰ ৰাইজে তেওঁৰ কৰ্ম-কাণ্ডত মুগ্ধ হৈ ৰাঘৱ পালোৱান নামেৰে বিভূষিত কৰিছিল।

কেতিয়াবা কিছুমান ব্যক্তিৰ নামৰ পিছত এনে কিছুমান উপনাম সাঙুৰি দিয়া হয় যিটো নাম মানুহজনৰ চৰিত্ৰ, বৃত্তি নাইবা শৰীৰৰ আকৃতি-প্ৰকৃতিৰ লগত কোনোধৰণৰ মিল নাই। ভাবিলে আচৰিত লাগে বিদ্বান কীৰ্তিমান ব্যক্তি কিছুমানো উপনামৰ চিকাৰ হয়। উদাহৰণ দিছো— বিশিষ্ট আইনবিদ্ চাহাবৰ লেখিয়া চেহেৰোৰে সুন্দৰ ব্যক্তিত্বৰ স্বৰ্গীয় কনক দাসক বৰপেটাৰ ৰাইজে মাতিছিল 'কনক ঘৰা' বুলি। সেইদৰে ৰাষ্ট্ৰপতিৰ পুৰস্কাৰপ্ৰাপ্ত কৃতী শিক্ষক স্বৰ্গীয় হৰেকৃষ্ণ দাসক বৰপেটাৰ মানুহে চিনি পাইছিল 'হৰেকৃষ্ণ বান্দাৰ' বুলি। শিক্ষক নবীন দাসক বৰপেটাৰ মানুহে 'নবীন বাৰা' বুলি মাতিছিল। উপনামৰ কি বিচিত্ৰ গৰিমা! অৱসৰপ্ৰাপ্ত শিক্ষক শংকৰ দাসক 'শংকৰ মেক্ৰি' বুলি মাতে।

আৰু আছে। শত-সহস্ৰ উপনামৰ বিচিত্ৰ সম্ভাৰে বৰপেটাৰ জনসমাজক জাতিষ্কাৰ কৰি আছে। গুণীৰ গুণ বুজিবলৈ ইয়াৰ মানুহে অলপো কাৰ্পণ্য নকৰে। শিক্ষক বিশিষ্ট সঙ্গীতজ্ঞ গিৰীশ দাস শংকৰী কলা-সংস্কৃতিৰ পূজাৰী, কেইবাখনো অসমীয়া ছবিৰ সঙ্গীত পৰিচালক, সংঙ্গীতৰ প্ৰতি থকা শ্ৰদ্ধা- একাগ্ৰতাত বৰপেটাৰ ৰাইজ খুচী হ'ল আৰু তেওঁৰ নামৰ পিছত লগাই দিলে 'তানসেন' উপাধি। তেতিয়াৰ পৰা তেওঁ 'গিৰীশ তানসেন' নামেৰে জনাজাত হ'ল। সেইদৰে সঙ্গীতজ্ঞ খগেন দাস হ'ল— 'খগেন ওস্তাদ'। সদায় গান্ধী টুপী পৰিহিত কীচক দাসক বৰপেটাৰ ৰাইজে বৰ শ্ৰদ্ধাৰে 'কীচক গান্ধী' বুলি সম্বোধন কৰিছিল। সমাজৰ সকলো অনুষ্ঠানত আগৰণুৱা স্ফূৰ্তিবাজ ব্যক্তি আছিল ৰমাকান্ত দাস। কথিত আছে বৰপেটাত উদ্‌যাপিত হোলী উৎসৱত তেওঁ থাকিলে উৎসৱৰ ৰহণ অধিক মনমতলীয়া হৈছিল। সেয়েহে বৰপেটাৰ ৰাইজে উচিত ভাৱে তেওঁক 'ৰমা টেম্পাৰ' বুলি নামকৰণ কৰিছিল। পিছত তেওঁ নিজেও 'ৰমা টেম্পাৰ' বুলিয়ে পৰিচয় দি গৰ্ব বোধ কৰিছিল।

ৰমা টেম্পাৰৰ নামত এখন ইংৰাজী মাধ্যমৰ স্কুল আছে।

বৃন্দাৱনহাটীৰ খগেন দাস। শৰীৰৰ গঢ়-গঠন, তপা মূৰটোৰে সাইলাখ উইনষ্টন চাৰ্চিলৰ দৰে দেখিবলৈ। বৰপেটাৰ গুণ-গ্ৰাহী ৰাইজে খগেন দাসক 'খগেন চাৰ্চিল' বুলিয়ে সম্বোধন কৰে। তেওঁ নিজেও চাৰ্চিল নামটো লৈ গৰ্ববোধ কৰে। বৰপেটাত হেজাৰ-বিজাৰ স্নাতক ডিগ্ৰীধাৰী ব্যক্তি আছে, কিন্তু কেশৱ দাসক চিনাক্ত কৰিবলৈ তেওঁৰ নামৰ পিছত কেশৱ বি এ লিখিব লাগিব। তেতিয়াহে তেওঁক মানুহে চিনাক্ত কৰাত সহজ হ'ব। খীণ চেহেৰাৰ ফ্ৰেন্স কাট দাড়িৰে বীৰেন দাস ব্যক্তিগত বা ৰাজহুৱা সকলো কামকাজতে সাংঘাতিক পৰিপাটি, গতিকে তেওঁৰ নামৰ লগত 'ছিৰিয়াছ' বিশেষণ নিদিনো কি দিব। সেয়ে 'বীৰেন ছিৰিয়াছ' হ'ল তেওঁৰ ৰাইজ প্ৰদত্ত নাম। মাধৱ দাসৰ দোকানত টিনৰ ট্ৰাংক বিক্ৰী কৰিছিল। অইন বহুতো বস্তুৰ লগতে বৰপেটাৰ ৰাইজে মালিকৰ নামৰ পিছত লগাই দিলে 'বাকচ'। তেতিয়াৰ পৰা তেওঁ 'মাধৱ বাকচ'। বিশিষ্ট ব্যৱসায়ী স্বৰ্গীয় অচ্যুত মহাজনৰ বাপেকৰ নাম আছিল 'জটলগা মহাজন'। তেওঁৰ প্ৰকৃত নাম কি আছিল বহুতে নাজানে। ক'লা বৰণৰ সুগঢ়িত মুখমণ্ডল, নাক জোঙা— বৰপেটাৰ বৈঠকীত প্ৰায়ে গান গোৱা ব্যক্তিজনৰ কণ্ঠস্বৰ আছিল দৰদী— 'ইমান ধুনীয়া মুকুতাৰ মালা' গান গাই মানুহক মন্ত্ৰমুগ্ধ কৰা মানুহজনক কিন্তু বৰপেটাৰ ৰাইজে 'কান্দো খুত্তী' বুলিছিল। কান্দো খুত্তীৰ প্ৰকৃত নাম কি আছিল আমি নাজানো। মানুহজন চুটি-চাপৰ, শৰীৰৰ চাইজ নাথাকিব পাৰে কিন্তু তেওঁ বিখ্যাত আছিল মোচকোচাৰ কাৰণে। সেয়ে তেওঁ 'নবীন মুস্তাফা' বুলি বৰপেটাত পৰিচিত হৈছিল। মানুহজনৰ শৰীৰত ৰক্ত-মাংস নাই অতি খীণ, ধেমেলিয়া বৰপেটাৰ ৰাইজে তিৰ্যক কৰি দেৱেন দাসক আখ্যা দিলে 'বীৰ' বুলি। তেতিয়াৰ পৰা 'দেবেন বীৰ' বৰপেটাৰ সমাজত জনাজাত হৈ পৰিল। আমবাৰী হাটীৰ যতীন দাস ডেকা কালত বোম্বেলৈ পলাই গ'ল। কিছুদিন ফুৰি-চাকি টকা শেষ হ'লত ঘৰৰ ল'ৰা ঘৰলৈ ফিৰি আহিল। সেইদিন ধৰি যতীন দাস 'বোম্বেৱালী' হ'ল। বোম্বেৱালীৰ ষ্টেচনাৰী দোকান 'জম জম ষ্টোৰ'ত নোহোৱা বস্তু নাছিল সেই সময়ত। তেনেদৰে বহুত উপনামে বৰপেটাৰ সমাজত প্ৰচলিত হৈ বিভিন্ন ব্যক্তিক গৰিমাময় কৰি ৰাখিছে।

সকলো উপনামৰ তালিকা দিলে লেখা দীঘল হোৱাৰ আশংকা কৰি মাত্ৰ কেইটিমান উপনামৰ সোৱাদ পাঠকৰ আগত ৰাখিলো। জুতি লৈ চাওঁকচোন— জীতেন ফাতুৰি, সদা ভুচি, জীতেন ছাগেলী, কমলা উজেমৰা, হৰি চেলকেনি, কৃষ্ণমোদক, দীনকুণ্ডা, হৰি চাবি, মহিম টেংৰা, হৰেন খন্তি, অনন্ত কুম, গদা জাপানী, অমৃতা কুবিৰ, নৱ বাজাৰ, শৈলেন মডেল, ৰমা মাথা, চামা মাথা, হৰি বোঠী, লোহিত বাব্ৰীৱালা, ৰণজিত লাতা, অমেন শিপিয়া আদি উপনামেৰে বৰপেটা সমাজত উক্ত ব্যক্তিসকলে স্ব-গৰিমাৰে নিজৰ কৰ্মক্ষেত্ৰত জিলিকি আছে। ৰাইজে মৰমতে দিয়া নাম উপেক্ষা কৰাৰ উপায় নাই, গতিকে বাধ্যত পৰিয়ে নামটো গ্ৰহণ কৰিছে। নহ'লে বহু ক্ষেত্ৰত ব্যক্তিজনক সুনিৰ্দিষ্ট কৰাত অসুবিধা হয়। দিনে দিনে নতুন উপনাম ব্যক্তিৰ নামৰ পিছত সংযোজিত হৈ আহিছে। পিতৃ-মাতৃপ্ৰদত্ত নামবোৰক মোলান কৰি উপনামৰ পৰম্পৰা আজিও চলি আছে ৰসগ্ৰাহী বৰপেটাৰ জন সমাজত।



# বৰপেটাৰ নাম আৰু উপনাম

**বিশ্বজিৎ সূত্ৰধাৰ**

ব্যক্তিৰ নামকৰণৰ প্ৰথাটো আদিম। মানুহে সভ্যতাৰ আদিম স্তৰৰ গোষ্ঠী-সমাজত নিজৰ দলৰ প্ৰত্যেকজন সদস্যক বিশেষভাৱে নামকৰণ কৰি চিহ্নিত কৰিছিল। আদিম সমাজৰ এনেঁ নামকৰণ প্ৰক্ৰিয়া অংকৰ চলক ৰাখিক ক, খ, গ আদিৰে নামকৰণ কৰাৰ লেখিয়া আছিল বুলি ক'ব পাৰি। পিছলৈ সভ্যতাৰ প্ৰগতিৰ লগে লগে মানুহৰ নামকৰণৰ প্ৰথাটো সামাজিক সংস্কৃতিৰ অংগস্বৰূপ হৈ পৰিল আৰ তেনে নামকৰণত এক নন্দনতাত্ত্বিক বৈশিষ্ট্যও প্ৰকট হ'ল। পৰিৱেশ আৰু পৰিস্থিতিৰ মাজেৰে নামকৰণৰ প্ৰথাবোৰো ঠায়ে ঠায়ে সুকীয়া হৈ পৰিল। ই সৃষ্টি কৰিলে মানুহৰ সমাজে সমাজে এক নতুন সাংস্কৃতিক প্ৰমূল্যৰ।

ভাৰতীয় হিন্দু সমাজত সাধাৰণতে শিশু এটাৰ নামকৰণৰ প্ৰক্ৰিয়াটো এক মাংগলিক উৎসৱ স্বৰূপ। সেইদৰে খৃষ্টান বিশ্বাসতো শিশুৰ নামকৰণ এক মাংগলিক অনুষ্ঠান। আমাৰ অসমীয়া হিন্দু সমাজত দৈৱজ্ঞ (গণক) মাতি ঘৰতে গণনি উৎসৱ পাতি নৱজাতকৰ নামকৰণ কৰা হয়। অৱশ্যে অঞ্চলভেদে এনে পৰম্পৰাবোৰৰ ক্ষেত্ৰত কিছু কিছু পাৰ্থক্য দেখা যায়।

বৰপেটাৰ সমাজতো নামকৰণ প্ৰক্ৰিয়াটো এক বিশেষ মাংগলিক অনুষ্ঠান। এই অনুষ্ঠানত সাধাৰণতে জন্ম হোৱাৰ প্ৰায় এমাহমান পিছত দৈৱজ্ঞ মাতি আনি জাতকৰ নামকৰণ কৰা হয়। সাধাৰণতে গৃহস্থৰ অঙহী-বঙহীৰ লগতে ওচৰ চুবুৰীয়াকো এই অনুষ্ঠানলৈ নিমন্ত্ৰণ জনোৱা হয়। বিশেষকৈ জ্যেষ্ঠসকলে এই দিনটোত বিশেষভাৱে নিমন্ত্ৰিত হয়। তদুপৰি চুবুৰিৰ নামতীসকলে এই দিনটোত নাম-গীত পৰিৱেশন কৰে। এনেদৰে বৰপেটাৰ জাতকৰ নামকৰণ কৰা হয়।

বৰপেটাৰ মানুহৰ নামৰ বিশেষ বৈশিষ্ট্য আছে। এটা সময়ত বৰপেটাৰ নামবোৰ আছিল মূলতঃ ভগৱানৰ নামৰ অনুকৰণত লোৱা। উদাহৰণ স্বৰূপে আমাৰ বৈষ্ণৱ ধৰ্মগুৰু আৰু সন্তসকলৰ নামৰ তালিকাখন চোৱা যাওক— শংকৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, হৰিদেৱ, ভৱানন্দ বা নাৰায়ণ দাস ঠাকুৰ আতা, গোপাল তাঁতী, গোপাল আতা, কেশৱচৰণ আতৈ, বৰবিষ্ণু আতা, অনিৰুদ্ধদেৱ, ৰামৰাম গুৰু, শ্ৰীৰাম আতা, হৰিদাস বণিয়া, গোবিন্দ আতৈ, ৰামচৰণ ঠাকুৰ, পুৰুষোত্তম ঠাকুৰ ইত্যাদি। এই বৃহত্তৰ অঞ্চলটোত এসময়ত শংকৰদেৱ,

মাধৱদেৱ, দামোদৰদেৱ, হৰিদেৱ আদিৰ লগতে তেওঁলোকৰ শিষ্য-প্ৰশিষ্য বহুকেইজন সন্তপুৰুষে সত্ৰ-সচং পাতি বসবাস কৰিছিল। সেইসকল মহান পুৰুষৰ আদৰ্শৰ ছায়াত বৰপেটাৰ সমাজখনে বহুখিনি বিশেষত্ব অৰ্জন কৰিবলৈ সক্ষম হৈছিল। গতিকে অসমৰ নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ অবিহনে বৰপেটাৰ সমাজখনৰ কথা আমি কল্পনাও কৰিব নোৱাৰো। বৰপেটাৰ ব্যক্তিৰ নামকৰণৰ ক্ষেত্ৰতো এই ধৰ্মীয় আন্দোলনৰ প্ৰভাৱ আছিল। সেই বাবেই বৰপেটাত গোবিন্দ, নৰহৰি, ভগৱান, বনমালী, জগন্নাথ, দয়াময়, বিষ্ণু, কৃষ্ণ, কমললোচন, নিবাৰণ, শংকৰ, গণপতি, দেৱৰাজ, ভোলানাথ, পৰমানন্দ ইত্যাদিৰ দৰে নামৰ জনপ্ৰিয়তা অভূতপূৰ্ব আছিল। কিন্তু বৃটিছসকলৰ আগমনৰ পিছত লাহে লাহে আধুনিক শিক্ষা-দীক্ষাৰ প্ৰভাৱে বৰপেটা অঞ্চলতো নামকৰণৰ ক্ষেত্ৰত কিছু পৰিৱৰ্তনৰ সূচনা কৰে। বৰপেটা অঞ্চলত মৃন্ময়, চিন্ময়, মাখনলাল, কৰণৰাজ, বেলি, মাইনু, লৱনু, প্ৰাচুৰ্য, সৌৰভ ইত্যাদিৰ দৰে শব্দৰে নামকৰণ কৰাটো কিছু অৰ্বাচীন। আনহাতে আধুনিক কালত জাতীয়তাবাদী উত্থানৰ লগে লগে জাতীয় বীৰৰ নামেৰে জাতকৰ নাম ৰখাৰ পৰম্পৰা এটিও গঢ়ি উঠিছিল। যেনে— লাচিত, শিৱাজী, ৰাণাপ্ৰতাপ, জৱাহৰলাল আদিৰ দৰে নামবোৰ মূলত এনে ধৰণৰ প্ৰভাৱৰ ফল। তদুপৰি আধুনিক কালত যোগাযোগ ব্যৱস্থাৰ উন্নতিৰ লগে লগে পৃথিৱীৰ যিকোনো এটা অঞ্চলৰ লগত অন্য এটা অঞ্চলৰ সামাজিক-সাংস্কৃতিক সম্পৰ্ক ঘনিষ্ঠ হৈ পৰিছে আৰু ইয়াৰ প্ৰভাৱ ব্যক্তিৰ নামকৰণৰ ওপৰতো পৰিছে; যেনে— আগাৰি বৰপেটাত ব্যক্তিৰ নামকৰণ কৰা হৈছিল ঈশ্বৰৰ নামেৰে, কিন্তু আজিকালি ব্যক্তি-নামবোৰে এক মেট্ৰোপলিটান ৰূপ পৰিগ্ৰহণ কৰিছে। বহুক্ষেত্ৰত আজিকালি ঈশ্বৰৰ পৰিৱৰ্তে দেশীয় নাইবা আন্তৰাষ্ট্ৰীয় খ্যাতিসম্পন্ন ব্যক্তিৰ নামেৰে নিজৰ সন্তানৰ নামকৰণ কৰাৰ প্ৰৱণতাও কম-বেছি পৰিমাণে দেখা যায়। যেনে— বৰপেটাৰ এজন কিশোৰৰ নাম হ'ল পলৰবছন। একেদৰে কিছুমান বিদেশী নামেৰেও আজি কালি ব্যক্তিৰ নামকৰণ কৰা হয়। উদাহৰণস্বৰূপে, ভায়োলিনা, ডেভিদ, ডায়েনা, কুইন, এলিজা, মাইকেল, ভিজুৱেল, লিংকন ইত্যাদিৰ দৰে নামৰ প্ৰচলন বৰপেটাত আজিকালি বেছ জনপ্ৰিয় হৈ পৰিছে।

এটা সময়ত বৰপেটাত ব্যক্তি-নামত এক প্ৰকাৰৰ অৰ্থৰ পূৰ্ণতা আছিল। যেনে— হৰেন্দ্ৰ, নগেন্দ্ৰ, মানৱেন্দ্ৰ, কুলেন্দ্ৰ ইত্যাদিৰ দৰে নামবোৰ আছিল অৰ্থ যুক্ত নাম। কিন্তু লাহে লাহে হৰেন্দ্ৰ হৈ পৰিল হৰেন, নগেন্দ্ৰ গৈ পৰিল নগেন। নামৰ এনে ধৰণৰ সংক্ষিপ্তকৰণ প্ৰক্ৰিয়া লাহে লাহে বেছ জনপ্ৰিয়ও হৈ পৰিল। আমাৰ নামকৰণ প্ৰথা মতে সাধাৰণতে কোষ্ঠী বা সোঁৱৰণীত দুটা নাম ৰখা হয়। এটা মূল নাম আৰু আনটো গোপন নাম। প্ৰথাগত জ্যোতিষ শাস্ত্ৰমতে ব্যক্তিৰ ৰাশিচক্ৰ অনুসৰি নাম দিয়া বাবে দুটা বা তিনিটা অক্ষৰক চিহ্নিত কৰা হয়। উদাহৰণ হিচাপে সিংহ ৰাশিৰ বিপৰীতে ম আৰু ট এই আখৰ দুটা চিহ্নিত কৰা হয়। গতিকে জাতকৰ নাম এই দুটা আখৰেৰে দিবলগীয়া হয়। এই দুটা নামৰ এটা হয় ব্যক্তিজনৰ আনুষ্ঠানিক নামবোৰ আৰু আনটো নাম গোপন নাম হৈ থাকে। এনেধৰণৰ আনুষ্ঠানিক নামৰেই আছিল

এটা সময়ত মানুহজনৰ মূল নাম। কিন্তু বৃটিছ শাসনৰ সময়ত বৰপেটাতো পিংকি, জিংকি, জিন্টি, লিজা, ৰানা, মুন, পিংকু, মানি, মাংকু, দুল ইত্যাদিৰ দৰে মূলতঃ আমদানিকৃত সংক্ষিপ্ত নামবোৰৰ জনপ্ৰিয়তা বাঢ়ি গ'ল। এতিয়া আকৌ বৰপেটাতো দেশী-বিদেশী পুৰাণ প্ৰসিদ্ধ নামবোৰৰ জনপ্ৰিয়তা কিছু পৰিমাণে বাঢ়ি গৈছে। এটা সময়ত বৰপেটাৰ মানুহে নাম দিয়াৰ ক্ষেত্ৰত বৰবেছি সচেতনভাৱে নামদিবলগীয়া শব্দটো পৰীক্ষা কৰা নাছিল। সহজভাৱে ভগৱানৰ নামকেই নাম হিচাপে ব্যৱহাৰ কৰিছিল। আজিকালি কিন্তু নামবোৰ দিওঁতে বহুখিনি সচেতন হোৱা দেখা যায়। নামকৰণ অভিধানৰ লগতে অন্যান্য ভালেমান পুথি-পাঁজিৰ পৰাও জাতকৰ বাবে নাম সংগ্ৰহ কৰা হয়। সেইবাবেই আজিৰ সময়ত ইমন, অহিৰ, আবিৰ, ভৈৰৱী, লোপামুদ্ৰা, অনসূয়া, হাৰ্দিক, অৰুন্ধতী আদিৰ দৰে নামৰ জনপ্ৰিয়তা বাঢ়ি গৈছে। নিজৰ নামৰ লগত উপাধিৰ পৰিৱৰ্তে বংশীয় গোত্ৰটো লিখাৰ প্ৰৱণতাও বৰপেটাত দেখা গৈছে। কাশ্যপ, গৌতম, ভৰদ্বাজ, পৰাশৰ আদি গোত্ৰক নিজৰ নামৰ পাছফালে আজিকালি উপাধি হিচাপে ব্যৱহাৰ কৰা লক্ষ্যণীয়; যেনে— আশুতোষ ভৰদ্বাজ, দেৱলীনা পৰাশৰ ইত্যাদি। তদুপৰি নামৰ আগত কোনো কোনোৱে মাষ্টাৰ শব্দটো সংযোগ কৰি দিয়া দেখা যায়। যেনে— মাষ্টাৰ কৰণৰাজ দাস।

বৰপেটাৰ মানুহবোৰৰ যিটো আনুষ্ঠানিক নাম সেই নামটো সৰহক্ষেত্ৰতে এটা ডাক নামে গ্ৰাস কৰি পেলোৱা দেখা যায়। তদুপৰি বৰপেটা অঞ্চলৰ ভাষা অলপ বিশেষত্বপূৰ্ণ। এই অঞ্চলৰ ভাষাৰ বৈশিষ্ট্যই নামৰ বৈশিষ্ট্যকো সলনি কৰিছে। বিশেষকৈ বৰপেটাত সংস্কৃতমূলীয় বা অন্যমূলীয় শুদ্ধ নাম একোটি উচ্চাৰণগত কাৰণত বেলেগধৰণৰ ডাক নামত পৰিণত হোৱা দেখা যায়। শুদ্ধ মূলীয় নামকেইটামান বৰপেটীয়া ভাষাত কি ৰূপ লৈছে চোৱা যাওক—প্ৰতাপ বৰপেটীয়া ভাষাত হৈ পৰে পত্তাপ (যেনে- পত্তাপৰ দকন), ত্ৰৈলোক্য হৈ পৰে তলেখ নাইবা তলেখ্য (যেনে তলেখ্যৰ দকন), হৰিদাস হৈ পৰে হোদ্দাক, অমূল্য হৈ পৰে অমূল (যেনে- অমূল ডাক্তৰ), কলিমোহন হৈ পৰে কলিমন, ধনঞ্জয় হৈ পৰে ধনচো, প্ৰাণেশ্বৰ হৈ পৰে পাণো, জগদীশ হৈ পৰে জাগো, গজেন্দ্ৰ হৈ পৰে গজো, নাৰায়ণ হৈ পৰে নাৰেন। ইয়াৰ উপৰিও বৰপেটাত জন্ম বাৰ নাইবা জন্ম মাহৰ আধাৰত মানুহৰ নাম দিয়া হয়, যেনে— মঙলবাৰে জন্মাৰ বাবে মঙলু, বুধবাৰে জন্মাৰ বাবে বুদৰু, শুক্ৰবাৰে জন্মাৰ বাবে শুকৰু, ভাদ মাহত জন্মিলে ভইদা, জেঠত জন্মিলে জেউঠা, আঘোণ মাহত জন্মিলে আঘোণা ইত্যাদি। সহজাৰ্থত এটা কথা ক'বই লাগিব যে বৰপেটাত ব্যক্তিৰ নামেবোৰ কিছু সৰল কৰি লোৱাৰ প্ৰৱণতা এতিয়াও বিদ্যমান। আৰু এই সৰল কৰি লোৱাৰ প্ৰৱণতাৰ বাবেই বহুক্ষেত্ৰত বৰপেটাৰ মানুহৰ মূল নামটো এটা উপনাম বা এটা বিশেষণে গ্ৰাস কৰি পেলোৱা দেখা যায়। অৱশ্যে বহুতে বৰপেটাৰ উপনামৰ বিষয়ে লিখিবলৈ গৈ বিশেষণটোকো উপনাম বুলি কোৱাৰ প্ৰয়াস কৰে। আচলতে বৰপেটাত প্ৰকৃতাৰ্থৰ উপনামৰ প্ৰচলন বৰ বেছি নহয়, তাৰ পৰিৱৰ্তে মানুহৰ

নামৰ লগত উপাধিৰ দৰে একো একোটা বিশেষণ সংযোগ কৰি মানুহ একোজনৰ পৰিচয়টোৰ বিশেষীকৰণহে বৰপেটাত কৰা হয়। উদাহৰণ হিচাপে চাৰ্চিল নাইবা বেন্টিং ভূএগ্ৰা নাম দুটা উপনাম, কিন্তু দামু ভাইচাৰমেন, ফটিক মেম্বৰ আদিৰ দৰে নামবোৰ ব্যক্তিজনৰ মূল নামৰ লগত পৰিচয়সূচক বিশেষণ যুক্ত হৈ সৃষ্টি হোৱা নামহে।

সাংস্কৃতিক আৰু সামাজিক ক্ষেত্ৰত বৰপেটাৰ সমাজখন একমুখী। ইয়াৰ মূল কাৰণ হ'ল বৰপেটাৰ সমাজখনৰ সত্ৰ কেন্দ্ৰিক জীৱনধাৰা। উদাহৰণ হিচাপে বৰপেটাৰ মানুহে শপত খালেও কলীয়া ঠাকুৰৰ (বৰপেটা সত্ৰৰ বিগ্ৰহ) নামতহে শপত খায়। বৰপেটাৰ কাজিয়া-পেচাল, খাৱন-দাৱন, গমন-ভ্ৰমণ ইত্যাদি সকলোবোৰতে সত্ৰীয়া প্ৰভাৱ প্ৰৱল। সময়ৰ সোঁতত আজি ই অলপ দুৰ্বল হৈ পৰিছে যদিও আজিও সত্ৰকেন্দ্ৰিক একমুখিতাই বৰপেটাৰ সমাজখনক কম-বেছি পৰিমাণে পৰিচালনা কৰি আছে। এটা সময়ত বৰপেটাৰ মানুহ ব্যৱসায়-বাণিজ্যত বেছ আগবঢ়া আছিল। এই ব্যৱসায়িক কাৰণতেই বৰপেটীয়াই নানান ঠাইত নিজৰ বসতি স্থাপন কৰিছিল। বহুক্ষেত্ৰত মানুহে নতুন ঠাইত বসতি স্থাপন কৰি নিজৰখিনি হেৰুৱাই পেলায়, কিন্তু বৰপেটাৰ মানহে য'ত যায় ত'তেই এখন নতুন বৰপেটাৰ সৃষ্টি কৰে। তেনে ঠাইত বৰপেটীয়াই প্ৰথমতে এখন বৰপেটা শাখা-সত্ৰ স্থাপন কৰি লয়। তাৰপিছত তাত বৰপেটীয়া ধৰণে উৎসৱ-পাৰ্বণ পাতি আচাৰ-আচৰণ, ধৰণ-কৰণ, কথন-মথন সকলো ফালৰ পৰাই এখন বৰপেটা গঢ়ি তোলে। উদাহৰণ হিচাবে আমি অসমৰ দৰং জিলাৰ ওদালগুৰিৰ কথা ক'ব পাৰো। উক্ত ঠাইখনত বেপাৰ-বাণিজ্য কৰিবলৈ গৈ বৰপেটাৰ মানুহে বসতি স্থাপন কৰিছিল। এতিয়া ওদালগুৰিৰ সমাজখন সম্পূৰ্ণৰূপেই বৰপেটাৰ এক সংস্কৰণ স্বৰূপ। বৰপেটাৰ দৰে ওদালগুৰিৰ সমাজখনো একমুখী। ইয়াতো বৰপেটাৰ দৰে সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰত কিছু নিজস্ব ৰক্ষণশীলতা দেখা যায়। বৰপেটীয়া সমাজখনৰ এইখিনি বৈশিষ্ট্যই বৰপেটাৰ মানুহৰ ব্যক্তিত্ব আৰু স্বভাৱকো বহু পৰিমাণে প্ৰভাৱিত কৰিছিল। মুঠৰ ওপৰত বৰপেটীয়া সমাজৰ প্ৰায় সকলোখিনি সামাজিক-সাংস্কৃতিক কাৰ্যাৱলী সম্পন্ন হৈছিল এক নিজস্ব ষ্টাইলেৰে। উদাহৰণ হিচাপে বৰপেটাৰ মানুহৰ মুখত যিদৰে আছে ধুইমহা, কনপৰা, শোগণেখাৱা, বাউদা, দেক্‌ছা তেলো (ত) জ্জুই লাগা, কতি(ৰ) ত্‌তলে যাৱা আদিৰ দৰে গালি-গালাজ হিচাপে ব্যৱহৃত অভিনৱ শব্দ সম্ভাৰ; সিদৰে আছে বাছা, আদো, বাপাৰধন, দেহা, জীউ, কোল্‌জা, বুকোৰ ধন আদিৰ দৰে আদৰ কৰি মতা শব্দ সম্ভাৰ। বৰপেটাৰ সমাজৰ এনেবোৰ বৈশিষ্ট্যই ব্যক্তিৰ নামকৰণকো প্ৰভাৱিত কৰে। আনহাতে বৰপেটাত মহাপুৰুষ শংকৰদেৱ-মাধৱদেৱে প্ৰৱৰ্তন কৰা ধৰ্মীয় আন্দোলনৰ প্ৰভাৱত ব্যক্তিৰ নামকৰণত সদায়ে ভগৱানৰ নাম দিয়াৰ যিটো পৰম্পৰা এটা সময়লৈকে প্ৰৱল হৈ আছিল ইয়াৰ ফলত একে নামৰে মানুহ এখন ঠাইতে কেবাজনো আছিল। সেই বাবেই তেনে ব্যক্তিবোৰক চিহ্নিত কৰাৰ বাবে প্ৰত্যেকজনৰ নামৰ আগে-পাছে কিবা এটা বিশেষণ সংযোগ কৰি ব্যক্তিজনক চিহ্নিত কৰা হৈছিল। উদাহৰণ হিচাপে বনমালী নামৰ ব্যক্তি একেঠাইতে কেবাজনো আছে

বাবে তেওঁলোকক চিহ্নিত কৰা হৈছে এনেদৰে বনমালী বাপ, মইনাগিৰী বনমালী, বনমালী গদ্দৰ, বনমালী একচেঞ্জ। এনেধৰণৰ কাৰণতেই বৰপেটাত উপনাম বা উপনাম সূচক শব্দক উপাধিৰ দৰে ব্যৱহাৰ কৰি ব্যক্তিক চিহ্নিত কৰা হয়। বৰপেটাৰ ব্যক্তি-নামৰ লগত বিশেষণযুক্ত হৈ ব্যক্তিজনৰ পৰিচয়সূচক নাম এটা সৃষ্টি হোৱা নাইবা বহুক্ষেত্ৰত ব্যক্তি বিশেষৰ প্ৰকৃত নামটোৰ প্ৰচলন নোহোৱা হৈ একো একোটা উপনামেই সেই ব্যক্তিজনৰ ডাক নামত পৰিণত হোৱা প্ৰৱণতা আজিও আছে।

উপনামৰ পৰম্পৰাক অৱশ্যে আমি অকল বৰপেটাৰ পৰম্পৰা হিচাপে ভাবিব নোৱাৰো। এই পৰম্পৰা পৃথিৱীৰ সকলো ঠাইতে পোৱা যায় আৰু ই অতি প্ৰাচীন কালৰ পৰাই চলতি হৈ আছে। চোৱা যাওক— মহাভাৰতৰ প্ৰায় প্ৰতিটো চৰিত্ৰৰে উপনাম থকা দেখা যায়। আমি সকলোৱে ঈশ্বৰ বুলি ভবা শ্ৰীকৃষ্ণৰ দামোদৰ, কানাই ইত্যাদি ভালেমান উপনাম আছিল। ঠিক তেনেদৰে ভীষ্ম (দেৱব্ৰত), ফাল্গুণী (অৰ্জুন), বৃকোদৰ (ভীম), হলধৰ (বলভদ্ৰ) ইত্যাদি মহাভাৰতত থকা কিছুমান উপনাম।

মহাপুৰুষ শংকৰদেৱৰ সময়তো উপমানৰ প্ৰচলন আছিল। যেনে— স্বয়ং শংকৰদেৱে মাধৱদেৱক 'বৰাৰ-পো' বুলি মাতিছিল। তেনেদৰে কেশৱচৰণ আতাক ভাটৌকুছিত ঘৰ আছিল বাবে ভাটৌকুছিয়া বোলা হৈছিল, মাধৱদেৱৰ বদল হোৱাৰ কৰাৰ বাবে পদ্ম আতাৰ নাম আছিল বদুলা পদ্ম আতা বা বদ্‌লা আতা, ভৱানন্দ সাউদ নামৰ সন্তপুৰুষজনাক আমি সকলোৱে নাৰায়ণদাস ঠাকুৰ আতা বুলিহে জানো। মহাপুৰুষদ্বয়ৰ কেইজনমান শিষ্যৰ বিশেষণযুক্ত নাম আছিল এনেধৰণৰ— উদাৰ গোবিন্দ, টিংভঙা গোবিন্দ, লেছ্বকশীয়া গোবিন্দ, পৰ্বতীয়া কৃষ্ণাই, ৰাম কাৰিকৰ, মিস্ত্ৰী বিভীষণ ইত্যাদি। আনকি মাধৱদেৱৰ পিতাকৰো এটি উপনাম আছিল। তেওঁৰ কাণ দুখন দীঘল আছিল বাবে তেওঁক হেনো বৰকণা বা লামকণা বুলি মাতিছিল। এই বিষয়ে দৈত্যাৰি ঠাকুৰৰ গুৰুচৰিতত এনেদৰে উল্লেখ আছে—

শাস্ত্ৰত পণ্ডিত বৈৰক দণ্ডিত
নাহিকে যাক উপাম।
কাণ লম্বা দেখি আসামে দিলন্ত
বৰকণা তান নাম।

(দৈত্যাৰি ঠাকুৰৰ গুৰুচৰিত)

বাংলা উপন্যাস 'হাসুলী বাকের উপকথা'ত আছে— "নিমতেল পানুৰ ভাল নাম প্ৰাণকৃষ্ণ। পাড়ায় দুজন প্ৰাণকৃষ্ণ থাকায় এ প্ৰাণকৃষ্ণৰ বাৰীৰ উঠানেৰ নিম গাছটিৰ অস্তিত্ব তাৰ নামেৰ আগে জুড়ে দিয়ে নিমতেলে পাণু বলে ডাকা হয়।" ইয়াত যেনিবা ঘৰৰ পদূলিত থকা নিম গছজোপাৰ লগত ব্যক্তিজনৰ নামটি সাঙুৰি দি ব্যক্তিজনৰ পৰিচয়টি বেছি স্পষ্ট কৰি তোলা হৈছে। ডং হীৰেন গোঁহাইৰ আত্ম-জীৱনীত উল্লেখ পোৱা মতে তেওঁলোকে কটন কলেজত পঢ়ি থকা দিনত কটন কলেজৰ বহুকেইজন শিক্ষক আৰু ভালেমান ছাত্ৰৰ নানান্ ধৰণৰ

উপনাম আছিল। গতিকে ব্যক্তি বিশেষৰ নামৰ বিশেষীকৰণ অকল বৰপেটাৰ বিশেষ বৈশিষ্ট্য নহয়, বৰং ই প্ৰায় সকলো সমাজতে চলতি হৈ থকা এটা পৰিঘটনা।

তথাপি এটা কথা অনস্বীকাৰ্য যে বৰপেটাত উপনাম দি অথবা ব্যক্তিজনৰ নামৰ আগে-পিছে বিশেষণ যুক্ত কৰি ব্যক্তিজনক চিহ্নিত কৰাৰ প্ৰথা অতি প্ৰবল। উদাহৰণ হিচাপে অতি সম্প্ৰতি বৰপেটাৰ দুজন যুৱকক তেওঁলোকৰ বন্ধু-বান্ধৱে দুটা অভিনৱ উপনাম দিছে। অলপ কথা বেছিকৈ কয় বাবে এজনৰ নাম দিছে এফএম অৰ্থাৎ এফ.এম.ৰেডিঅ', আৰু আনজনৰ নাম দিছে ১০৮, অৰ্থাৎ চৰকাৰে গুৰুতৰ বেমাৰীৰ জৰুৰী সেৱাৰ বাবে দিয়া মৃত্যুঞ্জয় নামৰ গাড়ীখনৰ নামেৰে, কাৰণ উক্ত ল'ৰাজনৰ নাম মৃত্যুঞ্জয়। এনেদৰে বৰপেটীয়া মানুহে ব্যক্তিৰ নামৰ বিশেষীকৰণ কৰোতে নাইবা উপনাম দিওঁতে নানান প্ৰসংগ ব্যৱহাৰ কৰাৰ লগতে অলংকাৰ-উপমা-ৰূপকৰ ব্যৱহাৰ পৰ্যন্ত কৰে। তলত এই বিষয়ে আলোচনা কৰা হ'ল।

বৰপেটাৰ দক্ষিণ-হাটীৰ বাসুদেৱ ভূএগক সকলোৱে জানিছিল বেণ্টিং ভূএগ বুলি। ঠিক তেনেদৰে বৰপেটাৰ স্বভাৱ কবি কেশৱ চন্দ্ৰ কাকতিয়ে সকলো কথাকে পদ হিচাপে ছন্দোবদ্ধ কৰিব পাৰিছিল বাবে তেওঁক সকলোৱে সাস্তৰ কাকতি বুলিছিল। বৰপেটাৰ এটা সম্ভ্ৰান্ত পৰিয়াল হ'ল সৰ্বানন্দ দাসৰ পৰিয়াল। বৰপেটা মাঃ চৌঃ মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাৰ লগত জড়িত সৰ্বানন্দ দাসৰ কেঁচুৱা কালতেই মাকৰ মৃত্যু হৈছিল বাবে তেওঁক বৰপেটাৰ মানুহে মাতিছিল মা মৰি বুলি। অসমৰ বিশিষ্ট কবি প্ৰসন্নলাল চৌধুৰী ভ্ৰাতৃ গণেশলাল চৌধুৰী আছিল এজন বিশিষ্ট গল্পকাৰ। তেওঁক সকলোৱে ভেক্‌লি বুলিহে মাতিছিল। প্ৰসন্নলাল চৌধুৰীৰ পুত্ৰ অসমৰ বিশিষ্ট চিন্তাবিদ্ বিজনলাল চৌধুৰীক আকৌ সকলোৱে লাডু বুলিহে জানে। আমবাৰীহাটীৰ গণনাথ দাসক বৰপেটাত সকলোৱে অকো বুলি মাতিছিল। তপা তালুখনৰ সৈতে বৃন্দাবনহাটীৰ খগেন্দ্ৰ নাথ দাসৰ চেহেৰা আছিল বৃটিছ প্ৰধান মন্ত্ৰী চাৰ্চিলৰ দৰে, সেইবাবেই বৰপেটীয়াই তেওঁক মাতিছিল চাৰ্চিল বুলি। আমবাৰীহাটীৰ ধীৰেন্দ্ৰ নাথ দাস সৰু কালত বৰ সহজ সৰল (অৰ্থাৎ ভোদা) আছিল আৰু পিছলৈ তেওঁ দোকানত চৰকাৰ হিচাপে কাম কৰিছিল। সেইবাবে তেওঁক বৰপেটাৰ মানুহে মাতিছিল ভদা (অৰ্থাৎ সহজ-সৰল) চৰকাৰ বুলি। ভদা চৰকাৰৰ পুতেকক আকৌ বৰপেটাত নৰেন ভদা বুলিহে জানে। ঠিক তেনেদৰে দলাহাটীৰ প্ৰতিষ্ঠিত ব্যৱসায়ী হৰকান্ত দাসক মানুহে হকো মাহাজন বুলি মাতিছিল। এই হকো মহাজনৰ পুত্ৰ হৰেন দাসক আকৌ হকো হৰেন বুলিহে বৰপেটাত জানে। উক্ত হকো হৰেনৰ পুতেকজনক সকলোৱে মাতে জিতু পাইনা বুলি। বৰপেটা বজাৰৰ প্ৰসিদ্ধ সূতাৰ দোকানী এজনক সকলোৱে ভেলু বুলি মাতে। তেওঁৰ পুতেক ধীৰাজ দাসক মানুহে ধীৰাজ ভেলু বোলে। বৰপেটাৰ ধনঞ্জয় দাস নামৰ লোকজনক সকলোৱে ধন্‌ছো মাহাজন বোলে। উক্ত ধন্‌ছো মহাজনৰ পুতেকক আকৌ বোলা হয় ধন্‌ছো ৰাজেশ। বৰপেটা বিদ্যামন্দিৰ স্কুলত সেইসময়ত কনক দাস নামৰ দুজন শিক্ষক আছিল। তেওঁলোকক

সকলোৱে সৰু কনক আৰু ডাঙৰ কনক বুলিহে জানিছিল। সুন্দৰীদিয়াৰ মুৰাৰী শৰ্মাৰ উপনাম আছিল বেকো শৰ্মা। বৰপেটাৰ এজন প্ৰখ্যাত উকিল আৰু সমাজকৰ্মী হেমচন্দ্ৰ মেধিৰ পুত্ৰ অসমৰ এজন বিশিষ্ট গোলাপ ফুল বিশেষজ্ঞ ভূপেন মেধিক আজিও বৰপেটাৰ সকলোৱে ভাতুক মেধি বুলিহে জানে।

এসময়ত বৰপেটাৰ 'টেপাৰ নিমকি'ৰ সুনাম গোটেই অসম বিয়পি আছিল। প্ৰকৃততে বৰপেটা সত্ৰৰ ওচৰৰ বিখ্যাত মিঠাই দোকানী ঁৰমাকান্ত দাসৰ উপনাম আছিল টেপা। টেপা উপনামৰ মানুহজনৰ বিষয়ে বৰপেটাত এতিয়াও কিছুমান কাহিনী প্ৰচলিত আছে। উদাহৰণ হিচাপে ক'ব পাৰি— তেওঁৰ দোকানলৈ এদিন হেনো উজনিৰ ফালৰ মহিলা এগৰাকীয়ে নিম্‌কি কিনিবলৈ আহিছিল। টেপা দোকানীয়ে সুন্দৰকৈ নিম্‌কিখিনি জোখাৰ পিছত উক্ত মহিলাগৰাকীয়ে হেনো সুধিছিল যে নিম্‌কিখিনি অৰিজিনেল টেপাৰ নিম্‌কি হয়নে নহয়। টেপা উপনামৰ উক্ত দোকানীজনে সেইদিনা মহিলাগৰাকীক চাহ-পানী খুৱাই লৈ হেনো কৈছিল যে তেওঁৰ নামেই টেপা। আজিও বৰপেটাৰ বিভিন্ন দোকানত তৈয়াৰী ভাল প্ৰকাৰৰ নিমকিক 'টেপাৰ নিমকি' বুলিহে বহুতে কয়।

বৰপেটা ইচ্ছপুৰহাটীৰ বিশিষ্ট শিক্ষক নবীন পাটোৱাৰীক বৰপেটাত ছয় আঙুলা বুলিহে জানিছিল। চেউৎ উপনামেৰে সকলোৱে জানিছিল নহাটীৰ এজন লোকক। এই ব্যক্তিজন কিছু বিশেষ প্ৰকৃতিৰ লোক আছিল। তেওঁ হোনো ভৰিৰ আঙুলিৰে নাৰিকলৰ বাকলি গুচাই একে ভুকুতে সেই নাৰিকলটো ভাঙি খোলাৰ পৰা দাঁতেৰে নাৰিকল এৰুৱাই খাব পাৰিছিল। নাৰিকলৰে অদ্ভুত অদ্ভুত খেল খেলাত পাকৈত আছিল তেওঁ। সেই সময়ত বৰপেটাত প্ৰচলিত এবিধ জনপ্ৰিয় লোকখেল আছিল এনেধৰণৰ— এখন হাতৰ তৰ্জনী আঙুলিৰ আগত চুন এটেপা লৈ বুঢ়া আঙুলি আৰু মধ্যমা আঙুলিৰে পাচ তোলাৰ দাগা এটা ধৰি আনখন হাতত থকা নাৰিকল এটা টুকুৰিয়াই ভাঙিব লাগে। তেনে কৰোতে চুনখিনি কিন্তু পৰি যাব নোৱাৰিব। এই খেলবিধ খেলাত চেউৎ আছিল অতি পাকৈত।

বাৰ্মা অইল কোম্পানীৰ তেলত বাহিৰে অন্য কোনো বস্তুৱে তেওঁ কাহ্নত ভাৰেৰে নকঢ়িয়াইছিল। সেইবাবেই তেওঁক সকলোৱে বিওচি অৰ্থাৎ বাৰ্মা অইল কোম্পানী বুলিছিল। উত্তৰ হাটীৰ অনন্ত দাস আছিল কথা চহকী আৰু কথা-বতৰাত কিছু অকৰামী থকা। সেই বাবেই তেওঁক লোকে শতকণ্ঠ অনন্ত বুলি মাতিছিল। দেখাই দৰশনে বেছ সুন্দৰ আছিল বৰপেটাৰ কনক উকিল (বৃন্দাবনহাটীৰ কনক দাস)। সম্ভৱতঃ বেছ সবল-সুঠাম চেহেৰাৰ আছিল বাবেই তেওঁক সকলোৱে কনক ঘৰা বুলিহে মাতিছিল। বৰপেটা সত্ৰত বংশৰাসকলৰ দ্বাৰা উৎসৱ- পাৰ্বনৰ সময়ত হোৱা নাট সমাৰোহত (থলুৱা ভাষাত গাহনত) ৰজাৰ ভাওত সুন্দৰ অভিনয় কৰা বাবে অম্বিকাচৰণ পাটোৱাৰীক অম্বিকা ৰাজা বুলি মানুহে মাতিছিল। ঠিক তেনেদৰে মুক্তিযুঁজাৰু ৰাধাকান্ত তালুকদাৰৰ পিতৃ ৰামোৰাম তালুকদাৰকো সকলোৱে ৰামো ৰাজা বুলি মাতিছিল। এম চি কলেজৰ প্ৰাক্তন উপাধ্যক্ষ নৰেন শৰ্মাক

মানুহে নৰেন বেংকা বুলিছিল। মুক্তি যুঁজাৰু আৰু এসময়ৰ বিধায়ক ঘণশ্যাম দাস আছিল উচ্চ শিক্ষিত লোক। কিন্তু তেওঁ কবিৰাজীক বৃত্তি হিচাপে লৈছিল বাবে তেওঁক সকলোৱে ঘণশ্যাম কবিৰাজ বুলিহে জানিছিল। দ্বিজেন্দ্ৰ নাথ দাস নামৰ মানুহজনে ফুটবল খেলোতে পথাৰখন ফেনফেনীয়া কৰিছিল বাবে তেওঁক মানুহে দিজেন ট্ৰেক্টৰ বুলি মাতিছিল।

বৰপেটাত যাদৱ দাস নামৰ দুজন প্ৰসিদ্ধ উকিল আছিল। তাৰে প্ৰথম জন আছিল বৰপেটা বৰহাটীৰ সূত্ৰধাৰ বংশৰ আৰু দ্বিতীয়জন আছিল দক্ষিণ হাটীৰ। ইয়াৰ প্ৰথমজনক বৰপেটাত সকলোৱে বুঢ়া যাদৱ বুলিছিল আৰু দ্বিতীয়জনক ডেকা যাদৱ বা সৰু যাদৱ বুলিছিল। বৰপেটাৰ এজন বিশিষ্ট শিক্ষক হৰেকৃষ্ণ দাসক সকলোৱে হৰেকৃষ্ণ বান্দাৰ বুলি মাতিছিল। আকৌ কেশৱ বান্দাৰ নামৰো এজন লোক বৰপেটাত আছিল। দক্ষিণহাটীৰ বলোৰাম দাস আছিল বৰ শক্তিশালী মানুহ। তেওঁৰ বল-বিক্ৰমলৈ চাই তেওঁক সকলোৱে বলো চামতা (চমতা ?) বুলি মাতিছিল। এসময়ত বৰপেটাত চন্দ্ৰকান্ত নামেৰে এজন মাল আছিল। উক্ত ব্যক্তিজনৰ শক্তি আছিল অপৰিসীম। তেওঁক সকলোৱে চন্দ্ৰ মকা বুলি মাতিছিল। চন্দ্ৰ মকাৰ ছাতিটো হেনো ইমান টাপলি মৰা আছিল যে শেষলৈ ছাতিটোৰ আচল কাপোৰখন নোহোৱা হৈ গৈছিল। সেইবাবে এতিয়াও জোৰা তাপলি মৰা কামক বহুতে চন্দ্ৰ মকাৰ ছাতা বুলি কয়। অসমৰ এজন বিশিষ্ট চিত্ৰশিল্পী আছিল হৰেন্দ্ৰ নাথ ৰায়চৌধুৰী। এইজন ব্যক্তি দেখাত দীঘলীয়া ক্ষীণ ধৰণৰ আছিল বাবে সম্ভৱতঃ তেওঁক সকোলোৱে হৰেন খন্তি বুলি মাতিছিল। কিছু পৰিমাণে হ'লেও মহাত্মা গান্ধীৰ আদৰ্শত চলিছিল বাবে বৰপেটাৰ দুজন লোক ক্ৰমে কিশক দাস আৰু মদন দাসক মানুহে কিশক গান্ধী আৰু মদন গান্ধী বুলি মাতিছিল। দক্ষিণহাটীৰ প্ৰসিদ্ধ শিল্পী মনোৰঞ্জন দাসক সকলোৱে গেৰু মাষ্টৰ বুলিছিল। বৰ্তমান বৰপেটা সমষ্টিৰ বিধায়ক গুণীন্দ্ৰ নাথ দাসক সকলোৱে হনু বুলিহে মাতে।

সম্ভৱতঃ বাপু ধুমা আছিল বৰপেটাৰ প্ৰথম ৰিক্সাচালক। প্ৰকাণ্ড শৰীৰৰ অধিকাৰী এইজন লোকৰ চেহেৰাটোৰ বাবেই সকলোৱে তেওঁক বাপু ধুমা (ধুমা শব্দৰ অৰ্থ ডাঙৰ) বুলিছিল। এইজন ৰিক্সাৱালাই চলোৱা ৰিক্সাখনৰ নাম আছিল কলিৰ কৃষ্ণ ৰথ। বৰপেটাৰ এসময়ৰ বিশিষ্ট শিক্ষক শংকৰ দাসক মানুহে শংকৰ মেক্ৰী বুলি মাতিছিল। জতনৰাম দাস মহাজন আছিল বৰপেটাৰ এজন বিত্তবান ব্যক্তি। উক্ত লোকজনক মানুহে কিন্তু জতলাগা মাহাজনহে বুলিছিল। এসময়ৰ বিশিষ্ট শিক্ষক নৱীন দাসক বৰপেটাত সকলোৱে নৱীন বাৰা বুলিহে জানিছিল। বৰপেটাৰ এটি বিখ্যাত থলুৱা উদ্যোগ হ'ল আতচ-বাজী উদ্যোগ। এই উদ্যোগটোক আজিও কষ্ট কৰি জীয়াই ৰখা মনু পাঠকক বৰপেটাত সকলোৱে মনু বাখাৰ বুলি মাতে। এসময়ত বৰপেটাত দুজন বিখ্যাত ডাক্তৰ আছিল। তাৰে এজন গণককুছিৰ ভগৱান দাস আৰু আনজন আছিল বিলৰতাৰিৰ ভগৱান দাস। ইয়াৰে প্ৰথমজনক সকলোৱে ক'লা ভগৱান আৰু দ্বিতীয়জনক বগা ভগৱান বুলি মাতিছিল। চিকিৎসক হিচাপে এই দুজন বৰপেটাৰ কিম্বদন্তিস্বৰূপ লোক। বৰপেটাৰ দহাটীত এসময়ত দুজন ফুটবল খেলুৱৈ আছিল। দুয়োজনে

ফুটবল পথাৰত ইমান জপিয়াই জপিয়াই ফুটবল খেলিছিল যে তেওঁলোক দুয়োজনকে বৰপেটাৰ মানুহে চেং আৰু বেং বুলি মাতিছিল। ঠিক তেনেদৰে পাটবাউসীৰ ভূপেন দাস নামৰ ফুটবল খেলুৱৈজনে ফুটবল ফিল্ডত প্ৰতিপক্ষৰ বাবে গড়ৰ দৰে শক্তিশালী আছিল বাবে তেওঁক সকলোৱে ভূপেন গড় বুলি মাতিছিল। বৰপেটাৰ এক প্ৰসিদ্ধ গোসাঁই পৰিয়ালৰ সদস্যসকল সাত্ত্বিক চৰিত্ৰৰ। উক্ত পৰিয়ালটোক বৰপেটা'ত গহে বুলি সকলোৱে মাতে। তেওঁলোকৰ ঘৰৰ এজন সদস্যৰ গাত কিন্তু সাত্ত্বিকতাৰ লক্ষণ কম। সেইবাবে মানুহে সেইজনক মাতে পিতালৰ গহে বুলি। নেউল উপনামটো বৰপেটাৰ এটা জনপ্ৰিয় উপনাম। নেউল নামৰ মানুহ বৰপেটাৰ হাটীয়ে হাটীয়ে আছিল। এবাৰ হেনো কেইজনমান ল'ৰাই নেউল এটা চেলাই আছিল। সেই সময়ত নেউল নামৰ মানুহ এজনে নেউল কাটি থকা ঠাইত উপস্থিত হ'ল আৰু ল'ৰাকেইজনক সিহঁতে কি কাটিছে সুধিলে। অলপ সময় মাহাৰ-মুহুৰ কৰি থাকি এজন ল'ৰাই হেনো উত্তৰ দিছিল— 'তোকে কাট্‌ছু দে।' উক্ত নেউল নামৰ মানুহজনৰ পুতেকক আকৌ সকলোৱে শিয়াল বুলিহে মাতে। বৰপেটাত অসম আন্দোলনৰ সময়ত এবাৰ পৰীক্ষা গৃহত হোৱা গণ্ডগোলৰ বাবে এখন মহাবিদ্যালয়ৰ চেণ্টাৰ কটা যাবলৈ ওলাইছিল। উক্ত পৰিস্থিতিৰ বাবে জগৰীয়া বুলি যিজন ল'ৰাক ধৰা হয় তেওঁক সকলোৱে চেণ্টাৰ কাটা বুলিছিল।

বৰপেটাত বহুক্ষেত্ৰত একো একোজন লোকক নিজৰ বৃত্তিটো তেওঁৰ নামৰ পাছফালে জোৰাই দি মতা হৈছিল। এনে কিছু উদাহৰণ হ'ল— গোলক ওভাইচাৰ, হৰষ চাপ্লাই, বাসু হেমেবোটিক, নৰেন কেৰানী, ধৰণী মেকাৰ, ধৰণী ডাক্তৰ, ভোগী চাপ্ৰাচী, সদা মোহোৰী, গোপাল চেয়াৰমেন, দামু ভাইচাৰমেন, ভোগী কাঁহাৰ, চেফলা দৰ্জী, অক্ষয় উকীল, উমা মাষ্টৰ, ফটিক মেম্বৰ, হৰেন নাজিৰ, পত্তাপ দকনী, ৰামো মেনেজাৰ, অৰ্জুন প্ৰফেচাৰ, হৰেণ দালাল, ৰামৰতন মণ্ডল, বিলাশ মিস্ত্ৰী (এম চি কলেজৰ ঘৰটো বান্ধিছিল) ইত্যাদি।

শাৰীৰিক অৱয়ব, স্বভাৱগত বৈশিষ্ট্য নাইবা আকৃতি-প্ৰকৃতিক লৈও বৰপেটাত মানুহৰ ডাক নাম হোৱা দেখা যায়। যেনে— নবীন গুইফা, ৰমা টেম্পাৰ, ভগো খৰা, গুৰু কেৰা, কাইটা (কটিয়া), গৱৰ্দ্ধন লেঙা, শিৱ লেচা, শ্ৰীৰাম লেঙৰি, কালি বকাসুৰ, অতুল ডাবা (ৰেলৰ ডবাৰ দৰে প্ৰকাণ্ড শৰীৰৰ অধিকাৰী বাবে), ৰাঘব পালোৱান, ঘণা ৰাৱণ, পৰশু কুঠাৰ, কাৰ্তিক দাবানল, নৰেন আপী, গজেন মাই, বিৰাজ ৰেল, ৰণজিৎ লাটা, উপেন পেটকাটা ইত্যাদি।

এসময়ত বৰপেটা বিভিন্ন ধৰণৰ মিঠাইৰ বাবে প্ৰসিদ্ধ আছিল। বৰপেটাৰ কিছুমান চাহ দোকান বা মিঠাইৰ দোকানৰ বিশেষ প্ৰকাৰৰ মিঠাই তৈয়াৰ কৰাৰ বাবে সুনাম আছিল। আৰু উক্ত লোকসকলৰ নামৰ পৰিচিতিৰ উক্ত মিঠাইৰ নামটো সাঙোব খাই পৰিছিল। যেনে— গণেশ মিঠৈৱালাৰ গন্ধোৰ লাড়ু, ৰাধাৰ সন্দেশ, দেৱালীৰ মালপোৱা (বৰপেটা কাছাৰীৰ ওচৰত দোকান আছিল), অম্বোৰ চেনাৰ খৰমা, হেমো মিঠৈৱালাৰ

ৰশ পদ্দা (বৰপেটাৰ এসময়ৰ বিখ্যাত সৰু বজাৰত এইজন লোকৰ দোকান আছিল। ৰসপদ্দা হ'ল চেনীৰ বসত পগাই তৈয়াৰ কৰা এবিধ মিঠাই। উক্ত মিঠাই বিধ পগাই পগাই আৰ্চীৰ দৰে চিকচিকিয়া কৰি তোলা হৈছিল), সনোলুৰ মেয়াৰ বৰফী (বৰপেটা কাছাৰীৰ ওচৰত দোকান আছিল, মেয়াৰ বৰফী গাখীৰৰ সৰেৰে বনায়)।

বৰপেটাৰ বাৰী-বাগানবোৰৰ নামৰ লগতো একো একোজন ব্যক্তিৰ নাম সাঙোৰ খাই আছিল। তেনেবাৰী একোখন হৈ পৰিছিল সেই ব্যক্তিজনৰ বা সেই পৰিয়ালটোৰ বা সেই চুবুৰীখনৰে পৰিচয় স্বৰূপ। যেনে— ফটিকৰ বাৰী, বুদুৰবাৰী, পাগেলী পাথাৰ, তলেখ্যৰ বাৰী, উকীলৰ বাৰী, কেউলাৰ বাহা। যদি কোনোবাই বৰপেটাৰ দহাটীৰ বিশেষ এঠাইৰ লোকক সোধা হয় তেওঁৰ ঘৰ ক'ত? তেওঁ উত্তৰ দিয়ে যে তেওঁৰ ঘৰ উকিলৰ বাৰীৰ নাইবা কেউলাৰ বাহাৰ কাষত। ইয়াৰ উপৰি ব্যক্তি একোজনে কৰা বিশেষ ব্যৱসায়ৰ লগতো উক্ত পৰিয়ালটো বা চুবুৰিখনো সাঙোৰ খাই পৰে। যেনে— এসময়ত বৰপেটাৰ দহাটীত থকা ভাস্কৰ চ'প কোম্পানীৰ নামৰ লগত সাঙুৰি উক্ত পৰিয়ালটো বা চুবুৰিখনো সাঙোৰ খাই পৰে। যেনে— এসময়ত বৰপেটাৰ দহাটীত থকা ভাস্কাৰ চ'প কোম্পানীৰ নামৰ লগত সাঙুৰি উক্ত চুবুৰিটোৰ মানুহবোৰৰ ঘৰ চাবোন কোম্পানীৰ ওচৰত বুলি কোৱা হৈছিল। সেইদৰে হয়তো ইচ্ছাপুৰহাটীৰ কোনো এজন লোকক তেওঁৰ ঘৰ ক'ত বুলি সুধিলে তেওঁ উত্তৰ দিয়ে যে তেওঁৰ ঘৰ তেল ডিপু আহাৰ ওচৰত।

বৰপেটাৰ এটা পৰিয়ালৰ গোটেই কেইজন ভায়েকৰে নামৰ পাছফালে আলুপুৰী শব্দটো লগাই দি তেওঁলোকক মতা হয়। যেনে— বিৰাজ আলুপুৰী, গজেন আলুপুৰী ইত্যাদি। বৰপেটাত গাৰ ৰং বগা বা ক'লা হ'লে মানুহজনক বগা, ক'লা, বগীয়া, কলীয়া ইত্যাদি নামেৰে মতা হয়। এনে ধৰণৰ নামবোৰ মূলতঃ উপনামহে। কিন্তু বৰপেটাৰ বিলৰাতাৰি হাটীত কেবাজনো বগা উপনামৰ মানুহ থকাৰ বাবে উক্ত বগানামটোৰ লগত বিশেষণ সংযোগ কৰি বিশেষ উপনামৰ সৃষ্টি কৰা হৈছে। যেনে— মণ্ডল বগা, গুলী খাৰা বগা, চফেদ বগা, চেউৎ বগা, ইলিম বগা (ইলিম নামৰ এজন ডকাইত আছিল। উক্ত ল'ৰাজন সৰুৰ পৰাই বৰ দুষ্ট আছিল বাবে সকলোৱে ল'ৰাজনক ইলিম বগা বুলি মাতে), বগছা বগা (বগাৰ ভিতৰত আৰু কিছু বেছি বগা বাবে বগছা বগা)।

একেদৰে বিশ্ব নামৰ একাধিক লোকক চিহ্নিত কৰা হৈছে এইদৰে— বিশ্ব দাইৰা, বিশ্ব প্লেইন, বিশ্ব আবাজাবা, এচ পি বিশ্ব, বিশ্ব পাগল, মেডিকেল বিশ্ব, গাজৰু বিশ্ব, দময়ন্তী বিশ্ব। আকৌ কমল নামৰ কেবাজনো মানুহক চিহ্নিত কৰাৰ বাবে কেনে উপনাম ব্যৱহাৰ কৰা হৈছে চোৱা যাওক— কমল চকা, কমল বাহা, কমল চেঠি, টনটন কমল, ভূৰুত কমল, হৰ কমল। একেদৰে ৰানা নামৰ মানুহ কেবাজনো থকাৰ বাবে বিশেষণযুক্ত নামেৰে তেওঁলোকক ইদৰে চিহ্নিত কৰা হৈছে— ধনছো ৰানা (এওঁ ধন্চো মহাজনৰ পুতেক), এজিপি ৰানা (এজিপি দলৰ প্ৰতি অনুৰক্ত), নাকা ৰানা, ৰানা পাগেলী, চুক্কু ৰানা

(এখন টিভি চিৰিয়েলত চুক্কু ৰানা নামৰ এটা চৰিত্ৰ আছিল), তবলা ৰানা (তবলা বজায়), ৰানা গীটাৰ (গিৰীশ তানসেনৰ পুতেক, গীতাৰ বজাই বাবে), ৰানা ডিষ্ট্ৰিক্ট। আকৌ প্ৰদীপ নামটোৰ লগত বিশেষণ যুক্ত হৈ হোৱা নাম— প্ৰদীপ বাৰবেল, প্ৰদীপ ৰিকছা, মুদৈ প্ৰদীপ, প্ৰদীপ কঠল, প্ৰদীপ নিগ্ৰো, প্ৰদীপ খাটা ইত্যাদি।

বৰপেটাত ব্যক্তিৰ নামৰ লগত বাবু শব্দটি লগাই দি একো একোটা পৰিচয়সূচক নাম গঢ়ি লোৱা দেখা যায়। সাধাৰণতে আৰ্থিকভাৱে সবল ব্যক্তি বিশেষক এনে নাম দিয়া হৈছিল। এইদৰে বাবু সংযোগ কৰাৰ কথাটো সম্ভৱতঃ বঙলুৱা প্ৰভাৱৰ ফল। তেনে বাবু উপাধি পোৱা কেইজনমান লোক এনেধৰণৰ—ৰজনী বাবু (এই ৰজনী বাবুক লৈ বহুতো সৰু সৰু ৰসাল কাহিনী আছে), পানো বাবু, দ্বিজেন বাবু, প্ৰদীপ বাবু, কণ বাবু, দামু বাবু (এই মানুহজন এসময়ত বৰপেটাৰ ভিতৰত চৌখিন মানুহ আছিল, তেওঁ হেনো দিনটোত পাঁচ যোৰমান কাপোৰ সলাই পিন্ধিছিল)।

এনেধৰণৰ নামবোৰৰ উপৰিও আৰু বহুতো উপনাম আৰু বিশেষণযুক্ত নাম বৰপেটাত প্ৰচলিত। এনে নামবোৰৰ তালিকা এখন দিয়া হ'ল— নৱজিৎ দেৱতা, গপচা (সৰুতে হেনো মাকক গপচা ৰুটি বিচাৰি দিগদাৰি দিছিল), টৈনট্ন (বৃন্দাবনহাটীৰ টৈনটন নামৰ লোকজনক লৈ বহুতো সৰু সৰু কাহিনী প্ৰচলিত হৈ আছে), ভোংকেল, মউলা বান্দাৰ, বেউলা, আলু, ভচো, জুলি (ডিচেন্ট্ৰি হৈছিল বাবে জুলজুলীয়াকৈ পাইখানা কৰিছিল বাবে), বিহাৰী, কাছেৰী, গটা গোবিন্দ, দীপক নাগা, হেলচী, জক্ৰা মেধি (সদায় পঁইতা ভাত বা জক্ৰা ভাত খাইছিল, বৰপেটাত পইতা ভাতক জক্ৰা ভাত বোলা হয়), কেংকেঙ, হোদ্দাক মাহাজন, খৰা কায়েঠ, শ্ৰীপইটা বইনা, মথুৰা হিতৈশী (বৰপেটাৰ মথুৰা দাসৰ বৰপেটা ৰোডত চিনেমা হল আছিল। আচৰিত চৰিত্ৰৰ এই ব্যক্তিজনৰ জীৱনৰ নানান কাহিনীক লৈ এখন কিতাপেই লিখিব পাৰি। এই লোকজনৰ ঘৰত এসময়ত বিষ্ণু ৰাভাই হেনো একৰাহে আঠচল্লিশ ঘণ্টা মদ খাইছিল।), শশী টকন, মথুৰা বিএ, কাৰ্তিক ধূৰ, পেপু, নিগনি, ফেঁচা, কম্পন্দাৰ, বটৰ তলৰ বোঠি, কেপাচিটি, ঢেকীৰ মাঠা, বিয়া কা, মাদলি, মৰামুৰগী, বেঙা কাচু, নিংনা, কাৰগিল, দাতু, হিদাল (অকৰ্মন্য বাবে), পিতাই কৈছে, দেৱীলাল, পঁচা নিম্‌কি, কালকেয় (কালকেয় এখন নাটকৰ এটা চৰিত্ৰ যিটো চৰিত্ৰত এওঁ অভিনয় কৰিছিল), চাবি, বহিখা, মেলকী, কেঠা, গেনা, ঘেগলি (কথা কওঁতে প্ৰায়েই ডিঙিত খেকাৰ বাজে বাবে ঘেগলি বুলি এওঁক মানুহে মাতে), খেদলি, গেছট্ৰিক (সাধাৰণতে অতি দুষ্ট ল'ৰাক দিয়া নাম), টিউ, ষ্টাইলিছ খুৰা, স্প্ৰিং ভাইটি, বেচা (বজাৰত নানান বস্তু বেচে), ডিষ্ট্ৰিক্ট টায়া, বল দি কান্দা, শুখ, জালিম লোছন, ক্ৰুৰ সিং (এখন টিভি চিৰিয়েলৰ এটা কুটিল চৰিত্ৰ), ডমডমী মাই (এখন টিভি চিৰিয়েলৰ চৰিত্ৰ), ভম্বোল, শুখনা, বাইপাছ, মুখামেলা, বয়া লাগে বাচ্চাৰে, বকাচাউলা, কাৰ্লহুপাৰ, কচুৰ গুৰা, ভলটক, মেদ্ৰা, বাইৰখ, কোব্ৰা, ভাইপাৰ, পাটাৰ গাই (বৰ দুৰ্বল ধৰণৰ বাবে), লেব্ৰা, জাব্ৰঙ, দৈ, ৰেল, মন ভাল, কাগজ, ৰিং মাস্তৰ, পত্নীচৰা, ছাগলচুৰ,

বেনা (সকলো ক্ষেত্ৰতে জট লগাই ফুৰিছিল বাবে), হাইলাগা (সকলো ক্ষেত্ৰত কাজিয়া লগায় বাবে), দেহা (মাকে সৰুতে দেহা বুলি মাতিছিল বাবে), টেবলেট (হাটে-বজাৰে বিভিন্ন ধৰণৰ সৰু-সুৰা ঔষধ বিক্ৰী কৰিছিল বাবে তেওঁক টেবলেট বুলিছিল), পাৰ (বজাৰত পাৰ বিক্ৰী কৰিছিল), উজ (সকলো কথাতে আকোৰগোজ ধৰণৰ অৰ্থাৎ উজাই থাকে বাবেই উজ), নাৱ (বেছি পৰিমাণে ভাত খাব পাৰে বাবে), গণেশ লাটিম (মানুহজনৰ থিতাপি নাছিল বাবে), জিতেন ছাগেলী, তেলজাক্‌ৰা, গুণ পেৰু, পকামূৰা, লুকা কা, ভেবলা, পখ্‌লি কানি বোগলা, ইঞ্জিনাৰ (সৰুতে হেনো এটা জিনাৰ দেখি ইঞ্জিনাৰ বুলি চিঞৰি মানুহ মাতিছিল বাবে ইঞ্জিনাৰ), ক'লা অস্তাদ, কন্টি, কে কে, দিগন্ত কাইলা, দীপক টুকৰি (আৰ্থিক দুৰ্দশাৰ বাবে সৰুতে মূৰত টুকুৰী লৈ বিভিন্ন বস্তু বিক্ৰী কৰি ফুৰিছিল বাবে), ধনজিৎ ছিলিপ, বাটা (বাটা কোম্পানীৰ দোকানত চাকৰি কৰিছিল), ৰাজেন কান্দো, কৃষ্ণ ফচলি, ধনজিৎ মাতাল, ৰাঙালাউ, পচা আলু, খাবলা, ক'লা দীপক, ডালিম ভাখ্‌ৰী, ডালিম গুৰগুইৰা, মহাদেৱ টুকাদিয়া সকলো কথাতে খুট ধৰি থাকে বাবে), প্ৰাঞ্জল পিপিয়া (কথা কওঁতে বেছি চিঞৰ-বাখৰ কৰে বাবে), নৱ মাখা, বহি খাৱা, গুণৱতী হেলচী, হিমাংশু পপত, বীৰেন কেউহা, ধীৰেন লুচী, ভাঙালাউ, বাঙনা, গাটা, কঠল, গেঠে, পিঠা, বকেৰী, টেঙৰ, ধৃতাৰাষ্ট্ৰ, হাপা, হদঙ, শান্তনু লাউ, অমেন দোভাষী (কথা কওঁতে দুই প্ৰকাৰৰ মাত উলিয়াই কথা কয় বাবে), কিশক ৰাঙা, কৈলাশ ডাইমণ্ড (হীৰা সম্প্ৰদায়ৰ বাবে), মাখি, টুপী, বডি (বৰহাটীৰ এইজন ব্যক্তি কবি দেৱকান্ত বৰুৱাৰ বন্ধু আছিল), বাটি, আল্‌ফা, অকাঠি, লাডেন, চান্দাম, বগা কা, ৰাঙা, গাবলা, সৰুধন, ডাঙৰ ধন, পিৰিক পাৰাক, ফাউলাৰ, কেশৱ বিএ, ফাতুৰী, ভুচি, উজেমৰা, গদা জাপানী, অমৃতা কুবিৰ, বোঠি, নৱীন মুস্তাফা, কান্দোখুট্টি, দাগী, তামলোৰ বাকাল, মাথল, কটেক, ফেনাইল, গেৰলোইঠা, ধামা, মেলা, পাঁচ পইচাৰ গাজা, লুজন, গেদা, দাগী, তুৰীপেইটা, তুৰীমুখা, চেঙ, হাথীৰ সুৰ, ভিজালুক, খুদ ভিজালুক, চিৰিয়াছ, উপেন লালী, জিলাপী, মেটকা, বেল্টা, ৰয়েল, বাঙনা, শতীন কাঠ, ধৰা কাউৰ, কাউৰ, দিলীপ পচা, দিলীপ টাপেলী, পোল্লী ভাঙা, মেদ্‌ৰা, পচা চিংৰা, নৰেন লেউলা, ৰমা টেম্পাৰ, চন্দন ধচা, চন্দন একচোল দুইচোল, নক্সাল, কপ্টা কাচু, ভয়ংকৰ, জয় লটাৰী, ৰেডফোৰ্ড, ঘুমে, ফাটা পাইপ, লেচু, মই চেৰ আলু, বাটাখুইটা, কালনাগ, ক'লাকাউৰ, নাৰপাইনা, পাইনা, নাৰদ, লক্ষ্মণ চকা, কঠল, আইঠা, পবেন টিক্ৰি, দান্তাল, বুন্দা-ভুজা, মন আদ লহুৰ, আদা বাপ, চিকা, বসন্ত ছাগাল, মদন গোলটি, বেনু মাতবৰ, আনন্দ গান্ধী, নাৰেন গেজাৰী, হৰিণ হটক, প্ৰদীপ তত্ৰা, প্ৰদীপ কাইটা, নাৰেন লাম্বা, মনে পিঠা, গণেশ চিৰা, চিত্ত বচুঙা (সকলো কথা ভঙ্‌ভঙকৈ কয়), পুটু ডেনি, পুটু জলাজলা (জলজলা এখন চিনেমা যিখন চাই তেওঁ সজায় সেইখনৰ কথা কৈছিল), ডালিম পেডা, মুনি কেৰা, গুৰু কেৰা, চাবি, ৰঘু পালোৱান, মহিন টেঙ্‌ৰা, ৰাঘৱ মাইকাৰ, বিৰি, খন্টি বোগলা, মনটু গাজৰু, ধেইকাৰ পাখী, য়া য়া, ৰিচাৰ্ছ, খেৰে হাগা, বাউ, দীপক দুবেনা (দুবেনা এখন টিভি চিৰিয়েল, ল'ৰাটোৱে সেই চিৰিয়েলখনৰ টাইটেল

গানটো বৰকৈ গাইছিল), চন্দন অকৰা, চন্দন ধচা, মুকুট গামবুঢ়া, সোণ পানীত পাদা, সত্যেন ফৰিং, নেপথোলিন, নাৰা তিনকেইনা, নাৰা হালিপৰা (বহুমুখী মানুহ, সকলো কামেই কৰিছিল। আনকি পকাৰ মিস্ত্ৰীৰ কামো। এবাৰ দেৱাল এখন গথাৰ পিছত দেৱালখন হালি পৰা বাবে হালিপৰা), টুটু পানী, ইংলিছ কান্দা, প্ৰফুল্ল দামৰা, অঞ্জন কেৰাচিন, কমল চকা, টকা (সম্ভৱতঃ চুলিত টক পৰিছিল), পাঠা, বনজিৎ গাড়ীৰ চাকা, দীপক হাগা, ইন্দিয়াত কাম নাই, কিতাপৰ ভাষা কৰা, ভাস্কৰ ভাগী (উক্ত মানুহজন বৰপেটা মূলৰ মানুহ যদিও শিম্‌লাত আছিল আৰু সৰুতে আবুৰেকৰ লগত শিমলাৰ পৰা আহিলে আবুৰেকে তেওঁলোকৰ ভাগীবোৰক হেনো ল'ৰাজনক দেখুৱাই ফুৰিছিল। সেই বাবেই ল'ৰাজনৰ নাম ভাগী), বলো ঘলোমলো, টাইলা (টায়া বাবে), ডিচি (গুৱাহাটীত চাহ দোকানত আছিল আৰু সেই চাহ দোকানৰ মালিকনীৰ জীয়েকে বৰপেটাৰ এজন ডিচিৰ ঘৈনীয়েক আছিল। উক্ত কাৰণত ডিচিৰ লগত ভাল পৰিচয় আছিল বাবে এই নাম), নাই মাহাজন, বসন্ত মামা, মৃদুল ঢুলকি, কামাখ্যা গণক, জীতেন পেউ (পেঙপেঙকৈ থাকে), অনিল নক্কা, প্ৰদীপ কাঠৈৰ, বন বকাসুৰ, হাগ্‌ৰা মেধী, ৰণজিৎ ফেচফেইচা, দিলীপ দুমদুমী (দুমদুম দৈত্যৰ অভিনয় কৰিছিল), অমৰ হাগা, মনোজ কাউৰ, দিলীপ আইতা, হিমাংশু কটেক (কটেক নামৰ সিহঁতৰ সম্পৰ্কীয় ককায়েক এজন আছিল। উক্ত ককাকজনৰ দৰে চেহেৰা বাবে), হুদু মহৰী, উৎপল নাকখাৰা, বিৰাজ এঁহে এঁহে, উৎপল হনুমান, অনু পাথলী, অনু বগচা, দীন কঠন, নৱ চেৰপেটী, টিপ্‌লে, কাঠৈৰ, ঘুট্‌ল, ভম্বোল, শান্তনু আনিকস্পে, নয়ন ভোল, কমলেশ্বৰ বেদো, অলকেশ কাপুটি, নয়ন দাস দখল, উপেন জনতা, প্ৰাণজিৎ পিকে, ভাইটি গুণ্ডা, লাউ, গৌতম মেন্দেলা, মৃদুল লাদেন, মৃদুল ঠুলকি (কম বয়সতে পেটটো ঢোলৰ দৰে হৈছিল), হৰেন দালাল, তেলদিয়া, হিমান টেকেলি, ঘন মাদা, গৌৰী মেম, খগেন অস্তাদ, মাধব বাকচ, টিটিক মেম, নাৰেন তাউলা, ডালিম ভাখৰি, ডালিম গুৰগুইৰা, মহাদেৱ টুকা দিয়া, ভগো দাগী (মানুহজনে জুৱাত জিকিলে বহুত কিবা কিবি কিনে আৰু পিছলৈ হাৰিলে সকলোখিনি বিক্ৰী কৰে), নেন, মেকৰি, কানঠি (কাণঠিয়া), মাথল, কেংকেইঙা, নন্দ ভুচি, মনু পাৱাৰ, ধনজিৎ চেপা (বৰকৈ হাগা উজাইছিল বাবে), ভক্তি ৰাঙালাউ, নেপোলিয়ন নেপা, নকলিচ, পেস্কাৰ, গোকুল আইঠা, তৰুণ গাংগুলী (এওঁৰ দেউতাক সুদৰ্শন চেহেৰাৰ মানুহ আছিল বাবে গাংগুলী উপাধিৰ অভিজাত বঙালী ব্ৰাহ্মণৰ লগত তেওঁক তুলনা কৰি গাংগুলী বুলি মতা হৈছিল। উক্ত লোকজনৰ পুতেক হ'ল তৰুণ গাংগুলী), দিলীপ লেটে, ৰণজিৎ মকচু, ঘৰামুৰা ইত্যাদি।

এনেদৰে বৰপেটীয়া মানুহ উপনাম আৰু বিশেষণযুক্ত নামেৰে পৰিচিত হৈছিল। এনে পৰম্পৰা পুৰণি আৰু আজিও চলতি আছে। এনে নামৰ বৈশিষ্ট্য সম্পৰ্কে আৰু অধিক গৱেষণা কৰাৰ থল আছে।



# হাউলীৰ অতীত আৰু বৰ্তমান ঃ এক অৱলোকন

**মনহৰি বায়ন**

খৃষ্টীয় ১৫ শতিকাৰ পৰা ১৯ শতিকাৰ আৰম্ভণিৰ সময়ছোৱাৰ বহু ঐতিহাসিক ঘটনাৱলীৰ সাক্ষী— 'হাউলী' নামৰ এই বৃহত্তৰ অঞ্চলটো। উক্ত সময়ছোৱাত এই বিস্তৃত এলেকাটো বহুকেইজন ৰাজপুৰুষৰ ৰাজকাৰ্য পৰিচালনাৰ কেন্দ্ৰস্থল আছিল বুলি জনা যায়। মুখ্যতঃ এই অঞ্চলটোৰ মাজেৰে নিৰ্মাণ হোৱা গোহাঁইকমল আলি আৰু মানাহ নদীয়ে আনি দিয়া পথ আৰু জল পৰিবহনৰ সুচলতাৰ বাবে অঞ্চলটোৱে সেই সময়ত ৰাজনৈতিক আৰু বাণিজ্যিক গুৰুত্ব লাভ কৰিছিল আৰু এনে পৰিপ্ৰেক্ষিততে অঞ্চলটো উক্ত সময়ছোৱাত ৰাজশাসন কাৰ্য পৰিচালনাৰ কেন্দ্ৰবিন্দু হৈ পৰিছিল বুলি অনুমান কৰিব পাৰি।

'হাউলী' নামটোৰ সৈতে বহুকেইটা ৰাজনৈতিক পৰিঘটনাৰ কথা সংস্পৃক্ত হৈ আছে। কোচ ৰজা নৰনাৰায়ণৰ পৰা আৰম্ভ কৰি আহোম আমোলৰ চণ্ডীনাৰায়ণ বৰুৱা আৰু পৰৱৰ্ত্তী সময়ত বিভিন্ন প্ৰকাৰে অধিক গুৰুত্ব লাভ কৰিবলৈ সক্ষম হোৱা এই অঞ্চলটোৰ বিষয়ে কিছু কথা আমাৰ এই আলোচনাত সামৰি লোৱাৰ প্ৰয়াস কৰা হ'ল।

## ঐতিহাসিক প্ৰেক্ষাপটত হাউলী

**কোচ ৰাজত্বকাল ঃ** কোচ মহাৰাজ নৰনাৰায়ণে তেওঁৰ শাসিত ভূ-খণ্ডৰ প্ৰশাসনিক সংস্কাৰ সাধনৰ অৰ্থে এই অঞ্চলটোক বৰনগৰ, নৱনগৰ, কালঝাৰ আৰু ভৱানীপুৰ— এই চাৰি ভাগত বিভক্ত কৰি ভাগে ভাগে বৃত্তিয়াল লোকসকলক সংস্থাপিত কৰি ৰাখিছিল। পথ যোগাযোগ সুচল কৰি তোলাৰ লক্ষ্যেৰে ভায়েক গোহাঁই কমলৰ হতুৱাই এই চাৰি ঠাইক সংযোজত কৰি কোচবিহাৰৰ পৰা বৰ্তমানৰ লক্ষীমপুৰ জিলালৈ বন্ধোৱা গোহাঁইকমল আলিৰ জৰিয়তে এই অঞ্চলটোৰ সৈতে কোচবিহাৰৰ সঘন যোগাযোগ থকা বাবে থকা এই অঞ্চলটোৱে এক বিশেষ গুৰুত্ব লাভ কৰিছিল বুলি জনা যায়। মহাৰাজ নৰনাৰায়ণৰ শনিৰ দশাত ছত্ৰভঙ্গ হোৱাৰ যোগ পৰাত 'পঞ্চৰত্ন সভা'ই তেওঁক ৰাজধানীৰ পৰা আঁতৰত থাকি কোচবিহাৰৰ মাটি-পানীৰ লগত সম্পৰ্ক থকা ঠাইত থাকিবলৈ দিয়া পৰামৰ্শৰ ভিত্তিত বিচাৰ-খোচাৰৰ অন্তত এই অঞ্চলৰ বৰনগৰ (বা বিজয় নগৰ) ৰাজকাৰ্য পৰিচালনাৰ বাবে উত্তম বিবেচনা কৰা হয় আৰু ১৫৫৩ খৃঃ ত বৰ্তমান হাউলী নগৰৰ নাতি দূৰত থকা

ঘিলা নামৰ ঠাইৰ ওচৰত মানাহ নদী আৰু গোহাঁই কমল আলিৰ দাঁতিত মহাৰাজ নৰনাৰায়ণে তেওঁৰ পাত্ৰ-মন্ত্ৰী, ডা-ডাঙৰীয়াৰ সৈতে ঘৰবাৰী পাতি বাৰ বছৰ কাল কটায়। প্ৰায় ১৫৬৫ খৃঃত মহাৰাজ নৰনাৰায়ণে ব্ৰত শেষ কৰি কোচবিহাৰলৈ গুচি যোৱাৰ পিছত এই বৰবাৰী ঝাৰণিত পৰিণত হয়।

ইফালে গৌড় দেশ আক্ৰমণ কৰি আহি বসন্ত ৰোগত আক্ৰান্ত হৈ চিলাৰায় দেৱান স্বৰ্গগামী হোৱাত তেওঁৰ সদ্যজাত সন্তান ৰঘুদেৱৰ সমস্ত দায়িত্ব নৰনাৰায়ণৰ ওপৰত পৰে। ৰঘুদেৱ কমতাপুৰৰ উত্তৰাধিকাৰী হোৱাৰ দিশত আগবঢ়াৰ সময়তে ইমানদিনে অপুত্ৰক হৈ থকা নৰনাৰায়ণৰ এটি,পুত্ৰ সন্তান ওপজে। এই পুত্ৰ সন্তানৰ নাম ৰখা হয় লক্ষীনাৰায়ণ। লক্ষীনাৰায়ণৰ জন্মৰ ফলত ৰঘুদেৱ বা ৰঘুৰায়ৰ কমতা ৰাজ্যৰ অধীশ্বৰ হোৱাৰ স্বপ্ন চুৰমাৰ হয়। তলে তলে বিদ্ৰোহী হৈ উঠা ৰঘুৰায়ে এটা সময়ত ফুৰুহা খোৱাৰ (আলহী খাবলৈ যোৱা) চলেৰে কোচবিহাৰৰ পৰা গোহাঁইকমল আলিয়েদি সসৈন্যে পূবলৈ উজাই আহি পূৰ্বৰ বিজয় নগৰ বা বৰনগৰ আৰু 'বীৰমাটি' স্বৰূপ 'ঘিলা নগৰ' একত্ৰ কৰি ৰাজধানী পাতে আৰু 'সোণকোষ' নদীক সীমা কৰি পশ্চিমৰ কোচবিহাৰ খণ্ড লক্ষীনাৰায়ণলৈ এৰি পূবৰ অংশত নিজকে 'চোট্ ৰজা' ঘোষণা কৰে আৰু ইয়াতে বিজয়পুৰ দুৰ্গ নিৰ্মাণ কৰায়। এই ঠাইখিনি আজিকালি ৰায়পুৰ নামেৰে জনাজাত। মহাৰাজ নৰনাৰায়ণে পিছলৈ তেওঁৰ স্বৰ্ণময় কমতা-কামৰূপৰ এই দ্বিখণ্ডিত কৰণত সন্মতি দিয়ে।

উক্ত ঐতিহাসিক পৰিঘটনাৰ ফলস্বৰূপে নামাঙ্কিত হোৱা জয়পুৰ (বিজয় নগৰ), বৰবাৰীঝাৰ (জাৰণিত পৰিণত হোৱাৰ ফলস্বৰূপে), ৰায়পুৰ (ৰঘুৰায়ৰ স্মৃতি বিজড়িত), ফেউৰা খোৱা, (ফুৰুহা খোৱা ঠাই, বৰ্তমান বৰনগৰ) আদি গাঁওসমূহে অঞ্চলটোৰ গৌৰৱোজ্জ্বল অস্তিত্ব আজিও জীয়াই ৰাখিছে।

**আহোম ৰাজত্বকাল ঃ** আহোমৰ ছশ বছৰীয়া ৰাজত্বকালত এই অঞ্চলটোৱে এক মৰ্যদাপূৰ্ণ স্থান লাভ কৰিবলৈ সক্ষম হৈছিল। সেই সময়ত অঞ্চলটো বৰনগৰ, সাথিজানা আৰু ঢেকেৰী— এই তিনি পৰগনাত বিভক্ত আছিল আৰু প্ৰত্যেকটো পৰগনাৰে শাসনকৰ্তা আছিল আহোমৰ একো গৰাকী সামন্ত ৰজা। বৰ্তমান হাউলী নগৰৰ দক্ষিণ দিশত থকা যুগীৰপামত সাথিজানা পৰগনাৰ সামন্তধৰ্মী আঞ্চলিক শাসনকৰ্তা হলকান্ত বৰুৱা আৰু আহোম ৰাজ্যৰ একেবাৰে পশ্চিম সীমান্তত থকা ঢেকেৰী পৰগনাৰ শাসন কাৰ্য চণ্ডীনাৰায়ণ বৰুৱাই পৰিচালনা কৰিছিল। চণ্ডীনাৰায়ণ বৰুৱা পাণ্ডুৱ ৰাজ্যৰ ৰাজ্যাধিপতি সত্ৰাজিৎৰ শেষ বংশধৰ বুলি জনা যায়। সত্ৰাজিৎৰ পুত্ৰ আছিল উত্তম নাৰায়ণ। ৰজা পৰিক্ষীতৰ দিনত উত্তম নাৰায়ণে ঘটনা ক্ৰমে শাসন ভাৰ লাভ কৰিবলৈ সক্ষম হৈছিল।

প্ৰথম অৱস্থাত আহোম-মোগলৰ সীমামুৰীয়া পৰগনাৰ শাসনকৰ্তা চণ্ডীনাৰায়ণ বৰুৱাক আহোম ৰজাই বিশ্বাসৰ চকুৰে চোৱা নাছিল যদিও চণ্ডীনাৰায়ণ বৰুৱাই তেওঁৰ ৰাজনৈতিক বিচক্ষণতা, বল-বিক্ৰম আদিৰ গুণত আহোম ৰজাৰ প্ৰিয়পাত্ৰ হৈ পৰিছিল আৰু এই সুবাদতে তেওঁ অতিকৈ গুৰুত্বপূৰ্ণ বৰনগৰ পৰগনাৰ শাসনভাৰ লাভ কৰিবলৈ সক্ষম

হৈছিল। ফলত সাথীজানা পৰগনাৰ শাসনকৰ্তা হলকান্ত বৰুৱাৰ ঈৰ্ষাৰ বলি হৈছিল চণ্ডীনাৰায়ণ বৰুৱা। হলকান্ত বৰুৱাৰ বংশই চণ্ডীনাৰায়ণ বৰুৱাৰ বংশক 'ঢেকেৰী ৰজা' বুলি ঘৃণাৰ চকুৰে চাইছিল আৰু এনেকৈয়ে ক্ৰমাৎ বৃদ্ধি পাইছিল তেওঁলোকৰ ৰাজনৈতিক শত্ৰুতা। বৰনগৰ পৰগনাৰ শাসনভাৰ লাভ কৰা চণ্ডীনাৰায়ণ বৰুৱাৰ ৰাজ হাউলী আছিল বৰ্তমানৰ হাউলী নগৰৰ মাজমজিয়াত অৱস্থিত 'বৰুৱা বজাৰ'ত। হৰিনাৰায়ণ দত্তবৰুৱাৰ 'প্ৰাচীন কামৰূপীয় কায়স্থ সমাজৰ ইতিবৃত্ত' (১৯৪১) আৰু সূৰ্য্যখড়ি লিখিত 'দৰং ৰাজবংশাৱলী'ত বৰুৱাৰ উপৰি পুৰুষৰ বিৱৰণৰ সৈতে ৰাজ চৌহদৰ সবিশেষ চিত্ৰ অংকিত আছে। প্ৰায় তিনি কুৰি বছৰ পূৰ্বে এই 'বৰুৱা বজাৰ' অঞ্চলত মাটি খান্দোতে হাউলীৰ সমাজ সচেতন ব্যক্তি নাৰায়ণ চন্দ্ৰ দাসে চণ্ডীনাৰায়ণ বৰুৱাৰ সিংহাসনৰ চাৰিটা সিংহ, পঞ্চ প্ৰদীপ গছা-বন্তি, কাঁহৰ দৰ্পণ, লোটা, ডুগডুগী, ৰূপৰ চিয়া শৰাই, নানাবিধ বাচন-বৰ্তন ইত্যাদি পাইছিল। তদুপৰি ১৯৬৪ চনত ৰাষ্ট্ৰীয় ঘাই পথৰ বাবে মাটি খান্দোতে বহু সোণ-ৰূপৰ মুদ্ৰাও পোৱা হৈছিল। ইয়াৰে অনেক সম্পদ ৰাজ্যিক সংগ্ৰহালয়ত আৰু কোনো কোনো ব্যক্তি বিশেষৰ তত্ত্বাৱধানত থকা বুলি জনা যায়।

১৮১৮ খৃঃত মানৰ তৃতীয় আক্ৰমণৰ সময়ত সীমামুৰীয়া ৰজা হলকান্ত বৰুৱাই পুৰণি শত্ৰুতাৰ পোটক তুলিবলৈ মানৰ সৈতে মিত্ৰতা স্থাপন কৰে আৰু চণ্ডীনাৰায়ণ বৰুৱাৰ সকলো গোপন সামৰিক কৌশল মান সেনাৰ আগত ফাদিল কৰায়। ইয়াৰ ফলত মানৰ বিৰুদ্ধে মহা পৰাক্ৰমেৰে যুঁজ দিয়া চণ্ডীনাৰায়ণ বৰুৱা মানৰ হাতত বন্দী হয় আৰু মানে ধৰি-বান্ধি নি তেওঁক ঐতিহাসিক হাদিৰা চকীৰ পূব প্ৰান্তত থকা বৰ্তমানৰ ময়নবড়ীত (মানবৈৰী) বধ কৰে। এনেকৈয়ে অঞ্চলটোত আহোম ৰাজতান্ত্ৰিক শাসন ব্যৱস্থাৰ বেলি মাৰ যায় আৰু অঞ্চলটো ক্ৰমান্বয়ে পাহৰণিৰ গৰ্ভত পৰে।

## ধৰ্ম-পৰম্পৰা

**বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ ঃ** মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ প্ৰৱৰ্ত্তিত বৈষ্ণৱ ধৰ্মৰ প্ৰবাহত অঞ্চলটোত বহু কেইখন সত্ৰ প্ৰতিষ্ঠা হৈছিল। কোচ ৰজা নৰনাৰায়ণে অস্থায়ীভাৱে ৰাজধানী পতা ঘিলা নগৰত (পিছলৈ ঘিলাঝাৰী সত্ৰ) শ্ৰীমন্ত শংকৰদেৱে ৪ মাহ কাল আছিল আৰু তাতেই চিলাৰায় দেৱানক শৰণ দিছিল। পিছলৈ ৰঘুৰায়ৰ ৰাজত্বকালত শংকৰদেৱৰ নাতিয়েক চতুৰ্ভূজ ঠাকুৰে এই ঘিলাঝাৰী সত্ৰ পৰিচালনাৰ দায়িত্ব লৈছিল। সেইদৰে অঞ্চলটোৰ পূৰ্ব প্ৰান্তত থকা গোপাল আতা প্ৰতিষ্ঠাপিত কালঝাৰ সত্ৰ, উত্তৰে শংকৰী কলা-কৃষ্টিৰ বিশ্ববিদ্যালয় স্বৰূপ ৰামচৰণ ঠাকুৰ তথা দুজনা গুৰুৰ পদৰেণু ৰঞ্জিত গুৱাগাছা সত্ৰ, দক্ষিণে বৰ যদুমনিৰ কমলপুৰ, শ্ৰীশ্ৰীমাধৱদেৱৰ বেতবাৰী, জাৱাবাৰী সত্ৰৰ উপৰিও গোপালদেৱ আতা প্ৰতিষ্ঠাপিত পোৱাভঁড়াল সত্ৰ, শ্ৰীশ্ৰীমুকুন্দদেৱৰ নমাটি সত্ৰ আদিয়ে এই বৃহত্তৰ অঞ্চলটোক একতাৰ ডোলেৰে বান্ধি বৈষ্ণৱ সংস্কৃতিৰ ধাৰা প্ৰবাহিত কৰি ৰাখিছে।

**অন্যান্য ধৰ্ম ঃ** হাউলী অঞ্চলটো মূলতঃ হিন্দু বসতিপূৰ্ণ অঞ্চল আছিল যদিও বৰ্তমান

ইয়াত ইছলাম ধৰ্মাৱলম্বী লোকৰ সংখ্যা সৰ্বাধিক। এই অঞ্চলটোত বিভিন্ন উপাস্য দেৱ-দেৱীৰ মন্দিৰ থকাৰ লগতে ইছলাম ধৰ্মী লোকসকলে কেইবাটাও মছজিদ স্থাপন কৰি নিজস্ব ধৰ্মধাৰা অব্যাহত ৰাখিছে। ইয়াত বসবাস কৰা লোকসকলৰ মাজত ধৰ্মীয় ৰীতি-নীতিক বাদ দি অন্য মতানৈক্য নাই। সকলোৱে সকলোৰে ধৰ্মক শ্ৰদ্ধা কৰে আৰু কোনেও কাৰো ধৰ্মীয় পৰম্পৰা বিঘ্নিত নকৰে। চতুৰ্ভূজ ঠাকুৰৰ 'ঘিলাঝাৰী সত্ৰ' আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ 'বেতবাৰী', 'জাৱাবাৰী' তথা বৰ যদুমণিৰ 'কমলপুৰ সত্ৰ' সম্প্ৰতি ইছলামধৰ্মী লোক অধ্যুষিত হ'লেও এই সত্ৰৰ বন্তিগছি ইছলামধৰ্মী লোকসকলে জ্বলাই ৰাখি সামাজিক চেতনাৰ এক মহান আদৰ্শ দেখুৱাই আহিছে।

## ভৌগোলিক অৱস্থিতি

মানৰ আক্ৰমণত বিধ্বস্ত হৈ পৰা এই অঞ্চলটোৰ গাঁও-ভূঁইবোৰৰ ভৌগোলিক পৰিগাঠনিৰ সালসলনি ঘটে ১৮৯৭ চনৰ বৰ ভুঁইকঁপৰ পিছত। এই ভুঁইকঁপৰ ফলত অঞ্চলটোৰ সমীপৱৰ্তী বিভিন্ন ঠাইৰ পৰা ওখ ঠাই বিচাৰি অহা লোকসকলে অঞ্চলটোত গাঁও পাতি বাস কৰিবলৈ লয় আৰু ইয়াৰে মাটি-পানীৰ সৈতে একাকাৰ হৈ হাউলীক নৱৰূপ প্ৰদান কৰে। বৰ্তমানে হাউলী অঞ্চলটো হাউলী আৰু ঘিলাঝাৰী— এই দুটা মৌজাত বিভক্ত। পূবে কালঝাৰ গাঁৱৰ পৰা পশ্চিমে বেঁকী নদী আৰু উত্তৰে গুৱাগাছা পথৰ পৰা দক্ষিণে জনীয়া পথক চাৰিসীমা হিচাপে ধৰিলে ইয়াৰ মুঠ গাঁৱৰ সংখ্যা ২৮খন আৰু নগৰৰ ৪টা ৱাৰ্ডেৰে পৰিবেষ্টিত। ২০০১ চনৰ লোকপিয়ল অনুসৰি এই বৃহত্তৰ অঞ্চলৰ মুঠ জনসংখ্যা ৬২,০৫৭জন। ইয়াৰে ৩২,৪৭৪ জন পুৰুষ আৰু ২৯,৫৮৩গৰাকী মহিলা।

হাউলী অঞ্চলৰ অৰ্থনীতি মূলতঃ কৃষি নিৰ্ভৰ। ইয়াৰ কৃষিভূমি ধান আৰু মৰাপাটৰ বাবে উপযোগী যদিও অঞ্চলটোত ৰবি শস্যৰ উৎপাদনো প্ৰচুৰ পৰিমাণে হোৱা দেখা যায়। বাণিজ্যিক দিশত হাউলীৰ চুপাৰী উদ্যোগে ভাৰতবৰ্ষৰ ভিতৰতে এক সুকীয়া স্থান দখল কৰিবলৈ সক্ষম হৈছে। এই উদ্যোগে বহুসংখ্যক লোকক স্ব-নিৰ্ভৰশীল হোৱাত সহায় কৰিছে।

## শিক্ষানুষ্ঠান

নবোত্থান হোৱা হাউলী অঞ্চলটোত জনবসতি পুনৰ স্থাপনৰ লগে লগে বহুকেইখন শিক্ষানুষ্ঠান স্থাপিত হয়। পৰাভঁড়াল গাঁৱৰ গয়ানাথ দাস চমুকৈ চানা পণ্ডিত নামৰ লোকজন এনে শিক্ষানুষ্ঠান স্থাপনৰ বাটকটীয়া বুলি ক'ব পাৰি। ১৯০৯-১০ চনত তেওঁ পৰাভঁড়াল গাঁৱত প্ৰাইমেৰী স্কুল স্থাপন কৰে। অঞ্চলটোত বৰ্ত্তমানে দুখন কলেজ, পাঁচখন হাইস্কুল, এখন উচ্চতৰ মাধ্যমিক স্কুল, এখন মজলীয়া অভ্যসন বিদ্যালয়, এখন চৰকাৰী নৰ্মাল স্কুল, এখন বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ, এখন জিলা শিক্ষা আৰু প্ৰশিক্ষণ প্ৰতিষ্ঠান আৰু এখন মীন গৱেষণা কেন্দ্ৰ আছে। সম্প্ৰতি হাউলী অঞ্চলটোত বহুকেইখন ব্যক্তিগতখণ্ডৰ শিক্ষানুষ্ঠান গঢ় লৈ উঠাৰ উপৰি কেন্দ্ৰীয় চৰকাৰে স্থাপন কৰা কৃষি বিজ্ঞান কেন্দ্ৰ হাউলী

অঞ্চলৰ এক অন্যতম শিক্ষানুষ্ঠান।

## বৌদ্ধিক আৰু সাংস্কৃতিক ক্ষেত্ৰ

কোচ ৰাজত্বকালৰ পৰা বৰ্ত্তমানলৈকে সময়ে সময়ে ৰাজনৈতিক আৰু সামাজিক গুৰুত্ব লাভ কৰাৰ পৰিপ্ৰেক্ষিতত এই বৃহত্তৰ অঞ্চলটো হৈ পৰিছিল এক ঐতিহাসিক সমল কেন্দ্ৰ স্বৰূপ। পৰৱৰ্তী সময়ত অনুসন্ধিৎসু সাহিত্য কৰ্মীসকল আৰু সংস্কৃতিৰ সাধকসকলে অতীত অন্বেষণৰ মাজেৰে ইয়াত সাহিত্য কৰ্ম আৰু সাংস্কৃতিক ভাব বিনিময় কৰাৰ সুযোগ গ্ৰহণ কৰিছিল।

ৰজনীকান্ত বৰদলৈ তেনে এগৰাকী উপন্যাসিক, যিয়ে এই অঞ্চল পৰিভ্ৰমণ কৰি ইয়াৰ ইতিহাস অধ্যয়নৰ মাজেৰে মানৰ আক্ৰমণৰ কাহিনীক আশ্ৰয় হিচাবে লৈ মধ্যযুগৰ অসমীয়া সমাজ তথা ৰাজনৈতিক পটভূমিক কেন্দ্ৰ কৰি 'মনোমতী' উপন্যাস ৰচনা কৰিছে। বৰ্তমান হাউলী চাৰিআলিৰ নাতিদূৰত থকা হিলাপাকুৰী গাঁওসংলগ্ন গড়কাপ্তানী বিভাগৰ ডাক বঙলাত বহি লিখা এই উপন্যাসখন নিঃসন্দেহে এই অঞ্চলটোৰ এক ঐতিহাসিক দলিল। ১৯০০ চনত প্ৰকাশিত এই উপন্যাসখনে ইতিমধ্যে এশ বছৰ অতিক্ৰম কৰিছে আৰু হাউলীবাসী ৰাইজে এই উপন্যাসখনৰ শতবাৰ্ষিকী অনুষ্ঠান ২০০০ চনত বৰ্ণাঢ্য কাৰ্যসূচীৰে উদ্‌যাপন কৰি বৰদলৈদেৱৰ ইতিহাস চেতনাক সন্মান জনাইছে।

অঞ্চলটোত ঘটি যোৱা ঐতিহাসিক ঘটনাক্ৰমক লৈ বহুকেইখন নাট ৰচিত হৈছে। গোকুল পাঠকৰ 'হাদিৰাই চকুলো টুকে', সূৰ্য্যকুমাৰ চৌধুৰীৰ 'বালি চাপৰিত বলিশাল', ৰাজমোহন চৌধুৰীৰ 'মনোমতী' আদি নাটকৰ নাম এই ক্ষেত্ৰত সততে মনলৈ আহে।

ঐতিহ্য আৰু সাংস্কৃতিক চেতনাৰ অন্যতম নিদৰ্শন এই অঞ্চলৰ পৰা প্ৰকাশিত ক্ষুদ্ৰ আলোচনী, বাতৰি কাকতসমূহ। 'কুঁহি', 'অনু', 'ৰিং', 'শূন্য' আদিৰ উপৰিও এই অঞ্চলৰ সাহিত্যকৰ্মীসকলৰ প্ৰচেষ্টাত 'অকণ' (১৯২৩), 'অৱলোকন', 'ইয়াতো নদী' আদি আলোচনীৰ উপৰিও গোকুল পাঠকৰ সম্পাদনাত প্ৰকাশিত 'আমাৰ দেশ', ভূপেন দাসৰ 'লাং চিং' আদি সাপ্তাহিক কাকতসমূহে সাহিত্য চৰ্চাৰ ক্ষেত্ৰত উদগনি যোগাই আহিছে।

মানুহক সাংস্কৃতিকভাৱে উদ্বুদ্ধ কৰিব পৰা নাট-গীত-নৃত্য শিল্পৰ চৰ্চাৰ ক্ষেত্ৰত অঞ্চলটোৰ জনসাধাৰণৰ সৰ্বাত্মক সহযোগ মন কৰিবলগীয়া। সেই সময়ত নাট তথা নাট্যগোষ্ঠীসমূহ আছিল সংগীত তথা নৃত্য চৰ্চাৰো একমাত্ৰ কেন্দ্ৰস্থল আৰু নাটক বা অভিনয়ৰ যোগেদিয়েই সামগ্ৰিকভাৱে গীত-নৃত্য চৰ্চা কৰা হৈছিল। পূৰ্বতে অঞ্চলটোত ভাওনা আৰু খৌলা গানৰ (খুলীয়া ভাওনা) পৰম্পৰা আছিল আৰু সম্পূৰ্ণ সত্ৰীয়া পদ্ধতিৰে গাঁওসমূহত দৌলযাত্ৰা, বহাগৰ দোমাহী, বিবাহ আদি অনুষ্ঠানত ইয়াৰ প্ৰচলন আছিল। সেই সময়ত গ্ৰাম্যাঞ্চলৰ ব্যক্তি বিশেষৰ বিবাহ, নৱজাতকৰ 'সাতদিনা ৰখা', জাতীয় উৎসৱত 'বৈঠকী' জাতীয় কেতবোৰ লোকধৰ্মী অনুষ্ঠানৰো প্ৰচলন আছিল। হাউলী অঞ্চলত নাট্যাভিনয়ৰ আৰম্ভণি ঘটে ১৯২০ চন মানত 'মান্ধাতা' নামৰ নাট এখনৰ যোগেদি। উক্ত নাটখনে ডেকাসকলৰ মাজত 'গান'

(গাহন) বা নাটকৰ জনপ্ৰিয়তা বৃদ্ধি কৰে বুলি জনা যায়।

অভিনয়ক জনসচেতনতাৰ মাধ্যম হিচাবে গঢ় দিয়াৰ প্ৰথম প্ৰয়াস দেখা গৈছিল ১৯১২-১৬ চনত হাউলীৰ প্ৰথম স্থাপিত নিম্ন প্ৰাইমেৰী স্কুলত। সেই সময়ত হেনো স্কুলীয়া ছাত্ৰই গান-বাদ্য-নাটক কৰাটো সমাজ বিৰুদ্ধ আছিল। কেইগৰাকীমান দূৰদৃষ্টিসম্পন্ন ব্যক্তিৰ প্ৰচেষ্টাত গাঁৱলীয়া ছাত্ৰক স্কুললৈ অহাত আগ্ৰহান্বিত কৰিবলৈ সেই সময়ৰ স্কুল পৰিদৰ্শকে কৈফিয়ৎ তলব কৰা সত্ত্বেও স্কুল ঘৰত গীত-বাদ্যৰ উপৰি নাট্যধৰ্মী অনুষ্ঠান পাতিছিল।

হাউলী অঞ্চলটোত যাত্ৰা দলৰ সুচনা হয় ১৯২৫ চনত 'মৈৰামাৰা চতুৰ্ভুজ অপেৰা'ৰ জৰিয়তে। ইয়াৰ পিছত আঞ্চলিক ভিত্তিত গঠিত হয় 'সেৱা সংঘ' (১৯৩৩), 'প্ৰগতি সংঘ' (১৯৪৬), 'হাউলী নাট্য সংঘ' (১৯৫২), 'ৰূপকোঁৱৰ শিল্পী সমাজ' শেহতীয়াকৈ গঠিত 'নাটঘৰ', 'চৰ্চা' আদি নাট্যানুষ্ঠানসমূহ। ১৯৭০ চনত গঠিত 'শংকৰ সংগম নাট্যগোষ্ঠী' হাউলীৰ প্ৰথম ভ্ৰাম্যমাণ নাট্যদল। কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা, ব্ৰজেন বৰুৱা, লক্ষ্যধৰ চৌধুৰী, অভিনয়াচাৰ্য ব্ৰজনাথ শৰ্মা, বীনাদাস (মান্না) আদিয়ে বলিষ্ঠ অভিনয়েৰে হাউলী নগৰৰ মাজমজিয়াত থকা 'চণ্ডী বৰুৱা স্মৃতি ভৱন'সংলগ্ন 'হাউলী নাট্য সংঘ'ৰ মঞ্চ ধন্য কৰি থৈ গৈছে। নাটক বা অভিনয়ৰ মাজেদি সংগীত বা নৃত্য চৰ্চাই প্ৰসাৰ লাভ কৰিলেও পৰৱৰ্তী সময়ত এই শিল্পকলাৰ সাধনা সুকীয়া সুকীয়াকৈ বিস্তাৰিত হৈ ই নাটকৰ এক অংশ মাত্ৰহে হৈ পৰিল।

বিভিন্ন সাংস্কৃতিক উপাদান তথা শিল্প-কৰ্মৰ সৈতে জড়িত হাউলী অঞ্চলৰ শিল্পীসকলে তেওঁলোকৰ স্বকীয় শিল্প চৰ্চাৰ অন্যতম কেন্দ্ৰ ৰূপে পৰিগণিত হৈছে হাউলী ৰাস মহোৎসৱ। ১৯২৮ চনতে প্ৰতিষ্ঠাপিত এই ৰাস উৎসৱে এনে সাৰ্বজনীনতাৰ গুণতে সম্প্ৰতি মহোৎসৱৰ মৰ্যাদা লাভ কৰিবলৈ সক্ষম হৈছে। এফালে সত্ৰকেন্দ্ৰিক পৰিমণ্ডলৰ মাজত থাকি ভাৰতীয় বৈষ্ণৱ সংস্কৃতিৰ কেন্দ্ৰবিন্দু শ্ৰীকৃষ্ণ কেন্দ্ৰিক জীৱন-দৰ্শনৰ প্ৰভাৱ আৰু আনফালে কোচবিহাৰৰ মাটি-পানীৰ সৈতে থকা পূৰ্বৰ সম্পৰ্কৰ ফলত ভাৰতবিখ্যাত 'কোচবিহাৰৰ ৰাস'ৰ অনুকৰণ বা অনুসৰণত প্ৰেম বা মিলনৰ প্ৰতীক ৰাস উৎসৱ হাউলী তথা ইয়াৰ সমীপৱৰ্তী অঞ্চলৰ ৰাইজৰ সৰ্বাত্মক সহযোগত মহোৎসৱলৈ ৰূপান্তৰিত হৈছে। ঢুলীয়া, ওজাপালি, পুতলা নাচ আদি লোক-শিল্পৰ উপৰিও বঙ্গীয় কবিগান, হেৰাই যাব ধৰা লোক-সাংস্কৃতিক উপাদানসমূহৰ সংৰক্ষণ আৰু প্ৰসাৰৰ অন্যতম অনুষ্ঠানত পৰিণত হৈছে এই ৰাস মহোৎসৱ। মৃৎ শিল্প, কাঠ-বাঁহ-বেতৰ শিল্প, আতচবাজী শিল্প, বৈদ্যুতিক কাৰুকাৰ্যৰে চমকিত হাউলী ৰাস মহোৎসৱে জাতি-ধৰ্মৰ সকলো সীমাবদ্ধতা অতিক্ৰম কৰিবলৈ সক্ষম হৈছে। সমাজৰ সকলো ধৰ্ম সকলো সম্প্ৰদায়ৰ লোকে দ্বিধাহীনভাৱে সামাজিক, অৰ্থনৈতিক, সাংস্কৃতিক সকলো ক্ষেত্ৰতে অংশগ্ৰহণ কৰিব পৰা হাউলী ৰাস মহোৎসৱে বৰ্তমান সমাজত দেখা দিয়া বিশ্বাস আৰু সংশয়ৰ অনিশ্চতা দূৰীকৰণৰ ক্ষেত্ৰত এক নিৰ্ণায়ক ভূমিকা পালন কৰি আহিছে।



# বৰনগৰৰ স্মৃতি সুঁৱৰি

নিতুপৰ্ণ ৰাজবংশী

প্ৰাচীন বৰনগৰৰ এক স্বতন্ত্ৰ ব্যৱস্থা আৰু সুকীয়া পৰিচয় আছিল। সেই প্ৰাচীন বৰনগৰৰ পৰিকাঠামো সময়ৰ ভিন্ন ৰূপ অনুসৰি ভিন ভিন ধৰণে সিচঁৰতি যদিও আজিও বৰনগৰ বুলি উচ্চাৰণ কৰিলে ইয়াৰ প্ৰাচীনতম মহত্ত্বই মানুহক চুই যায়। সম্ভৱতঃ আজিৰ প্ৰজন্মৰ বাবে বৰনগৰ বুলি ক'লে সৰভোগ নগৰ আৰু ইয়াৰ দাঁতিকাষৰীয়া অঞ্চলখিনিয়েই সীমা। কাৰণ বৰনগৰৰ বহুল ব্যাপ্তি সম্পৰ্কত প্ৰয়োজনীয় অৰ্থত ইতিহাস সমূলি নীৰৱ। সেয়ে ইতিহাসৰ মৌনতাৰ বাবেই প্ৰাচীন বৰনগৰে কেৱল উচুপি ৰৈছে বহুসময়ত। অৱশ্যে এনে কিছু গ্ৰন্থও প্ৰণীত হৈছে য'ত প্ৰাচীন বৰনগৰৰ মহৎ ঐতিহ্যক উপযুক্ত স্থান দিয়া হৈছে। যদি এক অৰ্থত বৰনগৰ নামৰ এই বৃহৎ অঞ্চলটোলৈ দৃষ্টি নিক্ষেপ কৰা হয় তেন্তে দেখা যায় ইয়াৰ এক নিজস্ব সাংস্কৃতিক ৰীতি, পৰম্পৰা, আৱেগ আৰু চৰিত্ৰ আছে। আৰু বেছি গভীৰলৈ গ'লে দেখা যায় বৰনগৰে এক নিজা ভংগিমাত কথা কয়। এই অঞ্চলৰ লোকসাহিত্য, লোক-কথা, লোকবিশ্বাসৰ সমূলি নিজস্ব ৰূপ আছে। ভাষাৰ ক্ষেত্ৰতো বৰনগৰৰ নিজা পৰিচয়টোক আমি স্বীকাৰ কৰিবই লাগিব। কৃষিজীৱী ৰাইজৰ কঠোৰ জীৱন পৰিচৰ্যাৰে বৰনগৰৰ আন কেতবোৰ পৃথক জীৱন কৃষ্টিও গঢ় লৈ উঠিছে। অত্যন্ত সহজ জীৱন গাথাঁৰে বৰনগৰ বা আজিৰ সংকুচিত ৰূপ 'সৰভোগ'ৰ ইতিহাসৰ সন্ধান কৰাটো তেনেই উজু নহয়। প্ৰচলিত অৰ্থত বৰনগৰৰ পৰিচয় কোচ সাম্ৰাজ্যৰ বিস্তাৰ আৰু সংকুচিত ৰূপ সৰভোগৰ পৰিচয় ক্ৰীম-দৈ-গাখীৰতেই বহুসময়ত সীমাবদ্ধ হৈ থাকে। অথচ বৰনগৰ আৰু 'সৰভোগ' দুয়োৰে আছে প্ৰাচীন তথা ঐতিহাসিক গাঁথা।

প্ৰাচীন কামৰূপৰ পৰিচয় প্ৰান্তৰ 'বৰনগৰ' বা আজিৰ আধুনিক সংস্কৰণ সৰভোগ আছিল মূলতঃ এখন স্বতন্ত্ৰ ৰাজ্য। ই কামপীঠৰ অন্তৰ্গত আছিল। সপ্তম শতিকাৰ পূৰ্বৰ বৰনগৰ অঞ্চলৰ ইতিহাস সম্পৰ্কীয় তথ্য অতি ধূসৰ। প্ৰাপ্ত তথ্য অনুসৰি গৌড়ৰ ৰজা বল্লাল সেনৰ দিনত ১১১৯ খৃঃৰ পৰা ১১৬৯ খৃঃলৈ পশ্চিম কামৰূপৰ সৈতে বৰনগৰো গৌড়ৰ অন্তৰ্গত আছিল। আন এক প্ৰাচীন মতবাদ অনুসৰি ১৫০০ খৃঃৰ পূৰ্বাপৰ সময়ছোৱাত কামৰূপত জিতাৰি বংশৰ প্ৰভাৱ বৰনগৰ অঞ্চললৈকো বিস্তাৰিত হৈছিল।

অৱশ্যে ইয়াৰ ঐতিহাসিক প্ৰমাণ সম্পৰ্কত ভিন্ন সময়ত তৰ্ক-বিতৰ্কৰো অৱতাৰণা হৈছে। কিন্তু প্ৰাচীন মতবাদ অনুসৰি পাণ্ডুৰাজ প্ৰতাপসিংহৰ গৰ্ভৱতী পত্নীয়ে গা ধুবলৈ গৈ ব্ৰহ্মপুত্ৰ নৈত বুৰ যায়। সেই নৈৰ সোঁতত ভাঁহি আহি তেওঁ নীলাচল পায়। নীলাচলত তেওঁ উদ্ধাৰ হওঁতেই আৰিমত্তৰ জন্ম হয়। পাছত আৰিমত্তৰ এক পৰাক্ৰমী শক্তিলৈ উত্তৰণ হয়। নানা ৰাজ্য জয় কৰি নিজৰ পৰাক্ৰম অব্যাহত ৰক্ষা কৰা আৰিমত্তৰ অধীনলৈ যায়। প্ৰাচীন মতবাদটো অনুসৰি তদানীন্তন কালত বৰনগৰ স্থাপনৰ পূৰ্বে ঘিলা, বিজয়নগৰ আদি কিছু অঞ্চল জিতাৰি বংশীয় আৰিমত্ত ৰজাৰ অধীন আছিল। উল্লেখযোগ্য যে, দশম শতিকাৰ সময়ৰ পৰা ভাৰতৰ পশ্চিম প্ৰান্তত মোগলৰ আক্ৰমণ বৃদ্ধি পোৱাত ব্ৰাহ্মণ, কায়স্থ লোকসকলে পূব ভাৰতলৈ খোজ লয়। ১৩ শ শতিকাত তেনে কিছু হিন্দু লোকৰ প্ৰাচীন কামৰূপলৈও প্ৰব্ৰজন ঘটে। প্ৰবল প্ৰতাপী মহম্মদ ঘোৰীৰ তীব্ৰ আক্ৰমণত তিষ্ঠিব নোৱাৰি কনৌজৰ পিঙ্গলা গাঁৱৰ পৰা ভৌমিক শ্ৰীপতি ভূঞা আৰু তেওঁৰ গুৰু চিৰন্তন সৰস্বতী আহি কমতাৰজা দুৰ্লভনাৰায়ণৰ আশ্ৰয়ত থাকে। তেনে সময়তে ৰজা দুৰ্লভনাৰায়ণে তাম্ৰধ্বজৰ পৰা কমতা ৰাজ্যৰ অধিক অঞ্চল নিজৰ দখললৈ আনে আৰু মানাহৰ পৰা কালদিয়া নৈলৈ সমস্ত ৰাজ্যভাগৰ শাসনভাৰৰ দায়িত্ব ভৌমিক শ্ৰীপতি ভূঞা আৰু চন্দ্ৰগিৰীৰ হাতত অৰ্পণ কৰে। দুৰ্লভনাৰায়ণৰ ৰাজ্য ৰক্ষাৰ দায়িত্বত ভূঞা আৰু সৰস্বতীয়ে তেতিয়া গৌড়ৰ পৰা আহি ঘিলানগৰৰ সমীপত অৰ্থাৎ বৰনগৰৰ দক্ষিণাঞ্চলৰ 'ভেৰাগ্ৰাম'ত স্থিতি লৈছিল। এই ভেৰাগ্ৰাম অৰ্থাৎ ভেৰাগাঁৱত ১৬ শ শতিকাত জন্ম গ্ৰহণ কৰিছিল গদ্য সাহিত্যৰ জনক ভট্টদেৱ অৰ্থাৎ বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্যই। ঐতিহাসিক মতবাদ আৰু বিভিন্ন সমলৰ সূত্ৰ অনুসৰি ঐতিহ্যমণ্ডিত বৰনগৰ বা 'বৰনগৰ ৰাজ্য'ৰ সৃষ্টিৰ মূলতে আছিল 'বিজয়পুৰ' আৰু 'ঘিলানগৰ' নামৰ দুখন প্ৰাচীন ঠাই।

বৰনগৰ স্থাপনৰ পূৰ্বৰ সময়বোৰলৈ যদি উভতি যোৱা যায় তেন্তে স্পষ্টতঃ বিজয়পুৰ আৰু ঘিলানগৰ সন্দৰ্ভত কিছু তথ্য প্ৰাপ্ত হয়। কোচবিহাৰৰ ইতিহাস অনুসৰি ভূটান পাহাৰৰ পৰা প্ৰবাহিত মানাহ নৈৰ কাষতেই 'বৃহৎনগৰ' অথবা 'বৰনগৰ' প্ৰতিষ্ঠা হৈছিল। ইয়াৰ পূৰ্বে অৰ্থাৎ ১৪৯৮ খৃঃত বঙ্গৰ নবাব হুছেইন শ্বাহে কমতা ৰাজ্য অধিকাৰ কৰাৰ পৰৱৰ্তী সময়ত এই কমতাৰাজ্যৰ শাসনভাৰ চন্দ্ৰগিৰীৰ বংশধৰ ৰামৰায়ৰ পুত্ৰ গন্ধৰ্ব ৰায় আৰু কৃষ্ণৰায়ে হস্তগত কৰে। পাছত শ্ৰীপতি ভূঞাৰ অঞ্চলো ইয়াত চামিল কৰি গন্ধৰ্ব ৰায় স্বাধীন ভূঞা ৰাজ্যৰ ৰজা হৈ পৰে। ইফালে, কৃষ্ণ ৰায়ৰ পুত্ৰ ব্ৰহ্মাদেৱে শাসন চলাই থকাৰ সময়তে ১৫১৫ খৃঃত কোচ ৰজা বিশ্বসিংহৰ উত্থান হয় আৰু ভূঞা ৰাজ্য দখল কৰে। বিশ্বসিংহৰ হাতত গন্ধৰ্ব ৰায়ৰ প্ৰাণ হানি হোৱাত বিশ্বসিংহ কামৰূপৰ পৰাক্ৰমী ৰজা ৰূপে খ্যাত হৈ পৰে। মানাহ নৈৰ সমীপত বিশ্বসিংহই নিজৰ পৰাক্ৰমেৰে অৱস্থান কৰা অঞ্চলটো পাছত বিজয়পুৰ বা ঘিলানগৰ নামেৰে সৰ্বপৰিচিতি লাভ কৰে। মৰা মানাহ নৈৰ দক্ষিণপাৰ অৰ্থাৎ বেঁকী নৈৰ সমীপৰ বৰবৰিঝাৰ, ৰায়পুৰ, জয়পুৰ, শিমলাঝাৰ

আদি ঠাই প্ৰাচীন বিজয়পুৰত অৱস্থিত। আনহাতে কমতাপুৰীয়া কোচ ৰাজবংশৰ আদি ৰজা হাৰিয়ামণ্ডল অৰ্থাৎ হৰিদাসৰ পুত্ৰ আছিল বিশ্বসিংহ। আদি ৰজা হৰিদাসৰ কমতা ৰাজ্যৰ সীমা পূৰ্বে মানাহ নৈ, পশ্চিমে সোণকোষ নৈ, দক্ষিণে ব্ৰহ্মপুত্ৰ নৈ আৰু উত্তৰে হিমালয় পৰ্বতলৈকে বিস্তাৰিত আছিল। বুৰঞ্জীৰ আন কিছু তথ্য মতে প্ৰাক্ বৰনগৰ শাসন কৰিছিল কোচ বংশৰ পূৰ্বজ হৰিদাসে। প্ৰকৃতাৰ্থত বৰনগৰক বিজয়পুৰ, ঘিলানগৰ, বৃহৎ নগৰ, বিজয়নগৰ, বীৰনগৰ, ঘিলাজয়পুৰ, ঘিলাবিজয়পুৰ আদি ভিন্ন নামেৰে জনা গৈছিল। কবি ৰামসৰস্বতী আৰু অন্য মহৎ পণ্ডিতসকলে অষ্টাদশ পৰ্ব অসমীয়া মহাভাৰতত উল্লেখ কৰা অনুসৰি কোচৰজা ৰঘুদেৱে প্ৰাচীন কামৰূপৰ বিজয়নগৰত ৰাজধানী পাতি মানাহ নৈৰ কাষত বৃহৎনগৰ এখন স্থাপন কৰিছিল। কৰ্ণপৰ্বত উল্লেখ আছে—

কামৰূপ মধ্যে সাৰ অদ্‌ভূত চমৎকাৰ
বিজয় নগৰী বিশেষ।
তাহাতে উত্তম গড় ঠাই ঠাই আছে দৃঢ়
সৰ্বভাৱে আদৰে নিশেক।।

সেইদৰে 'ভীষ্ম পৰ্ব'ত উল্লেখ আছে—

বৃহৎ নগৰ তন্ত্ৰিকাৰণ যেন স্থান।
মৰ্ত্ত্যদেৱে যত্নে তাক কৰিছা নিৰ্মাণ।।
তাহাৰ নিকটে বহে সুন্দৰ মনাস।
যাত স্নান তৰ্পণে দুখৰ হোৱে নাশ।।

কিন্তু এই বিজয়নগৰ, বিজয়পুৰ বা ঘিলানগৰ সন্দৰ্ভত অসমৰ অধিকাংশ বুৰঞ্জীত সন্নিৱিষ্ট হৈছে বহু ভুল তথ্য। আনকি 'আসাম বুৰঞ্জী'তেই এইবিষয়ত প্ৰকাশ পাইছে কেতবোৰ আসোঁৱাহপূৰ্ণ তথ্য। বাস্তৱিকতে যদি অধ্যয়ন কৰা হয় তেন্তে কোচ সাম্ৰাজ্য কোচ বংশাৱলীৰ অতিৰঞ্জিত কথাবোৰে বুৰঞ্জীৰ পৃষ্ঠাত অধিক প্ৰাধান্য পোৱাৰ বিপৰীতে ইয়াৰ প্ৰকৃত সত্যসমূহ তথ্যসহকাৰে স্থানতো নাপালেই বৰং ইয়াক লুকুৱাই ৰখা হ'ল। অৱশ্যে আহোম বুৰঞ্জী আৰু মুছলমান লেখকসকলে প্ৰস্তুত কৰা কিছুমান লেখা আৰু পাদটীকাতহে কোচ বংশাৱলী সন্দৰ্ভত প্ৰকৃত সত্য লাভ কৰিব পাৰি।

বৰনগৰ সম্পৰ্কত লিখিত বা প্ৰচলিত বহু তথ্যৰ সমান্তৰাল অনুসৰণ কৰিলে স্পষ্ট হৈ পৰা কথাটো হ'ল মহৎ কোচ ৰজা নৰনাৰায়ণে আহি এই অঞ্চলত বাহৰ পতাৰ বহু পূৰ্বে এই ঠাইৰ নাম বৰনগৰ নাছিল। কিন্তু মানাহ নৈৰ পাৰত বা ইয়াৰ বৰ সুঁতি বা বৰজানৰ সমীপত কোচ ৰজাই ৰাজধানী পাতি নগৰ স্থাপন কৰা অৰ্থেই ই বৰনগৰলৈ পৰিগণিত হ'ল। ১৫৪০ খৃঃত কোচ ৰজা বিশ্বসিংহই মৃত্যু বৰণ কৰাত তেওঁৰ পুত্ৰ মল্লদেৱে 'নৰনাৰায়ণ' নাম লৈ কোচবিহাৰৰ সিংহাসনত অধিষ্ঠিত হয়। নৰনাৰায়ণৰ পৰাক্ৰমী ভাতৃ চিলাৰায়ে সেনাপতিৰ দায়িত্ব গ্ৰহণ কৰি কোচ ৰাজ্যৰ সীমা পূব প্ৰান্তৰ

লক্ষীমপুৰ; দক্ষিণ প্ৰান্তৰ মণিপুৰ, জয়ন্তীয়া, শ্ৰীহট্ট আৰু ত্ৰিপুৰা; পশ্চিম প্ৰান্তৰ জলপাইগুৰিৰ পৰা উত্তৰ প্ৰান্তৰ হিমালয়ৰ পাদদেশ পৰ্য্যন্ত বিস্তাৰ কৰিছিল। নৰনাৰায়ণৰ ৰাজত্বকালৰ সময়তে কোচ ৰাজ্যৰ আন এখন ৰাজধানী এই বৰনগৰত স্থাপন কৰা হৈছিল। ঐতিহাসিক সূত্ৰ অনুসৰি ১৬ শ শতিকাত প্ৰাচীন বিজয়নগৰত অৰ্থাৎ বৰনগৰত ৰজা নৰনাৰায়ণে ১২ বছৰ কাল শাসন চলাইছিল। এই নতুন ৰাজধানী সৃষ্টিৰ সম্পৰ্কত প্ৰাপ্ত মতবাদটো হ'ল কোচবিহাৰত অৰ্থাৎ ৰজা নৰনাৰায়ণ নেতৃত্বাধীন কোচ-কমতা ৰাজ্যৰ ৰাজধানী নগৰখনত কিছু দুৰ্ঘটনা আৰু অমঙ্গলজনক ঘটনা সংঘটিত হবলৈ ধৰাত ৰজাই দৈৱজ্ঞৰ দ্বাৰা গণনা কৰোৱাইছিল। আৰু দৈৱজ্ঞৰ গণনাই প্ৰকাশ কৰিছিল যে ৰাজ্যত শনিৰ দৃষ্টি পতিত হোৱাৰ সূত্ৰেই অমঙ্গলজনক ঘটনাসমূহ বৃদ্ধি পাবলৈ লৈছে। তেতিয়াই ৰজা নৰনাৰায়ণে বৰজান অৰ্থাৎ মানাহৰ জলস্তৰ ভাল-বেয়া পৰীক্ষা কৰি বৰজানৰ পাৰতেই ৰাজধানী পাতে। আনহাতে ইতিহাসৰ আন এক সূত্ৰৰ মতে নৰনাৰায়ণে শনিৰ দশাৰ পৰা মুক্ত হ'বলৈ এবছৰকাল ভায়েক চিলাৰায়ৰ হাতত শাসনভাৰ চমজাই দি চাৰিওপিনে ভেশচন ধৰি ঘূৰি ফুৰিছিল। ইয়াৰ পিছত ক্ৰমাৎ সময়ৰ পৰিৱৰ্তনৰ সমান্তৰালকৈ কোচ ৰাজ্য দুভাগ হৈ পৰে। সোণকোষ নৈৰ সীমাৰে পশ্চিমে কোচবিহাৰ ৰাজ্য আৰু পূব পিনে কোচ-হাজো ৰাজ্য। কোচ-হাজোৰ ৰজা হয়গৈ চিলাৰায় পুত্ৰ ৰঘুদেৱ। ১৫৮১ খ্ৰীষ্টাব্দৰ আনুমানিক মাৰ্চ মাহত ৰঘুদেৱে বিজয়পুৰত ৰাজধানী পাতে। অৰ্থাৎ তেওঁ মানাহ নৈৰ দাতিৰ বৰনগৰক কেন্দ্ৰ কৰি ঘিলাজয়পুৰ নামৰ এক দুৰ্গ সাজে। ৰঘুদেৱৰ এই কাৰ্যত ৰজা নৰনাৰায়ণে অত্যন্ত মনোকষ্ট পায় যদিও ৰঘুদেৱক কোচবিহাৰলৈ উভতাই নিবলৈ অশেষ যত্ন কৰে। কিন্তু ৰঘুদেৱে ৰজাৰ আদৰ-আমন্ত্ৰণক সম্পূৰ্ণ অৱজ্ঞা কৰি ৰাজ দূতৰ আগত কয়—

বান্ধিলোঁ নগৰ এথা মাটি ভাল পাই।
বেহাৰক লাগি মঞি নাযাইবো দুনাই।।
নাহি অপমান জ্যেষ্ঠ পিতৃৰ চৰণে।
আহিলোহোঁ মঞি ফুঢ়া খাইবাৰ কাৰণে।।
ইখনি নগৰ জ্যেষ্ঠ পিতৃৰ নিচয়।
সিখনি আমাৰ আতি নাহিকে সংশয়।।

(দৰং ৰাজ-বংশাৱলী)

ৰঘুদেৱৰ এই কথাত বিতুষ্ট হৈ নৰনাৰায়ণে পাৰা কাৰ্জিক প্ৰেৰণ কৰি আদেশ দিলে যে ৰঘুদেৱে স্বইচ্ছাই যদি উভতি নাহে তেন্তে বন্দী কৰি অনা হয় যেন। কিন্তু কাৰ্জি আহি ৰঘুদেৱৰ এলেকাত প্ৰৱেশ কৰা মাত্ৰেই পৰস্পৰৰ মাজত যুদ্ধ আৰম্ভ হয়। যুদ্ধত পৰাস্ত কাৰ্জি নৰনাৰায়ণৰ ওচৰলৈ উভতি যায়। ইয়াৰ পাছত ৰজা নৰনাৰায়ণে হাতী-ঘোঁৰা, দাস-দাসী, ধন ৰত্ন, বস্ত্ৰ-অলংকাৰ, অস্ত্ৰ-শস্ত্ৰ, পাত্ৰ মন্ত্ৰীসহ ৰঘুদেৱৰ ছয়কুৰি মহিষীক ৰঘুদেৱৰ ৰাজধানীলৈ প্ৰেৰণ কৰে। ৰঘুদেৱে ফাগুন মাহৰ পৰা নতুন ৰাজধানীত নিগাজিকৈ

বহি লয়। কিন্তু বাৰিষাকাল পৰোতেই ৰঘুদেৱে বাহিৰবন্ধ (বৰ্তমানৰ ৰংপুৰ জিলাৰ এটা পৰগনা) আক্ৰমণ কৰে। নৰনাৰায়ণে এই কাৰ্যত অতি ক্ষুন্ন হৈ ৰঘুদেৱৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে। ৰঘুদেৱে নিজে যুদ্ধলৈ নগৈ তেওঁৰ ছয় কুৰি মহিষীক যুদ্ধৰ সাজ পিন্ধাই যুদ্ধক্ষেত্ৰলৈ প্ৰেৰণ কৰে। নৰনাৰায়ণে যুদ্ধসাজত থকা ৰঘুদেৱৰ মহিষী অৰ্থাৎ তেওঁৰ বোৱাৰীয়েকসকলক চিনি পায়। তাৰপাছত নৰনাৰায়ণে যুদ্ধৰ অৱতাৰণা নকৰি কোচবিহাৰলৈ উভতি যায়। মুঠ কথাত ৰঘুদেৱে প্ৰতিষ্ঠা কৰা নগৰখনেই হৈ পৰে বৰনগৰ। আনহাতে নৰনাৰায়ণে মৃত্যুবৰণ কৰাৰ পিছত ১৫৮৪ খৃঃত কোচবিহাৰৰ ৰজা হয় তেওঁৰ পুত্ৰ লক্ষ্মীনাৰায়ণ। তেতিয়া দুয়ো ৰাজ্যৰ প্ৰজাবৰ্গই নিজৰ সুবিধাৰ্থে 'কোচবিহাৰ'ক বেহাৰ বুলিছিল আৰু 'কোচ-হাজো'ক কামৰূপ বুলিছিল বুলি বুৰঞ্জীৰ বিভিন্ন সূত্ৰসমূহত প্ৰকাশ। তাৎপৰ্যপূৰ্ণভাৱে ৰজা ভগদত্তৰ সময়ৰ কামৰূপ ৰাজ্যৰ সীমা ১৬৩৮ খৃঃত পুব দিশৰ বৰনদী আৰু পশ্চিম দিশৰ সোণকোষ নৈলৈকে সংকুচিত হৈ পৰে।

বৰনগৰ সন্দৰ্ভত গেইটৰ 'অসম বুৰঞ্জী', ৰজনীকান্ত বৰদলৈৰ তথ্য সমৃদ্ধ উপন্যাস 'মনোমতী', 'কোচবিহাৰৰ ইতিহাস', 'ঠাকুৰ চৰিত', 'দৰং ৰাজবংশাৱলী'ত ব্যাখ্যা যিদৰে আছে সেইদৰে 'কালিকাপুৰাণ', 'যোগিনীতন্ত্ৰ', সুকুমাৰ কায়স্থ প্ৰণীত 'হস্তী বিদ্যাৰ্ণৱ' আৰু 'ঘোৰা নিদান' নামৰ গ্ৰন্থসমূহত পৌৰাণিক কামৰূপৰ ভৌগোলিক দিশৰ সাক্ষ্য বৰ্ণনাৰ লগতে কমতা-কামৰূপ অৰ্থাৎ প্ৰাক্ বৰনগৰৰ অস্তিত্ব সম্পৰ্কতো বহু কথাই স্পৰ্শ কৰিছে। তদুপৰি শংকৰদেৱ আৰু নৰনাৰায়ণৰ সমসাময়িক কবি ৰাম সৰস্বতীৰ মহাভাৰততো বৰনগৰ (বা বৃহৎনগৰ) নামৰ উল্লেখ আছে। ৰামসৰস্বতীৰ উত্তৰসূৰী কবি নীলকণ্ঠ দাস, ৰামৰায় দ্বিজ, দৈত্যাৰি ঠাকুৰ আদি ৰচিত চৰিত-পুথিসমূহতো বৰনগৰ নামৰ উল্লেখ পোৱা যায়। আনহাতে নৰনাৰায়ণৰ বৰনগৰ স্থাপনৰ বিষয়ে গুৰুচৰিতসমূহত উল্লেখ থকা বৰ্ণনাৰ পৰা ধাৰণা হয় সেইসময়ত বৰনগৰ নামটোৱেই সৰ্বসাধাৰণৰ মাজত বেছ প্ৰচলিত আছিল। সেয়ে সৰ্বসাধাৰণৰ মনোযোগ ৰক্ষাৰ স্বাৰ্থতেই চৰিতকাৰসকলে বিজয়পুৰৰ সলনি বৰনগৰ নামটোকে ব্যৱহাৰ কৰিছিল বুলি বিভিন্ন পণ্ডিতে বিভিন্ন সময়ত মত প্ৰকাশ কৰিছে। প্ৰকৃতাৰ্থত বৰনগৰ নামটোতেই মহাৰাজ নৰনাৰায়ণৰ স্মৃতি বিজড়িত হৈ আছে। তদুপৰি ই শাস্ত্ৰালোচনাৰো কেন্দ্ৰ আছিল। ইতিহাসৰ আন এক সূত্ৰই বৰনগৰ কোচৰ অধীনলৈ অহাৰ পূৰ্বে ভূঞা অথবা তেনে মুখ্য অধিকাৰীৰ শাসনত আছিল বুলি দাবী কৰে। আনহাতে কোচে অধিকাৰ কৰাৰ পূৰ্বে এই ঠায়ে বৰনগৰ নাম পোৱা নাছিল। সূত্ৰটোৰ মতে সেইসময়ত এই ঠাইৰ নাম 'বুধনগৰ'হে আছিল। কিন্তু কালক্ৰমত কোচ ৰাজ্য দুভাগ হয়। ১৫৮২ খৃঃত মহাৰাজ নৰনাৰায়ণে কোচ ৰাজ্য দুভাগ কৰি চিলাৰায়ৰ পুত্ৰ ৰঘুদেৱক কোচ-হাজোৰ কৰতলীয়া ৰজা হিচাপে স্বীকৃতি দিছিল। নৰনাৰায়ণৰ মৃত্যুৰ পিছত পুত্ৰ লক্ষ্মীনাৰায়ণে কোচবিহাৰৰ ৰাজসিংহাসনত অধিষ্ঠিত হোৱাত ক্ৰমাৎ ৰঘুদেৱৰ আচৰণৰ বাবে সংঘাত আৰু দূৰত্ব বৃদ্ধি পাবলৈ লয়। ১৬১২-১৬৭১ খৃঃলৈ কোচ-হাজো

বা কামৰূপে এক সংকটকালৰ মাজৰে পাৰ কৰে। এই সময়ছোৱাত বাৰে বাৰে ৰাজ্যত শাসনভাৰ আনৰ হাতত হস্তান্তৰ হোৱাত কামৰূপৰ স্বাধীনতা ক্ৰমাৎ লোপ পায়। ইফালে ৰঘুদেৱৰ পুত্ৰ পৰীক্ষিতনাৰায়ণক লক্ষ্মীনাৰায়ণে মোগলৰ সৈতে মিলি আক্ৰমণ কৰাৰ পাছতেই বৰনগৰৰ পতন আৰম্ভ হয়। যুদ্ধত পৰাজিত পৰীক্ষিত মোগলৰ হাতত বন্দী হয় আৰু ভায়েক বলিনাৰায়ণে আহোম ৰাজ্যত আশ্ৰয় লোৱাত তেওঁক ধৰ্মনাৰায়ণ নাম দি আহোমে দৰঙৰ কৰতলীয়া ৰজা হিচাপে নিযুক্তি দিয়ে। ৰজা পৰীক্ষিতৰ মৃত্যুৰ পিছতেই কামৰূপ বা কোচ-হাজো মোগলৰ অধীনলৈ যায়। ইয়াৰ পিছত মোগল আৰু আহোমৰ মাজত সুযোগ বুজি আৰম্ভ হয় পৰস্পৰৰ ৰাজ্যৰ আক্ৰমণ। ইফালে পৰীক্ষিতৰ পুত্ৰ চন্দ্ৰনাৰায়ণে আহোমৰ সহায়ত মোগলৰ বিৰুদ্ধে যুঁজ দি কামৰূপৰ ৰজা হয় যদিও পিছত তেৰোঁ মোগলৰ হাতত মৃত্যুবৰণ কৰে। চন্দ্ৰনাৰায়ণৰ পুত্ৰ জয়নাৰায়ণে মোগলৰ ওচৰত আত্মসমৰ্পণ কৰে। জয়নাৰায়ণে আহোমৰ শৰণাপন্ন হোৱাত তেওঁক বৰনগৰৰ ৰজা পাতি দিয়ে। পিছত জয়নাৰায়ণেও মোগলৰ হাতত প্ৰাণ বিসৰ্জন দিয়ে আৰু উত্তমনাৰায়ণে মোগলৰ অধীনত বৰনগৰৰ জমিদাৰ হয়। প্ৰকৃতাৰ্থত ৰজা পৰীক্ষিতনাৰায়ণৰ প্ৰয়াণৰ লগে লগেই প্ৰাচীন কামৰূপৰ ৰাজ্যৰ বিলুপ্তিৰ সূত্ৰে বিজয়নগৰ নামটোও তল পৰিল। ১৬৭১ খৃঃৰ মোগল-আহোমৰ শেষ যুদ্ধত মানাহ নৈয়েই মোগল আৰু আহোম ৰাজ্যৰ শেষ সীমা নিৰ্দ্ধাৰিত হয়। মানৰ আক্ৰমণৰ পিছত অসম ইংৰাজৰ হাতলৈ যোৱাত ১৮৩৪ খৃঃত গঠন হয় কামৰূপ জিলা। কামৰূপ মোগলৰ পৰা আহোমৰ হাতলৈ যোৱাত আহোমৰ অধীনত চণ্ডীনাৰায়ণ বৰুৱাক বৰনগৰত নিযুক্তি দিয়াৰ পৰা বৰনগৰ নামটোৰ পুনৰ শ্ৰীবৃদ্ধি ঘটিল।

উল্লেখযোগ্য যে আহোম ৰজা শিৱসিংহই বৰনগৰৰ পৰগনা শাসনৰ বাবে পতা বৰুৱাৰ বংশধৰ চণ্ডীনাৰায়ণ বা বৰনগৰীয়া বৰুৱাই বৰনগৰৰ ৰজা হৈ হাউলীত ৰাজধানী পাতি ১৮২৬ খৃঃলৈ শাসনভাৰ চম্ভালে। পুনৰ মহাৰাজ নৰনাৰায়ণৰ সময়লৈ যদি ঘূৰি যোৱা যায় তেন্তে আৰু এক ঐতিহাসিক তথ্য পোহৰলৈ আহে। ১৫৪০ খৃঃত নৰনাৰায়ণে কোচবিহাৰৰ শাসনভাৰ হাতত লোৱাৰ পিছতেই ১৫৪৬ খৃঃত চিলাৰায়ে আহোম ৰাজ্য আক্ৰমণ কৰি ১৫৪৭ খৃঃত বৰ্তমানৰ লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰত এক দুৰ্গ নিৰ্মাণ কৰে। তাৰ পিছতেই ১৫৪৬-৪৭ খৃঃৰ ভিতৰত কোচবিহাৰৰ পৰা নাৰায়ণপুৰলৈ 'গোঁহাই কমল' আলিটো বান্ধে। এই 'গোহাঁই কমল' আলি বৰনগৰৰ মাজেৰেই পাৰ হৈ গৈছে। গোহাঁই কমল আলি নিৰ্মাণৰ পিছতেই ৰজা নৰনাৰায়ণে বৰনগৰত বাহৰ পাতিছিল আৰু এই ৰাজ্যতেই প্ৰথমবাৰৰ বাবে শ্ৰীমন্ত শংকৰদেৱৰ সৈতে তেওঁৰ সাক্ষাৎ আৰু পৰিচয় হৈছিল বুলি বুৰঞ্জীবিদসকলে মত প্ৰকাশ কৰিছে। এই বৰনগৰতেই বৰনদী বা লুইতৰ পাৰত শংকৰদেৱৰ খুড়াকৰ পুতেক ৰামৰায়ৰ কন্যা ভুবনেশ্বৰী (কমলাপ্ৰিয়া নামেৰেও পৰিচিত) সৈতে চিলাৰায়ৰ প্ৰথম সাক্ষাৎ হৈছিল। পিছলৈ দুয়ো বিবাহ বান্ধোনত সোমায় সত্ৰশালৰ ৰামৰায় কুঠিত। উল্লেখ কৰা প্ৰয়োজন যে শংকৰদেৱে ১৫৪৬ খৃঃত আহোম ৰাজ্য পৰিত্যাগ কৰি কোচৰাজ্য অভিমুখে

আহি বৰপেটাৰ চূণপোৰাত ছমাহ, কমাৰকুছিত এবছৰ আৰু ১৫৪৯ খৃঃৰ পৰা পাটবাউসীত নিগাজীকৈ থিতাপি লৈছিল। সেইসময়তেই ভবানন্দ সাউদে বৰনগৰৰ ৰঙাপানীৰ পৰা গৈ চূণপোৰাত (বৰ্তমান বৰপেটাৰ পালেংদিহাটী) মহাপুৰুষজনাৰ শৰণাপন্ন হয়। ধৰ্মনিষ্ঠ এই বণিকজনেই পিছত ঠাকুৰ আতা নামেৰে সৰ্বজনবিদিত হৈ পৰে। তেওঁ পিছলৈ বৰনগৰতেই বসতি স্থাপন কৰে। আনহাতে বৰপেটাসহ সমগ্ৰ কামৰূপ মহাৰাজ নৰনাৰায়ণৰ অধীনত আছিল। কিন্তু মহাপৰাক্ৰমী আৰু সাহসী হোৱাৰ সমান্তৰালকৈ মহাৰাজ নৰনাৰায়ণ আছিল নীতিনিষ্ঠ ধৰ্মপৰায়ণ ব্যক্তি আৰু প্ৰাজ্ঞ পুৰুষ। নৰনাৰায়ণৰ নিপুণ গুণৰ সূত্ৰেই মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে ৰজাৰ আকুল আহ্বান মৰ্মেই ঘিলা নগৰলৈ আহিছিল। আৰু ইয়াতেই তেওঁ প্ৰায় দহমাহ ধৰ্ম-সাহিত্য চৰ্চা কৰি ৰজা আৰু সাধাৰণ প্ৰজাকো প্ৰবুদ্ধ কৰিছিল। আহোম ৰাজ্যত ষড়যন্ত্ৰৰ বলি হৈ নানা আহুকালৰ সন্মুখীন হোৱা মহাপুৰুষজনাই কোচ সাম্ৰাজ্যত আশ্ৰয় লোৱাৰ পিছতো একাংশ ষড়যন্ত্ৰকাৰীৰ কবলত পৰে। এই ষড়যন্ত্ৰৰ বলি হৈ ঠাকুৰ আতাইও নানা আহুকালৰ সন্মুখীন হ'ব লগা হৈছিল। অৱশ্যে মহাৰাজ নৰনাৰায়ণে এই ষড়যন্ত্ৰৰ প্ৰকৃত আঁত বিচাৰি পোৱাত সেই আহুকালৰ অন্ত পৰে। পাছলৈ তেওঁ মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ নাতিয়েক চতুৰ্ভুজ ঠাকুৰৰ দ্বাৰা 'ঘৰচাঁয়া সত্ৰ' নামানুসৰি ইয়াতেই 'ঘিলাসত্ৰ' স্থাপন কৰে। তাৎপৰ্যপূৰ্ণভাৱে এই একেজন প্ৰাজ্ঞ ৰাজপুৰুষেই প্ৰসিদ্ধ কামাখ্যা মন্দিৰ বৰ্তমান ৰূপত সেই তাহানিতেই নিৰ্মাণ কৰে। মহাৰাজ নৰনাৰায়ণৰ প্ৰসিদ্ধি আছিল নিৰূপম। সাম্প্ৰতিক অসমৰ ঐতিহ্যক তেওঁ সেই তাহানিতেই প্ৰাণ প্ৰতিষ্ঠা কৰিছিল। নৰনাৰায়ণৰ বিদ্বৎ গুণৰ বাবেই আজি মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে চিৰকাললৈ অসমীয়াৰ প্ৰাতঃস্মৰণীয় পুৰুষ হৈ ৰ'ল। তেওঁৰ শাসনকালতেই ৰাজসভাত সসন্মানে পণ্ডিতপ্ৰবৰ আৰু সাহিত্যিকসকলেও ধৰ্মৰ সমানে সাহিত্য চৰ্চাৰে বৰনগৰক দিলে এক অনন্য প্ৰসিদ্ধি। এই প্ৰসিদ্ধিয়ে স্বাভাৱিকতে অসমৰ সাহিত্য-ঐতিহ্যলৈ বোৱাইছিল নৱ উন্মেষৰ ঢল। শ্ৰীমন্ত শংকৰে নৰনাৰায়ণৰ একান্ত অনুৰোধত মাধৱদেৱ প্ৰভৃতি বিশ্বাসীজনক সংগত কৰি বৃন্দাবনী বস্ত্ৰ নিৰ্মাণ কৰিছিল। গুৰুজনাই কোচ ৰাজ্য পাটবাউসীত থকাৰ সময়ত দ্বাদশ স্কন্ধ ভাগৱতৰ ভাঙনি কৰাৰ উপৰি বৰগীত, ভটিমা, চপয়, টোটয় আৰু নাট ৰচনা কৰিছিল। কবি ৰাম সৰস্বতীয়েও নৰনাৰায়ণৰ ৰাজসভাত থাকিয়েই ৰচনা কৰিছিল উল্লেখনীয় সাহিত্য সম্ভাৰ। সেইদৰে পীতাম্বৰ বিদ্যাবাগীশ, পুৰুষোত্তম বিদ্যাবাগীশ আদি পণ্ডিত প্ৰবৰসকলেও বৰনগৰতেই একত্ৰিত হৈ সাহিত্য, জ্যোতিষশাস্ত্ৰ চৰ্চা আদিৰে এক উজ্জ্বল নিদৰ্শনৰ বাট কাটিছিল। সংস্কৃতি-সাহিত্য আৰু আধ্যাত্মিক চৰ্চাৰ পথিকৃত হিচাপে বৰনগৰে সদায় শীৰ্ষস্থান লাভ কৰিছিল বুলি সেইসময়ৰ তথ্য সমৃদ্ধ গ্ৰন্থ আৰু চৰিতপুথিসমূহত প্ৰকাশ। শ্ৰীৰামচৰণ ঠাকুৰৰ শংকৰ-মাধৱ চৰিত, ভাৰতৰ সৰ্বপ্ৰথম গদ্য লিখক ভট্টদেৱৰ কথা-ভাগৱত, কথাগীতা, কথা-ৰত্নাৱলী, শ্ৰীকৃষ্ণৰ লীলা-কীৰ্তন; পণ্ডিত মহীৰামদেৱৰ সাহিত্য দৰ্পণ, শ্ৰীপতি ভৌমিক আৰু ভট্টদেৱৰ পূৰ্বপুৰুষ ভৌমিক গুৰু চিৰন্তন সৰস্বতীৰ সাহিত্য-চৰ্চা আছিল অনবদ্য অৱদান। তেওঁবিলাকে ইয়াৰ ভেৰাগ্ৰামত এখন বিখ্যাত

সংস্কৃত টোল স্থাপন কৰি শিক্ষা, ধৰ্ম-সংস্কৃতিৰ এক বৰ্ণিল ৰেখ টানিছিল, যি আজিও যাউতিযুগীয়া। এই বৰনগৰৰ মাটিতেই সাহিত্য চৰ্চা কৰি ভট্টদেৱে কবিৰত্ন ভাগৱত ভট্টাচাৰ্য প্ৰভৃতি সম্মান লাভ কৰিছিল। একেদৰে ভট্টদেৱৰ গুৰু দামোদৰদেৱৰ অপাৰ অৱদানেও বৰনগৰক সমৃদ্ধ কৰি গৈছে।

বৰনগৰৰ ঐতিহ্যৰ আন এক স্বাক্ষৰ মহাপ্ৰভু **শ্ৰীশ্ৰী গৰখীয়া গোসাঁই থান**। মহাৰাজ নৰনাৰায়ণে বৰনগৰ ত্যাগ কৰাৰ পাছত তেওঁৰ ভতিজাক তথা চিলাৰায়ৰ পুত্ৰ ৰঘুদেৱৰ শাসনৰ সময়ত যেতিয়া বৰনগৰে নিজৰ ৰূপ সলনি কৰিবলৈ লয় তেতিয়াই এই প্ৰসিদ্ধ থানৰ ইতিবৃত্ত আৰম্ভ হয়। গৰখীয়া গোঁসাইৰ আবিৰ্ভাৱ বৰকোচ পৰিয়ালৰ এজনী কপিলী গাইৰ সূত্ৰেই আৰম্ভ হোৱাৰ এক জনশ্ৰুতি আজিও ইয়াৰ ৰাইজৰ বাবে বিশ্বাসযোগ্য। মহাপ্ৰভু শ্ৰীশ্ৰী গৰখীয়া গোঁসাই থানক কেন্দ্ৰ কৰিয়েই মাঘবিহু, জাগৰ উৎসৱ, শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, 'পেকভাওনা' (বোকাখেল) আদি উৎসৱ-পাৰ্বনসমূহে বৰনগৰীয়াক সদায় সংস্কৃতিৱান কৰি ৰাখিছে। পাঁচশ বছৰতকৈও অধিক কাল ঐতিহ্য বহন কৰি অহা থানখনলৈ ধৰ্মপ্ৰাণ ৰাইজেই নহয় পৰ্যটকৰো উৎসুক ভ্ৰমণ বৰনগৰৰ বাবে এক মহৎ প্ৰাপ্তি। উল্লেখযোগ্য যে শংকৰী বৈষ্ণৱ ধৰ্মৰ একান্ত অনুগত, প্ৰচাৰক তথা আধ্যাত্মিক জ্ঞানেৰে সাধাৰণ মানুহৰ মন-মগজ স্পৰ্শ কৰা মহান ব্ৰহ্মচাৰী পুৰুষ শ্ৰীমৎ স্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীয়ে প্ৰাচীন বৰনগৰৰ বলোগাঁৱত জন্ম গ্ৰহণ কৰি বৰ্তমান বঙাইগাঁও জিলাৰ মাণিকপুৰত **শ্ৰীশ্ৰী গোবিন্দ ভৱন গীতা সত্ৰ** স্থাপনেৰেও অঞ্চলটোত প্ৰসাৰ কৰিছিল পবিত্ৰ ধৰ্মৰ অমল বাণী। ১৮৯৭ চনৰ বৰভুঁইকঁপৰ ফলত নামনি অসমৰ ভূ-পৃষ্ঠৰ পৰিৱৰ্তন ঘটাৰ সমান্তৰালকৈ প্ৰাচীন বৰনগৰৰ চেহেৰাও ভালেখিনি সলনি হয়।

এতিয়াৰ বৰনগৰৰ ৰূপ বৰভুঁইকঁপৰ পিছৰ। প্ৰাকৃতিক আৰু বৃটিছ চৰকাৰৰ প্ৰশাসনিক হস্তক্ষেপৰ ফলত বৰ্তমানৰ বৰপেটা জিলাৰ (তেতিয়াৰ বৰপেটা মহকুমা) ৰাজহ-চক্ৰ দুটা আছিল। পিছত প্ৰশাসনিক আৱশ্যকতাৰ কাৰণে বৰনগৰ ৰাজহ চক্ৰৰ পৰাই পুনৰ কিছু অংশ কাটি নি কলগাছিয়া ৰাজহ-চক্ৰ আৰু সৰভোগ ৰাজহ চক্ৰ দুটা গঠন কৰা হয়। ১৯২১ চনৰ জাতিৰ পিতা মহাত্মা গান্ধীৰ লগতে ভালেকেইগৰাকী শীৰ্ষস্থানীয় জাতীয় নেতাই প্ৰথম মহাসমৰৰ আগে-পিছে বৰনগৰত ভৰি থৈ অঞ্চলটোক আজিও মহৎ কৰি তুলিছে। গান্ধীয়ে সৰভোগ ষ্টেচনত নামি ষ্টেচনৰ কাষতে থকা দক্ষিণ পিনৰ কুঁৱাৰ সৈতে সংলগ্ন মুকলি ঠাইত ভাষণ আগবঢ়োৱা ঘটনা আজিও বৰনগৰবাসীৰ বাবে স্মৰণীয়। কুৰি শতিকাৰ বৰনগৰৰো প্ৰাচীন বৰনগৰৰ দৰেই আছে ঐতিহ্য আৰু বহু মহৎ পৰিঘটনা। সেয়ে দ্বিতীয় মহাসমৰত বৰনগৰৰ অংশ গ্ৰহণ আছিল এক আন্তৰ্জাতিক ইতিহাসসমৃদ্ধ ঘটনা। সেইদৰে ভাৰতৰ স্বাধীনতা আন্দোলনতো বৰনগৰৰ অৱদান আছিল অধিক সক্ৰিয় আৰু উদ্যমী। ১৯৪২ খৃঃৰ ২৬ আগষ্টত প্ৰবল প্ৰতাপী ব্ৰিটিছৰ অহংকাৰ ভাঙি সৈনিক শিল্পী ব্ৰজনাথ শৰ্মাৰ নেতৃত্বত ৰাইজে বৰনগৰ বিমানকোঠ, সৰভোগ থানা, ডাকঘৰ আৰু চৰকাৰী বঙলা জ্বলাই নিজৰ মুক্তিকামী

মনৰ পৰিচয় দিছিল প্ৰবল প্ৰতিবাদেৰে। আনহাতে ভাৰতৰ স্বাধীনতা আন্দোলনত বৰনগৰক সেইসময়ত সবল নেতৃত্ব দিছিল ক্ৰমে নন্দমোহন মজুমদাৰ, হলিৰাম মহন্ত, কালিচৰণ পাঠক, ৰমেশ শৰ্মা, সৰ্বেশ্বৰ দাস, জন্মিজয় দাস গোলক গাঁওবুঢ়া, জীৱন চন্দ্ৰ দাস, বাপুৰাম দাস, খগেন শৰ্মা, মহেন্দ্ৰ সৰকাৰ, নিবাৰণ নাথ, শিলোৰাম ভকত, দশৰথ দাস, কৃষ্ণকান্ত সাউদ, লোহিত দাস, বাহাদুৰ বড়ো, কমল বড়ো, মোহন ভকত, মিঠাৰাম দাস, মিঠাৰাম গাঁওবুঢ়া, হৰেশ্বৰ বৰ্মন, মাইহং বড়ো আদি অলেখ বৰনগৰীয়া পুৰুষে। উল্লেখযোগ্য যে, বৃটিছৰ ঘাটি, থানা আদি জ্বলাই দি প্ৰতিবাদ সাব্যস্ত কৰা বৰনগৰীয়া ৰাইজৰ ওপৰত ইংৰাজে পাইকাৰী জৰিমণা বহুৱাইছিল যদিও একাচেকা ৰাইজে সেই জৰিমণা আওকাণ কৰাত ব্ৰিটিছে ঘৰৰ কাঁহী-বাটি, গৰু-গাই আনকি কাপোৰ-কানিও কাঢ়ি নি নিলাম দিছিল। পিছলৈ ভাৰত স্বাধীন হোৱাত তেতিয়া চৰকাৰে উক্ত নিলামত পোৱা প্ৰায় ১১ হেজাৰ টকা ৰাইজক ঘূৰাই দিয়ে। ৰাইজে সেই টকাৰে সৰভোগৰ মাজমজিয়াত নিৰ্মাণ কৰে ঐতিহ্যবহনকাৰী গান্ধীভৱন এটা।

প্ৰাচীন বৰনগৰ আৰু আজিৰ বৰনগৰৰ ৰূপৰ মাজত আছে একাধিক প্ৰভেদ। বিশেষতঃ স্বাধীনোত্তৰ বৰনগৰে সময়ৰ সোঁতত আহি আজিৰ সৰভোগৰ ৰূপ লৈছে। কিন্তু এই সৰভোগ নামটোও আকৌ কম পুৰণি নহয়। উভতি চালে চকুত পৰে যিদৰে বৰনগৰৰ এক নিজা ঐতিহ্য আছে, অনুৰূপধৰণে সৰভোগৰো আছে নিজা ঐতিহ্য। অথচ একেখিনি নৈসৰ্গ, একেখন আকাশে চুই আছে এই ঠাই। কোচ ৰজাসকলে ইয়াত ৰাজত্ব কৰাৰ সময়ৰে পৰা প্ৰাচীন বৰনগৰৰ জনসংখ্যা বৃদ্ধিৰ অনুপাতে গৰু-ম'হৰ সংখ্যাও বাঢ়িবলৈ ধৰে। নদী উপত্যকা অঞ্চলৰূপে বৰনগৰৰ জলবায়ু বা পশু খাদ্যৰ বাবে বৃহৎ এলেকা আৰু চৰণীয়া পথাৰসমূহ আছিল নিতান্তই স্বাস্থ্যকৰ। আৰু ইয়াৰ সূত্ৰ লৈয়ে বৃহত্তৰ বৰনগৰ এলেকাত গঢ় লৈ উঠিছিল একাধিক গৰু-ম'হৰ বাথান বা খুঁটি। সেইদৰে বৰনগৰৰ খেতিপথাৰসমূহো আছিল বৃহৎ পৰিধিৰ। কৃষিজাত সামগ্ৰীৰ বহুল উৎপাদন ক্ষমতা আৰু কাষৰীয়া নৈ-বিল বা পুখুৰীসমূহত পোৱা বিভিন্ন প্ৰজাতিৰ মৎস্যই বৰনগৰৰ অৰ্থনীতিতো সেই তাহানিতেই ব্যাপক প্ৰভাৱ পেলাইছিল। বিশেষতঃ সৰভোগৰ দৈ-ক্ৰীমৰ চাহিদা সেই তাহানিৰ দৰেই আজিও ব্যাপক। সেয়ে সৰ+ভোগ = সৰভোগ নামটোৰ উৎপত্তি বুলি অগ্ৰজসকলৰ মুখে শুনা যায়। আনহাতে বৰনগৰত সৰহভাগ বস্তুৱেই বিচৰা ধৰণে ভোগ কৰিবলৈ পোৱা যায় বাবে সৰহ ভোগ অৰ্থাৎ 'সৰভোগ' (হ' টো উহ্য হৈ থাকে, বৰনগৰীয়া মানুহে এনেয়েও প্ৰতিটো শব্দ চুটিকৈ কৈ ভাল পায়, যুক্তাক্ষৰৰ ক্ষেত্ৰত সি আৰু চুটি হয়, যেনে— সৰহভোগ কৈ 'সৰ (হ) ভোগ) নামৰ উৎপত্তি বুলিও আন এক প্ৰবাদ আছে।

প্ৰাচীন বৰনগৰৰ মেটমৰা স্মৃতি লৈ সৰভোগ আজিও ধীৰ-স্থিৰ। অৱশ্যেই বিভিন্ন প্ৰাকৃতিক অনুষংগ অথবা সংৰক্ষণৰ অভাৱত প্ৰাচীন বৰনগৰৰ স্মৃতিচিহ্ন আজিৰ আধুনিক বৰনগৰৰ মাটিত বিচাৰি পাবলৈ নাই। স্মৃতিচিহ্ন বুলিলে বা কোচ সাম্ৰাজ্যৰ ঐতিহ্যৰ স্মাৰক বুলিলে গোঁহাই কমল আলিৰ ক্ষত-বিক্ষত ৰূপটোহে এতিয়া বৰ্তমান। হয়তো প্ৰত্নতত্ত্ব বিভাগে

যদি কোচ সাম্ৰাজ্যৰ অস্তিত্ব বুজি বা নামনি অসমৰ বুৰঞ্জী সম্বন্ধে কিছু ভু ললেহেঁতেন তেন্তে এই বৃহৎ ভূমিৰ পৰা প্ৰাচীন বৰনগৰৰ বহু তথ্যই উদ্‌ঘাটন হ'লহেঁতেন। তথাপি আজিৰ সৰভোগত সেই প্ৰাচীনতম লেখৰ কিছু অৱকাশ থাকি যায়। সময়ে বহু কথাই সলনি কৰে। ব্ৰিটিছৰ সময়তে স্থাপন কৰা সৰভোগ ৰেল ষ্টেচন আছিল এক জংছন। ৰেল যোগাযোগক কেন্দ্ৰ কৰি সৰভোগ নগৰৰ মাজেৰে বেকী নৈৰ পাৰৰ বিমানঘাটিলৈ ব্ৰিটিছে ট্ৰাম লাইনৰ ব্যৱস্থা কৰিছিল। মূলতঃ বৰনগৰৰ জলবায়ু অত্যন্ত স্বাস্থ্যকৰ বাবেই ব্ৰিটিছে বৰনগৰক কেন্দ্ৰ কৰি এখন বৃহৎ মহানগৰ সজাৰ পৰিকল্পনা কৰিছিল। লক্ষণীয়ভাৱে ব্ৰিটিছে ইয়াতেই প্ৰতিষ্ঠা কৰিছিল ৰেলৱে কাৰখানা। কিন্তু ৰাজনৈতিক কাৰণত সেয়া সম্ভৱ হৈ নুঠিল। কিন্তু এতিয়া উত্তৰ-পূব সীমান্ত ৰেলৱেৰে অধীন সৰভোগ ষ্টেচন জুৰি আছে ৰেলৱে বিভাগৰ সৰ্বাধিক মাটি। সেয়া এক অন্য অতীত। স্বাধীনতাৰ পাছত বৰনগৰ তথা আজিৰ সৰভোগত ১৯৬০ চনত স্থাপিত হয় অসমৰ একমাত্ৰ ৰিহা গৱেষণা কেন্দ্ৰটো। এই গৱেষণা কেন্দ্ৰটো ভাৰতৰে নহয় সমগ্ৰ দক্ষিণ-পূব এছিয়াৰ এটা গুৰুত্বপূৰ্ণ কেন্দ্ৰ। সৰভোগৰ শৈক্ষিক দিশ এক লেখত ল'বলগীয়া বিষয়। বৰনগৰ জুৰোৰাম পাঠক উচ্চতৰ মাধ্যমিক আৰু বহুমুখী বিদ্যালয়, পশ্চিম বৰনগৰ হাইস্কুল, চকচকা এম ভি স্কুল, ৪৫নং উত্তৰ গণকগাড়ী নিম্ন প্ৰাথমিক বুনিয়াদী বিদ্যালয়, উত্তৰ বৰনগৰ হাইস্কুল, বৰনগৰ এম ই স্কুল, বৰনগৰ ছোৱালী হাইস্কুল, কামাৰগাঁও হায়াৰ চেকেণ্ডাৰী, বৰনগৰ মহাবিদ্যালয় আদি শিক্ষানুষ্ঠানসমূহৰ পৰাই অসমক বিভিন্ন ক্ষেত্ৰত নেতৃত্ব দিব পৰা লোকসকলে সুখ্যাতিৰে নিজৰ শৈক্ষিক জীৱন পাৰ কৰি গৈছে। আজিৰ সৰভোগত স্বাভাৱিকতেই পৰিৱেশ অনুযায়ী গঢ় লৈছে কেবাখনো ব্যক্তিগত শিক্ষানুষ্ঠান। ১৯শ শতিকাৰ শেষাৰ্দ্ধত সম্ভৱতঃ ১৮৮০-১৮৮৫ খৃঃৰ সময়ছোৱাত সৰভোগৰ দক্ষিণ গণকগাড়ী আৰু আমগুৰি গাঁৱৰ মাজত হলিৰাম মহন্ত ঠাকুৰে স্থাপন কৰে প্ৰথমখন প্ৰাথমিক বিদ্যালয়। তাৰ পিছত কলিতাপাৰা আৰু ভুলুকাডোবা গাঁৱৰ মাজত দ্বিতীয়খন প্ৰাথমিক বিদ্যালয় স্থাপন কৰে নন্দমোহন মজুমদাৰে। আনহাতে প্ৰাচীন বৰনগৰৰ সাহিত্যৰ ভেটি ভট্টদেৱে গঢ় দি থৈ যোৱাৰ পাছত আধুনিক বৰনগৰত অসমীয়া সাহিত্যৰ লুইতৰ সোঁত বোৱাইছিল প্ৰয়াত হলিৰাম মহন্ত ঠাকুৰে। 'বিশ্ব দৰ্পণ', 'শংকৰদেৱৰ শুদ্ধধৰ্ম', 'নীতি সোপান' প্ৰমুখ্যে কেবাখনো গ্ৰন্থ ৰচনা আৰু সম্পাদনা কৰিছিল মহন্ত ঠাকুৰে। সেইদৰে গ্ৰন্থ ৰচনা, সম্পাদনা, অনুবাদ আৰু প্ৰকাশনাৰে এই বৰনগৰৰ পৰাই অসমীয়া সাহিত্যলৈ অনবদ্য অৱদান আগবঢ়াইছিল চিন্তাহৰণ পাটগিৰিয়ে। বৰনগৰৰ ভেৰভেৰী গাঁৱত জন্মগ্ৰহণ কৰা নন্দ তালুকদাৰ আজিও অসমীয়া সমাজ-সাহিত্যৰ প্ৰাতঃস্মৰণীয় পুৰুষ। কনকলাল বৰুৱা, হেম বৰুৱা, প্ৰসন্নলাল চৌধুৰী, কালিৰাম মেধি, ড° সূৰ্যকুমাৰ ভূঞা, সীতানাথ ব্ৰহ্মচৌধুৰী প্ৰমুখ্যে কেইবাগৰাকীও প্ৰসিদ্ধ অসমীয়াৰ জীৱনী প্ৰণয়ন কৰা তালুকদাৰে 'সংবাদপত্ৰৰ ৰ'দকাঁচলিত অসমীয়া সাহিত্য', 'অসমীয়া সাহিত্য বিচিত্ৰা', 'কবি আৰু কবিতা' আদি কেইবাখনো উল্লেখযোগ্য গ্ৰন্থ ৰচনা কৰাৰ উপৰি আনন্দ ৰাম ঢেকিয়াল

ফুকনৰ ৰচনা সংগ্ৰহ, পদ্মাৱতী দেৱী ফুকননী ৰচনাৱলী, নৱীনচন্দ্ৰ বৰদলৈৰ ৰচনাৱলী, ৰঘুনাথ চৌধুৰী স্মৃতিগ্ৰন্থ আদি কেইবাখনো গ্ৰন্থ সম্পাদনা কৰিছিল। প্ৰয়াত তালুকদাৰৰ পুত্ৰ মৃণাল তালুকদাৰ এতিয়া দেশৰ এগৰাকী প্ৰসিদ্ধ সাংবাদিক আৰু ৰাজনৈতিক বিশ্লেষক। মুক্তি যুজাঁৰু নন্দমোহন মজুমদাৰেও একালত সাহিত্য চৰ্চা কৰিছিল। সৈনিক শিল্পী ব্ৰজনাথ শৰ্মাই অসমীয়া নাট্য আৰু অভিনয় ক্ষেত্ৰলৈ অতুলনীয় অৱদান আগবঢ়োৱাৰ সমান্তৰালকৈ সাহিত্য চৰ্চাও কৰিছিল। একেদৰে ঘনশ্যাম তালুকদাৰ, তৰুণ ৰাজবংশী, ভুৱনেশ্বৰ দাস, নৱদ্বীপৰঞ্জন পাটগিৰি, গোকুল পাঠক, যাদৱচন্দ্ৰ দাস আদিয়ে অসমীয়া সাহিত্যলৈ এই বৰনগৰৰ পৰাই সুবাস বিয়পাইছিল। বৰনগৰৰ কৃতী সন্তান ফণী তালুকদাৰ আছিল এগৰাকী প্ৰসিদ্ধ গীতিকাৰ, সাংবাদিক, নাট্যকাৰ, কবি, ঔপন্যাসিক আৰু চিত্ৰ পৰিচালক। এসময়ত কবি হিচাপে খ্যাতি আৰ্জিছিল আজিৰ প্ৰবীণ সাম্যবাদী নেতা হেমেন দাসে। এই বৰনগৰত থকাৰ সময়তে প্ৰখ্যাত কবি সমালোচক মোহন কৃষ্ণ মিশ্ৰই তেওঁৰ চিৰসেউজ সৃষ্টিৰাশিৰ ব্যাপ্তি ঘটাইছিল। আনহাতে প্ৰয়াত উপেন নাথে এই বৰনগৰৰ পৰাই আৰম্ভ কৰিছিল প্ৰগতিশীল সাহিত্যৰ ভেটি। সেইদৰে বিশিষ্ট অৰ্থনীতিবিদ তাৰক চন্দ্ৰ গোস্বামীয়েও বিভিন্ন বিষয়ৰ ৰচনাসম্ভাৰেৰে অসমীয়া সাহিত্যিক প্ৰবুদ্ধ কৰিছে। সংগীত নাটক একাডেমী বঁটা বিজয়ী প্ৰসিদ্ধ নাট্যকাৰ-অভিনেতা দুলাল ৰয়ে এই বৰনগৰৰ আৱহাৱা লৈয়ে আজিও বিশ্বমুখী যাত্ৰা অব্যাহত ৰাখিছে। এই বৰনগৰতেই জন্মগ্ৰহণ কৰিছিল প্ৰসিদ্ধ ব্যঙ্গশিল্পী প্ৰফেছৰ ৰাৱণ নাথে। তেওঁ একেধাৰে গীতিকাৰ, প্ৰবন্ধকাৰ আৰু কথাশিল্পী ৰূপে খ্যাতি অৰ্জন কৰিছিল। কিন্তু জনতাৰ মনৰ কথা কৈ ভালপোৱা ৰাৱণ নাথ আছিল প্ৰকৃততে 'জনসাহিত্যিক'। সময়ৰ শৰ মাৰি সেই তেতিয়াই সমাজ-ৰাজনীতিৰ চলতি সময়ক কটাক্ষ কৰি ৰাৱণ নাথে খলকনি তুলিছিল অসম তথা অসমৰ বাহিৰতো। সাহিত্য-সংস্কৃতিৰ দিশৰ পৰা বৰনগৰৰ আছে এক নিজা চৰিত্ৰ। ইয়াৰ প্ৰবচন, ফকৰা-যোজনা, সাঁথৰ, লোকসাহিত্য, আয়তী নাম, নাগাৰা নাম, বিহু আদিৰ যিদৰে নিজস্ব ৰূপ আছে ইয়াৰ ভাষা, সমাজ-ব্যৱস্থা, উৎসৱ-পাৰ্বণ (কালী মন্দিৰৰ কালী পূজা, লক্ষ্মী মন্দিৰৰ লক্ষ্মী পূজা, শংকৰ জন্মোৎসৱ) আদিতো আছে নিজা ৰীতি। ক্ৰীড়াৰ ক্ষেত্ৰৰ পিনৰ পৰাও বৰনগৰ চহকী। বহু প্ৰতিভাবান খেলুৱৈয়ে এই বৰনগৰৰ পৰাই উজ্বল ভৱিষ্যৎ গঢ়িছে।

প্ৰাচীন বৰনগৰ। স্বাধীনতাৰ সময়ৰ বৰনগৰ। এতিয়াৰ বৰনগৰ আৰু সৰভোগৰ ৰাইজৰ আজিও জীৱিকাৰ মূল আধাৰ কৃষি আৰু পশুপালন। অৱশ্য এই অঞ্চলৰ গৰিষ্ঠসংখ্যক লোকৰেই জীৱিকা ভাৰতীয় সামৰিক বাহিনীৰ চাকৰি। সেইদৰে কেন্দ্ৰীয় ৰাজ্য চৰকাৰৰ অন্যান্য বিভাগসমূহতো কিছুসংখ্যক লোক মকৰল হৈ আছে। তথাপি বৰনগৰৰ অৰ্থনৈতিক পৰিকাঠামো গঢ়ি উঠিছে কৃষি আৰু পশুপালনৰ পৰা। সৰভোগ আৰু ইয়াৰ দাঁতি-কাষৰীয়া অঞ্চলসমূহৰ পৰা উৎপাদিত শস্য আৰু শাক-পাচলিয়ে আজিও ৰাজ্যৰ এক বৃহৎ অংশৰ বজাৰ দখল কৰি আছে। সেইদৰে ছাগলী পালনেৰে এই অঞ্চলৰ

অধিকাংশ ৰাইজে সংগঠিত বজাৰৰ মাধ্যমেৰে ৰাজ্যৰ বিভিন্ন ঠাইৰ লগতে ৰাজ্যৰ বাহিৰলৈ ছাগলী ৰপ্তানি কৰি আছে। কিন্তু বহুসময়ত বজাৰ অৰ্থনীতিৰ মন্দাৱস্থাই এই কৃষিজীৱি ৰাইজক জুৰুলা কৰি আহিছে। অন্যহাতে বিজ্ঞানসম্মত কৃষিপ্ৰণালীৰ অভাৱেও উৎপাদিত খাদ্যশস্যৰ প্ৰতি ৰজাৰত ফেৰ মাৰিব পৰাকৈ উৎপাদন ক্ষমতা কমাই আনিছে। সৰভোগ মূল নগৰক বাদ দি সৰভোগ কেন্দ্ৰ সংযোগী অঞ্চলসমূহৰ বিপন্ন যাতায়াত ব্যৱস্থাই বহু সময়ত কৃষকসকলৰ বেহা-বেপাৰত অচলাৱস্থাৰ সৃষ্টি কৰি আহিছে। কিন্তু বাণিজ্যিক দিশৰ পৰা সৰভোগৰ চিত্ৰখন তেনেই পুতৌ লগা। কোনো উদ্যোগীকৰণে স্পৰ্শ নকৰা সৰভোগত গঢ় লৈ উঠা নাই এখন বৃহৎ বজাৰ, যাৰ ফলত কৃষি অৰ্থনীতিত ভৰষা কৰি থকা সৰভোগে অৰ্থনৈতিক উন্নয়নৰ দিশত বহু পাছ পৰি হৈছে। চৰকাৰী আঁচনি বা পৰিকল্পনাৰ পৰা বঞ্চিত সৰভোগৰ নগৰ উন্নয়নো হতাশাজনক। সম্প্ৰতি ৪টা ৱাৰ্ডেৰে নগৰ সমিতি এখন আছে যদিও সৰভোগ নগৰৰ নামত নাই সৌন্দৰ্য বৰ্দ্ধনৰ কোনো নৱৰূপ।

তথাপি ইয়াৰ আকাশ, মাটি, পানী, বতাহ অপাৰ সেউজীয়াৰে পৰিমল নৈসৰ্গ আমাৰ বাবে প্ৰিয়। গোলকীকৰণে সৰভোগৰ ঐতিহ্য-সংস্কৃতি সংকুচিত কৰিছে হয়, ৰাজনীতিয়ে ইয়াৰ বিভিন্ন স্তৰত মানসিক দূৰত্ব বঢ়াইছে হয়, বিভিন্ন সামাজিক ব্যাধিয়ে সমাজ-ব্যৱস্থাৰ মাজত ক্ৰমাৎ জটিলতাৰ সৃষ্টি কৰিছে হয়, কিন্তু এই মাটিৰ সুগন্ধ আৰু সৌন্দৰ্য আমি পাহৰিব নোৱাৰো কাহানিও।

মহৎ ঐতিহ্যই আজিও হাত বাউলি মাতি থকা সৰভোগ অথবা বৰনগৰৰ বাবে ৰৈ আছে বহু নতুন পুৱা। সময় আৰু পৰিস্থিতিয়ে হয়তো বহু উত্থান-পতন সৃষ্টি কৰিছে আৰু কৰিবও। সি অৱধাৰিত। প্ৰাকৃতিক। কিন্তু এই আঁত হেৰুওৱা সময়, আঁত হেৰুওৱা বাট গৰকিও আঁত বিচাৰি যোৱাটোৱেই মানৱ সভ্যতাৰ প্ৰথম স্বৰ্ত। যদি সেয়াই হয় তেন্তে আঁত হেৰুওৱা বৰনগৰৰ আঁত বিচাৰি ইয়াক এখন উদ্যমী, মননশীল, পৰিশুদ্ধ সমাজ ব্যৱস্থাৰে উদ্ভাসিত কৰাটো প্ৰতিজন বৰনগৰীয়াৰ প্ৰধান দায়িত্ব। সেই দায়িত্ব নিজৰ ক্ষেত্ৰৰে অথবা সংগঠিত ৰূপেৰেও হ'ব পাৰে। সময় আহিব বুলি ৰৈ থকাৰ সময় নাই। বৰ্ত্তমানৰ ভেটিত আমি ভৱিষ্যতৰ নিৰ্মাণ কৰিব লাগিব। অৱশ্যে বৰনগৰৰ পুৰণি ঐতিহ্যই আমাক যোগাব পাৰে অফুৰন্ত প্ৰেৰণা আৰু প্ৰাচীন বৰনগৰৰ সন্ধান কৰাৰ ক্ষেত্ৰত কিছু সহায়ক হ'ব পাৰে। আমি ভাবো এতিয়াও বৰনগৰ সম্বন্ধে যথেষ্ট অনুসন্ধানৰ প্ৰয়োজন আছে। সেই গভীৰ অনুসন্ধান কৰিবলৈ যাওঁতে যদি এই আলোচনাই প্ৰাজ্ঞজনক কিঞ্চিতো অনুপ্ৰাণিত কৰিব পাৰে তেন্তে আমিও অনুপ্ৰাণিত হম। নিশ্চিত ৰূপত এনে দলবদ্ধ অনুপ্ৰেৰণাই এদিন আমাক আমাৰ শিপাৰ সন্ধান থকা জিজ্ঞাসাক অধিক প্ৰবুদ্ধ কৰিব পাৰিব।



# সংস্কৃতিৰ ৰম্যপুৰী পাঠশালা

বিবেকাৰঞ্জন ৰায়চৌধুৰী

বাৰে ৰহনীয়া সংস্কৃতিৰ ভঁৰাল অসম। এই অসমৰে পশ্চিমাঞ্চলত অৱস্থিত নানা তৰহৰ নানা ৰহণৰ সংস্কৃতিৰে ভৰপুৰ এখনি সৰু নগৰ, নাম যাৰ পাঠশালা। নাট্য জগতৰ প্ৰাণকেন্দ্ৰ হিচাপে কিছুমানে এই পাঠশালাক অসমৰ 'হলিউদ' বুলিও কয়।

### ভৌগোলিক অৱস্থান

বৰপেটা জিলাৰ উত্তৰ-পূব কোণত অৱস্থিত পাঠশালা এখন অতীজৰে পৰা অতি উন্নত গাঁও। ১৯৬৮ চনত চৰকাৰীভাৱে ইয়াক নগৰ হিচাপে ঘোষণা কৰা হয়। অক্ষাংশ-দ্ৰাঘিমাংশৰ বান্ধোন হিচাপে ইয়াৰ অৱস্থান ২৬°১৫ / উত্তৰ অক্ষাংশৰ পৰা ২৬°৪৫ / উত্তৰ অক্ষাংশ আৰু ৯১°৫ / পূব দ্ৰাঘিমাৰ পৰা ৯১°৩০ / পূব দ্ৰাঘিমাৰ মাজত। সমুদ্ৰ পৃষ্ঠৰ পৰা গড় উচ্চতা ১৫০ / । ইয়াৰ মাটিকালি ২.৭৪ বৰ্গ কিঃমিঃ।

এই নগৰৰ চাৰিসীমা হিচাপে — উত্তৰেঃ মুগুৰীয়া, কালীমন্দিৰ, পূবেঃ ৰহাধৰ বিৰকলা, দক্ষিণেঃ কুকুৰা বাতাবাৰী, তিতকা গাঁও। পশ্চিমেঃ পাঠলা গাঁও, নলনা গাঁও, চন্দ্ৰ নগৰ, মদন ৰাউতা নগৰ। এই নগৰৰ জনবসতি অতি ঘন। ২০০১ চনৰ লোকপিয়ল মতে ইয়াৰ জনসংখ্যা ৯৯৭৪ জন।

এই নগৰৰ উত্তৰাংশৰে পাৰ হৈ গৈছে ভাৰতৰ বিভিন্ন প্ৰান্তলৈ যোগাযোগৰ ব্যৱস্থা থকা ৩১ নং ৰাষ্ট্ৰীয় ঘাই পথ আৰু দক্ষিণাংশৰে পাৰ হৈ গৈছে পূৰ্বোত্তৰ সীমান্ত ৰেল পথ। সেয়ে যাতায়াতৰ দিশৰ পৰা ই এক অতি সুবিধাজনক ঠাই। নগৰখনৰ উত্তৰ অংশত ৩১ নং ৰাষ্ট্ৰীয় ঘাই পথৰ লগত সংযোগ ৰাখি ১৫২ নং ৰাষ্ট্ৰীয় ঘাই পথটো নিৰ্মিত হৈছে। ভূটানৰ লগত সংযুক্ত হোৱা এই ৰাষ্ট্ৰীয় ঘাই পথটোৱে ভূটানৰ লগত থকা পূৰ্বৰ সংযোগৰ উত্তৰণ ঘটাইছে। এই পাঠশালাৰ নাতি দূৰৈৰে পূবে কালদিয়া আৰু পশ্চিমে পহুমাৰা (পোমাৰা) নৈয়ে উত্তৰৰ পৰা দক্ষিণ দিশে ধাৱমান হৈ আছে। নগৰৰ মাজেৰে প্ৰবাহিত হৈ আছে তুকুনীজান আৰু বিষণ্নলা (বিচান্নলা) জান।

মৌচুমী বায়ুৱে ধোৱাই নিয়া গংগা-ব্ৰহ্মপুত্ৰ উপত্যকীয় মজলীয়া সেমেকা জলবায়ু ইয়াত উপলব্ধ।

## ঐতিহাসিক পটভূমি

পাঠশালা নগৰৰ পুৰণি নাম আছিল 'চৌখাৰ হাটখোলা'। পুৰণি কামৰূপৰ বৈদিক ব্ৰাহ্মণসকলে কিছুমান চৌবাৰী (অকাডেমী) চলাই শিক্ষা-সংস্কৃতিৰ দিশত পাঠশালাক আগুৱাই নিছিল। এনে শিক্ষানুষ্ঠান আছিল বাবেই পাঠশালাৰ পুৰণি আন এটা নাম 'চৌখা বাতাবাৰী'। পাঠদান কৰা এনেকুৱা শিক্ষানুষ্ঠান থকা বাবে কোনো কোনোৱে 'পাঠশালা' নামৰ উৎপত্তি হোৱা বুলি কয়। আনহাতে বৰ্ত্তমান পাঠশালা বজাৰৰ (হাটখোলা) উত্তৰ ফালে থকা 'পানীশালা' নামৰ এটা পুখুৰী থকা বাবে (বৰ্তমান ইয়াৰ অস্তিত্ব নাই) সেই পুখুৰীৰ নামৰ পৰাই 'পাঠশালা' হোৱা বুলি কব খোজে। এই পানীশালা নামৰ পুখুৰীটো ৰাইজৰ সুবিধাৰ কাৰণে কোচৰজা মহাৰাজ নৰনাৰায়ণে খনাই দিছিল। ইয়াৰ কাষতে অন্নশাল নামৰ আন এক পুখুৰীৰো ভগ্নাৱশেষ আছে। পাঠশালা নগৰৰ মাজেৰে যোৱা গোঁহাইকমল আলিটোও মহাৰাজ নৰনাৰায়ণ ৰজাই সজাই দিছিল। বৰ্তমান এই আলিটোৰ কিছু অংশ ৩১নং ৰাষ্ট্ৰীয় ঘাইপথত সোমাই পৰিছে।

পাঠশালাৰ উত্তৰে কালীমন্দিৰৰ ওচৰত আহোম ৰজাৰ দিনৰে পৰা 'পিঠা খাইতি' নামৰ এটি পুখুৰী আছে। প্ৰবাদ মতে পীঠত দান কৰা বলি খোৱা দেৱী পুখুৰীটোৰ পাৰতে থকা কাৰণে এই পুখুৰীটোৰ নাম 'পিঠা খাইতি'। আন এক জনশ্ৰুতি মতে ভুটীয়া ৰজাই সেই ফালেদি যাওঁতে এই পুখুৰীটোৰ পাৰতে বহি পিঠাপনা খাইছিল বাবে ইয়াৰ নাম 'পিঠা খাইতি'। এই কালীমন্দিৰ আৰু পুখুৰী আজিও বিদ্যমান।

পাঠশালা নগৰৰ পূব অংশৰে প্ৰবাহিত হৈ আছে বিষণ্ণলা জান। এই জানটোৰ নাম বিষণ্ণলা হোৱাৰ কাৰণ দুইধৰণে প্ৰচলিত হৈ আহিছে। প্ৰথম, মুছলমানৰ আক্ৰমণৰ সময়ত এই জানটোত শত্ৰু সৈন্যই পানী খাব বুলি ভাবি তাত বিষ ঢালি দিছিল। সেই কাৰণে ইয়াৰ নাম বিষৰ নলা অৰ্থাৎ বিষণ্ণলা। আন এক জনশ্ৰুতি মতে মোগল সৈন্যই পানীশালা পুখুৰীৰ ওচৰত জিৰণি লোৱাত তেওঁলোকে পানী খাব বুলি শত্ৰু নিধনৰ উদ্দেশ্যে কোচ সৈন্যই এই জানটোত বিষ ঢালি দিছিল।

আন এক অদৃশ্য নদী এটা আছে বুলি জনশ্ৰুতি আছে। অকল জনশ্ৰুতিয়ে নহয় ইয়াৰ অলপ অচৰপ অস্তিত্ব বৰ্ত্তমানেও বিদ্যমান। পাঠশালাৰ উত্তৰাঞ্চলৰ পৰা নগৰৰ মাজেৰে ডুবি দেৱালয় হৈ 'পুস্পভদ্ৰা' নামে এটা নদী বৈ কালদিয়া নদীত মিলিত হৈছে। বৰ্ত্তমান ইয়াৰ অস্তিত্ব মুগুৰীয়া (বাচ্যপাৰা) গাঁৱত আৰু ডুবি গাঁৱত দেখিবলৈ পোৱা যায়। বজালী অঞ্চলৰ মানুহৰ মুখে মুখে এষাৰ প্ৰবচন আছে ঃ

'হাজোৰ শাল, ডুবিৰ তাল
যেতিয়া দেখাদেখি হ'ব
পুষ্পভদ্ৰা নদী তেতিয়া মুক্তি পাব।'

অৰ্থাৎ হাজোৰ হয়গ্ৰীৱ মন্দিৰত বৰ্তমানেও থকা শালগছজোপা আৰু ডুবি পৰিহৰেশ্বৰ

দেৱালয়ত থকা তাল গছজোপা ওখ হৈ যিদিনাই দেখা-দেখি হ'ব, সেইদিনাই পুষ্পভদ্ৰা নদীয়ে পুনৰ মূৰ দাঙি উঠিব। লগে লগে ডুবিৰ 'দুৰ্বল' পাহাৰো পুনৰুত্থিত হ'ব।

## ধৰ্ম, ধৰ্মীয় অনুষ্ঠান

হিন্দু, মুছলমান আৰু কিছু সংখ্যক জৈন ধৰ্মাৱলম্বী মানুহ পাঠশালাত দেখা যায়। হিন্দুসকলৰ মাজত বৈষ্ণৱ আৰু বৈদিক দুয়ো পন্থাৰে মানুহ আছে যদিও বৈদিক ধৰ্মীয় মানুহৰ সংখ্যাই বেছি।

ধৰ্মানুষ্ঠান হিচাপে পাঠশালা নগৰৰ সোঁ মাজত হৰি মন্দিৰত দৌল উৎসৱ, পাঠশালা অঞ্চলৰ শিৱ মন্দিৰত শিৱৰাত্ৰি উৎসৱ, নগৰৰ সোঁমাজত ভাগৱতী ক্ষেত্ৰত মাৰোৱাৰী সম্প্ৰদায়ৰ শনি মন্দিৰ এটা আছে। উক্ত ঠাইতে আজিকালি শ্ৰীকৃষ্ণৰ ৰাস মহোৎসৱ বৰ উলহ-মালহেৰে পালন কৰা হয়। পাঠশালা নগৰৰ দক্ষিণ ফালে ষ্টেচন ৰোডত এটি ৰাধাকৃষ্ণৰ মন্দিৰ আছে। তাত অসমীয়া, বঙালী, মাৰোৱাৰী সম্প্ৰদায়ৰ মানুহে দৈনিক পূজা-অৰ্চনা কৰে। পাঠশালা নগৰৰ উত্তৰ সীমাত অৱস্থিত শ্ৰীশ্ৰী শিৱ শক্তি দেৱালয়ত কালী পূজা, শিৱ পূজা আৰু দীপান্বিতা উৎসৱ বৰ উলহ-মালহেৰে পালন কৰা হয়। এই মন্দিৰ সচৰাচৰ কালী মন্দিৰ বুলিয়ে জনাজাত। বৰ্ত্তমান নগৰৰ ভিতৰত কেইটামান নামঘৰ বান্ধি লৈ তাত কীৰ্ত্তন ভাগৱতপাঠ কৰাৰ ব্যৱস্থা আছে।

## শিক্ষাৰ ক্ষেত্ৰত পাঠশালা

শিক্ষাৰ ক্ষেত্ৰত গোটেই অসমৰ ভিতৰত এখন উল্লেখযোগ্য স্থান হ'ল পাঠশালা। এই নগৰৰ প্ৰায় ৯৫% মানুহেই শিক্ষিত।

১৯০৯ চনত পাঠশালাত পোন প্ৰথম বাৰৰ বাবে স্থাপিত হোৱা প্ৰাথমিক বিদ্যালয়খন ১৯১৬ চনত এম ভি স্কুললৈ উন্নীত হয়। ইয়াৰ পিছত স্থাপিত হয় ১৯২৬ চনত চৌখুটি মধ্য ইংৰাজী বিদ্যালয়ত আৰম্ভ কৰা বজালী হাইস্কুলখন ১৯২৭ চনত পাঠশালাৰ এটা গুদাম ঘৰলৈ স্থানান্তৰিত কৰা হয়। এই গুদাম ঘৰত এবছৰ চলাৰ পিছত ১৯২৮ চনত বৰ্ত্তমানৰ স্থানলৈ স্থায়ীভাৱে স্থানান্তৰিত কৰা হয়। সপ্তম শ্ৰেণীৰ পৰা দশম শ্ৰেণীলৈ শ্ৰেণীসমূহ ৰাখি স্থাপন কৰা এইখনেই বৰপেটা জিলাৰ প্ৰথম বেচৰকাৰী উচ্চ শিক্ষানুষ্ঠান। বজালী হাইস্কুলখনৰ শৈক্ষিক বাতাবৰণৰ উন্নতি সাধি ১৯৫৬ চনত ই বজালী উচ্চতৰ মাধ্যমিক বহুমুখী বিদ্যালয়লৈ ৰূপান্তৰ হয় যদিও ১৯৫৮ চনৰ পৰাহে শ্ৰেণীসমূহৰ পাঠদান আৰম্ভ হয়। ১৯৭৫ চনত 'বহুমুখী' শব্দটোৰ বিলুপ্তি ঘটি এই বিদ্যালয়ৰ নাম ৰখা হয় বজালী উচ্চতৰ মাধ্যমিক বিদ্যালয়। পৰীক্ষাৰ ফলাফলৰ ভিত্তিতে ইয়াৰ নাম সমগ্ৰ অসমজুৰি খ্যাত।

১৯৩৫ চনত ৩১৬নং বালিকা বিদ্যালয়, ১৯৪১ চনত ৩৩৯নং প্ৰাথমিক বিদ্যালয় আৰু ১৯৪৪ চনত পাঠশালতে স্থাপন হয় পাঠশালা ছোৱালী মধ্য ইংৰাজী স্কুল। ১৯৫৭

চনত এই স্কুলখন হাইস্কুললৈ উন্নীত হয়। সমগ্র বজালীৰ ভিতৰত এই শিক্ষানুষ্ঠানখনেই প্ৰথম স্ত্রী শিক্ষাৰ উচ্চ শিক্ষানুষ্ঠান।

শৈক্ষিক দিশত আৰু এখোপ আগবাঢ়ি ১৯৫৫ চনত স্থাপিত হয় পাঠশালাৰ পূব প্রান্তত এখন উচ্চ শিক্ষাৰ অনুষ্ঠান 'বজালী মহাবিদ্যালয়'। ১৯৬১ চনত পাঠশালা নগৰৰ সোঁমাজত ষ্টেচন ৰোডত হিন্দীভাষী ল'ৰাছোৱালীৰ বাবে এখন হিন্দী স্কুল স্থাপন হয়।

১৯৬৪ চনত পাঠশালাৰ উত্তাৰংশত স্থাপিত হয় হৰিহৰ গাঁও এম ই স্কুল আৰু মুগুৰীয়া আদর্শ প্রাথমিক বিদ্যালয়।

ছাত্ৰ-ছাত্রীৰ প্ৰসাৰণৰ প্ৰতি লক্ষ্য ৰাখি ১৯৭৬ চনত স্থাপিত হয় উত্তৰ বজালী হাইস্কুল।

উচ্চ শিক্ষাৰ সুবিধাৰ কাৰণে পাঠশালাৰ ৩১নং ৰাষ্ট্রীয় ঘাইপথৰ দাঁতিত ১৯৮৪ চনত 'পাঠশালা মহাবিদ্যালয়' নামেৰে দ্বিতীয়খন মহাবিদ্যালয় স্থাপন হয়। সেই বছৰতে পাঠশালাৰ মাজ মজিয়া কৃষ্ণ নগৰত এখন প্ৰাথমিক বিদ্যালয় স্থাপিত হয়। তাৰ পিছত ১৯৮৫ চনত মিলনপুৰত মিলনপুৰ প্ৰাথমিক বিদ্যালয় স্থাপন হয়।

ওপৰোক্ত শিক্ষানুষ্ঠানৰ উপৰি শিক্ষাৰ সম্প্ৰসাৰণৰ কাৰণে ব্যক্তিগত উদ্যোগত ভালেকেইখন বিদ্যালয় স্থাপন হৈছে। সেই বিলাকৰ ভিতৰত বজালী একাডেমী অব্ এক্সিলেনচ, আনন্দ ৰাম বৰুৱা একাডেমী, কৃষ্ণকান্ত সন্দিকৈ জুনিয়ৰ কলেজ, পাঠশালা শিক্ষাপীঠ, গিলবার্ট স্কুল, শংকৰদেৱ শিশু নিকেতন, সর্বোন্নয়ন ব্ৰহ্মচর্যাশ্রম আদর্শ বিদ্যালয়, পাঠাশালা জাতীয় বিদ্যালয় আদি সৰু-বৰ অসংখ্য বিদ্যালয় স্থাপিত হৈ শিক্ষাৰ দিশত পাঠশালাক বহুখিনি আগুৱাই নিবলৈ সমর্থ হৈছে।

## নাট্যচৰ্চাত পাঠশালা

অসমৰ কলা-সংস্কৃতিৰ বৰ পথাৰত এটি জনপ্ৰিয় নাম তথা অনুষ্ঠান ভ্ৰাম্যমাণ থিয়েটাৰ। ভ্ৰাম্যমাণ থিয়েটাৰ বুলিলে এখন ঠাইৰ নাম আহি পৰে সেয়া 'পাঠশালা'। বৰপেটা জিলাৰ বজালী মহকুমাৰ সদৰ স্থান এখনি সৰু নগৰ।

ভ্ৰাম্যমাণ যাত্ৰাদলৰ উত্তৰণ ঘটাই এই পাঠশালাতে পোনপ্ৰথম বাৰৰ বাবে জন্ম লাভ কৰে 'ভ্ৰাম্যমাণ থিয়েটাৰ'। সেয়া আছিল ১৯৬৩ চন। এই ভ্ৰাম্যমাণ থিয়েটাৰৰ সৃষ্টিৰ প্ৰথম পুৰুষ জনেই হ'ল 'কমল কুমাৰী বৰুৱা' বঁটা আৰু 'নট সূর্য ফণী শর্মা' বঁটা প্রাপ্ত শিল্পী শ্ৰী অচ্যুত লহকৰ। লহকৰ ডাঙৰীয়াই যেতিয়া কলিকতাত আছিল তেতিয়া তেওঁ বিভিন্ন ধৰণৰ থিয়েটাৰ চোৱাৰ সুযোগ লাভ কৰিছিল। পিছলৈ তেওঁ অসমলৈ আহি ১৯৬১-৬২ চনত ভাতৃ সদানন্দ লহকৰ আৰু নাট্যসম্রাট চন্দ্ৰ চৌধুৰীদেৱৰ লগত থিয়েটাৰ খোলা সম্পৰ্কে আলোচনা কৰে। কিন্তু লহকৰৰ পৰিকল্পনা বাস্তৱায়িত কৰাত বহুখিনি অসুবিধা আহিব পাৰে বুলি তেওঁলোকে লহকৰ ডাঙৰীয়াক এই চিন্তাধাৰাৰ পৰা আঁতৰি থাকিবলৈহে পৰামর্শ দিছিল। কিন্তু জেদী মনৰ অচ্যুত লহকৰে ১৯৬২ চনত মন স্থিৰ

কৰি ১৯৬৩ চনৰ পৰা ভ্ৰাম্যমাণ থিয়েটাৰ কৰিব বুলি সংকল্প ল'লে। আৰু তাৰেই পৰিণতিত জন্ম হ'ল অসমৰ প্ৰথম ভ্ৰাম্যমাণ থিয়েটাৰ **নটৰাজ থিয়েটাৰ**।

১৯৬৩ চনৰ ২ অক্টোবৰ তাৰিখে উদ্বোধনী সন্ধিয়াত 'নটৰাজ থিয়েটাৰে নাট মঞ্চস্থ কৰে নটসূৰ্য ফণী শৰ্মাৰ কালজয়ী নাট 'ভোগজৰা'। অচ্যুত লহকৰৰ এই চিন্তাধাৰাৰ ওপৰত কলাগুৰু বিষ্ণু ৰাভাদেৱৰ মন্তব্য আছিল এনেধৰণৰ— 'এটা বিৰাট তম্বু ছাউনী, তাৰ ভিতৰতে ৰংগমঞ্চ আৰু এহেজাৰ আসনেৰে প্ৰেক্ষাগৃহ, লগত থাকিব দুটা ইঞ্জিন ডায়নামো যাৰ সহায়েৰে গোটেই ছাউনী জলমলাই উঠিব। ছয়টা মাইক্ৰোফোন— যাৰ সহায়ত ফুচফুচনিও দূৰৰ শ্ৰোতাৰ কাণত সুশ্ৰাব্য হ'ব। টেপৰেকৰ্ডাৰ— যাৰ সহায়ত বিশেষ দৃশ্যৰ আৱহাৱা সৃষ্টি হ'ব। ইলাহি কাৰবাৰ। থিয়েটাৰক ইমান যান্ত্ৰিক কৰি তোলাৰ সপোন ভাৰতত কোনেও দেখা নাই। অচ্যুত লহকৰৰ এই কল্পনা যদি বাস্তৱত কেনেবাকৈ পৰিণত হয়, তেন্তে অসমৰ নাট্য বুৰঞ্জীত এটা নতুন অধ্যায় সোণালী আখৰেৰে লিখা থাকিব...'

অচ্যুত লহকৰে এনে এখন মঞ্চ উদ্ভাৱন কৰিছিল, য'ত পূৰ্বৰ পৰম্পৰা ভাঙি দৃশ্যান্তৰ হৈ পৰিছিল বিৰামবিহীন। তেখেতে সৃষ্টি কৰা মঞ্চখন আছিল মটৰৰ চকাৰ নিচিনা চকাৰ ওপৰত দুখন গতিশীল মঞ্চ। প্ৰথম খনত অভিনয় চলি থাকোতে দ্বিতীয় মঞ্চখন দৰ্শকৰ আঁৰত ৰাখি পৰৱৰ্তী দৃশ্যৰ বাবে মঞ্চসজ্জা কৰি লোৱা হৈছিল। কিন্তু টায়াৰৰ চকা লগোৱাৰ ফলত কিছু অসুবিধাৰ সৃষ্টি হ'ল; কাৰণ মঞ্চত অভিনয় চলি থাকিলে অভিনেতাৰ পদচালনাৰ ফলত মঞ্চখন কঁপি উঠে। সেয়ে তেওঁ পিছলৈ টায়াৰৰ চকা সলনি কৰি ৰেলগাড়ীৰ নিচিনাকৈ দুডাল লোৰ ওপৰত চলিব পৰা লোৰ চকা লগাই লৈছিল। এই লোৰ চকা সংলগ্ন মঞ্চৰে প্ৰথম নাট প্ৰদৰ্শন কৰে সৰুপেটাৰ ওচৰৰ কেন্দুগুৰি গাঁৱত। এই 'নটৰাজ থিয়েটাৰ' নামৰ ভ্ৰাম্যমাণ থিয়েটাৰ দলত তেওঁ জড়িত কৰি লৈছিল অসমৰ কেবাগৰাকীও নামী শিল্পী আৰু কলা-কুশলীক। সেই বিশিষ্টসকলৰ ভিতৰত উল্লেখনীয়সকল আছিল ক্ৰমে— কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা, শোণিত কোঁৱৰ গজেন বৰুৱা, নাট্যসম্ৰাট চন্দ্ৰ চৌধুৰী, চিত্ৰ শিল্পী আদ্য শৰ্মা, ত্ৰৈলোক্য দত্ত, ধৰণী বৰ্মন, জিতেন পাল, ধৰণীধৰ গোস্বামী, ৰুদ্ৰ চৌধুৰী, ভোলা কটকী, অনুপমা ভট্টাচাৰ্য, জোৎস্না দেৱী, শৰৎ মজুমদাৰ, প্ৰভাত শৰ্মা, ৰাজকৃষ্ণ বাঢ়ৈ, কৃষ্ণ ৰয়, ৰতন লহকৰ আদি।

উদ্ভাৱনশীল মনোভাবৰ অচ্যুত লহকৰে ১৯৬৭-৬৮ চনত ভ্ৰাম্যমাণ থিয়েটাৰলৈ আনিলে এক নতুন মাত্ৰা। ইয়াৰ ফলত জন্ম হ'ল 'নটৰাজ চিনে থিয়েটাৰ'। থিয়েটাৰৰ মঞ্চত কিছুমান দৃশ্য মঞ্চসজ্জাৰ অবিহনে প্ৰজেক্টৰৰ সহায়ত কথাছবিৰ লেখীয়াকৈ দেখুৱালে। চিনেমা আৰু মঞ্চাভিনয় একেখন নাটকত একে লগে দেখুওৱাৰ প্ৰচেষ্টা এয়ে প্ৰথম।

বৰ্তমান 'নটৰাজ থিয়েটাৰ' লুপ্ত নে সুপ্ত বিচাৰ কৰা কঠিন হৈ পৰিছে। ইয়াৰ অন্তৰালত নিশ্চয় অচ্যুত লহকৰৰ বাৰ্ধক্য নতুবা নতুন নতুন ব্যয়বহুল থিয়েটাৰ দলৰ জন্ম।

১৯৬৭ চনত পাঠশালাৰে হেমকান্ত তালুকদাৰৰ প্ৰযোজনত সৃষ্টি হয় আন এটা ভ্ৰাম্যমাণ থিয়েটাৰ দল। সেয়া হ'ল 'মঞ্চৰূপা থিয়েটাৰ'। এই দলটোৰ নাট পৰিচালক হিচাপে আছিল নাট্য সম্ৰাট চন্দ্ৰ চৌধুৰী আৰু সুদক্ষ অভিনেতা, পৰিচালক শিক্ষাবিদ ধৰণীধৰ দেৱ গোস্বামী।

১৯৭০ চনত কুমুদ শৰ্মা প্ৰযোজিত ভ্ৰাম্যমাণ থিয়েটাৰ 'অসম ষ্টাৰ থিয়েটাৰ'ৰ জন্ম হয়। এই থিয়েটাৰৰ আলোড়ন সৃষ্টিকাৰী নাটসমূহ আছিল— নৰ্ত্তকী, কলংকিনী, শোভাযাত্ৰা, হিটলাৰ আদি। অভিনেতা-অভিনেত্ৰী হিচাপে আছিল ৰুদ্ৰ চৌধুৰী, পৰাগ বৰুৱা, ৰীনা বৰা, ডালিম দাস আদি।

১৯৭৩ চন। পাঠশালাত আকৌ জন্ম হ'ল আন এক ভ্ৰাম্যমাণ থিয়েটাৰ দল। শ্ৰী অচ্যুত লহকৰৰ ভাতৃ সদানন্দ লহকৰে নিজাববীয়াকৈ সৃষ্টি কৰিলে 'নটৰাজ শিল্পীনিকেতন।' পিছলৈ ই নাম সলাই হ'লগৈ 'আৰাধনা থিয়েটাৰ। ১৯৮১ চনত এই নাট্যদলে AICA (All India Critic's Association)ৰ পৰা সৰ্বভাৰতীয় পুৰস্কাৰ লাভ কৰি অসমলৈ গৌৰৱ কঢ়িয়াই আনিছিল। এই নাট্য দলত বিভিন্ন অভিজ্ঞ মঞ্চশিল্পীৰ উপৰি সদানন্দ লহকৰে জড়িত কৰি লৈছিল বোলছবি জগতৰ বিশিষ্ট শিল্পী আব্দুল মজিদ, বিজয় শংকৰ আদিক। নাট্যকাৰ হিচাপে জড়িত আছিল প্ৰফুল্ল বৰা, মহেশ কলিতা, ফুলেন বৰ্মন আব্দুল মজিদ আদি। আলোক শিল্পী হিচাপে জড়িত আছিল কল্যাণ দে। বৰ্তমান এই নাট্যদলটিৰ বিলুপ্তি ঘটিছে।

১৯৭৬ চনত পাঠশালাত জন্ম হ'ল বৰ্তমানলৈ আটাইৰে জনপ্ৰিয় ভ্ৰাম্যমাণ থিয়েটাৰ 'কহিনুৰ থিয়েটাৰ'। দুই বিশিষ্ট বন্ধু প্ৰখ্যাত অভিনেতা, লেখক শ্ৰী ৰতন লহকৰ আৰু প্ৰখ্যাত আলোক শিল্পী কৃষ্ণ ৰয়ৰ যুটীয়া প্ৰচেষ্টাত গঢ় লয় এই অনুষ্ঠানে। জন্ম লগ্নৰে পৰা কহিনুৰ থিয়েটাৰে নাট নিৰ্বাচন, আলোক সম্পাত তথা মঞ্চ কৌশলত এক অভিলেখ সৃষ্টি কৰিবলৈ সমৰ্থ হৈছে। এই নাট্য দলটিয়ে সম্পূৰ্ণ গতানুগতিকতাৰ পৰা আঁতৰি আহি দেশী-বিদেশী কাহিনীৰ আধাৰত ৰচিত বিখ্যাত নাট— মাটিৰ গাড়ী, শৰাগুৰি চাপৰি, ক্লিওপেট্ৰা, অসীমত যাৰ হেৰাল সীমা, ৰামায়ণ, মহাভাৰত, বিষ্ণুপ্ৰসাদ, টাইটানিক আদি প্ৰদৰ্শনেৰে দৰ্শকৰ ৰুচিৰ পৰিৱৰ্তন কিছু হ'লেও আনিবলৈ সমৰ্থ হৈছে। এই কহিনুৰ থিয়েটাৰৰ প্ৰথম দৰ্শনৰ প্ৰথম নাট আছিল 'গংগা-যমুনা'। থিয়েটাৰ দলটিত জড়িত বিশিষ্টসকলৰ ভিতৰত নাট্যসম্ৰাট চন্দ্ৰ চৌধুৰী, মহানন্দ শৰ্মা, ৰতন লহকৰ, প্ৰশান্ত হাজৰিকা, ইলা কাকতি, সুৰেন মহন্ত, নাট্যকাৰ পৰিচালক হেমন্ত দত্ত, ৰুনু দেৱী, যতীন বৰা, নাট্যকাৰ প্ৰফুল্ল বৰা, মহেন্দ্ৰ বৰঠাকুৰ, প্ৰস্তুতি পৰাশৰ, নিকুমণি বৰুৱা, পোহৰ শিল্পী তাপস সেন, ড° ভবেন্দ্ৰ নাথ শইকীয়া আদি।

১৯৮০ চনত কৃষ্ণ ৰয়ে কহিনুৰ থিয়েটাৰৰ পৰা আঁতৰি আহি জন্ম দিয়ে এক নতুন নাট্যদল— 'আৱাহন থিয়েটাৰ'। এই আৱাহন থিয়েটাৰে আন আন থিয়েটাৰ দলৰ নিচিনাই কাম কৰি এটা সময়ত মঞ্চৰ যান্ত্ৰিক কলা-কৌশল আঁতৰাই দৰ্শকক ৰুচিপূৰ্ণ নাটেৰে— আদৰ্শমূলক নাটেৰে মুহিবলৈ চেষ্টা কৰিলে ড° ভবেন্দ্ৰ নাথ শইকীয়াদেৱৰ নিচিনা বিশিষ

ব্যক্তিক ভ্ৰাম্যমাণ মঞ্চজগতলৈ টানি আনি। ড° শইকীয়াৰ নাটবোৰত প্ৰথম অৱস্থাত দৰ্শকৰ সহাঁৰি কিছু কম আছিল যদিও পিছলৈ দৰ্শকৰ উপস্থিতি ইমানেই বাঢ়িছিল যে ড° শইকীয়াৰ নাটকহে দৰ্শকক লাগে। এই ৰুচি পৰিৱৰ্ত্তনৰ ক্ষেত্ৰত আৱাহন থিয়েটাৰৰ প্ৰয়োজক শ্ৰীকৃষ্ণ ৰয় ধন্যবাদৰ পাত্ৰ। আৱাহন থিয়েটাৰে দেশী-বিদেশী কাহিনীৰ আধাৰত নাট প্ৰদৰ্শন কৰি দৰ্শকৰ ৰুচিবোধত এক মাত্ৰা প্ৰদান কৰিছিল। আৱাহন থিয়েটাৰৰ অজস্ৰ নাটৰ ভিতৰত ড° শইকীয়াৰ জন্মভূমি, নীলকণ্ঠ, শতাব্দী. দীনবন্ধু আদি; হেমন্ত দত্তৰ শ্ৰীমদ্ভাগৱত গীতা; বিনোদ ভাগৱতীৰ 'পম্পেইৰ প্ৰলয়', ধ্ৰুৱজ্যোতি শৰ্মাৰ বেনজিৰ ভুট্টো; মুনীন বৰুৱাৰ জোনাকী কাৰেং; ভবেন বৰুৱাৰ গৃহস্থ চাকৰ আৰু কুকুৰ; মহেন্দ্ৰ বৰঠাকুৰৰ শিমলু চন্দন আদি। বৰ্তমান উদীয়মান তথা প্ৰতিষ্ঠিত ডেকা নাট্যকাৰ অভিজিৎ ভট্টাচাৰ্যৰ পৰীক্ষামূলকভাৱে বিভিন্ন নাটবোৰেও দৰ্শকক মুহিব পাৰিছে।

শিল্পীসকলৰ ভিতৰত নিপন গোস্বামী, প্ৰাঞ্জল শইকীয়া, ভবেশ বৰুৱা. চন্দ্ৰ চৌধুৰী, সুৰেন মহন্ত, ৰীনা বৰা, পুস্পা দেৱী, পৰাগ বৰুৱা, হেম ভট্টাচাৰ্য্য, জীৱেশ্বৰ ডেকা, প্ৰাণজিত দাস, অৰুণ বেজবৰুৱা, চম্পক শৰ্মা আদি; সংগীত শিল্পী দশৰথ দাস, নাৰায়ণ বৰুৱা, দেৱেশ্বৰ দাস আদি বিশেষ উল্লেখযোগ্য।

১৯৮২ চনত পাঠশালাত আকৌ এটি নাট্যদল গঠন হৈ উঠে। 'অনিৰ্বাণ থিয়েটাৰ' নামৰ এই ভ্ৰাম্যমাণ থিয়েটাৰ দলৰ প্ৰযোজক আছিল সুভাষ চৌধুৰী। পোনতে প্ৰায় দুবছৰমান পাঠশালাক কেন্দ্ৰস্থল হিচাপে লোৱা এই নাট্যদলটিয়ে পিছলৈ সৰ্থেবাৰীত মুখ্য কাৰ্যালয় পাতি নাট অভিনয়ৰ দিশত আগবাঢ়ে। এই নাট্য দলটিত জড়িত হৈ পৰিছিল নাট্যকাৰ অভিনেতা ভবেন বৰুৱা, যাদুকৰ এম হুছেইন, কথাছবি শিল্পী ইভা আচাও আদি শিল্পীসকল। এই দলটোৱে কবৰৰ কংকাল, কনকলতা, মহাযুদ্ধৰ পিছত, অগ্নিগড় আদি উৎকৃষ্ট নাট প্ৰদৰ্শন কৰি সফলতা অৰ্জন কৰিছিল। বৰ্ত্তমান এই দলটিৰ বিলুপ্তি ঘটিছে।

তাৰ পিছত পৰ্য্যায়ক্ৰমে ৰজনী পাটগিৰীৰ প্ৰযোজনাত **উপাসনা থিয়েটাৰ, চিত্ৰলেখা থিয়েটাৰ**, কংকেশ্বৰ কলিতা আৰু যোগেন কলিতাৰ প্ৰযোজনাত **কুমাৰ ইন্দ্ৰজিৎ থিয়েটাৰ**, কল্প কাকতিৰ প্ৰযোজনাত **নটসূৰ্য্য-বিষ্ণু-জ্যোতি থিয়েটাৰ** আৰু গপেশ তালুকদাৰৰ প্ৰয়োজনাত **পল্লৱী থিয়েটাৰৰ** জন্ম হৈছিল যদিও কালৰ সোঁতত বৰ্ত্তমান এই নাট্যদলবোৰৰ বিলুপ্তি ঘটিছে।

এইখিনিতে উল্লেখনীয় যে পাঠশালাৰ এই আটাইবোৰ নাট্যদলৰ অবৈতনিক নাট পৰিচালক তথা নানান দিহা-পৰামৰ্শেৰে আগবঢ়াই নিয়া বিশিষ্ট ব্যক্তিগৰাকী আছিল শিক্ষাবিদ, সমাজসেৱী, সুঅভিনেতা, পৰিচালক ধৰণীধৰ দেৱ গোস্বামী।

## অবৈতনিক নাট্যদল (এমেচাৰ থিয়েটাৰ)

**ক)পাঠশালা নাট্য মন্দিৰ ঃ** ভ্ৰাম্যমাণ থিয়েটাৰৰ জন্মৰ বহু আগৰে পৰাই পাঠশালা নাট

অভিনয়ৰ দিশত আগৰণুৱা আছিল। ১৯২৪ চনৰ পৰাই অবৈতনিক নাট্য গোষ্ঠীয়ে নাট অভিনয়ৰ বাবে এখনি স্থায়ী মঞ্চ সাজি লয়, নাম যাৰ—'পাঠশালা নাট্য মন্দিৰ'। চহৰৰ মাজ মজিয়াত এইনাটশালা নিৰ্মাণৰ আঁৰৰ ব্যক্তি সকল আছিল সন্তৰাম চৌধুৰী, ৰত্নকান্ত তালুকদাৰ, গৌৰীকান্ত শৰ্মা, ৰামনাথ শৰ্মা, মংগলচণ্ডী দাস, বাপুৰাম পাটগিৰী, তাৰক শৰ্মা আদি।

এই নাট্য মন্দিৰটো বৰপেটা জিলাৰ প্ৰথম স্থায়ী নাটশালা।

এই নাটশালত জড়িত শিল্পীসকল আছিল— সন্তৰাম চৌধুৰী, প্ৰেমনাথ চৌধুৰী, বাপুৰাম পাটোৱাৰী, ৰজনী কান্ত চৌধুৰী, সিদ্ধেশ্বৰ শৰ্মা, ধৰণীধৰ দেৱ গোস্বামী, যোগেন্দ্ৰ নাথ শৰ্মা, ৰত্নকান্ত তালুকদাৰ, উমাকান্ত চৌধুৰী, তৰণীকান্ত চৌধুৰী, চন্দ্ৰ চৌধুৰী, হৰমোহন দাস, মুনীন্দ্ৰ নাথ শৰ্মা আদি। প্ৰথম অৱস্থাত স্ত্ৰী চৰিত্ৰসমূহ ৰূপায়িত কৰিছিল ক্ৰমে— ভোল্লা চৌধুৰী, অম্বৰীষ চৌধুৰী, দেউপতি শৰ্মা, চন্দ্ৰকান্ত শৰ্মা আদিয়ে।

১৯৫৩ চনত পাঠশালা নাট্য মন্দিৰত প্ৰথম সহ-অভিনয়ৰ পাতনি মেলে 'সন্তৰামি যুগে যুগে' নাটকেৰে।

অভিনেত্ৰী ৰূপে আহে মণিপুৰী যুৱতী সৰোজিনী দেৱী। সেই সময়ত বুৰঞ্জীমূলক আৰু ধৰ্মমূলক নাটৰ প্ৰচলন আছিল। পাঠশালা নাট্য মন্দিৰে কৰা উল্লেখনীয় নাটসমূহ আছিল— নন্দ দুলাল, শ্ৰীৰাম চন্দ্ৰ, নীলাম্বৰ, ছত্ৰপতি শিৱাজী, ছাহজাহান আদি। বৰ্ত্তমান এই অনুষ্ঠানটি জীৱিত যদিও বহু বছৰ ধৰি এই নাট্য মন্দিৰে নিজা ববীয়াকৈ নাট প্ৰদৰ্শন কৰা নাই।

**খ) মুগুৰীয়া ভাতৃ সংঘ আৰু চিত্ৰলেখা নাট্য মঞ্চ ঃ** ১৯২১-২২ চনতে আত্ম প্ৰকাশ কৰা 'দামোদৰ সংঘ'ৰ বৰ্ত্তমানৰ নাম হ'ল 'মুগুৰীয়া ভাতৃ সংঘ'। ১৯৪৮ চনলৈ এই সংঘই অস্থায়ী মঞ্চ সাজি নাট্য চৰ্চাত লাগি আছিল। সেই সময়ৰ বিশিষ্ট নাট্য-কৰ্মীসকল আছিল— নৰনাৰায়ণ দেৱ গোস্বামী, ধৰণীধৰ দেৱ গোস্বামী, সুৰেন্দ্ৰ নাথ শৰ্মা, গুণেশ্বৰ কাকতি, ডা° তৰুণ গোস্বামী, ডাঃ কৃষ্ণকান্ত শৰ্মা, গৌৰীনাথ শৰ্মা, গিৰীশ শৰ্মা, শম্ভুনাথ চৌধুৰী, তাৰক শৰ্মা, মুনীন্দ্ৰ নাথ শৰ্মা, অৰবিন্দ শৰ্মা, ৰুদ্ৰ চৌধুৰী আদি।

১৯৪৯ চনত এই সংঘৰ মজিয়াত স্থাপন কৰা হয় এখন স্থায়ী মঞ্চ— চিত্ৰলেখা নাট্য মঞ্চ। বৰ্ত্তমান ইয়াত জড়িত শিল্পীসকলে অকল বুৰঞ্জীমূলক বা ধৰ্মমূলক নাটতে আবদ্ধ নাথাকি নতুন আংগিকৰ নাট প্ৰদৰ্শন কৰিবলৈ লৈছে।

**গ) বজালী প্ৰগতি সংঘ আৰু আজাদ ভৱন ৰংগমঞ্চ ঃ** ১৯৪০ চনৰ ১০ মে তাৰিখে স্থাপিত হয় 'বজালী প্ৰগতি সংঘ'। এই অনুষ্ঠানটোৰ জন্মলগ্নৰ উদ্যোক্তাসকল আছিল— পদ্মশ্ৰী চন্দ্ৰপ্ৰভা শইকীয়ানী, সাংসদ ধৰণীধৰ দাস, ডাঃ উদয় তালুকদাৰ, প্ৰভাত শৰ্মা, ৰত্নকান্ত তালুকদাৰ, অৰ্জুন শৰ্মা, ৰমনী প্ৰসাদ শৰ্মা, উমেশ দত্ত, অমৃত তালুকদাৰ আদি। ১৯৪৮ চনলৈ এই অনুষ্ঠানে অস্থায়ী মঞ্চ সাজি নাট্যাভিনয় কৰিছিল যদিও ১৯৫৮ চনতহে স্থায়ী মঞ্চ আৰু প্ৰেক্ষাগৃহ 'আজাদ ভৱন' নিৰ্মাণ হয়। ১৯৫২ চনত এই অবৈতনিক নাট্য গোষ্ঠীটোৱে 'আনাৰ কলি' নাটেৰে বজালী অঞ্চলৰ মঞ্চত পোন প্ৰথম বাৰৰ বাবে সহঅভিনয়ৰ পাতনি

মেলে। অভিনেত্ৰীসকল আছিল গুৱাহাটীৰ গিৰিজা হাজৰিকা আৰু বীণা দাস (মান্না)। উক্ত সময়ৰ বিশিষ্ট শিল্পীসকল আছিল— ভৃগুপতি দত্ত, ধৰণীধৰ দেৱ গোস্বামী, ৰজনীকান্ত চৌধুৰী, ডাঃ হোমেশ্বৰ চৌধুৰী, চন্দ্ৰ চৌধুৰী, সদানন্দ লহকৰ আদি। তাৰ পিছত চামে চামে শিল্পী আহি নাট মঞ্চস্থৰ ধাৰাবাহিকতা অটুট ৰাখিছিল যদিও বৰ্তমান ই স্তিমিত হৈ পৰা দেখা গৈছে। এই অনুষ্ঠানত জড়িত শিল্পীসকলৰ ভিতৰত ৰুদ্ৰ চৌধুৰী, ৰতন লহকৰ, কৃষ্ণ ৰয়, সদানন্দ লহকৰ আদিয়ে ভ্ৰাম্যমাণ থিয়েটাৰলৈ ঢাপলি মেলিছে। এই অনুষ্ঠানটি নাট্যাভিনয়ত কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাই অংশগ্ৰহণ কৰি সোণত সুৱগা চৰাইছিল।

**ঘ) স্বাক্ষৰ নাট্য গোষ্ঠী ঃ** ১৯৭২ চনৰ ৮ অক্টোবৰত সৰহ সংখ্যক শিক্ষকতাৰ লগত জড়িত ব্যক্তিৰে গঠিত হয় 'স্বাক্ষৰ নাট্য গোষ্ঠী'। চীনা যুদ্ধৰ পটভূমিত কিৰণ দাস ৰচিত 'স্বাক্ষৰ' নামৰ নাটখনৰ প্ৰথম অভিনয়ৰ পাতনি মেলিয়ে নাট্য দলটিৰ নাম ৰখা হয় 'স্বাক্ষৰ নাট্য গোষ্ঠী'। জন্মলগ্নৰ শিল্পীসকল আছিল— ধৰণীধৰ দেৱ গোস্বামী, শচীন্দ্ৰ কুমাৰ দাস, দুৰ্গেশ্বৰ শৰ্মা, বিবেকা ৰায়চৌধুৰী, দীনেন গোস্বামী, মহেন্দ্ৰ নাথ শৰ্মা, পবিত্ৰী কাকতি, বিজু কাকতি, ডলী পাটোৱাৰী, শিশিৰ ভট্টাচাৰ্য্য, তৰুণ পাঠক, হাচান আলী আদি। বজালীত পোন প্ৰথম বাৰৰবাবে নাটকক দূৰদৰ্শনৰ মজিয়ালৈ টানি নিয়ে এই দলটিয়ে শচীন দাস ৰচিত নাট 'পোষ্টমৰ্টেম' নামৰ নাটখনিৰে। তাৰ পিছতে অনাতাঁৰ মাধ্যমলৈ লৈ যায় শচীন দাস ৰচিত 'বাঘনীতি' নামৰ অনাতাঁৰ নাটেৰে। এই দলটিৰ দূৰদৰ্শনৰ আন এখন নাট হ'ল 'ন পুখুৰীৰ মাছ'।

**ঙ) পাঠশালা সমন্বয় ঃ** ১৯৮৬ চনৰ শিল্পী দিৱসৰ দিনা সৃষ্টি হয় পাঠশালাৰ অন্যতম নাট্যগোষ্ঠী 'পাঠশালা সমন্বয়'। অৰুণ গোস্বামীৰ একাংকিকা 'আজি' নামৰ নাটখনিৰে পাতনি মেলা এই নাট্য গোষ্ঠীটোৱে অগতানুগতিক নাট্যাভিনয়েৰে বজালীৰ লগতে সমগ্ৰ অসমৰ বহুতো দৰ্শকক মুহিব পাৰিছে। এই অনুষ্ঠানৰ জন্মলগ্নৰ শিল্পীসকল ক্ৰমে মুকুল গোস্বামী, ডাঃ কংকন গোস্বামী, কিশোৰ শৰ্মা, গোকুল শৰ্মা, নৃপেন চৌধুৰী, মনোজ কলিতা, নিখিল তালুকদাৰ, যোগেন গোস্বামী, মামণি শৰ্মা, অৰ্চনা গোস্বামী, নিভা দাস, মীৰা চৌধুৰী, সোণজিৎ মহন্ত (পোনা), উৎপল শৰ্মা, জ্যোৎস্না মেধী আদি।

**চ) সাহিত্য-সংস্কৃতি আৰু সমাজ-কল্যাণ কেন্দ্ৰ ঃ** এই অনুষ্ঠানটি পাঠশালা সাহিত্য সভাৰ এটি অংগ। এই কেন্দ্ৰই মঞ্চনাটৰ উপৰি বাটৰ নাট, অনাতাঁৰ নাট পৰিবেশন কৰি আহিছে। উল্লেখনীয় নাটৰ ভিতৰত মহাৰাজা, হাতী আৰু ফান্দী, আমি স্বপ্নাতুৰ, মায়ঙৰ বেজ, আহাৰ আদি। ইয়াত জড়িত ব্যক্তিসকল হ'ল— ধৰণীধৰ দেৱ গোস্বামী, নৰনাৰায়ণ শৰ্মা, ৰুদ্ৰ চৌধুৰী, সতীশ চন্দ্ৰ চৌধুৰী, মাধৱ চন্দ্ৰ অধিকাৰী, মুনীন্দ্ৰ নাথ শৰ্মা, বিবেকা ৰায়চৌধুৰী, দীনেন গোস্বামী, প্ৰবোধ শৰ্মা, নাৰায়ণ শৰ্মা, হেমন্ত চৌধুৰী, বসন্ত পাটগিৰী, অৰবিন্দ শৰ্মা, মীৰা চৌধুৰী, ললিতা দেৱী, গীতা দেৱী আদি।

**ছ) মিলনপুৰ শিল্পী সমাজ গোষ্ঠী ঃ** ১৯৭৫ চনত মিলনপুৰত গঠিত হয় এটি অবৈতনিক

নাট্যদল— 'মিলনপুৰ শিল্পী সমাজ'। পিছলৈ ১৯৮০ চনত এই সমাজে নতুন আৰু স্থায়ী নামকৰণ কৰি লয় 'মিলনপুৰ শিল্পী গোষ্ঠী'। এই অনুষ্ঠানৰ বিশেষ কেইগৰাকীমান উদ্যোক্তা হ'ল— গজেন তালুকদাৰ, ৰত্নেশ্বৰ তালুকদাৰ, অমিয় পাটগিৰী, মনমোহন তালুকদাৰ, মথন তালুকদাৰ, সোণেশ্বৰ পাটগিৰী, পবিত্ৰী পাটগিৰী, মীনা তালুকদাৰ, পদুমী তালুকদাৰ, গোলাপী পাটগিৰী, মনেমতী দাস, অপূৰ্ব পাটগিৰী, অপূৰ্ব তালুকদাৰ, অনিল তালুকদাৰ, গগন পাটগিৰী, গদা পাটগিৰী, নলিনী পাটগিৰী, সৰযু তালুকদাৰ, ৰুমী পাটগিৰী আদি।

**জ) নাটমণ্ডল ঃ** শিশু নাটৰ প্ৰসাৰতাৰ ক্ষেত্ৰত পাঠশালাৰ 'নাটমণ্ডল' বৰপেটা জিলাৰ ভিতৰতে এটি উল্লেখযোগ্য নাট্যদল। এগৰাকী নাট্যকাৰক আগত ৰাখি এই শিশু অনুষ্ঠানটোৱে বিভিন্ন পৰ্যায়ত ৰাইজৰ আশিস পাইছে। শিশুশিল্পীসকল— হিমাংশু তালুকদাৰ, ৰাজকুমাৰ তালুকদাৰ, প্ৰণৱ দাস, ৰুদ্ৰ তালুকদাৰ, জয়ন্ত তালুকদাৰ, সঞ্জীৱ দাস, সংগীতা তালুকদাৰ, প্ৰণীতা ৰয়, বৰ্ণালী তালুকদাৰ, গিতিকা তালুকদাৰ, ডেইজী দাস, নিতুল তহবিলদাৰ, দিপ্তী তালুকদাৰ, ললিতা মেধী, নমিতা ৰয় আদি। একমাত্ৰ নাট্যকাৰ নিতুল কুমাৰ মেধীৰ আশাসুধীয়া প্ৰচেষ্টাত নাটমণ্ডলে আজিলৈকে সুনাম অক্ষুণ্ণ ৰাখিব পাৰিছে। এই নাট্য দলটিৰ জন্মলগ্ন ১৯৯৫ চনৰ ৮ নৱেম্বৰ। জন্মলগ্নৰ পৰা জড়িত জেষ্ঠ্যসকল ক্ৰমে — অপূৰ্বদেৱ চৌধুৰী, ৰূপম কলিতা, শ্যামন্ত তালুকদাৰ, শৈলেন কাকতি, চন্দনদীপ শৰ্মা, সৰোজ চৌধুৰী, দীনেন গোস্বামী আদি। শ্ৰেষ্ঠ শিশু নাট কেইখনমান— বিশ্বাস, নতুন চোলা, অবাধ্য সৰিতাৰ বৃত্তি পৰীক্ষা আদি। এই দলটিয়ে পিছলৈ জ্যেষ্ঠসকলক লৈও নাট অভিনয় কৰিবলৈ লৈছিল।

এইবোৰৰ উপৰি পাঠশালাত কিছুমান সাংস্কৃতিক দলৰ সৃষ্টি হৈছিল কিন্তু কালৰ সোঁতত সেয়া বৰ্তমান নিষ্প্ৰভ। সেইবোৰৰ ভিতৰত বিষ্ণুজ্যোতি শিল্পী সমাজ আৰু উদয়ন ক্লাবে মাজে মাজে দুই-এটা অনুষ্ঠান পৰিৱেশন কৰি নিজৰ অস্তিত্ব দেখুৱাই অহাৰ বিপৰীতে ৰূপকোঁৱৰ শিল্পী সমাজ, স্বৰগম ক্লাব, ব্ৰহ্মপুত্ৰ ক্লাব আদিৰ অস্তিত্ব প্ৰায় লোপ পোৱা বুলিয়ে ক'ব লাগিব।

## ডুবিৰ দেৱদাসী নৃত্য

পাঠশালা নগৰৰ পৰা প্ৰায় ৩ কিঃমিঃ দক্ষিণৰ ইতিহাসপ্ৰসিদ্ধ এখন গাঁও— নাম যাৰ ডুবি। জনশ্ৰুতি মতে দুৰ্বলা বা দুৰ্বলগিৰি পাহাৰ নামৰ এখন সৰু পাহাৰ ভূমিকম্পত মাটিৰ তললৈ বহি যায় অৰ্থাৎ ডুব যায়। সেয়েহে উক্ত ঠাইৰ নাম 'ডুবি' ৰখা হয়। এই ডুবিৰে আন নাম বুঢ়াগোসাঁইৰ থান বা মহাদেৱৰ থান। কিন্তু বৰ্তমান ইয়াক ডুবি নামেৰেহে সকলোৱে জানে।

এই ডুবি গাঁৱতেই আছে এখন বিখ্যাত দেৱালয়— শ্ৰীশ্ৰী পৰিহৰেশ্বৰ দেৱালয়। সহজ অৰ্থত মানুহে 'ডুবি দেৱালয়' বুলিয়ে কয়।

এই ডুবিত থকা শিৱবিগ্ৰহৰ আবিৰ্ভাৱ সম্পৰ্কতো আছে এটি জনশ্ৰুতি। স্বৰ্গদেউ শিৱসিংহৰ ৰাজত্ব কালত ৰঘুবৰ নামৰ ব্ৰাহ্মণ এজনৰ এজনী খীৰতি গাই আছিল। গাইজনীয়ে গৃহস্থক ঘৰত গাখীৰ নিদিয়ে। ব্ৰাহ্মণে এদিন সন্দেহবশতঃ গাইজনীক অনুসৰণ কৰিলে। ব্ৰাহ্মণে দেখে যে পুষ্পভদ্ৰা নদীৰ পাৰত দুৰ্বলগিৰিৰ নামনিত এজোপা বিৰিণা গছৰ ওচৰত গাইজনীয়ে আপোনা আপুনি গাখীৰ দি আছে। সন্দেহবশতঃ উক্ত ঠাইখিনিত গাইজনীয়ে কিয় গাখীৰ দিয়ে তাকে চাবলৈ ব্ৰাহ্মণে বিৰিণাজোপাৰ কামত কোৰেৰে খান্দি চালে। কোৰৰ ঘাপ কিবা এটা কঠিন বস্তুত লাগিল। ভালকৈ চাই ব্ৰাহ্মণে দেখা পালে সেয়া কোনো সাধাৰণ শিল নহয়— সেয়া এক শিৱলিংগহে। ব্ৰাহ্মণে শিৱ লিংগটি উঠাবলৈ বহু চেষ্ট চলাইও বিফল হ'ল (শিৱলিংগত এতিয়াও কোৰৰ ঘাপৰ চিন বিদ্যমান)। সেইদিনাই নিশা ব্ৰাহ্মণক শিৱই সপোনতে দেখা দি সেই ঠাইতে এটা মন্দিৰ সাজি পূজা দিবলৈ ক'লে। এইবোৰ কথা স্বৰ্গদেউ শিৱসিংহৰ কাণত পৰিল। স্বৰ্গদেউৱে লগে লগে ডুবিলৈ আহি সেই স্থানত এটি গৃহ নিৰ্মাণ কৰাই দিয়ালে। মন্দিৰ পৰিচালনাৰ সুবিধাৰ্থে স্বৰ্গদেউৱে ৭৬০ পুৰা মাটি আৰু ৫৭ গোট পাইক দান কৰে। পিছত স্বৰ্গদেউ লক্ষ্মীসিংহই পৰিহৰেশ্বৰ বিগ্ৰহৰ ওপৰত এটি মন্দিৰ নিৰ্মাণ কৰাই দিয়ে।

ডুবি দেৱালয়ত যদিও মূলতঃ শিৱ পূজা কৰা হয় তথাপি বিষ্ণু আৰু দুৰ্গাদেৱীৰো পূজা কৰা হয়। ইতিমধ্যে ডুবিৰ দেৱালয়ত বৰৰজা ফুলেশ্বৰীয়ে (১৭২২ খৃঃ—১৭৩১ খৃঃ) 'নৱ পত্ৰিকা' নামৰ অষ্ট ভূজা দুৰ্গামূৰ্ত্তি এটি দান কৰিছিল। এই মূৰ্ত্তিৰ উপৰিও শিৱ, বিষ্ণু আৰু বলৰামৰ মূৰ্তিও স্থাপন কৰা আছে। মন্দিৰত এটা চতুৰ্ভুজ মূৰ্তিও আছে। এই মূৰ্তিটোক 'টাঙালিয়া গোসাঁই' নামে জনা যায়। ইয়াৰ উপৰি পৰৱৰ্তী সময়ত বিভিন্নজনে দান কৰা মূৰ্তি আৰু শালগ্ৰাম দেখিবলৈ পোৱা যায়।

শিৱৰ বিগ্ৰহটো ভূ-পৃষ্ঠৰ পৰা প্ৰায় ১৪ ফুট মাটিৰ তলত অৱস্থিত। এই শিৱ বিগ্ৰহত কৰা পূজাৰ ফুল-পানী আদি নৈৱেদ্যবোৰ এটি প্ৰাকৃতিক নলাৰে উত্তৰ দিশত থকা এটা পুখুৰীত পৰে। এই পুখুৰীটো 'ভিতৰ পুখুৰী' নামে জনাজাত। ইয়াৰ উপৰি ইয়াৰ আশে-পাশে কেবাটাও সৰু-বৰ পুখুৰী আছে। সেইবাৰ ক্ৰমে পদুম পুখুৰী, গণক পুখুৰী, গংগা পুখুৰী, ৰাজ পুখুৰী, বৰ পুখুৰী নামেৰে খ্যাত।

মন্দিৰৰ কাষতে এটা নাটঘৰ আছে। এই নাটঘৰটো দীঘলে ১০০ হাত, বহলে ৬০ হাত আৰু ওখ ১৫ হাত। মন্দিৰৰ উত্তৰা-দক্ষিণাকৈ সজা ভোগ ঘৰৰ লগতে ভঁৰাল ঘৰ, জিৰণি কোঠা আদিও অৱস্থিত। মন্দিৰৰ নাতি দূৰৈত পূব দিশত এখন বৃহৎ কেতেকী ফুলৰ বাগিচা আছে। প্ৰবাদ আছে যে কোনোবা এগৰাকী দেৱদাসীয়ে শিৱৰ আগত নৃত্য কৰি থাকোতে হঠাৎ নৃত্যৰ ছন্দত তাল ভংগ হোৱাৰ কাৰণে শিৱৰ অভিশাপত কেতেকী ফুলৰ গছ হৈ শিৱৰ চৰণ চুই মুক্তিৰ অপেক্ষাত যেন আজিও ৰৈ আছে। বৰ্তমান যত্নৰ অভাৱত এই কেতেকীবাৰীখন ম্লান হৈ পৰা পৰিলক্ষিত হৈছে।

এই দেৱালয়খনতে প্ৰচলিত আছিল বিখ্যাত দেৱদাসী নৃত্য। নৃত্যপটীয়সী উৰ্বশীৰ সৃষ্ট এই দেৱদাসী নৃত্য। বিগ্ৰহৰ পূজাৰ কাৰণে বৰৰজা ফুলেশ্বৰীয়ে নেঘেৰী টিঙৰ পৰা 'ভূঞি প্ৰিয়া' নামৰ এজনী দেৱদাসী আৰু 'খৰানাকা' নামৰ এজন বায়ন অনাই মন্দিৰত দেৱদাসী নৃত্যৰ পাতনি মেলে।

দেৱদাসী নৃত্যৰ প্ৰসাৰৰ বাবে পিছলৈ কেবাগৰাকীও দেৱদাসী মন্দিৰলৈ আহে। তেওঁলোকৰ ভিতৰত সভাৰাণী, সৰলা, সুশীলা, মীনেশ্বৰী, কৃষ্ণপ্ৰিয়া, হালধি প্ৰিয়া, হৰিপ্ৰিয়া, নিৰ্ভৰ্সী, ডালিমী, যামিনী, অহল্যা, সজানী, সাবিত্ৰী আদি উল্লেখযোগ্য।

এই দেৱদাসী নৃত্যৰ লগত জড়িত বায়নসকল আছিল ক্ৰমে— বেছাৰাম, কিনাৰাম, সনো, খৰিকা বায়ন, কলাৰাম, মথুৰ, হুদু, নিলো, লোহিত চন্দ্ৰ বায়ন আদি।

কুৰি শতিকাৰ প্ৰায় তৃতীয় দশকত এই নৃত্য নানান সামাজিক, ব্যক্তিগত আৰু ৰাজনৈতিক কাৰণত স্তব্ধ হৈ পৰে। সেয়েহে মন্দিৰত সোমাই পৰে অপশক্তি তথা অপসংস্কৃতি। দেৱতাৰ চৰণত উৎসৰ্গিত দেৱদাসীসকল ক্ৰমে সমাজৰ উচ্চ খাপৰ মানুহবোৰৰ ভোগৰ সামগ্ৰী হৈ পৰাৰ ফলতে ই প্ৰায় লুপ্ত হৈ যায়। সেই সময়ত তদানীন্তন বৰপেটাৰ মহকুমাধিপতি দুৰ্গেশ্বৰ শৰ্মা আৰু দেৱালয়ৰ দলৈ নৰেন্দ্ৰ নাথ শৰ্মা দলৈৰ যুটীয়া প্ৰচেষ্টাত ইয়াক সম্পূৰ্ণৰূপে বন্ধ কৰি দিয়া হয়।

১৯৫৪ চনত অসম সংগীত সন্মিলনৰ গুৱাহাটী অধিবেশনত পাঠশালাৰ বিশিষ্ট শিল্পী ৰত্নকান্ত তালুকদাৰদেৱে কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভা আৰু নৃত্যশিল্পী প্ৰদীপ চলিহাদেৱৰ লগ পাই দেৱদাসী নৃত্য সম্পৰ্কে বিশদভাৱে আলোচনা কৰি উক্ত নৃত্য পুনৰুদ্ধাৰৰ ব্যৱস্থা লয়। সেই বছৰৰে শেষ ভাগত কলাগুৰুক পাঠশালালৈ মাতি আনি পাঠশালা নাট্য মন্দিৰত ডুবিৰ শেষ দেৱদাসী কৌশল্যা আৰু বৈয়াবালাৰ লগত তালুকদাৰ আৰু ৰাভাদেৱে দেৱদাসী নৃত্য সম্পৰ্কত গভীৰ আলোচনাত বহে। ৰাভাদেৱৰ অনুৰোধত কৌশল্যা আৰু বৈয়াবালাই নৃত্য পৰিৱেশন কৰে আৰু তাত খোল আৰু তাল সংগত কৰে শিল্পী বেছাৰাম বায়ন আৰু কিনাৰাম বায়নে। কিন্তু অনুশীলন আৰু দেহৰ জঠৰতাৰ বাবে বয়সে গৰকা শিল্পী দুগৰাকীয়ে যথোচিত মুদ্ৰাবোৰ প্ৰদৰ্শন কৰাত অসুবিধা পালে, কিন্তু নৃত্যৰ ওপৰত থকা অগাধ পাণ্ডিত্য আৰু সূক্ষ্ম দৃষ্টিৰ জৰিয়তে ৰাভাদেৱে নৃত্যৰ তাল-মান-মুদ্ৰা আদি সহজতে আয়ত্বলৈ আনিবলৈ সক্ষম হ'ল। এই মৃতপ্ৰায় নৃত্যটি ধৰি ৰাখিবলৈ বিষ্ণুৰাভাদেৱে পাঠশালাৰে বীনা চৌধুৰী, জয়া পাটগিৰী, ৰেণু দেৱী আৰু লীলা দাসক নৃত্যটি শিকাই দিলে। লগতে ৰত্নকান্ত তালুকদাৰদেৱে বেছাৰাম বায়নৰ পৰা খোলৰ তালমান শিকি লয় আৰু কিনাৰাম বায়নৰ পৰা ভোলা চৌধুৰী আৰু নীলকান্ত তালুকদাৰে তালৰ বোলবোৰ আয়ত্ব কৰি লয়।

ইতিমধ্যে ডুবি গাঁৱৰ বোৱাৰী নীলা বায়ন এই নৃত্যটিৰ প্ৰতি আকৃষ্ট হয়। সমাজৰ ৰোষত পৰাৰ ভয়ত তেওঁ ডুবিৰ শেষ দেৱদাসী কৌশল্যা আৰু বৈয়াবালাৰ পৰা গোপনে এই নৃত্যটি শিকি লয়।

পৰৱৰ্তী কালত প্ৰসন্ন বায়নৰ তত্ত্বাৱধানত দেৱদাসী নৃত্যৰ বাবে এটি নৃত্য দল খোলা হয়। এই দলৰ শিল্পীসকল আছিল ক্ৰমে নীলা বায়ন, ৰীতা বায়ন, মঞ্জু বায়ন, বিজু বায়ন, নিৰ্মালী বায়ন, কল্পনা বায়ন আদি।

বিষ্ণু ৰাভাৰ পৰামৰ্শ মতে নৃত্যটি পুনৰুদ্ধাৰৰ চেষ্টা চলায় শিল্পী ৰত্নকান্ত তালুকদাৰে। তেওঁ দেৱদাসী নৃত্যৰ সমল বিচাৰি অসমৰ প্ৰাচীন শৈৱ দেৱালয় থকা স্থান হাজো, বিশ্বনাথ, দেৰগাঁও, বেলশৰ আদিত ঘূৰি পকি হতাশ হ'ল। উক্ত স্থানবোৰৰ পৰা তেওঁ কোনো সমল গোটাব নোৱাৰিলে, কাৰণ ইতিমধ্যে এইবোৰ ঠাইত নৃত্যটিৰ প্ৰচলন বন্ধ হৈ পৰিছিল। সেয়েহে তেওঁ কৌশল্যা আৰু বৈয়াবালাৰ পৰা পোৱা নৃত্যৰ সমল আৰু বিষ্ণুৰাভা, প্ৰদীপ চলিহাদেৱৰ উপদেশক সাৰথি কৰি নৃত্যটি পুনৰুদ্ধাৰত নামে। তেখেতক সহায় কৰে ডুবি দেৱালৰ শেষ বায়ন লোহিত চন্দ্ৰ বায়নদেৱে। এই নৃত্যটি ১৯৫৭ চনত ৰাজ্য চৰকাৰ আৰু ১৯৭৫ চনত কেন্দ্ৰীয় চৰকাৰৰ দ্বাৰা তথ্য চিত্ৰৰ জৰিয়তে সংৰক্ষণ কৰি ৰখা হয়। ৰত্নকান্ত তালুকদাৰৰ নেতৃত্বতে নৃত্যটি ১৯৫৯ চনত গুৱাহাটীত অনুষ্ঠিত হোৱা অসম সংগীত নাটক একাডেমীৰ অধিবেশনত পৰিৱেশন কৰি একাডেমীৰ স্বীকৃতি লাভ কৰিবলৈ সমৰ্থ হয়। পিছলৈ তেওঁ 'দেৱদাসী শিল্পী সমাজ' নামৰ এটি অনুষ্ঠানৰ জন্ম দি উক্ত শিল্পীসমাজৰ দ্বাৰা নৃত্যটি সৰ্বভাৰতীয় পৰ্য্যায়লৈ লৈ যায়। ১৯৬১ চনত ৰাজ্য চৰকাৰৰ পৃষ্ঠপোষকতাত কটক, ভুবনেশ্বৰ, পুৰী আদিত নৃত্যটি পৰিৱেশন কৰা হয়। ১৯৬৫ চনত গণৰাজ্য দিৱসত দেশৰ ৰাজধানী নতুন দিল্লীতো নৃত্যটি প্ৰদৰ্শন কৰা হয়। দেৱদাসী শিল্পী সমাজে এতিয়াও বিভিন্ন স্থানত এই নৃত্যটি পৰিৱেশন কৰি আহিছে। ৰত্নকান্ত তালুকদাৰদেৱৰ বিয়োগৰ পিছত এই অনুষ্ঠানটোৰ দায়িত্ব লয় বিশিষ্ট শিল্পী, শিক্ষাবিদ গিৰীশ চন্দ্ৰ তালুকদাৰদেৱে। তেওঁৰ লগত ওতপ্ৰোতভাৱে সহযোগ আগবঢ়ায় পাঠশালাৰে দিলীপ কাকতি, ৰমেশ তালুকদাৰ, কুশল দাস আদিয়ে।

পুনৰুদ্ধাৰৰ পিছত আৰম্ভণিৰে পৰা নৃত্যটিৰ লগত বিভিন্ন দিশত জড়িত শিল্পীসকল ক্ৰমে জয়া পাটগিৰী, ৰেণু দেৱী, লীলা দাস, বীনা চৌধুৰী, বিজু দেৱী, গীতা লহকৰ, প্ৰমদা দেৱী, পুতুলী দাস, কামিনী তালুকদাৰ, গায়ত্ৰী চৌধুৰী, কানন দাস, ডালিমী লহকৰ, চিত্ৰা তালুকদাৰ, কণিকা দাস, চিত্ৰা দেৱী, কমলা দেৱী, গীতা পাটগিৰী, সবিতা দত্ত, মুন দাস, ৰূপ কুমাৰী কাকতি, সৰোজ কাকতি, ইন্দিৰা ভূএগ, পূৰবী ডেকা, গোলাপী পাটগিৰী, দিপালী দেৱী, সুৰভি লহকৰ, কানন মেধী, পুতুলী মেধী, সীতা দেৱী, কৃষ্ণা দাস, মৰমী দাস, সংঘমিত্ৰা দেৱী, গীতিকা কলিতা, এলি পাটগিৰী, জুনু দেৱী, বিজয়া কলিতা, সৰযু দেৱী, হেমাংগিনী লহকৰ, দীপালী তালুকদাৰ, ইনা কলিতা, মঞ্জু চৌধুৰী, লুকী পাটগিৰী, আৰতি পাটগিৰী, জয়া দাস, পিংকুমণি দাস, বিমলা পাটগিৰী, প্ৰীতি লহকৰ, ডালিমী শৰ্মা, ৰংগিলী দাস, কল্পনা মেধী, অবলা তালুকদাৰ আদি নৃত্য শিল্পীসকল আৰু সংগতকাৰীসকল হ'ল ক্ৰমে গিৰীশ তালুকদাৰ, ভোলা চৌধুৰী, ৰমেশ তালুকদাৰ, দিলীপ

কাকতি, দ্বিজেন্দ্ৰলাল দাস, নীলকান্ত তালুকদাৰ আদি।

আনহাতে বিভিন্ন দিশত জড়িতসকল ক্ৰমে চন্দ্ৰ চৌধুৰী, চন্দ্ৰ শৰ্মা, প্ৰবীণ শৰ্মা, হেমন্ত শৰ্মা, কৰুণা কান্ত তালুকদাৰ আদি হ'ল স্বনামধন্য শিল্পীসকল।

দেৱদাসী নৃত্যৰ বাদ্য কেৱল খোল আৰু তাল। নৃত্যটি পৰিবেশনৰ সময় ৪০ মিনিট। নৃত্যত কোনো গীতৰ ব্যৱহাৰ নাই।

বৰ্তমান উদ্ধাৰ হোৱা নৃত্যটিৰ ওপৰত কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ ব্যাখ্যা এনে ধৰণৰ ঃ

> দেৱদাসীসকলে পুখুৰী পাৰত থকা মন্দিৰৰ খটখটিৰ পানীত নিজৰ প্ৰতিবিম্ব চাই আনন্দত আত্মহাৰা হৈ নাচে— পুখুৰীত গা ধোৱে। গা ধোৱাৰ আগতে পুখুৰীৰ পাৰত দেৱতাৈলে বুলি সেৱা যাচে।
>
> গা ধোৱাৰ পিছত আৰ্চিত নিজৰ প্ৰতিবিম্ব চাই, মূৰ ফণীয়াই, প্ৰসাধন কৰি কপালত ফোঁট লৈ ধূপ-চাকি জ্বলাই নৃত্য কৰি দেৱতাৰ (শিৱৰ) চৰণত পুষ্পাঞ্জলি দি শ্ৰদ্ধা ভক্তিভাৱে লাহে লাহে আঁতৰি যায়।

ডুবিৰ দেৱদাসীসকলৰ আ-অলংকাৰ, সাজপাৰ আদি এটা সংগ্ৰহালয়ত ৰখা হৈছিল, কিন্তু দুৰ্ভাগ্যৰ বিষয় যে উক্ত সংগ্ৰহালয়টি জুইত জাহ যোৱাত বহুতো আপুৰুগীয়া সম্পদ ভস্মীভূত হয়। দেৱদাসীৰ সাজপাৰ সংগ্ৰহালয়ত ৰখাৰ উদ্দেশ্য আছিল, যি সাজপাৰ দেবদাসী আৰু বায়নসকলে পৰিধান কৰিছিল সেই সাজপাৰ আ-অলংকাৰ আন ব্যক্তিয়ে চুব নোৱাৰিছিল। তদুপৰি দেৱদাসী নৃত্য পৰিবেশনৰ সময়খিনিৰ বাহিৰে আনসময়ত সেইবাৰ ব্যৱহাৰ কৰাৰ নিয়ম নাছিল। নৃত্য পৰিবেশন কৰাৰ আগতে সেই সাজপাৰ, আ-অলংকাৰসমূহ কোনো অকুমাৰী ছোৱালীৰ দ্বাৰা এটি বিশেষ কোঠালৈ স্থানান্তৰিত কৰিহে দেৱদাসীসকলে সেইবোৰ পৰিধান কৰিছিল। সেই সাজপাৰবোৰ আছিল এনে ধৰণৰ ঃ

দেৱদাসীসকলে কঁকালত মেখেলা বা পেটীকোটৰ নিচিনাকৈ কমেও ১২ হাত দীঘল বগা মিহি কাপোৰ এখন বিশেষ ধৰণে কোঁচ দি ককাঁলত মেৰিয়াই পিন্ধিছিল। তাৰে এটা অংশ ওৰণি আকাৰেও আঁৰি লৈছিল। গাত এটা দীঘল হাতৰ চোলা পিন্ধি তাৰ ওপৰত প্ৰায় ১২-১৪ ইঞ্চি বহলৰ ৬-৭ হাত মান দীঘল বগা মিহি কাপোৰ এখন (ৰিহা বা আৰোৱান হিচাপে) ককাঁলৰ পৰা বুকুলৈ মেৰিয়াই পিন্ধে। ডিঙি আৰু খোপাত গেন্ধেমালতী ফুলৰ মালা পৰিধান কৰে। আনহাতে পুৰুষ শিল্পীসকলে ধুতি পিন্ধি মূৰত বগা পাতল কাপোৰৰ পাগুৰি মাৰিছিল। গাত হাত দীঘল বগা কাপোৰৰ চোলা পিন্ধিছিল। দেৱদাসীসকলৰ লেখীয়াকৈ গেন্ধেমালতী ফুলৰ মালাও পৰিধান কৰিছিল।

দেৱদাসীসকলে বিভিন্ন ধৰণৰ অলংকাৰ পৰিধান কৰিছিল। তাৰ ভিতৰত—

ক) যোৰসোণ ঃ দেৱদাসীসকলে কাণত যোৰ সোণ পিন্ধি লয়। পিছলৈ অৱশ্যে যোৰ সোণৰ সলনি ৰূপৰ কুণ্ডল পিন্ধিছিল।

খ) সোণৰ গলপতা ঃ দেৱদাসীসকলে ডিঙিত সোণৰ গলপতা পিন্ধিছিল। এই লগপতাডালত এটি জোনবিৰি লগাই লৈছিল।

গ) কপালজেঠী বা কপালী ঃ কপালত সোণেৰে তৈয়াৰী জেঠী আকৃতিৰ কপালী পিন্ধিছিল।

ঘ) বাজু ঃ হাতত সোণ বা ৰূপৰ বাখৰ খটোৱা বাজু পিন্ধিছিল।

ঙ) দানামণিৰ মালা ঃ দেৱদাসীসকলে ডিঙিত দানামণিৰ মালা পৰিধান কৰিছিল। কেতিয়াবা তৈয়াৰী মণিৰ অবিহনে ৰতি, কাউৰ মণি আদি উদ্ভিদৰ পৰা পোৱা মণিও ব্যৱহাৰ কৰিছিল। সম্ভৱ হ'লে মণিবোৰত বাখৰ লগাই লোৱা হৈছিল।

চ) আঙঠি ঃ দেৱদাসীসকলে প্ৰায় আটাইকেইটা আঙুলিতে সোণৰ আঙঠি পিন্ধিছিল। পিছলৈ অৱশ্যে সোণৰ আঙুঠিৰো প্ৰচলন হৈছিল।

ছ) মুঠি খাৰু ঃ দেৱদাসীসকলে হাতত সোণৰ মুঠি খাৰু পিন্ধিছিল। পিছলৈ ৰূপৰ মুঠি খাৰু পিন্ধিবলৈ লৈছিল।

জ) কঁকাল বন্ধা ঃ দেৱদাসীসকলে কঁকালত পিন্ধা সাজপাৰৰ ওপৰতে সোণ বা ৰূপৰ বান্ধনী পিন্ধি লৈছিল। এই বান্ধনীয়ে কঁকালৰ কাপোৰখিনি ঠিক মতে ধৰি ৰখাৰ উপৰি সৌন্দৰ্য বৰ্দ্ধনতো সহায়ক হৈছিল।

ঝ) নূপুৰ ঃ দেৱদাসীসকলে ভৰিত সোণ বা ৰূপৰ নূপুৰ পিন্ধিছিল। তদুপৰি ভৰিৰ আঙুলিবোৰত আঙঠিও পিন্ধিছিল।

## মন্তব্য

পাঠশালাবাসীয়ে যদি এই নিবন্ধত উল্লেখ কৰা কিছুমান বস্তুক নিজস্ব চিন্তাধাৰাৰে তথা চৰকাৰী পৃষ্ঠপোষকতাক সম্বলৰূপে লৈ উন্নয়নৰ দিশত আগবাঢ়িবলৈ লয় তেতিয়া অকল শিক্ষা-সংস্কৃতিয়ে নহয় সামাজিক পৰিবেশ, অৰ্থনৈতিক দিশতো লাভবান হ'ব পাৰিব। তাৰ ভিতৰত উল্লেখনীয় দিশবোৰ হ'ল—

ক) বিষণ্ণলা আৰু তুৰ্কুনী জানক মূল নলা হিচাপে লৈ নগৰৰ মাজভাগত থকা নলাবোৰৰ উন্নতি সাধন কৰি আবৰ্জনা তথা দুষিত পানী, বৰষুণৰ অতিৰিক্ত পানীভাগ আঁতৰলৈ উটুৱাই নিয়াৰ ব্যৱস্থা কৰে তেনেহ'লে পৰিবেশ প্ৰদূষণৰ পৰা যথেষ্ট সকাহ পাৰ বুলি ভবাৰ থল আছে।

খ) বাট-ঘাটৰ উন্নতি সাধন কৰি লগতে যাতায়াতৰ সুচল ব্যৱস্থা কৰি ডুবিৰ পৰিহৰেশ্বৰ দেৱালয়লৈ পৰ্যটকক আকৰ্ষণ কৰিবৰ যথেষ্ট সুবিধা আছে।

গ) নগৰৰ মাজৰ ৩১ নং ৰাষ্ট্ৰীয় ঘাই পথত সঘনাই ঘটি থকা পথ-দুৰ্ঘটনাবোৰ নিৰাময়ৰ বাবে ব্যস্ত চাৰিআলিটোৰ ওপৰেৰে এখন উৰণীয়া সেঁতু নিৰ্মাণ কৰিলে দুৰ্ঘটনা নিয়ন্ত্ৰণত যথেষ্ট সুবিধা হ'ব।

ঘ) পাঠশালাৰ অতি পুৰণি ৰেল ষ্টেচনটোত দূৰণিবটীয়া ৰেলগাড়ীসমূহ ৰখোৱাৰ ব্যৱস্থা কৰিব পাৰিলে দূৰ-দূৰণিলৈ যাতায়ত ব্যৱস্থা সুচল হ'ব।

ঙ) পাঠশালা নগৰৰ উত্তৰ অংশত থকা 'পিঠা খাইতি' পুখুৰীটো চৰকাৰীভাৱে মীন পালনৰ ব্যৱস্থা কৰা হ'লে অৰ্থনৈতিক দিশত যথেষ্ট সহায়ক হ'ব।

চ) পাঠশালাত থকা ভ্ৰাম্যমাণ নাট্যদলবোৰে তেওঁলোকৰ আজৰি সময়ত নাট্য-কৰ্মশালা পাতি অভিনয়, পৰিচালনা বা আনুষংগিক কলা-কৌশলৰ ওপৰত নতুন প্ৰজন্মক এই দিশত আগুৱাই যোৱাত সহায় কৰিব পৰা থল আছে।

ছ) পাঠশালা নগৰত থকা ব্যক্তিগত খণ্ডত গঢ় লৈ উঠা শিক্ষানুষ্ঠানৰ উদ্যোক্তাসকলে তেওঁলোকৰ আটাইখিনি শিক্ষক-শিক্ষয়িত্ৰীৰ মাজত কৰ্মশালা, আলোচনা-চক্ৰ আদি অনুষ্ঠিত কৰি শিক্ষণ-পদ্ধতিৰ উন্নতি সাধনত সহায় কৰিব পাৰে।



# উনবিংশ শতিকাৰ বৰপেটা

**নন্দ তালুকদাৰ**

'অসমৰ কাশীপুৰী দ্বাৰকা মথুৰাপুৰী
অসমৰ বৰপেটা ধাম
চাই যোৱা বাটৰুৱা পৰাণ জুৰাই যোৱা
শুনি যোৱা হৰি গুণ নাম।'

কবিয়ে বৰ্ণনা কৰাৰ নিচিনাকৈ বৰপেটা অকল পূত-পুণ্য পীঠেই নহয়; পঞ্চদশ শতিকাৰে পৰা বৰপেটাক কেন্দ্ৰ কৰিয়ে অসমীয়া সাহিত্যই বিকাশ আৰু বিস্তাৰ লাভ কৰিছিল। শ্ৰীশ্ৰীশংকৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ ভালেখিনি ৰচনা পাটবাউসী, গণককুছি, বৰপেটা আৰু সুন্দৰীদিয়া সত্ৰতে ৰচনা কৰা।

পূৰ্বভাৰতৰ গদ্য সাহিত্যৰ জনক বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্য্য বা ভট্টদেৱৰ জন্ম বৰনগৰৰ অন্তৰ্গত ভেৰাগ্ৰামত। ভট্টদেৱৰ কথাগীতা, কথাভাগৱত আৰু কথাৰত্নাৱলী অসমীয়া গদ্য সাহিত্যৰ মুকুটমণি। ভৱানীপুৰীয়া গোপালআতা, নাৰায়ণদাস ঠাকুৰআতা প্ৰভৃতি মহাপুৰুষ শ্ৰীমন্ত শংকৰৰ পৰম অনুগামীসকলৰ সাহিত্যচৰ্চাৰ কৰ্মভূমি বৰপেটাক কেন্দ্ৰ কৰি।

ভৱানীপুৰীয়া গোপালআতাৰ কন্যা পদ্মপ্ৰিয়া প্ৰথম অসমীয়া মহিলা কবি। বৰপেটাৰ ওচৰৰ ভৱানীপুৰ সত্ৰতে পদ্মপ্ৰিয়াই সাহিত্য চৰ্চা কৰিছিল। শ্ৰীদামোদৰদেৱেও ধৰ্ম্মচৰ্চা কৰিছিল বৰপেটাৰ ওচৰৰ পাটবাউসীক কেন্দ্ৰ কৰি।

'বৰপেটাত বৈষ্ণৱ সাহিত্য চৰ্চা' এটি বহল আলোচনাৰ বিষয়। আমাৰ এই ক্ষুদ্ৰ পৰিসৰৰ মাজত সেই বিষয় সামৰিব বিচৰা নাই। আমি মাথোন তেওঁসবক শ্ৰদ্ধাৰে স্মৰণহে কৰিছো।

আমাৰ আলোচনাৰ বিষয় উনবিংশ শতিকা। উনবিংশ শতিকা সকলো দিশৰ পৰাই অসমৰ আকাশত আঁউসীৰ অন্ধকাৰ আৰু দ্বিতীয়াৰ জোন। ৰজাঘৰীয়া উদাসীনতা, ডা-ডাঙৰীয়াসকলৰ ক্ষমতাৰ বাবে অৰিয়া-অৰি আৰু গৃহ বিবাদৰ ধামখুমিয়াত পৰি অসম আকাশৰ দীপ্তিমান ৰবি অস্তমিত। অকল স্বাধীনতা ৰবিয়ে যে অস্তমিত হৈছিল এনে

নহয়, ভাষা-সাহিত্য, সংস্কৃতি সকলো দিশতে বিশেষকৈ উনবিংশ শতিকাৰ প্ৰথমাৰ্দ্ধ ঘোৰ অন্ধকাৰৰ মাজত। এই কালছোৱাত উল্লেখযোগ্য সাহিত্য সৃষ্টি হোৱা নাছিল। সাহিত্য সৃষ্টি হোৱা দূৰৰ কথা নিজ মাতৃভাষা অসমীয়াও পঢ়াশালি আৰু আদালতৰ পৰা নিৰ্বাসিত হব লগা হৈছিল। ইয়াৰ মূলতে আছিল বঙালী আমোলাৰ ষড়যন্ত্ৰ।

১৮২৬ খৃঃৰ ২৪ অক্টোবৰত ইয়াণ্ডাবু সন্ধিৰ চৰ্ত্তমতে অসমৰ চাৰিসীমা ইংৰাজৰ খাচ দখললৈ আহিছিল। শাসনকাৰ্য চলাবলৈ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে কেপ্টেইন ডেভিদ স্কটক নামনি অসম আৰু কৰ্ণেল ৰিচাৰ্ডচক উজনি অসমত কমিচনাৰ নিযুক্ত কৰিছিল। এই দুজনাৰ ভিতৰত ডেভিদ স্কট আছিল চিনিয়ৰ কমিচনাৰ আৰু গবৰ্ণৰ জেনেৰেলৰ এজেন্ট। গুৱাহাটী নামনি অসমৰ আৰু ৰংপুৰ বা শিৱসাগৰ উজনি অসমৰ সদৰ ঠাই।

ইংৰাজে শাসন ভাৰ লোৱাৰ পিছত অসমীয়া প্ৰজাৰ মাজত হোৱা ওজৰ- আপত্তিৰ প্ৰতি লক্ষ্য ৰাখি ১৮৩৩ খৃঃৰ পৰা উজনি অসম খণ্ড অৰ্থাৎ ধনশিৰিৰ সিপাৰে পুৰন্দৰ সিংহক শাসন কৰিবলৈ দিয়া হৈছিল। আৰু ইয়াৰ বাবে তেওঁ ইংৰাজ চৰকাৰক কৰ স্বৰূপে বছৰি ৫০ হজাৰ টকা দিব লাগিছিল। ঠিকমতে কৰ পৰিশোধ কৰিব নোৱাৰাৰ অজুহাতত ১৮৩৯ খৃঃৰ ৩১ জুলাইৰ পৰা উজনি অসম খণ্ড পুনৰ ইংৰাজৰ দখললৈ আহিল।

আচলতে ৫০ হাজাৰ টকা বছৰি কৰ দিয়াটো পুৰন্দৰ সিংহৰ বাবে সম্ভৱ নাছিল। কাৰণ সমগ্ৰ উজনি অসম খণ্ডৰে মুঠ খাজনা হয়গৈ ৮০ হাজাৰ টকা। এই ধনেৰে কৰ পৰিশোধ কৰি ৰাজকাৰ্য্য পৰিচালনা কৰাটো সম্ভৱ নহয়।

ইয়াৰ পিছত সমগ্ৰ অসম ইংৰাজৰ শাসনাধীন হৈছিল। প্ৰথমতে গৱৰ্ণৰ জেনেৰেলৰ এজেন্ট স্বৰূপে কমিচনাৰেই অসমৰ শাসন ভাৰ চলাইছিল। গুৱাহাটী আছিল সদৰ ঠাই। পিছত খাচিয়া পাহাৰলৈ সদৰ ঠাই নিয়া হয়। ডেভিদ স্কটে প্ৰথমতে খাচিয়া পাহাৰৰ নঙখ্লোত সদৰ ঠাই পাতিব বিচাৰিছিল। কিন্তু সেই ঠাই অস্বাস্থ্যকৰ বাবে চেৰাপুঞ্জীত সদৰ ঠাই নিৰ্বাচিত কৰিছিল। ইয়াতে ১৮৩১ খৃঃৰ ২০ আগষ্টত ৪৫ বছৰ বয়সত ডেভিদ স্কটৰ মৃত্যু হয়[১]।

ইংৰাজ ৰাজত্বৰ পূৰ্বে আমাৰ দেশত টোল, পাঠশালা আৰু মাদ্ৰাছাই আছিল প্ৰধান শিক্ষানুষ্ঠান। ডেভিদ স্কটে শাসন ভাৰ গ্ৰহণ কৰিয়ে উজনি আৰু নামনি অসমত, ১৮২৬ খৃঃতে এঘাৰখন স্কুল স্থাপন কৰিছিল। গুৱাহাটী, নীলাচল, নদুৱাৰ, পাটিদৰং, হাজো, বজালী, শিলা, বিশ্বনাথ, নগাঁও আৰু দেশ দৰঙত (মংগলদৈ) স্কুল সমূহ স্থাপন কৰিছিল[২]।

এই এঘাৰ খন স্কুলৰ ভিতৰত এখন আছিল বৰপেটাৰ ওচৰৰ বজালীত। শিলাও সম্ভৱতঃ

১) Dr. S.K. Bhuyan : An Anglo Assamese Relations, P.-574

২) Dr. H.K. Barpuzary : A short History of the Higher Education in Assam, P.- 4

বৰপেটা অঞ্চলৰ শিলা গাঁও। তেতিয়া হ'লে বৰপেটাৰ আশে-পাশে স্থাপন কৰা স্কুলৰ সংখ্যা দুখন। প্ৰতিখন স্কুলতে অন্তত ৩০ জনকৈ ছাত্ৰ পঢ়াব লাগিছিল। আৰু ইয়াৰ বাবে ৩০ পুৰা মাটি বিনা খাজনাই ভোগ কৰিব দিয়া হৈছিল। স্কুলবোৰৰ প্ৰধান শিক্ষা-ব্যৱস্থা আছিল সংস্কৃত আৰু গুৰু কুল পদ্ধতিৰ। ৰত্নমালা, ব্যাকৰণ, স্মৃতি, শ্ৰুতি, ভাগৱত, লীলাৱতীৰ অঙ্কশাস্ত্ৰ, আয়ুৰ্বেদ, জ্যোতিষ শাস্ত্ৰও আছিল কিছুমান স্কুলৰ পাঠ্য বিষয়।

ইংৰাজ বিষয়াসকল বিচাৰৰ কাৰ্যকে আদি কৰি সদায় লিখা-পঢ়া কামতে ব্যস্ত। বিচাৰ কৰিবলৈ ল'লেও সকলো কথাকে লিখি লয়। ইমানকৈ লিখা-পঢ়া কামত ব্যস্ত থকা দেখি আচৰিত হৈ স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহই ইয়াৰ কাৰণ বিচাৰ কৰিছিল। উত্তৰত ডেভিদ স্কটে ধেমালি কৰি কৈছিল, 'স্বৰ্গদেউ আপোনালোক স্বৰ্গৰ পৰা অহা দেৱতাৰ বংশধৰ, সকলো কথাকে মনত ৰাখিব পাৰে। আমি হ'লো মাটিৰ মানুহ। দুপৰীয়া খোৱা টেবুলত বহিলে দিনটোৰ কথাখিনি পাহৰি যাওঁ। সেইবাবে যি দেখো যি শুনো সকলো লিপিবদ্ধ কৰোঁ৩।'

মিঃ ক্ৰেক্ৰেক্ট আছিল ডেভিদ স্কটৰ পিছত অস্থায়ী কামিচনাৰ। ১৮৩২ খৃঃৰ পৰা মিঃ ৰবাৰ্টচন কমিচনাৰ নিযুক্ত হয়। মিঃ ৰবাৰ্টচনে ভালদৰে বুজি পাইছিল গৱৰ্ণৰ জেনেৰেলৰ এজেন্ট স্বৰূপে কমিচনাৰ এজনে উত্তৰ-পূব সীমান্তৰ এটি বিৰাট অঞ্চল শাসন কৰাটো সম্ভৱ নহয়। সেই অসুৱিধাৰ কথা তেওঁ গৱৰ্ণৰ জেনেৰেলক জনাইছিল। তেওঁৰ দিনতে উজনি অসমখণ্ড পুৰন্দৰ সিংহক শাসন কৰিবলৈ দিয়া হৈছিল।

তেওঁ প্ৰথমতে নামনি অসমখণ্ড কেইটামান ভাগত ভাগ কৰি একোজন এচিষ্টেন্টৰ অধীনত দিয়াৰ প্ৰস্তাব কৰিলে। তেতিয়াৰ গৱৰ্ণৰ জেনেৰেল উইলিয়াম বেন্টিংকে ১৮৩৩ খৃঃৰ ২৭ মাৰ্চত অলপমান সলনি কৰি ৰবাৰ্টচনৰ প্ৰস্তাৱত সম্মতি জনালে। আৰু ধনশিৰিৰ পশ্চিম অঞ্চল পাঁচখন জিলাত ভাগ কৰিলে।

(ক) উত্তৰ-পূব অঞ্চল বা গোৱালপাৰা, (খ) ছয় পৰগনা নগৰবেৰাৰে সৈতে বৰপেটা মহকুমা, (গ) বিশখন পৰগনাৰে নামনি অসম বিশেষকৈ উত্তৰ অঞ্চল আৰু ন দুৱাৰৰে সৈতে দক্ষিণ অঞ্চল, (ঘ) মধ্য দশম বিশেষকৈ ন দুৱাৰ আৰু চাৰ দুৱাৰ আৰু দৰং (দেশ দৰং), ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে নগাওঁ ৰহা, (ঙ) ভৰলীৰ পৰা বিশ্বনাথলৈকে উত্তৰ অঞ্চল আৰু মৰাণ ধনশিৰিলৈকে কলিয়াবৰ অঞ্চল৪।

ইয়াৰে দ্বিতীয়খন জিলা বা ভাগ আছিল ছয় পৰগনাৰ নগৰবেৰাৰ সৈতে বৰপেটা মহকুমা। বাউসী, চকাবাউসী, বৰনগৰ, বৰপেটা, বগৰীবাৰী আৰু নগৰবেৰাক লৈ ছয় পৰগনা গঠিত। প্ৰথমতে এই অঞ্চলটো ১৮৩২ খৃঃত মিঃ ক্ৰেক্ৰক্টে উত্তৰ-পূব ৰংপুৰৰ কাৰ্যবাহী বিষয়াৰ অধীনলৈ হস্তান্তৰ কৰিছিল। ১৮৩৪ খৃঃৰ ১৫ জানুৱাৰীৰ পৰা এই

---

৩) Dr. S.K. Bhuyan : Early British Relations with Assam, P.-26

৪) Dr. H.K. Barpuzary : Assam in the days of Company, P.-66

নতুন জিলা বা অঞ্চল গঠন কৰা হয়। তেতিয়াৰে পৰা বৰপেটাক সদৰ ঠাই হিচাপে লৈ এই অঞ্চলটো এজন জুনিয়ৰ এচিষ্টেন্টৰ শাসনাধীন কৰা হয়।

প্ৰথমতে প্ৰতিটো ভাগ বা জিলাৰ শাসনভাৰ আছিল একোজন প্ৰধান এচিষ্টেন্টৰ অধীনত (P.A : Principal Assistant to the Commissioner)। তেওঁৰ দৰমহা এহেজাৰ টকা। তেওঁৰ তলৰ জুনিয়ৰ এচিষ্টেন্ট (Junior Assistant)ৰ দৰমহা ৫০০ টকা। জুনিয়ৰ এচিষ্টেন্টৰ তলত চব্ এচিষ্টেন্ট (Sub Assistant)ৰ দৰমহা ৩০০ টকা। জুনিয়ৰ এচিষ্টেন্টবিলাক সাধাৰণতে মিলিটাৰী বিভাগৰ বিষয়া। পিছত প্ৰধান এচিষ্টেন্টসকলকো দুটা ভাগ কৰি এটা দ্বিতীয় শ্ৰেণীৰ প্ৰধান এচিষ্টেন্ট পদৰ সৃষ্টি কৰা হয়। তেওঁলোকৰ দৰমহা ৭৫০ টকা।

সাধাৰণ বিচাৰ কৰিবলৈ দেশীয় লোকক মুন্সিফ আৰু সদৰামিন নিয়োগ কৰা হৈছিল। মুন্সিফৰ দৰমহা ৮০ টকা মাত্ৰ আৰু সদৰামিনৰ দৰমহা ১৫০ টকা।

১৮৬১ খৃঃৰ পৰাহে উক্ত ব্যৱস্থা পৰিৱৰ্ত্তন কৰি জিলাৰ প্ৰধান এচিষ্টেন্টক ডেপুটি কমিচনাৰ, জুনিয়ৰ এচিষ্টেন্টক এচিষ্টেন্ট কমিচনাৰ আৰু চব এচিষ্টেন্টক একষ্ট্ৰা এচিষ্টেন্ট কমিচনাৰ কৰা হয়।

কেইবছৰমান পিছত অৰ্থাৎ ১৮৩৬ খৃঃত জিলাসমূহ পুনৰ গঠন কৰা হয়। (ক) পুৰণি উত্তৰ-পূব বঙ্গৰ ৰংপুৰ অঞ্চললৈ গোৱালপাৰা জিলা, এই জিলাৰ সদৰ ঠাই গোৱালপাৰা, (খ) নামনি অসম কামৰূপ জিলা, সদৰ ঠাই গুৱাহাটী, (গ) মধ্য অসম দৰং জিলা, সদৰ ঠাই মঙ্গলদৈ, (ঘ) দক্ষিণ মধ্য অসম নগাঁও জিলা, সদৰ ঠাই নগাঁও।

উজনি অসম খণ্ড পুৰন্দৰ সিংহৰ হাতৰ পৰা অহাৰ পিছত লক্ষীমপুৰ জিলাৰ সদৰ ঠাই আছিল লক্ষীমপুৰ আৰু শিৱসাগৰ জিলাৰ শিৱসাগৰ।

১৮৩২ খৃঃত প্ৰথমতে বৰপেটাক সদৰ ঠাই হিচাপে লৈ নকৈ গঠন কৰা ছয় পৰগনাৰ শাসন ভাৰ লৈছিল লেফ্‌টেনেন্ট বগলি চাহাবে (Lft. Bogle)[৫]। বৰপেটা জুনিয়ৰ এচিষ্টেন্টৰ শাসনাধীন হোৱাৰ উপৰিও আছিল এখন মুন্সিফৰ আদালত। ১৮৪৮ খৃঃত কীৰ্ত্তিনাথ খঙ্গীয়া ফুকন আছিল বৰপেটাত মুন্সিফ। পিছত তেওঁৰ ঠাই পূৰণ কৰিছিল নলবাৰীৰ মুন্সিফ জগন্নাথ বৰদলৈয়ে।

১৮৫২ খৃঃলৈ বৰপেটাত চব এচিষ্টেন্ট আছিল হাডচন চাহাব। তেওঁ জুনিয়ৰ এচিষ্টেন্ট হৈ গুৱাহাটীলৈ বদলি হোৱাত তেওঁৰ ঠাই পূৰণ কৰিছিল আনন্দৰাম ঢেকিয়াল ফুকন ডাঙৰীয়াই। ১৮৫২ খৃঃৰ ৯ অক্টোবৰত আনন্দৰাম ঢেকিয়াল ফুকনে বৰপেটাত চব এচিষ্টেন্ট স্বৰূপে কাৰ্যভাৰ গ্ৰহণ কৰিলে। হাডচন থকা চৰকাৰী বাসস্থানেই ঢেকিয়াল ফুকনৰো বাসস্থান হ'ল। আনন্দৰাম ঢেকিয়াল ফুকন বৰপেটাত চব এচিষ্টেন্ট নিযুক্ত হোৱাৰ আগলৈকে

৫) Dr. H.K. Barpuzary : Assam in the Days of Company, P.-62

কোনো ভাৰতীয়কে অসমত চব এচিষ্টেণ্ট নিযুক্ত কৰা হোৱা নাছিল। বৰপেটাতে পোন প্ৰথমতে নিয়োগ কৰা হৈছিল এজন অসমীয়া আৰু ভাৰতীয় চব এচিষ্টেণ্ট। আনহাতে আনন্দৰাম ঢেকিয়াল ফুকনৰ নিচিনা এজন গুণী-জ্ঞানী দূৰদৃষ্টিসম্পন্ন মহান ব্যক্তিক প্ৰথমতে চব এচিষ্টেণ্ট নিযুক্ত কৰা হৈছিল বৰপেটাতে[৬]।

ফুকনৰ দৰমহা আছিল ২৫০ টকা। তেওঁ ছমাহলৈ ফাটেক দিব আৰু ২০০ টকালৈ জৰিমনা কৰিব পাৰিছিল। অলপ দিন পিছতে তেওঁ চব ডেপুটি কলেক্টৰৰ ক্ষমতা লাভ কৰিছিল।

ফুকন ডাঙৰীয়াই বৰপেটাৰ আশে-পাশে থকা গণককুছি, পাটবাউসী, বাৰাদি, সুন্দৰীদিয়া প্ৰভৃতি সত্ৰলৈ সময়ে সময়ে গৈছিল।

'সমূহ সত্ৰীয়াৰ মাজত হুৰা-মুৰা লগাত ফুকনে এই সত্ৰৰ ভিতৰতে এটা বাটচ'ৰাত বহি শোধ-পোছ কৰিছিল। সেই সময়ত এনে হৈছিল যে তেতিয়া কোন পক্ষে কাৰে সৈতে মৰামৰি কৰে তাৰ নিৰ্ণয় নাই। এদিন ঘৰত থাকোতে বৰপেটা সত্ৰত হুৰা-মুৰা লগা বাৰ্ত্তা পাই ফুকনে সত্ৰলৈ গ'ল, পাছে ফাটেকৰ ওচৰৰ পৰা ঘূৰি আহিল[৭]।

১৮৫৬ খৃঃৰ ৯ জানুৱাৰীত বৰপেটাৰ চৰকাৰী বঙলাতে জন্ম হৈছিল অসমৰ প্ৰথম মহিলা কথা-সাহিত্যিক আনন্দৰাম ঢেকিয়াল ফুকনৰ কন্যা পদ্মাৱতী দেৱী ফুকননী। অসমৰ প্ৰথম মহিলা সাহিত্যিক বৈষ্ণৱ যুগৰ গোপাল আতাৰ কন্যা পদ্মপ্ৰিয়াৰ কথা আমি পূৰ্বতে উল্লেখ কৰিছো।

১৮৯৭ খৃঃত বৰপেটাতে জন্মলাভ কৰিছিল আন এগৰাকী প্ৰখ্যাত মহিলা কবি আৰু অসম সাহিত্য সভাৰ প্ৰথম মহিলা সভানেত্ৰী নলিনীবালা দেৱী। নলিনীবালা দেৱীৰো প্ৰথমতে নাম ৰাখিছিল পদ্মিনী। পিছত কলেজীয়া ছাত্ৰ ডেকা, দেউতাক নবীনচন্দ্ৰ বৰদলৈহে নলিনী নাম ৰাখিলে। পদ্মপ্ৰিয়া, পদ্মাৱতী আৰু পদ্মিনী (নলিনী) তিনিগৰাকী প্ৰথিতযশা মহিলা সাহিত্যিকৰ বৰপেটা আৰু ইয়াৰ আশে-পাশে জন্মলাভ কৰা এই কাকতালীয় সংযোগ তাৎপৰ্য্যপূৰ্ণ।

পদ্মাৱতী দেৱী ফুকননী প্ৰথম মহিলা কথা সাহিত্যিক। তেওঁৰ 'সুধৰ্ম্মাৰ উপাখ্যান' (১৮৮৪ খৃঃ) এখন উপন্যাসৰ সমপৰ্যায়ৰ পুথি। তেওঁৰ আন এখন পুথি 'হিত সাধিকা' (১৮৭৮ খৃঃ)।

বৰপেটাত আনন্দৰাম ঢেকিয়াল ফুকনৰ লগত বিশেষ বন্ধুত্ব আছিল সুন্দৰীদিয়াৰ অতিৰাম বৰুৱা, হাদিৰা চকীত কাম কৰা হৰি প্ৰসাদ চৌধুৰী আৰু গঙ্গাপ্ৰসাদ চক্ৰৱৰ্ত্তীৰ লগত।

---

৬) গুণাভিৰাম বৰুৱা : আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ, পৃঃ ১১০

৭) উক্ত গ্ৰন্থ, পৃঃ ১১৫

বৰপেটাতে ঢেকিয়াল ফুকনে ইংৰাজীৰ পৰা বঙলা ভাষাত আইনৰ পুথি এখন ৰচনা কৰিবলৈ লৈছিল। এই পুথিখন নকল কৰাত সহায় কৰিছিল বৰপেটাৰ হৰিপ্ৰসাদ চৌধুৰীৰ পুত্ৰ গোবিন্দৰাম চৌধুৰীয়ে। গেবিন্দৰাম চৌধুৰীৰ হাতৰ আখৰ ধুনীয়া আছিল।

সেই সময়তে কলিকতা সদৰ দেৱানী আদালতৰ জৰ্জ এনদ্ৰু মিলছ্ আহিছিল অসমৰ বিষয়ে বিভিন্ন কথা তদন্ত কৰিবলৈ। তেতিয়া অসমৰ পঢ়াশালি আৰু আদালতৰ ভাষা বঙলা। বঙলাৰ ঠাইত অসমীয়া পঢ়াশালি আৰু আদালতৰ ভাষা হ'ব লাগে বুলি অসমৰ বিভিন্ন অঞ্চল, বিভিন্ন মহলৰ পৰা আবেদন-নিবেদন উঠিছিল। ভাষা সমস্যাৰ বিষয়ে তদন্ত কৰিবলৈ অহাটোৱে মিলছ্‌ৰ ঘাই উদ্দেশ্য।

ঢেকিয়াল ফুকনে মিলছ্‌ক দিবৰ বাবে বৰপেটাতে প্ৰস্তুত কৰিছিল এখনি পাণ্ডিত্যপূৰ্ণ তথ্যবহুল স্মাৰক পত্ৰ। তেওঁৰ স্মাৰক পত্ৰখনত অসমৰ ভাষা, শিক্ষা, কৃষি, বাণিজ্য, শিল্প, শাসন ব্যৱস্থা সম্পৰ্কে সকলো দিশকে খৰচি মাৰি আলোচনা কৰিছিল। তেওঁ A Native ছদ্মনামত লিখা A Few Remarks on the Assamese Language for the Vernacular Education in Assam গ্ৰন্থখনিৰো ভালেখিনি প্ৰস্তুত কৰিছিল বৰপেটাতে।

ঢেকিয়াল ফুকনে মিলছ্‌ক স্মাৰক পত্ৰখন দিবৰ বাবে যাবলৈ বৰপেটাৰ পৰা ১৫ দিনৰ ছুটী বিচাৰিলে। মিলছ তেতিয়া গুৱাহাটীত আছিল। এনেতে নগাঁৱৰ চৰ এচিষ্টেন্ট মেক ষ্ট্ৰং চাহাবৰ মৃত্যু হোৱাত ঢেকিয়াল ফুকনক নগাঁৱলৈ বদলি কৰা হয়। ঢেকিয়াল ফুকনৰ ঠাইত চব এচিষ্টেন্ট হৈ আহিল ড্ৰাইবৰ চাহাব।

১৮৫১ খৃঃত ঢেকিয়াল ফুকন দ্বিতীয়বাৰ কলিকতালৈ যাওঁতে কলিকতা মেডিকেল কলেজলৈকো গৈছিল। তেতিয়া কলিকতা মেডিকেল কলেজত দুটা বিভাগ। এটা বিভাগত দেশীয় ভাষাৰে আৰু আনটো বিভাগত হিন্দুস্থানী ভাষাৰে শিক্ষা দিয়া হৈছিল। দেশীয় হিন্দুস্থানী ভাষাৰে শিক্ষা দিয়া বিভাগত অসমৰ কেইজনমান ছাত্ৰ আছিল। তাৰ ভিতৰত আছিল বৰপেটাৰ দীল মহম্মদ আৰু কেৰামত আলী। আন আন ছাত্ৰৰ ভিতৰত গুৱাহাটীৰ ৰহমত আলী, মজকৰ হুছেইন আৰু আজিম হুছেইন, শিৱসাগৰৰ ভকতৰাম। তেজপুৰৰ যজ্ঞৰাম আৰু ডিব্ৰুগড়ৰ শিৱৰাম আৰু বিদেশী সিংহ। দীল মহম্মদ আৰু কেৰামত আলীয়ে সম্ভৱতঃ বৰপেটা অঞ্চলৰ পৰা কলিকতা মেডিকেল কলেজত পঢ়া প্ৰথম ছাত্ৰ।

১৮৬৪ খৃঃত বৰপেটালৈ মুঞ্চেফ স্বৰূপে আহিছিল দীননাথ বেজবৰুৱা। তেওঁৰ বৰপেটাত মুঞ্চিফ হিচাপে কাৰ্যনিৰ্বাহ কৰা কাল তিনি বছৰ। দীননাথ বেজবৰুৱা সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ পিতৃ। দীননাথ বেজবৰুৱা মহাপুৰুষ শ্ৰীমন্ত শংকৰ আৰু নৱ বৈষ্ণৱ ধৰ্মৰ এগৰাকী নিষ্ঠাবান উপাসক। লক্ষ্মীনাথ বেজবৰুৱাই বৈষ্ণৱ ভক্ত পিতৃদেৱৰ লগত বৰপেটা কীৰ্ত্তন ঘৰলৈ যোৱা মধুৰ স্মৃতিৰ কথা 'মোৰ জীৱন সোঁৱৰণ'ত লিখিছে ঃ

> বৰপেটাত পিতৃ দেৱতা মুঞ্চিফ হৈ তিনিবছৰ মান আছিল। বৰপেটাৰ স্মৃতিৰ ভিতৰত মোৰ মাথোন চাৰিটা কথা ধুঁৱলি-কুঁৱলিকৈ মনত আছে—

প্ৰথমটো ঃ বৰপেটাত বাৰিষা বছৰি নৈৰ পানীৰ ধলে চহৰখন প্ৰায় তল নিয়ায়। এবাৰ তেনেকুৱা ধলত আমাৰ ঘৰৰ চোতালতো এনেকুৱা পানী হৈছিল।

দ্বিতীয়টো ঃ তেনেকুৱা বৰপানীত ক'ৰবালৈ দেউতাৰে সৈতে আমি নাৱেৰে যাওঁতে দেখিছিলোঁ— কিছুমান বনৰীয়া ম'হ সাঁতুৰি গৈছিল আৰু দুৰৈৰ পৰা সিহঁতৰ শিংবোৰ মাথোন দেখা গৈছিল।

তৃতীয়টো ঃ দেউতাৰে সৈতে সততে আমি বৰপেটাৰ কীৰ্ত্তন ঘৰলৈ গৈছিলো। কীৰ্ত্তন ঘৰৰ বৰখুঁটা, বৰগছ আৰু কাঁথিত অৰ্থাৎ বহল পিৰালিত বহি, বুঢ়ী ভকতনীসকলে নামগোৱা দেখিছিলো। কীৰ্ত্তন ঘৰৰ বিষয়ে এই তিনিটা কথাৰ সাঁচ আজিলৈকে মোৰ মনত পৰি আছে।

চতুৰ্থটো ঃ সত্ৰৰ হাটীত বৰবহাৰ আতৈৰ বহাৰ ভিতৰত হাতী খুজীয়া বাটিৰ ম'হৰ এঠা দৈ গাখীৰ আৰু এখামোচ গুৰেৰে সৈতে সুন্দৰকৈ কোমল বোকাচাউল কোমল চাউলৰ জলপান খাইছিলো[৮]।

১৮৭০ খৃঃৰ পৰা শৰৎচন্দ্ৰ বেনাৰ্জী বৰপেটা মহকুমাৰ মহকুমাধিপতি। ইয়াৰ আগতে উচ্চ শিক্ষাৰ অনুষ্ঠান বুলিবলৈ বৰপেটাত আছিল এখন এম ই স্কুল। ১৮৭১ খৃঃত মহকুমাধিপতি বেনাৰ্জী আৰু বঙালী পেস্কাৰ কালীসাধন মুখাৰ্জীৰ যত্নত এইখন স্কুলকে হাইস্কুললৈ উন্নীত কৰা হয়। ১৮৭৯-৮০ খৃঃ লৈ আৰ্থিক অনাটনৰ বাবে স্কুলখনে গা কৰি উঠিব পৰা নাছিল। ছাত্ৰৰ সংখ্যাও আশানুৰূপ নাছিল। ১৮৮১ খৃঃত এই স্কুলৰ পৰা প্ৰথমতে এনট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হোৱা ছাত্ৰসকলৰ ভিতৰত ৰামপ্ৰসাদ দাস, লোহিত চন্দ্ৰ নায়ক আৰু কমলাকান্ত দাস অন্যতম।

১৮৮০ খৃঃৰ পিছত বৰপেটাত লোকেলবোৰ্ড আৰু ১৮৮৬ খৃঃৰ পৰা বৰপেটা মিউনিচিপালিটি গঠন কৰা হয়।

লক্ষীলাল বৰুৱাই একালৰ বৰপেটাত মুন্সিফ স্বৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। লক্ষীলাল বৰুৱা কনকলাল বৰুৱাৰ পিতৃ। কনকলাল বৰুৱাৰ বয়স তেতিয়া ছয় বছৰ। ১৮৭৮ খঃত ছয় বছৰ বয়সত বঙলা ভাষাৰ মাধ্যমেৰে বৰপেটাতে কনকলাল বৰুৱাৰ পঢ়াশলীয়া শিক্ষা আৰম্ভ হয়। বৰপেটাতে লক্ষীলাল বৰুৱা ৰোগাক্ৰান্ত হৈ চিকিৎসাৰ বাবে গুৱাহাটীলৈ আহে আৰু ১৮৮০ খৃঃৰ চেপ্তেম্বৰ মাহত মৃত্যুৰ মুখত পৰে। বৰপেটাৰ স্মৃতিৰ কথা কনকলাল বৰুৱাই তেওঁৰ আত্ম-জীৱনী My Reminiscences ত লিখিছে ঃ

> He was transferred to Goalpara and thence to Barpeta where Mr. Sarat Ch. Banerjee M.A, B.L.,

---

৮) লক্ষীনাথ বেজবৰুৱা ঃ মোৰ জীৱন সোঁৱৰণ, পৃঃ ৫

was the Sub Divisional Officer. At Barpeta in the early part of 1880 he fell ill and took leave. We travelled by boat from Barpeta to the vicinity of Hajo by the river Chaulkhowa which was then a running river. I have a faint recollection of that journey.[৯]

১৯০৯ খৃঃৰ ১ নবেম্বৰৰ পৰা ১৯১৭ খৃঃলৈ কনকলাল বৰুৱাই বৰপেটা মহকুমাৰ মহকুমাধিপতি স্বৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। ১৯১৬ খৃঃত বৰপেটাতে তেওঁ ৰায়বাহাদুৰ উপাধি লাভ কৰিছিল। বৰপেটাত থাকোতে তেওঁ সাংখ্য বেদান্ত দৰ্শন সম্পৰ্কে অধ্যয়ন কৰিছিল আৰু সেই বিষয়ে শাস্ত্ৰালাপ কৰিছিল নাৰায়ণ মিশ্ৰৰ লগত। সেই সময়তে বৰুৱা ডাঙৰীয়াই 'মহাপুৰুষীয়া সম্প্ৰদায়ৰ ধৰ্ম্মমত' বুলি এটি সুদীৰ্ঘ আৰু জ্ঞান গধুৰ প্ৰবন্ধ ৰচনা কৰি 'বাঁহী'ত প্ৰকাশ কৰিছিল।

১৮৯৭ খৃঃৰ বৰ ভুঁইকঁপৰ কথা সৰ্বজনবিদিত। মাধৱ চন্দ্ৰ বৰদলৈ সেই সময়ত বৰপেটা মহকুমাৰ মহকুমাধিপতি। বৰভূঁইকঁপৰ পিছত বৰপেটা চহৰখন এখন সাগৰত পৰিণত হৈছিল। নাও আৰু কলৰ ভেল সাজি মানুহে বাস কৰিছিল। মহকুমাধিপতিৰ বাসভৱনো ভুঁইকঁপৰ ফলতে জহি-খহি গৈছিল। বৰদলৈৰ পৰিয়ালো কিছুদিন কটাবলগীয়া হ'ল নাৱৰ ওপৰতে। বৰপেটাৰ লোকেল বোৰ্ডৰ গুদাম ঘৰ এটা সিমান নষ্ট নোহোৱাকৈ আছিল। সেই গুদাম ঘৰৰে দুটা কোঠা কোনোমতে ভাল কৰি লৈ মহকুমাধিপতিৰ বাসভৱন হিচাপে ব্যৱহাৰ কৰিছিল। পিছতহে বাসভৱন সাজি লয়। লোকেল বোৰ্ডৰ গুদাম ঘৰৰ অস্থায়ী বাসভৱনতে ১৮৯৮ খৃঃৰ চ'ত মাহৰ শুক্লা চতুৰ্দ্দশীৰ দিনা প্ৰখ্যাত অতীন্দ্ৰিয়বাদী কবি অসম সাহিত্য সভাৰ প্ৰথম সভানেত্ৰী নলিনীবালা দেৱীৰ জন্ম। তেওঁৰ আত্মজীৱনী 'এৰি অহা দিনবোৰ'ত সেই কথা লিখিছে ঃ

> মোৰ জন্মৰ আগতে এটি লৰা হৈ মৃত্যু হোৱাত ককাদেউতাই এইবাৰ সন্তান ৰক্ষা হ'বলৈ বৰপেটাৰ কীৰ্ত্তন-ঘৰত নাম দিয়ে। কীৰ্ত্তন-ঘৰৰ বুঢ়া ভাগৱতী 'আতাই' নামৰ শেষত আইয়ে সেৱা কৰাত এপাহি পদুম ফুল নিৰ্ম্মালি দি সন্তান ৰক্ষা হ'বলৈ আশীৰ্বাদ দিয়ে। সেইবাবে ককাদেউতাই মোৰ নাম থলে পদ্মিনী। ...দেউতা নবীন চন্দ্ৰ বৰদলৈ তেতিয়া চেন্ট জেভিয়াৰ্চ কলেজৰ ছাত্ৰ। এফ এ পৰীক্ষা দিছে। আধুনিক ৰুচি সম্পন্ন কলিকতীয়া ছাত্ৰ দেউতাৰ পদ্মিনী নামটো মনোমত হ'ল। মোৰ নাম থলে নলিনী।[১০]

---

৯) Kanaklal Barua. My Reminiscences; Studies in the Early History of Assam, edited by Dr. M. Neog, P.-310

১০) নলিনীবালা দেৱী ঃ এৰি অহা দিনবোৰ, 'নৱযুগ' (সম্পাদনা- বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য), প্ৰথম বছৰ, প্ৰথম সংখ্যা, ১৯৬৩

বৰভূঁইকঁপৰ সময়তে কিছুদিনৰ বাবে বৰপেটা মহকুমাৰ সদৰ ঠাই বৰনগৰৰ ৰহালৈ স্থানান্তৰ কৰা হৈছিল। সেই সময়ত সৰভোগ থানাখন আছিল ৰহা গাঁৱত।

মাধৱ চন্দ্ৰ বৰদলৈ আছিল এগৰাকী হিতৈষী চৰকাৰী বিষয়া। ভূঁইকঁপৰ পিছত বৰপেটাবাসী আৰু চহৰখনৰ বাবে তেওঁ যত্নৰ ত্ৰুটি কৰা নাছিল। বৰপেটাতে তেওঁ মাধৱ কন্দলীৰ ৰামায়ণখন সম্পাদনা কৰি প্ৰকাশ কৰিছিল। ৪৬৫ পৃষ্ঠাৰ মাধৱ কন্দলীৰ মূল ৰামায়ণখনৰ লগত ১৬ পৃষ্ঠাৰ পাতনি সহ ১৯০০ খৃঃত বৰদলৈয়ে কলিকতাত ছপাই প্ৰকাশ কৰিছিল।

বৰদলৈ সম্পাদিত আৰু প্ৰকাশিত দ্বিতীয়খন পুথি পুৰুষোত্তম গজপতিৰ 'দীপিকা ছন্দ'। হৰগোৰী সংবাদ, আদি জামল সংহিতা আৰু হংসকাকি সংহিতাৰ সাৰাংশ শ্লোকৰে দীপিকা ছন্দ পুথিখন ৰচনা কৰিছিল পুৰুষোত্তম গজপতিয়ে। এই পুথিখন বৰপেটাতে সনাতন ধৰ্ম্মযন্ত্ৰত ছপা কৰি ১৮৯৫ খৃঃত, ১৮১৭ শকত বৰদলৈয়ে 'মাধৱ চন্দ্ৰ শৰ্ম্মা বড়দলৈ' নামেৰে প্ৰকাশ কৰিছিল। পুথিখনি অতি কম সময়ৰ ভিতৰতে শেষ হৈ যোৱাত বৰপেটাতে দ্বিতীয়বাৰ ১৮২১ শক, ১৮৯৯ খৃঃত প্ৰকাশ কৰিছিল। দ্বিতীয়বাৰ ছপা কৰিছিল কলিকতাৰ ৰাধা ৰমন যন্ত্ৰত।

১৮৯৪ খৃঃত উত্তৰ লক্ষীমপুৰৰ পৰা ভূমি হাকিম (এচ ডি চি) ৰূপে বৰপেটালৈ বদলি হৈ আহিছিল ৰজনীকান্ত বৰদলৈ। তেওঁৰ বৰপেটাত থকা কাৰ্যকাল তিনিবছৰ ১৮৯৭ খৃঃলৈ। বৰপেটাত থকা কালছোৱাতে বৰদলৈয়ে ১৮৯৫ খৃঃত বৰপেটা মহকুমাৰ পশ্চিম সীমাৰ মানাহ নদীৰ বুকুতে ৰচনা কৰিছিল তেওঁৰ প্ৰথম উপন্যাস মিৰি জীয়ৰী। পুথিখন বৰপেটাৰ সনাতন ধৰ্ম্ম যন্ত্ৰতে ছপা কৰি প্ৰকাশ কৰিছিল। সেই বিষয়ে তেওঁৰ আত্ম-জীৱনী 'মোৰ সাহিত্যিক জীৱনৰ অতীত কাহিনী'ত এনেদৰে লিখিছে—

> ১৮৯৪ খৃঃৰ নৱেম্বৰ কি ডিচেম্বৰ মাহত বিজনী আৰু গৱৰ্ণমেন্টৰে এটা চাপৰি লৈ বিৰোধ হোৱাত মই দীঘলবৰীৰ ওচৰৰ সেই চাপৰিটোলৈ বৰপেটাৰ পৰা সেইকালৰ বগৰিবাৰী মৌজাদাৰৰ পিতা সোণাৰাম চৌধুৰীক লগত লৈ দুদিন মানাহ নৈৰে নাৱেৰে যাওঁ। দিনৰ দিনটো নাৱত খোৱা-লোৱাত বাজে বহি থাকিবলগীয়া হোৱাত তাহানিখন সাত-আঠ বছৰৰ আগেয়ে কলিকতাত কৰা সংকল্পটি, যি সংকল্পটি ভাতৃ ৰোহিণীকান্তৰ বিয়োগ শোকত আৰু চৰকাৰী কামৰ হেচাত পাহৰি আছিলো সেইটো মনত পৰিল। অফিচ বাকছৰ পৰা কাগজ কলম উলিয়াই লৈ শোৱা গাৰুটোকে টেবুল কৰি লিখিবলৈ ললো। ..... কামত ধৰিলো, আপোনা আপুনি কিযে এটা inspiration আহিল মই কব নোৱাৰো। নাৱত যাওঁতে সেই দুদিনৰ ভিতৰতে মিৰি জীয়ৰী উপন্যাস লিখি পেলালো। উপন্যাস লিখিম বুলি আমাৰ উত্তৰ লক্ষীমপুৰৰ পৰা মিৰি

বিষয়ৰ সমল গোটাই লৈ অহা নাছিলো।

...বৰপেটাত কাম কৰা কালত মফচল কুৰোতে বৰপেটা মহকুমাৰ ঠাই বিলাকৰ ইতিবৃত্ত বিচাৰি ফুৰিছিলোঁ। মহামতি গেইট চাহাবৰ অনুৰোধত পুৰণি বৰনগৰৰ বিষয়ে অনুসন্ধান কৰি বৰনগৰৰ বৰঝাৰ, বৰবাৰীৰঝাৰ, হেলাপাকৰি হাবি আদিৰ ভিতৰত সোমাই ফুৰিছিলো।'

বৰপেটাত থকা কালছোৱাৰ নানান মধুৰ স্মৃতি সুঁৱৰি বৰদলৈ ডাঙৰীয়াই পুনৰ লিখিছেঃ

'বৰপেটাত থাকোতে সেইকালত বৰপেটাৰ বৃদ্ধ ভকত শান্তিৰাম বাঢ়িহা আতৈ, বয়োবৃদ্ধ ৰামদাস উকিল, ব্যাসকুছিৰ ভাগৱতী গোসাই, বণিয়াকুছিৰ গোসাই, মহীৰাম শৰ্ম্মা, শ্ৰীযুত লক্ষীকান্ত শৰ্মা ভাগৱতী এই সকলে সৈতে সৎসঙ্গ কৰিছিলো। বৰপেটাতে মোৰ ধৰ্ম্ম-জীৱনৰ আৰম্ভ হয়। বৰপেটা মোৰ পক্ষে মহাতীৰ্থ। বৰপেটাই মোক পবিত্ৰ, শান্তিময় বৈষ্ণৱ ধৰ্মত আশ্ৰয় লোৱালে। বৰপেটালৈ মোৰ সেৱা, বৰপেটাৰ বৈষ্ণৱবৃন্দলৈ মোৰ সেৱা, প্ৰভু কলিয়া ঠাকুৰলৈ মোৰ সেৱা।'[১১]

বৰপেটাৰ অভিজ্ঞতাৰে বৰদলৈ ডাঙৰীয়াই মনোমতী উপন্যাস ৰচনা কৰিছিল। মনোমতী উপন্যাসৰ প্ৰথম অধ্যায়তে আছে বৰপেটা কীৰ্ত্তন-ঘৰৰ ফাকুৱা উৎসৱৰ এটি মনোৰম বৰ্ণনা। উপন্যাসখনিত কীৰ্ত্তনঘৰৰ আঁৰত থকা গৃহবিবাদৰ চিত্ৰ এখনিও আঁকি থৈ গৈছে। বৰনগৰীয়া চণ্ডীনাৰায়ণ বৰুৱা, মনোমতী, পমিলা প্ৰভৃতিক কেন্দ্ৰ কৰি ৰচনা কৰা উপন্যাসখনত বৰপেটাৰো এটি নিখুঁত বিৱৰণ দিবলৈ যত্ন কৰিছে।

১৮৯৫ খৃঃতে 'দীপিকা ছন্দ' আৰু 'মিৰি জীয়ৰী' ছপা কৰা বৰপেটাৰ সনাতন ধৰ্মযন্ত্ৰ ঊনৈশ শতিকাৰ এটি উল্লেখযোগ্য ছপাশাল। তেতিয়াৰ দিনত সমগ্ৰ অসমৰে ছপাশাল আঙুলিৰ মূৰত লেখিব পৰা বিধৰ। শিৱসাগৰৰ মিছন প্ৰেছ (এইটো প্ৰথম ছপাশাল), ধৰ্ম প্ৰকাশ যন্ত্ৰ মাজুলী, চিদানন্দ প্ৰেছ গুৱাহাটী, অসম নিউজ প্ৰেছ গুৱাহাটী, হিতসাধিনী যন্ত্ৰ গোৱালপাৰা আৰু সনাতন ধৰ্মযন্ত্ৰ বৰপেটা। বৰপেটাৰ সনাতন ধৰ্ম যন্ত্ৰৰ গৰাকী পুৰা মহাজন বা পুৰা আতৈ। পুৰা আতৈৰ এখন কিতাপৰ দোকানো আছিল, লগতে আছিল প্ৰেছটো।

১৮৮৮ খৃঃৰ ২৫ আগষ্টত কলিকতাৰ কলেজত পঢ়া এচাম কলেজীয়া ছাত্ৰৰ যত্নত অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ জন্ম। আধুনিক অসমীয়া ভাষা-সাহিত্যৰ বিকাশত অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ দান অসীম আৰু অতুলনীয়। প্ৰকৃত পক্ষে জোনাকী যুগৰ ধনুৰ্দ্ধৰসকলৰ ছোঁঘৰ অঃ ভাঃ উঃ সাঃ সভা আৰু জোনাকী আলোচনী।

অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাখন অকল কলিকতাতে আবদ্ধ নাৰাখি অসমৰ

---

১১) ৰজনীকান্ত বৰদলৈ ঃ মোৰ সাহিত্যিক জীৱনৰ অতীত কাহিনী, ৰজনীকান্ত বৰদলৈ ৰচনামালা (সম্পাদনা ঃ ড° হেমন্ত কুমাৰ শৰ্মা), পৃঃ ১২০

বিভিন্ন নগৰত তেনে সভা স্থাপন কৰিবলৈ আহ্বান জনাইছিল। সেই আহ্বানৰ প্ৰতি সঁহাৰি জনায়েই তেজপুৰ অঃ ভাঃ উঃ সাঃ সভাৰ জন্ম।

১৮৯৫ খৃঃত ৭ম বছৰৰ কাৰ্যবিৱৰণীত সম্পাদক ৰমাকান্ত বৰকাকতি আৰু কনকলাল বৰুৱাই পুনৰ অসমৰ বিভিন্ন চহৰত আৰু বিশেষকৈ ডিব্ৰুগড়, গুৱাহাটী আৰু বৰপেটাত অঃ ভাঃ উঃ সাঃ সভাৰ শাখা সভা স্থাপন কৰিবলৈ আহ্বান কৰিছে। ৭ম বছৰৰ সম্পাদকীয় কাৰ্যবিৱৰণীৰ সামৰণিত লিখিছে ঃ

> আমাৰ মনেৰে আসামৰ সকলো জিলাতে তেনে একোখনি সভা কৰা আৱশ্যক। ডিব্ৰুগড়, গুৱাহাটী আৰু বৰপেটাত তেনে সভা যিমান সোনকালে হয় সিমান ভাল। বাকী কেইখনি টাঙ্গনীত তেনে সভা কৰিব নোৱাৰিলে সেই জিলাৰ দেশ হিতৈষী ভদ্ৰলোকসকলে সেইদৰে বেলেগ বেলেগ সভা কৰিব।[১২]

সম্ভৱতঃ সেই বছৰতে অৰ্থাৎ ১৮৯৫ খৃঃৰ চেপ্তেম্বৰৰ পিছত বৰপেটাত সভা স্থাপন কৰা হয়। সেইবাবে পিছৰ বছৰ অৰ্থাৎ ৮ম বছৰৰ কাৰ্য বিৱৰণীত সম্পাদক ৰমাকান্ত বৰকাকতী আৰু ৰাধানাথ ফুকনে বছৰেকীয়া সম্পাদকীয় প্ৰতিবেদনত সেই কথা উল্লেখ কৰিছে ঃ

> বৰ আনন্দৰ বিষয় যে আমাৰ সভাৰ উদ্দেশ্য বহুতে বুজিছে আৰু প্ৰায়ে সকলো ঠাইতে এই উদ্দেশ্যৰে আৰু একে নামেৰেই ইয়াৰ আৰ্হিৰেই একো একোখনি সভা পাতিছে। কহিমা, ডিব্ৰুগড়, শিৱসাগৰ, তেজপুৰ, নগাঁও আৰু বৰপেটাত এনে সভা আছে, গোৰহাটতো নতুনকৈ এখন স্থাপন কৰা শুনি আমি আহ্লাদিত হৈছো।[১৩]

আকৌ বৰপেটা সভাৰ বিষয়ে সেই একে স্তম্ভতে লিখিছে ঃ

> 'বৰপেটা সভালৈ আমাৰ বিশেষ সহানুভূতি আছে— আশা কৰো এই সভাৰ যত্নৰ দ্বাৰাই গোটেই অসমত একেটা লিখিত ভাষা প্ৰৱৰ্ত্তিব। এই সভাৰ সমজুৱাসকলক আমি মিনতি কৰিছো যেন তেওঁবিলাকে সভাৰ মহৎ আৰু সাধু উদ্দেশ্যলৈ চকু দিহে সকলো কাম কৰে।

উক্ত উক্তিৰ পৰা এই কথা স্পষ্ট ভাৱে বুজা যায় যে বৰপেটা অঃ ভাঃ উঃ সাঃ সভাই একেটা লিখিত ভাষাৰ বাবে বিশেষভাৱে আঁচনি হাতত লৈ কামত অগ্ৰসৰ হৈছিল। এই আঁচনিৰ প্ৰতি সকলোৰে চকু থিৰ হৈছিল। অঃ ভাঃ উঃ সাঃ সভাৰ কাৰ্যবিৱৰণী যদি

---

১২) কলিকতা অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ কাৰ্যবিৱৰণ ঃ জোনাকী, পঞ্চম বছৰ, সঃ- কনকলাল বৰুৱা।

১৩) জোনাকী ঃ ষষ্ঠ বছৰ, সঃ- ৰমাকান্ত বৰকাকতী, পৃঃ ১৫৩

উদ্ধাৰ কৰিব পৰা যায় তেতিয়া হ'লে এই বিষয়ে সবিশেষ জানিব পৰা যাব। নাইবা বৰপেটাৰ কোনো বয়োবৃদ্ধ গুণী-জ্ঞানীলোকৰ পৰা সবিশেষ জনা সম্ভৱ হব পাৰে। এই কথাৰ সবিশেষ জানিব পাৰিলে আমিও উপকৃত হম।

সেই সময়ত কলিকতা কলেজত পঢ়া লোহিত চন্দ্ৰ নায়ক আছিল অঃ ভাঃ উঃ সাঃ সভাৰ এগৰাকী অক্লান্ত কৰ্ম্মী। ৮ম বছৰৰ (১৮৯৫-৯৬ খৃঃ) অঃ ভাঃ উঃ সাঃ সভাৰ কাৰ্যনিৰ্বাহিকৰ স্বৰ্গীয় নায়ক আছিল এগৰাকী সদস্য।

অঃ ভাঃ উঃ সাঃ সভাৰ অষ্টম বাৰ্ষিক অধিবেশন অনুষ্ঠিত হয় ১৮১৮ শকৰ ২১ আৰু ২২ ভাদত। প্ৰথম দিনাৰ মুকলি সভাৰ সভাপতি ডাক্টৰ গোলাপ চন্দ্ৰ বেজবৰুৱা। আন এগৰাকী বিশিষ্ট অতিথি ব্যৰিষ্টাৰ আব্দুল মজিদ। মুকলি সভাত আলোচনাত অংশ গ্ৰহণ কৰি একোটি সাৰগৰ্ভ বক্তৃতা দিয়াসকলৰ ভিতৰত আইন কলেজৰ ছাত্ৰ বৰপেটাৰ লোহিত চন্দ্ৰ নায়ক এজন।

"ডাক্তৰ বেজবৰুৱাই সভাপতিৰ আসন গ্ৰহণ কৰিছিল। শ্ৰীযুত পানীন্দ্ৰ নাথ গগৈৰ ৰচিত 'ভাই অসমীয়া কিমাননো শোৱা' এই কবিতাটিৰে শনিবাৰে আবেলি ৩-৩০ বজাত সভাৰ কাৰ্য্য আৰম্ভ হয়। শ্ৰীযুত বেণুধৰ ৰাজখোৱা বি.এ মহাশয়ে এটি জ্ঞানগৰ্ভ আৰু শুৱলা বক্তৃতা দিয়ে। তাৰ পিছত ক্ৰমে শ্ৰীকনকলাল বৰুৱা বি.এ, শ্ৰীলোহিত চন্দ্ৰ নায়ক বি.এ, শ্ৰীআকবৰ হুচেইন বি.এ, শ্ৰীমানিক ৰাম কাকতি, শ্ৰী লক্ষ্মীনাথ শৰ্মা, শ্ৰীযোগকান্ত বেজবৰুৱা আৰু সভাৰ দুয়োজন সম্পাদকে আনন্দ প্ৰকাশ কৰি একো একোটি সাৰুৱা উৎসাহপূৰ্ণ বক্তৃতা কৰি উপস্থিত সমজুৱাসকলক আনন্দ দিয়ে।"[১৪]

কলিকতা অঃ ভাঃ উঃ সাঃ সভাৰ ৭ম বছৰৰ পৰা লোহিত চন্দ্ৰ নায়ক কাৰ্যনিৰ্বাহি সভাৰ অন্যতম সদস্য।[১৫]

৮ম বছৰৰ বছৰেকীয়া অধিবেশন উপলক্ষে পিছদিনা ৰবিবাৰে 'মহৰী' আৰু 'ভ্ৰমৰঙ্গ'ৰ অভিনয় হয়। উক্ত অভিনয়ত জেনেৰেল মেনেজাৰৰ দায়িত্বত আছিল লোহিত চন্দ্ৰ নায়ক।

'মৌলবী আবৰাৰ হুচেইন বি এ ভাৱনাৰ পিছত অতি দক্ষতাৰে চেতাৰ ৰজাই ভাৱৰীয়া আৰু দৰ্শক সকলোৰে মনোৰঞ্জন কৰিলে। তেওঁ আৰু মৌলবী লেমিজাৰে ভাৱনাৰ সময়ত গান বাজনাৰ দ্ৰষ্টা আছিল। শ্ৰীযুত কনকলাল বৰুৱা বি এ ষ্টেজৰ, শ্ৰীযুত প্ৰেমনাথ শৰ্মা আৰু শ্ৰীযুত পদ্মনাথ শৰ্মাই চোঁঘৰৰ অতি দক্ষতাৰে কৰ্ত্তৃত্ব কৰিছিল। শ্ৰীযুত লোহিত চন্দ্ৰ নায়ক বি.এ মহাশয়ে জেনেৰেল মেনেজাৰৰ কাম কৰিছিল। ৰাতি দুই বজাতহে ভাৱনাৰ কাৰ্য্য শেষ হয়।[১৬]

---

১৪) জোনাকী ঃ ষষ্ঠ বছৰ, সঃ- ৰমাকান্ত বৰকাকতী, পৃঃ ১৬১

১৫) উক্ত আলোচনী, পৃঃ ১৫৭

১৬) উক্ত আলোচনী, পৃঃ ১৬২

এই সমসাময়িক কালছোৱাতে বৰপেটাত স্থাপন কৰা হৈছিল 'বৰপেটা হিতসাধিনী সভা।' 'বৰপেটা হিতসাধিনী সভাৰ প্ৰথম বছৰেকীয়া কাৰ্য্যবিৱৰণী বৰপেটা ১৮৯৭ খৃঃ' শীৰ্ষক এখনি পুথি বৰ্ত্তমান লণ্ডনৰ বৃটিছ্ মিউজিয়ামৰ পুথিভৰাঁলত সংৰক্ষিত হৈ আছে। ১৮৯৭ খৃঃত প্ৰথম বছৰেকীয়া অধিবেশন হ'লে ১৮৯৬ খৃঃ মানত সভা স্থাপন হব লাগে। অম্বিকাগিৰী ৰায়চৌধুৰীয়ে 'মোৰ দাদা' গ্ৰন্থত সম্ভৱতঃ ইং ১৮৯৩-৯৪ চনত হিতসাধিনী সভা স্থাপন হোৱা বুলি লিখিছে। ৰায়চৌধুৰী ডাঙৰীয়াই অনুমানৰ ওপৰতহে লিখিছে। সেইবাবে ১৮৯৫-৯৬ খৃঃ মানতহে প্ৰকৃততে হিতসাধিনী সভা স্থাপন কৰা হ'ব পাৰে। বৃটিছ মিউজিয়ামৰ পৰা হিতসাধিনী সভাৰ প্ৰথম বছৰেকীয়া কাৰ্যবিৱৰণীৰ প্ৰতিলিপি সংগ্ৰহ কৰিব পাৰিলে সভাখন সম্পৰ্কে ভালেখিনি তথ্য পোৱা যাব পাৰে।

অম্বিকাগিৰী ৰায়চৌধুৰীয়ে হিতসাধিনী সভা সম্পৰ্কে 'মোৰ দাদা' গ্ৰন্থত লিখিছে---

> সম্ভৱতঃ ইংৰাজী ১৮৯৩-৯৪ চন। বৰপেটা হিতসাধিনী সভা নামেৰে এটা ৰাজহুৱা অনুষ্ঠান স্থাপিত হয় আৰু তাৰ নেতৃত্ব কৰে গঙ্গানাথ ৰায়চৌধুৰী, ঁলোহিত চন্দ্ৰ নায়ক, ঁকমলা কান্ত দাস, ৰাম প্ৰসাদ দাস, ৰমেশ চন্দ্ৰ দাস আদিয়ে। গঙ্গা ৰায়চৌধুৰী আমাৰ ভাগীৰ দাদা আৰু মেডিকেল প্ৰেক্টিশ্যনাৰ আছিল। তেখেতৰ চ'ৰা ঘৰতে ইয়াৰ কাৰ্য্যালয় স্থাপিত হয়। লোহিত চন্দ্ৰ নায়ক বি.এ.বি.এল, (উকিল, তেখেতে খুব সৰসৰীয়াকৈ ইংৰাজী কব পাৰিছিল), ৰামপ্ৰসাদ দাস বি.এ, বি.এল. কমলা কান্ত দাস বি.এল., ৰমেশ চন্দ্ৰ দাস এওঁলোক কলিকতাৰ কলেজত পঢ়ি তাত ব্ৰাহ্ম সমাজৰ প্ৰাৰ্থনাবোৰত যোগ দি আৰু কলিকতাৰ সেই সময়ৰ নানা সামাজিক আন্দোলনৰ আওভাও লৈ আহি বৰপেটাত হিতসাধিনী সভা স্থাপন কৰে। গঙ্গানাথ ৰায় চৌধুৰীৰ ঘৰ আমাৰ ঘৰৰে লগা লগি। দিনে গধুলি আৰু ৰবিবাৰে দুপৰীয়া উক্তসকলে বয়োবৃদ্ধ হৰেশ্বৰ দত্তচৌধুৰী, পৃথুৰাম চৌধুৰী, ৰাধাকান্তদাস (মোক্তাৰ) আদিকো গোটাইলইগঙ্গানাথ ৰায়চৌধুৰীৰ চ'ৰাঘৰত এই বৰপেটা হিত সাধিনী সভাৰ উদ্দেশ্যমূলক আলোচনা কৰে। ...বৰপেটা হিতসাধিনী সভাৰ প্ৰথম উদ্বোধনী সভাৰ অধিবেশন বহে আমাৰ ঘৰৰ প্ৰায় নঙলামুখতেই হাৰিজানৰ বুকুত ঁজুৰোৰাম পাঠকৰ (উকিল) সভাপতিত্বত। এই উদ্বোধনী সভাৰ ৰভা আদি সজা কামত দক্ষিণ-হাটীৰ ডেকা বুঢ়া সকলোৱে বিপুল উৎসাহেৰে লাগি যায়। (পৃঃ-১৭)

সভাৰ উদ্বোধনী গীত গাইছিল গিৰিশ চন্দ্ৰ ৰায়চৌধুৰী, যোগেশ দাস আৰু ৰাধা দাসে। ৰামপ্ৰসাদ দাস বৰপেটাৰ প্ৰথম বি.এ. বি.এল। বৰপেটাত অনুষ্ঠিত অসম সাহিত্য সভাৰ তৃতীয় অধিবেশনৰ তেৰেঁই অভ্যৰ্থনা সভাৰ সভাপতি আছিল।

লোহিত চন্দ্ৰ নায়কৰ উপৰিও ৰামপ্ৰসাদ দাস, কমলাকান্ত দাস, ৰমেশ চন্দ্ৰ দাস আদি

সেই সময়ত কলিকতাৰ কলেজত পঢ়া বৰপেটাৰ ছাত্ৰ।

অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীৰ ১৮৮৫ খৃঃত খোলাবন্ধা ঘাটৰ পৰা জাহাজেৰে গুৱাহাটীলৈ আহিছিল আৰু গুৱাহাটীতে তেওঁ ইংৰাজী স্কুলত নাম লগায়।

বৰপেটাৰ পণ্ডিত নাৰায়ণ মিশ্ৰ আৰু হেমচন্দ্ৰ মেধীয়ে এটা প্ৰেছ আনিছিল। ৰায়চৌধুৰীয়ে সেই প্ৰেছটোকে কুৰি টকা ভাৰাত আনি গুৱাহাটীত স্থাপন কৰি নাম দিছিল 'অৰুণা প্ৰেছ'। অৰুণা প্ৰেছৰ পৰাই প্ৰকাশ হৈছিল 'চেতনা', 'ডেকা অসম'[১৭]।

ৰায়চৌধুৰীয়ে পিছত মথুৰা মোহন বৰুৱাৰ 'এডভোকেট অৱ আসাম' ছপোৱা প্ৰেছটো আনিছিল। এইটো প্ৰেছৰ স্বত্তাধিকাৰী বৰপেটাৰ ভোগজুৰ বেপাৰী। ভোগজুৰ বেপাৰীয়ে ১৯০২ খৃঃ প্ৰেছটো কলিকতাৰ পৰা কিনি আনিছিল। প্ৰেছটোৰ নাম আছিল 'শাস্ত্ৰ প্ৰকাশ প্ৰেছ'। পুৰণি ধৰ্ম্মপুথি ছপাবৰ বাবেই প্ৰেছো আনিছিল। কিন্তু অভিজ্ঞ মানুহৰ অভাৱত ভোগজুৰ বেপাৰীয়ে প্ৰেছটো ভালদৰে চলাব নোৱাৰিলে। ১৯০৫ খৃঃত মথুৰামোহন বৰুৱাই 'এভোকেট অৱ আসাম' ছপাবৰ বাবে প্ৰেছটো গুৱাহাটীলৈ আনে। পিছত এইটো প্ৰেছো ৰায়চৌধুৰীয়ে দহ টকা ভাৰাত ভোগজুৰ বেপাৰীৰ পৰা লৈছিল[১৮]।

উনবিংশ শতিকাত বৰপেটাৰ পৰা ভালেকেইখন পদ পুথি ছপাহৈ ওলাইছিল। অসমৰ প্ৰথম গদ্য সাহিত্যৰ জনক ভট্টদেৱৰ 'কথা-গীতা' খনো প্ৰথমতে ছপা কৰিছিল বৰপেটাৰ অনাদৰ দাস উকিলে, ১২২৮ চন, ১৮৭৫ খৃঃত। অনাদৰ দাস উকিল বৰপেটাৰ ওচৰৰ বড়িগাওঁ নিবাসী। এই গাঁওখন পাটবাউসীৰ ওচৰৰ গহেৰ গাঁও বুলিও জনা যায়। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে কথা গীতা সম্পাদনাৰ সময়ত অনাদৰ দাস সম্পাদিত কথা গীতাৰ পৰা সহায় লৈছিল। তেওঁ কথা গীতাৰ পাতনিত লিখিছে ঃ

> এই কিতাপ বৰপেটাৰ অন্তৰ্গত বড়িগাঁও নিবাসী অনাদৰ দাস উকিলে ১২২৮ চনত ছপা কৰে। ৪৩ বছৰ আগয়ে এই পুথি কিতাপ আকাৰে ছপা কৰি উলিওৱাৰ বাবে অনাদৰ দাস উকিল মহাশয় আমাৰ অশেষ ধন্যবাদৰ পাত্ৰ। কিন্তু দুখৰ বিষয় এইহে যে কিতাপখন আদিৰ পৰা অন্তলৈকে অশুদ্ধ পাঠেৰে ভৰা আৰু সেই গুণে ইয়াক পঢ়ি গীতাৰ অৰ্থ বুজাও অসম্ভৱ। তাত বাজেও এই কিতাপ আজিকালি ক'তো পাবলৈ নাইকিয়া। আমি অনেক পুৰুষাৰ্থ কৰিহে পাটবাউসী সত্ৰৰ বৰ্ত্তমান অধিকাৰ ভট্টদেৱৰ বংশধৰ মাননীয় শ্ৰীযুক্ত গোবিন্দ দেৱ গোস্বামীৰ পৰা যেনে তেনে মতে জীৰ্ণাৱস্থাৰ এখন কিতাপ সংগ্ৰহ কৰিছো। অনাদৰ দাস উকিল মহাশয়ে ছপোৱা কিতাপৰ এইখনেই শেষ সংখ্যা হ'লেও হ'ব পাৰে।

---

১৭) অম্বিকাগিৰী ৰায়চৌধুৰী ঃ মোৰ জীৱন ধুমুহাৰ এছাটি, পৃঃ ৬৮

১৮) ঐ, পৃঃ ১০১

ঊনবিংশ শতিকাত প্ৰকাশিত পুথিসমূহৰ ভিতৰত ঘনশ্যাম চৌধুৰী সংগৃহীত আৰু প্ৰকাশিত 'ডাক ভণিতা' উল্লেখযোগ্য। ১৮৯৮ খৃঃত প্ৰকাশিত ডাক ভণিতা লণ্ডনৰ বৃটিছ মিউজিয়ামত সংৰক্ষিত হৈ আছে। ঘনশ্যাম চৌধুৰী আছিল কমলা কান্ত দাস, হেমচন্দ্ৰ মেধী, ডক্টৰ জগদীশ চন্দ্ৰ মেধী প্ৰভৃতিৰ দেউতাক।

গোবিন্দৰাম চৌধুৰীৰ 'সুতিকা পটল' এখন উল্লেখযোগ্য পুথি। পুথিখন ছপা কৰিছিল বিষয় মহাজনে। গোবিন্দৰাম চৌধুৰীয়ে 'ভূমিকম্প' সম্পৰ্কেও এখন কবিতাৰ পুথি ৰচনা কৰিছিল। গোবিন্দৰাম চৌধুৰী কবি-নাট্যকাৰ শ্ৰীপ্ৰসন্নলাল চৌধুৰীৰ কাদেউতাক। গোবিন্দৰাম চৌধুৰীয়ে আনন্দৰাম ঢেকিয়াল ফুকনক পুথি নকল কৰাত সহায় কৰাৰ কথা আমি পূৰ্বতে উল্লেখ কৰিছো। তেওঁৰ হাতৰ আখৰ ভাল আছিল।

প্ৰসন্নলাল চৌধুৰীৰ পিতৃ শ্যামলাল চৌধুৰী। শ্যামলাল চৌধুৰীয়ে 'খটাসুৰ বধ', 'কুৰ্মাৱলী যুদ্ধ', 'অশ্বকৰ্ণ যুদ্ধ' আৰু 'জঙঘাসুৰৰ যুদ্ধ' এই চাৰিখন পুথি একেলগে ছপাইছিল। পিছত তেওঁ খটাসুৰ বধ পুথিখন পলাশবাৰীৰ ৰমানাথ শৰ্মাক ছপাবলৈ অনুমতি দিছিল ঃ

> 'শ্ৰীযুত ৰমানাথ শৰ্ম্মা
>
> আপোনাক মই খটাসুৰ বধ পুথিখনি মোৰ সলনি প্ৰকাশ কৰিবৰ নিমিত্তে অনুমতি দিলোঁ। আপুনি সেই পুথিখনৰ পাতনি বাদ দি প্ৰকাশ কৰিব। মোৰ কেনো আপত্তি নাই।
>
> পলাশবাড়ী শ্ৰীশ্যামলাল চৌধুৰী
> কামৰূপ সব ডেপুটি কলেক্টৰ[১৯]

সেই সময়তে বৰগীতখন সংগ্ৰহ কৰি প্ৰকাশ কৰিছিল ডাইবৰৰাম বেপাৰীয়ে। কীৰ্ত্তন-ঘোষাখনো সংগ্ৰহ কৰি প্ৰকাশ কৰা হৈছিল। সংগ্ৰহ আৰু সংকলন কৰিছিল মনহৰি দাসে। মনহৰি দাস শ্ৰীঅক্ষয় কুমাৰ দাসৰ পিতৃ। কীৰ্ত্তন-ঘোষাখন প্ৰকাশ কৰিছিল পিতাম্বৰ দাসে।

ঊনবিংশ শতিকাত বৰপেটাত প্ৰেছ স্থাপন কৰাৰ উপৰি ভালেকেইখন পদ পুথিয়ে ছপাৰ ৰূপ দেখিছিল। সকলোবোৰ পুথি হাতে ঢুকি নোপোৱা বাবে এখনি সম্পূৰ্ণ তালিকা দিব পৰা নগ'ল।

ঊনবিংশ শতিকাত ইংৰাজ আমোলত শিক্ষা, সাহিত্য, সংস্কৃতিৰ ক্ষেত্ৰত বৰপেটা আৰু বৰপেটা মহকুমা পিছ পৰি থকা নাছিল। সকলো দিশতে বৰপেটা অঞ্চলে অগ্ৰগতি লাভ কৰা দেখা যায়।

---

১৯) খটাসুৰ বধ ঃ ৰমানাথ শৰ্মা প্ৰকাশিত।



# বৰপেটাৰ গৌৰৱ ঃ অন্তৰঙ্গ সূত্ৰ—
# অম্বিকাগিৰী, বাণীকান্ত, প্ৰসন্নলাল

**ভূপেন্দ্ৰ ৰায়চৌধুৰী**

সময়ে সময়ে বৰপেটাৰ বিভিন্ন কৃতি সন্তানৰ জন্ম হৈছে আৰু সেইসকলে বিভিন্ন ক্ষেত্ৰত নিজৰ কৃতিত্বৰ পৰিচয় দিব পাৰিছে। এই কৃতি সন্তানসকলৰ ভিতৰত নিশ্চয় অম্বিকাগিৰী ৰায়চৌধুৰী, ড° বাণীকান্ত কাকতি আৰু প্ৰসন্নলাল চৌধুৰীৰ নাম উল্লেখযোগ্য। বিশেষকৈ তিনিও অসমীয়া সাহিত্য-গগনৰ একোটা একোটা উজ্জ্বল জ্যোতিষ্ক। সামাজিক জীৱনতো তিনিওগৰাকীৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী। তিনিওৰে সাহিত্য-কৃতিৰ মূল্যায়ন কৰা আমাৰ অভীষ্ট নহয়, সেই বিষয়ে অনেক চিন্তা-চৰ্চা হৈ গৈছে আৰু সুধী পাঠকৰ সেয়া অৱগত। আমাৰ উদ্দেশ্য ঃ বৰপেটাৰ গৌৰৱস্বৰূপ এই তিনিওজন কৃতবিদ্যক একেখন মঞ্চত অৱতৰণ কৰাই তিনিওৰে মাজত অন্তৰঙ্গসূত্ৰ স্থাপন কৰা। সম্ভৱতঃ ইয়াৰ পূৰ্বে এনে প্ৰয়াস কৰা হোৱা নাই।

তিনিওজন বৰপেটাৰ সন্তানৰ ভিতৰত অম্বিকাগিৰী ৰায়চৌধুৰী (১৮৮৫-১৯৬৭ খৃঃ) জ্যেষ্ঠ ; ড° বাণীকান্ত কাকতি (১৮৯৪-১৯৫২ খৃঃ) মধ্যম আৰু প্ৰসন্নলাল চৌধুৰী (১৮৯৮-১৯৮৬ খৃঃ) কনিষ্ঠ। তিনিওৰে ভিতৰত প্ৰসন্নলালে দীঘলীয়া জীৱন পাইছিল ৮৮ বছৰৰ; অম্বিকাগিৰীয়ে আশীৰ দেওনা পাৰ হৈ ৮১ বছৰত ভৰি দিছিল ; কিন্তু এই দুগৰাকীৰ তুলনাত ড° কাকতিয়ে আপেক্ষিকভাৱে মাথো ৫৮ বছৰীয়া জীৱনকালহে লাভ কৰিছিল। ড° কাকতিয়ে প্ৰায় তিনিকুৰীয়া জীৱন কালত যি কৰি গ'ল সেয়া ভাবিলে এনে লাগে যে আৰু একুৰি বছৰ জীয়াই থকা হ'লে অসমীয়া আলোচনা সাহিত্যৰ এক নতুন মানদণ্ডৰ সৃষ্টি হ'লহেঁতেন।

অম্বিকাগিৰী আৰু প্ৰসন্নলালৰ ঘৰ বৰপেটাৰ ক্ৰমশঃ দক্ষিণহাটী আৰু দহাটীত— হাৱিজানৰ একে পাৰে, ৰিংটোৰ দূৰত্বত। কিন্তু বাণীকান্ত আছিল বৰপেটাৰ পৰা দহ কিলোমিটাৰ মানৰ পূবৰ বৰবিলাৰ দাঁতিৰ বাটিকুৰিহা গাঁৱৰ। তেওঁ বৰপেটা চৰকাৰী



ড° বাণীকান্ত কাকতি



অম্বিকাগিৰী ৰায়চৌধুৰী



প্ৰসন্নলাল চৌধুৰী

উচ্চ মাধ্যমিক বিদ্যালয়ৰ ছাত্ৰ হৈ এণ্ট্ৰেন্স পৰীক্ষাত সৰ্বোচ্চ স্থান দখল কৰি বৰপেটাৰ বুকু এহাতমান উচ্চ কৰি তুলিছিল। সেইজন কৃতি সন্তানে ভাষাতত্ত্ববিদৰূপে প্ৰতিষ্ঠিত হৈছিল। তেওঁৰ **Assamese : Its Formation and Development** শীৰ্ষক গৱেষণা গ্ৰন্থখনে অসমীয়া ভাষা গঠনৰ এখন চিৰদিনীয়া মঞ্চ তৈয়াৰ কৰি গৈছে।

অম্বিকাগিৰীৰ পিতৃ-মাতৃ হ'ল—কৃষ্ণৰাম ৰায়চৌধুৰী আৰু দৈৱকী ৰায়চৌধুৰী; বাণীকান্তৰ—ললিতৰাম কাকতি আৰু লাহোবালা কাকতি; প্ৰসন্নলালৰ— শ্যামলাল চৌধুৰী আৰু প্ৰমীলা চৌধুৰী। তেওঁলোকৰ পত্নীসকল হ'ল ক্ৰমশঃ অম্বিকাগিৰীৰ—কৌশল্যা ৰায়চৌধুৰী, বাণীকান্তৰ—কনকলতা কাকতি আৰু প্ৰসন্নলালৰ—পুণ্যপ্ৰভা চৌধুৰী। তিনিওৰে পাৰিবাৰিক জীৱন সুখ-শান্তিৰ আছিল আৰু প্ৰত্যেকজনে কেবাটাও সন্তানৰ পিতৃ হৈছিল। অভাৱ-অনাটনৰ মাজত চলা অম্বিকাগিৰী আৰু প্ৰসন্নলালৰ তুলনাত বাণীকান্তৰ আৰ্থিক জীৱন কিছু স্বচ্ছল আছিল। দুঃখৰ বিষয় যে বাণীকান্তৰ পত্নী পূৰ্বগামী (১৭ চেপ্তেম্বৰ, ১৯৫২ খৃঃ) হোৱাৰ দুমাহ পিছতে ড° কাকতিৰ অকাল বিয়োগ (১৫ নৱেম্বৰ, ১৯৫২ খৃঃ) হৈছিল। পিতৃৰ মুখ দেখিবলৈ নোপোৱা বাণীকান্তৰ কাৰণে পত্নীৰ বিয়োগ আছিল মৰ্মান্তিক আঘাত। অন্তৰ্মুখী ড° কাকতিৰ কাৰণে এই শোকে কাল হ'ল।

স্বাধীনতা আন্দোলনৰ কাৰণে গা এৰি দিয়া অম্বিকাগিৰীৰ ছাত্ৰ-জীৱন হাইস্কুলৰ আধাতে সমাপ্ত হ'ল। গুৱাহাটীৰ সোণাৰাম হাইস্কুলত পঢ়াৰ সময়তে ইন্দুমতী নামৰ এগৰাকী বঙালী ছোৱালীৰ প্ৰেমত মতলীয়া হৈ দেশৰ হৈ কাম কৰাৰ কাৰণে প্ৰেয়সীক ত্যাগ কৰে আৰু প্ৰেমৰ চিনস্বৰূপে নিজৰ বাওঁহাতৰ কেঞা আঙুলিৰ এপাব কাটি ৰূপৰ টেমীত উপহাৰ দিয়ে। এই প্ৰেম-বেদনাৰ ফলতেই অম্বিকাগিৰীৰ 'তুমি' কাব্যৰ সৃষ্টি। প্ৰসন্নলালে পলাশবাৰীৰ পৰা শিক্ষা-জীৱন আৰম্ভ কৰি ক্ৰমে বৰপেটাৰ হাইস্কুল আৰু যোৰহাটৰ বেজবৰুৱা হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পাছ কৰি এৰাধৰাৰ মাজেৰে পঢ়ি চেণ্টপ'লচ কলেজৰ (কলকাতা) পৰা বি.এ. পাছ কৰে; আইন পঢ়িছিল যদিও অসম্পূৰ্ণ হৈ ৰয়। শিক্ষাৰ ক্ষেত্ৰত ড° কাকতি আছিল অবিস্মৰণীয় প্ৰতিভাৰ অধিকাৰী। প্ৰাথমিক বিদ্যালয়ৰ পৰা ছাত্ৰবৃত্তি লৈ পাছ কৰা বাণীকান্তই অশেষ কষ্টেৰে বিল পাৰ হৈ বৰপেটাৰ হাইস্কুললৈ আহিছিল; অৱশ্যে পিছত বৰপেটাৰ আমবাৰী হাটীৰ মনোহৰি দাসৰ মাটিত এটা সৰুকৈ বাহা সাজি লৈ মেট্ৰিকলৈ তাতে থাকি পঢ়িছিল। ১৯১১ চনত বৰপেটা হাইস্কুলৰ পৰা অসম উপত্যকাৰ ভিতৰত প্ৰথম স্থান দখল কৰি ইংৰাজীত সৰ্বোচ্চ নম্বৰ লভি সোণ-ৰূপৰ পদক পাইছিল। এইজনা কাকতিৰ মেধাত সন্তুষ্ট হৈ হাইস্কুলৰ সংস্কৃতৰ দেউ লক্ষ্মীকান্ত স্মৃতিভূষণে সংস্কৃতৰ পৰীক্ষাৰ বহীত ১০০ নম্বৰৰ ভিতৰত ১০৫ নম্বৰ দিছিল। ১৯১৩ চনত কটন কলেজৰ পৰা আই.এ. পৰীক্ষা দি কলিকতা বিশ্ববিদ্যালয়ত প্ৰথম স্থান দখল কৰে। ইংৰাজীত অনাৰ্চ লৈ কলিকতাৰ প্ৰেসিডেন্সী কলেজৰ পৰা বি.এ. আৰু

১৯১৮ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী সাহিত্য বিষয়ত দ্বিতীয় শ্ৰেণীৰ প্ৰথম হৈ উত্তীৰ্ণ হয়। এম এ পৰীক্ষাৰ ফলাফলে কাকতিক সন্তুষ্ট কৰিব নোৱৰাত তেওঁ পুনৰ ইংৰাজী ভাষাৰ এম এ পৰীক্ষাত বহি ১৯২৩ চনত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰি কলিকতা বিশ্ববিদ্যালয়ৰ সোণৰ পদকৰ উপৰি ক্ষেত্ৰমোহন চেটাৰ্জী স্বৰ্ণপদক লাভ কৰে। ১৯২৮ চনত কাকতিয়ে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পি এইচ ডি ডিগ্ৰী লাভ কৰে। ড° কাকতিৰ তুলনাত অম্বিকাগিৰী আৰু প্ৰসন্নলালৰ জীৱন কিছু পৰিমাণে বিশৃঙ্খল আছিল তথা দুয়ো খঙাল প্ৰকৃতিৰ আছিল। বিপ্লৱ আৰু বিদ্ৰোহে দুয়োজনৰ তেজৰ তৰঙ্গত প্ৰবল হেন্দোলনিৰ সৃষ্টি কৰিছিল যাৰ স্বাক্ষৰ অম্বিকাগিৰী আৰু প্ৰসন্নলালৰ কবিতাত মূৰ্ত হৈ আছে। আপেক্ষিকভাৱে বাণীকান্ত আছিল নিৰ্জু, ধীৰ-স্থিৰ, অন্তৰ্মুখী আৰু পাণ্ডিত্যৰে পৰিশীলিত।

বৃত্তি হিচাপে বাণীকান্ত আৰু প্ৰসন্নলাল শিক্ষক আছিল। কটন কলেজৰ ইংৰাজী বিভাগৰ অধ্যাপক, কটন কলেজৰ অধ্যক্ষৰ পদ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক আৰু 'কলাগুৰু' ৰূপে ড° কাকতিয়ে বিভিন্ন পদ সুশোভিত কৰিছিল। প্ৰসন্নলাল চৌধুৰীয়েও শিক্ষকতাকেই জীৱনৰ বৃত্তি হিচাপে গ্ৰহণ কৰি কমলদেৱ ইন্‌ষ্টিটিউচন (উত্তৰ গুৱাহাটী), কামৰূপ একাডেমী (গুৱাহাটী), আৰ.বি. হাইস্কুল (পলাশবাৰী), বজালী হাইস্কুলত কাম কৰাৰ পিছত বৰপেটা বিদ্যাপীঠৰ সহকাৰী প্ৰধান শিক্ষকৰ পিছত প্ৰধান শিক্ষক ৰূপে শিক্ষকতা কৰি অৱসৰৰ পিছতো বৰপেটাৰ জীৱনলতা ছোৱালী হাইস্কুল, গোমুৰা বিদ্যা নিকেতনতো কিছু বছৰ চাকৰি কৰিছিল। অৱশ্যে ১৯৪৮-৪৯ চনত তেওঁ অসম চৰকাৰৰ প্ৰচাৰ বিষয়া ৰূপেও চাকৰি কৰিছিল। কিন্তু অম্বিকাগিৰীয়ে অস্থায়ীভাৱে ৰেলৱেৰ টাইপিষ্ট, গানৰ শিক্ষক আদি চাকৰি আৰু ক্ষুদ্ৰ ব্যৱসায় আদি কৰিছিল ; অৰুণা প্ৰেছ স্থাপন কৰি গুৱাহাটীৰ পৰা **চেতনা** আৰু **ডেকা অসম** উলিয়াইছিল। অৱশ্যে এনাৰ্কিষ্ট দল গঠন কৰি বৃটিছৰ বিৰুদ্ধে সশস্ত্ৰ বিপ্লৱ কৰা অম্বিকাগিৰীয়ে এটা সময়ত গুৱাহাটীৰ পৰা অন্তৰীণ হ'ব লগাত পৰিছিল। প্ৰসন্নলালে বৰপেটাত আছিল বৰপেটা বিদ্যাপীঠৰ প্ৰধান শিক্ষক হৈ। তেওঁৰ পঁজা উৰুখা আছিল যদিও বৰপেটাত পূৰ্বজসকলে কৰি যোৱা মাটি-ভেটি আছিল। অম্বিকাগিৰী আৰু বাণীকান্তৰ কৰ্মক্ষেত্ৰ আছিল গুৱাহাটী ; দুয়ো প্ৰথমে ভাড়া ঘৰত আছিল। ড° কাকতিয়ে গুৱাহাটীৰ ৰিহাবাৰীত মাটি এটুকুৰা লৈ ঘৰ এটা সাজিছিল। অম্বিকাগিৰীয়ে জীৱন পাৰ কৰিছিল অভাৱ-অনাটনৰ মাজেৰে ; ঘৰৰ ভাড়া সময়মতে দিব নোৱাৰে, উচ্ছেদ কৰি লিজৰ মাটিত বন্ধা ঘৰ ভাঙি পেলাইছিল। অৱশেষত অসমৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিৰ বদান্যতাত শিলুপুখুৰী এলেকাত এডোখৰ চৰকাৰী মাটি পাইছিল, ঘৰ বান্ধিবলৈ চৰকাৰৰ পৰা আঠ হেজাৰমান টকা ধাৰলৈ লৈছিল যদিও সেই ঋণ তেওঁ সুজিব পৰা নাছিল ; তেওঁৰ দুহিতা শুচিব্ৰতাই পিছত সুতে-মূলে

চৰকাৰৰ ঋণ পৰিশোধ কৰিছিল। বিশ্বযুদ্ধৰ সময়ত টকা ঘটাৰ সুবৰ্ণ সুযোগ পাইয়ো স্বাভিমানী অম্বিকাগিৰীয়ে বৃটিছ চৰকাৰৰ ওচৰত সেও নামানিলে। এই প্ৰসঙ্গতে ড° বাণীকান্ত কাকতিয়ে স্পষ্টভাৱে কৈছেঃ

> অম্বিকাগিৰী ৰায়চৌধুৰীয়ে অসমীয়া সমাজত এজন কবি, গীতিকাৰ, সুৰকাৰ, সাংবাদিক, ৰাজনৈতিক আন্দোলনকাৰী আৰু স্বদেশ প্ৰেমিক হিচাপে নিজকে প্ৰতিষ্ঠা কৰি গৈছে। ব্যৱসায়িক দিশত তেওঁ অসফল বুলি পৰিগণিত হৈছিল। এখনৰ পিছত এখনকৈ তেওঁৰ মূৰৰ ওপৰেদি পাৰ হৈ যোৱা দুখনো বিশ্ব-যুদ্ধই তেওঁক ধনী কৰিব নোৱাৰিলেও তেওঁলৈ অন্ততঃ আৰ্থিক স্বচ্ছলতাৰ বহু সুযোগ-সুবিধা আনি দিছিল, কিন্তু তেওঁ তাৰ এটাও গ্ৰহণ কৰিব নোৱাৰিলে।

অম্বিকাগিৰী আৰু বাণীকান্তৰ, অম্বিকাগিৰী আৰু প্ৰসন্নলালৰ প্ৰথম চিনাকি বৰপেটাতে হৈছিল যদিও প্ৰসন্নলালে অম্বিকাগিৰীক এজন দোকানীৰূপে প্ৰথমতে গুৱাহাটীত দেখিছিল। দোকানত থকা ডেকাজনেই যে অম্বিকাগিৰী ৰায়চৌধুৰী সেই কথা তেওঁ জনা নাছিল। অম্বিকাগিৰীক লগ পোৱাৰ সময়ত বাণীকান্ত আৰু প্ৰসন্নলাল স্কুলীয়া ছাত্ৰ আছিল।

অম্বিকাগিৰী ৰায়চৌধুৰীয়ে তেওঁৰ 'মোৰ জীৱন ধুমুহাৰ এছাটি'ত বাণীকান্ত কাকতিক লগ পোৱা আৰু তেওঁৰ স্কুলত পঢ়ি থকা সময়ৰ ব্যক্তিত্বৰ আভাস এইদৰে দিছেঃ

> ইং ১৯০৮ চনত মই গুৱাহাটীৰ পৰা গৈ মোৰ ঘৰ বৰপেটাত থাকোঁ। তাতেই মোৰ অন্যান্য কামৰ লগতে বৰপেটাৰ দুখীয়া ছাত্ৰসকলক শিক্ষাত আৰ্থিক সাহায্য দিবলৈকে প্ৰথমতে ছাত্ৰসকলৰ ভিতৰত আৰম্ভ কৰি এটা 'পুওৰ ফাণ্ড' খোলাৰ প্ৰয়োজনীয়তা আলোচনা কৰিবলৈকে সেই সময়ৰ বৰপেটাৰ হাইস্কুলত পঢ়া মুখিয়াল ছাত্ৰ কেইজনমানক গোট খুৱাই আমবাৰীত এখন মেলৰ উদ্যোগ কৰোঁ। সেই মেলখনত তেতিয়াৰ ছাত্ৰ শ্ৰীপ্ৰাণেশ্বৰ দাস, জনাৰ্দন দাস, কামেশ্বৰ দাস আদি উচ্চ শ্ৰেণীত পঢ়া মুখিয়াল ছাত্ৰসকল উপস্থিত আছিল। বাণীকান্ত কাকতিও তেতিয়া উচ্চ শ্ৰেণীৰ ছাত্ৰ আছিল। কিন্তু কোনো বিষয়ত তেওঁ ছাত্ৰসকলৰ মুখিয়ালৰ শ্ৰেণীত নাছিল ; স্কুলৰ পৰা অহা-যোৱা কৰি নিজৰ কোঠাটোত সোমাই কেৱল পঢ়া-শুনাতেই মগ্ন আছিল। স্কুলৰ লগৰীয়া কোনো ছাত্ৰৰ লগতে ফুৰা-চকা কৰা বা বহি মেল মৰা তেওঁৰ অভ্যাস নাছিল। সেইবাবে ছাত্ৰ কিছুমানে তেওঁক কিতাপৰ পোক, খোৰোঙৰ ফেঁচা আদি আখ্যা দি জোকাইছিল। কিন্তু তাত তেওঁ মুঠেই বিচলিত বা বাক-বিতণ্ডাত লিপ্ত নহৈছিল। লগৰ কোনো ছাত্ৰই তামাচা কৰি কিতাপৰ পোক, খোৰোঙৰ ফেঁচা বুলি ক'লে কাকতিয়ে একো বাক-বিতণ্ডা নকৰি মিচিককৈ হাঁহি মাৰি গৈ নিজৰ কোঠাটোত সোমাই কিতাপ

> পঢ়াতে মগ্ন আছিল। 'পুওৰ ফাণ্ড' বোলা সেই মেললৈ সিদিনাখন কাকতিও গৈছিল। তাকে দেখি কাকতিক লক্ষ্য কৰি হাঁহি হাঁহি এজনে কৈছিল, 'বাপৰে বাপ! কোনটো ঈশ্বৰেনো আজি তোক আমাৰ মেললৈ আনিলে? আজি কিতাপৰ পোকটোৱে তোক এৰি দিলে নেকি?' কাকতিয়ে গম্ভীৰ অথচ দৃঢ়তাৰে উত্তৰ দিছিল, 'তহঁতৰবালেবাজী মেল-খেললৈ মই কিয় যাম? ময়ো এজন দুখীয়া ছাত্ৰ, দুখীয়া ছাত্ৰৰ সুবিধাৰ বাবে খুলিব খোজা 'পুওৰ ফাণ্ড'ৰ মেললৈহে মই আহিছোঁ।' কাকতিলৈ চাই চাই হাঁহি হাঁহি এজনে কৈছিল, 'উঃ ইমান স্বাৰ্থপৰ!' কাকতিয়ে উত্তৰ দিছিল, 'অতো, মই ইমান স্বাৰ্থপৰ। তঁহতেও এনে নহৰ কিয়? তাকে নকৰি, তহঁতে মিছাতে ঘূৰি ফুৰিবি, মেল মাৰিবি, পঢ়া-শুনা মন দি নকৰিবি, চেল-চেলাই ফুৰিবি। তহঁতৰ লগত কোন যাব?' শ্ৰীপ্ৰাণেশ্বৰ দাসে, 'ঠিক কৈছে, ঠিক কৈছে' বুলি কাকতিক শলাগিলে। কাকতিয়ে মৃদু হাঁহি মাৰি মনে মনে থাকিল। আন সকলেও আৰু একো নক'লে। উপস্থিত সকলোকেইজন একেলগে পঢ়া ছাত্ৰ আছিল। মই লক্ষ্য কৰিছিলোঁ, কাকতিয়ে তেওঁলোকৰ লগত নুফুৰিলেও, তেওঁলোকে কাকতিক মৰম কৰিছিল, শ্ৰদ্ধা কৰিছিল। এই মেলখনতে কাকতিৰ সৎ-সাহস, দৃঢ়তা দেখি মই তেওঁৰ প্ৰতি আকৃষ্ট হৈছিলোঁ।

১৯০৮ চনত অম্বিকাগিৰী আৰু বাণীকান্তৰ মাজত চা-চিনাকি হৈছিল; ইয়াৰ ঠিক এবছৰ-দুবছৰৰ পিছতে অৰ্থাৎ ১৯০৯-১৯১০ চনৰ ভিতৰত এঘাৰ-বাৰ বছৰীয়া প্ৰসন্নলালে পলাশবাৰীৰ পৰা গুৱাহাটীলৈ আহোতে পাণবজাৰৰ মছজিদৰ কাষৰ কিতাপ-কাকত-পেন্সিলৰ দোকান এখনত প্ৰথম দোকানীস্বৰূপে থকা অম্বিকাগিৰীক দেখিছিল যদিও চিনাকি হ'ব পৰা নাছিল। দোকানী অম্বিকাগিৰী আছিল প্ৰসন্নলালৰ ভাষাত—'তেওঁৰ চকু অলপ টেলেকা আৰু ৰঙচুৱা, তীক্ষ্ণ কিন্তু গভীৰ ; চালে অন্তৰলৈ ভেদি যায়। বৰণ তেজগোৰা, তেজাল ৰংটোৱেই বেছি।' সেইদিনা প্ৰসন্নলালে দোকানৰ পৰা এটা বন্ধোৱা এক্সাৰচাইজ বুক কিনিলে চাৰি অনা দামত। পুনৰ চৌধুৰীয়ে লিখিছে—'তেওঁ মোৰ কথা কোৱাৰ উচ্চাৰণ শুনি অলপ অনিসন্ধিৎসু হৈ মোৰ পৰিচয় সুধিলে। তেওঁ বৰপেটীয়া উচ্চাৰণেৰে মোৰ লগত কথা-বতৰা আৰম্ভ কৰিলে আৰু দুই এটা কথা সুধিলে। কথা-বতৰা শেষ হোৱাৰ পাছত মই গুচি আহিলো। কিন্তু মনত প্ৰশ্ন হ'ল মানুহজন কোন?' এই প্ৰশ্নৰ উত্তৰ পাবলৈ তেওঁৰ সৰহ দিন নালাগিল। 'অম্বিকাগিৰীৰ সংস্পৰ্শত' শীৰ্ষক সোঁৱৰণীমূলক প্ৰবন্ধটোত চৌধুৰীয়ে এইদৰে লিখিছে ঃ

> তাৰ কিছুদিন পাছত মই বৰপেটালৈ আহিব লগা হলোঁ। আৰু তেতিয়া বৰপেটাৰ এইডেড হাইস্কুলৰ সপ্তম শ্ৰেণীত নাম লগালোঁ। সেই শ্ৰেণীটো আজি কালিৰ হিচাপত চতুৰ্থমান। তেতিয়া ষষ্ঠ শ্ৰেণীত থাকোঁতে কিবা

এটা উপলক্ষ্যে আকৌ মই গুৱাহাটীলৈ গ'লোঁ। দোকানখন কিন্তু মই পাহৰা নাই। লগত মানুহজনো। কিবা এটা আকৰ্ষণ শক্তিয়ে মোক আকৌ সেই —দোকানখনলৈ টানি নিলে। আকৌ দেকিলোঁ সেই মানুহজন। মোক তৎক্ষণাৎ চিনি পালে। এইবাৰ মোৰ যেন অলপ সাহ হৈছে। মই কবিতাৰ কিতাপ এখন কিনিলোঁ। কিতাপখনৰ লেখক বিষয়চন্দ্ৰ বিশ্বাসী। তাত এটা কবিতা আছিল হেষ্টিংচৰ যুদ্ধৰ বিষয়ে। তাত লিখা 'হেৰল্ডৰ সৈন্যদলে ৰণক্ষেত্ৰ ঘূৰি ঘূৰি চাই'নে এনে কিবা পঢ়ি যুদ্ধৰ ভাব এটা মনলৈ আহিছিল। দুখৰ বিষয় আজি আৰু সেই কিতাপখনৰ চিন-চাব দেখা নাই। যিহ'ক, বৰপেটালৈ আহি মোৰ গুৱাহাটীৰ অভিজ্ঞতাৰ কথা কওঁতে সেই দোকানখনৰ কথা ওলালত সহপাঠী বন্ধু বলভদ্ৰ পাঠকে পোনেই মোক সাৱধান কৰি সেই বিশেষ দোকানখনলৈ যাবলৈ মানা কৰিলে। মই অতি আচৰিত হৈ সুধিলোঁ—'কিয়, কি কাৰণে?' পাঠকে ক'লে—'কিয় শুনা নাই? সেইখন দোকানত পুলিচে খানাতালাচ কৰিছিল স্বদেশী আন্দোলন সম্পৰ্কত। মোৰ তৎক্ষণাৎ খেলাই গ'ল সেই মানুহজন তেনেহ'লে স্বদেশী। তেওঁ ৰিভলভাৰ চলাব জানে, বোমা মাৰিব জানে। চাহাব বধ কৰিবলৈ ভয় নাই, নিজে হাঁহি হাঁহি ফাঁচী কাঠত উঠিব পাৰে। দেশ স্বাধীন কৰিবলৈ সৰ্বস্ব পণ কৰি ওলাইছে। এক মুহূৰ্ততে মোৰ এনেবিলাক কথা মনত খেলাই গ'ল।

কিন্তু কি আচৰিত। কিছু দিন পাছত দেখো সেই মানুহজন আহি বৰপেটাত ওলালহি। বাটত দেখা পালোঁ, মোৰ ফালে চালেও। মোৰ কিন্তু মাতিবলৈ সাহ নহ'ল। পাছত দেখিলোঁ তেওঁৰ ঘৰো মোৰ ঘৰৰ ওচৰত। আৰ-তাৰ মুখে শুনিলোঁ। তেওঁৰ নাম হেনো অম্বিকাগিৰী ৰায়চৌধুৰী। আমাৰেই স্কুলৰ শিক্ষক আৰু গৃহ শিক্ষক গিৰীশ চন্দ্ৰ ৰায়চৌধুৰীৰ তেওঁ হেনো ভায়েক।

অম্বিকাগিৰীয়ে দেশৰ পৰা বৃটিছ ওফৰাবলৈ নিজে আত্মৰক্ষাৰ কৌশলবোৰ শিকাৰ উদ্দেশ্যে পাণবজাৰৰ বিখ্যাত ব্যায়ামবীৰ বিভৱানন্দ চৌধুৰীৰ আখৰাত ডাম্বেল, মুদগৰ, বৰে, মল্লযুদ্ধ, যুযুৎসু, ডেগাৰ, তৰোৱাল, লাঠি চলোৱাৰ প্ৰশিক্ষণ লৈছিল ১৯০২-১৯০৩ চনৰ ভিতৰত। তেওঁৰ সঙ্গীসকল আছিল বিষ্ণুৰাম মেধি, কুমুদ বৰা, পুষ্প উজীৰ, গণেশ ব্ৰহ্ম, ৰক্তিম বৰা ইত্যাদি। ৰায়চৌধুৰীয়ে বৰপেটাত থকা সময়ত ডেকা-শক্তিক সংগঠন কৰি ব্যায়ামৰ বিভিন্ন আখৰা দিবলৈ ধৰিলে। প্ৰসন্নলালো এই দলত আছিল। নিজৰ অভিজ্ঞতাৰ বিষয়ে প্ৰসন্নলাল চৌধুৰীয়ে লিখিছে—'তেওঁ আমাক কচৰত-কুস্তি শিকোৱাৰ ব্যৱস্থা কৰিবলৈ ধৰিলে। প্ৰথমতে দেশী কচৰতৰ ডন আদি অভ্যাস কৰালে। পাছত লাহে লাহে ডাম্বেল

আদিলৈ উঠিল। ....মই ডন আৰু ডাম্বেলকে সাৰুটি ধৰিলোঁ। কিছুদিন এনেকৈ গ'ল। গাত অলপ বল হোৱা যেন অনুভৱ কৰিলো। তাৰ পাছত মাজে মাজে লাঠিৰো আখৰা হ'বলৈ ধৰিলে। তেওঁ শিকালে দীঘল লাঠিৰে কেনেকৈ এজন-দুজনৰ লগত মুখা-মুখিকৈ আক্ৰমণ আৰু আত্মৰক্ষা কৰিব পাৰি, কেনেকৈ বহু মানুহৰ মাজত ঘূৰি ঘূৰি লাঠিৰে দল ভাঙি দিয়া হয়।' বৰপেটাত থকা সময়ত অম্বিকাগিৰীয়ে বলো খেলিছিল, সেই দলত প্ৰসন্নলালো আছিল। কিন্তু এদিনাখন বৰপেটাত অন্তৰীণ হৈ থকা অৱস্থাত অম্বিকাগিৰীৰ ঘৰত চৰকাৰে খানাতালাচ কৰাত ল'ৰাসকলৰ অভিভাৱকে তেওঁৰ লগত মিলামিছা কৰাত বাধা আৰোপ কৰিলে। কিন্তু প্ৰসন্নলালৰ অম্বিকাগিৰীৰ প্ৰতি আকৰ্ষণ নকমিল; এদিনাখন তেওঁকো স্বদেশী আন্দোলনৰ ফলত সুমুৱাই ল'বলৈ খাটনি ধৰাত বয়স কম থকাৰ বাবে আৰু সেইপথ কষ্টকৰ হোৱাৰ বাবে তেওঁক মানা কৰি পঢ়া-শুনা কৰি যাবলৈ উপদেশ দিলে। এই বিষয়ে প্ৰসন্নলালৰ সোঁৱৰণী এনেধৰণৰ ঃ

> মই তেওঁক লাগি ধৰিলো মোক স্বদেশী দলত ভুক্ত কৰিব লাগে। তেওঁ চক্ খাই উঠিল। কি স্বদেশী দলৰ লগ হ'বা তুমি? সি বৰ সাংঘাতিক সাধনা। তুমি ক'ত পাৰিবা? মই বৰকৈ জোৰ দি ধৰাত তেওঁ দুটামান পৰীক্ষাৰ কথা ক'লে। সেইবোৰ বৰ কঠিন কাম আছিল যদিও মই পাৰিম বুলি সাহ কৰি ক'লোঁ। তথাপি তেওঁ সন্মত নহ'ল। তেওঁ নিজেই সন্দেহভাজন হৈ আছে। তদুপৰি মোৰো বয়স কম। ইফালে সমাজৰ চকুত ইংৰাজেই ভাল ৰজা। স্বাধীনতাৰ সপোন কেৱে দেখা নাই। গতিকে তেওঁ মোক নিৰাশ কৰি কলে—যোৱা ভালকৈ পঢ়া-শুনা কৰি উঠা, পাছত তুমি নিজে সকলো উপায় পাবা।
>
> (অম্বিকাগিৰীৰ সংস্পৰ্শত)

অম্বিকাগিৰীয়ে বৰপেটাত থকা অৱস্থাত ১৯১১ চনত দক্ষিণহাটী যাত্ৰাপাৰ্টীৰ দ্বাৰা স্বৰচিত “জয়দ্ৰথ বধ” নাটক মঞ্চস্থ কৰি অসমীয়া নাটৰ সোৱাদ দিছিল, কাৰণ সেই সময়ত বঙালী নাটকৰ পয়োভৰ আছিল। প্ৰসন্নলালে এই ‘জয়দ্ৰথ বধ’ নাটক চাই ‘কৰ্ণবধ’ নামৰ এখন নাটক লিখিবলৈ অসফল প্ৰয়াস কৰিছিল আৰু তেওঁৰ ককায়েক গণেশলালে অম্বিকাগিৰীৰ ‘কল্যাণময়ী’ নাটকৰ আৰ্হিত এখন নাটক লিখিবলৈ লৈছিল যদিও সি সম্পূৰ্ণ নহ'ল। পিছলৈ প্ৰসন্নলাল চৌধুৰীয়ে ‘নীলাম্বৰ’ নাটক লিখি আৰু ইয়াত অভিনয় কৰি ইয়াক অসমীয়া সাহিত্যৰ এখন লেখৰ নাট হিচাপে পৰিগণিত কৰাবলৈ সক্ষম হ'ল। বাণীকান্ত কাকতিয়ে কোনো নাট লিখা নাই আৰু অভিনয়ো কৰা নাই ; কিন্তু অম্বিকাগিৰী আৰু প্ৰসন্নলাল দুয়ো ইয়াত বিশেষভাৱে জড়িত হৈ আছিল। প্ৰসন্নলালে আকাশবাণী যোগে নাটকতো অভিনয় কৰিছে আৰু ‘অপৰাজেয়’ কথাছবিত হাৰাণ সাহাৰ ভাওটো সফলতাৰে অভিনয় কৰিছিল। বৰপেটাৰ মিলন-মন্দিৰ, তেজপুৰৰ বাণৰঙ্গমঞ্চ, নলবাৰী,

যোৰহাট আদি বিভিন্ন ঠাইত প্ৰসন্নলালে নাটকত অভিনয় কৰি কৃতিত্ব আৰ্জিছিল।

অম্বিকাগিৰীৰ সুপুত্ৰ ভগগিৰী ৰায়চৌধুৰীয়ে কোৱা মতে তেতিয়াৰ বৰপেটাৰ মহকুমাধিপতি কনকলাল বৰুৱাৰ প্ৰস্তাৱ মতে অন্তৰীণৰ শেষ কালচোৱা বৰপেটাৰ পৰা আঁতৰি ডিব্ৰুগড় পায়। তেতিয়া ১৯১৪ চন। তাত অম্বিকাগিৰীয়ে 'আসাম বান্ধৱ'ৰ সহকাৰী-সম্পাদকৰ দায়িত্ব লয়। নিজৰ উদ্ধতালি স্বভাৱৰ কাৰণে প্ৰসন্নলালক পৰিয়ালৰ অভিভাৱকে বৰপেটাৰ পৰা যোৰহাটলৈ ভিনিয়েকৰ তালৈ পঠিওৱাৰ সিদ্ধান্ত কৰিলে কাৰণ তেওঁ ইতিমধ্যে সপ্তম শ্ৰেণীতে দুবাৰকৈ অসফল হৈছিল। প্ৰসন্নলালে যোৰহাটৰ বেজবৰুৱা হাইস্কুলত সপ্তম শ্ৰেণীত ভৰ্তি হ'ল। স্কুলৰ প্ৰধান শিক্ষক আছিল গোবিন্দ বেজবৰুৱা। যোৰহাটৰ বিদ্যালয়ে প্ৰসন্নলালৰ জীৱন-ধাৰা সলনি কৰি পেলালে।

ডিব্ৰুগড়ত অম্বিকাগিৰীয়ে 'আসাম বান্ধৱ'ত কাম কৰাৰ উপৰি অংশকালীন ৰেল-কাৰ্যালয়ৰ টাইপিষ্ট, চৰকাৰী স্কুলৰ অসমীয়াৰ শিক্ষক, গানৰ শিক্ষকৰ কামো কৰিছিল। তেওঁক ডিব্ৰুগড়ৰ নৱ দত্ত, শৰৎ দত্ত, ৰাধাগোবিন্দ বৰুৱা আদিয়ে গীত গোৱাত উৎসাহ যোগাইছিল। প্ৰসন্নলালে এবাৰ ডিব্ৰুগড়লৈ যোৱাত দেখিছিল যে অম্বিকাগিৰীয়ে চৰকাৰী স্কুলৰ ছাত্ৰসকলক 'ব'লা ভাই আগুৱাই' গীতটো শিকাই স্কুলৰ পুৰস্কাৰ বিতৰণী সভাত গোৱাইছিল। এই বিষয়ে প্ৰসন্নলালে লিখিছে—'গানটো শিকি আহিলোঁ।' ডিব্ৰুগড়ত অম্বিকাগিৰীয়ে ছাত্ৰ-ছাত্ৰীক বৰগীত শিকাইছিল। সত্ৰৰ চাৰিবেৰৰ পৰা বৰগীতক ৰায়চৌধুৰীয়ে জন-সমাজত প্ৰচাৰ কৰিছিল। এই বিষয়ে ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদে 'শোণিত কুঁৱৰী' নাটকৰ পাতনিত লিখিছে—'শোণিত কুঁৱৰীৰ যোগেদি ওলোৱা গীত আৰু অসমীয়া সুৰে অসমীয়া সঙ্গীত-জগতলৈ এটা নতুন যুগ লৈ আহিল। তেতিয়াৰ পৰাই শিক্ষিত সমাজত অসমীয়া বিহুনাম, বিয়ানাম, আইনাম, দেহ-বিচাৰৰ গীত, টোকাৰী গীত, বনগীত ইত্যাদিৰ বহুল প্ৰচলন হ'বলৈ ধৰে। এই সময়তেই তাৰো অলপ আগৰেপৰা শ্ৰীযুত অম্বিকাগিৰী ৰায়চৌধুৰীৰ চেষ্টাত বৰগীতে বিশেষভাৱে অসমীয়া চহৰীয়া শিক্ষিত সমাজৰ মন আকৰ্ষণ কৰে।' সভাত অৰ্গেন বজাই অম্বিকাগিৰীয়ে বৰগীত গোৱা দৃশ্য প্ৰসন্নলালৰ ভাষাত ঃ

> ডিব্ৰুগড়ত থাকোঁতে তেওঁ বৰগীতৰ যথেষ্ট প্ৰচাৰ কৰিছিল। এদিন যোৰহাটত এখন ডাঙৰ সভাত তেওঁ বৰগীত গাইছিল। পৰিৱেশটো বৰ সুন্দৰ হৈছিল। অস্থায়ী ষ্টেজ এখনত লতা-পাতেৰে সজোৱা দৃশ্য এটাত তেওঁ পাটৰ ধুতি-চোলা আৰু চাদৰ লৈ অৰ্গেন বজাই গাইছিল 'ওৰে সখি পেখোৰে কুঞ্জলোচন' বৰগীতটি। সকলো মুগ্ধ হৈছিল। মই ভাবিছিলোঁ, পাটৰ ধুতি-চোলা সাময়িকভাৱেহে লোৱা। কিন্তু পাছত দেখিলোঁ, নহয়, তেওঁ পাছদিনাও তাকে পিন্ধি ফুৰিছে। মই বৰ ভাল নাপালোঁ। এটা জাকত জিলিকা পোছাক পিন্ধাৰ অৰ্থ এনেও হ'ব পাৰে। তেওঁ কবিতাৰ কিতাপ প্ৰকাশ কৰি কবি বুলি প্ৰশংসা পাইছে। তেনে

> অৱস্থাত নিজকে অলপ বিশেষভাৱে দেখোৱাৰ ইচ্ছা কৰাটো স্বাভাৱিক। এইটো এক ধৰণৰ সাহিত্যিক Vanity বা ভেম। এই সময়তে 'তুমি' কাব্যৰ এটা বিজ্ঞাপন দেখা গ'ল।
>
> (পূৰ্বোক্ত প্ৰবন্ধ)

উল্লেখযোগ্য যে প্ৰসন্নলালেও গীত গাইছিল, তেওঁৰ কণ্ঠ সুললিত আছিল। ১৯২৭ চনত তেওঁ ৰত্নেশ্বৰ বৰদলৈৰ লগত কলিকতাত গীত ৰেকৰ্ডিং কৰিবলৈ গৈছিল; অসুস্থতাৰ কাৰণে এটাহে বৰগীত ৰেকৰ্ড কৰিলে—'শুন শুন ৰে সুৰ বৈৰী প্ৰমাণা'। যোৰহাটত ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ লগত প্ৰসন্নলালে অভিনয় কৰিছিল আৰু অম্বিকাগিৰীয়ে বৰঠাকুৰৰ লগত শিৱসাগৰত 'চোকোৰা' নাচ নাচিছিল।

প্ৰসন্নলালৰ সাহিত্য প্ৰকাশনৰ ক্ষেত্ৰত অম্বিকাগিৰীৰ ভূমিকা আছিল অনস্বীকাৰ্য। 'আসাম বান্ধৱ'ত প্ৰকাশ পোৱা গল্প 'কৰুণা' আছিল প্ৰসন্নলালৰ প্ৰথম প্ৰকাশন। সেই বিষয়ে প্ৰসন্নলাল চৌধুৰীয়ে লিখিছে—'সেই সময়ত দেখা-দেখিকৈ মোৰো গা উঠিছিল গল্প লিখিবলৈ। এটা গল্প লিখি 'কৰুণা' নাম দি 'আসাম বান্ধৱ' লৈ পঠাইছিলোঁ। কিছুদিন পাছত ছপা হৈছিল। সেয়ে মোৰ প্ৰথম কৃতকাৰ্যতা। মই প্ৰথমে বিশ্বাসকে কৰা নাছিলোঁ মোৰ তেনে ভাগ্য হোৱা বুলি। তেওঁৰ ওচৰত কৃতজ্ঞ হ'লো।'

বাণীকান্ত কাকতিৰ সাহিত্য-ক্ষেত্ৰখন আছিল সুকীয়া। তেওঁ ভাষাতত্ত্ববিদ আৰু সাহিত্যৰ আলোচক হিচাপে প্ৰতিষ্ঠিত হৈছিল। বিভিন্ন কাকত-আলোচনীত লিখা ড° কাকতিৰ প্ৰবন্ধবোৰ অসমীয়া ভাষা-সাহিত্যৰ একো-একোটা মুকুতাৰ দৰে। 'পুৰণি অসমীয়া সাহিত্য', 'সাহিত্য আৰু প্ৰেম', 'পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা' আদিত সঙ্কলিত প্ৰবন্ধবোৰে ড° কাকতিৰ ভাষা-সাহিত্যত থকা অগাধ ব্যুৎপত্তিৰ কথাকে সূচায়। অসমীয়া আৰু ইংৰাজীত সমানে সাহিত্য ৰচনা কৰা 'Life and Teachings of Snakardeva', 'Mother Goddess Kamakhaya', 'Visnuite Myths and Legends' আদি গ্ৰন্থবোৰ তেওঁৰ গৱেষণাৰ ফচল। এইজনা বিদগ্ধ সমালোচকে অম্বিকাগিৰীৰ প্ৰথম প্ৰেমৰ কাব্য 'তুমি'ৰ পাতনি লিখি ইয়াক উচ্চ মাত্ৰা প্ৰদান কৰি অসমীয়া কাব্য-জগতত সুপ্ৰতিষ্ঠিত কৰি থৈ গৈছে ঃ

> 'তুমি' কাব্য ৰায়চৌধুৰীৰ আধ্যাত্মিকতাৰ উজ্জ্বল চানেকি। 'তুমি' কাব্যক কবিৰ বিশ্বৰূপ দৰ্শন বুলি ক'ব পাৰি। ভগবদ্গীতাত ভক্ত অৰ্জুনে শ্ৰীকৃষ্ণৰ বিৰাট মূৰ্তিত বিশ্বৰূপ দেখা পাইছিল। ভগৱান কৃষ্ণৰ বিৰাট ৰূপত অৰ্জুনে পাহাৰ-পৰ্বত, নৈ, সাগৰ, জীৱ-জন্তু, চন্দ্ৰ-সূৰ্য, তাৰকা মণ্ডলী আদি সকলো দেখিছিল। কিন্তু প্ৰকৃত কবিয়ে ভগৱানৰ বিৰাট ৰূপত 'তুমি' কাব্যত বৰ্ণিত সকলো বিশ্বসৌন্দৰ্যৰ সমাবেশ দেখিলহেঁতেন।

সাতটা তৰঙ্গত ১৯১৫ চনত প্ৰকাশিত 'তুমি' কাব্যৰ পাঠকৰূপে প্ৰসন্নলালৰ প্ৰতিক্ৰিয়া এনেধৰণৰ ঃ

এনে সময়ত তেওঁৰ ‘তুমি’ কাব্য ছপা হৈ ওলাইছিল। তেতিয়া ১৯১৫ চন। মই মৌ পিয়া দি পঢ়িলোঁ। প্ৰথম শাৰী ‘তুমি লাজৰ ৰাঙলী আভা, গাভৰুৰ গোলাপী গালত’ পঢ়াৰ লগে লগে মোৰ মনত পৰি গ’ল কোন গাভৰুক লক্ষ্য কৰি এই শাৰী লিখা হ’ব পাৰে। কাৰণ, তেতিয়া মই অম্বিকা ৰায়ৰ সকলো কথা বুজা হৈ গৈছোঁ। কিন্তু যিমানে আগবাঢ়ো, সিমানেই কিবা ঢিমা তেতেলা পৰা যেন লাগি গ’ল আৰু যেতিয়া আৰম্ভণিৰ সৌন্দৰ্যৰাশিক নি বিশ্বপিতাৰ চৰণত ঢালি দিলে, তেতিয়া আৰু মনটো হতাশ হৈ গ’ল। ভাবিছিলো হায়! যদি আৰম্ভণিৰ দৰে শুৱলা হৈ আগুৱাই যায় তেন্তে নাজানো শেষত কি সৌন্দৰ্যৰ ৰাজ্যত উপনীত হ’মগৈ। তাৰ পাছত ‘বীণা’ ওলাল ১৯১৬ চনত ডিব্ৰুগড়ৰ পৰাই।

(পূৰ্বোক্ত প্ৰবন্ধ)

‘তুমি’, ‘বীণা’ৰ কবি অম্বিকাগিৰীক কঠোৰ বাস্তৱে বিপ্লৱী কৰি তুলিছিল ঃ

মই কাল-বিজয়ী বিপ্লৱী—
মই কাল-বিনাশী তাণ্ডৱী,—
আজি বিপ্লৱ তোলোঁ ক’ত?
মই তাণ্ডৱ তোলোঁ ক’ত! (অনুভূতি)

আনহাতে ‘অগ্নিমন্ত্ৰ’ৰ কবি প্ৰসন্নলালৰ বিদ্ৰোহৰ স্বৰ মূৰ্ত হৈ উঠিছিল এইদৰেঃ

কৰো জীৱনৰ অভিযান
গাওঁ মানবৰ জয়গান
ৰক্ত-লোহিত পতাকা উৰাওঁ
অগ্নিমন্ত্ৰ ঘোষি,
সৰ্বনাশক কৰো আক্ৰমণ—
ব্যুহৰ মাজত পশি।

(বিদ্ৰোহী)

কবি প্ৰসন্নলালৰ বিদ্ৰোহী সত্তাৰ প্ৰতি নতমস্তক হৈ ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাই লিখিছিল—‘বিদ্ৰোহী কবি প্ৰসন্নলাল’ ঃ

বিদ্ৰোহ বহ্নিদগ্ধ
হৃদয়ৰ মহা অগ্নিবীণ
হেৰা বন্ধু বিপ্লৱী প্ৰবীণ।
তুমি সুনিপুণ
গোৱা গুণগুণ
দীপক ৰাগিণী,

ডেইপুৰি লৈ যাওক
অসমৰ আকাশ অৱনী
নবীনৰ তন্দ্ৰাতুৰ
অলস বননি।

১৯২৬ চনত গুৱাহাটীৰ পাণ্ডুত অনুষ্ঠিত হোৱা ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰ উদ্বোধনী-গীত আছিল অম্বিকাগিৰীৰ 'বন্দো কি ছন্দেৰে সমাগত বিৰাট নৰ-নাৰায়ণ ৰূপ' গীতটি। বাণীকান্ত কাকতিয়ে অম্বিকাগিৰীৰ কিছু দেশাত্মবোধ গীতৰ ইংৰাজীলৈ তৰ্জমা কৰিছিল— 'Songs of the Cell' ৰূপে আৰু ইয়াক কিতাপ আকাৰে প্ৰকাশ কৰি ভাৰতৰ আৰু ভাৰতৰ বাহিৰলৈকেও পঠিওৱা হৈছিল। ড° কাকতিয়ে কাৰাগাৰৰ ভিতৰত অম্বিকাগিৰীয়ে ৰচনা কৰা গীতৰ বিষয়ে এইদৰে উল্লেখ কৰিছে ঃ

> ১৯২১ চনত যেতিয়া অসহযোগ আন্দোলন আৰম্ভ হ'ল, ৰায়চৌধুৰীয়ে 'শতধাৰ' নামে এখন পুস্তিকা প্ৰচাৰ কৰি আন্দোলনত ইন্ধন যোগালে। পুস্তিকাখন বাজেয়াপ্ত হ'ল আৰু লেখকক জৰিমণা আৰু কাৰাদণ্ড দিয়া হ'ল। বন্ধনত থাকিলে কবিয়ে সদায় গীত জুৰিছিল। সেয়ে জেলৰ ভিতৰতো তেওঁ কিছুমান ৰাজনৈতিক উদ্দীপনাময় গীত ৰচনা কৰিলে। এই গীতবোৰত 'তুমি' আৰু 'বীণা'ৰ কোমলকান্ত লীলায়িত ছন্দ নাই, আছে হাতুৰীৰ তালে তালে গোৱা বজ্ৰনিৰ্ঘোষ মৰ্মবাণীৰ স্পন্দন। ৰায়চৌধুৰীয়ে জেলৰ ভিতৰত হাতুৰীৰে শিল ভাঙিব লগা হৈছিল। বন্দীশালত ৰচনা কৰা গীতবোৰ পাছত ইংৰাজীলৈ অনূদিত হৈ Songs of the Cell নামেৰে সংকলিত হৈ প্ৰকাশ পায়। কিতাপখনৰ পহিলৰ শাৰীকেইটামানতে ইয়াৰ অন্তৰ্বস্তুৰ আভাস পোৱা যায় ঃ
>
> এইটো নহয় হাঁহি তামচাৰ ভাগৰ জুৰোৱা গান
> ই যে জীৱন-মৰণ একাকাৰ কৰা অগ্নিবীণাৰ তান।
>
> (অম্বিকাগিৰী ৰায়চৌধুৰী শীৰ্ষক প্ৰবন্ধ)

ডিব্ৰুগড়ৰ পৰা গুৱাহাটীলৈ আহি অম্বিকাগিৰীয়ে পাণবজাৰত 'অৰুণা প্ৰেছ' স্থাপন কৰি মাহেকীয়া 'চেতনা'ৰ প্ৰকাশ কৰে ১৯১৮ চনত। সেই বছৰৰে ১৬ নৱেম্বৰত ড° কাকতিয়ে কটন কলেজত ইংৰাজী বিভাগৰ অধ্যাপক ৰূপে যোগদান কৰে। ফলত অম্বিকাগিৰী আৰু বাণীকান্তৰ সঘন যোগাযোগ হয়। কাকতিয়ে অৰুণা প্ৰেছলৈ আহি নানান দিহা-পৰামৰ্শ দিয়ে। এই বিষয়ে ৰায়চৌধুৰীয়ে এইদৰে সুঁৱৰিছেঃ

> সম্ভৱতঃ কাকতিয়ে পোন প্ৰথমতে অসমীয়া সাহিত্যৰ চৰ্চা কৰে মোৰ 'চেতনা'ৰ পাততেই, পুৰণি অসমীয়া সাহিত্যৰ তত্ত্ব সৌন্দৰ্য বৈজ্ঞানিক

> প্ৰণালীৰে উদঘাটন কৰি। তেওঁৰ পুৰণি অসমীয়া সাহিত্যৰ সমালোচনাবিলাক উচ্চ পৰ্যায়ৰ মূল্যাঙ্কনকৃত বস্তু। 'চেতনা'ৰ তেওঁ নিয়মিত লিখক আছিল।
>
> (মোৰ জীৱন-ধুমুহাৰ এছাটি)

প্ৰসন্নলাল চৌধুৰীয়ে বৰপেটা বিদ্যাপীঠ স্কুলৰ পৰা দুবছৰ ছুটী লৈ অসম চৰকাৰৰ প্ৰচাৰ বিষয়া হিচাপে গুৱাহাটীত আছিল ১৯৪৮-১৯৪৯ চনত। তেওঁ ভাৰাতীয়া হিচাপে আছিল গুৱাহাটীৰ ৰিহাবাৰীৰ আৰ্য পাঠশালাৰ ওচৰত। সেই সময়ত বাণীকান্ত কাকতিও আছিল ৰিহাবাৰীৰ নিবাসী। চৌধুৰীৰ মাজু পুত্ৰ অঞ্জনলাল চৌধুৰীৰ পৰা জানিব পাৰিছো যে দেউতাকে বন্ধৰ দিনত প্ৰাথমিক বিদ্যালয়ত পঢ়া পুতেকক লৈ বাণীকান্ত কাকতিৰ ঘৰলৈ আহে আৰু দুয়োই গভীৰ আলোচনাত নিমগ্ন হয়। অঞ্জনলালে সেই দিনৰ সোঁৱৰণ কৰি কৈছে যে ড° কাকতিয়ে আগফালৰ পিৰালিত এখন আৰামী চকীত বহি কিতাপ পঢ়ি থাকে আৰু দেউতাকে গৈ সেই অৱস্থাতে সাক্ষাৎ কৰি কথা-বতৰা পাতে। উল্লেখযোগ্য যে প্ৰসন্নলাল চৌধুৰীয়েও 'প্ৰকাশ' নামৰ এখন সাপ্তাহিক বাতৰিকাকত সম্পাদন কৰিছিল।

ড° বাণীকান্ত কাকতিৰ লগত অম্বিকাগিৰীৰ এক ৰসাল প্ৰসঙ্গৰ কথা উনুকিয়াব পাৰি। ইয়াৰ মাজত অম্বিকাগিৰীৰ আৰ্থিক দৈন্যৰ কথা পৰিষ্কাৰকৈ ফুটি ওলাইছে।

অম্বিকাগিৰীৰ ভাষাৰে সেই প্ৰসঙ্গ এনেধৰণৰ ঃ

> ড° কাকতি খুহুতীয়া কথাত ৰসিকো আছিল। কবিতা নিলিখাৰ বাবে মোক কঠোৰভাৱে তিৰস্কাৰ কৰাৰ দৰে, মই মোৰ আৰ্থিক অৱস্থাৰ উন্নতিৰ বাবে মনোযোগ নিদি কেৱল সংৰক্ষিণী আন্দোলনত ব্যস্ত থকাৰ বাবেও কাকতিয়ে মোৰ লগত ৰগৰ কৰিছিল। এদিন কাকতি, মই আৰু ড° বিৰিঞ্চি বৰুৱা গধূলি দীঘলী পুখুৰীৰ পাৰৰ ঘাঁহনিত বহি নানা ধৰণৰ কথা আলোচনা কৰি আছিলোঁ। তাতে মোৰ কথা ওলাইছিল। মই মোৰ আৰ্থিক ফালটো অৱজ্ঞা কৰি চলাৰ বিষয়টো লৈয়েই কথা হৈছিল। এইটো দ্বিতীয় মহাযুদ্ধৰ সময়ৰ, ইং ১৯৪০ চনৰ কথা। ড° কাকতিয়ে মোক কৈছিল, 'এতিয়া আপোনাৰ আৰু আন উপায় নোহোৱা হ'ল। এতিয়া আপুনি এখন গেৰুৱা পিন্ধি সপৰিয়ালে কোনো এখন দেৱালয় বা আশ্ৰমত আশ্ৰয় লওঁক।' মই কৈছিলোঁ, 'বৰ ভাল পৰামৰ্শ। ময়ো তাকেই ভাবি আছিলোঁ। এতিয়া আপুনি নিজেই যেতিয়া কথাটো ক'লে, মোৰ সাহস বাঢ়িল। মই কালিৰ পৰাই মোৰ মূৰটো খুৰাই এখন গেৰুৱা পিন্ধি এই দীঘলীপুখুৰীৰ পাৰতে এঠাইত চকু দুটা মুদি আসন পাতি ধ্যানমগ্ন হৈ বহি যাওঁ। আপুনি আৰু বিৰিঞ্চিয়ে ভক্তি-গদ্‌গদ্ হৈ হাত যোৰ কৰি

মোৰ আগত বহি থাকক। মানুহৰ আগত প্ৰচাৰ কৰক, ৰায়চৌধুৰীৰ গাত সিদ্ধি লম্ভিছে। তেওঁ সিদ্ধ পুৰুষ হৈছে। তেতিয়া টকা-পইচা সোপাসোপে আহি জমা হ'ব। আপোনালোকেও তাৰ ভাগ পাব। এই দৰেইতো বহুত ব'ম-বাবাই ৰাইজৰপৰা টকা-পইচা লুটি নানাবিধ ভোগ কৰিব ধৰিছে।' আমাৰ তিনিওজনৰ হাঁহিৰ খলকনিত দীঘলী পুখুৰীৰ পাৰখন উদ্বেলিত হৈ উঠিছিল। আমাৰ হাঁহিৰ খলকনিত ওচৰেদি ফুৰিবলৈ যোৱা কেইবাজনো লোক আমাৰ ওচৰলৈ গৈ থিয় দিছিল। মই তেতিয়া কৈছিলোঁ, 'দেখিলে, মই কথাটো আলচা মাত্ৰেই ইমান জন আহি গোট খালে। মই গেৰুৱা লৈ তেনে কৰিলে আৰু আপুনি আৰু বিৰিঞ্চিয়ে সেইদৰে হাত যোৰ কৰি বহি থাকিলে ঠাই নোহোৱা লোকৰ সমাগম হ'ব আৰু টকা-পইচাৰো ঠাই নোহোৱা আমদানি হ'ব।'

(মোৰ জীৱন-ধুমুহাৰ এছাটি)

অসম সাহিত্য সভাৰ মঙ্গলদৈ অধিবেশনৰ সভাপতি নিৰ্বাচিত হোৱাত ড° মহেশ্বৰ নেওগক আমি সুধিছিলো ঃ সাহিত্য সভাৰ সভাপতি হৈ আপোনাৰ কেনে লাগিছে? তেওঁ উত্তৰত কৈছিল যে ড° বাণীকান্ত কাকতি আৰু ড° বিৰিঞ্চি কুমাৰ বৰুৱাই অসম সাহিত্য সভাৰ সভাপতি হ'ব নোৱাৰিলে, সেইকাৰণে মই এই পদ গ্ৰহণ কৰিছোঁ। সঁচাকৈয়ে পৰিতাপৰ বিষয় যে ড° বাণীকান্ত কাকতিৰ দৰে প্ৰতিভাধৰ সাহিত্যিক এজন অসম সাহিত্য সভাৰ সভাপতি হোৱাৰ পৰা বঞ্চিত হৈ ৰ'ল, হয়তো তেওঁৰ অকাল বিয়োগো এক কাৰণ হ'ব পাৰে! কিন্তু অম্বিকাগিৰী ৰায়চৌধুৰী আৰু প্ৰসন্নলাল চৌধুৰীয়ে ক্ৰমে ১৯৫০ চনত মাৰ্ঘেৰিটা অধিবেশনত আৰু ১৯৭৮ চনত গোলাঘাট অধিবেশনত সভাৰ সভাপতিৰ আসন শুৱাইছিল। তদুপৰি প্ৰসন্নলাল চৌধুৰীয়ে ১৯৬৬ চনত ডিব্ৰুগড় অধিবেশনত কবি-সন্মিলনৰ সভাপতি হৈছিল। অম্বিকাগিৰী ৰায়চৌধুৰীয়ে ১৯৫৬ চনৰ ২৬ জানুৱাৰী উপলক্ষে আয়োজিত সৰ্বভাৰতীয় কবি-সন্মিলনৰ আকাশবাণীৰ অনুষ্ঠানত যোগদান কৰিছিল। সাহিত্য-সৃজনৰ কাৰণে ড° কাকতি আৰু প্ৰসন্নলাল চৌধুৰীয়ে কোনো বঁটা-বাহন নাপালে; অৱশ্যে ১৯৬৭ চনত মৰোণাত্তৰভাৱে 'বেদনাৰ উল্কা'ৰ কাৰণে অম্বিকাগিৰী ৰায়চৌধুৰীয়ে সাহিত্য অকাদমি বঁটা লাভ কৰিছিল।

অম্বিকাগিৰী আৰু প্ৰসন্নলালে আকাশবাণীৰ কবি-সন্মিলনত যোগদান কৰিছিল। ১৯৬৪ চনৰ ২৩ মাৰ্চত আকাশবাণী গুৱাহাটীত অনুষ্ঠিত হোৱা কবি সন্মিলনলৈ প্ৰসন্নলাল আহিছিল। তেওঁ মাজু পুত্ৰ অঞ্জনলালৰ লগত ৰায়চৌধুৰীৰ শিলপুখুৰীৰ ঘৰলৈ আহিল। সেই সময়ত ৰায়চৌধুৰীৰ অসম আৰ্হিৰ ঘৰৰ সমুখত এখন জালি আছিল। কথা-প্ৰসঙ্গত ৰায়চৌধুৰীয়ে প্ৰসন্নলালক ক'লে, 'আকাশবাণীয়ে মোক এটা কবিতা পাঠ কৰিবলৈ মাতিছে।

মইনো কি কবিতা লিখো? সেয়ে লিখি দিলোঁ—কি কবিতা লিখোঁ মই।' অম্বিকাগিৰী আৰু প্ৰসন্নলালে আকাশবাণীৰ কবি-সন্মিলনত যোগদান কৰিলে। সেই সন্মিলনৰ আন কবিসকল আছিল—আনন্দ চন্দ্ৰ বৰুৱা, বিনন্দ চন্দ্ৰ বৰুৱা, নলিনীবালা দেৱী, বাগ্মীকবি নীলমণি ফুকন, বীৰেণ বৰকটকী, মহেন্দ্ৰ বৰা আৰু নৰকান্ত বৰুৱা। অম্বিকাগিৰীয়ে গালে—

কি কবিতা লিখোঁ মই?
সান্ত্বনা লওঁ কাক কি ক'ই?

(বেদনাৰ উল্কা)

ড° বাণীকান্ত কাকতিৰ দৰে এক মহান প্ৰতিভাক দেখাৰ আমাৰ সৌভাগ্য নহ'ল। বৰপেটাৰ চৰকাৰী উঃ মাঃ বিদ্যালয়ত পঢ়ি থকা সময়ত আমি প্ৰসন্নলাল চৌধুৰীক বাটে-ঘাটে দেখিছিলো যদিও তেওঁৰ লগত ঘনিষ্ঠতা হোৱাৰ সুযোগ নহ'ল; যিসময়ত লগ পালোঁ সেই সময়ত তেওঁ ক্লান্ত হৈ পৰিছিল। তুলনামূলকভাৱে অম্বিকাগিৰীৰ লগত আমাৰ অন্তৰঙ্গতা গঢ়ি উঠিছিল আৰু মৃত্যুৰ পূৰ্বে বৰপেটা সাহিত্য সভাৰ সম্পাদক আমাৰ শিক্ষাগুৰু নৰেন্দ্ৰ নাথ পাটোৱাৰীৰ উদ্যোগত ১৯৬৬ চনত বৰপেটালৈ আহোতে সেই শোভাযাত্ৰা আৰু অনুষ্ঠানত সক্ৰিয়ভাৱে যোগদান কৰিছিলো। তেওঁৰ মৃত্যুৰ সময়তো ১৯৬৭ চনৰ ২ জানুৱাৰী তাৰিখে কাষত আছিলো।

অম্বিকাগিৰী, বাণীকান্ত আৰু প্ৰসন্নলাল মহাপুৰুষীয়া আছিল যদিও তেওঁলোকৰ মাজত কোনো গোড়ামি নাছিল। পুৱা-গধূলি ধূপ-চাকি জ্বলাই, নাম-প্ৰসঙ্গ কৰি ভগৱানৰ প্ৰতি সেৱা-ভক্তি প্ৰকাশ কৰাৰ পৰা তিনিওজন বিৰত আছিল। আজীৱন বৰপেটাত থাকি সত্ৰৰ পৰ্ব-উৎসৱবোৰতো প্ৰসন্নলালে যোগদান কৰা নাছিল, নিয়মিত নাম-প্ৰসঙ্গত যোৱাটো দূৰৈৰ কথা. অৱশ্যে কোনোবা আলহীক সত্ৰ দেখুৱাবলৈ হ'লে নিজে আগ্ৰহেৰে বৰপেটা সত্ৰলৈ নিছিল। প্ৰসন্নলালৰ নিচা আছিল চিকাৰ কৰা। আমি জনাত প্ৰসন্নলাল চৌধুৰীয়ে শৰণ-ভজনো হোৱা নাছিল। ইয়াৰ বিপৰীতে অম্বিকাগিৰী আৰু বাণীকান্তই বৰপেটা সত্ৰত চতুৰ্ভুজ মিশ্ৰ সত্ৰীয়াৰ তাত শৰণ লৈছিল। এই বিষয়ে অম্বিকাগিৰীয়ে এইদৰে উল্লেখ কৰিছেঃ

> ইং ১৯২৩ চনত কাকতি, মই, শ্ৰীবিষ্ণু মেধি, কামেশ্বৰ দাস, ৰমেশ দাস আদিয়ে একলগে মহাপুৰুষীয়া একশৰণীয়া নামধৰ্মত বৰপেটা সত্ৰত শৰণ লৈছিলোঁ। তেতিয়াৰপৰা আমি দুয়ো দুয়োকো আঁতৈ-সখি বুলি সম্বোধন কৰি আমোদ পাইছিলোঁ।

(মোৰ জীৱন-ধুমুহাৰ এছাটি)

শৰণ লোৱাৰ সময়ত অম্বিকাগিৰী আছিল ৩৮ বছৰীয়া আৰু বাণীকান্ত ২৯ বছৰীয়া চফল ডেকা। মহাপুৰুষীয়া ধৰ্মত শৰণ লোৱা কাৰণে ড° কাকতিয়ে কামাখ্যা মন্দিৰলৈ নোযোৱাকৈয়ে 'Mother Goddess Kamakhaya' লিখিছিল।

অম্বিকাগিৰীৰ কাৰণে আছিল 'দেশেই ভগৱান', সেয়ে তেওঁ লিখিছিল ঃ

দেশ-দেশ-দেশ
দেশেই মোৰ ধ্যান-জ্ঞান,
দেশেই মোৰ ভগৱান
সাধ্য-আৰাধ্য পৰমেশ,—
.. .. ..
দেশৰ বিহনে জনম নাই—
জনম নহ'লে জীৱন নাই—
জীৱন হেৰালে ভগৱান নাই,—
জীৱনেইতো ভগৱানৰ পূৰ্ণ অধিষ্ঠান,
দেশ নহ'লে জীৱন গ'লে ভগৱান হয় অন্তৰ্দ্ধান।

(দেশেই ভগৱান)

এই দেশৰ চিন্তাই অম্বিকাগিৰীৰ কাল হ'ল। সেই সময়ৰ 'অসম বাণী'ৰ সম্পাদক সতীশ চন্দ্ৰ কাকতিয়ে অম্বিকাগিৰীক দেখুৱাইছিল অসম, পশ্চিমবংগক সামৰি পূব-পাকিস্তানে (এতিয়া বাংলাদেশ) কৰা এখন ব্লু-প্ৰিণ্ট। অসম সংৰক্ষিণী সভা আৰু অসম জাতীয় মহাসভা গঠন কৰি আজীৱন বিদেশী প্ৰব্ৰজিত লোকক খেদাৰ আন্দোলন কৰা অম্বিকাগিৰীয়ে এই ব্লু-প্ৰিণ্ট দেখি মূৰ্ছা গ'ল, হয়তো চেৰিব্ৰেল হিমোৰেজ হ'ল। সেই সময়ত গুৱাহাটী মেডিকেল কলেজৰ (এতিয়াৰ মহেন্দ্ৰ মোহন চৌধুৰী চিকিৎসালয়) বাহিৰে আধুনিক সা-সৰঞ্জাম থকা নাৰ্ছিং হোম নাছিল। চিকিৎসাৰ অভাৱত দুদিনমান সমুখৰফালে থকা অসম আৰ্হিৰ ঘৰটোৰ এটা কোঠাত তেওঁ তেনেকৈয়ে নিঃসাৰ হৈ পৰি থাকিল। আমি মাজে মাজে চাওঁ তেওঁ সাৰ পাইছে নেকি, কিবা কথা কব নেকি! চৰম যন্ত্ৰণা আৰু উৎসুকতাৰ মাজত ১৯৬৬ চনে মেলানি মাগিলে আৰু ১৯৬৭ চন আৰম্ভ হ'ল। পহিলা জানুৱাৰীৰ দিনাখন তেনেকৈয়ে গ'ল। দ্বিতীয় দিনা (২ জানুৱাৰী, ১৯৬৭ খৃঃ) গধূলি ডাক্তৰে ঘোষণা কৰিলে ঃ অম্বিকাগিৰী আৰু নাই। আয়তীসকলে গালে—'আলো মঞি কি কহব দুঃখ' বৰগীত। পিছদিনাখন বৰপেটাৰ পৰা অহা দলৰ সহযোগত এক দীঘলীয়া শোভাযাত্ৰা অনুষ্ঠিত হোৱাৰ পিছত নৱগ্ৰহ শ্মশানত চিৰদিনৰ কাৰণে অসম কেশৰী অম্বিকাগিৰীৰ পাৰ্থিৱ দেহ বিলীন হৈ গ'ল।

অম্বিকাগিৰীৰ আতৈ-সখি বাণীকান্ত কাকতিয়েও মূৰ্চ্ছা গৈ মৃত্যু বৰণ কৰিছিল। ১৯৫২ চনৰ ১৪ নৱেম্বৰৰ দিনাখন আবেলি তেওঁ ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ লগত ডাঃ ভুবনেশ্বৰ বৰুৱাৰ শৰণীয়া পাহাৰৰ ঘৰলৈ গৈছিল। ডাঃ বৰুৱা সিদিনাও গোলাঘাটৰ পৰা উভতি অহা নাছিল। হয়তো ডাক্তৰক নিজৰ অসুস্থতাৰ বিষয়ে ক'বলৈ ড° কাকতিয়ে তেওঁৰ কাষলৈ গৈছিল। পিছদিনাখন (১৫ নৱেম্বৰ, ১৯৫২ খৃঃ) প্ৰাতঃভ্ৰমণ কৰি অহাৰ পিছতে

তেওঁ মূৰ্চ্ছা গ'ল আৰু সেই মূৰ্চ্ছাই চিৰদিনলৈ কাকতিৰ পাৰ্থিৱ জীৱনৰ অন্ত পেলালে। আগদিনা ঘূৰি আহি ড° কাকতিয়ে নিজৰ পঢ়া-কোঠাত সোমাই কিছুমান কথা নিজ হাতেৰে ইংৰাজীত লিখি তেওঁৰ পঢ়া মেজৰ ওপৰত থৈ দিছিল ঃ হয়তো তেওঁ নিজৰ আসন্ন মৃত্যুৰ কথা গম পাইছিল। ড° কাকতিৰ সেই শেষ লিখাৰ কিয়দাংশ এনেধৰণৰ ঃ

> প্ৰিয়বন্ধু, পত্নী অথবা প্ৰিয়জনৰ বিয়োগ বিশেষ একো ঘটনা নহয়, কিন্তু এই বিয়োগৰ বেদনাই পিছলৈ পথ-প্ৰদৰ্শক অথবা প্ৰতিভা প্ৰকাশৰ ভূমিকা লয়।
>
> আমাৰ ইচ্ছাতকৈ উচ্চতৰ শক্তিয়ে ঘটনা নিয়ন্ত্ৰণ কৰে।
>
> বিশ্বাস কৰা আৰু ভাল পাবলৈ শিকা, বন্ধুসকল, ভাল পোৱাত বিশ্বাস কৰিলে যাতনাৰ পৰাও আমি মুক্তি পাম। ঈশ্বৰ আছে।
>
> মোৰ নিজৰ ইচ্ছাৰ উপৰি কাৰ্যৰ কাৰণৰ উচ্চতম শক্তি আছে বুলি ভাবিবলৈ মই প্ৰত্যেক মুহূৰ্ততে বাধ্য।
>
> প্ৰত্যেক মানুহেই ঈশ্বৰক বিশ্বাস কৰা উচিত। কোনো নাম, ঠাই বা ব্যক্তিৰ ওপৰত বিশ্বাস স্থাপন কৰাটো অযুগুত।
>
> আমাৰ অকৃতাকাৰ্যতা আৰু দোষ কৰোৱাৰ গৰাকীও ঈশ্বৰেই।
>
> আমাৰ অস্তিত্বৰ মধ্য হৈছে সমমণ্ডল। উকা জ্যামিতি আৰু নিষ্প্ৰাণ বিজ্ঞানৰ সেৰেঙা আৰু চেঁচা ভূভাগলৈ আমি আৰোহণ কৰিব পাৰোঁ নাইবা অনুভূতিৰ নিম্নভূমিলৈ নামি যাবও পাৰোঁ। এই দুই চূড়ান্তৰ মাজতে আছে জীৱনৰ, ভাবনাৰ, ধাৰণাৰ, কবিতাৰ এডাল বিষুব ৰেখা—-এটি ঠেক পৰিবেষ্টনী। এই মাজৰ বাটটোত সকলো সজ কথাকে পোৱা যায়।
>
> আমি সমতলৰ মাজত বৈ আছোঁ। ইয়াৰ ওপৰত ভালকৈ চলিব পৰাটোৱেই আচল কথা।
>
> ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিবলৈ শিকা। সত্যইহে মানুহক সম্ভ্ৰান্ত আৰু মহৎ কৰে। ঈশ্বৰলৈ আন্তৰিকতাৰে উদ্দেশ্য কৰা বস্তু তেওঁত লাগিবই।



**সাময়িকী ঃ দৃষ্টিকোণ**

# বৰপেটাৰ বৰ্তমান আৰু ভৱিষ্যৎ

**কেৱল অতীতৰ ঐতিহ্য আৰু পৰম্পৰাৰ ওপৰত নিৰ্ভৰ কৰি এখন সুস্থ, সবল আৰু উন্নতিৰ পথত আগবঢ়া সমাজ কল্পনা কৰিব নোৱাৰি। অতীতৰ পৰা প্ৰেৰণা লৈ বৰ্তমানক অতি কাৰ্যক্ষম কৰিব পাৰিলেহে ভৱিষ্যতৰ এখন সোণালী সমাজ লাভ কৰাটো সম্ভৱ হৈ উঠিব পাৰে। বৰপেটাৰ অতীত ভোগালী, ঐতিহ্যময় আৰু গৌৰৱৰ সূচক যদিও বৰপেটাৰ পৰা প্ৰতিভাৰ পলায়নে বৰ্তমা[illegible]য়াক কৰি তুলিছে স্থবিৰ, হতাশাৰে পাৰ হোৱা এখন সমাজ। দক্ষ ৰাজনীতিবিদ আৰু নিষ্ঠাৱান সমাজসেৱকৰ অভাৱত দিশহাৰা হৈ পৰা নতুন প্ৰজন্মই স্বাৱলম্বিতাৰ অভাৱত হতাশাত ভুগিছে। সেয়ে বৰপেটাত এতিয়া 'জাগ্ৰত বৰপেটা'ৰ ছবি এখন পাবলৈ দিহা-পৰামৰ্শ বিচাৰি কিছু বিজ্ঞ আৰু সমাজৰ বিভিন্ন দিশত জড়িত ব্যক্তিক আমি মাথোঁ এটা প্ৰশ্ন সুধিছিলো—**

**বৰ্তমানৰ বৰপেটাৰ পৰিপ্ৰেক্ষিতত ইয়াৰ উন্নতিৰ বাবে কেনেধৰণৰ পদক্ষেপ গ্ৰহণ কৰা উচিত?**

## অংশগ্ৰহণকাৰীসকল ঃ

- **কুমাৰ দীপক দাস**
- **গুণীন্দ্ৰ নাথ দাস**
- **কন্দৰ্প কুমাৰ দাস**
- **ড° বিজয়কৃষ্ণ দেৱ শৰ্মা**
- **শঙ্কৰ দাস**
- **হিৰণ শইকীয়া লহকৰ**
- **সুনীল কুমাৰ দাস**
- **জ্যোতিপ্ৰসাদ দাস**

# বৰপেটা পৰ্যটনস্থলী হওক

**কুমাৰ দীপক দাস**

*সাংসদ, ৰাজ্যসভা*

ঐতিহাসিক আৰু সাংস্কৃতিক প্ৰাচুৰ্যতাৰে পৰিপূৰ্ণ বৰপেটা এখন শতাব্দীগৰাকা প্ৰাচীন নগৰ। এই নগৰখনৰ উন্নতিৰ কাৰণে সামগ্ৰিকভাৱে যি চিন্তা আৰু পৰিকল্পনাৰে আমি আগবাঢ়িব লাগিছিল সি সম্ভৱপৰ হৈ উঠা নাই। প্ৰধানতঃ এই নগৰখনে পৰ্যটকসকলক আকৰ্ষিত কৰিব পৰাকৈ ইয়াৰ উন্নয়নৰ বিভিন্ন আঁচনি লোৱাৰ সময় কেতিয়াবাই পাৰ হৈ গ'ল যদিও সদ্যহতে যিহেতু কেন্দ্ৰীয় চৰকাৰে বিভিন্ন প্ৰকল্পৰ জৰিয়তে পৰ্যটন ক্ষেত্ৰখনক এক উদ্যোগ হিচাপে গঢ় দিবৰ চেষ্টা কৰিছে— তেনেক্ষেত্ৰত আমি, বিশেষকৈ বৰপেটাবাসীয়ে এই সুযোগ গ্ৰহণ কৰা উচিত। আৰু এটা কথা মনত ৰখা উচিত হ'ব বৰপেটাক উন্নয়নৰ দিশে আগুৱাই নিয়াৰ ক্ষেত্ৰত ইয়াৰ সত্ৰীয়া আৰু লোক-সংস্কৃতিৰ পৰম্পৰা আৰু প্ৰাচীন ঐতিহ্য ক্ষেত্ৰসমূহৰ যি স্থাপত্যকলা সেয়া যাতে অক্ষুণ্ণ থাকে তাৰ প্ৰতিও আমি লক্ষ্য ৰাখিব লাগিব। মই ভাবো যে বৰপেটা নগৰখনক এখন ঐতিহাসিক নগৰ হিচাপে নতুনকৈ সজাই পৰাই তোলাত আৱশ্যকীয় পুঁজিৰ অভাৱ নহ'ব। তাৰ বাবে মাত্ৰ আমাৰ নিজৰ প্ৰয়াস, চিন্তা আৰু পৰিকল্পনাৰ প্ৰয়োজন। যিহেতু বৰপেটা নগৰখনক পৰ্যটন উদ্যোগৰ ভিতৰত স্থান দিয়াব পৰাৰ পৰ্যাপ্ত সমল আছে— সেয়ে এই ক্ষেত্ৰত আমি পৰিকল্পিতভাৱে আগবাঢ়িব লাগিব। আনহাতে ইয়াৰ পূৰ্বে বৰপেটা সংযোগী বাট-পথৰ উন্নয়ন আৰু যাতায়াত ব্যৱস্থা অধিক সুচল কৰাৰ প্ৰয়োজনীয়তা আছে।

# লঘু উদ্যোগ গঢ়ি তোলক

**গুণীন্দ্ৰ নাথ দাস**

**বিধায়ক, অসম বিধানসভা**

সত্ৰীয়া সংস্কৃতি, শিল্প-কলাৰে সমৃদ্ধ ঐতিহ্যমণ্ডিত স্থান বৰপেটা। সাহিত্য, সংস্কৃতি, বাণিজ্যৰ ক্ষেত্ৰতো বৰপেটাই অসমত এক উল্লেখনীয় অৱদান আগবঢ়াই আহিছে। শ্ৰীমন্ত শংকৰদেৱ, শ্ৰীশ্ৰী মাধৱদেৱৰ পদৰেণু ৰঞ্জিত বৰপেটা। যি থান-সত্ৰৰ পূৰ্বজ পুৰুষসকলে অসমীয়া ভাষা-সংস্কৃতিৰ ভেটি গঢ়ি থৈ গ'ল, যি বৰপেটাৰ আদি সত্ৰাধিকাৰ শ্ৰীশ্ৰীমথুৰাদাস বুঢ়া আতাৰ হাতৰ পৰশত পৃথিৱীৰ ভিতৰতে সৰ্বপ্ৰথম গণতান্ত্ৰিক সমাজ ব্যৱস্থা, সমবায় ব্যৱস্থা, বেংক ব্যৱস্থা, কুটীৰ শিল্পৰো উৎকৰ্ষৰ ক্ষেত্ৰ হিচাপে প্ৰসিদ্ধি লভিলে, সেইখন বৰপেটা আৰু বৰ্তমানৰ বৰপেটাৰ মাজত পৰ্য্যালোচনা কৰি চালে দেখা পোৱা যে— বৰপেটা এক সামাজিক-সাংস্কৃতিক তথা অৰ্থনৈতিকভাৱে দুৰ্যোগৰ গ্ৰাসত পৰা অঞ্চল— যি ঠাইৰ ৰাইজক সামগ্ৰিক অনগ্ৰসৰতাই ছানি ধৰিছে চাৰিওপিনৰ পৰা। অতীতৰ শৌৰ্য-বীৰ্যশালী বৰপেটাৰ ঐতিহ্য আজি সময়ৰ বালিত ক্ৰমশঃ বিলীন হোৱাৰ পথত।

সমস্যা জৰ্জৰিত বৰপেটাৰ উন্নয়ন তথা ৰক্ষণাবেক্ষণৰ বাবে বৰ্তমান দৰ্কাৰ হৈছে এক জনজাগৰণৰ, যি জনজাগৰণে আনিব পাৰে বৰপেটাৰ অৰ্থনৈতিক স্বাৱলম্বীতা। বৰপেটাত বৃহৎ উদ্যোগ বা গুৰু উদ্যোগ স্থাপন সম্ভৱ নহ'ব পাৰে কিন্তু লঘু উদ্যোগ বা কুটীৰ শিল্প স্থাপনৰ যথেষ্ট থল আছে। কাৰণ বৰপেটাৰ আছে এক ঐশ্বৰ্যশালী পৰম্পৰা যি পৰম্পৰা আজিৰ পৰা প্ৰায় ৫৫০ বছৰ আগতে মহাপুৰুষ দুজনা গুৰুৱে স্থাপন কৰি থৈ গৈছে। বৰপেটাৰ পুৰণি নাম তাঁতীকুছি। এই তাঁতীকুছিতে মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে ইয়াৰ স্থানীয় তাঁতী শিল্পী-কাৰিকৰৰ হতুৱাই নিৰ্মাণ কৰাইছিল দীঘলে ছয় কুৰি হাত আৰু বহলে তিনি কুৰি হাতৰ শ্ৰীকৃষ্ণৰ বাল্যকালৰ লীলা-অঙ্কিত বিশ্ববিখ্যাত বৃন্দাবনী বস্ত্ৰ। তদুপৰি স্বাধীনোত্তৰ কালত মহামানৱ মহাত্মা গান্ধী বৰপেটালৈ আহোতে ইয়াৰ শিপিনীয়ে হাতে বোৱা তাঁতৰ চানেকি দেখি অভিভূত হৈ পৰিছিল। এনে হেন বৰপেটাত আজি সেই তাঁত-শিল্পৰ চানেকি সপোনৰো অতীত যদিও অসাধ্য নহয়। জাতীয় স্বকীয়াতালৈ লক্ষ্য ৰাখি হস্ত তাঁত-শিল্পৰ লগত যন্ত্ৰৰ ব্যৱহাৰেৰে এক বৈপ্লৱিক পৰিৱৰ্তন আনিব পৰা যাব

আৰু এই শিল্পৰ প্ৰসাৰতাই আনিব অৰ্থনৈতিক স্বতন্ত্ৰতা।

অতীতৰ পৰাই বৰপেটাৰ সত্ৰকেন্দ্ৰিক যি শিল্প কলাৰ পৰম্পৰা আছে যেনে— কমাৰ, কহাঁৰ, সোণাৰি, হীৰা, কুমাৰ আদি এইসকলৰ শিল্পকৰ্মত কিছু বাস্তৱ সন্মত চিন্তা-চৰ্চা আৰু প্ৰযুক্তিৰ সংযোগ কৰি বিশেষৰূপে সোণ-ৰূপৰ অলংকাৰসমূহৰ যি থলুৱা চানেকি আছে তাক বৰ্তমান সময়োপযোগী চানেকিৰে প্ৰস্তুত কৰি উলিৱাব পাৰিলে এখন ভাল বজাৰ দখল কৰাৰ সম্ভৱনা আছে। তেনেদৰে হীৰা আৰু কুমাৰৰ যি মৃৎ শিল্প আছে (ধুবুৰী জিলাৰ আশাৰীকান্দিৰ শিল্পীসকল মৃৎ শিল্প টেৰাকটাৰে জগত বিখ্যাত হৈছে) আমাৰ বৰপেটা অঞ্চলৰ—কুমাৰহাটী, সুন্দৰীদিয়া, বামুণা আদিত যি হীৰা, কুমাৰ সম্প্ৰদায়ৰ লোক আছে; চেঙা, মাটিখোৱা, চিনাদী (সৰ্থেবাৰীঃ আদিৰ মাটিৰ বাচন তৈয়াৰ কৰা লোকসকল আছে, তেওঁলোকে অসমীয়া কৃষ্টিৰ লগত জড়িত মাটিৰ শিল্পজাত সামগ্ৰী, তৈয়াঁৰ কৰাৰ লগতে আধুনিক জীৱনশৈলীৰ লগত জড়িত সামগ্ৰী, যেনে— মাটিৰ ডাঙৰ ডাঙৰ পুতলা, ফুলৰ ডিজাইনিং টাব, ৱাল টাইল আদিৰ আধুনিক আৰ্হি প্ৰস্তুত কৰি উলিয়াব পাৰিলে বজাৰত এই মৃৎ শিল্পই (টেৰাকটা) নিশ্চয় সমাদৰ লাভ কৰিব পাৰিব।

কহাঁৰ শিল্পীসকলে প্ৰস্তুত কৰি উলিওৱা কাঁহ-পিতলৰ সামগ্ৰীসমূহৰ বজাৰত এক উল্লেখনীয় চাহিদা আছে যদিও ই বহিঃৰাজ্যৰ পৰা অহা সামগ্ৰীসমূহৰ লগত ফেৰ মাৰিবলগীয়া হৈছে। বৰ্তমানৰ পৰম্পৰাগত ডিজাইনিঙৰ কিছু পৰিৱৰ্তন আনি বিভিন্ন উপায়েৰে এই শিল্পটোৰ নিশ্চয় বৈপ্লৱিক পৰিৱৰ্তন আনিবৰ থল আছে।

বৰপেটাৰ ঐতিহ্য হাতীদাঁতৰ শিল্প চৰকাৰৰ অমনোযোগিতাৰ বাবে লুপ্ত হ'ল। এই শিল্পীসকলে কাঠৰ গুৰু আসন বনাই জীৱন নিৰ্বাহ কৰি আছে। এই হাতীদাঁতৰ শিল্প পুনৰুদ্ধাৰৰ বাবে সকলো ৰাইজে মিলি এক জন-জাগৰণ সৃষ্টি কৰিলেহে চৰকাৰৰ চকু মেল খাব।

অসমৰ ভিতৰতে মৰাপাট উৎপাদনত বৰপেটাই আগস্থান লাভ কৰিছে। কিন্তু পৰিতাপৰ বিষয় এই মৰাপাটৰ প্ৰায়খিনিয়ে যায় ৰাজ্যৰ বাহিৰলৈ। গুৱাগাছাৰ মৰাপাট কলৰ আধাৰশিলাতে অপমৃত্যু ঘটিল। সেয়েহে মৰাপাটৰ আঁহৰ পৰা নিত্য ব্যৱহৃত সামগ্ৰীসমূহ তৈয়াৰ কৰাত গুৰুত্ব দিব লাগে। তেতিয়াহে আমাৰ কুটীৰ শিল্পই প্ৰসাৰতা লাভ কৰিব।

প্ৰাকৃতিক কাৰণতে বৰপেটা সৰ্বাধিক মৎস্য উৎপাদন হোৱা ঠাই। বহুত খাল, বিল, নৈ, জান-জুৰি আদিৰে পৰিপূৰ্ণ বৰপেটাত কিছু জৈৱ প্ৰযুক্তিৰ আৰ্হিৰে এই খাল-বিলবোৰ সংৰক্ষণ কৰি ৰাজ্যৰ প্ৰয়োজনীয় মাছখিনি উৎপাদন কৰাত যথেষ্ট থল আছে। তদুপৰি ইয়াত উৎপাদন হোৱা পুঠি, খলিহনা, বোৱানী-কাটনী, বামী, টুৰি, চেঙ আদি থলুৱা আলংকাৰিক মাছৰ উৎপাদনৰ প্ৰচুৰ সম্ভাৱনা দেখা হৈছে। জৈৱ-প্ৰযুক্তিৰে, উৎপাদনমুখী মানসিকতাৰে আমি আগবাঢ়িলেহে বৰপেটা জিলা এদিন মৎস্য উদ্যোগত অন্ধ্ৰপ্ৰদেশৰ নিচিনা আত্মনিৰ্ভৰশীল হ'ব পাৰিব।

আমাৰ বাবে অতি আনন্দৰ বিষয় বৰপেটাৰ যুৱ উদ্যোগী শ্ৰীমানেন্দ্ৰ ডেকাই নিজ অধ্যৱসায়ৰ বলত 'বাঁহ-বেতৰ' শিল্পৰ জৰিয়তে নিজে স্বাৱলম্বী হোৱাৰ লগতে এই শিল্প-কৰ্মেৰে দেশ-বিদেশৰ বিভিন্ন ঠাইৰ প্ৰদৰ্শনীবোৰত যোগদান কৰি বৰপেটাৰ লগতে ৰাজ্যখনলৈ সুনাম কঢ়িয়াই আনিবলৈ সক্ষম হৈছে। এই আদৰ্শ আমাৰ ডেকা চামৰ অনুকৰণীয় হোৱা উচিত।

পৰ্য্যটকৰ বাবে বৰপেটা জিলা এক আকৰ্ষণীয় স্থান। বৰপেটা সত্ৰ আৰু ইয়াৰ দাঁতি কাষৰীয়া পাটবাউসী, সুন্দৰীদিয়া, বহৰি আদি সত্ৰসমূহৰ লগতে ডুবিৰ পৰিহৰেশ্বৰ দেৱালয় উল্লেখযোগ্য। ইয়ালৈ মহাপুৰুষ চাৰিজনাৰ বিভিন্ন সমল বিচাৰি আৰু স্মৃতি চিহ্নসমূহ দৰ্শনাৰ্থে গৱেষক, পণ্ডিত আৰু দৰ্শনাৰ্থীসকল আহে। বৰপেটাৰ গাতে লাগি থকা মানস অভয়াৰণ্য পৰ্যটকৰ ৰম্যভূমি। ইয়াৰ উপৰি বাঘবৰ পাহাৰ, ফুলৰা-চতলা আদিক পৰ্যটকৰ আকৰ্ষণীয় স্থান হিচাপে গঢ়ি তুলিব নোৱাৰাটো চৰকাৰৰ পৰ্যটন বিভাগৰ বাবে অতি পৰিতাপৰ বিষয়। এই ক্ষেত্ৰত পৰ্যটন বিভাগৰ সু-চিন্তিত নীতি আৰু সফল পৰিচালনাই বৰপেটাক পৰ্যটন উদ্যোগ হিচাপে গঢ় দিব পাৰিব বুলি আমি আশাবাদী।

বৰপেটাৰ বৰ্তমান হতাশাময় অৱস্থাটোৰ অৱসান ঘটাবলৈ হ'লে আমাৰ সকলোৰে লাগিব উৎপাদনমুখী মানসিকতা, তেতিয়াহে বৰপেটা পুনৰ জীপ পাই উঠিব আৰু মেৰুদণ্ড পোন কৰি থিয় দিব পৰিব। মুঠতে দিনক দিনে অধোগামী হৈ অহা বৰপেটাৰ আৰ্থ-সামাজিক অৱস্থাৰ উন্নতি অবিহনে বৰপেটাৰ সামগ্ৰিক উন্নতি অসম্ভৱ। এই সমস্যাসমূহৰ সমাধানকল্পে সকলোৱে মাৰ বান্ধি থিয় হ'ব লাগিব। বৰপেটাৰ অৰ্থনৈতিক বিকাশৰ অবিচ্ছেদ্য সংগ্ৰামৰ পথ পৰিক্ৰমাৰে অগ্ৰসৰ হ'ব পাৰিলেহে বৰ্তমানৰ পটভূমিৰ পৰিৱৰ্তন ঘটাই বৰপেটাবাসীয়ে জীৱনৰ অমিয়া সুৰ অনুৰণিত কৰিবলৈ কাৰ্যত সক্ষম হ'ব পাৰিব।

# নতুন পুৰুষৰ যৌথ প্ৰচেষ্টা ব্যৱহাৰিক হওক

**কন্দৰ্প কুমাৰ দাস**

*ব্যৱসায়ী আৰু প্ৰাক্তন পৌৰপতি,*

*বৰপেটা*

## বৰ্তমান

এখন ঠাইৰ উন্নয়ন সম্পূৰ্ণভাৱে নিৰ্ভৰ কৰে সেই ঠাইৰ সমাজ গাঁঠনি আৰু নতুন প্ৰজন্মৰ ওপৰত। কিন্তু আৰ্থিক অৱস্থাইহে এই গোটেইখিনি পৰিস্থিতি নিয়ন্ত্ৰণ কৰে। বৰপেটাৰ ৰাইজৰ বৰ্তমান আৰ্থিক অৱস্থা একেবাৰে শোচনীয় বুলি ক'লেও বঢ়াই কোৱা নহ'ব। বৰ্তমান বৰপেটাত কোনোধৰণৰ লেখত ল'বলগীয়া ব্যৱসায় নাই আৰু বৰপেটাবাসীয়ে নতুন ব্যৱসায়ৰ কোনোধৰণৰ প্ৰচেষ্টাও হাতত ল'বলৈ সাহস গোটাব নোৱাৰি। কিছুমান আওপুৰণি ব্যৱসায়ত ধৰি থাকিলে এখন সমাজ সময়ৰ লগত আগবাঢ়ি যাব নোৱাৰে।

বৰ্তমান যিধৰণে শিক্ষিত-অৰ্দ্ধশিক্ষিত নিবনুৱাৰ সংখ্যা বৰপেটাত বাঢ়ি গৈ আছে ইয়াৰ এটি সমাধান সূত্ৰ উলিয়াবলৈ সমাজৰ আগশাৰীৰ ব্যক্তিসকলে আগবাঢ়ি নাহিলে বৰপেটাত অচিৰেই নতুন প্ৰজন্মৰ অন্তৰত উমি উমি জাগি থকা জুই কুৰাই হয়তো খান্দব দাহৰ সৃষ্টি কৰিব। এইটো ঠিক যে অকল চৰকাৰী চাকৰিয়ে আমাৰ কেতিয়াও নিবনুৱা সমস্যা সমাধান কৰিব নোৱাৰে। চৰকাৰী চাকৰিৰ প্ৰতি মোহভংগৰ পৰিৱেশ আমি নিশ্চয় গঢ়ি তুলিব লাগিব। বৰ্তমানৰ উৎকোচ সংস্কৃতিয়ে চৰকাৰৰ চাকৰি পোৱাটো সাংঘাটিকভাৱে দুৰূহ কৰি তুলিছে। এই অৱস্থাটো অকল অসমতেই নহয়, সমগ্ৰ ভাৰততেই হৈছে যদিও আমাৰ অসমত কিছু হ'লেও বেছি হৈছে। ট্ৰেন্সফাৰেন্সি ইণ্টাৰনেচনেল ইণ্ডিয়াৰ অধ্যক্ষ এডমিৰেল (অৱসৰপ্ৰাপ্ত) আৰ. এইচ. তাহিলিয়নিয়ে কয়— দুৰ্নীতিয়ে দৰিদ্ৰতা বৃদ্ধি কৰিছে। দৰিদ্ৰলোকসকলে নিজৰ সীমিত উপাৰ্জনৰ টকা ভেটী হিচাপে দিবলগীয়া হোৱাত স্বাভাৱিকতে তেওঁলোকৰ পৰিয়ালবিলাকত আৰ্থিক অনাটন বাঢ়িছে। সেয়েহে নতুন প্ৰজন্মই চৰকাৰী চাকৰিৰ মোহ এৰি কেন্দ্ৰীয় চৰকাৰৰ সৌজন্যত ৰাজ্যিক চৰকাৰ আৰু বেঙ্কসমূহে আগবঢ়োৱা বিভিন্ন স্কীমৰ সুবিধা গ্ৰহণ কৰি আত্মসংস্থাপনৰ প্ৰতিহে ব্ৰতী হ'বলৈ চেষ্টা কৰিব লাগে। বৰপেটাত ডেকাচামে বিভিন্ন ক্লাব গঢ়ি তুলিছে; তেনেদৰে অৰ্থাৎ ক্লাবৰ লেখিয়াকৈ তেওঁলোকে সংগঠিত হৈ বিভিন্ন ব্যৱসায় নিশ্চয় কৰিব পাৰিব।

## দৃষ্টিকোণ ঃ পৰামৰ্শাৱলী

১) বৰপেটাবাসীয়ে ৰেল বা হাইওৱেৰ পৰা বঞ্চিত হৈ থকাৰ ফলত এই ঠাইৰ উন্নয়নৰ লগতে যাতায়তৰ ক্ষেত্ৰতো যথেষ্ট পিছ পৰি থাকিব লগা হ'ল। বৰ্তমান সাধাৰণভাৱে হ'লেও অভয়াপুৰীৰ পৰা বৰপেটা হৈ আমিনগাঁৱলৈ প্ৰস্তাৱিত বিকল্প ৰাষ্ট্ৰীয় ঘাই পথটোৰ ফলপ্ৰসূ কাৰ্যব্যৱস্থা হাতত লোৱা বুলি জানিব পৰা গৈছে আৰু এই ব্যৱস্থাৰ কাৰ্যকৰীকৰণ অহা শীতকালত আৰম্ভ হ'ব বুলি আশা কৰা গৈছে। এই পথটো হ'লে বৰপেটাবাসীৰ উন্নয়নত নিশ্চয় সহায়ক হ'ব।

২) অসমৰ এখন পুৰণি ঐতিহ্যমণ্ডিত নগৰ হিচাপে বৰপেটাক অতি ধুনীয়াকৈ সজাই তুলিব পাৰি। চাউলখোৱা-মৰানদীৰ পাৰ দুটা ভালকৈ সজাই সৌন্দৰ্যবৰ্দ্ধনৰ কামত লগোৱাৰ উপৰিও পুব আৰু পশ্চিম অংশ দুটা কংক্ৰিৎ নেটিং প্ৰথাৰে ডাঙৰ ফিছাৰী কৰাৰ লগতে আৰ্থিক দিশতো এই প্ৰকল্পটো ফলপ্ৰসূ হ'ব। পৌৰসভাই এই প্ৰকল্পটো বিভিন্ন শিতানত পোৱা অনুদানৰ আচঁনিত অন্তৰ্ভূক্ত কৰিব লাগে।

৩) বৰপেটা নগৰৰ আন এটা অভাৱ হৈছে Drainage System, যাৰ ফলত বৰপেটা নগৰবাসীয়ে বাৰিষাত যথেষ্ট অসুবিধাৰ সন্মুখীন হ'ব লগা হয়। এই অৱস্থা দূৰীকৰণৰ বাবে চৰকাৰে বৰপেটা পৌৰ সভাক কেবা কোটি টকাৰ অনুদান আগবঢ়াইছে আৰু প্ৰকল্পৰ কাম অনতিপলমে আৰম্ভ হ'ব বুলি জানিব পৰা গৈছে।

৪) বৰপেটাৰ সামাজিক আৰু সাংস্কৃতিক ঐতিহ্য আৰু পৰম্পৰা ৰক্ষাৰ বাবে বৰ্তমান সময়ত বিশেষকৈ বিজতৰীয়া সংস্কৃতি নতুন প্ৰজন্মৰ মাজত গা কৰি উঠাৰ সময়ত বৰপেটাবাসীৰ বাবে এটি গুৰু দায়িত্ব আহি পৰিছে। ইয়াক আমি নিশ্চয় প্ৰতিহত কৰিব লাগিব। শঙ্কৰী কলা-কৃষ্টিৰ (যিটো বৰপেটাৰ এটি ঐতিহ্য) ৰক্ষাৰ বাবে গুৱাহাটীৰ শংকৰদেৱ কলাক্ষেত্ৰৰ লেখীয়াকৈ এটি অনুষ্ঠান গঢ়ি তোলাৰ প্ৰচেষ্টা হাতত ল'ব লাগে। এই অনুষ্ঠানত মহাপুৰুষ দুজনাৰ বিভিন্ন গীত, নাট-ভাওনাৰ প্ৰশিক্ষণৰ ব্যৱস্থাৰ লগতে তেৰাসবৰ আপুৰুগীয়া সম্পদসমূহ ৰাখি মিউজিয়ামটো গঢ়ি তুলিব পৰা যাব।

৫) বৰ্তমান কিছুমান নিবনুৱা যুৱকৰ মাজত কম আয়াসতে ধন ঘটাৰ মানসিকতা গঢ় লৈ উঠিছে। যুৱকসকলৰ এই প্ৰবৃত্তিত বাধা দিবলৈ সচেতন নাগৰিকসকলেও বাধা প্ৰদান কৰাৰ ব্যৱস্থা হাতত ল'ব লাগে। ইয়াৰ বাবে কিছুমান উচ্চ পৰ্যায়ৰ বিষয়াও জড়িত হোৱাত আমাৰ দেশ তথা জাতিৰ বাবেও দুৰ্ভাগ্যজনক পৰিস্থিতি হৈছে।

৬) সত্ৰ নগৰী হিচাপে বৰপেটাক এখন পৰ্যটন নগৰ হিচাপে ভালদৰে গঢ়ি তুলিব পাৰি। বিভিন্ন পৰ্যটকক আকৰ্ষণ কৰিবৰ বাবে উপযুক্ত আন্তঃগাঠনি আৰু মানসিকতাৰ প্ৰয়োজন হ'ব। ৰাজ্যিক পৰ্যটন বিভাগে এই ক্ষেত্ৰত নিশ্চয় সহায় কৰিব।

সদৌ শেষত নতুন প্ৰজন্মৰ সৰু সৰু কুটীৰ শিল্প আৰম্ভ কৰি আত্মসংস্থাপনৰ ব্যৱস্থা কৰিলে নিশ্চয় বৰপেটাখন ভৱিষ্যতে এখন লেখত লবলগা নগৰত পৰিণত হ'ব।

# বিজ্ঞান মানসিকতাৰ প্ৰয়োজন

ড° বিজয়কৃষ্ণ দেৱশৰ্মা
*বিশিষ্ট শিক্ষাবিদ আৰু বিজ্ঞান লেখক*

কোনো এটা অঞ্চলৰ (বা প্ৰদেশ) প্ৰগতি আৰু বিকাশ নিৰ্ভৰ কৰে সেই অঞ্চলত প্ৰাপ্ত শিক্ষা, স্বাস্থ্য-সেৱা, অৰ্থনীতি আৰু ৰাজনীতিৰ প্ৰাবল্যৰ ওপৰত। কাৰণ, এই উৎপাদানকেইটাই মানৱ সম্পদ বিকাশৰ নিৰ্ণয় কৰে আৰু উপযুক্ত মানৱ সম্পদৰ দ্বাৰাইহে অন্যান্য সম্পদ আহৰণৰ মাৰ্গ প্ৰশস্ত হয়। এই দিশেৰে চালে বৰপেটা অঞ্চলৰ প্ৰগতি স্তিমিত হোৱা বুলি কব পাৰি। এসময়ত আমাৰ কৃষ্টি-সংস্কৃতি আৰু ধৰ্মৰ ভেটি প্ৰদায়ক গুৰু দুজনাই— শ্ৰীমন্ত শঙ্কৰ-মাধৱে বৰপেটাত ধৰ্ম প্ৰচাৰৰ বাবে 'সৰ্বগুণ ব্যাপ্ত' থকা দেখি, লগতে বৰপেটাৰ মানুহখিনিৰ মানসিক উৎকৰ্ষ উন্নত যেন দেখি, বৰপেটাৰ পৰাই নৱ বৈষ্ণৱ ধৰ্মৰ প্ৰসাৰ কৰাৰ মন মেলিছিল। কিন্তু সম্প্ৰতি আধুনিক যুগৰ সময়োপযোগী বিজ্ঞান আৰু প্ৰযুক্তি পুষ্ট বাতাবৰণ বা পৰিবেশ বৰপেটাত আছে নে নাই, বিচাৰ কৰি চাবৰ অতি প্ৰয়োজন হৈ পৰিছে বুলি আমি অনুভৱ কৰিছোঁ। দেশীয় তথা আন্তৰ্জাতিক গতি-প্ৰবাহৰ লগত খোজ মিলাবলৈ হ'লে আমাৰ জ্ঞান-বিজ্ঞান তথা শিক্ষাৰ ক্ষেত্ৰত কৰিবলগীয়া বহুতো আছে।

এতিয়া বিশ্বায়নৰ সময়। অৰ্থাৎ বিশ্বৰ শৈক্ষিক অৰ্হতা আমাৰ যুৱপীৰিয়ে আয়ত্ব কৰিব লাগিব। জ্ঞানৰ যি বিস্ফোৰণ সংঘটিত হৈছে তাৰ সৈতে মান মিলাই আমাৰ ল'ৰা-ছোৱালীয়ে প্ৰাথমিক স্তৰৰ পৰা বিশ্ববিদ্যালয় স্তৰলৈ শিক্ষা-দীক্ষা আৰু জ্ঞান আহৰণ কৰাৰ সময় আহি পৰিছে। তেতিয়াহে মানৱসম্পদৰ বজাৰত তেওঁলোকে নিজকে দক্ষ-কৰ্মপটুৰূপে প্ৰতিষ্ঠা কৰিব পাৰিব। গতিকে বৰপেটাৰ বিদ্যালয় আৰু মহাবিদ্যালয়সমূহে এক গুৰুভাৰ বহন কৰাৰ সময় সমুপস্থিত হৈছে। বিভিন্ন প্ৰগতিমুখৰ বাৰ্তা, শৈক্ষিক পৰিৱৰ্তন আৰু জীৱন-জীৱিকা সম্বন্ধীয় পৰিবেশ বৰপেটাৰ মহাবিদ্যালয়কেইটাই গঠন কৰিব লাগিব। এই ক্ষেত্ৰত বেচৰকাৰী সেৱানিবৃত প্ৰতিষ্ঠান (ইংৰাজীত যাক Non Government Organisation, চমুকৈ NGO) ৰ ভূমিকাও অপৰিহাৰ্য। আমাৰ বৰপেটাত এনে ধৰণৰ প্ৰতিষ্ঠান লগাৰ জোখাৰে গঢ় লৈ উঠা নাই। অৱশ্যে এই দিশত প্ৰয়োজনীয়

খা-খবৰৰো অভাৱ। মহাবিদ্যালয়, বিদ্যালয়ৰ (মাধ্যমিক আৰু উচ্চ-মাধ্যমিক স্তৰৰ) শিক্ষকসকল আৰু জ্যেষ্ঠ শিক্ষিত অভিভাৱকসকলে সেৱা-নিবৃত্ত বেচৰকাৰী প্ৰতিষ্ঠান গঢ়ি বৰপেটাত সমুচিত পৰিৱৰ্তন আনিবৰ সময় উকলি গৈছে। দেশৰ অন্যত্ৰ, বিশেষকৈ দিল্লী, পুণা, মুম্বাই আৰু দক্ষিণৰ কিছুমান প্ৰগতিমুখৰ শিক্ষানুষ্ঠানৰ আৰ্হিৰে জীৱন -জীৱিকা গঠনৰ আৰ্হি-কেন্দ্ৰ স্থাপন কৰি বৰপেটাৰ যুৱপীৰিক দেশ-বিদেশৰ শৈক্ষিক-বজাৰত তিষ্ঠিব পৰা কৰি তোলাটো আমাৰ একান্ত কৰ্তব্য। দুঃখ লাগে যে আমি আমাৰ যুৱ-শক্তিক প্ৰগতিশীল বাতাবৰণ দিব পৰা নাই যাৰ বাবে বৰপেটাস্থ যুৱক-যুৱতীসকল সৰ্বভাৰতীয় বাতাবৰণ পোৱাৰ পৰা বঞ্চিত হৈ আছে। আমাৰ বৰপেটাত মেধাৰ অভাৱ হোৱা নাই। কিন্তু মেধাৰ পৰিপোষণ হোৱা নাই। উপযুক্ত বাতাবৰণ সৃষ্টি কৰি আনুষঙ্গিক সা-সুবিধা প্ৰদান কৰাটো শিক্ষক আৰু অভিভাবকৰ কাম। কেৱল ডিগ্ৰী-প্ৰদায়ক গতানুগতিক শিক্ষাব্যৱস্থা চলাই থাকিলেই শৈক্ষিক অৰ্হতা আহি নাযায়।

গতিকে আমি কব খোজোঁ যে বৰপেটাৰ বিভাগীয় নাগৰিকসকলৰ দৃষ্টিভঙ্গী সলনি হবৰ হৈছে। বৰপেটাৰ মানুহৰ যি ৰক্ষণশীল মনোবৃত্তি তাৰে সমসাময়িক পৰিৱৰ্তন ৰক্ষা কৰিব পাৰিলেহে আমাৰ সাম্প্ৰতিক যুৱ-শক্তি অঞ্চল তথা দেশৰ কামে কাজে আহিব আৰু প্ৰগতিৰ ক্ষেত্ৰত এক বৈপ্লবিক পৰিৱৰ্তন সূচিত হব। অতীত গৌৰৱক মূলধন কৰি হাত সাবটি থাকিলে আমি পিছ পৰি থাকিম, বৰং অতীত গৌৰৱক ভেটি কৰি কৰণীয়খিনি কৰি গ'লেহে আমি আমাৰ লক্ষ্যত উপনীত হব পাৰিম।

বৰপেটাৰ প্ৰগতিৰ বাবে আন এক অত্যন্ত জৰুৰী কাম হ'ল কৰ্মসংস্কৃতিৰ পুনৰ নিৰ্মাণ কৰা। এসময়ত বৰপেটাৰ মানুহে সকলো কাম-কাজ নিজে কৰি বহিৰাগতক বাধা দিছিল। মাছমৰাৰ পৰা দোকান দিয়ালৈ, বেহাবেপাৰ কৰাৰ পৰা চাকৰি কৰিবলৈ সকলো কাম থলুৱালোকৰ দ্বাৰা পৰিচালিত হৈছিল। সত্ৰীয়া সংস্কৃতিৰ সঁচা প্ৰতিফলন বৰপেটাত হৈছিল। কিন্তু সচাঁ কথা যে সম্প্ৰতি আমাৰ অৰ্থনীতিৰ মূল অংশ এটা থলুৱা মানুহৰ হাতত নাই। গাখীৰ, মাছ-কণী, তৰকাৰিপাতি, খেতিবাতি সকলো তথাকথিত অ-থলুৱা মানুহৰ হাতত এনেকি বনুৱা অৰ্থনীতিত বৰপেটাৰ মানুহৰ হাতত নাই। এই অৱস্থাৰ পৰিৱৰ্তন সাধিত হবই লাগিব। তেতিয়াহে আমাৰ অৰ্থনীতি সবল হব আৰু সচাঁ অৰ্থত প্ৰগতি আহিব। ডাৰউইনে কোৱা 'যোগ্যজনহে বাচি থাকে' বোলা উক্তিটো আমি উপলব্ধি কৰিব লাগিব। আমাৰো এষাৰ আপ্ত বাক্য আছে 'যোগ্যা ভোগ্যা বসুন্ধৰা' বুলি। ইয়াৰ মৰ্মাৰ্থ আমি বুজিবৰ হৈছে।

আমি এতিয়া গণতন্ত্ৰৰ যুগত বাস কৰিছোঁ। অৰ্থাৎ আমাৰ ৰাজনীতি ভোটৰ গণিতেৰে চালিত। সম্প্ৰতি বৰপেটাত থলুৱা ব্যক্তি যিমান, ততোধিক ব্যক্তি অথলুৱা বা ন-অসমীয়া। ৰাজনীতিৰ ৰক্ষাকবচ থলুৱাই পিন্ধিবলৈ হ'লে থলুৱা ব্যক্তিসকলে সকলো ভেদাভেদ পৰিহৰি জনকল্যাণমূলক কাম-কাজত লিপ্ত হৈ, সবল অৰ্থনীতি আয়ত্ব কৰি এক

আদৰ্শসূচক পৰিবেশ সৃষ্টি কৰিব পাৰিলেহে বৰপেটা বৰপেটীয়াৰ বাবে, বৰপেটীয়াৰ দ্বাৰা চালিত হ'ব।

বৰপেটাত আন এক অতি প্ৰয়োজনীয় প্ৰতিষ্ঠান গঢ় দিবৰ আৱশ্যক, সেয়া হ'ল সত্ৰীয়া সংস্কৃতিৰ প্ৰসাৰৰ বাবে বিদ্যালয় এটি। মহাপুৰুষ গুৰুদুজনাৰ প্ৰাণকেন্দ্ৰ বৰপেটাত অনায়াসে মহাপুৰুষীয়া সঙ্গীত-নৃত্যৰ ডিগ্ৰী প্ৰদায়ক বিদ্যায়তনিক অনুষ্ঠান এটি স্থাপন কৰিব পাৰি। বৰপেটাৰ লোকগীত (হোলী গীতকে ধৰি) অতি উচ্চ মানৰ। ইয়াক সংৰক্ষণ কৰাটোও আমাৰ কৰ্তব্য। সত্ৰীয়া নৃত্যক ধ্ৰুপদী নৃত্যৰ অন্তৰ্ভুক্ত কৰি সঙ্গীত নাটক অকাদেমিয়ে যি মান-মৰ্য্যাদা প্ৰদান কৰিছে, সেই পৰিপ্ৰেক্ষিতত বৰপেটাবাসীৰ কৰণীয় হ'ল সত্ৰীয়া নৃত্য অনুশীলনৰ স্থায়ী অনুষ্ঠান এটি পতাটো। মাজুলীকে ধৰি কেইখনমান ঠাইত সত্ৰীয়া-সংস্কৃতি ৰক্ষণাবেক্ষণৰ যি আৰ্হি প্ৰতিষ্ঠিত হৈছে, সেই একে ধৰণৰ প্ৰচেষ্টা বৰপেটাতো হোৱাটো বাঞ্চনীয়।

সাম্প্ৰতিক যুগ হ'ল বিজ্ঞানৰ যুগ। সেয়ে প্ৰগতিশীল সমাজ এখন গঠন কৰিবলৈ হ'লে ব্যক্তিৰ বিজ্ঞান-মানসিকতা অৰ্থাৎ বৈজ্ঞানিক দৃষ্টিভঙ্গী থকাটো নিতান্ত বাঞ্চনীয়। বিজ্ঞান চেতনাপুষ্ট সমাজত অন্ধবিশ্বাস বা অপবিশ্বাসৰ স্থান নাথাকে। মনত ৰখা উচিত যে ধৰ্মৰ প্ৰতি থকা আনুগত্যই ধৰ্মান্ধতা নুসুচায়। বিজ্ঞান চেতনা আনিবৰ বাবেও বৰপেটাৰ বিজ্ঞান সমিতি, মহাবিদ্যালয় আৰু মুক্ত-মনৰ নাগৰিকসকলৰ গুৰুদায়িত্ব আছে।

# বিশ্ব ঐতিহ্যৰ বাহক হওক বৰপেটা

**শংকৰ দাস**
**অভিযন্তা আৰু সমাজ সেৱক**

'অসমৰ কাশীপুৰী দ্বাৰকা মথুৰা পুৰী।
অসমৰ বৰপেটা ধাম।
চাই যোৱা বাটৰুৱা পৰাণ জুৰাই যোৱা
শুনিযোৱা হৰি গুণ নাম।'

সত্ৰ নগৰী বৰপেটা এনে এখন পবিত্ৰ ঠাই য'ত অহৰ্নিশে হৰিনামৰ মহাৰোলে সকলো লোকৰে শোক-তাপ নিয়ন্ত্ৰিত কৰি আধ্যাত্মিকতাৰ পিনে লৈ গৈ গভীৰ প্ৰশান্তি আনি দিয়ে। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ, মাধৱদেৱ আৰু আতা পুৰুষসকলৰ পদৰেণু ৰঞ্জিত এই পৱিত্ৰ ধামত সন্ত-মহন্ত, বাপ-বান্ধৱ, আই-মাতৃসকলক আদৰ-সম্ভাষণ যাঁচিছো। এসময়ৰ নৱবৈষ্ণৱ ধৰ্মৰ ভক্তি-আন্দোলন উত্তৰ পূৰ্বাঞ্চলৰ প্ৰবাহিত ধাৰাটোৱে এই পবিত্ৰ ধামৰ পৰাই বিচ্ছুৰিত হৈ দশোদিশে উজলাই তুলিছিল। শস্যে, মৎস্যে অনুপম নদ-নদী জলাশয়ৰে পৰিপূৰ্ণ ঠাইখনি তাহানিৰ তাঁতিকুছি এদিন বৰপেটা বৰপীঠত পৰিণত হৈ, একশৰণ নামধৰ্মৰ বাণী চৌদিশে বিলাই শতধা বিভক্ত বৃহত্তৰ জাতিসত্তাক একত্ৰিত কৰি, ঐক্য-সংহতিৰ ডোলেৰে বান্ধি গীত-পদ-নাট-নৃত্যৰে পৰিপূৰ্ণ কৰি, সংস্কৃতিৰ বৰঘৰ টৰ্নকিয়াল কৰি, জ্ঞান-বিদ্যাৰ আৰু শাস্ত্ৰচৰ্চাৰ কেন্দ্ৰস্থল হৈ পৰিছিল সত্ৰনগৰী বৰপেটা। অকল ধৰ্মৰ বাণীৰে উজ্জিৱীত কৰি তুলিছিল এনে নহয়— কুটীৰ শিল্পৰ চমকপ্ৰদ নিদৰ্শন 'বৃন্দাৱনী বস্ত্ৰ' তৈয়াৰ কৰি এক জাতীয় মহান ঐতিহ্যৰ চানেকি বিশ্বত দাঙি ধৰিবলৈ সক্ষম হৈছিল ইয়াৰ পৰাই। সত্ৰ পৰিচালনাৰ বিভিন্ন শিল্প-কৰ্মৰ মানুহক সত্ৰসমূহৰ আওতালৈ আনি জীৱন-জীৱিকাৰ পথ প্ৰশস্ত কৰি তোলাৰ লগতে সাংস্কৃতিক দিশত উৎকৰ্ষ সাধন কৰি সুকুমাৰ মনৰ অধিকাৰী কৰি নিৰক্ষৰ হোজা জনসাধাৰণৰ মাজত বিলাই দিছিল মধুৰ বাণী ঃ

'ভাই মুখে বোলা ৰাম হৃদয়ে ধৰা ৰূপ
এতেকে মুকুতি পাইবা কহিলো স্বৰূপ।'

সুন্দৰ সাৱলীল সৰল বাণী মুক্তিৰ সাধনাৰ পিনে জনগণক আজুৰি লৈ আহি শান্তি-ঐক্যৰ প্ৰসাৰ লাভ কৰিছিল। কুটীৰ শিল্পৰ চৰ্চাৰ লগতে সমূহীয়া হাটী-পুঁজি প্ৰথাৰ প্ৰচলন

কৰি পাঁচশ বছৰ আগতে অৰ্থনৈতিক অভ্যুত্থানৰ পৰিকাঠামো নিৰ্মাণ কৰি দিছিল। এই সকলো সম্ভৱ হৈছিল প্ৰকৃতিৰে সুশোভিত চৌদিশে জলৰাশিৰে পৰিপূৰ্ণ সত্ৰ-নগৰী বৰপেটা ধামৰ পৰা নিৰ্মল ভক্তিৰ বন্যা প্লাৱিত কৰি। তিনিৰাজ্যৰ বন্দনী থান হিচাপে পৰিগণিত হৈছিল 'বৰপেটা ধাম'। বিশাল সত্ৰ-সংস্কৃতিৰ মেটমৰা সম্ভাৰ লৈ আজিও বৰপেটাবাসী অম্লান বদনে কালজয়ী ৰূপত অৱতীৰ্ণ হৈ আছে— আপোচহীনভাৱে।

মহাপুৰুষ শংকৰদেৱৰ উদ্যোগত নৱবৈষ্ণৱ ধৰ্ম প্ৰচাৰ আৰু প্ৰসাৰৰ ক্ষেত্ৰত সত্ৰানুস্থানসমূহৰ ভূমিকা অনস্বীকাৰ্য। বৃহত্তৰ অসমৰ সমাজ-ব্যৱস্থাত ইয়াৰ প্ৰভাৱ অপৰিসীম। ইয়াৰ অভিনৱ সৃষ্টি আৰু সু-পৰিচালনাৰে ধৰ্মৰ গতিধাৰা প্ৰবাহিত কৰাত যেনেদৰে সুষম হৈছিল ঠিক তেনেদৰে জীৱন জীৱিকাৰ পথ সুগম হৈছিল— আৰু ইয়ে সৰ্বসাধাৰণক আকৰ্ষণীয় কৰি বৃহত্তৰ সমাজ-ব্যৱস্থাত সত্ৰানুস্থানসমূহৰ প্ৰভুত বৰঙণি আগবঢ়াইছিল।

সেই ঠাইখনি বিচাৰি বিচাৰি খোপনি পুতিছিল সত্ৰৰ দাঁতিকাষৰীয়া চিনপোৰা ভিঠিত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ। তাৰ পৰায়ে আৰম্ভ হৈছিল ভক্তি-আন্দোলনৰ মহামন্ত্ৰেৰে উদ্বুদ্ধ হৈ মহাপুৰুষ গুৰু শংকৰদেৱৰ প্ৰপন্ন শিষ্য মাধৱদেৱৰ লগত সান্নিধ্য লাভ কৰি মথুৰাদাস বুঢ়া আতা, নাৰায়ণদাস ঠাকুৰ আতা, শ্ৰীৰাম আতা, পদ্ম আতা (বদলা), গোপাল আতা, হৰিহৰ আতা আদি পুৰুষসকলে গুৰুৰ শৰণাপন্ন হৈ দশোদিশে একশৰণ নাম-ধৰ্ম প্ৰচাৰ কৰি সকলোকে আকোৱালি লৈ এখন সু-বৃহৎ সমাজৰ পৰিকল্পনাৰ পাতনি মেলিছিল। শংকৰদেৱে পাটবাউসীত ১৮ বছৰ ৬ মাহ, কমাৰকুছিত ১ বছৰ, মাধৱদেৱে গণককুছি-বৰপেটাত (তাঁতিকুছি) ১২ বছৰ আৰু মাধৱদেৱে সুন্দৰীদিয়াত ১৪ বছৰ ৬ মাহ, ইয়াৰ লগতে বাৰাদি, জনীয়া আদি সত্ৰৰে পৰিপূৰ্ণ এটি অঞ্চলত বসবাস কৰি নামধৰ্ম প্ৰচাৰত আত্মনিয়োগ কৰিছিল। আশে-পাশে ভবানীপুৰ, কালঝাৰ, ময়নবৰী, কনৰা, গুৱাগাছা আদি একাধিক সত্ৰ যাৰ ঐতিহ্যই এক সুমহান সংস্কৃতিৰ পৰিচয় তাহানিতে দাঙি ধৰিবলৈ সক্ষম হৈছিল। তেনে অঞ্চল সত্ৰনগৰী বৰপেটাৰ ছয়কুৰি ভকতেৰে পৰিপূৰ্ণ হাটী-বাটিৰে ভৰপূৰ সুমহান ঐতিহ্য আজি কালৰ বুকুত বিলীয়মান হোৱাৰ উপক্ৰম। ওপৰত উল্লেখিত কৰা আটাইবোৰ সত্ৰ মাত্ৰ ১/২ কিলোমিটাৰমান দূৰত্বত যদিও বৰপেটাক কেন্দ্ৰ কৰি তাৰ ওচৰ পাজৰে ৭/৮ খন সত্ৰই গিজগিজাই থাকি আজি ৫০০ বছৰে নৱ-বৈষ্ণৱ আন্দোলনৰ মহান বাণী ইয়াৰ পৰাই আৰম্ভ কৰি এটি সৌধ গঢ়ি বৰপেটাক কেন্দ্ৰ কৰি নামনি-উজনি চৌদিশে বিয়পাবলৈ সক্ষম হৈছিল। গুৰুজনাই উজনিৰ পৰা নানাভাৱে লাঞ্চিত হৈ শেষত ভাটি দেশত থিতাপি লৈ ৰাজপৃষ্ঠপোষকতা লাভ কৰি ভক্তি ধৰ্মৰ যি সোঁত বোৱালে সি প্ৰৱল গতিৰে বিকশিত হৈ দশোদিশে উজলাই তুলিলে। আনফালে সেই সময়তে মাধৱদেৱে সুন্দৰীদিয়াত থাকি ঘোষাৰ কাম আৰম্ভ কৰি ভক্তি-ৰত্নাৱলীৰ পাতনি মেলিছিল। তাৰপৰা বৰপেটালৈ আহি তাত ৰঙিয়াল গৃহ সাজি নাট-ভাওনাৰ শুভাৰম্ভ কৰি শ শ ভক্তক আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল। গুৰুজনাই পাটবাঁউসীত থকা

সময়ত কীৰ্ত্তন-ঘোষাৰ সমাপ্তি আৰু ভাগৱতৰ কেওটা খণ্ড অনুবাদ, ভক্তি-ৰত্নাকৰ ৰচনা কৰি আধ্যাত্মিক শিক্ষাৰে শিক্ষিত কৰি নিৰক্ষৰ জনগণক একত্ৰিত কৰি এক শ্ৰেণীহীন সমাজ গঠনৰ বুনিয়াদ ইয়াৰ পৰা আৰম্ভ কৰিছিল। ইয়াতেই গীত-পদ-নাট ৰচনা কৰি পদে প্ৰবন্ধে হৰিনাম বিশিষ্ট মধুৰস বিলাই পাপী-তাপী, ধনী-দুখী সকলোকে এক মুকলি আকাশৰ তলত হিংসা-দ্বেষ আঁতৰাই ভাতৃত্বৰ বান্ধোনেৰে এক সুমহান ঐতিহ্যৰ অধিকাৰী কৰি পূৰ্ণাংগ পৰ্যায়ৰ সত্ৰ-সংস্কৃতিৰ পাতনি ইয়াৰ পৰা আৰম্ভ কৰি খিয়াতি ৰাখিছিল। বৰদোৱা বা ধুঁৱাহাটত প্ৰথমে সত্ৰ স্থাপন কৰিলেও এক সুষম সংস্কৃতিৰ আধাৰ হিচাপে বৰপেটাৰ পৰাই আৰম্ভ কৰি এক প্ৰৱল ধাৰা প্ৰৱাহিত কৰি শ শ সত্ৰ, নামঘৰ স্থাপন কৰি ভক্তি- আন্দোলনৰ গতি ত্বৰান্বিত কৰি সংস্কৃতিৰ ন ন ৰূপেৰে সজাই তুলি গীত-পদ-নাট-ভাওনা অথবা বিভিন্ন ঘোষা-কীৰ্ত্তন ৰচনাৰ পাতনি মেলি অধিক প্ৰাণৱন্ত কৰি কেৱল নিৰক্ষৰ, অৱহেলিত জনগণক একত্ৰিত কৰি এক নব্য সংকৃতিৰ শিক্ষাৰে শিক্ষিত কৰি সু-সমন্বয় সংঘটিত কৰি আধ্যাত্মিক ধ্যান-ধাৰণাৰে উজ্জিৱীত কৰি সুকুমাৰ মনৰ অধিকাৰী কৰি তোলাৰ কেন্দ্ৰ বিন্দু হৈ পৰিছিল সত্ৰনগৰী বৰপেটা। এফালে ঘোষা-পদ-নাট, শাস্ত্ৰ ৰচনা আনফালে গীত-নৃত্য-ভাওনাৰ সৃষ্টি কৰি ভক্তিৰসৰ অমৃত সুধাৰে আকণ্ঠ নিমজ্জিত কৰি ভিন ভিন জনগোষ্ঠীয় সংঘাত-সন্ত্ৰাসৰ যৱনিকা পেলাই কৃষি কৰ্ম, কুটীৰ শিল্পৰে স্বাৱলম্বনৰ দিক্ষা দি শ্ৰীকৃষ্ণৰ লীলা সম্বলিত বৃন্দাৱনী বস্ত্ৰৰ বিশ্ব ঐতিহ্যৰ সম্পদ সৃষ্টি কৰি সত্ৰ, নামঘৰৰ স্থাপত্য শিল্পৰ নিদৰ্শনেৰে শিল্পী, সুনিপুণ কলা-কুশলী গঢ়ি এক নিৰ্মোহ অৰ্থনৈতিক বুনিয়াদ ৰচনা কৰাৰ একমাত্ৰ পীঠস্থান আছিল সত্ৰনগৰী বৰপেটা। ৫০০ বছৰ আগতে পুঁজি সংগ্ৰহৰ ব্যৱস্থাৰে ধনী-দুখীক চলিব পৰাকৈ সমূহীয়া পুঁজিৰ (বেঙ্ক) প্ৰথা প্ৰচলন কৰি আতাপুৰুষ সমন্বিত এক অৰ্থনৈতিক বুনিয়াদ ৰচনাৰ ভেটি নিৰ্মাণ কৰি ৰাইজক সৱলসুস্থ কৰি জীৱন-জীৱিকাৰ পথ নিৰ্দেশনা তাহানি দি যি ভেটি নিৰ্মাণৰ পোষকতা কৰি গ'ল— সি এক সুমহান ঐতিহ্যৰ পৰিচায়ক হৈ চিৰকাল চিহ্নিত হৈ ৰ'ল। Sir Edward Gait ৰ 'A History of Assam' নামৰ ১৯০৫ চনতে ৰচিত গ্ৰন্থখনত এনেধৰণৰ উদ্ধৃতি পোৱা যায় ঃ 'Amongst his own followers, Madhab attained even a greater repute than the founder of the sect; he was himself more of an ascetic than the latter, but he permitted greater laxity to his followers, who are known as Mahapurushias and still regard Barpeta as their Head Quarters.'

আজিও অসমৰ শ শ সত্ৰানুষ্ঠানে বৰপেটা সত্ৰৰ নিয়ম-নীতি মতে পৰিচালিত হৈ আছে।

কোচ ৰাজ্যৰ অন্তৰ্গত বৰপেটা অঞ্চলৰ শাসন আৰু খাজনা আদায় আদিৰ দায়িত্ব কোচ ৰজাসকলে ন্যস্ত কৰিছিল যদিও শংকৰদেৱে ৰজাৰ উপহাৰ প্ৰত্যাখ্যান কৰি কেৱল হৰিনাম ধৰ্ম প্ৰচাৰত আত্মনিয়োগ কৰাৰ পথ প্ৰশস্ত হৈ উঠিছিল, অৰ্থাৎ বৰপেটা অঞ্চলৰ গুৰুত্ব

অপৰিসীম বুলিয়ে মহাপুৰুষ গুৰুসকলৰ আদি পীঠস্থানৰ ৰূপ লৈছিল। এই মহিমামণ্ডিত গুণ-গৰিমাৰ বাবে ৰাজ-পৃষ্ঠপোষকতা লাভ কৰি এই হৰি নাম-ধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰে পুৰণি কামৰূপ, বেহাৰ, ৰংপুৰ আদি অঞ্চললৈ বিস্তৃতি লাভ কৰিছিল। এই দুৰ্গম কণ্টকাকীৰ্ণ পথ অতিক্ৰম কৰিবলৈ মহাপুৰুষ গুৰু দুজনাৰ সমন্বিতে আতা পুৰুষসকলৰ আত্মত্যাগৰ স্বাক্ষৰ বাউসী- বৰপেটাৰ লগতে সমগ্ৰ দেশতে বিয়পি পৰিছিল আৰু এক নব্য চিন্তাধাৰাৰ চিন্তা স্ৰোত প্ৰবাহিত হৈ তাৰ গতি আজিও ন ন ৰূপেৰে দিগন্ত বিয়পি অম্লান হৈ আছে।

কেপ্টেইন E.T. Dalton, (Political Asstt. Commissioner, Assam) ৰ ৰিপোৰ্ট মতে বৰপেটাৰ অৱস্থিতি এনেধৰণৰ—'Barpetah is by far and the largest and most densely populated of these village. By a census made in 1847-48 that portion of it considered as belonging exclusively to the shostro and comprising an area of 175 acres, contained 7,368 souls, all of them Bhakats or attach as on of the shostro.'

আন এঠাইত তেখেতে এনেদৰে উদ্ধৃতি দিছে— I know of two villages each containing two or three thousand inhabitants, the one a village of weavers, the other a village of oil-pressers, all of whom are disciples of Borpetah; and they are numerous in all parts of the district. They also muster strong in Gowalparah and Cooch-Behar, and are found, I believe, even in the Dacca District. Wherever they reside they appear to regard Borpetah, with as much reverence as the Mohammandans pay to Macca, though their great saints and founder, Sanker and Madhab, neither died nor were born there.'

সত্ৰখন পৰিচালনাৰ ক্ষেত্ৰত যিটো ভূমিকা আটাইতকৈ উল্লেখযোগ্য তাৰ বিৱৰণ তেখেতে এনেদৰে উল্লেখ কৰিছে যিটো আজিও প্ৰাসঙ্গিক হৈ আছে—'Amongst the peculiarities of this institution is the almost communistic nature of their system of Government. In other Assam shotros the resident Bhakats were regarded as little better than Slaves of the high priest for the time being, whether the latter office was hereditary or otherwise held, but the Bhakats of Borpetah have all proprietary right in their shostro and a share in its Government.'

এই গণতন্ত্ৰৰ পৰিকাঠামো নীতি ৫০০ বছৰ আগতে স্থাপন কৰা প্ৰকৃষ্ট উদাহৰণ অসমৰ কোনো সত্ৰানুস্থান বা ধৰ্মানুষ্ঠানত দেখা পোৱা নাযায়। সাম্প্ৰতিক কালৰ গণতন্ত্ৰৰ নমুনাও তথৈবচ। কিন্তু বৰপেটা সত্ৰৰ পৰিচালনাৰ আজিকোপতি কিঞ্চিৎমানো ইয়াৰ তাৰতম্য নোহোৱাকৈ চলি আছে। এই ঐতিহ্য বহন কৰি মহাপুৰুষৰ অৱদানেৰে মহিমামণ্ডিত সত্ৰখন মূৰ দাঙি গৌৰৱেৰে চলি থকাটো এক তাৎপৰ্যপূৰ্ণ।

বৰপেটাত উদ্‌যাপিত উৎসৱসমূহৰ ভিতৰত দৌল উৎসৱটো উত্তৰ পূৰ্বাঞ্চলৰ ভিতৰত মুখ্য উৎসৱ। অগণন ভক্তপ্ৰাণ ৰাইজৰ সমাবেশেৰে মুখৰিত এই উৎসৱ এক জাতীয় উৎসৱত পৰিণত হৈছে। তদুপৰি জন্মাষ্টমী, মহাপুৰুষসকলৰ তিথি-উৎসৱ বিশেষ আকৰ্ষণীয়, বহাগ বিহুৰ সামৰণি উৎসৱত সমগ্ৰ বৰপেটাবাসী একত্ৰিত হৈ হৰি নাম-কীৰ্ত্তন কৰা পৰম্পৰা বিদ্যমান। এই উৎসৱবোৰে ভাতৃত্ববোধৰ এনাজৰী কটকটীয়া কৰি যুগমীয়া কৰি তোলে।

সত্ৰনগৰী বৰপেটাৰ আন এক উল্লেখনীয় দিশ হ'ল— শিল্পী, কলা-কুশলী, কমাৰ-কুমাৰ, সোণাৰি, মৎস্যজীৱি, শ্ৰমজীৱি, স্বাৱলম্বী ব্যৱসায়ী, বয়ন শিল্পী, কাঠ মিস্ত্ৰি, ৰাজমিস্ত্ৰি, হাতীদাঁতৰ শিল্পী আদিৰে পৰিপূৰ্ণ অঞ্চল। এই হেজাৰ হেজাৰ ভক্তবৃন্দ ৫০০ বছৰ আগৰ পৰা নিজ নিজ স্বমহিমাৰে প্ৰতিভাত, সেইসকলে নিজ দক্ষতাৰ জৰিয়তে শিল্প, ভাস্কৰ্য্যৰ দিশত এক মৰ্যদাপূৰ্ণ আসন দখল কৰিবলৈ সক্ষম হৈছে। হাতী দাঁতৰ শিল্পী-কলাকুশলীসকল আজি বিশ্ব বন্দিত। কাঠৰ সা-সৰঞ্জাম বা ঘৰ-দুৱাৰ নিৰ্মাণ আদি উচ্চ কাৰিকৰী দক্ষতাপূৰ্ণ। বৰপেটাৰ গুৰু আসন, খেল নাও, বিভিন্ন সত্ৰসমূহৰ মুখ্যদ্বাৰত অংকিত শিল্প-ভাস্কৰ্যসমূহৰ নিৰ্মাণ আজিও আপুৰুগীয়া সম্পদ হিচাপে প্ৰতীয়মান হৈ আছে। এইবোৰ দিশ বিশ্লেষণ কৰি চালে সত্ৰনগৰীৰ সমূহ বাসিন্দা কৰ্মযোগী, স্বাধীনচিতিয়া, স্বাৱলম্বী তাক নতুনকৈ পৰিচয় কৰি দিবলগীয়া একো নাই। কুটীৰ শিল্পসমূহৰ ক্ষিপ্ৰ উন্নয়ন অতি প্ৰয়োজন। বৰপেটা-বাউসীক আজিও পূৰ্ব্বোত্তৰৰ ভেনিছ নগৰী বুলি কোৱা হৈ আহিছে। নদ-নদী, খাল-বিল, পথাৰ-সমাৰে পৰিপূৰ্ণ এক বিস্তৃত অঞ্চল। বৰপেটাৰ উত্তৰে মৰানদী, পুবে নখান্দা আৰু পশ্চিমে চাউলখোৱা আৰু নাতিদূৰত বেকী নদীয়ে আবৰি আছে। বাৰিষা নদ-নদী পৰিপূৰ্ণ হৈ নদী-পথৰ এক সুচল অৱস্থা হৈ পৰে আৰু তাহানিকালৰ এই নদী পথেই ব্যৱহাৰ কৰি আহিছিল মহাপুৰুষ গুৰু আতা-পুৰুষসকলে। এই ঐতিহ্য আজিও একে ধৰণে আছে বুলি ক'লে অত্যুক্তি কৰা নহ'ব। নদ-নদীসমূহৰে ব্যৱসায়- বাণিজ্য বিভিন্ন অঞ্চললৈ প্ৰসাৰিত হৈছিল, সিয়ে বৰপেটাবাসীক শতিকা জুৰি স্বাৱলম্বী হোৱাত শক্তিমন্ত কৰি তুলিছে যুগ যুগ ধৰি।

মহাপুৰুষ গুৰুসকলৰ কৃপাধন্য আৰু আতাপুৰুষসকলৰ শ্ৰমধন্য অতী তে আজিও বৰগীত ভটিমা, কীৰ্ত্তন, ঘোষা চৌদ্ধ-প্ৰসঙ্গৰ ভক্তি নিগৰিত সুৰে ৰোমাঞ্চিত কৰি আধ্যাত্মিক চিন্তা-চেতনাৰ বুনিয়াদ ৰচনা কৰি এক শক্তিশালী সমাজগঠন প্ৰক্ৰিয়া ত্বৰান্বিত কৰি আৱহমান কালৰ পৰা সেই ঐতিহ্য অক্ষত কৰি তাক সম্পদশালী ৰূপত অৱতীৰ্ণ কৰি মহিমামণ্ডিত কৰি ৰাখিছে। আমাৰ একান্ত কামনা এই আপুৰুগীয়া সম্পদবোৰ সুৰক্ষিত কৰি বিশ্ব ঐতিহ্যৰে উজ্বলাই সত্ৰনগৰী বৰপেটাক বিশ্ব বন্দিত কৰি তোলক। যেনেদৰে কাজিৰঙা বিশ্ব সপ্তাচাৰ্যৰ তালিকাত অন্তৰ্ভুক্তি আমাৰ কাম্য তেনেদৰে মাজুলী বিশ্ব ঐতিহ্য ক্ষেত্ৰ হিচাপে স্থান লাভ কৰক— তাৰ স্বমহিমাৰে খ্যাতি চৌদিশে বিয়পি পৰক আৰু

মহাপুৰুষ দুজনা গুৰুৰ লগতে আতা পুৰুষসকলৰ কৰ্মৰাজিৰে আজিৰ প্ৰজন্মই অনুপ্ৰাণিত হৈ প্ৰচাৰ আৰু প্ৰসাৰ লাভ কৰক— এই আমাৰ একান্ত কামনা।

বিশ্ব ঐতিহ্যৰ শাৰীলৈ আগবাঢ়ি যাওঁতে আমি বৰপেটাবাসীৰ পবিত্ৰ কৰ্ত্তব্য দুগুণে বাঢ়ি যাব। গুৰু দুজনাৰ প্ৰদৰ্শিত সংস্কৃতি নিখুঁত ৰূপেৰে আগুৱাই লৈ গৈ তাৰ বিশাল প্ৰসাৰ সম্ভৱ কৰি তুলি বিশ্বৰ কোণে কোণে বিস্তৃতি লাভ কৰিব লাগিব। তাৰ বাবে সংশ্লিষ্ট সত্ৰসমূহৰ প্ৰচেষ্টাই এক উল্লেখনীয় স্থান ল'ব লাগিব। ইয়াৰ লগতে সত্ৰনগৰীত বৰপেটা অঞ্চলৰ চৰকাৰী পতিত মাটি বিশেষকৈ মৰা নদীৰ পাৰৰ মাটি বা নখন্দা নদীৰ পাৰৰ মাটি বা চাউলখোৱাৰ পাৰৰ চৰকাৰী পতিত মাটি সংৰক্ষিত কৰি সৌন্দৰ্যবৰ্দ্ধনৰ বাবে কীৰ্ত্তনত বৰ্ণিত ফল-ফুলৰ এক বৈশিষ্ট্যপূৰ্ণ উদ্যান গঢ়ি চৰাই-চিৰিকতিৰ বাবে সংৰক্ষিত কৰিব লাগিব। আনফালে উপযুক্ত স্থানবোৰত উচ্চমানসম্পন্ন পৰ্যটক-নিবাস নিৰ্মাণ কৰি আৰ্থিক স্বচ্ছলতাৰ লগতে আকৰ্ষণীয় কৰি তুলিব লাগিব। মৰানদীত বৰপেটাৰ ঐতিহ্যশালী নাওখেল পুনৰুদ্ধাৰ কৰি নতুন আৰ্হিৰে প্ৰদৰ্শন অতি গুৰুত্বপূৰ্ণ বিষয় যাতে কালৰ বুকুত এই সংস্কৃতি হেৰাই নাযায় তাৰ প্ৰতি সচেতন হ'ব লাগিব। ওপৰত উল্লেখিত কৰ্ম-আঁচনিৰ লগতে নিম্নোক্ত বিষয়সমূহত গুৰুত্ব প্ৰদান কৰিব লাগিব। সত্ৰনগৰী বৰপেটাখন ঐতিহ্যশালী কৰি তুলিবলৈ হ'লে বৃক্ষৰোপণ হ'ব একমাত্ৰ উপযুক্ত পথ। বৰপেটাখনৰ চৌদিশে বৃক্ষৰোপণৰ প্ৰচুৰ সম্ভাৱনা বিদ্যমান। কেৱল পৰিকল্পিতভাৱে ইয়াক সজাই-পৰাই তুলিব লাগিব। হাৰিজানৰ দুয়োকাষ বান্ধি সু-দৃশ্যমান কৰি মৰা নদী আৰু নখান্দাক সংযোগ কৰিব লাগিব। লগে লগে দুয়োপাৰত সুন্দৰ গছ-গছনি ৰোপণ কৰি সৌন্দৰ্য বৰ্দ্ধন কৰিব লাগিব। বৰপেটানগৰৰ পথবোৰ পকী কৰি নৰ্দমাৰ ব্যৱস্থা কৰি মল-মূত্ৰ পৰিবহন ব্যৱস্থা ল'ব লাগিব। বিজুলীবাতিৰ ব্যৱস্থা আকৰ্ষণীয় কৰি তুলিব লাগিব। সাংসদসকলৰ পুঁজিৰে আকষৰ্ণীয় উচ্চমান বিশিষ্ট প্ৰায় ২০০০ মান মানুহৰ বাবে এটি প্ৰেক্ষাগৃহৰ লগতে শিল্পগ্ৰাম নিৰ্মাণ কৰি সত্ৰীয়া-সংস্কৃতি প্ৰদৰ্শন আৰু চৰ্চাৰ বহুল কেন্দ্ৰ গঢ়ি তুলি তাত আধুনিক সা-সুবিধা তৈয়াৰ কৰি ল'ব লাগিব। তথ্য-প্ৰযুক্তিৰ উন্নত কেন্দ্ৰ দুটিমান স্থাপন কৰি বহিৰ্বিশ্বৰ লগত সংযোগ ৰাখিব পাৰিব লাগিব। বৰপেটাত উদ্‌যাপিত উৎসৱসমূহত অসমৰ বাৰেৰহণীয়া সংস্কৃতি প্ৰদৰ্শন কৰি সকলোকে আকৰ্ষণ কৰাৰ ব্যৱস্থা ল'ব লাগিব। বিজ্ঞান সন্মতভাৱে নাগৰিকৰ সা-সুবিধাবোৰৰে পৰ্যায়ক্ৰমে সত্ৰ নগৰী বৰপেটাক সজাই-পৰাই তুলিব লাগিব। আমাৰ ঐতিহ্য তথা সংস্কৃতিক কেনেদৰে সজাই পৰাই আগুৱাই লৈ যোৱা হয়, এই সজাগ তথা সচেতনতাই আমাক লক্ষ্যৰ পিনে লৈ যোৱাত একমাত্ৰ সহায়ক হ'ব, লগতে এক সুদুৰপ্ৰসাৰী অৰ্থনৈতিক পৰিকাঠামৰ নিৰ্মাণ হ'ব বুলি আমাৰ বিশ্বাস। আজি ৫০০ বছৰে বৰপেটাবাসীয়ে সত্ৰীয়া পৰম্পৰাৰে সত্ৰ পৰিচালনাৰ লগতে ভিন ভিন তিথি-পাৰ্বন, উৎসৱ বা সত্ৰ-সংস্কৃতি লালন-পালন কৰি হেজাৰ-বিজাৰ লোকে নিজ বংশৰাৰ জৰিয়তে সত্ৰ-সংস্কৃতিলৈ অমূল্য অনবদ্য অৱদান

আগবঢ়াই আত্মনিয়োগ কৰি আহিছে। অসমৰ অন্যান্য সত্ৰসমূহে এই বিকশিত ধাৰা প্ৰবাহিত কৰাৰ ক্ষেত্ৰত অগ্ৰণী ভূমিকা ল'লেও-লাখ লাখ ভক্ত প্ৰাণ জনগণে যুগ যুগ ধৰি বংশৰাৰ পৰম্পৰাৰে সত্ৰ-সংস্কৃতিৰ সংৰক্ষণ তথা বিকশিত কৰি তুলি ধৰাতো অবিশ্বাস্যই নহয় এক বিস্ময়কৰ উদাহৰণ— এই কৃতিক সম্ভৱ কৰি তুলিছে একমাত্ৰ সত্ৰ নগৰীৰ বৰপেটাবাসীয়ে আৰু এই কৃতিত্ব বৰপেটাবাসীৰ প্ৰাপ্য। সেয়েহে আমি সমূহ অসমবাসীয়ে সজোৰে দাবী জনাওঁ যে, এই ঐতিহ্যৰে বিশ্ব বন্দিত হৈ সত্ৰনগৰী বৰপেটাক নতুন ৰূপত সজাই উপযুক্ত মৰ্যদা প্ৰদান কৰাৰ ব্যৱস্থা কৰক।

উক্ত বিষয়ৰ লগত সম্পৃক্ত অতি জৰুৰী বিষয় উত্থাপন কৰিব বিচাৰিছো। অসম চৰকাৰৰ সত্ৰ-সংৰক্ষণ যোজনাৰ অধীনত এই ঐতিহ্যশালী সত্ৰবোৰ তাৎক্ষণিকভাৱে সংৰক্ষণ কৰি তাৰ আপুৰুগীয়া সম্পদবোৰ বিশেষকৈ পুৰণি পুঁথি-পাজিকে সামৰি সত্ৰৰ নিজ নিজ সংগ্ৰহালয়ত সংৰক্ষিত কৰাৰ ব্যৱস্থা কৰিব লাগে। আমি উল্লেখ কৰা বৰপেটা-বাউসীৰ পুৰণি ঐতিহ্যশালী সত্ৰকেইখনৰ সংৰক্ষণৰ বাবে স্থানীয় সাংসদসকলৰ জৰিয়তে কেন্দ্ৰীয় চৰকাৰৰ মানৱ সম্পদ উন্নয়ন দপ্তৰ আৰু দ'নাৰ মন্ত্ৰালয়লৈ আঁচনি প্ৰেৰণ কৰি কাৰ্যকৰী ব্যৱস্থাৰ বাবে তৎপৰ হ'ব লাগে। বৰপেটা-বাউসীৰ সত্ৰসমূহৰ সংৰক্ষণ আৰু সৌন্দৰ্যবৰ্দ্ধনৰ লক্ষ্য বিজ্ঞান সন্মতভাৱে হ'লে বৰপেটা এদিন বিশ্ব বন্দিত হৈ মহাপুৰুষ দুজনা গুৰুৰ লগতে আতাপুৰুষসকলৰ গুণ-গৰিমা বিকশিত হ'বলৈ বাধ্য। সত্ৰনগৰী বৰপেটাৰ পুব দিশে আৰু পশ্চিম দিশে অৰ্থাৎ নখান্দা নদীৰ পাৰত (বৰ্তমান নিৰ্মাণ কৰি থকা হৈছে) আৰু চাউলখোৱা নদীৰ পাৰত সত্ৰীয়া সংস্কৃতি সম্বলিত দুখন সুদৃশ্য মুখ্য তোৰণৰ আৱশ্যক, সেই ব্যৱস্থা হাতত ল'ব লাগে। পাটবাউসী, সুন্দৰীদিয়া অথবা বাৰাদি অঞ্চলৰ সংলগ্ন জলাশয়বোৰ উন্নত কৰি মীন পালনৰ লগতে নৌকা বিহাৰৰ ব্যৱস্থা হাতত ল'ব পৰা যায়। মুঠৰ ওপৰত সত্ৰ নগৰী বৰপেটাক বিশ্ব দৰবাৰলৈ নিবলৈ হ'লে অৰ্থনৈতিক পৰিকাঠামো নিৰ্মাণ মূল লক্ষ্য হোৱা উচিত। এইখিনি কৰিবলৈ যাওঁতে সময় কিছু লাগিব যদিও এতিয়াও আৰম্ভ কৰি ল'ব পাৰিলে এখোজ-দুখোজকৈ আগবাঢ়িব পৰা যাব। ইয়াৰ বাবে সত্ৰ পৰিচালনা সমিতিৰ দৃষ্টিভংগী সুদূৰপ্ৰসাৰী হোৱাটো বাঞ্ছনীয়। তদুপৰি জিলা প্ৰশাসন, পৌৰনিকায় আৰু স্থানীয় সাংসদ আৰু বিধায়কৰ কৰ্ত্তব্য গধুৰ হ'ব। ঐতিহ্যমণ্ডিত সত্ৰ নগৰী বৰপেটাৰ ডেকা শক্তি আগবাঢ়ি আহি প্ৰতিযোগিতাত অৱতীৰ্ণ হোৱাৰ মানসিকতা গঢ়ি তুলি চিন্তা-চৰ্চা তথা হাতেকামে সমাজ-সংগঠনৰ কামত ব্ৰতী হ'ব লাগিব। অসমৰ বাহিৰৰ ভিন ভিন ঠাইৰ যুৱক-যুৱতীসকলে নিজৰ যোগ্যতা গঢ়ি তোলাৰ লগতে সমাজ বা দেশৰ দায়িত্ব ল'বলৈ আগবাঢ়ি আহি এক সৎ, নিৰ্মোহ, অনাড়ম্বৰ জীৱন-জীৱিকাৰ পাতনি মেলি জনহিতকৰ কামত আত্মনিয়োগ কৰিবলৈ ওলাই আহিছে। সত্ৰ নগৰী বৰপেটাৰ ধূলি-বালি আৰু আকাশে-বতাহে শংকৰ-মাধৱৰ আদৰ্শৰ প্ৰতিধ্বনি সদা-সৰ্বদাই অনুৰণিত হৈ আছে। ই আমাৰ একমাত্ৰ প্ৰেৰণাৰ উৎস। আমি

কেৱল একাণপটীয়াকৈ গঠনমূলক সেৱাৰে দূৰদৃষ্টিসম্পন্ন হ'ব লাগিব। আত্মবিশ্বাসেই হ'ব আমাৰ মূলমন্ত্ৰ। এলাহ্ আৰু বদ্‌অভ্যাস পৰিত্যাগ কৰি নিজৰ দক্ষতা প্ৰতিপন্ন কৰিব পাৰিৰ লাগিব। শংকৰ-মাধৱ তথা আতা পুৰুষসকলৰ ঐতিহ্যমণ্ডিত স্মৃতিসম্ভাৰে আমাক ৰিঙিয়াই মাতি আছে। আমি সদলবলে এই লক্ষ্য আগত ৰাখি আগবাঢ়ি যাবলৈ প্ৰস্তুত হোৱাটো একমাত্ৰ পৱিত্ৰ কৰ্ত্তব্য। এই আশাশুধীয়া প্ৰচেষ্টাৰ বাবে অকণমান ত্যাগ কৰি সমন্বিত প্ৰচেষ্টাৰে ওলাই আহিব পাৰিলে আমাৰ ভৱিষ্যত আমাৰ দ্বাৰাই নিৰ্মাণ হ'ব তাত সন্দেহ নাই আৰু নতুন প্ৰজন্মক আকৰ্ষণ কৰি সন্ত্ৰাস জৰ্জৰ পৰিস্থিতিৰ অৱসান ঘটাই সময়ৰ সৎ ব্যৱহাৰ কৰিবলৈ ওলাই আহিব পাৰিলে এখন সুন্দৰ ভৱিষ্যত আমাৰ সকলোৰে সন্মুখত পৰিদৃশ্যমান হৈ উজলি উঠিব। পৰিশেষত বৰপেটাবাসী স্থানীয় অথবা প্ৰবাসীসমূহ শিল্পী, সাহিত্যিক, বুদ্ধিজীৱী সমন্বিতে যুৱক-যুৱতীসকলে দুজনা গুৰুৰ লগতে আতা পুৰুষসকৰ স্মৃতি বিজড়িত সত্ৰ নগৰী বৰপেটাক নব্য সংস্কৃতিৰ আলোকেৰে সজাই পৰাই তুলিবলৈ চিন্তা-চৰ্চা অথবা গৱেষণাৰ জৰিয়তে সু-সমৃদ্ধ ৰূপত বিজ্ঞানসন্মতভাৱে আগবঢ়াই লৈ যোৱাৰ প্ৰতিশ্ৰুতিৱদ্ধ হওক — এয়া সময়ৰ আহ্বান।

# হ্ৰস্বম্যাদী-দীৰ্ঘম্যাদী আঁচনিৰ প্ৰয়োজন

**হিৰণ শইকীয়া লহকৰ**

**শিক্ষয়িত্ৰী আৰু লেখিকা**

বৰপেটা সত্ৰ নগৰী। অতীতৰ পৰাই সত্ৰক কেন্দ্ৰ কৰি বৰপেটা নগৰখন গঢ়ি উঠিছে। খ্ৰীঃ ১৫৮৩ চনত বৰপেটা সত্ৰ স্থাপন হোৱাৰ পূৰ্বতেই বৰপেটা অঞ্চলত সত্ৰকেন্দ্ৰিক পৰিবেশ এটা গঢ়ি উঠিছিল। (অৱশ্যে 'বৰপেটা' নামটো তেতিয়া হোৱা নাছিল; তেতিয়া এই অঞ্চলৰ নাম আছিল 'বাউসী পৰগনা'।) মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ সশিষ্যে, সবান্ধৱে, সপৰিয়ালে আহি বাউসী-পৰগনাৰ বাৰাদি আৰু পালেংদিবৰিত (চিনপৰা ভিঠিত) পদাৰ্পণ কৰা মুহূৰ্তৰ পৰাই এই সত্ৰীয়া পৰিবেশে গঢ়াৰ মহৎ কাৰ্যটোৰ শুভাৰম্ভ হয়। সেই মহত্ত্বপূৰ্ণ চনটো আছিল ১৫৪৭ খ্ৰীষ্টাব্দ।

চিনপৰা ভিঠি (১৫৪৭ চন), বাৰাদি (১৫৪৭ চন), কুমাৰকুছি (১৫৪৮ চন), পাটবাউসী (১৫৪৯ চন), গণককুছি (১৫৫১ চন), সুন্দৰীদিয়া (১৫৬৯ চন), শেষত বৰপেটাত (১৫৮৩ চন) ওচৰা-ওচৰিকৈ স্থাপন হোৱা থান-সত্ৰকেইখনে দুজনা গুৰুৰ জীৱন কালতে এই অঞ্চলত এটা সত্ৰকেন্দ্ৰিক ধৰ্মীয়, সামাজিক আৰু সাংস্কৃতিক পৰিৱেশ গঢ়ি তুলিছিল। ফলত বিশাল বাউসী পৰগনাৰ জনগণৰ বেছিভাগেই গুৰু দুজনাত শৰণ লৈ ধৰ্ম আৰু সংস্কৃতিৰ প্ৰচাৰ আৰু প্ৰসাৰত সহায়ক হৈছিল। দূৰ-দূৰণিৰ পৰা অহা ভকত-শিষ্যই সত্ৰৰ হাটীত বাস কৰাৰ উপৰিও বহু গৃহীভকতে সত্ৰৰ আশে-পাশে ঘৰবাৰী কৰি থাকিবলৈ লৈছিল। 'খাৰে-পানীয়ে, মাছ-কাছে' উভৈনদী ঠাইখনৰ ভৌগোলিক অৱস্থাইও ঠাইখন ঘনবসতিপূৰ্ণ হোৱাত সহায় কৰিছিল। ফলত ষোড়শ শতিকাৰ মাজভাগৰ পৰা অঞ্চলটোৰ জনসংখ্যা বাঢ়ি যায়।

১৬৮২ খ্ৰীঃৰ পৰা বাউসী পৰগনাত আহোম ৰাজত্ব চলিব ধৰাত স্বৰ্গদেউসকলৰ সুদৃষ্টি সত্ৰসমূহত পৰে। ৰজাই সত্ৰৰ নামত, গোঁসাইৰ নামত বহু ধৰ্মোত্তৰ, দেৱোত্তৰ আৰু ব্ৰহ্মোত্তৰ মাটি দান কৰে ; ফলত সত্ৰবোৰৰ আৰ্থিক অৱস্থা উন্নত হ'বলৈ ধৰে। কামৰ সুবিধাৰ্থে কিছুমান পাইকো ঠায়ে ঠায়ে তেওঁলোকেই বহাই দিয়ে। এনে কাম বিশেষকৈ স্বৰ্গদেউ শিৱসিংহ, ৰাজেশ্বৰসিংহ, লক্ষ্মীসিংহ, গৌৰীনাথসিংহ আৰু চন্দ্ৰকান্তসিংহই বৰপেটাৰ সত্ৰবোৰৰ বাবে কৰিছিল। প্ৰাৰম্ভিক অৱস্থাত কোচ মহাৰাজ নৰনাৰায়ণ আৰু চিলাৰায়

দেৱানৰ পৰা সুদৃষ্টি গুৰুজনাই লাভ কৰিছিল।

১৮২৬ চনত অসমত ইংৰাজ শাসন আৰম্ভ হোৱাৰ পাছত এই অঞ্চলত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ‘ছয় পৰগনা’ জিলা গঠন কৰে। GAIT চাহাবৰ ‘History of Assam’ৰ মতে ১৮৩৪ চনত কমিছনাৰ কৰ্ণেল জেন্‌কিন্স আৰু কালেক্টৰ বগ চাহাবে গুৱাহাটীক সদৰ ঠাই কৰি কামৰূপ জিলা গঠন কৰে। বৰপেটাক তাৰে অন্যতম মহকুমা কৰি বৰপেটা চহৰত মহকুমাৰ সদৰ স্থাপন কৰে। মহকুমা বিষয়া নিযুক্ত কৰি দেৱানী আদালতো ইয়াত স্থাপন কৰে।

তেতিয়াৰ পৰা বৰপেটা এখন আধুনিক নগৰ হ'বলৈ আগবাঢ়িল। ঊনবিংশ শতিকাত চৰকাৰী প্ৰাধান্য লাভ কৰা নগৰখনৰ গুৰুত্ব গুৰুজনাৰ দিনতে, সত্ৰ-স্থাপন কালতে আৰম্ভ হৈছিল বুলি ক'ব পাৰি। গুৰু দুজনাৰ মহৎ আদৰ্শ, ভাওনা, সাহিত্য, ক'লা-সংস্কৃতি, সামাজিক ৰীতি-নীতি আদি সকলো দিশ সৰ্বজন-সমাদৃত আৰু সন্মানিত হোৱা বাবে পৰৱৰ্তী সময়ত চৰকাৰেও এই অনুভূতিক গুৰুত্ব দি কিছুমান নিয়ম ৰক্ষা কৰি আহিছে; বৰপেটা জিলাৰ ডি.চি., এচ.পি. হিচাবে আজিলৈকে হিন্দু ধৰ্মী ব্যক্তিকহে নিযুক্ত কৰি আহিছে। আকৌ সত্ৰ-নগৰী হিচাবে বৰপেটাক 'ড্ৰাই-এৰিয়া' ঘোষণা কৰি ইয়াত কাকো এতিয়ালৈকে মদৰ দোকানৰ ‘পাৰ্মিট’ বা ‘লাইছেন্স’ দিয়া নাই। (অৱশ্যে মদৰ ব্যৱসায় বে-আইনীভাৱে পূৰাদমে চলাৰ নমুনা বাটে-ঘাটে দেখা যায়।)

এনেদৰে চৰকাৰে ইয়াৰ ঐতিহ্য-পৰম্পৰাৰ প্ৰতি সন্মান দেখুৱাই আহিছে।

দেখা গ'ল, বৰপেটাবাসীৰ সামাজিক, ধৰ্মীয় আৰু সাংস্কৃতিক জীৱন পৰিচালিত আৰু প্ৰভাৱিত হৈছে সত্ৰৰ দ্বাৰা। গুৰু দুজনাৰ সমস্ত সৃষ্টি-সাহিত্য, নাট-ভাওনা, গীত-ঘোষা, ৰাগ-সংগীত, নৃত্য, খোল, তাল, কীৰ্তন-ঘৰ, ভাঁজঘৰ, দৌলযাত্ৰা, হাটী, সত্ৰৰ ভঁৰাল, সমাজ, ধৰ্ম, বিচাৰ-নীতি, আইন, নৈতিকতা, ত্যাগ আদি বৰপেটাবাসীৰ হৃদয়ত সোমাই আছে, এয়া সদৌ অসমবাসীৰো প্ৰাণস্বৰূপ।

বৰপেটা সত্ৰৰ প্ৰথম গৰাকী অধিকাৰ মথুৰাদাস বুঢ়া আতাই গুৰু দুজনাৰ সৃষ্টি তথা অৱদানসমূহৰ চৰ্চা, সাধনা আৰু গতিশীলতা ৰক্ষাৰ বাবে বহু গঠনমূলক কাম কৰিছিল। বুঢ়া আতাই পাঠক-ওজা, গায়ন-বায়ন, সূত্ৰধাৰ, গন্ধিয়া আদিৰ দায়িত্ব একোটা বংশৰ হাতত তুলি দি কলা-সংস্কৃতিৰ চৰ্চা আৰু সাধনা বংশৰাগত আৰু পৰম্পৰাগত কৰা নিয়মটো বৰপেটাবাসীয়ে শ্ৰদ্ধা আৰু আন্তৰিকতাৰে পালন কৰি আহিছে।

বৰ্তমান সময়ত অৰ্থনৈতিক কাৰণত বংশৰাসমূহে উক্ত পৰম্পৰা ৰক্ষা কৰাত কিছু অসুবিধাৰ সন্মুখীন হৈছে। ফলত কলা-সংস্কৃতিৰ চৰ্চা আৰু সাধনা সীমিত আৰু স্তিমিত হৈ অহা পৰিলক্ষিত হৈছে।

সত্ৰ নগৰী বৰপেটাৰ ঔজ্জ্বল্য এনে কাৰণত ম্লান পৰাৰ অৱকাশ দেখা গৈছে। এনে অৱস্থাত সদৌ অসম সত্ৰীয়া সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ বৰপেটাই আপোন গৰিমা হেৰুওৱাৰ

শংকাবোধ হয়। ইয়াৰ প্ৰাণস্পন্দন স্তিমিত হোৱাৰ ভয় হয়।

বৰপেটাৰ এই গৌৰৱমণ্ডিত ঐতিহ্য-পৰম্পৰা আৰু নগৰখনৰ সৌন্দৰ্য ৰক্ষা আৰু বৰ্ধনৰ ব্যৱস্থা সেয়ে এতিয়াই হাতত নল'লে নগৰখন পিছ পৰি থাকিব। তাৰ বাবে এই লেখিকাই অনুভৱ কৰা কেইটামান গ্ৰহণ কৰিব পৰা পদক্ষেপৰ উল্লেখ কৰা যাব। পদক্ষেপবোৰ বাস্তৱায়িত কৰিবলৈ হ্ৰস্বম্যাদী আৰু দীৰ্ঘম্যাদী—দুই ধৰণৰ আঁচনি গ্ৰহণৰ প্ৰয়োজনীয়তা আছে। ইয়াৰ কাৰ্যকাৰিতাই বৰপেটাক এখন অতি সুন্দৰ চহৰলৈ উন্নীত কৰিব সন্দেহ নাই। মাত্ৰ কৰ্তৃপক্ষ আৰু নাগৰিক—উভয়ৰে সদিচ্ছা লাগিব। এতিয়া গ্ৰহণ কৰিব পৰা পদক্ষেপকেইটা তলত উল্লেখ কৰা হ'ল ঃ

(১) বৰপেটাত এনে এটা শিক্ষানুষ্ঠান গঢ়ি তোলা উচিত, য'ত সত্ৰীয়া-সংস্কৃতিৰ সকলো বিভাগৰ লগতে অসমৰ লোক-সংস্কৃতিৰো সকলো বিভাগৰ চৰ্চা, সাধনা, গৱেষণা আৰু সংৰক্ষণৰ ব্যৱস্থা কৰিব পাৰি। বৰগীত, অংকৰ গীত, খোল-বাদন, তালবাদন, নৃত্য, নাট-অভিনয়, ঘোষা-গীত, লোকগীত, লোক-নৃত্য, লোক-কলা আদি সাংস্কৃতিক আহিলাৰ সকলো বিভাগৰে চৰ্চা, সাধনা আৰু গৱেষণাৰ সুবিধা এই অনুষ্ঠানত থাকিব লাগিব। এয়া হ'ব এখন বিশ্ববিদ্যালয়ৰ দৰে মহৎ আৰু সদৌ অসমৰ বাবে হ'ব এটি Leading অনুষ্ঠান। পশ্চিমবংগত শান্তি-নিকেতনে যেনেকৈ সমগ্ৰ বঙালী সমাজ-সংস্কৃতিক প্ৰতিনিধিত্ব কৰি আহিছে, তেনেকৈ যাতে বৰপেটাৰ এই অনুষ্ঠানটোৱেও অসমীয়া জাতি, সমাজ আৰু সংস্কৃতিক উজ্জ্বলাই তোলে আৰু প্ৰতিনিধিত্ব কৰে— এই উদ্দেশ্য আগত ৰাখি এই অনুষ্ঠানটো গঢ়ি তুলিব লাগিব। শিক্ষানুষ্ঠানটো বিশ্ববিদ্যালয় পৰ্যায়ৰ হ'লেহে কামবোৰ সফল হোৱাৰ আশা কৰিব পাৰি।

(২) বৰপেটা সত্ৰ-নগৰী হোৱা হেতুকে, পৰ্যটকসকল বৰপেটালৈ আহিলেই উপলব্ধি কৰিব পৰাকৈ কিছুমান দৃষ্টিনন্দন কাম কৰিব লাগে। গায়ন-বায়নৰ পূৰ্ণাংগ মূৰ্তি আৰু শৰাই একোখন (কংক্ৰিটৰ) নগৰৰ প্ৰবেশদ্বাৰবোৰত স্থাপন কৰি পৰ্যটকক আদৰণি জনাব পাৰি। বজাৰ আদি প্ৰধান ঠাইবোৰতো তেনেকৈ তেনে পূৰ্ণাংগ মূৰ্তি আৰু শৰাই ৰাখিব পাৰি। বৰপেটাত মেডিকেল কলেজখন হ'বলৈ ধৰিছে, তাত এখন নিশ্চয় ডাঙৰ তোৰণ হ'ব। তোৰণখন যাতে সত্ৰীয়া-সংস্কৃতিৰ বাহক হয়, তাৰ প্ৰতিও নজৰ দিব লাগে।

(৩) নগৰখনৰ সৌন্দৰ্য-বৰ্ধনৰ বাবে বাট-পথ প্ৰশস্ত হোৱা উচিত। বজাৰৰ ঠেক পথবোৰ পথচাৰীৰ বাবে খুবেই অসুবিধাজনক। বৰ্তমান সময়তে সুপৰিকল্পিত ব্যৱস্থা হাতত নল'লে ভৱিষ্যতে অৱস্থা বেছি জটিল হৈ পৰিব। পথ প্ৰশস্ত কৰাৰ ক্ষেত্ৰত কৰ্তৃপক্ষ আপোচবিহীনভাৱে আগবঢ়া উচিত। প্ৰয়োজনবশতঃ ব্যক্তিগত ক্ষয়-ক্ষতিৰ মূল্য দি হ'লেও উদ্দেশ্য-সিদ্ধিৰ পথত আগবাঢ়ি যাব লাগে।

(৪) তদুপৰি বৰ বজাৰৰ তিনিফালে পথেৰে আবৰা ত্ৰিভুজ আকৃতিৰ বজাৰখন আন ঠাইলৈ নিব লাগে। সেইখিনি ঠাই মুকলি হৈ থাকিলে বৰ সুন্দৰ আৰু মুকলি মুকলি

লাগিব। অন্য এখন ঠাইত আধুনিক ‘মল’ তথা ‘ডিপাৰ্টমেণ্টেল ষ্টʼৰ’ আদিৰ দৰে ডাঙৰ কেবা মহলীয়া অট্টালিকা সাজি সকলো ধৰণৰ দোকান তালৈ নিব লাগে। নগৰখনৰ উন্নতিৰ বাবে নিস্বাৰ্থভাৱে আগবাঢ়িলেহে সঁচা অৰ্থত উন্নতিৰ আশা কৰিব পাৰি।

(৫) ‘পাৰ্কিং প্লেচ’ নথকাটো নগৰখনৰ বজাৰ এৰিয়াৰ এটি ডাঙৰ ঋণাত্মক দিশ। আজিৰ বৰ্ধিত যান-বাহনৰ দিনত বজাৰৰ দোকানদাৰ, কৰ্মচাৰী আদিৰ গাড়ী, বাইক, চাইকেলেৰে পথৰ দুয়ো দাঁতি ঢাক খাই থকাৰ ফলত ক্ৰেতাই প্ৰয়োজনতো যান-বাহন লৈ বজাৰ কৰিব যোৱাটো কল্পনাতীত। নগৰখনত নতুনকৈ বিল্ডিং কেইটামান সাজিছে, তাতো ‘কাৰ পাৰ্কিঙʼৰ কোনো ব্যৱস্থা নাই। এই ক্ষেত্ৰত কৰ্তৃপক্ষই ‘গ্ৰাউন-ফ্লʼৰʼত তথা ‘আণ্ডাৰ-গ্ৰাউণ্ড-ফ্লʼৰʼত ‘কাৰ-পাৰ্কিঙʼৰ ব্যৱস্থা ৰাখিবলৈ বাধ্য কৰাব লাগে।

(৬) বজাৰ এলেকাত ঠায়ে ঠায়ে উন্নত ‘জন-সুবিধাʼৰ ব্যৱস্থা কৰি, সেইবোৰ লিজত দিব লাগে। লিজত লোৱাসকলে গ্ৰাহকৰ পৰা এটকা/দুটকা লʼব আৰু সেইবোৰ পৰিস্কাৰ কৰি ৰাখিব। এই সুবিধা পুৰুষ-মহিলা উভয়ৰে বাবে হʼব লাগে। সদৰ নগৰ বৰপেটালৈ দৈনিক সমাগম হোৱা বাহিৰা মানুহৰ বাবে এই ব্যৱস্থা অতি প্ৰয়োজনীয়।

(৭) মৰানদীখনৰ সুপৰিকল্পিত উন্নতি সাধনে বৰপেটা নগৰৰ সৌন্দৰ্যবৰ্ধনত যথেষ্ট অৰিহণা যোগাব। তাৰ পাৰে পাৰে ইমূৰৰ পৰা সিমূৰলৈ পাৰ্ক এখন কৰি, নৈখনৰ সোমাজেৰে জলধাৰাটো বোৱাই নি তাত জল-ক্ৰীড়াৰ ব্যৱস্থা কৰিলে গুৱাহাটীৰ দীঘলীপুখুৰীৰ দৰেই সুন্দৰ হৈ পৰিব। মৰানৈখনৰ দক্ষিণ পাৰটোৰ দৰে উত্তৰ পাৰটোও বেদখলকাৰীৰ হাতত এৰি নিদি গছ-গছনিৰে সুন্দৰ কৰি তুলি প্ৰাকৃতিক ভাৰসাম্য ৰক্ষা কৰাত গুৰুত্ব দিব লাগে।

(৮) সৰ্বোপৰি নগৰখন চাফ-চিকুণকৈ ৰখাটো সকলো নাগৰিকৰে কৰ্তব্য। গতিকে সকলো নাগৰিকে এই দিশত লক্ষ্য ৰাখি কাম কৰিব লাগে; অৰ্থাৎ নাগৰিকসকলে ঠাইবোৰ লেতেৰা নকৰিবলৈ দৃঢ় মনোভাব ৰাখিব লাগে।

ওপৰত কোৱা দিহা কিছুমান আপোনালোকে অসম্ভৱ বুলি উলাই নকৰে যেন। আমাৰ প্ৰত্যেকৰে সদিচ্ছা থাকিলে আমি চৰকাৰৰ সহযোগিতা নিশ্চয় লাভ কৰিম। তাৰ বাবে বৰপেটাবাসীৰ লাগিব মনৰ দৃঢ়তা আৰু ঐকান্তিকতা।

# প্ৰগতিশীল চিন্তা-চৰ্চা আৰু সবল নেতৃত্বৰ প্ৰয়োজন

**সুনীল কুমাৰ দাস**

**সভাপতি, বৰপেটা প্ৰেছ ক্লাব**

বিকাশ আৰু প্ৰগতিক বিভিন্ন সময়ত অনেকে সমাৰ্থক হিচাপে ব্যৱহাৰ কৰা চকুত পৰে যদিও আমাৰ বোধেৰে এটা আনটোৰ পৰিপূৰক। দুটা ভিন্ন অৰ্থব্যঞ্জক শব্দ আৰু দুয়োটাৰ লগত প্ৰকৃততে উন্নতিৰ বিষয়টোও সাঙোৰ খাই আছে।

বিকাশ অবিহনে প্ৰগতি সম্ভৱ নহয়। বিকাশৰ লগত আকৌ গতিৰ প্ৰশ্ন জড়িত আছে। গতি মানেই জীৱন। স্থবিৰতা হ'ল মৃত্যুৰ আন এটা নাম। প্ৰগতি নহ'লেও বিকাশ অৱশ্যেই হ'ব পাৰে। কিন্তু বিকাশৰ লগত প্ৰগতি থাকিলেহে এটা অঞ্চলৰ উন্নতি সম্ভৱ হ'ব পাৰে।

প্ৰগতিয়ে এটা অঞ্চলৰ বা এখন সমাজৰ প্ৰায় সকলো দিশ সামৰি ল'ব পাৰিলেহে সঁচা অৰ্থত অঞ্চলটোৰ বা সমাজখনৰ উন্নতি হোৱা বুলি ক'ব পৰা যায়। প্ৰগতিৰ কোনো সীমা নাই কিন্তু বিকাশ বা উন্নয়নৰ কেতবোৰ নিৰ্দ্ধাৰিত স্তৰ আছে। আচলতে অতীতৰ মজবুত ভেটিৰ ওপৰত ভালদৰে খোপনি পোতা বৰ্তমানেহে ভৱিষ্যতৰ প্ৰগতিৰ পথ প্ৰশস্ত কৰে।

বৰ্তমানৰ বৰপেটাৰ অৱস্থাৰ পটভূমিত অঞ্চলটোৰ প্ৰগতিৰ কথা মনলৈ আহিলেই বেদনাবোধ হয়। নব্য আধুনিকতাক আঁকোৱালি ল'ব পৰাটোকে প্ৰগতি বুলি ভাবি ল'লে নিশ্চয় শুদ্ধ নহ'ব।

প্ৰগতি মানে ঘৰে ঘৰে কেৱল টিভি, দুচকীয়া বা চাৰিচকীয়া বাহন, কিছুসংখ্যক পকী ঘৰ, শ্বপিং মল, হাতে হাতে মোবাইল ফোন, কম্পিউটাৰৰ প্ৰচলন, যুৱক-যুৱতীৰ মুক্ত মিলন, অবাধ ধৰ্ষণ, অপহৰণ, যাৰ যি ইচ্ছা তাকে কৰাৰ স্বাধীনতাক নিশ্চয় নুবুজায়। কিন্তু আমাৰ সমাজৰ বহুতেই এনেধৰণৰ ঘটনা-পৰিঘটনাবোৰকে উন্নতিৰ চানেকি বুলি ভাবি আত্মপ্ৰসাদ লাভ কৰা যেন অনুভৱ হয়।

কোনো এখন ঠাই বা সমাজৰ প্ৰগতি বা উন্নতিৰ লগত সংশ্লিষ্ট ঠাই বা সমাজখনৰ যাতায়ত ব্যৱস্থা, উদ্যোগ, বাণিজ্য, অৰ্থনীতি, স্বাস্থ্য, শৈক্ষিক, প্ৰচলিত ধ্যান-ধাৰণা, নৈতিকতা আদি বিভিন্ন ক্ষেত্ৰৰ পৰিৱৰ্তন বা উত্তৰণৰ কথা জড়িত হৈ আছে।

সমাজৰ উন্নতি বা প্ৰগতিৰ বাবে সমাজত প্ৰথমতে সৃষ্টি হ'ব লাগিব প্ৰগতিশীল চিন্তা-চৰ্চাৰ। ব্যক্তি স্বাৰ্থই প্ৰগতি বা উন্নতিক সদায়ে বাধাগ্ৰস্ত কৰে। আবেগ বৰ্জিতভাৱে যুক্তিৰ আধাৰত সমষ্টিগত স্বাৰ্থত প্ৰগতিশীল চিন্তা-চেতনাৰে সকলোৱে কাম কৰিব পাৰিলেহে সমাজত পৰিৱৰ্তন ঘটে, স্থবিৰতা আঁতৰে আৰু প্ৰগতি সম্ভৱ হয়।

সাম্প্ৰতিক কালত বৰপেটাত কিন্তু ওপৰোক্ত ধৰণৰ চিন্তা-চেতনা শাওনৰ কলীয়া মেঘে ঢকা অমানিশাৰ আকাশত বিজুলীৰ চকা-মকা পোহৰৰ দৰেহে দেখিবলৈ পোৱা যায়। ইয়াৰ পৰিণামত বৰপেটাৰ সুন্দৰ বিকাশৰ সম্ভাৱনাক প্ৰগতিৰ পথেৰে আগুৱাই নিয়াত সফলতাৰ আশা সুদূৰপৰাহত হৈ আছে।

এটা সৰু উদাহৰণ দিব খুজিছে। দেউতাই বহু কষ্টেৰে বান্ধি থৈ যোৱা ঘৰখনত থাকি আমি আমাৰ দেউতাৰ দায়িত্ব আৰু কৰ্তব্যৰ স'ততে শলাগ লওঁ আৰু তেওঁৰ প্ৰতি কৃতজ্ঞতা যাচোঁ। কিন্তু সেই ঘৰখনকে আমি সুন্দৰভাৱে সজাই পৰাই ৰখাৰ বাবে, আবেগহীনভাৱে আধুনিক শৈলীৰে ভালদৰে মেৰামতি কৰি সংৰক্ষণৰ ব্যৱস্থা ল'বলৈ প্ৰায়েই অনীহা দেখুৱাওঁ।

আচলতে আমাৰ ধাৰণা, ওপৰৰ কথাখিনিৰ মাজতে বৰপেটাৰ বৰ্তমানৰ অৱস্থা ওলমি আছে ভৱিষ্যতৰ উন্নতিৰ পথো শঙ্কাজনকভাৱে ৰাহুগ্ৰস্ত হৈছে। আইষ্টাইনে কোৱা এষাৰ কথা মনলৈ আহিছে। তেওঁ কৈছিল যে without science religion is blind and without religion science is lamp.

বৰপেটাৰ ক্ষেত্ৰত কথাখিনি প্ৰাসঙ্গিক বাবেহে ইয়াত উল্লেখ কৰিলো। মহাপুৰুষ শঙ্কৰদেৱ-মাধৱদেৱ আৰু তেৰাসবৰ একান্ত অনুগত শিষ্য আতাপুৰুষসকলে দেখুৱাই যোৱা মহান আদৰ্শেৰে আমি সকলো বৰপেটাবাসীয়ে একতাৰ ডোলেৰে বান্ধ খাব পাৰিছোনে? বৰপেটাৰ সামগ্ৰিক বিকাশ আৰু প্ৰগতিৰ বাবে ব্যক্তিস্বাৰ্থ এৰি আমি সমষ্টিগত জীৱনৰ কাৰণে নিঃস্বাৰ্থভাৱে আত্মত্যাগী মনোভাবেৰে কাম কৰিবলৈ প্ৰস্তুতনে? প্ৰকৃততে বৰপেটাৰ ৰাইজক এনে ভাবেৰে উদ্বুদ্ধ কৰাবলৈ এতিয়া ইয়াত উপযুক্ত নেতৃত্বৰ অভাৱেও অঞ্চলটোৰ অনগ্ৰসৰতাৰ প্ৰধান কাৰণ।

সেইবাবে বৰপেটাৰ সৰ্বাঙ্গীণ বিকাশ আৰু প্ৰগতি তেতিয়াহে সম্ভৱ হ'ব বুলি ভাবোঁ যেতিয়া নিম্নোক্ত কথাবোৰ সমাজ জীৱনত বিৰাজমান হ'ব ঃ

(১) বৰপেটাৰ ভৱিষ্যৎ প্ৰগতিৰ বাবে ইয়াত ব্যাপকভাৱে প্ৰগতিশীল চিন্তা-চেতনাৰ পৰিৱেশ ৰচিত হ'ব লাগিব।

(২) বৰপেটাৰ ৰাইজে ইয়াৰ অতীত গৌৰৱ আৰু ঐতিহ্যৰ কথা কৈয়ে আত্মপ্ৰসাদ লভি থাকিব নালাগিব।

(৩) অতীতৰ ঐতিহ্যৰ ভেটিত যুক্তিৰ আধাৰত আবেগবৰ্জিতভাৱে সকলোৱে নিঃস্বাৰ্থ প্ৰাণেৰে কাম কৰাৰ মানসিকতাৰ জন্ম হ'ব লাগিব।

(৪) ৰাজনীতিৰ কুটিল ষড়যন্ত্ৰৰ প্ৰতি বৰপেটাবাসী সকলো সময়তে সজাগ থাকিব লাগিব আৰু সাম্প্ৰদায়িকতাক মানৱ ধৰ্মৰ পৰিপন্থী বুলি আন্তৰিক বিশ্বাসেৰে গ্ৰহণ কৰিব লাগিব, য'ত জাত-পাতৰ প্ৰশ্ন অবান্তৰ হ'ব।

(৫) সমাজ জীৱনক ধ্বংসৰ মুখলৈ ঠেলি দিব পৰা বিষয়সমূহ—যেনে মাদক দ্ৰব্যৰ প্ৰচলন, সামাজিক ব্যভিচাৰ, হিংসা-বিদ্বেষ আদিৰ ক্ষেত্ৰত দৰকাৰ হ'লেই ৰাইজেই ব্যৱস্থা ল'ব লাগিব।

(৬) গণতান্ত্ৰিক ব্যৱস্থাটোৰ প্ৰতি আস্থাশীল হৈয়ো নিৰ্বাচনৰ সময়ত ভুৱা প্ৰতিশ্ৰুতি বা সংকীৰ্ণ স্বাৰ্থত আমি নেতা নিৰ্বাচন কৰাটো উচিত নহ'ব। লাগিলে নিৰ্বাচনত ভোটদানৰ পৰা বিৰত থকাটোৱে উচিত হ'ব। এনে কৰোতে আমি একো একোজন সচেতন নাগৰিকৰ দায়িত্ব প্ৰত্যেকেই পালন কৰিব লাগিব।

(৭) বৰপেটাবাসীয়ে তথাকথিত ৰাইজৰ প্ৰতিনিধিসকলক অঞ্চলটোৰ উন্নয়নৰ বাবে কাম কৰাৰ বাবে বাধ্য কৰি তুলিব পাৰিব লাগিব আৰু তথ্যজনাৰ অধিকাৰ আইনৰ জৰিয়তে চৰকাৰী আঁচনিৰ ধনৰ অপচয় ৰোধৰ বাবে সকলোৱে সচেষ্ট হ'ব লাগিব।

(৮) এনেবোৰ কাম কৰিবলৈ যাওঁতে শিক্ষাৰ বিস্তাৰ আৰু সকলোকে বিজ্ঞান মনস্ক কৰি গঢ়ি তোলাৰ বাবেও বৰপেটাবাসীয়ে যৎপৰনাস্তি চেষ্টা চলাব লাগিব।

(৯) সংকীৰ্ণতাৰ পৰিধি ভাঙি বিশালতাৰ প্ৰতি দৃষ্টি নিক্ষেপ নকৰিলে বৰপেটাৰ অনগ্ৰসৰতাৰ ছবিখন সলনি অৱশ্যেই নহ'ব।

(১০) সদৌ শেষত ক'ব পাৰি কৰ্মইহে মৃত্যুশীল মানুহক চিৰকাললৈ জীয়াই ৰাখে। এই কথা বৰপেটাৰ প্ৰতিগৰাকী নাগৰিকে আন্তৰিকতাৰে উপলব্ধি কৰিব পাৰিব লাগিব আৰু এই সকলো ক্ষেত্ৰতে শিল্পী-সাহিত্যিক-বুদ্ধিজীৱি-শ্ৰমিক-কৃষকসলৰ লগতে সংবাদ মাধ্যমেও ল'ব লাগিব অনন্য ভূমিকা।

আমাৰ গভীৰ বিশ্বাস ওপৰোক্ত চৰ্তবোৰ সঠিকভাৱে পূৰণ হ'লে বৰপেটাৰ ভৱিষ্যতৰ ছবিখন নিশ্চয় আকৰ্ষণীয় ৰূপত জিলিকি উঠিব আৰু উন্নতি বা প্ৰগতিৰ চিহ্নও তাত সুন্দৰভাৱে প্ৰকট হৈ পৰিব।

# কৃষি-বাণিজ্যই উন্নতিৰ চাবিকাঠী

**জ্যোতিপ্ৰসাদ দাস**
*বিশিষ্ট নাট্যকৰ্মী*

(১) বৰপেটাৰ কৃষি খণ্ডত বৈপ্লৱিক পৰিৱৰ্তন সাধন কৰিব পাৰিলে বৰপেটাৰ উন্নতি সম্ভৱ। কিন্তু ই যথাৰ্থতে বৈপ্লৱিক হ'ব লাগিব। কোনো এটা বা দুটা চৰকাৰী বিভাগে এনে পৰিৱৰ্তন আনিব নোৱাৰে। অৱশ্যেই ইয়াৰ বাবে লাগিব যথেষ্ট পৰিমাণৰ ধন। ইমান পৰিমাণৰ ধন যোগাৰ কৰাটো যদিও কঠিন কিন্তু অসম্ভৱ নহয়। ইতিমধ্যে যথেষ্ট পৰিমাণৰ ধন উন্নয়নমূলক কাৰ্য্যসূচীৰ নামত পানীত পেলোৱা হৈছে। পৰিকল্পিতভাৱে আৰু নিষ্ঠাসহকাৰে ৰূপায়ণ কৰা কাৰ্য্যসূচীৰ বাবে ধনৰ অভাৱ নহ'ব বুলিয়ে আমাৰ ধাৰণা।

আমাৰ যথেষ্ট কষ্টসহিষ্ণু মানৱশক্তি আছে। নাই কেৱল অনুপ্ৰেৰণা, বাট দেখুৱাই নিওঁতা। কৃষকৰ উদ্ভাৱনী চিন্তা আৰু ক্ষমতাৰ অলেখ উদাহৰণ আমি প্ৰত্যক্ষ কৰো কিন্তু তেওঁলোকক আগবঢ়াই নিবলৈ একো পৰিকাঠামো নাই। কৃষকক আমি ৰাজ-সাহায্য দিয়াৰ নামত তেওঁলোকৰ ইচ্ছাশক্তিক মষিমূৰ কৰিছো।

লেহেম আৰু দিক্‌ভ্ৰান্ত চৰকাৰী প্ৰয়াসৰ সলনি আমাৰ প্ৰয়োজন সৎ আৰু তৎপৰ বজাৰমুখী বেচৰকাৰী উদ্যোগ— যিয়ে কৃষকক অধিক লাভবান হোৱাৰ পথ দেখুৱাব— অধিক উৎপাদন, ধাৰণশীল উৎপাদন আৰু বাণিজ্যিক উৎপাদনৰ মাজত সমন্বয় সাধনেৰে।

(২) অতীজৰে পৰা বৰপেটাৰ মানুহ বাণিজ্যমুখী। প্ৰচুৰ প্ৰত্যাহ্বানেৰে ভৰা বাণিজ্যক্ষেত্ৰত বৰপেটীয়াৰ ব্যুৎপত্তি সৰ্বজনবিদিত কিন্তু সময়ৰ লগে লগে বহু কাৰকে ফেপেৰি পাতি ধৰাত বৰপেটাৰ নতুন প্ৰজন্ম এই ক্ষেত্ৰত থমকি ৰ'বলৈ বাধ্য হৈছে। আমাৰ ধাৰণা, এতিয়াও দুই-চাৰিটা দিশত সহায়-সহযোগ আগবঢ়ালে বৰপেটাৰ মানুহে বাণিজ্যৰ দিশত নতুন দিগন্তৰ সূচনা কৰিব পাৰে। এনে

কেইটামান দিশৰ অসুবিধা, যেনে— তথ্য সৰবৰাহৰ অসুবিধা, যাতায়তৰ অসুবিধা আৰু মূলধনৰ অভাৱে নতুন প্ৰজন্মৰ হেঙাৰ স্বৰূপে থিয় দিছে। এইবোৰ অসুবিধা আঁতৰ কৰিবলৈ সামূহিক প্ৰয়াসৰ প্ৰয়োজন।

(৩) আজিকালি প্ৰায়ে Knowledge Economyৰ কথা শুনো। চৰকাৰী অথবা বেচৰকাৰী খণ্ডত শিক্ষা প্ৰতিষ্ঠান গঢ় দিয়াত যৎপৰোনাস্তি প্ৰয়াস কৰিব লাগিব। ইয়াৰ বাবে আমাৰ ইয়াত যথেষ্ট Scope আছে। মেডিকেল, ইঞ্জিনিয়াৰিং, এগ্ৰিকালচাৰ আৰু অন্যান্য প্ৰযুক্তিবিদ্যাৰ প্ৰতিষ্ঠান গঢ় দিব পাৰিলে আমাৰ অৰ্থনীতিৰ ৰূপ সলনি হৈ যাব।



# নিবন্ধকাৰসকল

| | | |
|---|---|---|
| অতুল চন্দ্ৰ গোস্বামী | ঃ | বৰপেটাৰ মাধৱ চৌধুৰী মহাবিদ্যালয়ৰ অৰ্থনীতি বিভাগৰ অৱসৰপ্ৰাপ্ত অধ্যাপক। |
| কবীন্দ্ৰ দাস | ঃ | সঙ্গীতজ্ঞ ৰূপে পৰিচিত শ্ৰীদাস বামুণীদংৰা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ইংৰাজী বিষয়ৰ শিক্ষক। |
| গিৰীশ চন্দ্ৰ নাগ | ঃ | ১৯০৬-০৯ চনত বৰপেটাত কাৰ্যনিৰ্বাহ কৰা মহকুমাধিপতি। |
| জগন্নাথ দাস | ঃ | বিশিষ্ট গণিতজ্ঞ আৰু বৰপেটা চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। |
| দয়াময় শইকীয়া | ঃ | প্ৰচাৰ ভাৰতীৰ গাণনিক বিভাগত কৰ্মৰত শইকীয়া এজন নিবন্ধকাৰ আৰু গল্পকাৰ ৰূপেও পৰিচিত। |
| দিলীপ ভড়ালী | ঃ | বৰপেটাৰ এগৰাকী সক্ৰিয় সংগঠক আৰু সাংস্কৃতিক কৰ্মী। |
| ধ্ৰুৱকুমাৰ তালুকদাৰ | ঃ | বিশিষ্ট কবি-গীতিকাৰ আৰু অভয়াপুৰী সমবায় সমিতিৰ পৰিদৰ্শক। |
| নন্দ তালুকদাৰ | ঃ | প্ৰয়াত তালুকদাৰ গুৱাহাটীৰ পাণ্ডু মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক আছিল। এগৰাকী নিষ্ঠাৱান লেখক আৰু সাহিত্যকৰ্মী ৰূপে বিখ্যাত। |
| নিতুপৰ্ণ ৰাজবংশী | ঃ | অসমীয়া খবৰৰ উপ-সম্পাদক আৰু কাৰ্টুনিষ্ট। |
| প্ৰিয়ৰঞ্জন দাস | ঃ | সাংবাদিক আৰু কালঝাৰ হেলনাপাম ইটাৰভিটা বিদ্যালয়ৰ শিক্ষক। |
| প্ৰমথৰঞ্জন দাস | ঃ | বৰপেটা সত্ৰৰ গায়ন-বায়নৰ এগৰাকী সক্ৰিয় শিল্পী। |

| | | |
|---|---|---|
| বাদল চৌধুৰী | ঃ | এগৰাকী বিশিষ্ট নাট্যশিল্পী, বৰ্তমান গুৱাহাটীৰ নদী গৱেষণা কেন্দ্ৰত কৰ্মৰত। |
| বাবুল চন্দ্ৰ দাস | ঃ | বৰপেটাৰ মাধৱ চৌধুৰী মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক। |
| বিবেকাৰঞ্জন ৰায়চৌধুৰী | ঃ | এগৰাকী বিশিষ্ট নাট্যশিল্পী আৰু বজালী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ। |
| বিশ্বজিৎ সূত্ৰধাৰ | ঃ | নিবন্ধকাৰ, বৰপেটাৰ গণককুছি নিবাসী। |
| ব্ৰজগোপাল দাস | ঃ | ক্ৰীড়া-সংবাদদাতা, বৰপেটা বিদ্যাপীঠ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ খেল প্ৰশিক্ষক। |
| ভূপেন্দ্ৰ ৰায়চৌধুৰী | ঃ | অসমীয়া-হিন্দীত সমানে লেখা-মেলা কৰা শ্ৰীৰায়চৌধুৰী গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক। |
| মনহৰি বায়ন | ঃ | হাউলীৰ লোক-কৃষ্টিৰ সংগঠক, নিবন্ধকাৰ, বৰ্তমান বৰপেটাৰ উপায়ুক্তৰ কাৰ্যালয়ত কৰ্মৰত। |
| ৰাধাকান্ত তালুকদাৰ | ঃ | অৱসৰপ্ৰাপ্ত জিলা বিদ্যালয় পৰিদৰ্শক, বিশিষ্ট সমাজসেৱক আৰু নাট্যশিল্পী। |
| শুভজ্যোতি দাস | ঃ | নিবন্ধকাৰ, বৰপেটাৰ সমবায় সমিতিৰ পৰিদৰ্শক। |
| হেম কাকতি | ঃ | বিজয়া বেঙ্ক, গুৱাহাটীৰ অৱসৰপ্ৰাপ্ত বিষয়া, নিবন্ধকাৰ আৰু এগৰাকী বিশিষ্ট সমাজসেৱক। |

